

# এজন সত্যাগ্ৰহীৰ ৰাজনীতি

## গোপীনাথ বৰদলৈ আৰু অসম

### তেতিয়া আৰু এতিয়া




Ganeshguri-G.M.C.H. Road, Ghy-5
97-A 1st byelane, Ph.94352-58014
Email : satirthalcb@gmail.com

# এজন সত্যাগ্ৰহীৰ ৰাজনীতি

## গোপীনাথ বৰদলৈ আৰু আসাম

### তেতিয়া আৰু এতিয়া



ড° নিৰোদ কুমাৰ বৰুৱা

**Ejon Satyagrahir Rajniti : Gopinath Bardoloi Aru Assam, Tetia Aru Etiya** *by* Dr Nirode Kumar Barooah and Published *by* Shri Birendra Nath Bardoloi, Bardoloi Bhawan, Ulubari, Guwahati-7 Assam
First edition January 2010 Price 750 00 Only

# এজন সত্যাগ্ৰহীৰ ৰাজনীতি

## গোপীনাথ বৰদলৈ আৰু আসাম

## তেতিয়া আৰু এতিয়া

**ড° নিৰোদ কুমাৰ বৰুৱা**

**প্ৰথম প্ৰকাশ ঃ জানুৱাৰী ২০১০**

**বেটুপাতৰ পৰিকল্পনা**
ড নিৰোদ কুমাৰ বৰুৱা

**বেটুপাতৰ লিপি**
বাবুন দাস

**প্ৰকাশক**
শ্ৰীবীৰেন্দ্ৰ নাথ বৰদলৈ
বৰদলৈ ভৱন, উলুবাৰী, গুৱাহাটী-৭, অসম

**মূল্য - ৭৫০ ০০ টকা**

**মুদ্ৰণ ঃ** অজন্তা প্ৰেছ, হযবৰগাঁও, নগাঁও, অসম

১৯৩৫ চনৰ ভাৰত আইনে প্ৰদেশসমূহলৈ স্বায়ত্ত শাসন অনাৰ আগমুহূৰ্তত গোপীনাথ বৰদলৈয়ে তেওঁৰ নিখুঁত ৰাজনীতি জ্ঞানেৰে বুজিছিল যে কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত ক্ষমতাৰ ভাগ-বিতৰণক লৈ ভৱিষ্যতে মতাভেদ আহিবই। নিজ প্ৰদেশৰ ৰাইজ আৰু নেতৃবৰ্গক নিজ স্বাৰ্থৰ প্ৰতি আগতীয়াকৈ সতৰ্ক থাকিবলৈ আহ্বান কৰি তেওঁ নিম্নোক্ত কথাখিনি এটা অসমীয়া প্ৰবন্ধত লিখি থলে :

**"যুগ যুগ ধৰি ভাৰতবৰ্ষৰ ইতিহাসে অনৈক্যৰ মাজত ঐক্য দেখুৱাই আহিছে। স্বাধীনতা সংগ্ৰামৰ প্ৰয়োজনে আৰু বিশেষকৈ ৰাজনৈতিক ৰঙ্গমঞ্চত মহাত্মা গান্ধীৰ আবিৰ্ভাৱে ঐক্যৰ দিশটো শক্তিশালী কৰিছে। স্বাধীনতা সংগ্ৰামৰ ভিত্তি জনগণৰ মাজলৈ বিয়পি পৰাৰ ফলত সৰ্বভাৰতীয় ঐক্য আৰু আঞ্চলিক স্বতন্ত্ৰতাৰ আদৰ্শগত বিৰোধ সাময়িক ভাৱে স্থগিত থাকি দুয়োটাৰ ভিতৰত এক প্ৰকাৰ বুজাপৰা আৰু সমন্বয় স্থাপিত হৈছে। কিন্তু স্বাধীনতাৰ পিছত এই বিৰোধে পুনৰ মূৰ দাঙিব। আনকি ভাৰতবৰ্ষই পূৰ্ণ স্বাধীনতা পোৱাৰ পূৰ্বেই কেন্দ্ৰ আৰু প্ৰদেশবোৰৰ ভিতৰত অৰ্থনীতি আৰু ৰাজহ সংক্ৰান্তত, সম্বল বণ্টনৰ প্ৰশ্নত, শিল্প প্ৰতিষ্ঠানৰ স্থান নিৰ্বাচনৰ ক্ষেত্ৰত, ৰাষ্ট্ৰভাষা আৰু আঞ্চলিক ভাষাৰ বিকাশ আৰু মৰ্যাদাৰ ক্ষেত্ৰত ইতিমধ্যে বাদানুবাদ আৰম্ভ হৈছে। যদি আমি সময় থাকোঁতে এইবিলাক প্ৰশ্নৰ সুসমাধান নকৰোঁ তেন্তে ভৱিষ্যতে ই গুৰুতৰ ৰূপ ধাৰণ কৰিব পাৰে। ঐক্যৰ প্ৰধান বাহক হিচাপে আমি ৰাষ্ট্ৰভাষা প্ৰচাৰৰ কাৰণে আন্তৰিকতাৰে সৈতে কাম কৰিব লাগিব লগে লগে অসমীয়া ভাষাৰ বিকাশ সাধন কৰি পৰ্বত-ভৈয়াম উভয় অঞ্চলৰে গ্ৰহণযোগ্য কৰিব লাগিব।"**

স্বাধীনতাৰ প্ৰাৰম্ভ কালত ৰোগীয়া হৈও কিমান একনিষ্ঠ আৰু বিৰামহীনভাৱে বৰদলৈয়ে আসাম আৰু সমগ্ৰ উত্তৰ-পূৱ ভাৰতলৈ তেওঁৰ সেৱা আগবঢ়াইছিল সি প্ৰকাশ পাইছে ১৯৪৮ চনৰ ১৯ এপ্ৰিল তাৰিখে তেওঁ সৰ্দাৰ পেটেললৈ লিখা নিম্নোক্ত কথাখিনিত :

**"I am in very bad health. My heart is possibly damaged beyond repair. Even normal activities bring my heart beat to 100 to 110 per minute. I am finding it difficult to carry on the heavy responsibilities of the office and I am feeling that I have no alternative but to resign or take long leave unless I can find only lighter work to do for a pretty long time. My normal hours of work were 14 to 16 hours a day. Now I feel that I cannot work for more than 8 to 10 hours. I am not feeling satisfied with the work and discharge of responsibilities. I should like to have your personal opinion if I could resign. I do not propose to precipitate this matter but I shall be grateful if you give this matter personal thought and let me know."**

## উছৰ্গা

১৯৩৮ চনত
ভাৰতীয় জাতীয় কংগ্ৰেছৰ
সভাপতিৰ পদত স্থিত
আৰু
গান্ধীজীৰ পিছতেই আজিলৈকে
আসামক অকপটভাৱে বুজা একমাত্ৰ
সৰ্বভাৰতীয় নেতা
সুভাষ চন্দ্ৰ বোসৰ সোঁৱৰণত
আৰু
সন্ত্ৰাসবাদ-বিৰোধী, প্ৰান্তীয় একাত্মবোধেৰে
উদ্দীপ্ত
আসামৰ নতুন প্ৰজন্মৰ হাতত।

লেখক

# প্ৰকাশকৰ দু-আষাৰ

১৯৬৫ চনৰ কথা, অৰ্থাৎ ৪৪ বছৰৰ আগৰ কথা। তেতিয়া মই ৰঙিয়াৰ কংগ্ৰেছভৱনত দুটা আহল বহল কোঠালিত অফিছ আৰু ঘৰ কৰি আছিলোঁ। ৰঙিয়াত তেতিয়ালৈকে বিজুলি পোহৰৰ ব্যৱস্থা নাছিল। আলি-পদূলিবোৰো কেঁচা, পথৰ দুয়োপাৰ হাবি-বননিৰে ভৰা। দুখন কাঠৰ তক্তা-পোচ, এখন কাঠৰ টেবুল আৰু দুখন কাঠৰ চকী - এয়েই মোৰ থকা ঘৰৰ আচবাব। এদিনাখন ৰাতিপুৱা ভাগত নিবোদ (বুৰঞ্জীবিদ ড° নিবোদ কুমাৰ বৰুৱা) নগাঁৱৰ পৰা গুৱাহাটী হৈ ৰঙিয়া পালেগৈ মোক লগ পাবলৈ। আমি দুয়ো কাশী হিন্দু বিশ্ববিদ্যালয়ৰ একেটা ছাত্ৰাবাসতে ওচৰা-ওচৰিকৈ দুবছৰ আছিলো, ১৯৫৫ চনৰ পৰা। আমাৰ দুয়োৰে মাজত এক সৌহাদ্যপূৰ্ণ ঘনিষ্ঠ সম্পৰ্ক গঢ়ি উঠিছিল। এই আন্তৰিকতা আৰু পাৰস্পৰিক সন্মানৰ কাৰণ হয়তো আছিল নৈতিক মূল্যবোধ আৰু সামাজিক দায়বদ্ধতাৰ সম্পৰ্কত থকা দুয়োৰে সমধৰ্মী আচৰণ। তেওঁ আহি পোৱাৰ সময়ত মই দেউতাৰ ডায়েৰী বহী কেইখনমান ক্ৰম অনুসৰি এখন নোটবুকত টুকিবলৈ আৰম্ভ কৰিছিলোঁ। তাকে দেখি নিবোদে টপৰাই কৈ উঠিল ঃ "এইখিনি আৰু আছে যদি আপোনালোকৰ ঘৰত থকা বৰদলৈ ডাঙৰীয়াৰ আনবোৰ ৰাজনৈতিক কাকত-পত্ৰ মোক চাবলৈ দিবনে ? তেখেতৰ বিষয়ে এখনি গৱেষণাভিত্তিক পূৰ্ণাঙ্গ জীৱনী লিখিবলৈ মোৰ প্ৰবল ইচ্ছা।" অতি আনন্দিত হৈ মই তেওঁক ক'লো ঃ "Yes, all this is yours to make use of ".

যেনে কথা তেনে কাম। নিবোদ কুমাৰ বৰুৱা নগাঁৱৰ খৰঙ্গীবৰুৱা বংশৰ। সেই বংশীয় লোকসকল হাড়ে-হিমজুৰে অসমীয়া - যি অৰ্থত শ্ৰীমন্ত শঙ্কৰ-মাধৱ অসমীয়া। স্বদেশ প্ৰেম, স্বাধীনচিতীয়া মনোবল, বহল অসমভূমিৰ কলা-সংস্কৃতি-সভ্যতাৰ প্ৰতি শ্ৰদ্ধা, সমাজসচেতনতা, সত্য নিষ্ঠা - এইবোৰ গুণ সিবিলাকৰ কিছুৰ ৰক্ত-প্ৰৱাহত বিদ্যমান যেন লাগে। নিবোদ বৰুৱাৰ উপৰিপুৰুষ সকলৰ এজন হ'ল চন্দ্ৰকুমাৰ বৰুৱা। ফৌজদাৰিপট্টীৰ তেওঁৰ ঘৰখন ল'ৰালিকালৰ সূৰ্য্যকুমাৰ ভূঞা, ৰত্নকান্ত বৰকাকতী আদি নামজ্বলা অসমীয়াৰ শিক্ষাঘৰ সদৃশ আছিল। এই কথা আমি ভূঞা ডাঙৰীয়াৰ

লিখনিত পাওঁ। অলপতে, নগাঁৱৰ এসময়ৰ দীনবন্ধু পাদ্ৰী পি. এইচ. মুৰ (P.H. Moore) য়ে তেওঁক পোনতে অসমীয়া শিকোৱা সেই বৰুৱাৰ বিষয়ে কৰা এটি অভিমত পঢ়িলো। মুৰৰ চকুত বৰুৱা আছিল নিজ পথত অবিচলিত, সত্যনিষ্ঠ আৰু এক কথাৰ মানুহ। মোৰ বোধেৰে নিৰোদ বৰুৱাৰ ক্ষেত্ৰতো এই মন্তব্য আৰু মূল্যায়ণ খাটিব কিয়নো শত বাধা-বিঘিনি অতিক্ৰমিও তেওঁ পূৰ্ব প্ৰস্তুতি অনুসাৰে গোপীনাথ বৰদলৈৰ সামাজিক-ৰাজনৈতিক জীৱনৰ সবিশেষ বিৱৰণেৰে এখন অদ্বিতীয় আৰু অমূল্য গ্ৰন্থ লিখিহে এৰিলে। এই, আৰু অলপতে লিখি শেষ কৰা তেওঁৰ ইংৰাজী ভাষাত লিখা বৰদলৈ সম্বন্ধীয় আনখন পুথিৰ কাৰণে তেওঁ এৰা ধৰাকৈ ছত্ৰিছ বছৰ কাল লাগি থাকি অশেষ কষ্ট স্বীকাৰ কৰিলে আৰু নিজা কষ্টোপাৰ্জিত ধনো ভাঙিলে। এক প্ৰকাৰে তেওঁ এই কামত নিজকে আত্মোৎসৰ্গ কৰিলে বুলিও কব পাৰি।

গোপীনাথ বৰদলৈয়ে অসম আৰু ভাৰতবৰ্ষলৈ আগবঢ়োৱা অৱদান আৰু এই সন্দৰ্ভত ঐতিহাসিক ঘটনাৱলীক অসমৰ নতুন-পুৰনি অনুসন্ধিৎসু প্ৰজন্মৰ দৃষ্টিগোচৰ কৰিবলৈ নিৰোদ বৰুৱাই যথাৰ্থতে এক বলিষ্ঠ সত্য অন্বেষণকাৰী ভূমিকা পালন কৰিছে। এই গ্ৰন্থৰ পাদটীকাবোৰে আৰু তথ্যৰ উৎস নিৰ্দ্দেশনাই থিতাতে দেখুৱাই দিব কি বিস্তৃত আৰু বৈচিত্ৰময় উৎসৰ পৰা এই পুথিৰ মূল তথ্যবোৰ আহৰণ কৰা হৈছে। চৰকাৰী-বেচৰকাৰী মহাফেজখানা আৰু ৰেকৰ্ড অফিচ; আৰক্ষী আৰু চোৰাংচোৱা বিভাগৰ গোপন প্ৰতিবেদন; সমসাময়িক সংবাদপত্ৰ ; বিধান সভাৰ বিতৰ্ক; গণপৰিষদৰ যুক্তি-তৰ্ক আৰু বিচাৰ ব্যৱস্থা; বৰদলৈৰ কালৰ বিশিষ্ট ব্যক্তিসকলৰ লগত হোৱা সাক্ষাৎকাৰ; গান্ধীজী, নেহৰু, পেটেল, ৰাজেন্দ্ৰপ্ৰসাদ, আজাদ, সুভাষচন্দ্ৰ বোস, ৰাজা গোপালাচাৰী, আকবৰ হাইদেৰী, শ্ৰীপ্ৰকাশ আদি কেন্দ্ৰীয় নেতাৰ লগত গুৰুত্বপূৰ্ণ বিষয়ক লৈ বৰদলৈৰ পত্ৰ যোগাযোগ ইত্যাদি। আনকি বাহিৰত থাকিও বৰ্তমান কালৰ অসমত প্ৰতিদিনে ঘটি থকা ঘটনাও গৱেষক বৰুৱাৰ বিচাৰৰ বাজত নাই, কাৰণ তেওঁৰ মানত তেতিয়াৰ বৰদলৈৰ ৰাজনৈতিক দূৰদৰ্শিতা, অবিচল বিপদ-সজাগতা, আৰু তৎপৰ কৰ্মব্যৱস্থাইহে এতিয়াৰ অসমকো ৰক্ষা কৰিব পাৰে - যদিহে কিহবাই পাৰে। মুঠৰ ওপৰত, নিৰোদ বৰুৱাৰ এই পুথিত স্বাধীনতা-পূৰ্ব আৰু স্বাধীনতা-উত্তৰ অসম সম্পৰ্কে যিবোৰ গুৰুত্বপূৰ্ণ নতুন তথ্য পোহৰলৈ আহিছে সেইবোৰ এই গ্ৰন্থৰ অবিহনে সৰ্বকাললৈ আন্ধাৰতে ডুব গৈ থাকিলহেঁতেন।

সেই গতিকে ড নিৰোদ কুমাৰ বৰুৱাৰ পুথিখনিক প্ৰকাশ কৰি পঢ়ুৱৈ সমাজলৈ আগবঢ়াবলৈ পাই মই অত্যন্ত সুখী হৈছো - The facts incorporated in the book are self evident, and they will speak for themselves.

বীৰেন্দ্ৰ নাথ বৰদলৈ
১০ জুলাই, ২০০৯

# প্ৰাক-কথন

আহোম ৰাজত্বৰ বেলি মাৰ যোৱাৰে পৰা আসামৰ সমগ্ৰ ইতিহাসত গোপীনাথ বৰদলৈৰ সমতুল্য আন এজন আসাম-প্ৰাণ বিচক্ষণ ৰাজনৈতিক ব্যক্তিৰ আবিৰ্ভাৱ হোৱা নাই। বৰদলৈৰ আদৰ্শ, দূৰদৰ্শিতা, ৰাজনীতি- পটুতা, কৰ্ত্তব্যনিষ্ঠা, কৰ্ম্মনিপুণতা, উদাৰধৰ্মীতা, ত্যাগ আৰু সাৰগ্ৰাহী মানৱদৰদী বিশ্ববীক্ষাৰ গুণতেই অসমীয়াই অন্ততঃ এতিয়ালৈকে তেওঁলোকে বাস কৰা ভূখণ্ডক 'আমাৰ দেশ' বুলি গৌৰৱ কৰিব পাৰিছে। এনে হোৱাতো এই অসাধাৰণ ব্যক্তি গৰাকীয়ে যিমান মান্যতা আসামত পাব লাগিছিল আৰু তেওঁক লৈ যিমান চিন্তা-চৰ্চা তাত হব লাগিছিল সিমান নহ'ল, যদিও অসমৰ বৰ্তমান ৰাজনৈতিক সমস্যাবিলাকে সৃষ্টি কৰা ভয়ানক পৰিবেশৰ পৰা ৰক্ষা পাবলৈ বৰদলৈ অধ্যয়ণে উপায় দিলে হয়। কিন্তু এই কথাটো উপলব্ধি কৰিবলৈ বৰদলৈৰ ৰাজনৈতিক জীৱন সম্পৰ্কে কিছু পূৰ্ব জ্ঞান থাকিব লাগিব। এই জ্ঞানৰ অভাৱ আজি ব্যাপক। আনকি এই জ্ঞান যাতে সৰ্ব্বসাধাৰণ অসমীয়াই বা আসামবাসীয়ে নাপায় তাৰ কাৰণে অসমীয়াৰ মাজতে এজাক দেশদ্ৰোহী, চয়তানী বুদ্ধিজীৱিয়ে অহৰহ চেষ্টা চলাই আছে আৰু তেওঁলোকে ভৰ্ৎসনা পোৱাতকৈও সকলো ফালৰ পৰা অভ্যৰ্থিত হৈ আহিছে।

১৯৫৬ চনত মহাদেৱ শৰ্মা ডাঙৰীয়াই তেওঁৰ পৰম ভক্তি-ভাজন অগ্ৰজ-প্ৰতীম কংগ্ৰেছী সঙ্গীজনৰ মনৰ মহানতা, কৰ্মৰ বিশালতা আৰু লক্ষ্যৰ একাগ্ৰতাৰ আভাষ থকা এখন তথ্যভিত্তিক পুথি আসামবাসীক উপহাৰ দি থৈ গৈছে। বৰদলৈৰ এজন নিকটবৰ্তী কংগ্ৰেছী ৰাজনীতিক আৰু সমাজকৰ্ম্মী হোৱা বাবে আৰু যিহেতু তেওঁ আজি হেৰাই পৰা বৰদলৈ ডাঙৰীয়াই নিজে লিখি থৈ যোৱা বহু ভিত্তৰুৱা কথাৰ পৰাও সম্বল সংগ্ৰহ কৰিব পাৰিছিল সেই কাৰণে তেওঁৰ 'লোকপ্ৰিয় গোপীনাথ বৰদলৈ' পুথিখন বৰদলৈৰ শৈশৱকাল, কলিকতীয়া ছাত্ৰ-জীৱন, আঞ্চলিক স্বায়ত্ব শাসন-জড়িত কাৰ্যৱলী আৰু বিধান সভাৰ কংগ্ৰেছ দলৰ দলপতিৰ দ্বায়িত্বত দিয়া নেতৃত্বৰ বিষয়ত এখন অমূল্য গ্ৰন্থ। ইয়াৰ পিছত ১৯৭৯ চনত প্ৰকাশন পৰিষদে প্ৰকাশ কৰা 'গোপীনাথ বৰদলৈ' গ্ৰন্থখনত প্ৰসিদ্ধ সাংবাদিক আৰু কংগ্ৰেছকৰ্মী হৰেন্দ্ৰ নাথ বৰুৱাই বৰদলৈৰ এখন 'চমু জীৱনী' আগবঢ়াই বৰদলৈ মানুহজনৰ চাৰিত্ৰিক বৈশিষ্ট, তেওঁৰ গান্ধী

আদৰ্শ আৰু বিশেষকৈ, ১৯৪৬ চনৰ পৰা জীৱনৰ শেষলৈকে অসমৰ সুৰক্ষা আৰু সু-প্ৰশাসনত তেওঁৰ আত্মনিয়োগ তথা আত্মাহুতিৰ কথাও নিজা চাক্ষুষ অভিজ্ঞতাৰ পৰা লিখি থৈছে আৰু বৰদলৈৰ বিচক্ষণতা দঢ়াই গৈছে।

উপৰোক্ত দুয়োখন জীৱনীৰ ওপৰিও উপৰি উক্ত দ্বিতীয় পুথিখনত বৰদলৈৰ কেইবাগৰাকী সমসাময়িক কংগ্ৰেছ সঙ্গীয়ে তেওঁলোকৰ দৃষ্টি আৰু অভিজ্ঞতাত পোৱা বৰদলৈ মানুহজনক আৰু তেওঁৰ কিছু ৰাজনৈতিক পদক্ষেপৰ কথা বৰ্ণাই থৈছে। এইবোৰো বৰদলৈ অধ্যয়ণৰ কাৰণে উপযোগী। ই আশ্চৰ্যকৰ আৰু একাধাৰে আনন্দৰ কথা যে, আমাৰ মানত, এই পুথিৰ যি দুখন ৰচনাই বৰদলৈৰ ব্যক্তিত্ব, মনন আৰু ৰাজনৈতিক বিচক্ষণতাৰ কথা অত্যন্ত অন্তৰ্ভেদী দৃষ্টি, প্ৰগাঢ় উপলব্ধি আৰু চিন্তা উদ্ৰেককাৰী বচনেৰে বৰ্ণাইছে সেই দুজনৰ এজন কমিউনিষ্ট গৌৰীশঙ্কৰ ভট্টাচাৰ্য, আছিল কংগ্ৰেছ বা বৰদলৈ ৰাজনীতিৰ বিপক্ষে যোৱা ব্যক্তি আৰু আনজন, কাকাচাহেব কালেলকাৰ, ৰাজনীতিৰ মানুহ নাছিলেই যদিও অৱশ্যে গান্ধীজীৰ নিকটবৰ্তী সহযোগী হিচাবে ৰাজনীতিৰ দৰ্শক তেওঁ নিশ্চয় আছিল।

তথাপিও, আসাম আৰু অসমীয়াৰ যুগমীয়া সমস্যাকিটাৰ সমাধানত জীৱন উছৰ্গা কৰিবলৈ ওলাই যিবোৰ আপদ, জঞ্জাল বিবাদ, সন্ধি, আপোচ, আলোচনা, বিৰক্তি, বৈৰীভাৱ, চুক্তি, অপযশ, বহিৰ্শত্ৰুতাৰ মাজেৰে অকলেই ৰাজনীতিৰ বাট কাটি দিনৰ পিছত দিন, মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ ধৰি বেমাৰী গাৰে বৰদলৈয়ে আসামবাসীক সুৰক্ষা আৰু সু-প্ৰশাসন দি ভবিষ্যত উন্নতি আৰু প্ৰগতিৰ কাৰণেও বাট বান্ধি গ'ল, সেইবোৰৰ সবিশেষ তথ্য আজিও জমা হৈ আছে মাথোন বিভিন্ন চৰকাৰী আৰু অনা-চৰকাৰী মহাফেজখানা বা ৰেকৰ্ড অফিচৰ দলিল, ৰিপৰ্ট, স্মাৰকলিপিবোৰত, সাংবিধানিক সভা (গণ পৰিষদ), আৰু অসম বিধান সভাৰ বিতৰ্কত, জাতীয় আৰু প্ৰাদেশিক কংগ্ৰেছ সমিতিৰ কাৰ্যবিৱৰণত, সাময়িক ৰাজহুৱা সভা-সমিতিৰ ৰিপৰ্টত, কেন্দ্ৰীয আৰু প্ৰাদেশিক কংগ্ৰেছৰ নেতৃবৃন্দৰ লগত হোৱা ভাৱৰ আদান প্ৰদানত, সমকালীন সংবাদ পত্ৰত, গুৰুত্বপূৰ্ণ ৰাজহুৱা ব্যক্তিৰ ভিতৰুৱা নথি-পত্ৰত, সতীৰ্থ আৰু সমসাময়িক আনলোকৰ অপ্ৰকাশিত স্মৃতিত আৰু গৱেষণাকাৰীৰ বিচাৰত উপযুক্ত বুলি গন্য হোৱা বিভিন্ন আন আন উৎসত।

উপৰোক্ত উৎসবোৰৰ ভিত্তিত বৰদলৈৰ প্ৰথম জন্ম শতবাৰ্ষিকীৰ সময়ত (১৯৮৯-৯২) এই লিখকেই গবেষণামূলক বৰদলৈ অধ্যয়নত প্ৰথমে নামিছিল। ১৯৮৯-৯০ ৰ কালত আমি প্ৰান্তিকত একৈছটা প্ৰৱন্ধ 'এজন সত্যাগ্ৰহীৰ ৰাজনীতি' শিৰোনামাৰে লিখিছিলো। সেই সময়তে (১৯৮৮ চনত) আমি বৰদলৈৰ তিনিখন দিনলেখা (দুখন অসমীয়াত আৰু এখন ইংৰাজীত) আমাৰ সুদীৰ্ঘ সম্পাদকীয় টোকাৰে আৰু বিভিন্নন গুৰুত্বপূৰ্ণ নথি পত্ৰৰ সংযোজনাৰে সম্পাদনা কৰি কৰ্তৃপক্ষৰ হাতত গটাই দিছিলো। তাৰে ইংৰাজীখন যথাসময়ত ওলাল যদিও প্ৰকাশকে অসভ্য আচৰণেৰে বাকী দুখন ক্ৰমে এঘাৰ আৰু বাৰ বছৰৰ পিছতহে ছপা কৰি উলিয়ালে আৰু আমাক এটা কপি দিয়াৰ ভদ্ৰতাখিনিও ৰাখিব নোৱাৰিলে। সেই কালছোৱাতে আমি 'আজিৰ বাতৰি' কাকতখনত, নিখিল চক্ৰৱৰ্তীৰ সম্পাদনাত ওলোৱা দিল্লীৰ Mainstream সংবাদ আলোচনীখনত আৰু অধ্যাপক বীৰেন্দ্ৰ নাথ দত্তৰ সম্পাদনাত গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰা এখন পুথিত বৰদলৈ ৰাজনীতিৰ বিভিন্ন দিশক লৈ আন কেইটামান প্ৰবন্ধ লিখিছিলো।

এৰা ধৰাকৈ সুদুৰ জাৰ্মানীৰ পৰা বৰদলৈ অধ্যয়নত লাগি থাকোতেই আমি পৰিস্কাৰকৈ উপলব্ধি কৰিলো যে যদিও সাধাৰণ বয়সীয়া অসমীয়া মানুহে বৰদলৈক আজিও অসম ৰক্ষক বুলি জ্ঞান কৰে আৰু তেওঁক কৃতজ্ঞতাৰে সোঁৱৰে, নতুন প্ৰজন্মৰ প্ৰায় সকলোৱেই তেওঁৰ বিষয়ে একোকে নাজানে। তেওঁলোকৰ বৰদলৈ কাল ডোখৰৰ জ্ঞানো শূণ্য। ইয়াৰ কাৰণ আমি উদঘাটন কৰিলোঁ। বৰদলৈৰ অৱদান নিস্প্ৰভ কৰিবলৈ স্বাধীনোত্তৰ কালৰে পৰা দুটি গোটে অভিসন্ধি চলাই আহিছে। প্ৰথম গোটত পৰে বৰদলৈ কালৰ অসম কংগ্ৰেছ সংগঠনৰ কেইজনমান বৰমূৰীয়া আৰু লগতে সেই কালৰ কিছু ডেকা কংগ্ৰেছ ছছিয়েলিষ্ট। এই দুয়োবিধ কংগ্ৰেছীলোকে ১৯৩৮ চনৰ পৰা ১৯৪৬ চনৰ কেবিনেট মিছনে চপোৱা গ্ৰুপিং সমস্যাৰ আগমূহুৰ্ত্তলৈকে অসম বিধান সভাৰ পৰা গোপীনাথ বৰদলৈয়ে কৰা ৰাজনীতিক অস্বীকাৰ কৰিছিল। এই গোটৰ প্ৰথম ভাগত পৰা প্ৰায়বোৰে বৰদলৈৰ গ্ৰুপিং কালৰ নেতৃত্ব অবিসম্বাদী বুলি মানি ললেও বৰদলৈৰ সেই ৰাজনীতি যে মাথোন আগৰ কালৰ ৰাজনীতিৰেই পৰিণতি আছিল তাক লুকুৱাই ৰাখিবলৈ বিচাৰে - যেন ১৯৪১-৪৫ কালডোখৰত, মানে তেওঁলোক জেইলত সোমাই থকা কালডোখৰত, অসমত একো উল্লেখযোগ্য ঘটনা ঘটাই নাছিল। সেই কাল ডোখৰত বৰদলৈয়ে বিধান সভাৰ পৰা চলোৱা ৰাজনৈতিক যুদ্ধবোৰেহে যে ১৯৪৬ চনত কংগ্ৰেছক নিৰ্বাচনত জিকালে সেই কথা তেওঁলোকে পাহৰি থাকে। সেই সময়ৰ অসমৰ ৰাজনীতিক লৈ লিখা মহম্মদ তৈয়বউল্লাৰ পুথি দুখনত আৰু তাৰে এখনত থকা সিদ্ধিনাথ শৰ্মাৰ আগকথাত বৰদলৈ বিদ্বেষ জ্বল জ্বল পট পট হৈ ওলাই আছে। সেই ১৯৩৮-১৯৪৫ কালতে আসামৰ প্ৰায়বোৰ কংগ্ৰেছ ছছিয়েলিষ্ট আছিল জাপানী - আই.এন.এ. পন্থী। 'ভাৰত ত্যাগ আন্দোলনৰ সময়ত এওঁলোকৰ সন্ত্ৰাসবাদক আৰু জাপানী বন্ধুতাক বৰদলৈয়ে নাকচ কৰিছিল আৰু সেই কাৰণেই তেওঁলোকৰ কোনো কোনোৱে বৰদলৈৰ প্ৰতি শত্ৰুতাৰ ভাৱ পুহি ৰাখিছিল। বৰদলৈয়ে যুদ্ধকালীন শান্তি সেনাৰ লগত কমিউনিষ্টে যোগ দিয়াত আপত্তি দেখুওৱা নাছিল। সেই কথাও কিছু কংগ্ৰেছ ছছিয়েলিষ্টে ভাল পোৱা নাছিল।

আমি ওপৰত উল্লেখ কৰা একালৰ বৰদলৈ বিৰোধী কংগ্ৰেছী গোটটোৰ কোনো জনেই আজি আমাৰ মাজত নাই, সকলোৱেই ইহলীলা সামৰিলে। তেওঁলোকৰ কোনো অনুচৰো নাছিল। বৰদলৈ-বিৰোধী দ্বিতীয় গোটত থকা সকলে কিন্তু অবাধ গতিৰে তেওঁলোকৰ অনুচৰ বৰ্গেৰে সৈতে তেওঁলোকৰ অপপ্ৰচাৰ ন-ন ৰূপত চলাই আছে। কোন এইসকল ? এওঁলোক হ'ল ১৯৪৮-১৯৫০ ৰ কালটোত ষ্টালিনৰ আদেশত ভাৰতীয় গণতন্ত্ৰক অস্বীকাৰ কৰি কৃষক বিদ্ৰোহৰ নামত ভুৱা প্ৰচাৰৰে অসমৰ কোনো কোনো ভিতৰুৱা অঞ্চলত অস্ত্ৰ-শস্ত্ৰৰে ঘাটি পাতি চহকী খেতিয়কক মাৰি-কাটি-লুটি অৰাজকতা সৃষ্টি কৰি ক্ষমতালৈ আহিবলৈ বাতুল প্ৰয়াস কৰা ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ আৰু ভাৰতীয় বিপ্লবী কমিউনিষ্ট পাৰ্টিৰ বংগ আৰু আসামৰ নেতা আৰু পালি নেতাসকল। বৰদলৈয়ে এই অমানৱীয় দস্যুৰ দলক চলিত আইনৰ বলতেই শাসন কৰি সিবিলাকৰ পশুত্ব ৰাইজৰ আগত প্ৰকট কৰি দেখুৱাইছিল আৰু তাৰ ফলত এই দুয়ো দলৰেই নেতা আৰু কৰ্মীসকলে বহুকাললৈ ৰাইজৰ

আগত তেওঁলোকৰ মুখ দেখুৱাব পৰা নাছিল। আজিৰ কমিউনিষ্টসকলৰ ভয় এয়েই যে বৰদলৈৰ গুণ, আদৰ্শ আৰু কৰ্মপটুতা যিমানেই প্ৰচাৰ হ'ব সিমানেই সিবিলাকৰ পূৰ্বৰ পশুতকৈও অধম দস্তুৰ, অমানৱীয় মানসিকতা দেখ দেখকৈ ওলাই পৰিব। গতিকে সিবিলাকৰ বৰ্তমানৰ টেক্‌নিক্ হ'ল "আক্ৰমনেই প্ৰতিৰক্ষাৰ প্ৰধান উপায়।" বৰদলৈৰ দিনৰ অসমত কমিউনিষ্ট আন্দোলনৰ নেতাসকলৰ প্ৰায়বোৰেই আছিল বাঙালী, গতিকে তেওঁলোকৰ আন্দোলনে জনজাতি অঞ্চলত অৰাজকতা সৃষ্টি কৰি তাত পূৱ পাকিস্তানৰ পৰা অহা হিন্দু শৰনাৰ্থী আৰু মুছলমান অনুপ্ৰবেশকাৰীলৈকো সুবিধা ওলিয়াই খিলঞ্জীয়াৰ স্বাৰ্থৰ বিপক্ষে গৈছিল। আজিও অসমৰ বহু তথাকথিত মাৰ্ক্সিষ্টৰ লিখনিত সোমাই আছে ছেটলাৰ্ছ এছোছিয়েশ্যনৰ মাইন্দ্‌ছেট।

(৩)

এই পুথিয়ে গোপীনাথ বৰদলৈৰ ৰাজনৈতিক জীৱনৰ সকলোবোৰ দিশ সামৰা নাই। মাথোন এখন পুথিত বৰদলৈৰ বিস্তৃত ৰাজনৈতিক, সামাজিক আৰু প্ৰশাসনীয় চিন্তা-কৰ্ম বিচাৰ কৰিব নোৱাৰি - অন্ততঃ আমি লোৱা পদ্ধতিৰে নোৱাৰি। আনকি ব্ৰহ্মপুত্ৰ উপত্যকাৰেই হিতৰ অৰ্থে তেওঁ কৰি থৈ যোৱা বহুবোৰ চিন্তা-কৰ্মৰ বিচাৰ এই পুথিৰ পৰা বাদ পৰিছে। বৰদলৈ ৰাজনীতিৰ এটি আকৰ্ষনীয় দিশ হল তেওঁৰ দিনৰ ঘাই অসমৰ লগতে সংযুক্ত হৈ থকা পাহাৰীয়া অঞ্চলসমূহৰ লগত থকা তেওঁৰ সম্বন্ধটো। আজিৰ কাৰ্বিআংলং, মেঘালয়, মিজোৰাম, নাগালেণ্ড আৰু অৰুনাচলৰ জনগনৰ লগত থকা তেওঁৰ আপোন ভাবটো আৰু সিবিলাকৰ ভবিষ্যত উন্নয়ণৰ কাৰণে তেওঁ লোৱা আৰু আগলৈও ল'ব খোজা পৰিকল্পনাৰ কথাখিনিও এই পুথিৰ পৰা বাদ পৰিছে। স্বাধীনতাৰ লগে লগে তেতিয়াৰ বহু আক্ৰোহী অসমীয়া ৰাজনৈতিক নেতাৰ চিন্তাৰ বিপৰীতে বৰদলৈয়ে সেই পাহাৰীয়া অঞ্চলসমূহৰ অসমীয়াকৰণ বিচৰা নাছিল, যদিও অৱশ্যে অসমো সিবিলাকৰ লগত এক হৈ থকাটো বিচাৰিছিল, হয়তো ভাৰতীয় সংবিধানৰ তলতেই এক সংযুক্ত ফেদাৰেল ৰাজ্য হিচাবে। তাৰেই প্ৰথম খোজ হিচাবে তেওঁৰ অধীনত বহা সংবিধান উপ-সমিতি এখনে সৃষ্টি কৰিছিল ৬ষ্ঠ অনুসূচী। বৰদলৈৰ ৰাজনৈতিক চিন্তাৰ এই গুৰুত্বপূৰ্ণ দিশটোও এই পুথিত বিচাৰ হোৱা নাই।

এই পুথি হ'ল ১৯২০ চনত গান্ধীচালিত ভাৰতীয় জাতীয় কংগ্ৰেছৰ অহিংস স্বাধীনতা সংগ্ৰামখনত সোমাই পৰাৰে পৰা ১৯৫০ চনৰ আগষ্ট মাহৰ ৬ তাৰিখৰ পুৱতি নিশাত মৃত্যুবৰণ কৰালৈকে গান্ধীবাদী, সত্য-অন্বেষী বৰদলৈৰ অসম উপত্যকাৰ খিলঞ্জীয়া লোকসকলৰ সুৰক্ষা আৰু সু-প্ৰশাসনৰ হকে কৰা ৰাজনীতিৰ কাহিনী। পাঁচটা ভাগত আমি বৰদলৈৰ চিন্তা-কৰ্ম সময় অনুপাতে ভাগ কৰিছোঁ। প্ৰথম ভাগত সংক্ষিপ্তভাৱে বৰদলৈৰ জীৱনৰ ১৯২০ পূৰ্ব কালছোৱাৰ আভাষ দিয়াৰ লগতে অসহযোগ আৰু তথাকথিত 'আইন-অমান্য' (হব লাগে সবিনয় অৱজ্ঞাহে) আন্দোলনত নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, বিষ্ণুৰাম মেধী আদিৰে কামৰূপ জিলাৰ গাঁও অঞ্চলত গোপীনাথ বৰদলৈয়ে কৰা প্ৰচাৰ কাৰ্যৰ বৰ্ণনা দিয়া হৈছে। এই বিৱৰণে দেখুৱাব গোপীনাথ বৰদলৈ ১৯৩০-৩৬ ৰ কালত কংগ্ৰেছত

নাছিলেই বা ১৯৩৭ চনলৈকে তেওঁ 'নেতৃত্বৰ পাৰ্শ্বস্থানতহে আছিল' বুলি অসমৰ কেইগৰাকীমান আগশাৰীৰ ইতিহাস পণ্ডিতে কৰা অনাহক অবুজ তাচ্ছিল্য উক্তিৰ অশুদ্ধতা। সেই সময়ত বৰদলৈয়ে আঞ্চলিক স্বায়ত্ব শাসনৰ অনুষ্ঠান লোকেল ব'ৰ্ড আৰু মিউনিচিপেলিটিৰো সদস্য হৈ গান্ধী আন্দোলনৰ গঠনমূলক দিশটোলৈয়ো বিশেষ অৰিহণা যোগাইছিল। তাতেই সোমাই আছিল তেওঁৰ নতুনকৈ গঢ়িব খোজা অসমীয়া জাতি গঠনৰ অঙ্কুৰ।

দ্বিতীয় ভাগত পৰিছে ১৯৩৭-১৯৪৫ ৰ অসীম কৰ্মব্যস্ততাৰ কালটো। ১৯৩৫ চনৰ ভাৰত আইনে যেতিয়া প্ৰাদেশিক স্বায়ত্ব শাসন আনিলে আৰু ১৯৩৭ চনৰ নিৰ্বাচনত কংগ্ৰেছ অসম বিধান সভালৈ গল, তেতিয়া বৰদলৈ হ'ল বিধান সভাৰ কংগ্ৰেছ দলৰ দলপতি। সেই পদবীৰ পৰা তেওঁ অসম কংগ্ৰেছে আৰু আসামবাসীৰ চকু খুলি দিলে 'অসমৰ বিশেষ পৰিস্থিতি' লৈ আঙুলিয়াই। ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনজাতিৰ পৰম্পৰাগত বসতি অঞ্চলৰ ভূমি বহিৰাগত প্ৰৰজনকাৰীৰ হাতৰ পৰা ৰক্ষা কৰাৰ আৱশ্যকতাৰ ওপৰিও আৰু দুটি সমস্যাই এই 'বিশেষ পৰিস্থিতি' সৃষ্টি কৰিছিল। তাৰে এটা আছিল অবাঞ্চিত শ্ৰীহট্ট বান্ধোনে যুগ যুগ ধৰি খিলঞ্জীয়ালৈ আনি থকা অপাৰ জঞ্জালবোৰ আৰু আনটো আছিল পূৰ্ব বঙ্গৰ পৰা ধাৰাসাৰে আহি থকা পমুৱাৰ ঢলে আনিবলৈ ধৰা জনসাংখ্যিক আৰু সাম্প্ৰদায়িক বিপদবোৰ। যিহেতু শ্ৰীহট্ট বিচ্ছেদৰ প্ৰশ্নটোত ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাৰ বিধান সভাৰ কংগ্ৰেছীসকলে একমত পোষণ কৰি থৈছিলেই সেই গতিকে সেই প্ৰশ্নই কেবিনেট মিছনৰ আগ মূহুৰ্ত্তলৈকে কোনো বেমেজালি ঘটোৱা নাছিল। বেমেজালি ঘটালে মাথোন মুছলিম লীগৰ উচটনিত পূৰ্ব বঙ্গৰ পৰা অহা মুছলমান পমুৱাৰ ক্ৰমাগত বাঢ়ি যোৱা বেদখলী কাৰ্য্য আৰু 'যুদ্ধংদেহি' আচৰণে। ইয়াক ভেটিবলৈ বৰদলৈয়ে বিচাৰিলে বিধানসভাত তেওঁ চলোৱা সাংবিধানিক আৰু গান্ধী আদৰ্শৰ অহিংস ৰণৰ প্ৰতি অসমীয়া কংগ্ৰেছী সদস্যসকলৰ সহযোগ। বহু সংখ্যক বিধায়কে বৰদলৈৰ কথা মানিলে যদিও অসমৰ কেইবাজনো সাংগঠনিক কংগ্ৰেছৰ ৰথমূৰীয়াই সত্যাগ্ৰহৰ কালত বৰদলৈৰ বিধান সভাৰ কাৰ্যক দূষিলে। অসমীয়া মানুহৰ স্বদেশপ্ৰেম সম্পৰ্কত ই আছিল এটি কলঙ্কনীয় অধ্যায় কাৰণ, গান্ধীজী আৰু কেন্দ্ৰীয় কংগ্ৰেছে বৰদলৈৰ যুক্তিত সত্যতা দেখি তেওঁৰ কামত সন্মতি জনাই থৈছিলেই। এই কালডোখৰত দেখা দিয়া সৰ্ব্বদলীয় সভা, ত্ৰিপাক্ষিক চুক্তি আৰু কংগ্ৰেছে ভাগ নোলোৱাকৈ পতা সৰ্ব্বদলীয় মন্ত্ৰীসভা বৰদলৈ ৰাজনীতি আৰু সাংবিধানিক পাৰদৰ্শীতাৰ কীৰ্তিস্তম্ভ হৈ ৰ'ব।

তৃতীয় ভাগত পৰা ১৯৪৬-৪৭ ৰ কালটো আছিল অসমীয়াৰ জীৱন মৰণ সমস্যাৰ কাল। ভাগ্যে বৰদলৈৰ ১৯৪১-৪৫ ৰ কাল ডোখৰৰ কাৰ্যই ১৯৪৬ চনৰ নিৰ্বাচনত কংগ্ৰেছক অসমত সংখ্যাগড়িষ্ঠ দল কৰি তুলিছিল। গান্ধীজীৰ পৰা পৰম উৎসাহ পাই ৰাজনৈতিক বিচক্ষণতাৰে বৰদলৈয়ে অসমক পাকিস্তানৰ কবলৰ পৰা বচালে - যদিও নেহৰু আৰু আনকি পেটেলেও, অসমৰ যুদ্ধক নাকচ কৰিছিল। এই সময়তেই শ্ৰীহট্টৰ পৰা অহা বিভিন্ন সমস্যা বৰদলৈয়েই চম্ভালিব লগীয়া হ'ল।

চতুৰ্থ ভাগৰ কালডোখৰ, মানে ১৯৪৭-৫০ ৰ সময়খিনি বৰদলৈয়ে পাঙি থোৱা মতে সম্পূৰ্ণভাৱে নতুন অসম নিৰ্মাণৰ উদ্দেশ্যত নিবিড় ভাৱে লাগি পৰা সময় হৈ নুঠিল। যদিও বৰদলৈয়ে আধুনিক অসমৰ বুনিয়াদ গঢ়ি গ'ল তথাপিও তেওঁক জুলুম দিবলৈ উঠি

পৰি লাগি গ'ল তেওঁৰ পৰম ভক্তিভাজন কেন্দ্ৰীয় চৰকাৰৰ ব্যক্তিদুজন, নেহৰু আৰু পেটেল। এই বিষাদে তেওঁক প্ৰাণে মাৰিলে। কমিউনিষ্ট উপদ্ৰৱ, শৰনাৰ্থী জুলুম, অনুপ্ৰৱেশকাৰীৰ অবাধ গতি, নেহৰু-পেটেলৰ সংবিধান ব্যভিচাৰী দুষ্কৰ্ম- এই ভাগটোৱে সামৰা সকলোবোৰ তিক্ততাদায়ক কাহিনী অসমত আজিও অজ্ঞাত।

পঞ্চমভাগৰ শেষ সমীক্ষাত বিচাৰ কৰা হৈছে অসমীয়াৰ এনে দশা কিয় হ'বলৈ পালে আৰু কি কি কাৰণে অসমীয়াই আজিকোপতি বৰদলৈৰ দিনলৈ নিৰপেক্ষভাৱে ঘূৰি চাবলৈ পৰা নাইসেই কথা।

পৰিশিষ্টত কেইখনমান দলিল আৰু লিখকৰ কেইখনমান বৰদলৈৰ বিষয়ক ৰচনা সংযোগ কৰা হৈছে।

(৪)

এই পুথিৰ ঘাই কাকতাৱলী উৎসৰ কথা আৰম্ভণিতে কোৱা হৈছে যদিও বৰদলৈৰ কালৰ সেই সকল লোকৰ কথা এতিয়াও কোৱা হোৱা নাই যি সকলৰ সাক্ষাৎকাৰে আমাক শেষ সিদ্ধান্তত উপনীত হোৱাত যথেষ্ট সহায় কৰিলে। কিন্তু ই পৰম বেজাৰৰ কথা এই সকল লোকৰ প্ৰায় সকলো কেইজনেই আজি আমাৰ মাজত নাই। তেওঁলোকৰ কেইবাগৰাকীয়ে হয়তো এই পুথিলৈ বাটো চাই আছিল। আমাৰ চিৰন্তনীয় কণ্টকময় পথৰ ভূ তেওঁলোকে পোৱা নাছিল, বিশেষকৈ পুথি চপোৱাৰ ক্ষেত্ৰত।

১৯৬৬-৬৭ কালতেই আমি গোপীনাথ বৰদলৈ সম্পৰ্কে প্ৰথম কথা পাতিছিলো বিজয় চন্দ্ৰ ভাগৱতীৰ লগত। ইয়াৰ পাছতো বিভিন্ন সময়ত তেখেতৰ লগত পত্ৰ যোগাযোগ কৰি আছিলোঁ। আমাৰ দ্বিতীয় সাক্ষাৎকাৰ আছিল সুৰবালা বৰদলৈৰ লগত ১৯৭০ চনত। তেখেতক শেষবাৰ লগ ধৰিছিলো ১৯৯৭ চনৰ ডিচেম্বৰ মাহত। ১৯৬৬ আৰু ১৯৯৭ ৰ ভিতৰৰ কালডোখৰত আন কেইবাগৰাকী খ্যাতনামা ব্যক্তিক লগ ধৰি ধন্য হ'লো ঃ হৰেন্দ্ৰনাথ বৰুৱা, নিবাৰণ বৰা, গৌৰীশঙ্কৰ ভট্টাচাৰ্য্য, জি. জি. ছোৱেল হৈ নিখিল চক্ৰৱৰ্তীলৈ;পুষ্পলতা দাস, গিৰীজা বৰুৱা, ইন্দুপ্ৰভা বৰুৱা, সুদক্ষিণা শৰ্মা হৈ অমল প্ৰভা দাসলৈ;সতীশচন্দ্ৰ কাকতী, ৰবীন কাকতী হৈ লক্ষ্যধৰ চৌধুৰীলৈ। ইয়াৰ উপৰিও আমাৰ চিঠি যোগে কৰা প্ৰশ্নৰ উত্তৰ আহিল দেবেশ্বৰ শৰ্ম্মাৰ পৰা, ভূধৰ বৰুৱাৰ পৰা আৰু পুলিন চাংকাকতীৰ পৰা । এই সকলৰ অনুগ্ৰহ আমি পৰম কৃতজ্ঞতাৰে সোঁৱৰো। বৰদলৈৰ জন্ম শতবাৰ্ষিকীৰ আগে আগে আমি তিনিমাহ কাল গুৱাহাটীত কটাইছিলো তথ্য সংগ্ৰহৰ কাৰণে। সেই সময়ত আব্দুল হাই চৌধুৰী আৰু ধীৰেন্দ্ৰ নাথ চক্ৰৱৰ্তীৰ পৰা পোৱা সহায়ো মই পাহৰিব নোৱাৰো। সেই সময়টোৰ বহু তিতা অভিজ্ঞতাৰ মাজত এই দুটি মধুৰ স্মৃতি। পুথিখন সম্পূৰ্ণ হৈ যোৱাৰ পাছত ইটো সিটো অতীত ঘটনাৰ সময় আৰু জড়িত ব্যক্তিৰ সম্পৰ্কত আমনি কৰিছিলো যতীন হাজৰিকাক। এই সকলোলৈ মোৰ কৃতজ্ঞতা থাকিল।

পুথিখনৰ কেইবাটাও অধ্যায় সংক্ষীপ্তভাৱে ১৯৯০ চনতেই 'প্ৰান্তিক' আলোচনীত প্ৰকাশ পাইছিল। সেই গতিকে প্ৰয়াত ভবেন্দ্ৰনাথ শইকীয়া আৰু প্ৰদীপ বৰুৱাৰ পৰা পোৱা অনুপ্ৰেৰণা এই পুথিৰ লগত বাৰুকৈয়ে জড়িত আছে। লিখাখিনিৰ কোনো মতামত পাঠক-পাঠিকাৰ পৰা পোৱা নহ'ল - অন্ততঃ ১৯৯০ ৰ কালত। তথাপিও সেই লানি প্ৰবন্ধৰ অন্তত

ভবেন্দ্ৰ নাথ শইকীয়াই আমালৈ লিখিছিল এনেকৈ ঃ "মোৰ বিশ্বাস, - বৰদলৈৰ চিন্তা, কাৰ্যপন্থা আদিৰ বিষয়ে ইমান নিবিড় আৰু গভীৰ ভাৱে এতিয়ালৈকে কোনেও আপোনাৰ প্ৰবন্ধলানিৰ নিচিনা প্ৰবন্ধ লিখা নাই। বৰদলৈৰ জন্ম শতবাৰ্ষিকী উপলক্ষে অসমত বা ভাৰতত স্থায়ী, মূল্যবান কি কৰা হ'ব ক'ব নোৱাৰোঁ, কিন্তু আপোনাৰ প্ৰবন্ধখিনি বৰদলৈৰ হকে কৰা কামৰ ভিতৰত শ্ৰেষ্ঠ কীৰ্তি হিচাবে পৰিগণিত হোৱাটো মই ইচ্ছা কৰোঁ।" বৰ বেজাৰ লাগে তেওঁও আজি আমাৰ মাজত নাই। বৰদলৈৰ মহত্ব বুজা আজিৰ অসমৰ মুষ্টিমেয় লোকৰ ভিতৰত শইকীয়াদেৱ আৰু প্ৰদীপ বৰুৱাকো মই লওঁ। বৰুৱাই তেওঁৰ আলোচনীত ২০০৭ চনত প্ৰকাশ কৰা মোৰ দুলানি প্ৰবন্ধ পঢ়ি নতুন প্ৰজন্মৰ বহুতেই অৱশ্যে মোলৈ কৃতজ্ঞতা প্ৰকাশ কৰিছিল।

গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ নুমলীয়া জীয়াৰী প্ৰয়াত লিলি মজিন্দাৰ বৰুৱাই যদি যোৱা শতিকাৰ আশীৰ দশকৰ শেষৰ ফালে মোক বৰদলৈৰ ডায়েৰী কিখন সম্পাদনা কৰিবলৈ অনুৰোধ নকৰিলে হয় আৰু মই বিচৰা কিছু তথ্য উলিওৱাত সহায় নিদিলে হয়, তেনেহ'লে, হয়তো এই পুথিলৈ থকা মোৰ আদি উৎসাহত ব্যাঘাট জন্মিলে হয়, কাৰণ অসমত মোৰ সংযোগৰ পৰিধি তেনেই ঠেক। আজি এই পুথিখন তেওঁৰ হাতত তুলি দিব নোৱাৰি কিমান যে দুখ পাইছো !

## (৫)

পুথিখন বহুকাল পৰি আছিল। দুই এজন প্ৰকাশকলৈও লিখা হৈছিল, তেওঁলোকে হয়তো বিষয়টোত ব্যৱসায়ীক সাফল্যতা নেদেখিলে। মোৰ বুজিবলৈ বাকী নাথাকিল যে ইমান কাল বৰদলৈ বিষয়ক গৱেষণাভিত্তিক প্ৰবন্ধাদি লিখি থাকিও মই বৰদলৈ সচেতনতা অসমত গঢ়ি তুলিবলৈ অক্ষম হৈ ৰ'লো। থিৰাং কৰিলো এই পুথি যাতে মোৰ লগতে দাহ হৈ যায়। কথাটো মোৰ পৰা শুনি নগাঁৱৰ আত্মীয় ভাই পাৰ্থসাৰথি বৰুৱাই ক'লে তেওঁ পুথিখনৰ ডি.টি.পি. চেটিং নগাঁৱতে কৰোৱাই চাব বিচাৰে। দিবা-ৰাত্ৰি ৰোগী চিকিৎসাত ব্যস্ত থাকিলেও এই ডাক্তৰ ভাতৃ কলাপ্ৰেমী আৰু অত্যন্ত জ্ঞানপিপাসুও। তেওঁ বোজাটো যি উৎসাহেৰে ল'লে সেই উৎসাহ শেষলৈকে বজাই ৰখাত মই অবাক, কিয়নো ইতিমধ্যে মোৰ মূৰৰ ওপৰত পৰিব লগা বহু জঞ্জাল তেঁৱেই বহন কৰিব লগা হ'ল। ভাতৃ পুত্ৰ ভতিজা ঋভুৰ ওপৰতো জুলুম কম নাছিল, কাৰণ তেওঁৰ ইণ্টাৰনেট পাৰদৰ্শিতাইও পুথিখনৰ প্ৰস্তুতিত অৰিহণা যোগালে। ইণ্টাৰনেটেই আছিল পুথিখনৰ প্ৰস্তুতিপৰ্বৰ এই কালছোৱাৰ আমাৰ একমাত্ৰ যোগাযোগৰ মাধ্যম। কিছুক্ষেত্ৰত সোমনাথ বৰাৰ সহায়ো আছিল অপৰিহাৰ্য্য। এনেদৰে প্ৰকাশক নেওচি দিশহাৰা গতিৰে গৈ থাকোঁতে হঠাতে সৌভাগ্যই লগ দিলে। প্ৰায় ত্ৰিছবছৰৰ মূৰত লগ পালো বৰদলৈ ডাঙৰীয়াৰ দ্বিতীয় পুত্ৰ বন্ধুবৰ বীৰেন্দ্ৰ নাথ বৰদলৈক। তেওঁ প্ৰতিশ্ৰুতি দিলে মোৰ পৰা প্ৰকাশন ব্যৱস্থাৰ বোজাটো আঁতৰাবলৈ। ঋভুৱে নগাঁৱত দিয়া সহায়ৰ দৰে ইণ্টাৰনেটৰ জটিলতা ভঙাত মোক এইফালে সহায় কৰিলে মাৰ্কো· জীবাৰ্টছ্আৰু মোৰ জীয়াৰী অনুসাই। হোজাইত থকা মোৰ ভাগীন ৰঞ্জন কুমাৰ বৰাই যোৱা তিনিদশকৰো ওপৰ কাল মোলৈ সদায় তাগিদাৰ কিতাপ পত্ৰ যোগাই মোক কামিলা কৰি ৰাখিছে। এই

সাতগৰাকীৰ অকৃত্ৰিম মৰম, কাৰিকৰী সাহাৰ্য, বদান্যতা অনুপ্ৰেৰণা, সহৃদয়তা আৰু আস্থাই মোক অভিভূত কৰি ৰাখিছে আৰু ৰাখিব। পাহৰিম কেনেকৈ ? যিমানেই আমি পাওঁ উপহাৰ, সিমানেই বাঢ়ি যায় পৃথিবীলৈ আমাৰ ধাৰ। পুথিখনৰ ডি.টি.পি. চেটিঙত সহায় কৰা বাবে জবা কুসুম শইকীয়া আৰু ডিফলুৰ প্ৰণৱ গোস্বামীৰো শলাগ ললোঁ।

(৬)

পুথিখনৰ শিৰোনামাত আমি ইচ্ছাকৃত ভাৱেই আসাম নামটো ব্যৱহাৰ কৰিলোঁ। যোৱা শতিকাৰ ত্ৰিশৰ দশকৰ শেষলৈকে ব্ৰহ্মপুত্ৰ উপত্যকাৰ সমাজ-সাহিত্য- সংস্কৃতিৰ বহুলোকে এই নামটোকে প্ৰয়োগ কৰিছিল। এই নামৰ জন্ম কাহিনীৰ লগত ঠাইখনৰ খিলঞ্জীয়া বড়ো জনগোষ্ঠী আৰু অসমীয়া হবলৈকে যেন অহা প্ৰবাসী আহোম সকলৰ ইতিহাস জড়িত আছে। সেই জীয়া কাহিনীৰ তুলনাত 'অসম' নামটোৰ উদ্ভৱৰ যিবোৰ ব্যাকৰণ-ভিত্তিক ব্যাখ্যা দিয়া হৈছে সেইবোৰ কৃত্ৰিম, ইতিহাস-শূণ্য আৰু সুদুৰ-কল্পিত যেন জ্ঞান হয়।

(৭)

পুথিখন উছৰ্গিত হৈছে সুভাষচন্দ্ৰ বোসৰ সোঁৱৰণত। তেওঁ আৰু গান্ধীজীয়ে বৰদলৈৰ চিন্তা আৰু পৰিকল্পনাত হয় ভৰ নিদিয়াহ'লে আসামত ১৯৩৮ চনত বৰদলৈৰ সংযুক্ত কংগ্ৰেছ চৰকাৰখন নহ'ল হয়। ই অহাৰ পৰা অসমীয়াই আৰু আসামে কি পালে সি এই পুথিত জাতিস্কাৰ ৰূপে বিৰাজমান। পুথিখন তুলি দিয়া হৈছে আসামৰ নতুন প্ৰজন্মৰ হাতত এই আশাৰে যাতে তেওঁলোকে খিলঞ্জীয়াৰ জীৱণ-মৰণ সমস্যাকিটাৰ সমাধানৰ পথ ভূৱা আন্তৰ্জাতিকতাত নিবিছাৰি আসাম-প্ৰাণ গোপীনাথ বৰদলৈৰ ৰাজনীতিত বিচাৰে। ভূপেন হাজৰিকাই কোৱাৰ দৰে ঃ

" আপোন মাতৃৰ অশ্ৰু নমচিলে
বিশ্বপ্ৰেম হ'ব বৃথা
তুমি বিশ্বৰ শৰীৰত
পঙ্গু অঙ্গ হ'লে
বিশ্বই জানো ভাল পাব ?
পৃথিবীত জনমি সচেতন নহ'লে
প্ৰাপ্যও থিতাতে হেৰাব।"

ক'লন, জাৰ্মেনি
৬ মে' ২০০৯

নিৰোদ কুমাৰ বৰুৱা

# বিষয়সূচী

## দ্বিতীয় ভাগ

## ১৯৩৭ - ১৯৪৫

## তৃতীয় ভাগ

## ১৯৪৬ - ১৯৪৭

## চতুৰ্থ ভাগ
## ১৯৪৭ - ১৯৫০

## পঞ্চম ভাগ



## আলোকচিত্ৰৰ তালিকা

৯)	১৯৪৫ চনত (২৫ জুন ১৪ জুলাই) ছিমলাত বহা সন্মিলনত চৈয়দ ছাৰ মোহাম্মদ্ সাদ্উল্লা (বাওঁফালৰ পৰা চতুৰ্থজন)। আনসকল হ'ল ঃ (বাওঁফালৰ পৰা) গোবিন্দবল্লভ পন্ত, মহম্মদ আলী জিন্না, ৰাজাগোপালচাৰী, আবুল কালাম আজাদ আৰু খুৱাজা নাজিমুদ্দিন।

১০)	ৰাজ্যপাল শ্ৰীপ্ৰকাশৰ লগত বৰদলৈ মন্ত্ৰীসভাৰ সদস্যসকল, ১৯৪৯

১১)	১৯৪৭-৪৮ কালত ৰাজ্যপাল হাইদেৰী আৰু মুখ্যমন্ত্ৰী বৰদলৈৰ মাজত হোৱা বন্ধুত্বপূৰ্ণ ক্ৰিকেট খেলখন বৌলিঙেৰে বৰদলৈয়ে আৰম্ভ কৰিছে

১২)	ভাৰতৰ গৃহ আৰু উপ-প্ৰধানমন্ত্ৰী সৰ্দাৰ পেটেলৰ লগত শ্বিলঙত বৰদলৈ, ১৯৪৮

১৩)	গৱৰ্ণৰ জেনেৰেল ৰাজাগোপালাচাৰী, ৰাজ্যপাল শ্ৰীপ্ৰকাশ, গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰথম উপাচাৰ্য সন্দিকৈৰ লগত বৰদলৈ, গুৱাহাটী ১৯৪৯

১৪)	১৯৪৯ চনত জীপেৰে আইজল পৰিভ্ৰমণত বৰদলৈ

১৫)	মন্ত্ৰী ৰূপনাথ ব্ৰহ্মৰ লগত

১৬)	মহাত্মাৰ ভস্মলৈ বৰদলৈ

১৭)	অন্তিম শয্যাত বৰদলৈ

১৮)	প্ৰয়াত স্বামীৰ ছবিলৈ চাই সুৰবালা বৰদলৈ

## ফটোষ্ট্যাট দলিল

ক)	১৯৪১ চনৰ ১৮ আগষ্ট তাৰিখৰ বৰদলৈৰ পৰিপত্ৰৰ দুৰ্ঘোৰ বিৰোধী তৈয়বউল্লাই দেবেশ্বৰ শৰ্মালৈ দিয়া চিঠিৰ একাংশ

খ)	১৯৪১ চনত বৰদলৈয়ে পুনৰ সত্যাগ্ৰহ কৰা সম্পৰ্কত গান্ধীজীৰ চিঠি (১,২)

গ)	শ্ৰীপ্ৰকাশৰ দৃষ্টিত বৰদলৈ

ঘ)	গোপীনাথ বৰদলৈৰ দিনৰ গাওঁ পঞ্চায়ত আইনখনৰ সন্দৰ্ভত বৰ্তমানৰ গগৈ চৰকাৰৰ জঘন্য মিছা প্ৰচাৰৰ উদাহৰণ



## পৰিশিষ্টৰ তালিকা ঃ

## প্ৰথম অধ্যায়

# দৈৱজ্ঞ কুলনন্দনৰ জীৱন পণ

## ১৮৯০ - ১৯১৭

১৯৪৮ চনৰ ৩০ জানুৱাৰী তাৰিখে যেতিয়া আততায়ীৰ গুলীৰ সন্মুখত মহাত্মা গান্ধীজীয়ে শেষ নিঃশ্বাস পেলায়, তেতিয়া কাণ্ডাৰীবিহীন যেন হৈ পৰা, শোকবিহ্বল অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে তেওঁৰ জীৱনত গান্ধীজীৰ প্ৰভাৱৰ কথা সুঁৱৰি লিখিলে ঃ

"তেখেতে যেতিয়া ১৯২০ চনত জনসাধাৰণক অন্যায়ৰ লগত অসহযোগ কৰি নিজৰ আত্মা শুদ্ধি কৰিবলৈ আৰু অহিংস আৰু সত্যৰ বলেৰে বলীয়ান হৈ বৃটিছৰ বিপক্ষে সংগ্ৰাম কৰিবলৈ আহ্বান জনালে, তেতিয়া সেই কথাই মোৰ মনত এটা আচৰিত আৰু মনোমোহা চাপ বহুৱালে। তেখেতৰ এই আহ্বানে মোৰ জীৱনৰ পাহৰিব খোজা পথটিৰ কথা যেনিবা আকৌ সোঁৱৰাই দিলে। গান্ধীজীয়ে কোৱাৰ এবছৰৰ ভিতৰতে আমি স্বাধীনতা লাভ কৰিব নোৱাৰিলেও তেখেতে আদৰ্শৰে দেখুওৱা চৰ্ত্তসমূহ কঠোৰভাৱে পালন কৰিব পাৰিলে আমাৰ অন্তৰাত্মাই ইয়াৰ দ্বাৰা বিশেষভাৱে উপকৃত হ'ব। তেওঁৰ আহ্বানে মোৰ অন্তৰত অসাধাৰণ প্ৰভাৱ বিস্তাৰ কৰিছিল আৰু কোনো সময়ত এই প্ৰভাৱ অদমনীয় হৈ উঠিছিল। সেইবাবেই যেতিয়া মহাত্মাজী পোনপ্ৰথমে অসমলৈ আহে মই তেওঁক মোৰ আধ্যাত্মিক আৰু ৰাজনৈতিক গুৰু স্বৰূপে মানি লওঁ।"[১]

এই তাৎপৰ্য্যপূৰ্ণ কথাখিনিয়ে গোপীনাথ বৰদলৈৰ ৰাজনৈতিক জীৱনৰ সূত্ৰপাতৰ আৰু সেই ৰাজনীতিৰ মূল নীতিৰ বিষয়ে ইংগিত দিয়াৰ লগতে আমাক লৈ যায় তেওঁৰ শৈশৱ আৰু যৌৱনৰ ধ্যান-ধাৰণালৈ, যিবোৰে এই ৰাজনৈতিক পথটিলৈ তেওঁৰ গতি স্বাভাৱিক কৰি তুলিছিল।

## ১। শৈশৱৰ ধ্যান-ধাৰণা

বৰদলৈৰ পিতৃ পিতামহ আছিল গুৱাহাটী চহৰৰ। প্ৰাগজ্যোতিষপুৰ গুৱাহাটীৰ পুৰণি নাম। একালত এই প্ৰাগজ্যোতিষ প্ৰাচীন কামৰূপ ৰাজ্যৰ ৰাজধানী আৰু জ্যোতিষবিদ্যা আৰু গ্ৰহ-নক্ষত্ৰ অধ্যয়নৰ পূণ্যভূমি আছিল। ১৭ শ শতিকাৰ শেষৰ ফালে ভাৰতীয় শাস্ত্ৰৰ যি যি সূত্ৰ সম্বন্ধে ইউৰোপীয় জ্যোতিৰ্বিদ সকলে প্ৰথমে জানিব পাৰিলে সেইবোৰ হেনো ইউৰোপলৈ দ্য লা লাবিয়েৰ (M.De La Labiere) নামৰ এজন ফৰাচী মানুহে অসমৰ পৰাই লৈ গৈছিল আৰু তাৰ পৰাই ইউৰোপীয় সকলে হিন্দু জ্যোতিষবিদ্যাৰ প্ৰথম পৰিচয় পাইছিল।[২] আজিও গুৱাহাটীৰ নৱগ্ৰহ মন্দিৰে সোঁৱৰাই আছে পুৰণি মহাভাৰতে থৈ যোৱা অতীত পৰম্পৰা। আৰ্য্য বসতি কালৰে পৰা হেনো বহু সংখ্যক দৈৱজ্ঞ ব্ৰাহ্মণ পৰিয়াল প্ৰাচীন কামৰূপত থাকিবলৈ লয় আৰু জ্যোতিষবিদ্যাৰ লগত অবিচ্ছেদ্য সম্বন্ধ ৰাখি পাণ্ডিত্য আৰু বুদ্ধিমত্তাৰে তেওঁলোকে নিজক সমাজত প্ৰতিষ্ঠা কৰে আৰু ৰজাঘৰীয়া মান-মৰ্য্যাদা লাভ কৰে।

গোপীনাথ বৰদলৈৰ পূৰ্বপুৰুষ সকলো আছিল দৈৱজ্ঞ ব্ৰাহ্মণ, জ্যোতিৰ্বিদ্যাত পাৰ্গত উজীৰ বৰদলৈৰ বংশধৰ। ধৰ্ম্মানন্দ ত্ৰিবেদী নামৰ এওঁলোকৰ এজনে ১৬১৭ খ্ৰীষ্টাব্দত উত্তৰ ভাৰতৰ পৰা অসমলৈ আহে কামাখ্যা দৰ্শন কৰিবলৈ। তেওঁ গুৱাহাটীত থাকি যায় আৰু জ্যোতিষ শাস্ত্ৰৰ লগতে যোগ-বিদ্যাতো তেওঁ পাৰ্গত আছিল বুলি জনা যায়। ৰজাৰ পৰা তেওঁ উজীৰ উপাধি পায়। এওঁৰেই পুত্ৰ হৰিকানাই, জ্যোতিভূষণ আৰু উজীৰ বৰদলৈ। হৰিকানাইৰ পুত্ৰ নৰহৰি। নৰহৰিৰ পুত্ৰ তুৱাহৰি। এই নৰহৰিৰে কন্যা কৈকেয়ী দেৱীৰে নাতি হ'ল ঔপন্যাসিক ৰজনীকান্ত বৰদলৈ। তুৱাহৰিৰ এজন পুত্ৰ চন্দ্ৰকান্তৰ ব্যৱসায় আছিল ওকালতি। তেওঁৰ দুই পুত্ৰৰ প্ৰথমজন হ'ল লক্ষীকান্ত আৰু দ্বিতীয়জন বুদ্ধেশ্বৰ। লক্ষীকান্ত মৌজাদাৰ হ'ল, আৰু বুদ্ধেশ্বৰে চিকিৎসা শাস্ত্ৰৰ শিক্ষা লৈ হ'লগৈ ডাক্তৰ অৰ্থাৎ লাইচেনচিয়েট্ মেডিকেল প্ৰেকটিশ্যনাৰ। গুৱাহাটীৰ শিলপুখুৰীত ঘৰ পতা ডাঃ বুদ্ধেশ্বৰ বৰদলৈ আৰু তেওঁৰ পত্নী প্ৰাণেশ্বৰী দেৱীৰ আছিল চাৰি পুত্ৰ আৰু এটি কন্যা। কন্যা শশীকলা সকলোতকৈ ডাঙৰ আৰু ভায়েক সকল হ'ল ক্ৰমে ইন্দ্ৰেশ্বৰ, গোপীনাথ, গনেশ আৰু ৰত্নেশ্বৰ।

চৰকাৰী চাকৰিয়াল ডাঃ বুদ্ধেশ্বৰ বৰদলৈ চাকৰিৰ বাবে ঠাই সলনি কৰি থাকিবলগীয়া হৈছিল। তেওঁ নগাঁও জিলাৰ ৰহাত চাকৰি কৰি থকাৰ সময়ত ১৮৯০ চনৰ ৬ জুন তাৰিখে দ্বিতীয় পুত্ৰ গোপীনাথৰ জন্ম হয়। গোপীনাথৰ সাত বছৰ বয়সলৈকে তেওঁৰ পিতৃৰ চাকৰি ৰহাতে আছিল। তাৰ পৰা তেওঁ মঙ্গলদৈ মহকুমালৈ

বদলি হৈ যায়। ১৮৯৭ চনৰ বৰভূঁইকপৰ সময়ত তেওঁলোক তাতেই আছিল। তাৰ দুবছৰমানৰ পাছত বুদ্ধেশ্বৰ বৰদলৈ বৰপেটালৈ বদলি হয়। ইয়াতো পৰিয়ালটিলৈ অন্য ধৰণৰ ভূঁইকপ আহি পৰে। বাৰবছৰীয়া গোপীনাথ ইয়াতে মাতৃহাৰা হয়।

সৰুতেই মাতৃ বিয়োগ ঘটিল যদিও গোপীনাথ একেবাৰে মাতৃস্নেহহাৰা হৈ পৰা নাছিল। চেনেহী বিধবা বাইদেৱেক শশীকলা দেউতাকৰ লগতেই থকাত আৰু তেওঁৰো নিজা সন্তানটি কোলাৰ কেঁচুৱা হৈ থাকোতেই ঢুকুৱাত, এই বৰজীয়াৰীয়েই বুদ্ধেশ্বৰ বৰদলৈৰ আন সকলোকেইটি সন্তানৰ আলপৈচানত মাতৃ স্বৰূপিনী হৈ পৰিল। সেইগতিকেই সাধাৰণ ঘৰুৱা সুখ-শান্তিৰ মাজেৰে 'ভাল ল'ৰা' হৈ আগুৱাই যোৱাত শিশু গোপীনাথলৈ কোনো বিঘিনি নাহিল। স্কুলীয়া ছাত্ৰ গোপীনাথ মেধাবী, পৰিপাটি আৰু নিয়মানুৱৰ্তী হ'ল। কলিকতাত অকলে বা তেওঁৰ বন্ধু সকলৰ লগত তোলা ছবিসমূহৰ পৰা বুজিব পাৰি যে পিন্ধন উৰণতো গোপীনাথ আছিল সৰুৰে পৰা পৰিচ্ছন্ন আৰু ৰুচিপূৰ্ণ। পিতৃ গৃহৰ পৰম্পৰাগত দৈনিক ঈশ্বৰ উপসনাৰ উপৰিও খেলা-ধুলা আৰু সঙ্গীত চৰ্চ্চাতো তেওঁ মনোযোগ দিলে।[৩] কিন্তু যিটো বয়সত গোপীনাথে নিজ মাতৃক হেৰুৱালে সেই বয়সত সেই শূন্যতাই গোপীনাথৰ কোমল মনত একো যুগমীয়া প্ৰভাৱ থৈ নগ'ল বুলি ভাবিবলৈ কঠিন - বিশেষকৈ বালক গোপীনাথৰ শান্ত, নম্ৰ আৰু ভাবুক আচৰণটোলৈ চাই। মনে ধৰে, এই মাতৃ বিচ্ছেদৰ বিষাদ আৰু বৰগীত আদিৰে হোৱা দৈনন্দিন ঘৰুৱা ঈশ্বৰ উপাসনাৰ পৰা অহা আধ্যাত্মিক সংযোগটোৱে সৰু কালতেই গোপীনাথক ঈশ্বৰ বিশ্বাসী কৰাৰ উপৰিও সত্য আৰু ঈশ্বৰৰ সম্বন্ধটিৰ প্ৰতি তেওঁক অনুসন্ধিৎসু কৰাইছিল। সততা, নম্ৰতা আৰু ভদ্ৰতা, গোপীনাথৰ এই ল'ৰালিকালৰ লক্ষণ কেইটি, তেওঁৰ সমগ্ৰ জীৱন কালতেই ৰৈ গ'ল। অম্বিকাগিৰি ৰায়চৌধুৰীয়ে গোপীনাথৰ বিষয়ে কৈছে ঃ

> "একেখন স্কুলত নপঢ়িলেও ছাত্ৰ জীৱনৰ পৰাই তেওঁ খেল-ধেমালি, গান-বাজনা, সভা-সমিতি সকলোতে আমাৰ লগৰীয়া আছিল। তেখেতৰ ছাত্ৰ জীৱনৰ সেই মোহ লগা ধীৰ স্বভাৱটোৱেই যুগে যুগে জাতিস্মাৰ হৈ মৃত্যুৰ আগলৈকে আমাক সকলোকে আনন্দ দিছিল।"[৪]

সাধাৰণতে কোৱা হয় যে আমি, প্ৰাচ্যৰ লোকসকল পৰম্পৰাবশতঃ বাহ্যিক জাগতিক পৰিবেশৰ জ্ঞান (চ'ফিয়া) আহৰণ কৰাতকৈ পৰম সত্য (অ'চিয়া)ৰ সন্ধানত সততে নিমগ্ন হওঁ। আমি অন্তঃপ্ৰজ্ঞা (ইনট্যুশ্যন)ক যুক্তি (ৰিজন্)তকৈ অগ্ৰাধিকাৰ দিওঁ। প্ৰতীক (চিম্বল)ক আমি প্ৰত্যয় (কনচেপ্ট)তকৈ আগত ৰাখো আৰু ব্যক্তিত্ব বিকাশৰ মাজেদি পোৱা আত্মোপলব্ধিতকৈও অহং ভাবক ধ্বংস কৰি পোৱা আত্মোপলব্ধিক আমি অধিক গুৰুত্ব দিওঁ।[৫]

আধুনিক যুগত পশ্চিমীয়া শিক্ষাৰ আৰু বিজ্ঞান-প্ৰযুক্তি বিদ্যাৰ প্ৰসাৰণে ভাৰতীয়ৰ মনলৈ যথেষ্ট পৰিৱৰ্ত্তন আনিছে যদিও বৰদলৈৰ শৈশৱৰ কালচোৱাত এই পৰিৱৰ্ত্তন প্ৰবল নাছিল। তথাপিও এই কথা অৱশ্যে নিশ্চিত যে ভাবুকি আৰু আধ্যাত্মিকতাৰ প্ৰভাৱত থাকিও ছাত্ৰ গোপীনাথে চ'ফিয়ালৈ অকণোকে আওকান কৰা নাছিল। মাতৃ বিয়োগৰ পিছত গোপীনাথক যেতিয়া কটন কলেজিয়েট উচ্চ ইংৰাজী স্কুলত ভৰ্ত্তি কৰোৱা হ'ল, তেতিয়া তেওঁ পাঠ্যপুথিতেই আবদ্ধ নাথাকি আজৰি সময় উলিয়াই সঙ্গীত, চিত্ৰাংকন আদিৰ উপৰিও খেলাৰ প্ৰতি আগ্ৰহ দেখুৱালে। সেই কালত মাথোন কেইগৰাকীমান ধনী, চৌখিন অসমীয়া পৰিয়ালতহে গান-বাজনাই মান্যতা পাইছিল ; সাধাৰণ সম্ভ্ৰান্ত অসমীয়া পৰিয়ালে গান-বাজনাক পঢ়াশলীয়া শিক্ষাৰ কাৰণে ক্ষতিকৰ জ্ঞান কৰিছিল আৰু ইয়াক বৰ্জন কৰাই সেই সমাজৰ প্ৰচলিত ৰীতি আছিল। এই ক্ষেত্ৰত বুদ্ধেশ্বৰ বৰদলৈৰ ঘৰখন যে উদাৰ আৰু প্ৰগতিশীল আছিল তাক নুই কৰিব নোৱাৰি। সঙ্গীত আৰু খেললৈ থকা গোপীনাথৰ স্বনিয়ন্ত্ৰিত উৎসাহ আৰু উদ্যম সঁচাকৈয়ে অসাধাৰণ আছিল।

১৯০৭ চনত গুৱাহাটীৰ কটন কলেজিয়েট স্কুলৰ পৰা গোপীনাথে প্ৰবেশিকা পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হয়। সেই একেবছৰতে গুৱাহাটীৰ পৰা প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱা আন কেইগৰাকীমান ছাত্ৰ আছিল বিষ্ণুৰাম মেধী, কুমুদ চন্দ্ৰ বৰা, যোগেন্দ্ৰ নাথ বৰুৱা, কালিৰাম বৰ্মন আৰু জ্যোতিষ চন্দ্ৰ দাস। প্ৰায়কেইজনেই পাছলৈ বৰদলৈৰ ৰাজহুৱা জীৱনৰো সঙ্গী হ'লগৈ। সেইবছৰতেই অসমৰ আন আন ঠাইৰ পৰাও প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হোৱা লোকসকলৰ ভিতৰত আছিল সৰ্ব্বেশ্বৰ বৰুৱা, তাৰাপ্ৰসাদ চলিহা, ইন্দ্ৰেশ্বৰ বৰঠাকুৰ, কাশীনাথ শইকীয়া, চন্দ্ৰনাথ শৰ্ম্মা (তেজপুৰ) আৰু বীৰেন্দ্ৰ নাথ মহন্ত (নগাঁও)। এওঁলোকৰো কেইজনমানৰ লগত গোপীনাথৰ বন্ধুত্ব গঢ়ি উঠিছিল।

স্কুলৰ শিক্ষান্তত গোপীনাথে বৃত্তি লৈ কটন কলেজত ইন্টাৰমেডিয়েট আৰ্টছ শ্ৰেণীত ভৰ্ত্তি হয়। ১৯০১ চনত স্থাপিত এই কলেজত তেতিয়া মাথোন দ্বিতীয় বাৰ্ষিকলৈহে পঢ়োৱা হৈছিল। সেই সময়ত আৰ্টছ শ্ৰেণীৰ ছাত্ৰইও প্ৰাকৃতিক বিজ্ঞানৰ বিষয়ো ল'ব পাৰিছিল। গোপীনাথেও ৰসায়ন-বিজ্ঞান আৰু পদাৰ্থ বিজ্ঞান পঢ়িবলৈ লৈছিল। কিন্তু পদাৰ্থ বিজ্ঞানৰ বাবে সুকীয়া অধ্যাপক নথকাত আৰু আগৰ দৰে একেজন অধ্যাপকে পদাৰ্থ আৰু ৰসায়ন বিজ্ঞান পঢ়ুওৱাৰ অনুমতি কলিকতা বিশ্ববিদ্যালয়ৰ কৰ্ত্তৃপক্ষৰ পৰা নোপোৱাত গোপীনাথে মাথোন ৰসায়ন বিজ্ঞানকহে তেওঁৰ কলাৰ অন্য বিষয়বোৰৰ - ইংৰাজী, ইতিহাস, লজিকৰ - সংগী কৰি ৰাখিব পাৰিলে। কলিকতা বিশ্ববিদ্যালয়ৰ পৰা বিজ্ঞান বিভাগৰ অনুমতি নোপোৱাত বিষ্ণুৰাম

মেধী আৰু অন্য কেইজনমান অসমীয়া ছাত্র হেনো কলিকতালৈ যাব লগা হ'ল। বৰদলৈৰ ৰসায়ন বিজ্ঞানৰ অধ্যাপক আছিল চিৰ প্ৰসিদ্ধ চুনীলাল দে। মহম্মদ সাদ্‌উল্লা আছিল সেই বিষয়ত প্ৰেকটিকেল ট্ৰেইনিঙৰ বাবে নিযুক্ত উপশিক্ষক (ডেমন্‌ষ্ট্ৰেটৰ)।

১৯০৯ চনৰ ফেব্ৰুৱাৰী মাহত গোপীনাথে আই. এ. পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ পুনৰ বৃত্তি পাই কলিকতালৈ বি.এ. পঢ়িবলৈ গ'ল। জুন মাহৰ শেষৰ ফালে তাত তেওঁ স্কটিছ চাৰ্চ্চ কলেজত ইতিহাসত অনাৰ্চ লৈ নাম ভৰ্ত্তি কৰিলে আৰু সেই কলেজৰেই লেডী জেইন ডাগুাছ ছাত্ৰাবাসত থাকিবলৈ ল'লে। বি এ. মহলাত তেওঁৰ অন্য দুটা বিষয় আছিল ইংৰাজী আৰু দৰ্শন শাস্ত্ৰ।[৬]

## ২। কলিকতীয়া ছাত্ৰ জীৱন

১৯০৯ চনত প্ৰথমবাৰ কলিকতাত পদাৰ্পণ কৰিয়েই গোপীনাথে যেন বহল অৰ্থতেই বিশাল বিশ্বৰ সন্মুখীন হ'ল। কলিকতা তেতিয়াও ভাৰতৰ ৰাজধানী আৰু অবাৰ্চীন ধ্যান-ধাৰণাৰ কেন্দ্ৰভূমি। তাত গোপীনাথৰ বাবে নাছিলেইবা কি ? তেওঁ স্কুলীয়া আৰু কলেজীয়া শিক্ষা কালৰ যিখিনি সমল আমি পাইছো, তাৰ পৰাই সুস্পষ্ট হয় যে 'অল ৰাউণ্ডাৰ' হ'বলৈ তেওঁৰ ধাউতি আছিল প্ৰবল। কলিকতাত বহুকেইজন যশস্বী শিক্ষকক শিক্ষাদাতা ৰূপে পোৱাৰ উপৰিও, গোপীনাথে মনোযোগ দিবলৈ ল'লে জাগতিক পৰিবেশৰ জ্ঞান আহৰণৰ যোগেদি হোৱা ব্যক্তিত্বৰ বিকাশত। স্কটিছ চাৰ্চ্চ কলেজখনৰ পৰিবেশেই আছিল প্ৰেৰণাৰ প্ৰথম উৎস। ১৮৩০ চনৰ জুলাই মাহত স্কটলেণ্ডীয় গীৰ্জাৰ আলেকজেণ্ডাৰ ডাফ (১৮০৬-১৮৭৮)ৰ কৰ্মকুশলতাৰ জৰিয়তে প্ৰথমে 'জেনেৰেল এচেম্‌ব্লি ইন্সটিটিউচন' নামেৰে স্থাপন হোৱা এই অনুষ্ঠানটো হ'ল ভাৰতৰ সবাতোকৈ পুৰণি স্কটিছ মিছনেৰী চালিত শিক্ষালয়। কলেজখনৰ ধুনীয়া প্ৰাঙ্গন, বাৰক স্থাপত্যৰ গাম্ভীৰ্য্যপূৰ্ণ প্ৰাসাদ, প্ৰখ্যাত শিক্ষাবিদসকলে প্ৰতিষ্ঠা কৰা উন্নত বৌদ্ধিক বাতাবৰণ আৰু কলা ও বিজ্ঞানৰ উদাৰ ধৰ্মী শিক্ষাই সোৱঁৰাই ৰাখিছিল ইয়াৰ মহিমা-মণ্ডিত ঐতিহ্য। ইউৰোপীয় নৱজাগৰণৰ চিন্তাধাৰাৰে বঙ্গীয় সমাজক জগাই তুলি যুৱ-বংগ আন্দোলন বা বংগীয় ৰেনেছাঁৰ জন্ম দিয়াত এই কলেজখনে লৈছিল এটি গুৰুত্বপূৰ্ণ ভূমিকা। এই বাতাবৰণে যে বৰদলৈৰ উদাৰ ধৰ্মী মানসিকতাত প্ৰভাৱ পেলাইছিল তাক সহজে ঠাৱৰ কৰিব পাৰি। তেওঁৰ ৰাজনৈতিক জীৱন কালত বাইবেলকে ধৰি নিয়মিতভাৱে বিভিন্ন ধৰ্ম্মপুথি পঢ়াৰ অভ্যাস আৰু আচৰণটিৰ কথা মনলৈ আহে। আধুনিক মনৰ বিখ্যাত ভাৰতীয় ৰাজা ৰামমোহন ৰায় এই অনুষ্ঠানৰো স্থাপনত জড়িত আছিল। এই ৰামমোহনে তাৎপৰ্য্যপূৰ্ণ ভাৱে কৈছিল বাইবেল পঢ়িবৰ

বাবে ধৰ্ম্ম পৰিবৰ্ত্তন কৰাৰ প্ৰয়োজন নাই।

কলিকতাত কলেজীয়া ছাত্ৰ গোপীনাথৰ আচৰণ-বিচৰণ আৰু ধ্যান-ধাৰণাৰ বিষয়ে তেওঁৰ কেইজনমান নিকটবৰ্তী লোকে অতি সুন্দৰকৈ বৰ্ণাই থৈছে। গোপীনাথ বি.এ. চতুৰ্থ বাৰ্ষিকৰ ছাত্ৰ হৈ থাকোতে ডাগুাছ ছাত্ৰাবাসত তেওঁৰেই ৰুমমেট হবলৈ আহিল প্ৰথম বাৰ্ষিকৰ ছাত্ৰ যোৰহাটৰ হেৰম্ব প্ৰসাদ বৰুৱা। দুয়ো একে কোঠাতে দুবছৰ কাল কটায়। পাছলৈ বিখ্যাত চাহ খেতিয়ক আৰু কাউন্সিল সদস্য হোৱা এই হেৰম্ব প্ৰসাদ বৰুৱাই বৰদলৈৰ মৃত্যুৰ সময়ত গোপীনাথৰ কলিকতা কালৰ এখন পূৰ্ণাঙ্গ ছবি আগবঢ়ালে এনেদৰে ঃ

"এই ছাত্ৰাবাসত প্ৰায় ৪০ জনমান বঙালী আৰু ২০ জনমান অসমীয়া ছাত্ৰ আছিল। বৰদলৈদেৱ তাৰ ভিতৰত এজন জনপ্ৰিয় সৰবৰহী ছাত্ৰ আছিল। তেখেতৰ পঢ়াশুনাত যেনে ৰাপ আছিল খেল-ধেমালি আৰু গান-বাজনাতো তেনে ধাউতি আছিল। তেখেতৰ লগত মই 'প্ৰিয় ৰণজীৰ' খেলা চাবলৈ আৰু বালিগঞ্জ ইডেন গাৰ্ডেন, কোচ বিহাৰ মহাৰজাৰ উড্‌লেণ্ডছ আদি ঠাইলৈ যোৱা আজিও মনত পৰে। তেখেতে নিজে কলেজ টিমত ক্ৰিকেট খেলিছিল আৰু দুই এটা আন টিমতো মাজে মাজে যোগ দিছিল। টেনিচতো বৰদলৈদেৱ সুনিপুণ খেলুৱৈ আছিল আৰু ময়ো তেখেতৰ লগত মাৰ্কোচ স্কোৱেৰত সদায় আবেলি টেনিচ খেলিবলৈ গৈছিলো। টেনিচ খেলিও তেখেতে গধুলি "অভাৰটুন হল"ত বিলিয়াৰ্ডচ্ খেলিবলৈও সময় উলিয়াইছিল।

বৰদলৈদেৱে যে সঙ্গীত ভাল পাইছিল সেয়ে নহয়, তেখেত এজন সুগায়কো আছিল। তেখেতৰ পুৰুষ সুলভ গম্ভীৰ সুকণ্ঠৰ "অনন্ত সাগৰ মাঝে দাও তৰী ভাসাইয়ে" আৰু "আই মহাসিন্ধুৰ ওপাৰ থেকে কি সঙ্গীত ভেসে আসে" গান দুটা আজিও মোৰ কাণত বাজি থাকে। তেখেতে ইমান আবেগ আৰু আন্তৰিকতাৰে এই গান দুটা গাইছিল যে আজিও ভাবিলে এনে লাগে যেন তেতিয়াই তেখেতে মহাসিন্ধুৰ সিপাৰৰ পৰা মহাযাত্ৰাৰ আহ্বান পাইছিল। তেখেতৰ লগত একে কোঠাতে মই দুবছৰ থাকিবলৈ সুযোগ পাইছিলো আৰু তেখেতৰ গানত মুগ্ধ হোৱাৰ দৰেই গুণতো মুগ্ধ হৈছিলো।"[৭]

কলিকতীয়া কালৰ গোপীনাথৰ স্বভাৱ-চৰিত্ৰৰ লগতে তেওঁৰ ইতিহাস অধ্যয়নৰ লক্ষ্যৰ বিষয়েও হেৰম্ব প্ৰসাদ বৰুৱাই আভাস দিছে।

"তেখেতে মোক সৰু ভায়েকৰ নিচিনাকৈ সদায় মৰম কৰিছিল আৰু ময়ো

তেখেতক নিজৰ ককায়েকৰ নিচিনাকৈ শ্ৰদ্ধা কৰিছিলোঁ। তেখেতৰ আচাৰ-ব্যৱহাৰ, স্বভাৱ-চৰিত্ৰ যেনেকৈ নিৰ্মল আছিল, পিন্ধা-উৰা কাপোৰ-কানি সেইদৰে নিকা আৰু পৰিপাটি আছিল। ইতিহাসত এম.এ. পঢ়োঁতে পৃথিৱীৰ কোন দেশত কোন মহাপুৰুষে সমাজৰ তথা দেশৰ সুখ-সমৃদ্ধি স্বাধীনতা আদিৰ নিমিত্তে কি কৰিছিল তাক তেখেতে বৰ আবেগেৰে আমাক কৈ ভাল পাইছিল। তেতিয়াই তেখেতৰ দেশৰ প্ৰতি অনুৰাগ ফুটি উঠিছিল।"[৮]

গোপীনাথৰ আন এজন কলিকতীয়া অসমীয়া ছাত্ৰ বন্ধু , পাছলৈ তেজপুৰৰ চৰকাৰী উকীল, চন্দ্ৰনাথ শৰ্ম্মাই (কৰ্ম্মবীৰজন নহয়) আমি আগতে কৈ অহা বৰদলৈৰ চৰিত্ৰৰ অন্তৰালত থকা ঈশ্বৰ, সত্য আৰু সততাৰ সংযোগটোৰ বিষয়ে কৈছে এনেকৈ ঃ

"কলিকতা প্ৰবাসী ছাত্ৰ হিচাপে দুয়ো সহৃদয়তাৰে একেলগে থাকি বহুদিন কটালোঁ। আমাৰ দুয়োৰে ভিতৰত অলপো ভেদভাৱ নাছিল। তেওঁৰ অন্তৰ আছিল অতি কোমল। ঈশ্বৰত বিশ্বাস তেওঁৰ গভীৰ, কিন্তু কাৰো আগত প্ৰকাশ নকৰিছিল। আড়ম্বৰহীন আছিল তেওঁৰ জীৱন। আত্মবিশ্বাসৰ ওপৰত প্ৰতিষ্ঠিত হৈ তেওঁ সৰল সত্তাৰ হৃদয়ত ধাৰণা কৰি সকলো কাৰ্য্যকে কৰি গৈছিল। মিছাক ঘিণ কৰিছিল, সত্যহ জীৱনৰ একমাত্ৰ সম্বল বুলি ভাবি সত্যৰ পৰা যাতে কেতিয়াও বিচলিত নহয় তাৰ বাবে সদায় সচেষ্ট আছিল।"[৯]

কলকাতাত ছাত্ৰ হৈ থাকোঁতেই ১৯১২ চনত বৰদলৈলৈ এটাৰ পাছত এটাকৈ তিনিটা বিপদ আহিল আৰু তাৰে শেষৰটোৱে বৰদলৈক প্ৰায় মৃত্যুৰ মুখলৈ টানি নিছিল। প্ৰথমে ককাইদেৱেক ইন্দ্ৰেশ্বৰ বৰদলৈৰ হঠাতে মৃত্যু হোৱাত তেওঁ বৰ আঘাত পালে। বন্ধুবৰ্গেৰে হোৱা আধ্যাত্মিক আলোচনাইহে হেনো তেওঁক কিছু সকাহ দিছিল।[১০] ইয়াৰ পাছত তেওঁৰ সবাতোকৈ প্ৰিয় বন্ধু চন্দ্ৰনাথ শৰ্মা টাইফয়েড ৰোগত আক্ৰান্ত হ'ল। গোপীনাথ তেওঁৰ বন্ধুৰ সেৱা-শুশ্ৰূষা কৰাত অহৰহ লাগি গ'ল। এক পষেকৰ পাছতহে জ্বৰ এৰিবলৈ ল'লে আৰু তেওঁ লাহে লাহে আৰোগ্য হ'ল। কিন্তু সেই বছৰৰে মাৰ্চ মাহত গোপীনাথ নিজেই সেই ৰোগত আক্ৰান্ত হ'ল, হয়তো বন্ধুৰ পৰিচৰ্য্যাতে অহৰহ দেহে কেহে লাগি থকাৰ কাৰণেই এই ৰোগ তেওঁলৈ বিয়পিল। এইবাৰ বন্ধু চন্দ্ৰনাথৰ পাল পৰিল গোপীনাথক পৰিচৰ্য্যা কৰাত। অৱস্থা ভয়ানক হৈ পৰিবলৈ ল'লে যেতিয়া গোপীনাথৰ জ্বৰ বহু সপ্তাহলৈকে নেৰা হ'ল। তেওঁক মেডিকেল কলেজৰ হাস্পাতাললৈ নিয়া হ'ল। গুৱাহাটীৰ পঞ্চবটী আশ্ৰমৰ যোগেশ্বৰ কটকী (পিছলৈ স্বামী সুৰেশানন্দ)ৰ লগত থকা গোপীনাথৰ আধ্যাত্মিক যোগাযোগৰ কথা চন্দ্ৰনাথে জানিছিল। তেওঁৰ পৰাও পৰামৰ্শ লোৱা হ'ল। সেই স্বামীজীয়ে

চন্দ্ৰনাথক পৰামৰ্শ দিলে গোপীনাথৰ চিকিৎসা ব্যৱস্থাত যেন কোনো ত্ৰুটি নহয়।[১১]

মেডিকেল কলেজ চিকিৎসালয়ৰ কেইবাগৰাকীও ইউৰোপীয় ধাত্ৰীয়ে সযত্নে তেওঁলোকৰ পৰিচৰ্য্যা আগবঢ়ালে। সেইদিনত এই ৰোগৰ আধুনিক ঔষধ নাছিল ; নাৰ্চিং ব্যৱস্থাই আছিল চিকিৎসাৰ প্ৰধান আহিলা। জ্বৰ যেতিয়া একৈশ দিনলৈ নেৰিলে, সকলোৰে বৰদলৈ যে বাচিব সেই আশা লাহে লাহে এৰি দিছিল। বিয়াল্লিছ দিন ভোগাৰ পাছতহে হঠাৎ জ্বৰ কমিবলৈ ল'লে। মিছ চেম্পন নামৰ ধাত্ৰী এগৰাকীয়ে মৃত্য শয্যাৰ কাষত আঠু লৈ প্ৰাৰ্থনা কৰি থকা চন্দ্ৰনাথলৈ চাই যেতিয়া ক'লে 'probably your friend's life is saved' তেতিয়াহে চন্দ্ৰনাথে চকুলো টুকিবলৈ এৰিলে। কালভাৰ্ট নামৰ চিকিৎসকজনে ৰোগীৰ উন্নতিৰ সকলো আশা এৰি দিয়াৰ পাছতো শেষ বাৰৰ বাবে দিয়া এটা ইনজেক্চনৰ ফলত ৰোগীৰ নাড়ী ভাললৈ আহিল।[১২]

সেই ১৯১২ চনত সূৰ্য্য কুমাৰ ভূঞাই কলিকতাত বি.এ. পঢ়ি আছিল। তেওঁ বৰদলৈতকৈ দুশ্ৰেণী তলৰ কিন্তু বৰদলৈৰ লগত মাৰ্কোচ স্কোয়েৰত তেওঁলোকে একেলগে টেনিচ খেলিছিল। ভূঞাই কেইবাবাৰো বৰদলৈৰ খবৰ ল'বলৈ মেডিকেল কলেজ হাস্পাতাললৈ গৈছিল। ১৪ মাৰ্চ তাৰিখে বৰদলৈক চাবলৈ গৈ তেওঁ তলৰ টোকাটো ইংৰাজীত তেওঁৰ দিনলেখাত লিখি থৈছিল এনেকৈ ঃ

> "শ্ৰীযুত গোপীনাথ বৰদলৈ পৰি আছে বৰ টান নৰীয়াত। জ্বৰ নেৰা আজিলৈকে একৈশ দিন পাৰ হ'ল। পেশী হঠাতে সংকুচিত হৈ পৰি তেওঁ জঠৰ হৈ যায়। বিচনাত অস্থিৰভাৱে ইকাটি সিকাটি কৰি থাকে। জ্ঞান যদিও হেৰুওৱা নাই ভ্ৰম উচ্চাৰণ কৰিছে। ধাত্ৰীগৰাকীয়ে কৈছে 'তেওঁৰ অৱস্থা বৰ বেয়া ; ঈশ্বৰে তেওঁক যেন বচায়। বহু কামেই প্ৰাৰ্থনাৰ দ্বাৰা সুকলমে সমাধা হয়। তেওঁৰ সম্বন্ধীয় লোক আৰু বন্ধু সবৰ সামূহিক প্ৰাৰ্থনাইহে মাথোন তেওঁক বচাব পাৰিব।' আমি যেতিয়া আবেলি বৰদলৈক পুনৰ চিকিৎসালয়ত চাবলৈ যাওঁ, আমাক কোঠাত সোমাবলৈ নিদিলে। ৰোগীৰ লগত মাথোন এজনেই পৰিচৰ্য্যাকাৰী আছে আৰু সেই ভাগ্যৱানজন হ'ল ভোলানাথ বৰুৱা। আমি কিছু সময় চিৰিৰ কাষত থিয় দি আছিলো আৰু ৰোগীৰ কেঁকনি আমাৰ কাণত পৰিছিল। হে পৰমেশ্বৰ তেওঁক যাতে বচোৱা।"[১৩]

তেওঁৰ ডায়েৰী বহীত লিখি থোৱা এই কথাখিনি ভূঞাই ১৯৫১ চনত বৰদলৈৰ প্ৰথম মৃত্যু বাৰ্ষিকীৰ দিনা এখন ৰাজহুৱা সভাত সমজুৱাক পঢ়ি শুনাইছিল আৰু কৈছিল যে সেই দীঘল উদ্ধৃতিৰ উদ্দেশ্য আছিল ইয়াকে বুজোৱা যে বৰদলৈক তেতিয়াই মানুহে ভাল পাইছিল আৰু তেতিয়াই তেওঁ 'লোকপ্ৰিয়' আছিল।[১৪]

গোপীনাথৰ কলেজীয়া কালৰ কলিকতাক ৰাজনীতিৰ বতাহেও গৰম কৰি ৰাখিছিল। ১৯০৫ চনত কাৰ্জনে বঙ্গ ভঙ্গ কৰি তাৰ এটি বিশাল অংশ অসমৰ ওপৰত জাপি দি ঢাকাক ৰাজধানী পাতি যেতিয়া 'পূৰ্ববঙ্গ আৰু অসম' প্ৰদেশখন গঠন কৰিলে তাত পূৰ্ববঙ্গৰ উন্নতিৰ কথা সোমাই থাকিলেও অসমীয়া খিলঞ্জীয়া মানুহখিনিৰ উন্নতিৰ কথা ভবা হোৱা নাছিল। বঙ্গৰ প্ৰবল জাতীয়তাবোধ ভঙ্গ কৰাটো যিহেতু কাৰ্জনৰ এটি মূল লক্ষ্য আছিল, সেইহেতুকেই তাৰ প্ৰতিক্ৰিয়াত কলিকতাত জয়াল হৈ উঠিছিল উগ্ৰপন্থী জাতীয়তাবাদী ডেকাদল। এওঁলোকে গঢ়ি তুলিছিল সাম্ৰাজ্যবাদী কতৃত্বতাৰ বিৰুদ্ধে সন্ত্ৰাসবাদী আন্দোলন। ভাৰতীয় স্বাধীনতা সংগ্ৰামলৈ ইয়াৰ ইতিবাচক ফলাফল হৈ ওলাইছিল স্বদেশী আন্দোলন। অসমৰ কৰবাত কৰবাত বঙ্গৰ সন্ত্ৰাসবাদী সোমাইছিল যদিও আৰু স্বদেশীৰো কিছু অনুশীলন অসমৰো অ'ত ত'ত হৈছিল যদিও কলিকতাৰ বাঙালীসকলৰ দৰেই বঙ্গ ভঙ্গৰ প্ৰতিক্ৰিয়া অসমীয়াৰ মাজতো একে হোৱাৰ কথাই উঠিব নোৱাৰে। দুই বঙ্গৰ বাঙালীসকলৰ হৃদয়ত অসমীয়াৰ প্ৰতি সম্ভাৱ নাছিল। বহুতে অসমীয়াক অসভ্য জাতি বুলিয়েই জ্ঞান কৰি আহিছিল আৰু বৃটিছ শাসনৰ আগলি কালতেই অসমীয়া ভাষাটো শিক্ষানুষ্ঠান আৰু শাসন যন্ত্ৰৰ পৰা বহিস্কাৰ হৈ থকাত ভাষাটোৰ উন্নতিত কেৰোণ লাগি থাকিল আৰু বাংলা ভাষাৰেই প্ৰাধান্যতা ব্ৰহ্মপুত্ৰ উপত্যকাত চলি থাকিল। এতিয়া পূৰ্ববঙ্গৰ দিনাজপুৰ, ৰংপুৰ, মালদাহ, ৰাজশাহী, মৈমনসিং, পাবনা, ঢাকা, ফৰিদপুৰ, শ্ৰীহট্ট, বৰিসাল, নোৱাখালি, চিতাগঙ্ আদি বিপুল সংখ্যক আৰু সম্পূৰ্ণ বাংলাভাষী ঠাইবোৰৰ লগত যোগ হৈ পৰাত বাঙালী লোকৰ আৰু বাংলা ভাষাৰ প্ৰভাৱ ব্ৰহ্মপুত্ৰ উপত্যকাত আগতকৈও বঢ়াৰ শংকা ঘনীভূত হৈছিল। গোপীনাথ কলিকতাত থকা কালতেই ১৯১২ চনত 'পূৰ্ববঙ্গ আৰু আসাম' প্ৰদেশখন বাতিল হ'ল যদিও ঘনবসতি, ৰাজনীতি সৰৱ আৰু অৰ্থনৈতিক দিশেদি ঘাটি অঞ্চল শ্ৰীহট্ট অসমৰ লগত থাকি যোৱাত অসমীয়াৰ আহুকালৰ ওৰ নপৰিল। দুৰ্বল অসমীয়া জাতিটোক বিধান পৰিষদ (কাউন্সিল) আদিত প্ৰতিনিধিত্ব কৰিবলৈ আগুৱান অসমীয়াৰ নাটনি আছিল। বিধান পৰিষদত বঙ্গীয় প্ৰতিনিধিয়ে অসমীয়াৰ প্ৰতি কৰা তুচ্ছ-তাচ্ছিল্যতা কম নাছিল। ১৯০৭ চনত পূৰ্ববঙ্গৰ এজন বাঙালী জমিদাৰে পূৰ্ব বঙ্গ আৰু অসম বিধান পৰিষদত ভাষণ দি অসমক উদ্দেশ্যি ভয় কৰিছিল এই ভাবি যে দুখীয়া আৰু বহু কম সভ্য অংশটোৰ হিত সাধন কৰিবলৈ গৈ পূৰ্ববঙ্গ অনাহাৰক্লীষ্ট হ'বগৈ। এনে অৱস্থাত পূৰ্ববঙ্গ আৰু অসম ভাগে ভাগে থাকিব লগাত পৰিছিল, তেল আৰু পানীৰহে যেন আছিল এই সম্বন্ধ। আনকি অসম (ব্ৰহ্মপুত্ৰ) উপত্যকাৰ কমিছনাৰ পি.আৰ.পি. গৰ্ডনে সতৰ্ক কৰি দিব লগা হৈছিল যাতে পূৰ্ববঙ্গৰ চাকৰিৰ পৰা অসমীয়াক বঞ্চিত কৰা নহয় আৰু অসমীয়া ভাষাটোকো মষিমুৰ কৰা নহয়।

এনে ৰাজহুৱা দুৰৱস্থাত পৰি বৰদলৈ পঢ়ি থকা কালৰ কলিকতীয়া অসমীয়া ছাত্ৰ সমাজৰ মাজত অসম হিতৈষী যি চিন্তা-চৰ্চা হৈছিল সি প্ৰধানকৈ ভাষা-সাহিত্যক লৈয়েই আছিল, হয়তো এই ভাবিয়েই যে বহুদিন পৰিত্যাজ্য হৈ থকা ভাষাটো ঠন ধৰি উঠি জাতীয় চেতনাৰ বাৰ্তাবাহী হলেহে আনবোৰ কাম সুচল হৈ উঠিব। অৱশ্যে সাংগঠনিকভাৱে নহলেও, ভিতৰুৱাভাৱে অসমীয়া সামাজিক আচাৰ-আচৰণৰ বিষয়টো আলোচনা নোহোৱাকৈ নাছিল। অমিয় কুমাৰ দাসে কলিকতাৰ বাটত ফুৰোতে গোপীনাথে আন কোনো অসমীয়াক কোৱা এই কথাখিনি শহাকাণেৰে শুনিছিল ঃ "আমি তিৰোতাসকলক আৰ কাপোৰৰ আঁৰত ৰখা অৱস্থাতো গুচাই পেলাম আৰু বোধকৰো আমাৰ তাত এনে নিয়ম আগতে নাছিল। শিক্ষিত বঙালীসকলক অনুকৰণ কৰি এনে নিয়ম চলাইছো। আমাৰ গাঁওবিলাকতো এনে নিয়ম নাই।"[১৫] কথাষাৰ গোপীনাথৰ ভৱিষ্যত জীৱন পন্থাৰ সন্দৰ্ভত বাৰুকৈ তাৎপৰ্য্যপূৰ্ণ।

## ৩। শিক্ষা সমাপ্তি, ৰাজহুৱা আৰু সাংসাৰিক জীৱনৰ আৰম্ভ

১৯১৪ চনত ইতিহাসত এম.এ. আৰু ১৯১৫ চনত আইনৰ বি.এল. ডিগ্ৰী দুটা লৈ গোপীনাথ ঘৰলৈ উভতি যায় আৰু গুৱাহাটীতেই কৰ্ম্মজীৱনৰ পাতনি মেলে। এম.এ. পৰীক্ষাত প্ৰথম শ্ৰেণী নোপোৱাৰ কাৰণে কটন কলেজত শিক্ষকতা কৰা তেওঁৰ বাসনা পূৰ্ণ নহ'ল। শিক্ষা যিহেতু তেওঁৰ চিৰ আকৰ্ষণীয় বিষয় আছিল প্ৰথমতে তেওঁ ভৰলুমুখৰ সোণাৰাম স্কুলতেই প্ৰধান শিক্ষক ৰূপে যোগ দিয়ে। খ্যাতনামা আইনজীৱি আৰু ৰাজহুৱা ব্যক্তি তৰুণৰাম ফুকন ডাঙৰীয়া (১৮৭৭-১৯৩৯) আছিল সোণাৰাম স্কুলৰ ব্যৱস্থাপক মণ্ডলীৰ সভাপতি। তেওঁৰেই অনুৰোধত গোপীনাথ বৰদলৈ এই কামত সোমায় আৰু তেতিয়াৰ পৰাই ফুকনৰ বিশেষ ঘনিষ্ঠতালৈ আহে। ফুকনৰ সুদৰ্শন ৰূপ, পিন্ধন-উৰণৰ প্ৰতি থকা তেওঁৰ চখ আৰু ৰুচি, খেলা-ধূলাৰ লগত জাতীয় জীৱনৰ উৎকৰ্ষৰ সংযোগটোৰ প্ৰতি থকা তেওঁৰ ধাৰণা, চিকাৰ আদিত দেখুওৱা তেওঁৰ পাৰদৰ্শিতা আৰু দুঃসাহসিকতা, সঙ্গীত, নাটক, কলা আৰু সাহিত্যৰ প্ৰতি থকা তে ঁৰ অনুৰাগ, তেওঁৰ শাৰীৰিক কষ্টসহিষ্ণুতা, আদালতত দেখুওৱা তেওঁৰ বাগ্মিতা আৰু উপস্থিত বুদ্ধি, বিভিন্ন বিষয়ত তেওঁ দিয়া ব্যৱহাৰোপযোগী মন্তব্য আৰু সিদ্ধান্ত, তেওঁৰ ইংৰাজী ভাষাত থকা বাক্‌পটুতা - এই সকলো লক্ষণ কম বেছি পৰিমাণে তেওঁৰ নিজৰ চৰিত্ৰতো থকাৰ কাৰণে বৰদলৈ স্বাভাৱিকতে ফুকনৰ প্ৰতি আকৃষ্ট হয়। ১৯১৭ চনত বৰদলৈয়ে যেতিয়া গুৱাহাটীত ওকালতি আৰম্ভ কৰিলে, তেতিয়া ফুকনৰ লগত তেওঁৰ যোগাযোগ সঘন হ'ল।[১৬] সেই একে বছৰতে তেওঁ যোগ দিলে 'আসাম এছোচিয়েশ্যন'তো।

ওকালতিৰ পথ লৈ কৰ্ম্মজীৱন সম্পৰ্কে থিৰাং কৰিয়েই বৰদলৈয়ে 'আসাম এছোচিয়েশ্যন'ত যোগ দিয়াটোও তেওঁৰ জীৱনৰ এটি উল্লেখযোগ্য ঘটনা। এনে লাগে, যে তেওঁ যেন ইমানদিনে তেওঁৰ শিক্ষান্তৰ মুহূৰ্ত্তটোলৈকেহে বাট চাই আছিল অসমৰ স্বাৰ্থত একান্তভাৱে ব্ৰতী হ'বলৈ। ১৯০১ - ১৯০৩ কালৰ ভিতৰত মানিক চন্দ্ৰ বৰুৱা (১৮৫১-১৯১৫) ৰ প্ৰধান উদ্যোগত কেইগৰাকীমান বিশিষ্ট অসমীয়া চিন্তাশীল, উদাৰধৰ্মী, স্বদেশপ্ৰেমী ব্যক্তিৰ আশাশুধীয়া যত্নৰ ফলত জন্ম পোৱা এই অনুষ্ঠানটোৱে তেতিয়ালৈকে অসমবাসীৰ আলৈ-আহুকাল, বিপদ-জঞ্জাল, আশা-আকাঙ্খাৰ বিষয়ত চৰকাৰৰ ওচৰত আবেদন-নিবেদন কৰি হ'লেও অসমৰ উন্নতি সাধনত নিমগ্ন আছিল আৰু বৃটিছ চৰকাৰৰ ওপৰত কিছু প্ৰভাৱ পেলাবলৈও সক্ষম হৈছিল। কিন্তু ১৯১৭ চনত এই অনুষ্ঠানৰ বাৰ্ষিক অধিবেশন যেতিয়া নবীন চন্দ্ৰ বৰদলৈৰ সভাপতিত্বত ডিব্ৰুগড় চহৰত বহিল, তেতিয়া ই যেন ইয়াৰ পুৰণি সাজ-পোচাক সামৰি থৈ নতুন ধৰণ-কৰণ ল'লে। স্বায়ত্ত শাসন আৰু 'হোমৰুল' লক্ষ্যই ইয়াৰ কাৰ্য্যক্ৰমণিকা নিৰ্ণয় হোৱাৰ সম্ভাৱনা দেখুৱালে। সেই চনৰে নবেম্বৰ মাহত যেতিয়া ভাৰতীয় আগন্তুক শাসন সংস্কাৰ সম্পৰ্কত বৃটিছ মন্ত্ৰীসভাৰ ভাৰত সচিব এডুইন মন্তেগু ভাৰতলৈ আহে তেতিয়া 'আসাম এছোচিয়েশ্যন'ৰ সাতজনীয়া সজাতি দল এটিয়ে তেওঁক ৬ ডিচেম্বৰ তাৰিখে কলকাতাত লগ ধৰি শ্ৰীহট্ট বিচ্ছেদ কৰি অসমক এখন সুকীয়া ৰাজ্য কৰি গঢ়ি তুলিবৰ কাৰণে তেওঁৰ ওচৰত আবেদন কৰে। এই সাতজন ব্যক্তি আছিল সেই সময়ৰ অগ্ৰণী অসমীয়া নবীনচন্দ্ৰ বৰদলৈ (১৮৭৫-১৯৩৬), তৰুণৰাম ফুকন (১৮৭৭-১৯৩৯), পদ্মনাথ গোহাঁই বৰুৱা (১৮৭১-১৯৪৬), প্ৰসন্ন কুমাৰ বৰুৱা (১৮৮৪-১৯৫৮), গঙ্গাগোবিন্দ ফুকন (১৮৪১-১৯২৬), চন্দ্ৰধৰ বৰুৱা (১৮৭৪-১৯৬১) আৰু ঘনশ্যাম বৰুৱা (১৮৬৭-১৯২৩)। এই আবেদনৰ কোনো ফল নধৰিলে । আনকি আহিবলগীয়া নতুন শাসন সংস্কাৰত অসম নোসোমাব বুলি কথা ওলাল।

এনে পৰিস্থিতিতো গোপীনাথ বৰদলৈৰ সামাজিক জীৱন আৰম্ভ হোৱা এই ১৯১৭ চনটো অসমৰ ৰাজনৈতিক আৰু সামাজিক ইতিহাসৰ মাইলৰ খুটি আছিল। এই সময়ৰ পৰাই শ্ৰীহট্ট বিচ্ছেদ অসমীয়াৰ প্ৰধান ৰাজনৈতিক লক্ষ্য হৈ পৰিল আৰু নুযুঁজাকৈ যে এই লক্ষ্যত উপনীত হ'ব পৰা নাযাব সিও ফটফটীয়া হৈ পৰিল। কিন্তু ৰাজনৈতিক লক্ষ্যত উপনীত হ'বলৈ এটা জাতিৰ কাৰণে প্ৰয়োজন হয় জাতীয় একতা আৰু তেনে একতা বা জাতীয়তাবোধ গঢ়ি উঠে জাতীয় প্ৰেমৰ মাধ্যমেদি। শিক্ষা আৰু ভাষা সাহিত্যৰ উন্নতিয়ে এই জাতীয় প্ৰেম বঢ়ায়। উল্লেখযোগ্য যে ১৯১৬-১৯১৭ চনৰ এই কালটিত শিক্ষা-ভাষা সাহিত্যৰ প্ৰগতিৰ দিশতো অসমীয়াই নতুন পদক্ষেপ ল'লে। ১৯১৬ চনত লক্ষীনাথ বেজবৰুৱাৰ সভাপতিত্বত গুৱাহাটীত হৈ যোৱা অসম

ছাত্ৰ সন্মিলনৰ প্ৰথম অধিবেশনত ডেকা চামে পুৰণি গৌৰৱোজ্জ্বল ইতিহাসৰ পৰা উদগনি লভিলে। এই অধিবেশনতেই বেজবৰুৱাৰ চিকুণ কাপৰ পৰা নিগৰি ওলোৱা, দেহ-মন জুৰ পেলোৱা, "অ' মোৰ আপোনাৰ দেশ" গীতটোৱে ৰাজহুৱা স্বীকৃতি পাই অসমীয়া জাতীয় সঙ্গীতৰ স্থান লাভ কৰে। ইয়াৰ পাছতেই (১৯১৭ চনত) জন্ম লাভ কৰিলে অসমীয়া ভাষা সাহিত্য সংস্কৃতিৰ একক অনুষ্ঠান অসম সাহিত্য সভাই। এই সকলোবোৰে অসমীয়াক যেন উদগালে পুৰণিৰ ভেদাভেদ ভুল-ভ্ৰান্তি গুচাই নতুন সময়োপযোগী ধ্যান-ধাৰণাত ব্ৰতী হ'বলৈ। নতুনক স্বাগতম কৰি এজন অসমীয়া যুৱক কবিয়ে ১৯১৬ চনৰ ছাত্ৰ সন্মিলনত তেওঁ পাঠ কৰা কবিতাটিত গাইছিল ঃ

আনন্দৰ উঠে ৰোল গগনত ঢউ তুলি
বীণে বাজি মধু বোল গুপ্ত কথা কয় খুলি
লুপ্ত পোৱা ৰহস্যৰ হয় জাগৰণ,
উছাহত দেখে সবে সুধাৰ জীৱন।

..................

সুকথাই ধৰে অঙ্গ নতুন সাজত
ভ্ৰান্তি, ভুৱা পৰে জয় নিৰাশি লাজত।[১৭]

১৯১৮ চনত বৰদলৈয়ে সংসাৰ পাতে। উত্তৰ গুৱাহাটীৰ ভূমিকান্ত মজিন্দাৰ বৰুৱা আৰু তেওঁৰ পত্নী বিবিকা বৰুৱাৰ একমাত্ৰ কন্যা সুৰবালাৰ লগত তেওঁ বিবাহ পাশত আবদ্ধ হয়। তেতিয়া তেওঁৰ বয়স ২৮ বছৰ হ'বলৈ এমাহ বাকী। সুৰবালাৰ তেতিয়া চৈধ্য বছৰ পূৰ হোৱা নাই, চাৰিজন ককাইদেৱেকৰ একমাত্ৰ আলসুৱা ভগ্নী, তেনেই আজলী ছোৱালী। পিতৃগৃহৰ পৰা তেওঁৰ লগত অনা দৈনন্দিন ঈশ্বৰ উপসনাৰ অভ্যাসটো নতুন ঘৰখনৰ আধ্যাত্মিক আবহৰ লগত সম্পূৰ্ণ মিলি গ'ল। কিন্তু ঘৰ চলোৱা বা ঘৰুৱা কামৰ জঞ্জালৰ লগত তেওঁৰ সম্বন্ধ তেতিয়ালৈকে বৰকৈ হোৱা নাছিল। বাকী আন কাম-বনৰ কাৰণে - মানে ৰন্ধা-বঢ়াৰ পৰা আনকি সাজ-পোচাকৰ চিলাই কামলৈকে তেওঁ প্ৰশিক্ষক ৰূপে পালে তেওঁৰ স্বামী বৰদলৈক। বৰদলৈৰ পৰা তেওঁ ইংৰাজী আৰু হিন্দী পঢ়িবলৈও শিকিলে।[১৮] এইদৰে স্বামীৰ পৰা দৈনন্দিন নতুন নতুন কথা শিকি থাকোতেই আঢ়ৈ বছৰ পাৰ হ'ল আৰু ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পৰ পালেহি। এই পৰ গাৱঁৰ ৰাইজক সংগ্ৰামলৈ জগোৱাৰ পৰ। বৰদলৈৰ জীৱনৰ এই ৰাজহুৱা কামবোৰৰ বৰ্ণনাই যিহেতু হবগৈ আমাৰ আগত অধ্যায়বোৰৰ উদ্দেশ্য, সেই গতিকে এই সুযোগতে বৰদলৈ পৰিয়ালৰ কেইগৰাকীমানৰ দৃষ্টিত বৰদলৈ ভিতৰুৱা মানুহজনৰ চৰিত্ৰৰ কেইটিমান লক্ষণৰ আভাস এইখিনিতে দিয়াৰ

প্ৰয়োজন, কাৰণ সেইবোৰ লক্ষণেই তেওঁৰ ৰাজনৈতিক ৰাজহুৱা জীৱনত আমি পদে পদে দেখা পামগৈ।

সুৰবালা বৰদলৈয়ে তেওঁৰ স্বামীৰ গাত দেখিছিল পৰমেশ্বৰৰ প্ৰতি একান্ত ভক্তি আৰু তেওঁৰ সকলো কামৰেই অন্তৰালত থকা ঈশ্বৰ বিশ্বাস ; উচ্চ-নীচ, কুল-অকুল নমনা বৰদলৈয়ে মানুহক মানুহ হিচাপেহে লৈছিল আৰু তেওঁৰ বাল্যকাল আৰু প্ৰাপ্তবয়স্ক কালৰ খেলা-ধুলাৰ বহুকেইজন লগৰীয়া আছিল তথাকথিত বৰ্ণ হিন্দুৰ পৰিধিৰ বাহিৰৰ আৰু জনজাতিয় সম্প্ৰদায়ৰ। চুবুৰীয়া সৰু সৰু ল'ৰা-ছোৱালীৰ লগত তেওঁ খেল-ধেমালি কৰি আনন্দ উপভোগ কৰিছিল আৰু সিবিলাকেও তেওঁক 'মাজুদাদা' সম্বোধনেৰে আপোন সন্মান যাচিছিল ; বিপদগ্ৰস্ত আৰু অভাৱগ্ৰস্ত সকলৰ প্ৰতি তেওঁৰ আছিল অপাৰ কৰুণা আৰু তেওঁলোকলৈ যথাসাধ্য সাহায্য আগবঢ়াবলৈ আগ্ৰহ ; আৰু গাৱঁৰ ৰাইজৰ প্ৰতি তেওঁৰ আছিল বিশেষ আকৰ্ষণ আৰু তেওঁলোকৰ সান্নিধ্যত থাকিবলৈ প্ৰবল ইচ্ছা।[১৯]

বৰদলৈৰ চৰিত্ৰৰ উদাৰতাৰ পৰা উদ্ভৱ হৈছিল ৰাজনৈতিক দল গোটৰ সংকীৰ্ণ পৰিধি ভাঙি মানৱীয়তাৰ খাটিৰত তেওঁ সদায় লোৱা বা লব খোজা ৰাজনৈতিক পদক্ষেপবোৰ। সামৰণি অধ্যায়ত আমি সেই কাৰণে বৰদলৈক সাৰগ্ৰাহী (একলেক্টিক) ব্যক্তি বুলিছো। অলপতে এখন ৰচনাত বৰদলৈৰ দ্বিতীয় পুত্ৰ বীৰেন্দ্ৰ নাথ বৰদলৈয়ে লিখিছে ঃ "দেউতাৰ মানত গান্ধী দৰ্শন মাৰ্ক্সীয় দৰ্শনতকৈ অধিকশ্ৰেয় হ'লেও তেওঁ লিখিছে - 'আমি ৰাজনীতিত থকাসকলে ৰাছিয়াৰ কমিউনিষ্ট ৰাজ্যৰ ভাল-বেয়াৰ মত বা অভিমত এতিয়াই দিয়া উচিত নহ'ব। ভৱিষ্যত সময়েহে ইয়াৰ সফলতা নিৰূপন কৰিব'।"[২০]

---

# দ্বিতীয় অধ্যায়

# অসহযোগৰ দৌত

## ১৯১৮-১৯২৩

### ১। তৰুণৰাম ফুকন আৰু নবীন চন্দ্ৰ বৰদলৈৰ সান্নিধ্যত ১৯১৮-১৯২৩

'সংঘবদ্ধ হেচাতহে দুৱাৰ খোল খায়'। এই কথা নবীন চন্দ্ৰ বৰদলৈয়ে ১৯১৭ চনত ডিব্ৰুগড়ত বহা আসাম এছোচিয়েশ্যনৰ অধিবেশনত তেওঁ দিয়া সভাপতিৰ অভিভাষণত ক'লে। শ্ৰীহট্টক গুচাই অসমক এখন সুকীয়া প্ৰদেশ কৰাৰ যি দাবী এই সংস্থাই বৃটিছ চৰকাৰৰ ওচৰত সেই চনত কৰিছিল সেই দাবী অগ্ৰাহ্য হয়। আনকি আগন্তুক ভাৰত শাসন সংস্কাৰত অসমত একো সাল-সলনি নহ'ব বুলিও প্ৰচাৰ হ'ল। অসমৰ বিভিন্ন দল, গোট, গোষ্ঠীয়ে নিজা স্বাৰ্থত গুৰুত্ব দি বিভিন্ন প্ৰতিবেদন আগবঢ়াইছিল। এইবিলাকৰ ভিতৰত চাহ শিল্পৰে সংলগ্ন ইউৰোপীয় সকলৰ মতেই আছিল সাম্ৰাজ্যবাদী চৰকাৰৰ কাৰণে সবাতোকৈ প্ৰভাৱশালী। ভাৰতীয় চাহ এছোচিয়েশ্যনৰ সুৰমা উপত্যকা বিভাগে প্ৰস্তাৱ দিলে অসমক সংস্কাৰ আঁচনিৰ বাহিৰত ৰাখিবলৈ। চাহ খেতিয়কক ধৰি অসমত থকা আনবোৰ ইউৰোপীয় লোকৰ মতটো হ'ল, অসমক আগন্তুক শাসন সংস্কাৰ আঁচনিৰে বান্ধিলেও ই যাতে সাম্প্ৰদায়িক প্ৰতিনিধিত্বৰ ভিত্তিতহে হয়। ১৯১৮ চনৰ নৱেম্বৰ মাহত আসাম এছোচিয়েশ্যনে থিৰাং কৰিলে অসমৰ হৈ যুক্তি দৰ্শাবলৈ নবীন চন্দ্ৰ বৰদলৈক লণ্ডনলৈ পঠাবলৈ যাতে তেওঁ ভাৰতীয় শাসন সংস্কাৰ সম্বন্ধে তাৰ উচ্চ সংসদ (হাউচ অৱ লৰ্ডছ)ত বহা ছেলৰ্বৰ্নে কমিটিৰ ওচৰত অসমীয়াৰ হৈ প্ৰতিবেদন আগবঢ়ায, অসমক আগন্তুক ভাৰত শাসন সংস্কাৰত অন্তৰ্ভুক্ত কৰিবলৈ। নবীনচন্দ্ৰ বৰদলৈ লণ্ডনলৈ গ'ল । লগত গ'ল ডিব্ৰুগড়ৰ দেশপ্ৰেমী চাহ খেতিয়ক প্ৰসন্ন কুমাৰ বৰুৱা। অসমৰ চীফ্ কমিশ্যনাৰ ছাৰ বিট্‌ছন্ বেল আৰু ইউৰোপীয় গোষ্ঠীৰ বিৰোধিতা সত্বেও বৰদলৈয়ে যুক্তিৰে অসমীয়াৰ দাবী প্ৰতিষ্ঠা কৰিব পাৰিলে।

তথাপিও মন্টেগু-চেমচ্ফৰ্ড শাসন সংস্কাৰ আঁচনিৰ পৰা উদ্ভৱ হোৱা ১৯১৯ চনৰ ভাৰত আইনে ভাৰতীয়ক একেবাৰেই সুখী কৰিব নোৱাৰিলে। ভাৰতৰ ধন-জনৰ বলেৰে প্ৰথম মহাযুদ্ধত জয়ী হৈ, যুদ্ধৰ আগেয়ে দিয়া স্বায়ত্ত শাসনৰ প্ৰতিশ্ৰুতি ওফৰাই বৃটিছে যি মনোবৃত্তি দেখুৱালে তাত ভাৰতীয় জাতীয় কংগ্ৰেছ ক্ষুন্ন হ'ল। ১৯২০ চনৰ ছেপ্তেম্বৰ মাহত লালা লাজপত ৰায়ৰ সভাপতিত্বত কলকাতাত বহা ভাৰতীয় জাতীয় কংগ্ৰেছৰ বিশেষ অধিবেশনখনত গান্ধীজীৰ তত্বাৱধানত নাগপুৰত বহিব লগা আগন্তুক নিয়মীয়া কংগ্ৰেছ অধিবেশনত বৃটিছ চৰকাৰৰ বিৰুদ্ধে অহিংস অসহযোগ আন্দোলন আৰম্ভ কৰিবলৈ স্থিৰ কৰা হ'ল। যিহেতু সেই কলকাতা অধিবেশনতেই কংগ্ৰেছে ভাষাৰ ভেটিত প্ৰদেশ স্থাপনৰ গুণাগথা কৰা শুনা গৈছিল, সেই গতিকে অসমৰ নেতাসকলৰ কাৰণে অসহযোগৰ আঁচনি মনঃপুত হৈ পৰিল। ১৯২০ চনৰ অক্টোবৰ মাহৰ ১১ তাৰিখে গুৱাহাটীত বহা আসাম এছোচিয়েশ্যনৰ এখন বিশেষ অধিবেশনত স্বৰাজৰ কাৰণে অসহযোগ আন্দোলনত যোগ দিয়াৰ প্ৰস্তাৱ গৃহীত হয়। সেই বছৰৰেই ডিচেম্বৰ মাহত যেতিয়া তেজপুৰত আসাম এছোচিয়েশ্যনৰ নিয়মীয়া বছেৰেকীয়া (১৭তম) সন্মিলন বহে, সেই সন্মিলনে একেবাৰেই কংগ্ৰেছ অধিবেশনৰ ৰূপ লয়। তেজপুৰ অধিবেশনৰ মণ্ডপৰ বিভিন্ন তোৰণ তিলক, গান্ধী, চৌকত আলি আদিৰ নামত ৰখা হৈছিল। ইতিমধ্যে নাগপুৰতেই বহা সেই ১৯২০ চনৰ কংগ্ৰেছৰ নিয়মীয়া অধিবেশনত যোগ দি প্ৰবীন নেতা নবীন চন্দ্ৰ বৰদলৈ একেবাৰে কংগ্ৰেছ পন্থী হৈ পৰে। নাগপুৰতেই কংগ্ৰেছ অধিবেশনৰ সময়তেই বহা সদৌ ভাৰত ছাত্ৰ সন্মিলনত যোগ দিবলৈ লক্ষীধৰ শৰ্ম্মাকে ধৰি কেইবাজনো অসমীয়া কলেজীয়া ডেকা গৈছিল। তেওঁলোকেও ঘৰলৈ ঘূৰি অসমক জাতীয় আন্দোলনলৈ সাজু কৰাত ব্যগ্ৰতা দেখুৱালে। এনেদৰে অসমৰ বিভিন্ন ঠাইত অসহযোগৰ তুঁহ জুইকুৰা উমি উমি জ্বলি উঠিল।

ক'ব পাৰি, ১৯১৭ চনত যদি অসমীয়াৰ জাতীয় চেতনা ৰাজনীতিমুখী হৈ পৰিছিল, ১৯২০ চনত সেই ৰাজনীতি সম্পূৰ্ণভাৱে কংগ্ৰেছমুখী হৈ পৰিল। ভাষাৰ ভেটিত ৰাজ্য গঠনত গুৰুত্ব দিয়া কংগ্ৰেছৰ সৰ্ব্বভাৰতীয় নীতিৰ ভিতৰতেই অসমীয়া নেতা সকলে অসমৰ স্বাৰ্থ নিহিত থকা দেখা পালে আৰু সৰ্ব্বভাৰতীয় অনুষ্ঠান কংগ্ৰেছকেই সকলো আশা-ভৰষাৰ থল বুলি আগ্ৰহেৰে সেই অনুষ্ঠনৰ কাৰ্য্যসূচী গ্ৰহণ কৰিলে। অসমীয়াৰ চকুত অসমৰ আৰু ভাৰতৰ সংগ্ৰাম একেখনেই হৈ পৰিল। এই কথাটোও অৱশ্যে কৈ থব লাগিব যে বহু স্বদেশপ্ৰেমী বিশিষ্ট অসমীয়াই কংগ্ৰেছৰ এই আন্দোলনক গ্ৰহণ কৰিব পৰাত নাছিল। ৰাধাকান্ত সন্দিকৈ, গঙ্গাগোবিন্দ ফুকন, ঘনশ্যাম বৰুৱা, শিৱ প্ৰসাদ বৰুৱা, দেৱীচৰণ বৰুৱা, হেমচন্দ্ৰ গোস্বামী, চৈয়দুৰ ৰহমান,

আনন্দ চন্দ্ৰ আগৰৱালা, লক্ষ্মীনাথ বেজবৰুৱাকে ধৰি বহু গণ্য মান্য লোকে এই আন্দোলনৰ সমৰ্থনেৰে তেওঁলোকৰ বৃটিছ আনুগত্য কলুষিত কৰিব নুখুজিলে। কিন্তু উঠি অহা শিক্ষিত ডেকা চামৰ কথা আছিল বেলেগ, নতুন ৰাজনৈতিক বতাহে তেওঁলোকক প্ৰাণ চঞ্চল কৰি তুলিলে।

১৯২১ চনৰ জুন মাহত, মানে প্ৰাদেশিক কংগ্ৰেছ কমিটি স্থাপন হোৱাৰ আগতেই, অসহযোগ আন্দোলনৰ প্ৰচাৰ অসমত আৰম্ভ হয়। এতিয়াৰ দৰেই তেতিয়াও গুৱাহাটী চহৰ আছিল অসমৰ ৰাজনৈতিক প্ৰাণকেন্দ্ৰ। অসমৰ কংগ্ৰেছ আন্দোলনৰ দুজন পুৰোধা, নবীনচন্দ্ৰ বৰদলৈ (১৮৭৫-১৯৩৬) আৰু তৰুণৰাম ফুকন (১৮৭৭-১৯৩৯) গুৱাহাটীৰ হোৱা হেতুকে, সেই চহৰো হৈ পৰিল অসমৰ কংগ্ৰেছ আন্দোলনৰ প্ৰধান কেন্দ্ৰ। এই চহৰৰ পৰাই ১৯২০ চনত কংগ্ৰেছ আন্দোলনত যোগ দিবলৈ ওলাই আহিল বহুবোৰ নেতা। ফুকন ডাঙৰীয়াৰ বিশেষ বিশ্বাসভাজন গোপীনাথ বৰদলৈৰ উপৰিও আছিল ঃ হৰিকৃষ্ণ দাস (১৮৭৫-১৯৫৮), গৌৰীকান্ত তালুকদাৰ (১৮৮৫-১৯৬৬), কামাখ্যাৰাম বৰুৱা (১৮৮৩-১৯৫৫), ৰোহিনী কুমাৰ চৌধুৰী (১৮৮৯-১৯৫৫), বিষ্ণুৰাম মেধী (১৮৮৮-১৯৮০), অম্বিকাগিৰি ৰায়চৌধুৰী (১৮৮৫-১৯৬৭), মহম্মদ তৈয়বউল্লা (১৮৯৪-১৯৬৬), যোগেন্দ্ৰ নাথ বৰুৱা (১৮৮০-১৯৩৭), নিধিৰাম দাস, সিদ্ধিনাথ শৰ্ম্মা (১৮৯১-১৯৬৬), কালীপ্ৰসাদ বৰুৱা আৰু বহুতো। নেতা হিচাপে বৰজনা বৰদলৈ আৰু ফুকনৰ বৈশিষ্ট্য আছিল ইয়াতেই যে তেওঁলোক ভাৰতীয় কংগ্ৰেছ চালিত স্বাধীনতা যুদ্ধত নামি পৰিলেও অসমৰ বিশেষ পৰিস্থিতিৰ কথা সদায় মনত ৰাখিছিল, যাতে সৰ্ব্বভাৰতীয় ,স্বাৰ্থত কাম কৰোঁতে অসমীয়াৰ নিজা স্বাৰ্থলৈ বিঘিনি নাহে। এওঁলোক দুজনে দিয়া শিক্ষা গোপীনাথ বৰদলৈ, অম্বিকাগিৰি ৰায়চৌধুৰী, ফৈজনুৰ আলি (১৮৭৭-১৯৬২) আদি কেইজনমানৰ ৰাজনীতিত জীৱন ব্যাপি থাকি গ'ল।

## ২। অসমৰ বিশেষ পৰিস্থিতিৰ আদি উৎস

অসমৰ বিশেষ পৰিস্থিতিৰ কথাটো অলপ বহলাই কোৱা হওক। ১৮৭৪ চনত বৃটিছে অসমক বঙ্গৰ পৰা ফালি এখন আচুতীয়া কমিছনাৰ-শাসিত প্ৰদেশ কৰিলে যদিও বলপূৰ্বকভাৱে বঙ্গৰ এখন বিশাল জনবহুল আৰু ঘাটি জিলা শ্ৰীহট্টক অসমৰ অন্তৰ্গত কৰি ৰাখিলে আৰু তাৰ পৰাই প্ৰত্যক্ষ ও পৰোক্ষভাৱে উদ্ভৱ হ'ল 'অসমৰ বিশেষ পৰিস্থিতি' সংজ্ঞাটোৰ অন্তৰালত লুকাই থকা বিপদবোৰ। মানৰ দিনৰে পৰা অসমত খিলঞ্জীয়া লোকৰ জনসংখ্যা তেনেই তাকৰ আছিল আৰু সেইখিনিৰো বহুসংখ্যক কানি ৰৰবিহৰ প্ৰতাপত মৃতপ্ৰায় আছিল। এনে অৱস্থাত বৃটিছ প্ৰশাসনীয় কাৰ্য্যত অভিজ্ঞ শ্ৰীহট্টৰ মানুহখিনিয়ে বিশেষকৈ বাঙালী হিন্দু সকলেই চৰকাৰী

বে-চৰকাৰী কাৰ্য্যত মকৰল হৈছিল। ইয়াৰ উপৰিও খিলঞ্জীয়া সকলৰো মাজত একতা নোহোৱা হৈছিল। জনজাতি অ-জনজাতি খিলঞ্জীয়াখিনিৰ মাজত আহোমৰ দিনৰ সম্বন্ধ লোপ পাইছিল। শ্ৰীহট্ট জিলাৰ জনসাধাৰণৰ লগত ব্ৰহ্মপুত্ৰ উপত্যকাৰ লোকসকলৰ ভাষাৰ ফালৰ পৰা কিছু মিল থাকিলেও সাংস্কৃতিক আৰু মানসিকতাৰ অমিল আছিল ব্যাপক। তাতে হিন্দু বাঙালীসকলে অসমীয়া খিলঞ্জীয়া সকলক হেয় জ্ঞান কৰি থকাত দুয়ো পক্ষৰ মাজৰ সম্বন্ধ আছিল তেল আৰু পানীৰ সদৃশ। কুৰি শতিকাৰ প্ৰাৰম্ভণিৰ পৰাহে শিক্ষিত অসমীয়াই অলপ গা কৰি উঠিব পৰা হৈছিল। নিজ প্ৰদেশৰ বিষয়ে চিন্তা কৰিবলৈ লোৱা এই সময়ডোখৰতেই অসমীয়াই দেখিলে সকলোপিনৰ পৰা বহিৰাগতৰ প্ৰভাৱ। হিন্দু বাঙালীয়ে চৰকাৰী চাকৰিবোৰ দখল কৰি ৰখাত অসমীয়াৰ খেদটো আছিল প্ৰকট। সেই তুলনাত মৈমনসিঙকে লৈ পূৰ্ব বঙ্গৰ কেইখনমান জিলাৰ পৰা শান্ত কিন্তু ধাৰাবাহিক গতিৰে আহি থকা বাঙালী মুছলমান পমুৱাৰ বিষয়ত অসমীয়াৰ ক্ষোভ যোৱা শতিকাৰ ত্ৰিছৰ দশকলৈকে প্ৰায় নাছিল বুলিয়েই ক'ব পাৰি। তাৰ পাছতেই গোপানীথ বৰদলৈৰ ৰাজনীতিত ই অসমৰ 'বিশেষ পৰিস্থিতি'ৰ বিশেষ অংগ হৈ পৰে।

তৰুণৰাম ফুকনে দেখা অসমৰ বিশেষ পৰিস্থিতিটো সমৰ্থন কৰি গোপীনাথ বৰদলৈয়ে তেওঁৰ 'তৰুণৰাম ফুকন আৰু তেখেতৰ সম্বন্ধে মই যি জানো' পুথিত বৰ্ণাইছে এনেদৰে ঃ

> "আহোম ৰাজ্যৰ পতনৰ লগে লগে, মান আৰু আফিঙৰ উপদ্ৰৱত অসমীয়া জাতিটো পতনৰ তল খাপত পৰিছিলহি। ইয়াৰ পাছত অতি উচ্চ ধৰণৰ কেইজনমান দেশ আৰু ভাষাপ্ৰেমীক ওলাই এই পতনৰ পৰা জাতিক ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল সঁচা ; কিন্তু তেখেত সকলৰ কাৰ্য্যৱলী অল্পসংখ্যক শিক্ষিত মানুহৰ মাজতে সীমাবদ্ধ হৈ আছিল। হঠাতে ইংৰাজৰ শাসনৰ দ্বাৰা পাৰিপাৰ্শিক পৰিৱৰ্ত্তনৰ লগত সাধাৰণ অসমীয়াই সমূহ ইচ্ছাৰে চলি আত্মৰক্ষা কৰিব নোৱাৰাৰ কাৰণে আৰু ওচৰ চুবুৰীয়া প্ৰদেশবাসী সকলে ইংৰাজ শাসনৰ মোল ভালকৈ বুজি তেওঁলোকৰ প্ৰভাৱ এই দেশত বিস্তাৰ কৰাত অসমীয়া ভাষা, বেহা-বেপাৰ আনকি অসমীয়া কৃষ্টিও বিপন্ন হয়। এই বিপদৰ বিপক্ষে সমূহীয়াভাৱে থিয় হবলৈ অসমীয়াই বিংশ শতিকাৰ আৰম্ভণীৰ পৰাহে শিকিবলৈ ধৰিছিল। জাতীয় ভাৱাপন্ন হোৱাৰ লগে লগে অসমীয়া ডেকাই অসমীয়া আদালতত ওকালতি কৰি জীৱিকা উপাৰ্জন কৰিব লাগে, অসমৰ ব্যৱসায়বিলাক অসমীয়াৰ হাতলৈ আনিব লাগে এনে এটা চিন্তাই অসমীয়াৰ জাতীয় জীৱনত ঠাই লৈছিল।"[১]

এনে দৃষ্টিভঙ্গীৰ কাৰণে ফুকন আৰু বৰজনা বৰদলৈয়ে অসহযোগ আন্দোলনত সোমাই স্কুল কলেজ বৰ্জন আৰু ওকালতি বৰ্জনৰ প্ৰতি পোনতে বৰ উৎসাহিত নাছিল। তেওঁলোকে বিদেশী বস্ত্ৰ আৰু দ্ৰব্য বৰ্জন, চৰখাৰ প্ৰচলন আদিকহে গুৰুত্ব দিব বিচাৰিছিল। কিন্তু পৰম উৎসাহেৰে অসমত অসহযোগৰ বৰশিঙা বজাই ডেকা বুঢ়া সকলোকে জাগ্ৰত কৰা তেজপুৰৰ উকীল চন্দ্ৰনাথ শৰ্ম্মা (১৮৮৯-১৯২২)ই বৰজনা বৰদলৈ আৰু ফুকনকো মান্তি কৰালে গান্ধীজীৰ তিনিওটি বৰ্জন (কাউন্সিল, স্কুল-কলেজ, ওকালতি) গ্ৰহণ কৰিবলৈ। সেইতো কৰিব পাৰিলে এই কাৰণেই যে তেওঁ নিজেই অসমৰ বিশেষ পৰিস্থিতিটো ভালকৈ জানিছিল [২] আৰু অসহযোগ আন্দোলনে অসমীয়াৰ হিত সাধিব বুলি তেওঁ নিশ্চিত আছিল। সৰ্ব্বভাৰতীয় স্বাৰ্থতেই অসমৰ স্বাৰ্থ অন্তৰ্নিহিত বুলি জ্ঞান কৰি শৰ্ম্মাই ধুমুহাৰ গতিৰে অসমৰ সৰ্ব্বত্ৰতে ঘূৰি পকি এই বিৰাট সৰ্ব্বভাৰতীয় জাগৰণটোত অসমক আগশাৰীত থবলৈ ব্যাকুল হৈ পৰিল।

## ৩। অসহযোগ আন্দোলন

১৯২০ চনৰ নৱেম্বৰ মাহৰ দ্বিতীয় ভাগৰ পৰা অসমত অসহযোগ আন্দোলন আৰম্ভ হ'ল বুলি ক'ব পাৰি। সেই তেতিয়াৰে পৰা কামৰূপ জিলাত নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ আৰু বিষ্ণুৰাম মেধী আগশাৰীৰ ৰাজনৈতিক নেতা হৈ ওলাল আৰু চৰকাৰৰ আৰক্ষী চোৰাংচোৱা বিভাগে এইসকলৰ আৰু আন আন নেতাৰ চলন-ফুৰণত চকু দি থাকিবলৈ নেৰিলে। আৰক্ষীৰ বিশেষ চোৰাংচোৱা বিভাগৰ নথিপত্ৰৰ পৰাই অসহযোগ আন্দোলনত গোপীনাথ বৰদলৈৰ নেতৃত্ব আৰু কাৰ্য্যাৱলীৰ প্ৰভূত বিৱৰণ পোৱা যায়।

প্ৰথম কথাটো আছিল বিশেষকৈ গাঁৱৰ ৰাইজৰ মাজত অসহযোগৰ তাৎপৰ্য্য বুজোৱা আৰু ৰাইজে ল'ব লগা কৰ্ম্মপন্থাৰ প্ৰচাৰ। স্বদেশী বস্ত্ৰ ব্যৱহাৰ, হাতে-বোৱা বস্ত্ৰৰ প্ৰচলন, অস্পৃশ্যতা বৰ্জন, হিন্দু মুছলমানৰ মাজত একতা স্থাপন, মাদক দ্ৰব্য বৰ্জন, তিলক স্মৰণী পুঁজিলৈ ধন সংগ্ৰহ আদি গঠনমূলক কামবোৰো মহাত্মাৰ অসহযোগ আঁচনিৰ অন্তৰ্গত আছিল। ক্ৰম অনুসাৰে আন্দোলনৰ সমগ্ৰ কালচোৱাৰ কিছু বিৱৰণে গোপীনাথ বৰদলৈৰ সেই সময়ৰ নেতৃত্বৰ এটা আভাস দিব। ২৪ নৱেম্বৰ (১৯২০) তাৰিখে ক্ষেত্ৰীৰ ওচৰৰ উলুবাম নামে ঠাইত বিষ্ণুৰাম মেধীৰ সভাপতিত্বত বহা এখন সভাত আগন্তুক কাউন্সিল নিৰ্বাচনত ভোট নিদিয়াৰ, সুৰাপানৰ অভ্যাস ত্যাগ কৰাৰ আৰু কানিৰ ব্যৱহাৰ যিমান পৰা যায় কমাই পেলোৱাৰ প্ৰস্তাৱ লোৱা হয়। প্ৰায়

তিনিশ লোকৰ উপস্থিতিৰে হোৱা এই সভাত মেধী আৰু গোপীনাথ বৰদলৈয়ে বক্তৃতা দিয়ে। আৰক্ষী বিভাগৰ মন্তব্য মতে 'অসহযোগীৰ সংগঠন আৰু সফলতা আৰক্ষীয়ে আশা কৰাতকৈও বহুত উত্তম' আছিল।[৩] তিনিদিনৰ পাছত গুৱাহাটীৰ শিলপুখুৰীত গোপীনাথ বৰদলৈৰ সভাপতিত্বত আন এখন সভা বহে আৰু তাত ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈ উপস্থিত থাকে।[৪] ডিচেম্বৰ মাহৰ আদিতে কামৰূপ জিলাত নবীনচন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, গোপীনাথ বৰদলৈ আৰু বিষ্ণুৰাম মেধীৰ নামত কামৰূপবাসীলৈ গোহাৰি জনোৱা হয় যে কাউন্সিল নিৰ্বাচন বৰ্জন কৰাৰ বাবদ ৰাইজে কোনো হাৰাশাস্তি ভুগিব লগা নহব।[৫]

১৯২১ চনৰ আৰম্ভণিত অসমত অসহযোগৰ উত্তাপ উষ্ণতৰ হবলৈ ল'লে। সেই মাহত কলকাতাত শিক্ষাৰ্থীয়ে কলেজ বৰ্জন কৰাৰ বাতৰি অসম পাবলৈহে পালে গুৱাহাটী কটন কলেজৰ কিছু ছাত্ৰ উত্ৰাৱল হৈ পৰিল আন্দোলনত অংশ গ্ৰহণ কৰিবলৈ। তেওঁলোক নবীনচন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধী, গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন আদিৰ ওচৰলৈ গ'ল উপদেশ বিচাৰি।[৬] ১৬ জানুৱাৰী তাৰিখে গুৱাহাটীলৈ আহি চন্দ্ৰনাথ শৰ্ম্মাই এই ছাত্ৰসকলক উদগালে যে অসম এই সৰ্বভাৰতীয় ৰাজনৈতিক জাগৰণৰ পাছত থাকিলে নহব ; আগত থাকিব লাগিব আৰু সেই কাৰণেই চৰকাৰী স্কুল-কলেজ ত্যাগ কৰাতো একান্ত প্ৰয়োজন।[৭] ১৭ জানুৱাৰী তাৰিখে গুৱাহাটীতেই অসমীয়া নেতা সকলৰ এখন বৈঠকত চন্দ্ৰনাথ শৰ্ম্মাই তেওঁৰ ওকালতি পৰিত্যাগ কৰিলে বুলিও ঘোষণা কৰে। এই কথা শুনি বিষ্ণুৰাম মেধী, ৰোহিনী কুমাৰ চৌধুৰী আৰু গোপীনাথ বৰদলৈয়েও তেতিয়া হাতত থকা মোকৰ্দমা কেইটা অন্ত হলেই ওকালতি এৰিবলৈ প্ৰস্তুত হ'ল। স্কুল-কলেজ বৰ্জনৰ কথাটোত আদিতে নবীনচন্দ্ৰ বৰদলৈ আৰু তৰুণৰাম ফুকনে ততালিকে সিদ্ধান্ত নলৈ ভাবি চিন্তি লব বুলি ভাবিছিল। হয়তো গোপীনাথ বৰদলৈৰো চিন্তা তেনে আছিল। কিন্তু এতিয়া পৰিস্থিতি এনে হলগৈ যে ছাত্ৰসকলক বাধা দিয়াতকৈ তেওঁলোকক আন্দোলনত সহায় কৰাটোহে কৰ্ত্তব্য বুলি দেখা দিলে।[৮] চৰকাৰী স্কুল-কলেজ পৰিত্যাগ কৰি অভিভাৱক সকলৰ সাহায্যৰ পৰা বঞ্চিত হোৱা ছাত্ৰসকলক সহায় কৰিবলৈ স্থাপন হোৱা জাতীয় পুঁজিলৈ সেই সভাতে গোপীনাথ বৰদলৈয়ে ২৫০ টকা দান দিয়াৰ প্ৰতিশ্ৰুতি দিয়ে। চন্দ্ৰনাথ শৰ্ম্মাই তেওঁৰ সকলো সম্বলকেই সেই পুঁজিলৈ উচৰ্গা কৰিলে।[৯] তেতিয়া আইন কলেজৰ ছাত্ৰৰ 'ব'ৰ্ডিং হাউচ্' ৰূপে ব্যৱহৃত হৈ থকা উজান বজাৰৰ স্বৰ্গীয় মানিক চন্দ্ৰ বৰুৱাৰ ঘৰটোতেই কটন কলেজ এৰা আৰু অভিভাৱক সকলৰ সাহায্যৰ পৰা বঞ্চিত হোৱা ছাত্ৰ সকলৰ থকাৰ ব্যৱস্থা কৰা হ'ল। ফেব্ৰুৱাৰী মাহত ৰোহিনী কুমাৰ চৌধুৰীয়ে তেওঁৰ ঘৰ এটা আন্দোলনটোৰ হাতত অৰ্পণ কৰিলে যাতে তাত এখন জাতীয় স্কুল

পতা হয়। 'অনুকুল মন্দিৰ' নামৰ এই ঘৰটোত 'তিলক স্মৰণী স্কুল' এখন পতা হয় বুলি আৰক্ষী বিভাগৰ সেই সময়ৰ ভিতৰুৱা ৰিপ'ৰ্টত পোৱা যায়। এই স্কুলৰ সংগঠনত থকা লোকসকল হ'ল নবীনচন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধী, গোপীনাথ বৰদলৈ, নিধিৰাম দাস, কালীপ্ৰসাদ বৰুৱা, ৰোহিনী কুমাৰ চৌধুৰী আৰু লক্ষীৰাম দাস।[10] পাছত এই স্কুলখন চৌধুৰীৰ ঘৰৰ পৰা আসাম ক্লাবলৈ উঠি গ'ল। তাত শিক্ষকতা কৰিবলৈ আগ্ৰহ কৰা সকল আছিল গোপীনাথ বৰদলৈ, উমেশ বৰদলৈ (নবীনচন্দ্ৰৰ পুত্ৰ), অম্বিকা গোস্বামী, মহিউদ্দিন আহমেদ (সোণাৰাম হাইস্কুলৰ প্ৰাক্তন শিক্ষক) আৰু বিষ্ণুৰাম মেধী। তৰুণৰাম ফুকনেও তাত শিক্ষা দিব বুলি কথা দিলে। গোপীনাথ বৰদলৈয়ে ল'লে এই স্কুলৰ প্ৰধান শিক্ষকৰ বাব।[11]

এই প্ৰসঙ্গতে কৈ থোৱা উচিত যে গুৱাহাটীত অসহযোগী ছাত্ৰক সাহায্য দিয়াৰ ক্ষেত্ৰত ১৯২১ চনৰেই জানুৱাৰী মাহত স্থানীয় অসমীয়া আৰু নিগাজী বাঙালী উকীল সকলৰ মাজত এটি মনোমালিন্যই দেখা দিছিল। অসমীয়া উকীল সকলে আৰ্য্য নাট্য সমাজৰ ঘৰটো পৰিয়ালৰ পৰা বিচ্ছিন্ন হোৱা অসহযোগী ছাত্ৰ সকলক ৰখোৱাৰ ব্যৱস্থা কৰিছিল। কিন্তু বাবু সুৰেশ চন্দ্ৰ দাসগুপ্ত, মহেন্দ্ৰ লাহিড়ী, ৰায় বাহাদুৰ কালীচৰণ সেন, তেওঁৰ ভাতৃ উমাচৰণ সেন আৰু আন কেইজনমান বাঙালী ভদ্ৰলোকে হলটোৰ তেনে ব্যৱহাৰ বাঞ্চা নকৰিলে সুৰেশ চন্দ্ৰ দাসগুপ্তই তেওঁৰ প্ৰতিবাদ উপাযুক্তৰ ওচৰলৈ নিবলৈও ভাবুকি দিলে। এনে অৱস্থাত ছাত্ৰৰ কলেজ বৰ্জন অব্যাহত থাকিলে স্থানীয় অসমীয়া আৰু বাঙালী ভদ্ৰলোক সকলৰ মাজৰ কন্দলখন বহল হোৱাৰ ভয় আছিল বুলি আৰক্ষীৰ গোপন ৰিপ'ৰ্টেও কয়।[12] ভাৰতীয় সকলৰ মাজত এনে এখন ঘৰুৱা কন্দল চপাই নলবৰ অৰ্থে অসমীয়া নেতা সকলে ছাত্ৰ সংস্থাপনৰ কাৰণে অন্য উপায় চিন্তিলে।

১৯২১ চনত অসহযোগ প্ৰচাৰৰ ধুমধাম কামৰূপ জিলাত বাঢ়িল। জানুৱাৰী মাহৰ ২৬ তাৰিখে নবীনচন্দ্ৰ বৰদলৈ, ৰোহিনী কুমাৰ চৌধুৰী আৰু বিষ্ণুৰাম মেধীৰ লগত গোপীনাথ বৰদলৈ পলাশবাৰীলৈ গৈ তাত ৬০০ লোকৰ উপস্থিতিত এখন সভা পাতে। এই সভাৰ কথা আগদিনাই মৌজাদাৰ কালীৰাম বৰুৱাই ঢোল পিটাই শুনাই দিছিল। সমবেত লোক সকলৰ মাজত ৫০-৬০ জনমান স্কুল-কলেজৰ ছাত্ৰ আছিল।[13] ফেব্ৰুৱাৰী মাহৰ ৯ তাৰিখে নবীনচন্দ্ৰ বৰদলৈ আৰু গোপীনাথ বৰদলৈয়ে ঘগ্ৰাপাৰাত সভা পাতে।[14] এই ফেব্ৰুৱাৰী মাহৰ প্ৰথম ভাগতেই বেপাৰ বাণিজ্যৰে সংলগ্ন গুৱাহাটীৰ লোক সকলক আন্দোলনলৈ আনিবলৈ প্ৰয়াস কৰা হ'ল। এই উদ্দেশ্যে ১১ ফেব্ৰুৱাৰীৰ দিনা ব্যৱসায়ী বদ্ৰীনাৰায়ণ আগৰৱালাৰ সভাপতিত্বত মাছখোৱাত এখন অসহযোগ প্ৰচাৰ সভা পতা হ'ল। সভাৰ মূল কথা আছিল এই যে ব্যৱসায়ী সমাজে

গান্ধীবাদ অনুসৰণ কৰিলেহে স্বৰাজ সম্ভৱ হ'ব। গোপীনাথ বৰদলৈয়ে ইয়াত যোগ দিলে ফুকন, ৰোহিনী চৌধুৰী, কামাখ্যাৰাম বৰুৱা, নিধিৰাম দাস, উমাকান্ত গোস্বামী, মহিউদ্দিন আহমেদ আদিৰে সৈতে।[১৫] ২৭ ফেব্ৰুৱাৰী তাৰিখে বিষ্ণুৰাম মেধী আৰু ছাত্ৰ নেতা কালীৰাম দাস আৰু থানেশ্বৰ মহৰীৰ আহ্বানত হাজো মাধৱ দেৱালয় মন্দিৰৰ কাষত যিখন সভা বহে তাত এহেজাৰ মান হিন্দু আৰু পাঁচশ মান মুছলমান লোক উপস্থিত আছিল। ফুকন আৰু মেধীৰ লগতে গোপীনাথ বৰদলৈয়েও ইয়াত বক্তৃতা দিয়ে।[১৬] বৃটিছ শাসনৰ সাম্ৰাজ্যবাদী দিশকেইটিৰ পৰা ভাৰতীয় জনসাধাৰণলৈ অহা অমঙ্গলৰ কথা জনসাধাৰণক বুজাবলৈ চেষ্টা কৰা হয় ঃ সৈন্য বিভাগত অপৰ্যাপ্ত ব্যয়, দুৰ্ভিক্ষ নিৰ্মূল ব্যৱস্থাত কৃপনালি, দুৰ্ভিক্ষৰ লগত অহা বেমাৰ-আজাৰৰ প্ৰতি চৰকাৰৰ আওকাণ ; প্ৰথম মহাযুদ্ধত ভাৰতীয় ধন-জনৰ বিপুল ক্ষতি আৰু তাৰ প্ৰতিদানত ৰাজনৈতিক সংস্কাৰৰ পৰিবৰ্তে বৃটিছে ভাৰতবাসীক দিয়া কুলক্ষণীয়া ৰাওলট্ আইনখন - এইবিলাক আছিল বক্তৃতাসমূহৰ বিষয়বস্তু।[১৭]

১৯২১ চনৰ ফেব্ৰুৱাৰী মাহৰ দ্বিতীয় ভাগত স্কুল-কলেজ পৰিত্যাগলৈ স্পৃহা কমি আহিল। প্ৰায়সকল শিক্ষানুষ্ঠান এৰা ছাত্ৰ স্কুল-কলেজলৈ ঘূৰি গ'ল। সেই সময়ত চৰকাৰী নথিপত্ৰৰ মতে, ব্ৰহ্মপুত্ৰ উপত্যকাত মাথোন ৩৮ জন ছাত্ৰইহে ইচ্ছাকৃতভাৱে কলেজ বৰ্জন কৰিছিল। তথাপিও অসহযোগৰ আঁচনি আৰু কংগ্ৰেছ আদৰ্শৰ প্ৰচাৰ পূৰ্ণ উদ্যমে ব্ৰহ্মপুত্ৰ উপত্যকাত অব্যাহত থাকিল। সেই সময়ত আৰু পাছৰ মাহতো কামৰূপ জিলা আৰু তাৰ বাহিৰৰো বিভিন্ন সভা সমিতিত গোপীনাথ বৰদলৈ ব্যস্ত থকাৰ কথা চৰকাৰী গোপনীয় ৰিপ'ৰ্টত পোৱা যায়। ১৩ মাৰ্চৰ দিনা ৰঙিয়া পুলিচ থানাৰ অন্তৰ্গত বালিসত্ৰত গোপীনাথ বৰদলৈৰ সভাপতিত্বত বহা সভাত ২০০ লোক গোট খায়।[১৮] ২০ মাৰ্চৰ দিনা কমলপুৰ থানাৰ অন্তৰ্গত পুঠিমাৰীত সভা বহে। তাত বৰদলৈৰ লগতে কামাখ্যাৰাম বৰুৱা, যোগেন্দ্ৰ নাথ বৰুৱা আৰু মৌলানা তৈয়ব উল্লাই বক্তৃতা দিয়ে।[১৯] ২৬ মাৰ্চ তাৰিখে নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত গোৰেশ্বৰত সভা বহে। বৰজনা বৰদলৈৰ লগতে গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধী, ৰোহিনী কুমাৰ চৌধুৰী আৰু যোগেন্দ্ৰ নাথ বৰুৱাই ৩০০ লোকৰ সমাগম হোৱা এই সভাত অসহযোগ সম্বন্ধে বক্তৃতা দিয়ে। মাদক দ্ৰব্য পৰিহাৰ আৰু স্বদেশী ব্যৱহাৰৰ কাৰণে অনুৰোধেই আছিল ইয়াৰ ঘাই লক্ষ্য।[২০]

এপ্ৰিল মাহত আন্দোলন আৰু এখোপ আগবাঢ়ে। প্ৰাদেশিক কংগ্ৰেছ অনুষ্ঠান গঠনৰ প্ৰচেষ্টা এই মাহৰ উল্লেখযোগ্য ঘটনা। ১০ এপ্ৰিলৰ দিনা গুৱাহাটীৰ লাখটকীয়াৰ মছজিদত হিন্দু আৰু মুছলমানে মিলি ৫০০ লোকৰ উপস্থিতিত ব্যৱসায়ী নুৰুদ্দিন আহমেদৰ সভাপতিত্বত যি সভা বহে তাত মৌলবী শ্বাহ চৈয়দ মহবুবাল হক আৰু

মৌলানা তৈয়ব উল্লাক যুটীয়া সম্পাদক ৰূপে লৈ অসম প্ৰাদেশিক খিলাফট সমিতি স্থাপন কৰা হয়। এই সমিতিৰ কাৰ্য্যনিৰ্বাহক পৰিষদলৈ প্ৰস্তাবিত লোকসকল আছিল ঃ মৌলবী মহিউদ্দিন আহমেদ, মৌলবী নুৰুদ্দিন আহমেদ, মৌলবী নুৰুল হক, মৌলবী বাহাৰুদ্দিন, মৌলবী জালালুদ্দিন আৰু লগতে তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ আৰু গোপীনাথ বৰদলৈ।[২১] ১২ এপ্ৰিলৰ দিনা ফাঁচী বজাৰৰ মাৰোৱাৰী ব্যৱসায়ী নাগৰমল আগৰৱালাৰ সভাপতিত্বত হোৱা সভাত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটি গঠনৰ আৰু পাছদিনা, ১৩ এপ্ৰিলত সম্পূৰ্ণ হৰতাল কৰাৰ কথা উঠে। মজদুৰ বনুৱাকে ধৰি প্ৰায় সাতশ লোক গোট খায়।[২২] ১৭ এপ্ৰিলৰ দিনা নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত টাউন হলত অসমৰ বিভিন্ন ঠাইৰ প্ৰায় এশ লোকৰ উপস্থিতিত অসহযোগ আৰু কংগ্ৰেছ সংক্ৰান্ত কথা লৈ আন এখন সভা বহে। ইয়ালৈ আহিছিল গুৱাহাটীৰ পৰা ঃ কামাখ্যাৰাম বৰুৱা, গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধী, ৰোহিনী কুমাৰ চৌধুৰী, মহম্মদ নুৰুল হক ; তেজপুৰৰ পৰা লক্ষীধৰ শৰ্ম্মা, অমিয় কুমাৰ দাস ; নগাঁৱৰ পৰা কনক চন্দ্ৰ শৰ্ম্মা, গোলাঘাটৰ পৰা ব্ৰহ্মানন্দ দত্ত, গঙ্গাধৰ বৰঠাকুৰ ; ডিব্ৰুগড়ৰ পৰা বসন্ত কুমাৰ বৰদলৈ, বীৰেন্দ্ৰ কুমাৰ গগৈ ; শিৱসাগৰৰ পৰা দুৰ্গা প্ৰসাদ বৰঠাকুৰ আৰু পদ্মধৰ চলিহা। এই সভাত ওকালতি পৰিত্যাগ কৰা কথাটোত বাধ্য বাধকতা যে হ'ব নালাগে সেই কথা স্থিৰ হয়। অকল ১৬ বছৰতকৈ অধিক বয়সৰ ছাত্ৰইহে প্ৰয়োজন বোধ কৰিলে শিক্ষানুষ্ঠান এৰিব লাগে বুলি ঠিৰাং কৰা হয়। সভাই তিলক স্বৰাজ পুঁজিলৈ ধন সংগ্ৰহৰ কাৰণে গাঁৱলৈ সংগ্ৰাহক পঠিওৱাৰো ব্যৱস্থা ল'লে।[২৩]

অসমত কংগ্ৰেছ আন্দোলনৰ জনপ্ৰিয়তা বঢ়াবলৈকে যেন এই এপ্ৰিল মাহৰেই ২২ তাৰিখে তেতিয়াৰ নগাঁৱৰ জাগীৰোডৰ ওচৰৰ ন খোলাত এটি কৌতুহল উদ্দীপক ঘটনা ঘটিল। ই আছিল কানি অপহৰণৰ বিচাৰ। কিনোতাৰ পৰা বলপূৰ্বকভাৱে কানি নিয়াৰ অপৰাধত পাঁচজন অসহযোগী আচামী গ্ৰেপ্তাৰ হৈ ১৮ আৰু ১৯ তাৰিখে হাজোতত আছিল। ২২ তাৰিখে জাগীৰোডৰ ইন্সপেক্চন বঙলাঘৰত বিচাৰ বহিল। বিচাৰ চাবলৈ নগাঁও আৰু ৰহাৰ পৰা অহা ছাত্ৰৰে আৰু ওচৰ-পাজৰৰ গাঁৱৰ লোকেৰে বিচাৰতলি ভৰি পৰিল। লামডিঙৰ পৰা জিলা উপায়ুক্ত আৰু নগাঁও চহৰৰ পৰা পুলিচ চুপাৰিনটেণ্ডেন্ট যেতিয়া আহি পায় তেতিয়া উপস্থিত সমজুৱাই 'বন্দে মাতৰম্', 'মহাত্মা গান্ধী কী জয়', 'চৌকত আলি কী জয়', 'ভাৰত মাতা কী জয়' ধ্বনি দিয়ে। জাতীয় তিৰংগ উৰুৱাই বাটত শাৰী পাতি থিয় দি স্কুলীয়া ছাত্ৰসকলে বন্দে মাতৰম্ উচ্চাৰিলে। আচামীৰ পক্ষে ওকালতি কৰিবলৈ গুৱাহাটীৰ পৰা গৈছিল গোপীনাথ বৰদলৈ, ৰোহিনী কুমাৰ চৌধুৰী আৰু আন দুজন উকীল। নগাঁওৰ পৰাও

গৈছিল বৃন্দাবন চন্দ্ৰ গোস্বামী। অসম্পূৰ্ণ হৈ ৰোৱা এই বিচাৰৰ মোকৰ্দমাত আটাইকেইজন আচামীকে ভাৰতীয় দণ্ডবিধিৰ ৩৭৯ ধাৰা মতে দোষী সাব্যস্ত কৰা হয় আৰু আনটো বিচাৰত সম্পূৰ্ণ সাক্ষ্য প্ৰমাণৰ নাটনিত এজনৰ বাহিৰে বাকীকেইজন আচামী খালাচ হয়। সাক্ষীসকলক অসহযোগী উকীল সকলে তেওঁলোকৰ চিন্তাধাৰাৰে অনাত কিছু কৃতকাৰ্য্য হৈছিল বুলি চৰকাৰী ভিতৰুৱা ৰিপৰ্টেও কৈছিল।[২৪] বছৰটোৰ মাজভাগত অসমত অসহযোগ আন্দোলন আৰু কংগ্ৰেছ সংগঠনৰ কাৰ্য্য লৈ নতুন জোৱাৰ আহিল। মে' মাহৰ ২ তাৰিখে গুৱাহাটীত কালীপ্ৰসাদ বৰুৱা, কৃষ্ণচন্দ্ৰ বৰুৱা, গোপীনাথ বৰদলৈ, ৰোহিনী কুমাৰ চৌধুৰী, মৌলানা তৈয়ব উল্লা, বিষ্ণুৰাম মেধি আৰু যোগেন্দ্ৰনাথ বৰুৱাই তেওঁলোকৰ ওকালতি সেইদিনাৰে পৰা নাকচ ৰাখিবলৈ স্থিৰ কৰিলে।[২৫] ৫ জুন তাৰিখে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ছয়খন জিলাক সামৰি লৈ গুৱাহাটীত অসম প্ৰাদেশিক কংগ্ৰেছ কমিটি গঠন হয়। ইমানদিনে কংগ্ৰেছ মহাসভাৰ অধিবেশনত ভাগ ল'বলৈ যোৱা অসমৰ লোকসকলে সেই কৰ্ম্ম বংগ কংগ্ৰেছৰ অন্তৰ্গত হৈহে কৰিব পাৰিছিল। সুৰমা উপত্যকাৰ কাছাৰ আৰু শ্ৰীহট্ট আগলৈও বংগ কংগ্ৰেছৰ অন্তৰ্গত থাকি গ'ল যদিও, অসমত গঢ়ি উঠা এই প্ৰাদেশিক কংগ্ৰেছৰ প্ৰতিষ্ঠান সমগ্ৰ উত্তৰ-পূব অঞ্চলৰ কাৰণেই এটি অত্যন্ত তাৎপৰ্য্যপূৰ্ণ ঘটনা। সভাপতি হ'ল কুলধৰ চলিহা আৰু উপ-সভাপতি বদ্ৰীনাৰায়ণ আগৰৱালা। সাধাৰণ সম্পাদকৰ বাব ল'লে নবীন চন্দ্ৰ বৰদলৈয়ে। কালীপ্ৰসাদ বৰুৱা আৰু মুহিবুদ্দিন আহমেদ হ'ল সহকাৰী সম্পাদক। যোগেন্দ্ৰনাথ বৰুৱা আৰু দূৰ্গানাথ বৰুৱাই ল'লে ক্ৰমে ধন-ভঁৰালী আৰু হিচাপ পৰীক্ষকৰ ভাৰ। প্ৰাদেশিক কংগ্ৰেছে জিলা, মহকুমা আৰু মৌজা কংগ্ৰেছ কমিটি পাতি গাঁৱৰ ভিতৰলৈকে বিস্তাৰ লভিবলৈ ব্যৱস্থা ল'লে। গুৱাহাটী জিলা কংগ্ৰেছ কমিটিখনৰ সাধাৰণ সম্পাদক হ'ল গোপীনাথ বৰদলৈ। কালীপ্ৰসাদ বৰুৱা আৰু মৌলানা তৈয়ব উল্লাক দিয়া হ'ল সহকাৰী সম্পাদকৰ বাব। প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি পদত পোনতে তৰুণৰাম ফুকনকহে বহুওৱাৰ গুণা-গথা হৈছিল, কিন্তু তেতিয়াও বিভিন্ন চৰকাৰী বাব লৈ থকা ফুকনে অসহযোগত সম্পূৰ্ণকৈ গা ঢালি যোগদান কৰা নাছিল বাবে তেওঁক শেষলৈ সেই পদ দিয়া নহ'ল। বিশেষকৈ ল কলেজৰ শিক্ষকতা বহু পৰলৈকে বৰ্জন নকৰাত বহুতে তেওঁক দুষিলে। তথাপি গোপীনাথ বৰদলৈ আদিয়ে ধৰি-মেলি ফুকনক কুলধৰ চলিহা আৰু নবীন চন্দ্ৰ বৰদলৈৰ লগতে জুলাই মাহৰ ২৮ তাৰিখে নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বোম্বেত বহা বৈঠকলৈ পঠিয়ালে। তেওঁ সেই যাত্ৰাত মহাত্মাজীকো লগ ধৰি ঘূৰি আহি সম্পূৰ্ণ গান্ধীবাদী হৈ পৰিল। গোপীনাথ বৰদলৈয়ে লিখিলে ঃ "যেতিয়া উভতি আহিল, দেখিলো ফুকন ডাঙৰীয়া সম্পূৰ্ণৰূপে এজন বেলেগ পুৰুষ। দেখিলো বাঁহীৰ গৰাকীৰ

ওচৰত ফুকন ডাঙৰীয়াই মন আৰু আত্মা সমৰ্পণ কৰিবলৈ দৃঢ় সংকল্প হৈ আহিছে। অকল সেয়ে নহয়, এই মহামানৱক অসম ভ্ৰমণৰ কাৰণে নিমন্ত্ৰণ কৰিও আহিল। দেখা গ'ল জুলাই মাহৰ পৰা ফুকনৰ মুখত মহাত্মা নীতিৰ বাহিৰে আন ৰাজনীতি নাই ; নিজে যেন আত্মহাৰা হ'ল"[২৬]

## ৪। অসমত মহাত্মাৰ পদাৰ্পণ আৰু আহমেদাবাদ কংগ্ৰেছ

অসমৰ নিমন্ত্ৰণ গ্ৰহণ কৰি ১২ দিনীয়া ভ্ৰমণৰ কাৰ্য্যসূচী লৈ গান্ধীজী ১৮ আগষ্ট তাৰিখে অসম পালেগৈ। এয়া আছিল তেওঁৰ প্ৰথম অসম ভ্ৰমণ। লগত গ'ল মহম্মদ আলি আৰু তেওঁৰ পৰিবাৰ, আজাদ শুভানী, যমুনালাল বাজাজ আদিকে লৈ ১১ জনীয়া সহযাত্ৰীৰ দল। ৰেলেৰে অহা দলটিক বংগ আৰু অসমৰ সীমাৰ পৰা গুৱাহাটীলৈ আগবঢ়াই নিলে অসম প্ৰাদেশিক কংগ্ৰেছৰ সাধাৰণ সম্পাদক নবীন চন্দ্ৰ বৰদলৈয়ে। সমগ্ৰ অসমত জনতাৰ উখল-মাখল লাগিল, যদিও এই উছাহ-উদ্দীপনা দমাই ৰাখিবলৈ চৰকাৰে সকলো প্ৰকাৰৰ প্ৰচেষ্টা চলাইছিল। মহাত্মাই ভ্ৰমণ কৰা প্ৰতিখন চহৰতে - গুৱাহাটী, তেজপুৰ, নগাঁও, যোৰহাট, ডিব্ৰুগড় আৰু শিলচৰত বিপুল জনতাৰ সমাগমেৰে নিৰ্দ্ধাৰিত সকেলাবোৰ কাৰ্য্য সুকলমে সমাধা হয়। প্ৰায় প্ৰতিখন সভাৰ অন্তত বিদেশী কাপোৰ জ্বলোৱা পৰ্বই দেশপ্ৰেম আৰু জাতীয় চেতনা জাগৰণলৈ বিশেষ প্ৰেৰণা যোগালে। গান্ধীজীয়ে মহিলা, ব্যৱসায়ী আদি বিভিন্ন সৰু সৰু গোটৰ লগতো আচুতীয়াকৈ কথা পাতিলে। ব্যৱসায়ীসকলৰ ওপৰত তেওঁ বিশেষ প্ৰভাৱ পেলালে। তেজপুৰত তেওঁ চাহ বাগিচা এখনলৈও যায় আৰু চাহ বাগিচাৰ বনুৱাইও উজনি অসমত দিয়া তেওঁৰ ভাষণ শুনিবলৈ আহে। অৱশ্যে বাগিচা মালিকসকলে বনুৱাৰ এনে আচৰণৰ পক্ষে নাছিল। বাগিচা মালিক সকললৈ গান্ধীজীয়ে আহ্বান জনালে বনুৱাৰ মাজত নিৰক্ষৰতা দূৰীকৰণ আৰু স্বদেশী প্ৰচলন কৰাবলৈ। অসহযোগ আন্দেলনৰ আদিতেই গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধী আদিয়ে তেওঁলোকৰ ৰাজহুৱা বক্তৃতাত কানি, সুৰাপান আৰু ধুমপান পৰিত্যাগ কৰিবলৈ অনুৰোধ কৰিছিল। এতিয়া মহাত্মাইও অসমত কানি নিবাৰণৰ বিষয়টোত গুৰুত্ব আৰোপ কৰাত স্বেচ্ছাসেৱক সকল মাদক দ্ৰব্য নিবাৰণৰ অভিযানত ব্যস্ত হৈ পৰে আৰু গান্ধীজী ঘূৰি যোৱাৰ পাছতো কেইমাহ মানলৈ তেওঁলোকে অনুপ্ৰেৰণাৰে এই অভিযান চলাই নিলে।

গান্ধীজীৰ উপস্থিতিয়ে অসমত কংগ্ৰেছ আন্দোলনৰ জনপ্ৰিয়তা বঢ়ালে। লগতে গান্ধীজীক গুৱাহাটীত আলহী ৰখা আৰু তেওঁৰ লগত অসমত সকলো ঠাইতে ঘূৰি, তেওঁৰ ভাষণবোৰ অসমীয়ালৈ অনুবাদ কৰি দিয়া তৰুণৰাম ফুকনকো এতিয়া

অসমৰ কংগ্ৰেছীয়ে পুণৰ অবিসম্বাদী নেতা বুলি মানি ল'লে। ইতিমধ্যে তেওঁ প্ৰাদেশিক কংগ্ৰেছৰ সভাপতিৰ ভাৰখন কুলধৰ চলিহাৰ পৰা লৈছিলেই। এতিয়া গান্ধীজী ঘূৰি যোৱাৰ দুদিনমান পিছতেই, ৩ চেপ্তেম্বৰৰ দিনা প্ৰচাৰ কৰ্ম্মত অধিক গুৰুত্ব দিবৰ কাৰণে গুৱাহাটী জিলা কংগ্ৰেছৰ কাৰ্য্যনিৰ্বাহিক কমিটিখনো পুনৰ নিৰ্ম্মাণ হ'ল। তৰুণৰাম ফুকনো ইয়াৰো সভাপতি হ'ল। গোপীনাথ বৰদলৈ আৰু যোগেন্দ্ৰনাথ বৰুৱা হ'ল যুটীয়া সম্পাদক। অম্বিকাগিৰি ৰায়চৌধুৰী হ'ল সহকাৰী সম্পাদক আৰু আন সদস্য সকল হ'ল ঃ জীৱেশ্বৰ শৰ্ম্মা, ৰোহিনী কুমাৰ চৌধুৰী, ফায়জুদ্দিন আহমেদ, বদ্ৰীনাৰায়ণ অগ্ৰৱাল, উমৰুদ্দিন, নিধিৰাম দাস, কুমুদেশ্বৰ গোস্বামী, জালালুদ্দিন আহমেদ আৰু ৰবিসিং মনিপুৰী।[২৭] সভা-সমিতিবোৰত ফুকনে ৰাইজক বিশ্বাস জনাব খুজিলে যে মহাত্মাৰ মতে চলিলে ৩১ ডিচেম্বৰৰ ভিতৰতে স্বৰাজ আহিবই। জিলা কমিটিবোৰৰ কৰ্ত্তব্য ফুকনে এনেকৈ বৰ্ণালে ঃ জিলাৰ লোকৰ মাজত যঁতৰ আৰু সুতা বিতৰণ, বিদেশী বস্ত্ৰ বিক্ৰীৰ প্ৰতি নিৰুৎসাহ দেখুওৱা, স্বদেশী বস্ত্ৰ পোৱা ঠাইৰ সন্ধান দিয়া, স্বদেশী বস্ত্ৰ বিক্ৰেতা সকলক মানপত্ৰ প্ৰদান কৰা, বিদেশী বস্তু নেবেচে বুলি প্ৰতিজ্ঞাবদ্ধ হৈও সেই প্ৰতিজ্ঞা ৰক্ষা কৰিব নোৱাৰা ব্যৱসায়ী সকলৰ প্ৰতি দৃষ্টি ৰখা, স্বদেশী দোকান খুলিবলৈ আগ্ৰহ কৰা সকলক স্বৰাজ ফান্দৰ পৰা অৰ্থ সাহায্য প্ৰদান কৰা।[২৮]

১৯১৭ চনৰে পৰা মহাত্মাৰ আধ্যাত্মিক ৰাজনীতিত মুগ্ধ হৈ থকা গোপীনাথ বৰদলৈলৈ গান্ধীজীৰ অসম ভ্ৰমণে আনিলে বিপুল আনন্দ, অনুপ্ৰেৰণাৰ এক অবৰ্ণনীয় হিল্লোল। বহু বছৰৰ পাছত বৰদলৈয়ে সেই কথা সুৰঁৰিলে এনেকৈ ঃ

> "মই সেই সময়ত গুৱাহাটী জিলা কংগ্ৰেছৰ সম্পাদক আছিলো আৰু সেই বাবেই তেখেতক অভ্যৰ্থনা জনাবৰ কাৰণে গোট খোৱা তেখেতৰ গুণগ্ৰাহী সকলৰ আগশাৰীত ঠাই পোৱাৰ মোৰ সৌভাগ্য হৈছিল। মই তেখেতৰ চৰণ কমল স্পৰ্শ কৰিব নোৱাৰিলো যদিও খোজত স্পৰ্শ কৰিয়েই পৰম তৃপ্তি লাভ কৰিছিলো।[২৯]

প্ৰাদেশিক কংগ্ৰেছৰ , সভাপতি ফুকনৰ নিৰ্দ্দেশতেই মহাত্মা উভতি যোৱাৰ পাছত গোপীনাথ বৰদলৈয়ে কামৰূপ জিলাৰ বাহিৰতো কংগ্ৰেছৰ সংগঠন কাৰ্য্যত ঘূৰিব লগা হৈছিল। ১৮ চেপ্তেম্বৰ তাৰিখে তেওঁ গোলাঘাটৰ পৰা লক্ষীমপুৰলৈ গ'ল, তাৰ স্থানীয় কংগ্ৰেছ কমিটিৰ হিচাপ-নিকাচ পৰীক্ষা কৰিবলৈ আৰু লগতে অসহযোগ আন্দোলনৰ কাৰণে ধনো সংগ্ৰহ কৰিলে। তাৰ পাছতেই তেওঁ শিৱসাগৰলৈ গৈ তাৰ পৰা ২৩ চেপ্তেম্বৰ তাৰিখে উভতিলে।[৩০] সেই তাৰিখেই তেওঁ দেৰগাঁৱত বহা অসহযোগৰ সভা এখনতো যোগ দিলে। ১৯ আৰু ২৩ চেপ্তেম্বৰত ক্ৰমে ডিব্ৰুগড় আৰু শিৱসাগৰ কংগ্ৰেছ কমিটিৰ অসহযোগ সংক্ৰান্ত হিচাপ পৰীক্ষা কৰি তেওঁ ৮

অক্টোবৰ তাৰিখে যোৰহাটৰ পৰা নগাঁৱলৈ গৈ ৰহাত এৰাতি কটাই গুৱাহাটী পালেগৈ।[৩১] বৰদলৈৰ এই উজনি অসম ভ্ৰমণত গুৱাহাটীৰ মহিউদ্দিন আহমেদো তেওঁৰ লগত আছিল। ২১ অক্টোবৰ তাৰিখে বকো থানাৰ অন্তৰ্গত খামেৰ গাঁৱত বহা অসহযোগ -খিলাফৎ সভা এখনত গোপীনাথ বৰদলৈ, মহিউদ্দিন আহমেদ আৰু চৈয়দ আলিয়ে বক্তৃতা দিয়ে।[৩২] ইয়াৰ পাছত বৰদলৈ ব্যস্ত হৈ পৰিল গোৱালপাৰা জিলাত ঘটা কাৰ্য্যত। ২৫ অক্টোবৰ তাৰিখে মানকাছাৰৰ এখন সভাত গোপীনাথ বৰদলৈৰ প্ৰস্তাৱ ক্ৰমে ১৯ জন সদস্যৰে ধুবুৰী কংগ্ৰেছ কমিটিৰ অন্তৰ্গত মান-কাছাৰ কংগ্ৰেছ উপ-কমিটি গঠিত হয়।[৩৩] মানকাছাৰৰ এই সভাখন গুৰুত্বপূৰ্ণ আছিল। সেই সময়ত গাৰো পাহাৰ জিলাৰ প্ৰশাসনীয় কৰ্তৃপক্ষৰ বিৰুদ্ধে মানকাছাৰৰ অসহযোগী বেপাৰী আৰু গাৰোৱান সকলৰ ধৰ্ম্মঘটটোৱে এক সংকটময় সমস্যাৰ সৃষ্টি কৰিছিল। তিনি সপ্তাহ জুৰি গাৰো পাহাৰলৈ যোগান আৰু মানকাছাৰৰ পৰা গাৰো পাহাৰলৈ মালগাড়ী যোৱাও একেবাৰে বন্ধ হৈ গৈছিল। আনকি মানকাছৰৰ মানুহে গোৰাবন্ধাত বহা হাটকো পৰিত্যাগ কৰিছিল. যিসকলে লুকাই-চুৰকৈ তালৈ গৈছিল সেইসকলে হয় শাস্তি স্বৰূপে ধন ভৰিব লগা হৈছিল, নহয় সমাজৰ গৰিহণা খাইছিল। এই ধৰ্ম্মঘটৰ নেতা আছিল মানকাছাৰৰ ডাঃ আব্দুল আজিজ আৰু তেওঁৰ সহযোগী সকলৰ ভিতৰত আছিল তেওঁৰ ভাতৃ কালাই দেৱানীয়া আৰু শৈলেন্দ্ৰ মোহন মজুমদাৰ। ধৰ্ম্মঘট ইমানেই সফল হৈছিল যে ১৬ অক্টোবৰ তাৰিখে যেতিয়া গাৰোপাহাৰৰ চিভিল চাৰ্জন আৰু তেওঁৰ পৰিবাৰে ৰৌমাৰীত উপস্থিত হৈ তুৰালৈ যাবলৈ বাহন বিচাৰিলে তেতিয়া কোনো বাহন তেওঁলোকক দিয়া নহ'ল। এই ঘটনাৰ পাছত গোৱালপাৰা জিলাৰ উপায়ুক্ত আৰু পুলিচ চুপাৰিনটেণ্ডেন্ট ঘটনাস্থলীলৈ গৈ ডাঃ আজিজ আৰু তেওঁৰ সহযোগী সকলক থানালৈ লৈ গ'ল। বেপাৰী আৰু গাৰোৱান সকলক কৰ্তৃপক্ষই নিৰ্দ্দেশ দিলে যাতে কোনো অসহযোগী স্বেচ্ছাসেৱকক গাৰোপাহাৰলৈ যাবলৈ সুবিধা দিয়া নহয় আৰু ধৰ্ম্মঘট যদি অব্যাহত থাকে তেনেহলে মানকাছাৰৰ কোনো বেপাৰী বা গাৰোৱানক গাৰো পাহাৰৰ পৰা কপাহ আনিবলৈ বা তাত আন বেহা-বেপাৰ কৰিবলৈ দিয়া নহ'ব। এই হুকুম শুনি বেপাৰীসকল আৰু স্বেচ্ছাসেৱক সকলৰো ভালেকেইজনে অসহযোগ ত্যাগ কৰিবলৈ ওলাল। অসহযোগৰ জনপ্ৰিয়তা খহি পৰিবলৈ ওলোৱাৰ এই ক্ষণটোতেই ডাঃ আজিজে আহ্বান কৰা ২৫ অক্টোবৰৰ সভাত গোপীনাথ বৰদলৈৰ বক্তৃতাই সেই স্খলনত কিছু বাধা দিব পাৰিছিল বুলি চৰকাৰী গোপনীয় নথি-পত্ৰত পোৱা যায়।[৩৪] গোপীনাথ বৰদলৈ তৰুণৰাম ফুকনৰ বিশেষ স্নেহ আৰু বিশ্বাসভাজন হোৱাৰ কাৰণে আৰু বৰদলৈৰো ফুকনৰ প্ৰতি প্ৰগাঢ় ভক্তি থকাত, ফুকনৰ অসহযোগ কালৰ প্ৰায় সকলো ভ্ৰমণতেই বৰদলৈয়ো লগত আছিল।

১৯২১ চনৰ নৱেম্বৰ মাহত চিপাঝাৰ, পশ্চিম চমৰীয়া, গোৱালপাৰা মহকুমাৰ পূব অঞ্চল, বকো, ছয়গাঁও ইত্যাদি ঠাইত ফুকনৰ উপস্থিতিত হোৱা বিৰাট সভাবোৰত বৰদলৈ লগতে আছিল। তেওঁ দেখিলে আনকি নৱেম্বৰ মাহৰ তৃতীয় ভাগলৈকে ফুকন অসহযোগ আন্দোলনৰ সাৰ্থকতা সম্পৰ্কে দৃঢ় আছিল। ফুকনে কৈছিল যে অলপ সংখ্যক লোকে ত্যাগ আৰু আত্মাহুতি দিবলৈ সাজু থাকিলে অসহযোগ সম্পূৰ্ণ হ'ব পাৰে, মানে স্বৰাজ আহিব পাৰে। ২৫ নৱেম্বৰ তাৰিখে দক্ষিণ কামৰূপৰ বকোত বহা দুদিনীয়া সভাত ফুকনে ৰাইজক বুজালে কেনেকৈ গাঁৱলীয়া কৰ্মচাৰীসকলে পদ ইস্তফা দিব লাগিব, কেনেকৈ পঞ্চায়তৰ জৰিয়তে নিজৰ ভিতৰতেই মেল মীমাংসা কৰি দ্বন্দ্ব-সংঘৰ্ষ দূৰ কৰি আদালত ত্যাগ কৰিব লাগিব আৰু কেনেকৈ কানি-ভাং-মদ আদি ৰাগিয়াল বস্তু বৰ্জন কৰিব লাগিব। ইতিমধ্যে দিল্লীত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ অধিবেশনত মহাত্মাজীকো দেখা কৰি অহা ফুকনে 'সবিনয় অবজ্ঞা' বা আইন অমান্য আন্দোলনৰ তত্ত্বও ৰাইজক বুজালে এইদৰে যে অসৎ আইন অমান্য কৰি বা চৰকাৰী কৰ্তৃত্তৰ অসৎ হুকুম অবজ্ঞা কৰি যদি কোনো দলবদ্ধ অসহযোগীয়ে পুলিচৰ বাধা স্বত্তেও সেই আইন-হুকুমৰ বিপক্ষে থিয় দিয়ে তেওঁলোকে চিপাহীৰ গুলিলৈকো ভয় নকৰি প্ৰাণ দিবলৈকো সাজু থাকিব লাগিব। জখম বা মৃত্যু ভয়ে লক্ষ্যক ভ্ৰষ্ট কৰিবলৈ দিব নালাগিব আৰু লগতে হিংসা ভাৱো পোষণ কৰিব নোৱাৰিব। তেওঁ ক'লে যদি ৰাইজে এনে কাম কৰিবলৈ সংঘবদ্ধ ভাৱে সাহিয়াল হয় তেনেহলে মহাত্মাজীয়ে আইন অমান্য আন্দোলনো চলাই দিব।[৩৫] বকোৰ এই সভাখন আৰু বকো ঠাইখনেই অসমত হোৱা ভাৰতীয় স্বাধীনতা যুদ্ধৰ এক গৌৰৱময় অধ্যায়। ২৫ অক্টোবৰ তাৰিখে ফুকনৰ কথা শুনি ৰাইজে ক'লে যে সেই অঞ্চলৰ সাতখন তালুকৰ মানুহ মিলি পতা ৰাইজৰ মেলত ফুকনৰ উপদেশ বিচাৰ কৰি ৰায় দিব। পাচদিনা পাঁচ হেজাৰ মানুহৰ উপস্থিতিত পুনৰ সভা বহিল আৰু তিনিজন মুখিয়াল লোকে ফুকন আৰু গোপীনাথ বৰদলৈক জনালে যে ফুকনৰ লগত ৰাইজ একমত হৈছে। তেওঁলোকো সংঘবদ্ধভাৱে আইন অমান্য আন্দোলন কৰিবলৈ সাজু।[৩৬]

বকো এৰি বাৰ মাইল বাট খোজ কাঢ়ি ফুকন আৰু বৰদলৈ গ'ল ছয়গাঁৱলৈ। বৰদলৈয়ে ফুকনৰ শৰীৰত ক্লান্তিৰ অকণোকে চিন নেদেখিলে। তাৰ পৰা তেওঁলোক বাছেৰে গুৱাহাটীলৈ উভতিল। ইতিমধ্যে ফুকনৰ বক্তৃতাক বিকৃত কৰি কোনোবাই শ্বিলঙত চৰকাৰৰ কাণ চোৱালে আৰু লগে লগে ৰাজ্যপাল চাৰ উইলিয়াম মৰিচনে ২ ডিচেম্বৰ তাৰিখে 'ক্ৰিমিনেল্ ল-এমেণ্ডমেন্ট এক্ট'খন জাৰি কৰি ২৭ নৱেম্বৰ তাৰিখে কেন্দ্ৰীয় কংগ্ৰেছৰ নিৰ্দ্দেশ মতে অসম কংগ্ৰেছে গঠন কৰা স্বেচ্ছাসেৱকৰ দলক বে-আইনী ঘোষণা কৰিলে। ভুৱা বাতৰি ওলাল এই বুলি যে কংগ্ৰেছ সংগঠনে ট্ৰেজাৰী

লুট আৰু শান্তিপ্ৰিয় লোকৰ ওপৰত জোৰ-জুলুম কৰাৰ আঁচনি গ্ৰহণ কৰিছিল। তাতে ক্ষান্ত নাথাকি চৰকাৰে ৬ ডিচেম্বৰ তাৰিখে ফুকন, নবীন চন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধী, ৰোহিনী কুমাৰ চৌধুৰী, মঃ তৈয়ব উল্লা, মৌলানা মহিবুদ্দিন প্ৰমুখ্যে এঘাৰজন লোকক গ্ৰেপ্তাৰ কৰি গুৱাহাটী জেলত আটক কৰি ৰাখিলে।[৩৭] ফুকন আৰু বৰজনা বৰদলৈৰ গ্ৰেপ্তাৰৰ দিনাই গুৱাহাটীত কুলধৰ চলিহাৰ সভাপতিত্বত এখন সভা বহে। আৰু তাত চলিহাই সভা-সমিতিৰ কাল উকলিল বুলি ঘোষণা কৰিলে। গোপীনাথ বৰদলৈয়ে তাতে যোগ দি ৰাইজক স্বেচ্ছাসেৱক হ'বলৈ আহ্বান জনালে। ফুকনৰ ওপৰত কোনো শাস্তি বিহা নহ'ল। কিন্তু নবীন চন্দ্ৰ বৰদলৈক ১৮ মাহৰ জেইল দিয়া হ'ল। তৈয়ব উল্লাই পালে ছয় মাহৰ আৰু বিষ্ণুৰাম মেধী আৰু ৰোহিনী কুমাৰ চৌধুৰীয়ে ন মাহৰ জেইলৰ শাস্তি। গোপীনাথ বৰদলৈৰ ওপৰতো পৰোৱনা জাৰি হৈছিল কিন্তু আগন্তুক আহমেদাবাদ কংগ্ৰেছত অসম প্ৰাদেশিক কংগ্ৰেছক প্ৰতিনিধিত্ব কৰিবৰ কাৰণে তেওঁ নিৰ্বাচিত হোৱাত পুলিচৰ হাতত ধৰা দিয়া নাছিল।[৩৮] কামৰূপ জিলাৰ কংগ্ৰেছৰ নেতাসকলৰ আৰু খিলাফৎ আন্দোলনৰো উদ্যোক্তা সকলৰ গতি-বিধিয়ে শ্বিলঙৰ প্ৰশাসনীয় কৰ্তৃপক্ষক এনেভাৱে বিৰক্ত কৰিলে যে দুয়োকে দমাবলৈ চৰকাৰে 'চিডিচিয়চ্ মিটিংচ্ এক্ট' (১৯১৭) খনো ১৯২২ চনৰ ৩১ জানুৱাৰীৰ পৰা নগাঁও বাদে ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাকী সকলো ঠাইতে কাৰ্য্যকৰী কৰিলে। বকো ৰাইজক শাস্তি বিহিবলৈ তাত আনকি এবিধ বিশেষ শাস্তি কৰ বহুৱালে আৰু বকোৰ ডেকা শিক্ষিত স্বেচ্ছাসেৱক সকলক হাত কেৰেয়া পিন্ধাই গুৱাহাটী থানালৈ এই ত্ৰিশ মাইল বাট অমানুষিকভাৱে খোজ কঢ়োৱাই নিয়ালে। এনে দমন নীতিয়ে অসহযোগৰ প্ৰতি সাধাৰণ জনগণৰ উৎসাহ দমাব নোৱাৰিলে। শ শ মানুহে জেললৈ যাবলৈ বিশেষ আগ্ৰহহে দেখুৱালে।

জাতীয় কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন আহমেদাবাদত ২৭ আৰু ২৮ ডিচেম্বৰ তাৰিখে অনুষ্ঠিত হ'ল। অসমৰ পৰা চন্দ্ৰনাথ শৰ্ম্মা, গোপীনাথ বৰদলৈ, জ্যোতিপ্ৰসাদ আগৰৱালাকে ধৰি ভালেকেইজন সদস্যই যোগ দিয়ে। অসমৰ দলটিয়ে অসমৰ বিষয়ে গান্ধীজীৰ লগত কথা হ'বলৈ বৰদলৈক পাচিলে। বৰদলৈয়ে গান্ধীজীৰ লগত তেওঁৰ বাবে সজোৱা অস্থায়ী ঘৰটোত একেধাৰে কেইবাঘন্টা ধৰি কথা-বতৰা পাতিলে - একেলেথাৰিয়ে নহয়, কৰ্মৰত ৰাষ্ট্ৰৰ কৰ্ণধাৰজনৰ কামবোৰৰ কিছু কিছুত সহায় কৰি থকাৰ মাজে মাজেহে। কোনো আৱশ্যকীয় সৰু সৰু কমিটিলৈ গান্ধীজীয়ে বৰদলৈক পুৱা চাৰি বজাতে মাতি নিছিল আৰু কোনোদিনা তেওঁ ৰাতি বাৰ বজাতহে উলটি আহিব পাৰিছিল, দুপৰীয়া আহাৰৰ বাবে ক্ষন্তেক সময়হে অৱসৰ পাইছিল। এই গান্ধী সান্নিধ্যই বৰদলৈক দিলে গান্ধীজীৰ কামৰ পদ্ধতিৰ জ্ঞান আৰু লগতে সময়ৰ

সদ্ব্যৱহাৰৰ অভিজ্ঞতা। গান্ধীজীয়ে বৰদলৈক উপদেশ দিলে এই বুলি যে যি বক্তৃতা দিয়াৰ অপৰাধত ফুকনক চৰকাৰে অভিযুক্ত কৰিলে সেই বক্তৃতা লিখি লৈ সকলোৱে যেন অসমৰ সভাই সমিতিয়ে আওৰায়। তেওঁ আৰু ক'লে যে যিসকল স্বেচ্ছাসেৱকে অতি কঠোৰ নিৰ্য্যাতনৰ সন্মুখীন হৈও নিজৰ অহিংসা আন্দোলনৰ ভাৱধাৰা বাহাল ৰাখিব পাৰে, তেওঁলোকে মদ, কানি আদি মহলৰ বিক্ৰী কেন্দ্ৰৰ সন্মুখত পিকেটিং কৰিব লাগে আৰু শেষজন কৰ্মী বাহিৰত থকালৈকে আন্দোলন চলাই নিব লাগে।[৩৯] আহমেদাবাদত অসমৰ প্ৰতিনিধিসকলে গৌৰৱ উপলব্ধি কৰিছিল কংগ্ৰেছ সভামণ্ডপত অসহযোগত যোগ দিয়া নেতৃস্থানীয় নামবোৰৰ তালিকাত ফুকন, নবীনচন্দ্ৰ বৰদলৈ আৰু অসমৰ আন নেতা সকলৰ নাম দেখি। অসমকো প্ৰথম স্থানত থোৱা হৈছিল। অসমৰ অসহযোগ আন্দোলনৰ প্ৰথম ভাগত চাৰিহাজাৰতকৈও অধিক সংখ্যক লোক জেললৈ গৈছিল। মহাত্মাৰ আজ্ঞাত ভাৰতীয় জাতীয় কংগ্ৰেছৰ হৈ পৰিদৰ্শক হিচাবে ১৯২২ চনৰ মে' মাহত অসমলৈ অহা সৰ্বভাৰতীয় নেতা ৰাজেন্দ্ৰ প্ৰসাদ আৰু মদন মোহন মালব্যই অসমত হোৱা চৰকাৰী অত্যাচাৰৰ তীব্ৰতা আৰু অসমৰ ৰাইজৰ আন্দোলনলৈ কৰা ত্যাগৰ আৰ্হি ব্যক্ত কৰে। ঠিক তেনেকৈয়ে মতিলাল নেহৰুৰ পৰিচালনাত হোৱা অসহযোগ তদন্ত সমিতিৰ সভ্য হৈ অসমলৈ আহি চক্ৰবৰ্ত্তী ৰাজাগোপালাচাৰীয়েও অসমৰ অসহযোগী কৰ্মী সকলৰ মাজত বিৰাজ কৰা শৃংখলা সমগ্ৰ ভাৰততেই বিৰল বোলে। গান্ধীজীয়েও তেওঁৰ কাকত 'ইয়ং ইণ্ডিয়া'ত ক'লে যে ৭৮ জন অসমীয়া উকীলৰ ১৫ জনেই ওঁকালতি এৰি দি যি উদাহৰণ দেখুৱালে সি সমগ্ৰ ভাৰততেই এক বিৰল উদাহৰণ আছিল।

আহমেদাবাদৰ পৰা ঘূৰি আহি গোপীনাথ বৰদলৈ স্বেচ্ছাসেৱক বাহিনী গঠনত ঘূৰে। সেই সময়ত আনকি বহুগৰাকী অসমীয়া মহিলা স্বেচ্ছাসেৱিকা গঠনৰ প্ৰচাৰ কাৰ্য্যত নিমগ্ন হৈছিল। অৱসৰ প্ৰাপ্ত জেইলৰ নীলকান্ত বৰুৱাৰ পত্নী, ভদ্ৰেশ্বৰী বৰুৱা, গোপীনাথ বৰদলৈৰ বিধবা বাইদেৱেক শশীকলা, কমলাকান্ত ভট্টাচাৰ্য্যৰ জীয়ৰী এগৰাকীয়ে সেই সময়ত কমলপুৰত তেনে প্ৰচাৰ কাৰ্য্যত ব্যস্ত আছিল।[৪০] ১৯২২ চনৰ ১১ জানুৱাৰী তাৰিখে গুৱাহাটী জিলা কংগ্ৰেছৰ সম্পাদক গোপীনাথ বৰদলৈ গ্ৰেপ্তাৰ হয়। অৱশ্যে তিনিদিনৰ পাছতেই তেওঁক এৰি দিয়ে।[৪১] কিন্তু ফেব্ৰুৱাৰী মাহৰ ৮ তাৰিখে গোপীনাথ বৰদলৈ, শিশিৰ কুমাৰ বৰুৱা আৰু জ্ঞাননাথ বৰাক পুলিচে ধৰে আৰু জিলা কংগ্ৰেছৰ অফিছঘৰটো বন্ধ কৰি দিয়ে। ২৪ ফেব্ৰুৱাৰী তাৰিখে হোৱা বিচাৰত বৰদলৈৰ এবছৰ সাধাৰণ কাৰাদণ্ড হয়।[৪২]

বৰেণ্য নেতা সকল গ্ৰেপ্তাৰ হোৱাৰ পাছতেই, ভাৰতৰ অন্য বহু ঠাইৰ দৰেই অসমৰ আন্দোলনটোলৈও এক উশৃংখলতা আহি পৰিছিল। বৃটিছৰ প্ৰতি এক প্ৰৱল

হিংসাৰ ভাব জাগি উঠিছিল আৰু এই উশৃংখলতা স্বেচ্ছাসেৱক সকলৰ আচৰণত প্ৰকাশ পালে।[৪৩] অৱশেষত যেতিয়া বিহাৰৰ গৰখপুৰৰ ওচৰৰ চৌৰিচৌৰাৰ পুলিচ বধৰ কাণ্ডটো ১৯২২ চনৰ ফেব্ৰুৱাৰী মাহৰ আৰম্ভণীতে ঘটিল, গান্ধীজীয়ে আদৰ্শ অসহযোগ আন্দোলনৰ কাৰণে ভাৰতীয় জন-গণ তেতিয়াও সাজু হ'বলৈ বাকী বুলি আন্দোলনটোক হঠাতে স্থগিত কৰিলে। কেন্দ্ৰীয় কংগ্ৰেছে সেই অনুসাৰে গুজৰাটৰ বৰদলিত ১২ ফেব্ৰুৱাৰী দিনা 'আইন অমান্য' কাৰ্য্য বন্ধ কৰিবলৈ প্ৰস্তাৱ ল'লে। গান্ধীজীৰ ঘোষণা শুনি তেতিয়া পুৰীত মৃত্যু শয্যাত থকা অসমৰ অসহযোগ আন্দোলনৰ আদি নেতা আৰু বিশ্ৰামবিহীন সংগঠক চন্দ্ৰনাথ শৰ্ম্মা হতভম্ব হ'ল। তেওঁ গান্ধীজীৰ সিদ্ধান্তত সন্মত হ'ব নোৱাৰিলে। তেওঁ প্ৰশ্ন তুলিলে ঃ মাথোন ভাৰতবাসীৰ হৃদয়ত অহিংস আৰু আধ্যাত্মিক শক্তি জগাই তোলাই যদি মহাত্মাৰ লক্ষ্য আছিল তেনেহলে এনে এটি বিশাল ৰাজনৈতিক জাগৰণৰ প্ৰয়োজন আছিল ক'ত ? পূৰ্ণতাৰ পথলৈ গতি কৰোঁতেই আন্দোলনটোক দমাই থবলৈ ওলোৱাত গান্ধীজীৰ প্ৰতি অসন্তোষ প্ৰকাশ কৰি ভাৰতৰ বহু বিশিষ্ট বৰেণ্য নেতাই সেই একেটা প্ৰশ্নকে কৰিলে।

ইয়াৰ বিপৰীতে ইতিমধ্যে বন্দীশালত সোমোৱা গোপীনাথ বৰদলৈৰ ভাৱ আছিল অন্য ধৰণৰ। আহমেদাবাদত গান্ধীজীৰে সাক্ষাৎ হৈ পোৱা গভীৰ আনন্দ আৰু উপলব্ধিৰ ঠিক পাছতেই অহা কঠোৰ কাৰাবাসৰ কথা উল্লেখ কৰি গোপীনাথ বৰদলৈয়ে লিখি থ'লে এনেকৈ ঃ

> "মোৰ এই বন্দীশালৰ দিনকেইটা সঁচাকৈয়ে অভাৱনীয় দুখ আৰু কষ্টৰ দিন আছিল। আনহাতে মই মহাত্মাজীক যে বুজিবলৈ সুযোগ পাইছিলো আৰু তেওঁৰ উপলব্ধিয়ে মোক যে দুগুণে উদ্বুদ্ধ কৰি তুলিছিল তাক পূৰ্ণ মাত্ৰাই হৃদয়ঙ্গম কৰিব পৰাত মোৰ হিয়াত অপাৰ আনন্দৰ সৃষ্টি হৈছিল। মহাত্মাজীয়েনো আমাৰ পৰা কি বিচাৰিছিল তাক উপলব্ধি কৰিব পাৰিলোঁ।"[৪৪]

---

# তৃতীয় অধ্যায়

# স্বৰাজ্য দলে অনা পৰিবৰ্তনৰ পথেদি

## ১৯২৩ - ১৯৩৫

### ১। চৌৰিচৌৰা-উত্তৰ কংগ্ৰেছ আন্দোলন আৰু অসমৰ স্বৰাজ পাৰ্টি

চৌৰিচৌৰাৰ হিংসাত্মক কাৰ্য্যৰ বাবে সমগ্ৰ ভাৰততে অসহযোগ আন্দোলন হঠাতে বন্ধ কৰি দি গান্ধীজীয়ে তেওঁৰ অনুগামী সকলক মাথোন গঠনমূলক আঁচনিত লিপ্ত হ'বলৈ দিয়া উপদেশত দেশৰ সৰ্বত্ৰতে বহু কংগ্ৰেছী লোক ক্ষুব্ধ হোৱাৰ কথা কোৱা হৈছে। তেওঁলোকৰ মানত খাদীৰ প্ৰচলন, হিন্দু-মুছলমানৰ মাজত সম্প্ৰীতি, অস্পৃশ্যতা বৰ্জন আদি আঁচনি উপকাৰী হ'লেও এইবোৰ সাম্ৰাজ্যবাদী শাসন ওফৰাবৰ কাৰণে যথাযথ ৰাজনৈতিক অস্ত্ৰ নহয়। আকৌ, আইন সভা বাদ দি ৰাজনৈতিক কাৰ্য্যত বিশেষ সাফল্য আশা কৰিব নোৱাৰি। ফল স্বৰূপে ১৯২২ চনৰ মাজভাগত সৰ্বভাৰতীয় কংগ্ৰেছ নেতৃবৃন্দৰ মাজত অন্ততঃ কাউন্সিল গ্ৰহণ-বৰ্জন বিষয়টোক লৈ এক বাদ-বিবাদৰ সৃষ্টি হয়। মতিলাল নেহৰু আৰু চিত্তৰঞ্জন দাস আছিল কাউন্সিল বৰ্জন প্ৰথা এৰি তাক গ্ৰহণ কৰাৰ তীব্ৰ পক্ষপাতী। লগতে যোগ দিলে হাকিম আজমল খানে আৰু ভি.জি.পেটেলে। আনহাতে চি.ৰাজাগোপালাচাৰী, ডাঃ আনচাৰী আৰু কস্তুৰী ৰাঙ্গা আয়েংগাৰ আদি আছিল কাউন্সিল গ্ৰহণৰ ঘোৰ বিৰোধী। তেওঁলোকে গান্ধীজীয়ে দেখুওৱা পথ আৰু প্ৰথাৰ কোনো পৰিবৰ্ত্তন নিবিচাৰিলে।

১৯২২ চনৰ ডিচেম্বৰত যেতিয়া কংগ্ৰেছৰ বাৰ্ষিক অধিবেশন গয়াত বহিল তেতিয়া সভাপতিৰ আসনৰ পৰা চিত্তৰঞ্জন দাসে কাউন্সিল গ্ৰহণত তেওঁৰ দৃঢ় মত প্ৰকাশ কৰি সেই পথ ল'বলৈকে কংগ্ৰেছ কৰ্ম্মীসকলক আহ্বান জনালে। কিন্তু সেই উদ্দেশ্যে মতিলাল নেহৰুৱে কৰা প্ৰস্তাবটো সংখ্যাগৰিষ্ঠ ভোটেৰে নাকচ হয়। ফলস্বৰূপে দাসে কংগ্ৰেছ সভাপতিৰ পদ পৰিত্যাগ কৰিলে আৰু কংগ্ৰেছৰ ভিতৰৰ পৰাই কাউন্সিল পন্থীসকলৰ সংগঠনৰ অৰ্থে মতিলাল নেহৰুৰে মিলি ১৯২৩ চনৰ পহিলা জানুৱাৰীৰ দিনা কাউন্সিল গ্ৰহণকাৰী স্বৰাজ্য পাৰ্টি স্থাপন কৰিলে। তেওঁ হ'ল

তাৰ সভাপতি আৰু মতিলাল নেহৰু সম্পাদক। স্বৰাজ দলৰ প্ৰতিষ্ঠাপক এই পিতৃদ্বয়ে ঘোষণা কৰিলে যে কাউন্সিল বা ব্যৱস্থাপক পৰিষদবোৰৰ ভিতৰৰ পৰাই সাম্ৰাজ্যবাদী নীতিবোৰৰ প্ৰতি প্ৰতিবন্ধকতা আগুবাই নিয়া হ'ব। স্বৰাজ্য দলৰ সদস্য সকলে পৰিষদবোৰত প্ৰশ্ন নুতুলিব আৰু প্ৰস্তাৱো আগনবঢ়াব। তেওঁলোকে কোনো কমিটিৰো সদস্য নহ'ব আৰু চৰকাৰী কোনো নিৰ্বাচনতো উপস্থিত নাথাকিব। য'ত তেওঁলোক সংখ্যাগৰিষ্ঠ তাত তেওঁলোকে ক্ষমতা নল'ব আৰু সংবিধানক বিফল কৰিবলৈ যত্ন কৰিব। য'ত তেওঁলোক সংখ্যা লঘিষ্ঠ তাত তেওঁলোকে তেওঁলোকৰ আসন গ্ৰহণ নকৰিব। অহিংস অসহযোগৰ পথেদি কংগ্ৰেছৰ নীতিকেই স্বৰাজ্য দলে ল'লে। যদিও পূৰ্ণ স্বাধীনতাই স্বৰাজ্য দলৰ শেষ লক্ষ্য আছিল, তথাপিও সাম্প্ৰতিক লক্ষ্য আছিল দ্ৰুতগতিৰে 'ডমিনিয়ন ষ্টেটাছ' বা ঔপনিবেশিক স্বায়ত্ত শাসন ক্ষমতা লাভ কৰাটোহে। ইয়াৰ মানে ভাৰতীয় পৰিস্থিতিৰ লগত খাপ খোৱা প্ৰশাসন ব্যৱস্থা স্থিৰ কৰাৰ ক্ষমতা। স্বদেশী, খাদী, অস্পৃশ্যতা বৰ্জন, সাম্প্ৰদায়িক সম্প্ৰীতি, জাতীয় শিক্ষা আদি গঠনমূলক আঁচনিকো এই দলে গ্ৰহণ কৰিলে। স্বৰাজ্য দলে নৱেম্বৰ মাহত হ'বলগীয়া কাউন্সিল নিৰ্বাচনত ভাগ লবলৈ স্থিৰ কৰিলে। গয়া কংগ্ৰেছলৈ যোৱা অসমৰ প্ৰতিনিধি সকলৰ নেতা তৰুণৰাম ফুকনো আছিল কাউন্সিল গ্ৰহণৰ পক্ষে। তেওঁ আছিল চিত্তৰঞ্জন দাসৰ বন্ধু। ১৯২৩ চনৰ মাৰ্চ মাহত এলাহাবাদত হোৱা স্বৰাজিষ্ট নেতৃবৃন্দৰ সংবিধান আৰু ভৱিষ্যত কাৰ্য্যপন্থা সম্বন্ধীয় মেলৰ পাছত দাসে ফুকনক লগত লৈ স্বৰাজ্য দলৰ প্ৰচাৰ কাৰ্য্যৰ কাৰণে মাদ্ৰাজ (এতিয়াৰ তামিলনাডু) প্ৰদেশতো ভ্ৰমণ কৰিলে।

ইয়াৰ কিছুদিন আগতে, ১৯২৩ চনৰেই ১৬ ফেব্ৰুৱাৰী তাৰিখে গোপীনাথ বৰদলৈ গুৱাহাটী জেইলৰ পৰা খালাচ হয়। প্ৰায় এবছৰীয়া কাৰাবাসৰ সময়ছোৱাত তেওঁ ৰখা দিনলেখা সমূহ তেওঁৰ মৃত্যুৰ পিছতেই হেৰাই পৰাত' বৰদলৈৰ নিজা কথাৰে সেই কালডোখৰৰ ৰাজনৈতিক পৰিস্থিতি আৰু সেই সম্পৰ্কে তেওঁৰ নিজা ৰাজনৈতিক চিন্তা কি আছিল সেই বিষয়ে তেওঁৰ মুখেৰে জনাব পৰাৰ সৌভাগ্যৰ পৰা বঞ্চিত হ'লো। কিন্তু ১৯৪০ চনত ফুকনৰ জীৱনী লিখোতে এই সময়ডোখৰৰ বিষয়ে তেওঁ যিখিনি কথা সুঁৱৰিছিল তাৰ পৰা কাৰাবাসৰ পৰা ওলোৱাৰ সময়ত বৰদলৈৰ নিজ চিন্তাধাৰা কেনে আছিল তাৰ আভাস পাওঁ ঃ প্ৰথমতে তেওঁৰ মতে কাউন্সিল গ্ৰহণ-বৰ্জন কাৰ্য্যত গান্ধীজীক বা গান্ধীজীৰ আধ্যাত্মিক ৰাজনীতিক টনা-আজোৰা কৰাটো সমীচীন নহয়। কাউন্সিল গ্ৰহণ-বৰ্জনক বৰদলৈৰ মতে, গান্ধীজীৰ অহিংস অসহযোগী দৃষ্টিভঙ্গীৰে সমানে প্ৰতিপন্ন কৰিব পাৰি। ইয়াৰ মানে কাউন্সিলত সোমাই তাৰ ভিতৰৰ পৰাও ১৯১৯ চনৰ আইনৰ অনুপযুক্ততা প্ৰমাণ কৰি সাম্প্ৰতিক সংবিধানক বিৰোধিতা কৰিব পাৰি। গয়া কংগ্ৰেছৰ সভাপতি দাসেও কৈছিল কংগ্ৰেছে

কাউন্সিলত সোমোৱাৰ মানে অসহযোগৰ বিৰুদ্ধে যোৱা নহয় ; অসহযোগৰ সিদ্ধান্ত এখাপ আগুৱাই নিয়াহে। বৃটিছে পতা কাউন্সিলক স্বৰাজৰ স্বাৰ্থত পৰিবৰ্ত্তন কৰা বা ইয়াক সমুলি ভাঙি শেষ কৰিবৰ কাৰণে কাউন্সিল ভুক্তিৰ প্ৰয়োজন। দ্বিতীয়তে, যদিও বৰদলৈয়ে নিজৰ আৰু বহু সহযোগীৰ ধ্যান-ধাৰণাৰে কাউন্সিল গ্ৰহণ কাৰ্য্য প্ৰথম দৃষ্টিত গ্ৰহণযোগ্য নাছিল বুলিছিল - প্ৰকৃত শক্তি নথকা সত্বেও শক্তিৰ ভাও দিয়াৰ দৰেহে আছিল[২] - তথাপিও ৰাজনীতিৰ পথাৰখন একেবাৰে এৰি দিলে জাতীয়তাবাদ দেশত সজাগ কৰি ৰখাটো সমস্যা হৈ পৰিব বুলি জ্ঞান কৰিছিল। ব্যৱস্থাপক সভাবোৰৰ কাৰ্য্যাৱলীৰ মাজেৰে অহা প্ৰশাসনীয় অভিজ্ঞতাখিনি ভাৰতীয়ৰ কাৰণে ভৱিষ্যতলৈও উপযোগী বুলিও তেওঁ গণ্য কৰিছিল। তেওঁ কৈছিল স্বৰাজৰ অৱশ্যম্ভাবী শেষ যুদ্ধলৈ ৰাইজক সাজু কৰি ৰখাত স্বৰাজ্য দলৰ কাৰ্য্যাৱলী প্ৰকৃততে 'মাৰ্ক টাইম' বা সুযোগ প্ৰস্তুতি হয় জানো ? তৃতীয়তে বৰদলৈয়ে বিষয়টো অসম আৰু অসমীয়াৰ বিশেষ পৰিস্থিতিৰ আধাৰত চাই ফুকনৰ কাউন্সিল গ্ৰহণত যুক্তি-যুক্ততা দেখা পাইছিল। এই বিষয়ত আগৰ অধ্যায়ত কিছু উদ্ধৃতি দিয়া হৈছে। জেইলৰ পৰা ওলাই অসমৰ বিশেষ পৰিস্থিতিলৈ চাই নিৰাশ হোৱা ফুকনৰ নতুন দৃষ্টিভঙ্গী বৰদলৈয়ে বৰ্ণাইছে এনেকৈ ঃ "তেখেতে দেখিলেহি যে অসহযোগী উকীলসকলে ওকালতি পৰিত্যাগ কৰাৰ পিছত, অসহযোগ নকৰা উকীলসকলৰ প্ৰচাৰ বিশেষকৈ বাঢ়ি গ'ল। স্কুল-কলেজ বৰ্জনৰ সফলতা কোনোদিনেই বিশেষভাৱে হোৱা নাছিল, এতিয়া ছাত্ৰ সমাজৰ পোছাক-পৰিচ্ছদত জাতীয়তাৰ চিন পৰ্য্যন্ত দূৰ হৈ গ'ল। পূৰ্বৰ পঞ্চায়তবিলাক ভাগি গ'ল আৰু তাৰ ঠাইত চৰকাৰে পতা পঞ্চায়ত বিলাকে ঠাই ল'লেহি। কানি, ভাং, মদ এৰা লোকসকলৰ ভিতৰতো বহুতে পূৰ্বৰ অভ্যাসৰ আশ্ৰয় ল'লে। গতিকে তেখেতৰ মনতো মতিলালজী আৰু দেশবন্ধুৰ মনত খেলোৱা চিন্তাই ঠাই লোৱাটো স্বাভাৱিক হৈ পৰিল। জেলৰ পৰা ওলাই আহিয়েই, আনকি তাৰ আগৰে পৰা, তেখেতে সহকৰ্মীসকলক ওকালতি কৰিবলৈ স্পষ্টভাৱে উপদেশ দিলে।"[৩]

অসমৰ স্বাৰ্থৰ হকেই পোনতে ৰাজনীতিত পদাৰ্পণ কৰা আৰু সেই ৰাজনীতিত অসম আৰু ভাৰতৰ স্বাৰ্থৰ মাজত যোগসূত্ৰ স্থাপন কৰিবলৈ যত্ন কৰা গোপীনাথ বৰদলৈয়ে ফুকনৰ যুক্তিত যথাৰ্থতা দেখা পালে। অসমৰ প্ৰায় সকলো কংগ্ৰেছী লোকেও পৰিস্থিতিটো ফুকনৰ দৰেই বুজিলে। ইয়াৰ ফলত ১৯২৩ চনৰ ২২ জুলাই তাৰিখে ফুকনৰ বাসভৱনত বহা এখন সভাত গুৱাহাটীক ঘাই কেন্দ্ৰ কৰি স্বৰাজ্য পাৰ্টিৰ অসম শাখা স্থাপন হ'ল। আসাম কংগ্ৰেছৰ সভাপতি ফুকন স্বৰাজ্য দলৰো সভাপতি হ'ল। ৰোহিনী কুমাৰ চৌধুৰী হ'ল সম্পাদক আৰু গোপীনাথ বৰদলৈ সহকাৰী সম্পাদক। কাৰ্য্যনিৰ্বাহক কমিটিৰ আনসকল সদস্য হ'ল বিষ্ণুৰাম মেধী,

কামাখ্যাৰাম বৰুৱা, ধনীৰাম তালুকদাৰ আৰু যাদৱ চন্দ্ৰ দাস।[৪] প্ৰায়সকল পুনৰ ওকালতি আৰম্ভ কৰা উকীল স্বৰাজ্য দলত ভৰ্ত্তি হয়। ফুকনে সভ্য ভৰ্ত্তিৰ কাৰণে উজনি অসমলৈ যোৱাৰ পাছত চিত্তৰঞ্জন দাসৰ লগত সুৰমা উপত্যকালৈও যোৱাৰ আয়োজন কৰিলে।[৫] আগষ্ট মাহৰ ১৮ তাৰিখে গুৱাহাটীত প্ৰদেশ কংগ্ৰেছৰ এখন বিশেষ অধিবেশন বহিল। বন্ধ কোঠাৰ মেল। উপস্থিত লোক সকলৰ ভিতৰত আছিল ১৪ জন গুৱাহাটীৰ, এজন নলবাৰীৰ, দুজন যোৰহাটৰ, এজন বৰপেটাৰ, এজন টিহুৰ, দুজন ক্ষেত্ৰীৰ, এজন তেজপুৰৰ, তিনিজন নগাৱঁৰ, দুজন গোলাঘাটৰ, তিনিজন শিৱসাগৰৰ আৰু বাকীসকল আন ঠাইৰ। গুৱাহাটীৰ লোকসকলৰ ভিতৰত গোপীনাথ বৰদলৈও আছিল। এই সভাত টিহুৰ হৰিপ্ৰসাদ দাসে ফুকনক তেওঁৰ ৰাজনৈতিক লক্ষ্যৰ বাবে এনেভাৱে আক্ৰমণ কৰিলে যে ফুকনে প্ৰাদেশিক কংগ্ৰেছৰ সভাপতিৰ পদ ইস্তফা দিবলৈ বাধ্য হ'ল। তেওঁৰ ঠাইত কুলধৰ চলিহা নিৰ্বাচিত হ'ল। এই সভাত কংগ্ৰেছৰ দুয়ো পক্ষই দিল্লীত বহিবলগীয়া কংগ্ৰেছৰ আগন্তুক বাৰ্ষিক অধিবেশনলৈ বৃহৎ সংখ্যক প্ৰতিনিধিৰ এটি দল পঠিয়াবলৈ দিহা হ'ল। অন্য জিলাৰ প্ৰতিনিধি বৰ বেছি নথকাত নামৰ তালিকাখন সম্পূৰ্ণ নহ'লেও, গুৱাহাটীৰ পৰা যাবলৈ ওলোৱা সকল আছিল ঃ ফুকন, নবীন চন্দ্ৰ বৰদলৈ, বিষ্ণুৰাম মেধী, ৰোহিনী কুমাৰ চৌধুৰী, কামাখ্যাৰাম বৰুৱা, গোপীনাথ বৰদলৈ, কালীপ্ৰসাদ বৰুৱা, গৌৰীকান্ত তালুকদাৰ আৰু যাদৱ চন্দ্ৰ দাস।[৬]

ছেপ্তেম্বৰ মাহত (১৯২৩) গোপীনাথ বৰদলৈ বৰজনা বৰদলৈৰ সৈতে বিহাৰ ৰিলিফ ফান্দৰ কাৰণে ধন সংগ্ৰহ কৰাত ব্যস্ত থাকে।[৭] অক্টোবৰ আৰু নৱেম্বৰ মাহত তেওঁ ফুকনৰ লগত কেন্দ্ৰীয় আইন সভা আৰু অসম ব্যৱস্থাপক সভাৰ স্বৰাজিষ্ট প্ৰাৰ্থীৰ কাৰণে কেনভাচত ব্যস্ত থাকে। ব্যৱস্থাপক সভাৰ নিৰ্বাচন ১৩ তাৰিখৰ পৰা ২৭ তাৰিখলৈ চলিল। স্বৰাজিষ্ট সকলে প্ৰায় সকলো আসনৰ কাৰণে যুঁজিলে আৰু তেওঁলোকে কংগ্ৰেছ আৰু খিলাফৎ অনুষ্ঠানৰ পৰা বিপুল সমৰ্থন পালে। গোপীনাথ বৰদলৈয়ে স্বৰাজিষ্ট সকলক জিকাবলৈ অশেষ খাটিলে।[৮] অৱশ্যে যদিও ফুকন বিনাপ্ৰতিদ্বন্দ্বিতাৰে কেন্দ্ৰীয় আইন সভালৈ মনোনীত হ'ল স্বৰাজিষ্ট সকলে অসম ব্যৱস্থাপক সভাত সংখ্যাগৰিষ্ঠতা নাপালে। কাউন্সিলৰ নিৰ্বাচনত ৩৯ খন আসনৰ ২৯ খনতহে নিৰ্বাচনী যুদ্ধ হৈছিল, বাকী ১০ খনৰ প্ৰাৰ্থী বিনাপ্ৰতিদ্বন্দ্বিতাৰে জয়ী হৈছিল। এই ২৯ খন আসনৰ কাৰণে ৭৯ গৰাকী প্ৰাৰ্থীয়ে যুঁজিছিল। স্বৰাজিষ্ট দলৰ নিপুণ নিৰ্বাচনী প্ৰচাৰ কাৰ্য্যৰ ফলত ২,২৪,০৬৩ ভোটাৰৰ ৮৩,৩২০ গৰাকীয়েই মানে ৪২ শতাংশই স্বৰাজ্য দলক ভোটদান কৰিছিল। ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা স্বৰাজ্য দলৰ নতুনকৈ নিৰ্বাচিত হোৱা সদস্যসকল হ'ল ঃ ৰোহিনী কান্ত হাতীবৰুৱা (যোৰহাট),

কমলাকান্ত দাস (বৰপেটা), কামাখ্যাৰাম বৰুৱা (গুৱাহাটী), যোগেশ গোঁহাই (ডিব্ৰুগড়), সৰ্বেশ্বৰ বৰুৱা (উত্তৰ লক্ষীমপুৰ), জোনাৰাম বড়া (নগাঁও) আৰু ফৈজনুৰ আলি (ডিব্ৰুগড়)। সুৰমা উপত্যকাৰ পৰা নিৰ্বাচিত হ'ল বসন্ত কুমাৰ দাস। স্বৰাজ্য দলৰ সহায়ত নিৰ্বাচিত হোৱা সাদ্‌উল্লাই অৱশ্যে ব্যক্তিগত স্বাৰ্থৰ খাতিৰত কাউন্সিলৰ ভিতৰৰ পৰাই নতুন সংবিধান ভঙাৰ পূৰ্ব পণ এৰি মন্ত্ৰীত্ব গ্ৰহণ কৰি চৰকাৰৰ দ্বৈত শাসন কাৰ্য্যকৰী কৰিবলৈ ঢাপলি মেলিলে।[৯] ডিচেম্বৰ মাহত (১৯২৩) বৰদলৈয়ে ফুকন, ৰোহিনী চৌধুৰী, কামাখ্যাৰাম বৰুৱা আদি তেওঁৰ স্বৰাজিষ্ট বন্ধু বৰ্গেৰে কামৰূপ আৰু গোৱালপাৰা ভ্ৰমণ কৰে। তেওঁ স্বৰাজিষ্ট দলৰ পৰা কোকোনাদা (বেলগাঁও) কংগ্ৰেছ অধিবেশনলৈ সদস্য মনোনীত হয়।

স্বৰাজ্য দলে অসমৰ ব্যৱস্থাপক সভাৰ ৰাজনীতিলৈ এক নতুন জোৱাৰ আনিলে। মাথো আঠজন সদস্যৰে নিজা সংখ্যাগৰিষ্ঠতাৰ কথা ভাবিব নোৱাৰি ; কিন্তু অন্যৰে লগ হৈ পাৰি। তেওঁলোকে সম আদৰ্শৰ স্বতন্ত্ৰ সদস্যৰে লগ হ'ল।[১০] ১৯২৪ চনৰ ২৪ মাৰ্চৰ দিনা দ্বিতীয় ব্যৱস্থাপক সভা আৰম্ভ হোৱাৰ পৰা ১৯২৬ চনত সেই সভাৰ কাল অন্ত পৰালৈকে স্বৰাজ্য দলে আৰু সেই দলৰ মিত্ৰ নিৰ্দলীয় জাতীয়তাবাদী সদস্য সকলে কৰা দায়িত্বপূৰ্ণ আৰু কম-বেছি পৰিমাণে সাফল্যময় কৰ্ত্তব্যখিনি অসমৰ ৰাজনৈতিক ইতিহাসৰ এক গৌৰৱময় অধ্যায় বুলিব পাৰি। দ্বিতীয় কাউন্সিল আৰম্ভ হোৱাৰ এদিনৰ পাছতেই আহিল প্ৰথম সফলতা ঃ ২৫ মাৰ্চ তাৰিখে নেচনেলিষ্ট পাৰ্টিৰ গোপেন্দ্ৰলাল দাস চৌধুৰীয়ে চৰকাৰৰ প্ৰাৰ্থী শিৱপ্ৰসাদ বৰুৱাক হৰুৱাই সভাৰ উপ-সভাপতিৰ পদবীলৈ নিৰ্বাচিত হয় (সেই সময়ত চলিত আইনৰ বিধি মতে সভাপতি চৰকাৰৰ দ্বাৰা মনোনীত হৈছিল)। একেদিনাই ১৯১৯ চনৰ ভাৰত আইন অনতি পলমে সংশোধন কৰি ভাৰতলৈ স্বায়ত্তশাসিত 'ডমিনিয়ন ষ্টেটাচ' আনিব লাগে বুলি ইতিমধ্যে কেন্দ্ৰীয় ব্যৱস্থাপক সভাত উত্থাপিত হোৱা প্ৰস্তাৱটোৰ আৰ্হিত তেনে এটা প্ৰস্তাৱ জাতীয়তাবাদী দলৰ নেতা ফৈজনুৰ আলিয়েও উত্থাপন কৰিলে। এই প্ৰসংগতে হোৱা বিতৰ্কত চৰকাৰী পক্ষৰ তুমুল বিৰোধিতা সত্ত্বেও প্ৰস্তাৱটো ২৯ ঃ ১৭ ভোটত গৃহীত হয়। পিছদিনা ২৬ মাৰ্চ তাৰিখে কামাখ্যাৰাম বৰুৱাই ৰাজনৈতিক বন্দীয়ে নিৰ্বাচনত প্ৰাৰ্থীৰূপে থিয় হোৱাৰ পথত পোৱা হেঙাৰবিলাকৰ দূৰীকৰণৰ প্ৰস্তাৱো গৃহীত হয়। দ্বিতীয় কাউন্সিলৰ সময়কালত এই দলে কৰা কাৰ্য্য কিছুমান হ'ল ঃ সংখ্যাগৰিষ্ঠ ভোটেৰে মন্ত্ৰীৰ দৰমহা ৩৫০০ টকাৰ পৰা ১৫০০ টকালৈ কমোৱা (এপ্ৰিল ১৯২৪) ; মিতব্যয়ৰ খাতিৰত ডিভিজনেল কমিছনাৰৰ পদবী দুটি ৰহিত কৰিব লাগে বুলি সফলতাৰে কৰা প্ৰস্তাৱ (১৮ চেপ্তেম্বৰ ১৯২৪), মাটিৰ খাজনা বহু পৰিমাণে কমোৱা ; সভাপতিৰ নিৰ্ণায়ক ভোটৰ সহায়ত পৰাজয় হ'লেও চৰকাৰী কৰ্তৃপক্ষৰ অন্যায়ৰ

জুলুম অনুসন্ধান কৰিবলৈ এখন কমিটি পতাৰ প্ৰস্তাৱ (ছেপ্তেম্বৰ ১৯২৪), কাউন্সিলৰ নিৰ্বাচনত মহিলাই ভোট প্ৰদানৰ আৰু প্ৰাৰ্থীত্ব পোৱাৰ ক্ষমতাৰ কাৰণে দাবী (২৫ছেপ্তেম্বৰ ১৯২৪) ; দ্বৈত শাসন গুচাই পূৰ্ণ প্ৰাদেশিক স্বায়ত্ত শাসন আনিব লাগে বুলি কৰা প্ৰস্তাৱ (২৭ছেপ্তেম্বৰ ১৯২৫) ; 'আসাম ষ্ট্যাম্প' আৰু 'আসাম কোৰ্ট ফিজ' বিল দুখনৰ উপস্থাপনত বাধা আৰু পমুৱাৰ ন্যায্য দাবী অৱহেলা নকৰিও অসমৰ পতিত মাটি প্ৰথমে প্ৰদেশখনৰ লোকৰ হাতলৈ যাব লাগে বুলি গৃহীত হোৱা প্ৰস্তাৱ (ছেপ্তেম্বৰ ১৯২৫) । স্বৰাজিষ্ট সকলৰ প্ৰতিৰোধৰ ফলতেই ১৯২৪-২৫ কালডোখৰত অসমৰ ৰাজহৰ পৰা তিনিলাখ পঞ্চাশ হেজাৰ টকা ৰেহাই হয়।

কেন্দ্ৰ আৰু অন্য প্ৰদেশত হোৱাৰ দৰে অসম কংগ্ৰেছত স্বৰাজ্য দল আৰু কংগ্ৰেছৰ 'পৰিবৰ্তন' মনা-নমনা ভাগ দুটিৰ মাজত কাৰ্য্যতঃ কোনো বিবাদ নাছিলেই বুলিব পাৰি। তথাপিও ১৯২৫ চনৰ মাৰ্চ মাহত অসমৰ স্বৰাজ্য দললৈ বিপদ আহিল অন্যফালেদি। সংযুক্ত নিৰ্দলীয় সদস্য কেইজনমানে হঠাতে নেচনেলিষ্ট দলৰ পৰা ফালি গৈ এটা আচুতীয়া সংগঠন গঢ়িলে আৰু ফল স্বৰূপে নেচনেলিষ্ট দলৰ যোগেদি স্বৰাজিষ্ট সকলে ইমানদিনে পাই অহা সংখ্যাগৰিষ্ঠতাৰ অন্ত পৰিল। এই সুবিধাকে লৈ চৰকাৰে পূৰ্বৰ মন্ত্ৰীৰ দৰমহাৰ কৰ্ত্তন উঠাই লৈ সেই মাহতে ইয়াক পুনৰ ৩৫০০ টকা কৰিলে। তেনেদৰে পূৰ্বতে নাকচ হোৱা 'আসাম কোৰ্ট ফিজ' (সংশোধন) আৰু 'আসাম ষ্ট্যাম্প' (সংশোধন) বিল দুখনো স্বৰাজিষ্ট দলৰ বিৰোধিতা সত্ত্বেও গৃহীত হয়। ১৯২৫ চনৰ ডিচেম্বৰ মাহত কানপুৰত বহা কংগ্ৰেছ অধিবেশনত কেন্দ্ৰীয় স্বৰাজ্য দলৰ মতভেদ দেখা দিয়াৰ বহু পাছতহে দ্বিতীয় ব্যৱস্থাপক সভাৰ শেষ কালডোখৰত এটি আহুকাল অসমৰ স্বৰাজিষ্ট দললৈও আহিল - ১৯২৫ চনৰ ছেপ্তেম্বৰ মাহত যেতিয়া কালীৰাম বৰ্মন, জ্যোতিষ চন্দ্ৰ দাস, হেমচন্দ্ৰ গোস্বামী, শিৱপ্ৰসাদ বৰুৱা আদি নৰমপন্থী কেইজনমান ব্ৰহ্মপুত্ৰ উপত্যকাৰ লোকে অসম উপত্যকা ৰেচপনছিভ কোঅপাৰেশ্যনৰ পথ ল'লে।

## ২। লোকেল ব'ৰ্ড আৰু মিউনিচিপেলিটিৰ প্ৰশাসনত

গোপীনাথ বৰদলৈয়ে সংস্কাৰ-প্ৰাপ্ত প্ৰাদেশিক ব্যৱস্থাপক সভালৈ যাবলৈ মন নেমেলিলে যদিও সেই সভাৰ নিৰ্বাচনৰ সময়ত স্বৰাজ্য দলৰ প্ৰাৰ্থীসৱৰ কাৰণে তেওঁ কামৰূপ জিলাত দেহে-কেহে খাটিলে। ফুকন, কামাখ্যাৰাম বৰুৱা, ৰোহিনী কুমাৰ চৌধুৰী আদিৰ লগত তেওঁ বহুবাৰ বকো, ছয়গাঁও, ক্ষেত্ৰী, আজাৰা, পলাশবাৰী আদি ঠাইলৈ গৈ নিৰ্বাচনী মেল-সবাহ পাতিলে। সেই সময়তে বিহাৰ ৰিলিফ ফাণ্ডৰ কাৰণে

ধন সংগ্ৰহ, অসম কংগ্ৰেছৰ পুনৰ-সংগঠন, খিলাফৎ আন্দোলন আদি কংগ্ৰেছৰ নানান কামতো তেওঁ নবীন চন্দ্ৰ বৰদলৈ, মহিউদ্দিন আহমেদ আদিৰ লগত কামৰূপ জিলাৰ বহু ঠাইত ঘূৰিলে। এইবিলাকৰ উপৰিও ১৯২৪ চনৰ আদিৰে পৰা তেওঁ ধ্যান দিলে আঞ্চলিক স্বায়ত্ত শাসন ব্যৱস্থাতো - মানে লোকেল বৰ্ড আৰু মিউনিচিপেলিটি শাসন ব্যৱস্থাত তেওঁ মন বহুৱালে।

অসহযোগৰ দিনৰে পৰা কংগ্ৰেছ কৰ্মী সকল আৰু গাৱঁৰ সাধাৰণ ৰাইজৰ মাজত গঢ়ি উঠা সম্বন্ধৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকাত এক ৰাজনৈতিক চেতনা আৰু শাসন ব্যৱস্থাৰ পৰিবৰ্তনৰ প্ৰতি এক স্পৃহা জাগি উঠিছিল। আন্দেলন বন্ধ হোৱাত এই জাগৰণ অলপ সেমেকি পৰিছিল যদিও প্ৰাদেশিক ব্যৱস্থাপক সভাত স্বৰাজ্যদলৰ সদস্য সকলে দেখুওৱা গভীৰ আগ্ৰহে সেই ৰাজনৈতিক স্পৃহা পুনৰ জাগ্ৰত কৰিলে। এনে পৰিস্থিতিতে আহিল কামৰূপ জিলাৰ লোকেল বৰ্ড আৰু মিউনিচিপেলিটিৰ নিৰ্বাচন। এই নিৰ্বাচনবোৰত স্বৰাজ্যদলৰ সভ্য সকলে ভাগ নোলোৱাৰ কথাই নুঠে। কাৰণ আঞ্চলিক স্বায়ত্ত শাসনৰ লগত যুগে যুগে লাগি থকা কেৰোণবোৰ আঁতৰাবৰ কাৰণে যুঁজিবৰ এয়ে আছিল সময়।

১৯ শ শতিকাৰ শেষ ভাগত মহামতি বৰলাট লৰ্ড ৰিপণে ভাৰতৰ আঞ্চলিক স্বায়ত্ত শাসন ব্যৱস্থাৰ সংস্কাৰ আৰু উন্নতিত বিশেষ মনোযোগ দিয়াৰে পৰা বৃটিছ চাহ খেতিয়ক সকলে সৰ্বদায় তেওঁলোকৰ পৈত্ৰিক সম্পত্তি বুলি গণ্য কৰি অহা অসমত স্থানীয় শিক্ষিত সমাজ আৰু ৰাজনীতি সচেতন ব্যক্তিসকলে লোকেল বৰ্ড আৰু মিউনিচিপেলিটিৰ শাসন ব্যৱস্থাত গণতান্ত্ৰিক পৰিবৰ্তন বিচাৰি লাহে লাহে চিন্তা-চৰ্চ্চা কৰিবলৈ লৈছিল। ইউৰোপীয় চাহ খেতিয়ক সকলে আৰু তেওঁলোকৰ হাতৰ পুতলা অসম চৰকাৰে এই নতুন পৰিস্থিতিটো অৱশ্যেই সমূলি সহিব নোৱাৰিছিল। এই পুথিৰ পঞ্চম অধ্যায়ত আমি স্বাধীনতা-পূৰ্ব অসমৰ চৰকাৰী ক্ষমতাত ইউৰোপীয় ব্যৱসায়ীৰ প্ৰভূত্বৰ কথা অলপ বহলকৈ আলোচনা কৰিছো। অসমৰ আঞ্চলিক স্বায়ত্ত শাসনৰ ঘাই কেৰোণ আছিল দুটা । প্ৰথমতে, লোকেল বৰ্ড আৰু মিউনিচিপেলিটিসমূহৰ অধিকাংশ আসনেই ৰাইজৰ নিৰ্বাচিত বে-চৰকাৰী প্ৰতিনিধিৰে পূৰ নহৈ হৈছিল চৰকাৰী বা ইউৰোপীয় চাহ খেতিয়কৰ প্ৰতিনিধিৰে। দ্বিতীয়তে, যদিও এই অনুষ্ঠান দুটাৰ পৰিচালনা আৰু আঁচনিসমূহত খৰছ হোৱা ধন স্থানীয় সাধাৰণ ৰাইজে দিয়া কৰৰ পৰা আহিছিল, তথাপিও এই অনুষ্ঠানবোৰে - বিশেষকৈ লোকেল বৰ্ডসমূহে - মনোযোগ দিয়া বিষয় বা আঁচনিসমূহ আছিল ঘাইকৈ ইউৰোপীয় চাহ খেতিয়কসকলৰ স্বাৰ্থৰেহে জড়িত। স্থানীয় সাধাৰণ ৰাইজৰ সুবিধা বৃদ্ধিৰ আলমত সেইবোৰ আঁচনিৰ জন্ম হোৱা নাছিল। সন্দেহ নাই, স্বাধীনতাৰ আগমুহূৰ্ত্তলৈকে এনে

বহু অসমীয়া শিক্ষিত লোক আছিল যিসকলে বৃটিছৰ প্ৰজাপালনকৃপাৰ গুণ গাওঁতে অসমত ইউৰোপীয় ব্যৱসায়ীৰ উৎপতীয়া আপোনপেটা স্বভাৱটোৱে সৃষ্টি কৰা সাধাৰণ প্ৰজাৰ দুৰ্গতিবোৰলৈ বৰকৈ মন কৰা নাছিল। কিন্তু এনে কিছু ৰাজহুৱা অসমীয়া মান্য ব্যক্তিও আছিল যিসকলে আঞ্চলিক স্বায়ত্ত শাসনৰ অগণতান্ত্ৰিক দিশ কেইটিৰ সংস্কাৰ নিবিচৰাকৈ নাছিল। সেই স্পৃহাটোৱেই স্বৰাজিষ্ট সকলক এতিয়া উদ্‌গালে স্থানীয় স্বায়ত্ত শাসনৰ অনুষ্ঠান দুটিত সোমাই পৰিবলৈ।

১৯২৪ চনৰ জানুৱাৰী মাহৰ শেষৰ পিনে সেই বছৰৰ কামৰূপ জিলাৰ লোকেল বৰ্ডৰ নিৰ্বাচনত স্বৰাজ্যদলৰ ফাইজুদ্দিন আহমেদ, ৱাজিদ আলি, তৰুণৰাম ফুকন, ৰোহিনী কুমাৰ চৌধুৰী, গোপীনাথ বৰদলৈ, প্ৰয়োধৰ বৰুৱা, সিদ্ধেশ্বৰ মেধী, কালীপ্ৰসাদ বৰুৱা, যেগেন্দ্ৰ নাথ বৰুৱা আদিয়ে প্ৰাৰ্থী হিচাবে থিয় হ'বলৈ মনস্থ কৰিলে। বৰদলৈয়ে ল'লে ডিমৰীয়া- পাণবাৰী সমষ্টিটো[১১]। বৰদলৈ আৰু তেওঁৰ সংগীবৃন্দৰ প্ৰায় সকলেই নিৰ্বাচনত উত্তীৰ্ণ হ'ল। এবছৰৰ পাছত ১৯২৫ চনৰ ২৩ মাৰ্চত হোৱা নিৰ্বাচনত বৰদলৈ আৰু আঠজন স্বৰাজ্যদলৰ সভ্য নিৰ্বাচিত হ'ল গুৱাহাটী মিউনিচিপেলিটিলৈকো। বৰদলৈ দুই নম্বৰ ৱাৰ্ডৰ পৰা কমিছনাৰ হ'ল[১২]। আনকেইজন স্বৰাজিষ্ট আছিল ঃ কুমুদেশ্বৰ গোস্বামী (ৱাৰ্ড ১), জ্ঞান নাথ বৰা, হেৰাসৎ উল্লা (দুয়ো ৱাৰ্ড ৩), কালীৰাম বৰ্মন (ৱাৰ্ড ৪), জ্যোতিষ চন্দ্ৰ দাস, ৱাজিদ আলি (দুয়ো ৱাৰ্ড ৫), মহম্মদ তৈয়ব উল্লা (ৱাৰ্ড ৭)। ৮ নম্বৰ ৱাৰ্ডৰ পৰা কমিছনাৰ হোৱা উপেন্দ্ৰ নাথ বেজবৰুৱাও সাধাৰণতে স্বৰাজিষ্টৰ পক্ষেই আছিল।[১৩] স্বৰাজ্যদলে জ্যোতিষ চন্দ্ৰ দাসক সভাপতি আৰু তৈয়ব উল্লা আৰু গোপীনাথ বৰদলৈক উপ-সভাপতি পাতিবলৈ দিহা কৰিলে।[১৪] জ্যোতিষ চন্দ্ৰ দাস সেই তেতিয়াৰে পৰা ১৯৩০ চনলৈ গুৱাহাটী মিউনিচিপেলিটিৰ সভাপতি হৈ থাকিল। ১৯৩৪ চনত বৰদলৈলৈ সেই পদবী গ'ল আৰু ১৯৩৮ চনৰ নৱেম্বৰ মাহত মুখ্যমন্ত্ৰী হোৱালৈকে তেওঁ সেই পদবীতে থাকিল। ১৯২৪ চনৰ পৰা ১৯৩৮ চনলৈ বৰদলৈ গুৱাহাটী লোকেল বৰ্ডৰো সদস্য আছিল।

গুৱাহাটীৰ কংগ্ৰেছ স্বৰাজিষ্ট সকলে আঞ্চলিক স্বায়ত্ত শাসন ব্যৱস্থালৈ অনা পৰিৱৰ্তনৰ প্ৰথমটো হ'ল লোকেল বৰ্ডৰ সভাপতি বা চেয়াৰমেনৰ পদত চৰকাৰী ব্যক্তিক মানে ডেপুটি কমিশ্যনাৰক আঁতৰাই বে-চৰকাৰী সভাপতি নিৰ্বাচন কৰাটো। ১৯২৪ চনৰ নিৰ্বাচনত চাহ বাগিছাৰ আৰু মনোনীত আসন কেইখনৰ বাহিৰে আন প্ৰায় আটাইকেইখন আসন কংগ্ৰেছ স্বৰাজিষ্ট মতাৱলম্বী লোকে দখল কৰাত বিনা প্ৰতিদ্বন্দ্বিতাৰে তৰুণৰাম ফুকনক প্ৰথম বে-চৰকাৰী সভাপতি পতা হ'ল। তেওঁ সেই পদত চাৰি বছৰ কাল থাকিল।[১৫] প্ৰথম বে-চৰকাৰী সভাপতি পতাৰ পদক্ষেপটো যেন হৈ পৰিল এক প্ৰবল ৰাজনৈতিক প্ৰচাৰ কাৰ্য্য। লোকেল বৰ্ডত বে-চৰকাৰী সভাপতি

হোৱাত এহাতে জনসাধাৰণৰ চকুত লোকেল বৰ্ড আৰু জনহিতকৰ কাৰ্য্যৰ পোনপটীয়া সম্বন্ধটো প্ৰথমবাৰ প্ৰকট হৈ পৰিল। আনহাতে, জনহিতকৰ কাৰ্য্য কৰিবলৈ হ'লে অসহযোগৰ হাত সাবটি আঁতৰি থকা মনোভাৱে যে কাম নিদিব সিও স্পষ্ট হৈ দেখা দিলে।

ফুকন একে সময়তে কেন্দ্ৰীয় ব্যৱস্থাপক সভাৰো সদস্য হৈ থকাত আৰু সেইবাবে বছৰৰ প্ৰায় তিনি-চাৰি মাহ অসমৰ বাহিৰত কটাবলগীয়া হোৱাত লোকেল বৰ্ডৰ সকলো কামতে নিজে দৃষ্টি ৰাখিব পৰা অৱস্থাত নাছিল। তথাপিও গোপীনাথ বৰদলৈৰ মতে "এই সময়ৰ লোকেল বৰ্ডৰ কাম ডেপুটি কমিশ্যনাৰে চলোৱা লোকেল বৰ্ডৰ কামৰ পৰা ইমান পৃথক দেখা গৈছিল যে মানুহে দেশত নতুন ভাৱ অহা অনুভৱ কৰিছিল"। বৰদলৈয়ে ফুকনৰ দিনত হোৱা লোকেল বৰ্ডৰ জনহিতকৰ কাৰ্য্যাৱলী বৰ্ণাইছে এনেকৈ ঃ

> "এই সময়ৰ পৰা চাহ বাগিছাৰ বাটত হাজাৰে হাজাৰে টকা খৰছ নহৈ, গাৱঁৰ মাজত নতুন আলি-পদূলি হ'বলৈ ধৰিলে। শিক্ষা আৰু বৰ্ডৰ আন বিভাগত, য'ত ইতিপূৰ্বে অসহযোগী সকলক দূৰতে বিদূৰ কৰি ৰখা হৈছিল, তাত অসহযোগী সকলে কাম-কাজ পাবলৈ ধৰিলে। ইতিপূৰ্বে পাছ পৰি থকা জনজাতি অৰ্থাৎ ট্ৰাইবেল সকলৰ মাজত স্কুলৰ নামেই নাছিল ; তেতিয়াৰ পৰা সেইবিলাকৰ মাজতো স্কুল হ'বলৈ ধৰিলে। ষ্ট্যাম্প আৰু কৰ্ট ফিজ বঢ়োৱাৰ বাবদ হোৱা অধিক আয়খিনি গাঁৱৰ খোৱাপানীৰ কাৰণে খৰছ কৰিবলৈ স্থিৰ কৰি গবৰ্ণমেন্টে সেই টকা বৰ্ডক দিয়াত অনেক ঠাইত কুঁৱা আৰু পুখুৰী খন্দাই দিয়া হয়। প্ৰকৃততে ফুকন ডাঙৰীয়াৰ এই সময়ৰ কামবিলাক বিশেষভাৱে প্ৰজাৰঞ্জক হয়।"[১৬]

যদিও বৰদলৈয়ে নিজা মহানুভৱতাৰে ওপৰৰ আটাইবোৰ কাৰ্য্যৰ স্বীকৃতি ফুকনকে দিলে, মহাদেৱ শৰ্মাই সঠিকভাৱেই লিখি গৈছে ঃ "বৰ্ডৰ চেয়াৰমেন দেশ ভক্ত তৰুণৰাম ফুকনৰ সোঁহাত স্বৰূপে সকলো কাম তেখেতেই (বৰদলৈয়েই) কৰিছিল।"[১৭] এই পুথিৰ পঞ্চদশ অধ্যায়ত কোৱা হৈছে কেনেকৈ সেই তেতিয়াৰে পৰা উন্নত আৰু অনুন্নত জনজাতি বসতি অঞ্চলৰ লগত গোপীনাথ বৰদলৈৰ আজীৱন সংশ্ৰৱ, সহানুভূতি আৰু সহৃদয়তা গঢ়ি উঠিছিল। অসহযোগ আন্দোলনৰ আৰম্ভণিতে বৰদলৈয়ে কামৰূপ জিলাৰ গাৱেঁ ভুঁএে সঘনে ঘূৰা-পকা কৰিছিলেই ; এতিয়া তেওঁৰ যত্নতেই লোকেল ব'ৰ্ডৰ তৰফৰ পৰা সেইবোৰ ঠাইলৈ বিকাশৰ ৰেঙণি আহিল।

## ৩। গুৱাহাটী (পাণ্ডু) কংগ্ৰেছ ১৯২৬

লোকেল ব'ৰ্ড আৰু মিউনিচিপেলিটিত সোমাই পৰি গোপীনাথ বৰদলৈয়ে অসমৰ সাংগঠনিক কংগ্ৰেছৰ ৰাজনীতিলৈ পিঠি দিয়া নাছিল। ১৯২৬ চনৰ ডিচেম্বৰ মাহত জাতীয় কংগ্ৰেছৰ ৪১তম বাৰ্ষিক অধিবেশন গুৱাহাটীতেই পাতিবলৈ আয়োজন হোৱাত, তেতিয়াৰে পৰা অন্ততঃ 'আইন-অমান্য' আন্দেলনৰ প্ৰথম পৰ্বৰ অন্তলৈকে, মানে ১৯৩১ চনৰ শেষলৈকে বৰদলৈয়ে তেওঁৰ আঞ্চলিক স্বায়ত্ত শাসনৰ গঠনমূলক কামবোৰৰ লগতে কংগ্ৰেছ আন্দোলনৰ বিভিন্ন ৰাজনৈতিক কাৰ্য্যসূচীত ব্যস্ত আছিল।

অসহযোগ আন্দোলনে সৃষ্টি কৰা উৎসাহে অসমৰ কিছু নেতা-কৰ্মীক উচতালে জাতীয় কংগ্ৰেছৰ ১৯২৬ চনৰ ডিচেম্বৰ মাহত হ'বলগীয়া অধিবেশনখন গুৱাহাটীৰ কাষৰ পাণ্ডুত পাতিবলৈ। ধনৰ অভাৱত অসহযোগ আন্দোলনৰ বহু কাৰ্য্যসূচী নিয়াৰীকৈ পালন কৰিব নোৱাৰা অসমৰ কাৰণে সাধাৰণতে ব্যয়-বহুল জাতীয় কংগ্ৰেছৰ বৰসভাখন পতাটো যে নিতান্তই দুঃসাহসৰ কথা আছিল সেইটো ফুকন, বৰজনা বৰদলৈ আদি প্ৰবীন নেতাসকলে ভালদৰে জানিছিল। তথাপিও অত্যাগ্ৰহী কংগ্ৰেছৰ ডেকা চামক নিৰুৎসাহ কৰিবলৈ তেওঁলোকৰ সত নগ'ল। অৱশেষত ১৯২৬ চনৰ ডিচেম্বৰ মাহত পাণ্ডুত বহিব লগা কংগ্ৰেছ অধিবেশনখনৰ কাৰণে এখন অভ্যৰ্থনা সমিতি স্থাপন কৰা হ'ল ফুকনক সভাপতি আৰু নবীনচন্দ্ৰ বৰদলৈক সম্পাদক হিচাপে লৈ। কুলধৰ চলিহা, চন্দ্ৰধৰ বৰুৱা, প্ৰসন্ন কুমাৰ বৰুৱা, উমাচৰণ সেন, নাগৰমল আগৰৱাল আৰু ফৈজনুৰ আলিক দিয়া হ'ল উপ-সভাপতিৰ বাব। গোপীনাথ বৰদলৈ, মহম্মদ তৈয়ব উল্লা আৰু ৰোহিনী কান্ত হাতীবৰুৱা হ'ল অতিৰিক্ত সাধাৰণ সম্পাদক। সহকাৰী সম্পাদকৰ বাব ল'লে লক্ষীধৰ শৰ্মাই। ইয়াৰ উপৰিও বিভিন্ন সমিতি পাতি দিয়া হ'ল। নো-চেঞ্জাৰ, স্বৰাজিষ্ট, ৰেচপন্‌চিভ কোঅপাৰেটৰ, এই তিনিওবিধৰ কংগ্ৰেছ নেতা-কৰ্মীয়ে উলাহেৰে যোগ দিলে।[১৮]

চল্লিশ লাখ জনসংখ্যাৰে এখন সৰু প্ৰদেশৰ যোল্ল হাজাৰ লোকেৰে পূৰ্ণ চহৰ এখনৰ কাৰণে জাতীয় কংগ্ৰেছৰ অধিবেশন এখন পতাৰ ক্ষমতাক লৈ কেন্দ্ৰীয় কংগ্ৰেছতো চিন্তা হৈছিল। কিন্তু অসমত হোৱা অসহযোগ আন্দোলনৰ খ্যাতি আৰু অসমৰ ডেকা চামৰ আগ্ৰহৰ কথা কেন্দ্ৰতো বিয়পি পৰিছিল আৰু সিয়েই যথেষ্ট আছিল কেন্দ্ৰীয় সন্মতিৰ কাৰণে। কামাখ্যা পাহাৰৰ দাঁতিৰ পাণ্ডু ৰেলষ্টেচনৰ কাষৰ এডোখৰ ঠাই অভ্যৰ্থনা সমিতিয়ে আয়ত্ত কৰিলে। কামাখ্যাৰ পাণ্ডা সকলৰ হাতত থকা এই মাটিখিনি বিনা খৰচতে পোৱা গ'ল। অসম-বেঙ্গল ৰেলৱেও ব্ৰহ্মপুত্ৰৰ কাষৰ এডোখৰ ঠাই আগবঢ়ালে। দুয়োডোখৰ ঠাই মিলি প্ৰায় তিনিশ একৰ হ'লগৈ।

ঠাইডোখৰ হাবিয়নি আছিল ; সভাৰ কাৰণে ঠাইডোখৰ উপযোগী কৰোঁতেই দহহেজাৰ টকা খৰছ হ'ল। অভ্যৰ্থনা সমিতিয়ে সংগ্ৰহ কৰা ৪০,৯৭৫ টকাৰ তিনি চতুৰ্থাংশই আহিছিল সাধাৰণ খেতিয়কৰ পৰা আৰু কামৰূপ জিলাৰ লোকৰেই বৰগুণি আছিল সৰ্বাধিক। ৭৫০ জন খেতিয়ক যুৱক আৰু ছাত্ৰ স্বেচ্ছাসেৱকে মাল-বস্তু কঢ়িওৱা কামৰ উপৰিও ৰাতিয়ে দিনে কেম্পবোৰ পহৰা দি অসামান্য কৰ্ত্তব্য নিষ্ঠা দেখুৱাইছিল। স্বেচ্ছাসেৱিকাৰ দল এটাও তেনে কামত নিযুক্ত হৈছিল। অৱশ্যে সাংগঠনিক কামবোৰত নিখিল ভাৰত কংগ্ৰেছ কমিটিয়েও ধনে-জনে কিছু সহায় আগবঢ়াইছিল।[১৯] প্ৰতিনিধিসকল থাকিবলৈ দুটা কেম্প কৰা হৈছিল। তাৰে এটা আছিল ব্ৰহ্মপুত্ৰৰ দাঁতিতে, প্ৰাকৃতিক সৌন্দৰ্য্যৰে শুৱনি ঠাইত। সেই কেম্পৰ নাম ৰখা হৈছিল অলপতে স্বৰ্গী হোৱা বিখ্যাত কংগ্ৰেছ নেতা চি.আৰ. দাসৰ সোঁৱৰণত। গতিকে ইয়াক বোলা হৈছিল চিত্তৰঞ্জনপুৰ। তাতেই গান্ধীজীৰ কুটীৰো সজা হৈছিল। সকলো কুটীৰেই তৈয়াৰ হৈছিল বাঁহ, বোকা, খেৰ, ইকৰা আৰু খদ্দৰেৰে। দুৰ্ভাগ্যবশতঃ অপ্ৰত্যাশিতভাৱে অধিবেশনৰ দ্বিতীয় আৰু তৃতীয় দিনত ধাৰাসাৰে বৰষুণ হ'ল, ফলত সকলো লণ্ডভণ্ড হৈ প্ৰতিনিধি সকলৈ বহু আহুকাল চপালে। বহু ভাৰতীয়ৰ মানত অসম কোনো উল্লেখযোগ্য ঠাই বুলি গণ্য নোহোৱাত জাতীয় কংগ্ৰেছৰ বাৰ্ষিক অধিবেশনলৈ নিয়মিতভাৱে যোৱা শ শ যাত্ৰী এই অধিবেশনলৈ নগ'ল। বতাহ বৰষুণেও অসমৰে বহু লোকক অধিবেশনৰ পৰা বিৰত ৰাখিলে। এনেবোৰ লেঠাত পৰি সমগ্ৰ আয়োজনটোৰ অতি কমেও ৩৫,০০০ টকাৰ ঘাটি হ'ল। কেন্দ্ৰীয় কংগ্ৰেছৰ পৰা পোৱা ১০ হাজাৰ টকাৰ অনুদানে কিছু সহায় কৰিলেও প্ৰায় ২৬ হাজাৰ টকাৰ ধাৰৰ এটা বোজা অভ্যৰ্থনা সমিতিৰ নামত, কিন্তু বিশেষকৈ ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈৰ কান্ধত থাকি গ'ল।[২০] ডিচেম্বৰ মাহৰ ২৬ তাৰিখৰ পৰা ২৯ তাৰিখলৈ বহা গুৱাহাটী অধিবেশনত কোনো চাঞ্চল্যকৰ বা গুৰুত্বপূৰ্ণ আঁচনি বা পৰিকল্পনা লোৱা হোৱা নাছিল। মুছলমান সম্প্ৰদায়ৰ প্ৰতিনিধিত্বৰ প্ৰতি বিশেষ দৃষ্টি ৰাখি সাংবিধানিক ক্ষেত্ৰত হিন্দু-মুছলমানৰ মাজত মিলা-প্ৰীতিৰ আৱশ্যকতা উপলব্ধিয়েই আছিল এই অধিবেশনৰ মূল বিষয়। তৰুণৰাম ফুকনওে তেওঁৰ আদৰণি অভিভাষণত কৈছিল ঃ "স্বৰাজ ভাৰতৰ জন্ম স্বত্ব বুলি যদি আমি একান্তমনে কাৰ্য্যত লাগো, তেনেহলে হিন্দু-মুছলমানৰ ঐক্যক আমি জীয়া বাস্তৱ কৰি তুলিবই লাগিব। মই দৃঢ়ভাৱে বিশ্বাস কৰো যে, আমি এইটো কৰিব পাৰিম যদি আমি ইয়াক সঁচাকৈয়ে বিচাৰো। আমি ততালিকে সাম্প্ৰদায়িকতাৰ পাপীষ্ঠ আত্মকেন্দ্ৰিক ভূতটোক আঁতৰাবই লাগিব।"[২১]

অধিবেশনলৈ খ্যাতনামা ব্যক্তি বহুগৰাকীয়েই আহিছিল। মহাত্মা গান্ধী, সৰোজিনী নাইডু, মহম্মদ আলি, সভাপতি শ্ৰীনিবাস আয়েঙ্গাৰ, আবুল কালাম আজাদ,

চৌকত আলি, মদনমোহন মালব্য, মতিলাল নেহৰু, বল্লভ ভাই পেটেল, বিথল ভাই পেটেল, ৰঙ্গাস্বামী আয়েঙ্গাৰ, পট্টভি সীতাৰামায়া, ৰাজেন্দ্ৰ প্ৰসাদ আদি বহুতো। ভাৰতৰ বাহিৰৰ পৰাও আহিছিল পেথিক লৰেন্স আৰু তেওঁৰ পৰিবাৰ, মাৰ্টিন হাৰ্লিমান আদি কেইগৰাকীমান। এই অধিবেশনত অসমে খ্যাতি লভিলে খাদীৰ উৎপাদনত। 'অল ইণ্ডিয়া স্পিনাৰ্ছ এছোছিয়েশ্যন'ৰ তত্ত্বাৱধানত নগাঁৱৰ এটি কেন্দ্ৰত এই অধিবেশনৰ কাৰণে তিনিমাহত ৩০,০০০ গজ খদ্দৰ তৈয়াৰ কৰা হৈছিল।[২২] কৃষ্ণনাথ শৰ্মাৰ যত্নত এই কাম সমাধা হৈছিল। এই সুনামৰ উপৰিও এই অধিবেশনৰ পৰা অসমৰ আন এটি লাভ আছিল এই যে পোন প্ৰথমবাৰৰ কাৰণে অসমৰ পৰা এজনে (তৰুণৰাম ফুকন) কেন্দ্ৰীয় কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য হ'ল। গান্ধীজীয়ে 'অসমৰ নিভাজ খাদীৰে সজোৱা' গুৱাহাটী কংগ্ৰেছ অধিবেশনখন আশা কৰাতকৈ উত্তম হৈছিল বুলিলে।[২৩]

আহমেদাবাদ কংগ্ৰেছত গান্ধীজীৰ বাহৰত তেওঁৰে সৈতে বৰদলৈৰ যি সান্নিধ্য ঘটিছিল, তেনে সুযোগ নিজৰ ব্যস্ততাৰ কাৰণেই বৰদলৈয়ে গুৱাহাটী কংগ্ৰেছত নাপালে, তথাপিও দুয়োৰে মিলন হৈছিল। বৰদলৈয়ে লিখি গৈছে ঃ "সেই সময়ত মই সভামণ্ডপৰ ভাৰপ্ৰাপ্ত সম্পাদক আছিলোঁ আৰু সময়ৰ ইমান নাটনিত পৰিছিলো যে আহাৰ কৰিবলৈকো সময় নাপাইছিলো। তথাপিও ঢৌতে খৰ মাৰি গান্ধীজীৰ লগত খাদী প্ৰদৰ্শনী চাবলৈ গৈছিলো। তেওঁৰ ভাষণ নিখিল ভাৰত কংগ্ৰেছ কমিটি আৰু ইয়াৰ মুকলি অধিবেশন উভয়তে শুনিছিলো। কিন্তু উক্ত (স্বামী শ্ৰদ্ধানন্দৰ হত্যা) শোকাতুৰ বাতৰি পাই গান্ধীজী নিজে দ্বিতীয়দিনাৰ অধিবেশনলৈ নগ'ল আৰু অধিবেশনখনো সোনকালে শেষ হ'ল।[২৪]

## ৪। আইন অমান্য আন্দোলনৰ প্ৰথম পৰ্ব (১৯৩০-৩১) আৰু বৰদলৈ

গুৱাহাটী কংগ্ৰেছৰ কিছু পাছতেই কেন্দ্ৰীয় কংগ্ৰেছ মহলত ভাৰতৰ আগন্তুক সাংবিধানিক সংস্কাৰ সম্পৰ্কে আলোচনা চলিল। বৃটিছ চৰকাৰে ১৯১৯ চনৰ ভাৰত সংস্কাৰ আইন সংশোধন কৰিবৰ কাৰণে ১৯২৭ চনৰ ৮ নৱেম্বৰ তাৰিখে ছাৰ জন্ চাইমনৰ অধীনত কেইজনমান বৃটিছ সাংসদক লৈ এখন সমিতি পাতি দিছিল ভাৰতৰ ভৱিষ্যত সংবিধানৰ কাৰণে পৰামৰ্শ দিবলৈ। এই সমিতিত কোনো ভাৰতীয় সদস্য নথকাত জাতীয় কংগ্ৰেছে চাইমন কমিছনৰ প্ৰত্যুত্তৰ হিচাপে ১৯২৭ চনৰ মাদ্ৰাজ অধিবেশনত এখন স্বৰাজ সংবিধান প্ৰস্তুত কৰিবলৈ মতিলাল নেহৰুৰ হাতত ভাৰ দিছিল, যাতে বিষয়টো এখন সৰ্বদলীয় সভাৰ জৰিয়তে ঠিৰাং

হয়। এই সৰ্বদলীয় সভা ১৯২৮ চনৰ আগষ্ট মাহত লক্ষ্ণৌত বহিল। ১৯২৬ চনত গঠন হোৱা অসম সংৰক্ষণী সভাই এটা দল সেই সৰ্বদলীয় জাতীয় সভালৈ পঠাবলৈ দিহা কৰিছিল[২৫] মতিলাল নেহৰুৰ প্ৰতিবেদন ১৯২৮ চনৰ ডিচেম্বৰ মাহত বহিবলগীয়া কংগ্ৰেছৰ কলকাতা অধিবেশনত প্ৰেৰণ কৰাৰ কথা আছিল। সেই অধিবেশনত ভাগ লবলৈ ২০ ডিচেম্বৰ তাৰিখে গোপীনাথ বৰদলৈ কলকাতালৈ গ'ল।[২৬] তাত মুছলিম, হিন্দু আৰু শিখৰ সাম্প্ৰদায়িক মনোবৃত্তিয়ে সৰ্বদলীয় সভাখনৰ আৰু লগতে নেহৰু প্ৰতিবেদনৰো ডমিনিয়ন ষ্টেটাছলৈকো বিফলতা চপাই পূৰ্ণ স্বৰাজৰ দাবী ঘনীভূত কৰিলে। ইয়াত গান্ধীজীয়ে ক'লে যে ঔপনিবেশিক স্বায়ত্তশাসনলৈ লক্ষ্য ৰখা সংবিধান এখনত যদি ৰাজনৈতিক দলবোৰৰ সংখ্যাগৰিষ্ঠ লোকৰ সমৰ্থন থাকে কংগ্ৰেছে তাক গ্ৰহণ কৰিব আৰু তাৰ প্ৰতি যদি বৃটিছ সংসদে ১৯২৯ চনৰ ৩১ ডিচেম্বৰৰ ভিতৰত সমৰ্থন নজনায় তেনেহলে কংগ্ৰেছে পূৰ্ণ স্বৰাজৰ কাৰণে আন্দোলন কৰিব। বৰলাট আৰউইন বিলাতলৈ গৈ সেই বিষয়ত কথা পাতি ভাৰতলৈ ঘূৰি আহি জনালে যে 'ডমিনিয়ন ষ্টেটাছ' ভাৰতত বৃটিছৰ লক্ষ্য হ'লেও ই নিকট ভৱিষ্যতত নঘটিব। ইয়াৰ পাছত আহিল ১৯২৯ চনৰ ডিচেম্বৰ মাহত জৱাহৰলাল নেহৰুৰ সভাপতিত্বত বহা লাহোৰ কংগ্ৰেছ। তালৈ গোপীনাথ বৰদলৈ প্ৰতিনিধি নিৰ্বাচিত হ'ল, তৰুণৰাম ফুকন, নবীনচন্দ্ৰ বৰদলৈ, কুলধৰ চলিহা আৰু মহম্মদ তৈয়ব উল্লাৰ লগতে।[২৭] হৰিকৃষ্ণ দাস, অম্বিকাগিৰি ৰায়চৌধুৰী, বিশ্বনাথ শৰ্ম্মা, লক্ষ্মীনাৰায়ণ শাস্ত্ৰীও সেই অধিবেশনলৈ অসমৰ পৰা গৈছিল।[২৮] লাহোৰ কংগ্ৰেছলৈ যোৱাৰ আগমুহূৰ্ত্তত অসমৰ কংগ্ৰেছী নেতাসকলে ডমিনিয়ন ষ্টেটাছ আৰু 'পূৰ্ণ স্বৰাজ'ৰ বিষয়ে কেনেদৰে ভাৱিছিল তাক চোৱা যাওঁক। ১৯২৯ চনৰ ৩০ নৱেম্বৰ তাৰিখে এই বিষয় দুটা বিচাৰ কৰিবলৈ গুৱাহাটী বাৰ লাইব্ৰেৰীত প্ৰাদেশিক কংগ্ৰেছৰ এখন সভা নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত বহিল। তাত উপস্থিত থকা ৪৩ গৰাকী ব্যক্তিৰ কুৰিজনেই আছিল গুৱাহাটীৰ ; বাকীসকল আহিছিল নগাঁও, মঙ্গলদৈ আৰু তেজপুৰৰ পৰা।[২৯] ইয়াত প্ৰথম প্ৰস্তাৱটো প্ৰেৰণ কৰিলে দুৰ্গা প্ৰসাদ বুজৰবৰুৱাই এইবুলি যে যদি চৰকাৰে ডমিনিয়ন ষ্টেটাছ ৩০ ডিচেম্বৰৰ আগতে নিদিয়ে, পূৰ্ণ স্বৰাজৰ আন্দোলন ১৯৩০ চনৰ ১ জানুৱাৰী তাৰিখে আৰম্ভ হ'ব লাগে। মাথোন ৬ জন লোকে সমৰ্থন কৰা এই প্ৰস্তাৱ নাকচ হয়। দ্বিতীয় প্ৰস্তাৱটো আছিল ৰোহিনী কুমাৰ চৌধুৰীৰ। তেওঁৰ মতে ৩০ মাৰ্চলৈকে (১৯৩০) চৰকাৰৰ মতিগতিলৈ বাট চাব লাগে আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ কাৰ্য্যলৈও অপেক্ষা কৰিব লাগে। এই প্ৰস্তাৱটোত মাথোন ৯ জন ব্যক্তিয়েহে সমৰ্থন দিয়াত সিও নাকচ হ'ল। সংখ্যাগৰিষ্ঠ উপস্থিত ব্যক্তিৰ অনুমোদন পাই গৃহীত হোৱা প্ৰস্তাৱটো আছিল গোপীনাথ বৰদলৈৰ। তেওঁ ক'লে, "যদি বৃটিছৰ হিয়া সলনি হয়

আৰু কংগ্ৰেছক ঘূৰণীয়া মেজ মেললৈ নিমন্ত্ৰণ কৰে ডমিনিয়ন ষ্টেটাছ দিবৰ কাৰণে, তেনেহলে কংগ্ৰেছে চৰকাৰৰ লগত সহযোগ কৰিব। কিন্তু ডমিনিয়ন ষ্টেটাছ আগবঢ়োৱাৰ আশা যদি একেবাৰে নাথাকে, তেনেহলে চৰকাৰৰ লগত সহযোগ নাথাকিব আৰু পূৰ্ণ স্বৰাজৰ কাৰণে আন্দোলন বৰ্তি থাকিব।[৩০]

লাহোৰ কংগ্ৰেছেও পূৰ্ণ স্বৰাজৰ প্ৰস্তাৱ ল'লে আৰু লগতে কাউন্সিল বৰ্জনৰো। গোপীনাথ বৰদলৈকে ধৰি অসমৰ স্বৰাজিষ্ট সকলে কাউন্সিল বৰ্জনৰ কাৰণ নুবুজিলে। বিশেষকৈ অসমৰ বিশেষ পৰিস্থিতিৰ সন্দৰ্ভত ই আদৰণীয় নাছিল। ১৯৩০ চনৰ জানুৱাৰী মাহৰ ৫ আৰু ৬ তাৰিখৰ ভিতৰত ফুকন, ৰোহিনী চৌধুৰী, অম্বিকাগিৰি ৰায়চৌধুৰী আৰু গোপীনাথ বৰদলৈ লাহোৰৰ পৰা গুৱাহাটী পালে।[৩১] তেওঁলোকে ১৮ জানুৱাৰীত যোৰহাটত বহিব লগা প্ৰাদেশিক কংগ্ৰেছৰ সভালৈ বাট চালে তেওঁলোকৰ ভৱিষ্যত পন্থা ঠিৰাং কৰিবলৈ।[৩২] এওঁলোকৰ প্ৰতিজনেই আছিল কাউন্সিল বৰ্জন বিৰোধী কাৰণ ই কংগ্ৰেছ স্বৰাজিষ্টসকলৰ জনপ্ৰিয়তাত আঘাত যে কৰিব সি আছিল নিশ্চিত। এওঁলোক আছিল ঘূৰণীয়া মেজ মেল আৰু ডমিনিয়ন ষ্টেটাছৰ পক্ষে। অৱশ্যে এই কথা ঠিক যে ১৯৩০ চনৰ ২৬ জানুৱাৰী তাৰিখে গান্ধীজীয়ে দিয়া স্বাধীনতা দিৱস বিবৃতিত বৰদলৈ আৰু আনসকল স্বৰাজিষ্টৰ আপত্তি থকাৰ কোনো কাৰণ নাই। সেই বিবৃতিৰ উদ্দেশ্য আছিল অৰ্থনৈতিক, ৰাজনৈতিক, সাংস্কৃতিক আৰু আধ্যাত্মিক এই সকলো দিশতে ভাৰতক বিধ্বস্ত কৰি ৰখা বৃটিছৰ বিৰুদ্ধে সংগ্ৰাম চলোৱাৰ পণ।

৮ ফেব্ৰুৱাৰীত গুৱাহাটীত বহা প্ৰদেশ কংগ্ৰেছৰ এখন সভাত ফুকন আৰু নবীনচন্দ্ৰ বৰদলৈয়ে তেওঁলোকৰ পদ ইস্তফা দিলে। গোপীনাথ বৰদলৈ যিহেতু কাউন্সিল বৰ্জনৰ পক্ষে নাছিল সেইকাৰণে তেওঁ তেওঁৰ গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতিৰ পদটো ত্যাগ কৰে। গোপীনাথ বৰদলৈ আছিল সদায়েই সাংবিধানিক নীতি-নিয়মৰ এজন আকোৰগোজ অনুচৰ। যিহেতু কাউন্সিল বৰ্জন আনুষ্ঠানিক কংগ্ৰেছৰ সাম্প্ৰতিক আঁচনি হৈ পৰিল, তাত তেওঁৰ প্ৰাণ নথকাত তেওঁ কংগ্ৰেছৰ সাংগঠনিক বাব নিবিচাৰিলে। কিন্তু কিছু পুৰণি কংগ্ৰেছী নেতাই আৰু আজিকালিৰ কিছু অভং লিখকে ভবাৰ দৰে ফুকনৰ দৰে গোপীনাথ বৰদলৈয়ে ১৯৩০ চনত কংগ্ৰেছ সংগঠনৰ পৰা বিদায় লোৱা নাছিল। গোপীনাথ বৰদলৈ যে 'আইন-অমান্য' (হব লাগে 'সবিনয় অবজ্ঞা'হে) আন্দোলনৰো বিৰোধী নাছিল তাৰ বহু দেখ দেখ প্ৰমাণ পোৱা যায়। ১৯৩০ চনৰ ১২ মাৰ্চৰ দিনা দুপৰীয়া গুৱাহাটীত এখন ৰাজহুৱা সভা হৈছিল হৰিকৃষ্ণ দাসৰ সভাপতিত্বত গান্ধীজীৰ লোণ আইন ভঙ্গৰে আৰম্ভ হোৱা সত্যাগ্ৰহৰ প্ৰতি শুভেচ্ছা জনোৱা আৰু সফলতা কামনা কৰাৰ উদ্দেশ্যৰে। ইয়াত সভাপতিৰ আসনৰ

পৰা দাসে যেতিয়া কৈছিল যে অসম সেই আন্দোলনৰ কাৰণে তেতিয়াও প্ৰস্তুত হ'ব পৰা নাই, বৰদলৈয়ে সেই কথাত সমৰ্থন জনাইও কৈছিল যে অসমক 'আইন অমান্য' আন্দোলনলৈ প্ৰস্তুত কৰিবই লাগিব।[৩৩] ৬ এপ্ৰিল তাৰিখে যেতিয়া গুৱাহাটী জিলা কংগ্ৰেছৰ এখন সভা কাৰ্জন হলত নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত বহিল, তেতিয়া গোপীনাথ বৰদলৈক পুণৰ গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতিৰ বাবটো দিয়া হ'ল আৰু তেওঁ ইয়াক গ্ৰহণ কৰিলে। তৈয়বউল্লাক উপ-সভাপতি আৰু সিদ্ধিনাথ শৰ্মাক সম্পাদক আৰু উত্তৰ গুৱাহাটীৰ প্ৰয়োধৰ বৰুৱাক উপ-সম্পাদক পতা হৈছিল।[৩৪] তৈয়বউল্লা সভাত নাছিল ; তেওঁ পাছত তেওঁক দিয়া পদটো গ্ৰহণ নকৰিলে। সেই সময়ত গোপীনাথ বৰদলৈ বিষ্ণুৰাম মেধীৰ সভাপতিত্বত গঢ়ি উঠা প্ৰাদেশিক কংগ্ৰেছৰ ৱৰ্কিং কমিটিৰো সদস্য আছিল। ইয়েই বুজায় যে বৰদলৈ কংগ্ৰেছৰ পৰা আঁতৰি থকা নাছিল।

গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতিৰ বাবটো পুণৰ গ্ৰহণ কৰাৰ পাছতেই বৰদলৈ পূৰ্ণোদ্যমে আন্দোলনৰ অৰ্থে কামৰূপৰ বহু ঠাইত ঘূৰিবলৈ আৰম্ভ কৰিলে। লাহোৰ কংগ্ৰেছত সংগ্ৰামৰ কাৰণে দিয়া পৰামৰ্শত প্ৰদেশবোৰক স্থানীয় জুলুম-দুৰ্দশাৰ ওপৰত প্ৰাধান্য দিয়াৰ কথা কোৱা হৈছিল। গোপীনাথ বৰদলৈয়ে চৰকাৰ আৰু খেতি-মাটিৰ খাজানা সমস্যাটোৰে তেওঁৰ আন্দোলনৰ প্ৰচাৰ কাৰ্য্য আৰম্ভ কৰিলে। সেই সময়ত খেতি-মাটিৰ খাজানা সম্পৰ্কে বিধেয়ক এখন চৰকাৰৰ চিন্তাত আছিল ; 'আসাম লেণ্ড ৰেভিন্যু ৰি-এচেছমেন্ট' বিল ১৯৩০। আগতে চৰকাৰে নিজ ইচ্ছামতে সময়ে সময়ে মাটিৰ খাজানা বঢ়াইছিল। সংশোধিত ব্যৱস্থাপক সভাৰ দিনত সেইটো হ'ব নোৱৰাত ১৯২৫ চনৰ 'আসাম ছেটেল্‌মেন্ট' বিধেয়কখনৰ যোগেদি চৰকাৰে মাটিৰ খাজানা উৎপন্নৰ বিশ শতাংশ কৰাৰ প্ৰস্তাৱ লৈছিল। এই খাজানা বহু খেতিয়কৰ কাৰণে দুৰ্বহ হ'ব বুলি গণ্য কৰি ব্যৱস্থাপক সভাই এই বিধেয়ক নাকচ কৰিছিল আৰু ১৯২৮ চনৰ ছেপ্তেম্বৰ মাহত ৰোহিনী কুমাৰ চৌধুৰীয়ে মাটি খাজানা সম্বন্ধীয় আইন প্ৰণয়ন কৰাৰ আগতে খাজানা বৃদ্ধি বন্ধ ৰাখিবলৈ কৰা প্ৰস্তাৱটো গৃহীত কৰা হৈছিল। সেইগতিকে চৰকাৰে আগৰ ১৯২৫ চনৰ ছেটেল্‌মেন্ট বিলখনৰ ঠাইত এই 'লেণ্ড ৰেভিন্যু ৰি এচেছমেন্ট' বিধেয়কখন প্ৰস্তুত কৰিছিল, ব্যৱস্থাপক সভাৰ অনুমোদনৰ কাৰণে। এই বিধেয়কতো খাজানাৰ হাৰ অধিক হৈ থকাত বৰদলৈয়ে তাৰ বিৰোধ কৰিবলৈ ৰাইজক আহ্বান কৰিছিল। ১১ এপ্ৰিল তাৰিখে পলাশবাৰী বজাৰত ৭০০ মান সমজুৱাক তেওঁ ছেটেল্‌মেন্ট বিলখনৰ কথা ক'লে। প্ৰদেশ কংগ্ৰেছৰ সভাপতি মেধী, সিদ্ধিনাথ শৰ্মা আৰু ৰোহিনী চৌধুৰীও তেওঁৰ লগত আছিল।[৩৫] এসপ্তাহৰ পাছত ১৮ এপ্ৰিল তাৰিখে তেওঁ 'লেণ্ড ৰেভিন্যু ৰি এচেছমেন্ট' বিলখনৰ প্ৰতিবাদত ৰামপুৰত

বহা এখন সভাত সভাপতিত্ব কৰিলে। ইয়াতো মেধী আৰু চৌধুৰী উপস্থিত থাকে। মেধীয়ে ৰাইজক অনুৰোধ কৰিলে বিদেশী বস্ত্ৰ বৰ্জন কৰিবলৈ আৰু আবকাৰী কৰযুক্ত মদ, ভাং, গাঞ্জা, কানি আদি পৰিত্যাগ কৰিবলৈ।[৩৬] ১৯ এপ্ৰিল তাৰিখে প্ৰদেশ কংগ্ৰেছৰ এখন সভা বহে নবীনচন্দ্ৰ বৰদলৈৰ ঘৰত য'ত পঞ্চাশ জনমান লোক উপস্থিত আছিল। ইয়াতে মেধীয়ে আনুষ্ঠানিকভাৱে ফুকনৰ পৰা প্ৰদেশ কংগ্ৰেছৰ সভাপতিৰ ভাৰখন লয়।[৩৭] ৩ মে' তাৰিখে কংগ্ৰেছী নেতাসকল মেধীৰ বাসভৱনত গোট খাই 'আইন অমান্য' আন্দোলন প্ৰদেশৰ জিলাকেইখনত চলাই নিয়াৰ সম্পৰ্কে গুণা-গথা কৰিলে। গোপীনাথ বৰদলৈ, তৈয়বউল্লা, ভুবনেশ্বৰ বৰুৱা, ৰোহিনী চৌধুৰী, মহেন্দ্ৰ বৰুৱা, নবীনচন্দ্ৰ বৰদলৈ, অম্বিকাগিৰি ৰায়চৌধুৰী, নিধিৰাম দাস আদি বহুকেইজন ব্যক্তি উপস্থিত আছিল। ইয়াৰ উপৰিও সেই একেদিনাই প্ৰায় ১৫০ জনমান ছাত্ৰ মেধীৰ ঘৰত উপস্থিত হৈ ওপৰোক্ত নেতাসকলৰে পিকেটিং কৰাৰ কথা লৈও আলোচনা কৰিলে। ছাত্ৰ আৰু বৰদলৈকে ধৰি কিছু নেতা গ'ল ফাঁচী বজাৰৰ ৰায়বাহাদুৰ মাই সিং মেঘৰাজৰ দোকানলৈ। তালৈকে কেইবাগৰাকীও মাৰোৱাৰী ব্যৱসায়ীও আহিল। কংগ্ৰেছী নেতাসকলে ব্যৱসায়ী সকলক বিদেশী বস্ত্ৰৰ বেপাৰ নকৰিবলৈ অনুৰোধ কৰিলে।[৩৮] ৬ মে' তাৰিখে যেতিয়া আগদিনা গান্ধীজী গ্ৰেপ্তাৰ হোৱা বাতৰি গুৱাহাটী পালেহি, ছাত্ৰসকলে পাণবজাৰ আৰু ফাঁচীবজাৰৰ ব্যৱসায়ী সকলক দোকান-পোহাৰ বন্ধ ৰাখিবলৈ অনুৰোধ কৰিলে। ৭০০ মান লোকৰ উপস্থিতিত জুবিলী পথাৰত ৰাজহুৱা সভা বহিল। তাত তৰুণৰাম ফুকন আৰু গোপীনাথ বৰদলৈয়ে বক্তৃতা দিলে। বৰদলৈয়ে সমজুৱাক খদ্দৰ পৰিধান কৰিবলৈ আৰু মাদক দ্ৰব্য বিসৰ্জন দিবলৈ অনুৰোধ কৰিলে।[৩৯]

আন্দোলনৰ কাৰণে প্ৰধান হেঙাৰ আছিল ধনৰ নাটনি। ধনৰ অবিহনে বিপ্লৱী আঁচনিৰ কথা ভাবিব নোৱাৰি। এনেকি এই সময়টোত মেধী আৰু ৰোহিনী চৌধুৰীয়ে ৰাইজলৈ আবেদন কৰিবলগীয়া হৈছিল ১৯২৬ চনৰ কংগ্ৰেছ অধিবেশনত হোৱা তেইশ হাজাৰ টকাৰ ঋণটো শোধাবৰ কাৰণে অৰ্থ সাহায্য আগবঢ়াবলৈ। অসমৰ নেতাসকলে অসহযোগত লোৱা কাৰ্য্যসূচীকে পুনৰ লোৱাৰ বাহিৰে অন্য উপায় নেদেখিলে। ব্যৱসায়ীক বিদেশী বস্ত্ৰ বা সামগ্ৰীৰ কাৰবাৰ নকৰিবলৈ, আবকাৰী কৰযুক্ত দ্ৰব্যৰ বেচা-কিনাৰ পৰা বিৰত থাকিবলৈ, ভিতৰুৱা গাঁওবোৰত মেল-সবাহৰ জৰিয়তে স্বাধীনতাৰ প্ৰতি থকা আগৰ আগ্ৰহ আৰু আকাংক্ষা সজীৱ কৰি ৰাখিবলৈ আৰু খদ্দৰৰ প্ৰচলন বঢ়াবলৈ চেষ্টা কৰাৰ বাহিৰে তেওঁলোকে আন উপায় বিচাৰি নাপালে। ধনৰ অভাৱত সতেজ হ'ব নোৱৰা আন্দোলনটোলৈ অৱশ্যে কৰ্তৃত্ববাদী চৰকাৰেই যেন হঠাতে উদ্দ্যম জগাই তুলিলে, শিক্ষা বিভাগৰ সচিব কানিংহামে লোৱা এটি কৰ্তৃত্ববাদী

কলঙ্কময় সিদ্ধান্তৰে। ১৯ মে’ তাৰিখে কানিংহামে স্কুল-কলেজৰ শিক্ষাৰ্থীক পিতৃ-মাতৃ আৰু অভিভাৱকসকললৈ এখন পৰিপত্ৰৰ যোগেৰে জনালে যে তেওঁলোকৰ তত্বাৱধানত থকা আৰু চৰকাৰী সাহায্য পোৱা শিক্ষাৰ্থীয়ে হৰতাল, পিকেটিং, ৰাজনৈতিক মেল-মিটিং আদিত ভাগ ল’ব নোৱাৰিব আৰু শিক্ষানুষ্ঠানৰ বা শিক্ষাবিভাগৰ নিয়ম-কানুন মানি চলিব বুলি প্ৰতিশ্ৰুতি দিব লাগিব। অসহযোগৰ দিনৰ দৰে ৰাজনীতি সচেতন ডেকা শক্তিয়েই আছিল এই ‘আইন-অমান্য’ আন্দোলনৰ প্ৰাণ। সেই কথা জানিয়েই চৰকাৰে ইয়াক আওপাকে ধ্বংস কৰিব খুজিছিল। কিন্তু সেইটো আশা সিদ্ধি নহ’ল। সেই পৰিপত্ৰক বা ‘কানিংহাম চাৰ্কুলাৰ’ক নিন্দা কৰি সৰ্বত্ৰতে প্ৰতিবাদ সভাৰ জাউৰি উঠিল। ৰাজনীতি সচেতন বহু ডেকা চৰকাৰী শিক্ষানুষ্ঠানৰ পৰা ওলাই স্বেচ্ছাসেৱক হ’লগৈ। বিদেশী বস্ত্ৰ আৰু মদৰ দোকানৰ সম্মুখত কানি, গাজা, ভাং আদিত মত্ত লোকৰ আড্ডাৰ মাজত, স্কুল-কলেজৰ পদুলিত পিকেটিং বহিল। নেতাসকলৰ বক্তৃতা উত্তেজিত হ’ল আৰু চৰকাৰী প্ৰতিক্ৰিয়াও হ’ল তদ্ৰূপ।

অসম চৰকাৰৰ পুলিচ চোৰাংচোৱা বিভাগে বৰদলৈৰ সেই সময়ৰ ঘূৰা-পকাৰ সম্পূৰ্ণ খবৰ দৈনন্দিন লৈছিল। তাৰ পৰাই অন্ততঃ ১৯৩০ চনৰ শেষলৈকে যে বৰদলৈ আইন অমান্য প্ৰচাৰ কাৰ্য্যত সম্পূৰ্ণ জড়িত আছিল সেই কথা জানিব পাৰি। ৯ জুন তাৰিখে সাংসাৰি প্ৰাথমিক স্কুল ঘৰত বৰদলৈৰ সভাপতিত্বত বহা এখন সভাত কানি, ভাং, মদ আৰু বিদেশী বস্ত্ৰ বৰ্জন কৰিবলৈ অনুৰোধ কৰা হ’ল। কানিৰ গৰাহত থকা সকলক কংগ্ৰেছ অফিচৰ মাধ্যমেৰে আয়োজন হোৱা চিকিৎসা ব্যৱস্থাৰ সহায় ল’বলৈও উপদেশ দিলে।[৪০] ৭ জুন তাৰিখে সিদ্ধিনাথ শৰ্মা, গোলোক পাঠক আৰু আন কেইজনমানৰ সৈতে বৰদলৈ গ’ল বকোৰ এখন সভাত সভাপতিত্ব কৰিবলৈ। তাতে তেওঁ সিদ্ধিনাথ শৰ্মাক দেশৰ তৎকালীন পৰিস্থিতিৰ লগত স্বৰাজৰ সম্বন্ধ সম্পৰ্কে আৰু লগতে ৰাজহ, শিক্ষা আৰু লোণ কৰৰ বিষয়ে ক’বলৈ অনুৰোধ কৰিলে।[৪১] বৰদলৈ তাৰ পাছত পলাশবাৰী আৰু হাজো থানাৰ অন্তৰ্গত মুকালমুৱা গাৱঁলৈ গ’ল আৰু তাতো প্ৰচাৰণী সভাত ভাষণ দিলে।[৪২] ২০ জুন তাৰিখে মেধী আৰু সিদ্ধি শৰ্মাক লৈ বৰদলৈ গ’ল হাজোৰেইঅন্তৰ্গত বৰিগাওঁলৈ, তাত তেওঁ সুতা কটা, বোৱন আৰু খদ্দৰৰ তাৎপৰ্য্য বুজালে।[৪৩]

জাতীয় কংগ্ৰেছৰ নেতা সকলৰ গ্ৰেপ্তাৰ হোৱা সত্বেও অসমত হোৱা আন্দোলনলৈ জোৱাৰ আহিল। ২ জুলাই তাৰিখে মতিলাল নেহৰু আৰু আজাদক গ্ৰেপ্তাৰ কৰাৰ প্ৰতিবাদত কাৰ্জন হলত বহা সভা এখনত বৰদলৈ উপস্থিত থাকে নবীন বৰদলৈৰ সৈতে। তাত প্ৰায় ৩০০ লোক উপস্থিত আছিল, তাৰে ৫০ গৰাকীমান আছিল মহিলা।[৪৪] ৩ জুলাইতো কাৰ্জন হলত গোপীনাথ বৰদলৈৰ সভাপতিত্বত এখন

সভা বহে, কংগ্ৰেছ ৱৰ্কিং কমিটিক বে-আইনী কৰাৰ প্ৰতিবাদত।[৪৫] ২১ জুলাই তাৰিখে বৰদলৈয়ে মেধী আৰু সিদ্ধিনাথ শৰ্মাৰে সৈতে গুৱাহাটীৰ হৰিজন সকলক মাদক দ্ৰব্য আৰু ধূমপানৰ কু-পৰিণতি ব্যাখ্যা কৰে। বিহাৰৰ কাটিহাৰৰ পৰা অসমৰ হৰিজনৰ মাজত প্ৰচাৰ কাৰ্য্য চলাবলৈ অহা লক্ষ্মণ মেঠাৰ নামৰ এজন কৰ্মীয়েও সৰভোগ আৰু বৰপেটাৰ হৰিজন সকলৰ মাজত একেধৰণৰ প্ৰচাৰ কাৰ্য্যত লিপ্ত আছিল।[৪৬] সেই জুলাই মাহতে গোপীনাথ বৰদলৈ, হৰিকৃষ্ণ দাস আদি কেইজনমান নেতাৰ নামেৰে ৰাইজলৈ হেণ্ডবিলৰ যোগেৰে আবেদন কৰা হৈছিল যাতে প্ৰতিজন ব্যক্তিয়ে পিন্ধা পোছাকৰ সংখ্যা কমাই তাৰ পৰা সঞ্চয় হোৱা ধনেৰে কেঁচা কপাহ কিনিবলৈ লয়।[৪৭] ২৪ জুলাই তাৰিখে বৰদলৈ, মেধী, সিদ্ধি শৰ্মা, তৈয়ব উল্লা আৰু ৰোহিনী চৌধুৰী লগ হয়, মেধীৰ বাসভৱনত স্বেচ্ছাসেৱকৰ কামৰ আঁচনি প্ৰস্তুত কৰিবৰ কাৰণে। ইয়াতে সিদ্ধান্ত লোৱা হয় যে হাজো, বৰপেটা আৰু নলবাৰীলৈ এনে স্বেচ্ছাসেৱক পঠিওৱা হ'ব যাতে তেওঁবিলাকে নিজৰ ঘৰতে থাকি ভিতৰুৱা গাৱঁত প্ৰচাৰ চলাব পাৰে।[৪৮] ৩১ জুলাই তাৰিখে কাৰ্জন হলত নবীনচন্দ্ৰ বৰদলৈৰ সভাপতিত্বত অসম সংৰক্ষণী সংঘৰ এখন সভা বহে চাইমন কমিচনৰ ৰিপৰ্ট আৰু ঘূৰণীয়া মেজ মেল সম্পৰ্কে। তাতো অম্বিকাগিৰি ৰায়চৌধুৰী, ৰোহিনী কুমাৰ চৌধুৰী আদি গুৱাহাটীৰ বহুকেইজন গণ্য-মান্য লোকৰে সৈতে গোপীনাথ বৰদলৈও উপস্থিত আছিল। বৰজনা বৰদলৈয়ে ইয়াত ক'লে যে ঘূৰণীয়া মেজ মেল গ্ৰহণযোগ্য হ'ব যদিহে গান্ধীজীয়ে দেশখনক সেই পথে নিয়ে।[৪৯]

১৯৩০ চনৰ আগষ্ট মাহৰ পৰা অসমত চৰকাৰৰ উপদ্ৰবী আচৰণ ঘনীভূত হ'ল। সেই মাহৰে ২১ তাৰিখে প্ৰদেশ কংগ্ৰেছৰ সভাপতি মেধী গ্ৰেপ্তাৰ হ'ল।[৫০] মাহটোৰ শেষৰ পিনে প্ৰদেশ কমিটিৰ ৱৰ্কিং কমিটিকো বে-আইনী ঘোষণা কৰা হ'ল। মেধীয়ে হেনো তেওঁ গ্ৰেপ্তাৰ হোৱাৰ আগতে তেওঁৰ সভাপতিৰ ভাৰখন গোপীনাথ বৰদলৈৰ হাতত গটাব খুজিছিল কিন্তু বৰদলৈ হেনো তাত মান্তি নহ'ল। কথাটো সঁচা হ'বও পাৰে, যদি ৰাজহুৱা পদৰ তেনে ভিতৰুৱা সাল-সলনি কংগ্ৰেছ সংবিধান সংগত আছিল। কিন্তু অসমত বহু কাললৈ প্ৰচাৰ হৈ থকা গুজবটো হ'ল বৰদলৈ অমান্তি হোৱাৰ আনুমানিক কাৰণটো লৈহে। তেওঁ হেনো জেললৈ যাব নিবিচাৰিছিল, ইও সঁচা হ'ব পাৰে, আৰু যদি সঁচা হয় তাকো লুক-ঢাক নকৰাকৈ বিচাৰ কৰিব পাৰি ; মিছাতে কথাটোৰ ওপৰত মলিয়ন চটিওৱাৰ প্ৰয়োজন ক'ত ? বৰদলৈয়ে এই সময়ত কামৰূপ জিলাৰ লোকেল বৰ্ড আৰু গুৱাহাটী মিউনিচিপেলিটিৰ আঞ্চলিক স্বায়ত্ত শাসনৰ কামত মনোনিৱেশ কৰি আৰু সেই কামক গান্ধীজীৰ গঠনমূলক কামৰ দৃষ্টিৰে চাই সন্তোষ পাইছিল। গান্ধীজীৰ সত্যাগ্ৰহ আন্দোলনবোৰৰ ৰাজনৈতিক দিশটোৰ উপৰিও সদায়

গঠনমূলক দিশটোও আছিল। বৰদলৈয়ে এই দিশটোক কেতিয়াও অবজ্ঞা কৰা নাছিল। চৰকাৰৰ পৰা অহা বিভিন্ন বাধা-বিঘিনি আৰু অসম কংগ্ৰেছৰ ধনৰ নাটনিয়ে কংগ্ৰেছৰ কৰ্মথলীখন অতিকৈ সংকীৰ্ণ কৰি পেলাইছিল। তাতে আকৌ প্ৰাদেশিক কংগ্ৰেছৰ ৱৰ্কিং কমিটিকো বে-আইনী কৰি দিয়াত বৰদলৈয়ে তাত সভাপতিৰ বাব লৈ যিখিনি কাম কৰিবলৈ সক্ষম হ'লহেতেন তাতোকৈ অধিক কাম কৰিব পাৰিলে আঞ্চলিক স্বায়ত্ত শাসনৰ মাধ্যমেদি। আন্দোলন সেই সময়ত সেমেকি পৰিছিল এই কাৰণেই যে প্ৰায়বোৰ ছাত্ৰ শিক্ষানুষ্ঠানলৈ ঘূৰি যোৱাত 'বয়কট', 'পিকেটিং'য়ে আন্দোলটোলৈ আনি দিয়া জোৱাৰ আঁতৰি গৈছিল।

১৯৩০ চনৰ চেপ্তেম্বৰ মাহত শিৱসাগৰত প্ৰাদেশিক কংগ্ৰেছৰ এখন বৈঠক বহাৰ পাছত ২১ ডিচেম্বৰ তাৰিখে গুৱাহাটী খাদী প্ৰতিষ্ঠানত গুৱাহাটী জিলা কংগ্ৰেছৰ এখন বৈঠক বহে হেমচন্দ্ৰ বৰুৱাৰ সভাপতিত্বত। নবীনচন্দ্ৰ বৰদলৈ, লীলাধৰ বৰুৱা, হৰিকৃষ্ণ দাস, সিদ্ধিনাথ শৰ্মাৰ লগতে গোপীনাথ বৰদলৈও তাত উপস্থিত আছিল। শৰ্মাই তাত ৬ এপ্ৰিলৰ পৰা ২০ ডিচেম্বৰলৈ জিলা কংগ্ৰেছৰ কামৰ খতিয়ন দিয়ে।[৫১]

১৯৩১ চনত গোপীনাথ বৰদলৈ আঞ্চলিক স্বায়ত্ত শাসনৰ কাৰ্য্যত ব্যস্ত হ'ল যদিও সাংগঠনিক কংগ্ৰেছৰ কামৰ পৰা অকণো আঁতৰ হোৱা নাছিল আৰু তেওঁ পুলিচ-চোৰাংচোৱাৰ দৃষ্টিত তেতিয়াও নজৰত ৰাখিবলগীয়া চৰকাৰ বিৰোধী ৰাজনৈতিক ব্যক্তি আছিল। সেই বছৰৰ ২১ জানুৱাৰী তাৰিখে পুলিচ আক্ৰমণৰ বলি হোৱা প্ৰতিবাদী এজনৰ পক্ষে মোকৰ্দমাত ভাগ ল'বলৈ তামোলপুৰলৈ যাওঁতে আৰক্ষীয়ে তেওঁৰ ওপৰত চকু ৰাখিছিল।[৫২] ২৮ ফেব্ৰুৱাৰীৰ দিনা ৰোহিনী চৌধুৰী আৰু গোলোক পাঠকৰ সৈতে তেওঁ বকোলৈ যায় তৰুণৰাম ফুকনৰ হৈ লোকেল বৰ্ডৰ আসনৰ কাৰণে কেনভাচ কৰিবলৈ, ফুকনৰ বিপক্ষে উঠিছিল লয়েলিষ্ট প্ৰাৰ্থী গৰ্গ চৌধুৰী।[৫৩] স্বৰাজিষ্টসকলে গুৱাহাটী মিউনিচিপেলিটিও তেওঁলোকৰ হাতলৈ আনিব খুজিলে আৰু তাৰো চেয়াৰমেনৰ কাৰণে ফুকনক বাচিলে। অৱশ্যে এই কথা বহুতে ভালপোৱা নাছিল যিহেতু ফুকনৰ জনপ্ৰিয়তা সেই সময়ত বহু পৰিমাণে কমি যোৱাত তেওঁ সফল হোৱাৰ আশা নাছিল। স্বৰাজিষ্টসকলে তেনেস্থলত গোপীনাথ বৰদলৈকে চেয়াৰমেন পাতিব খুজিলে কিন্তু বৰদলৈয়ে ইচ্ছা প্ৰকাশ নকৰিলে।[৫৪]

১৯৩১ চনৰ বাকীখিনি কাল বৰদলৈয়ে লোকেল বৰ্ড-মিউনিচিপেলিটিৰ কামৰ লগতে কংগ্ৰেছৰ সাংগঠনিক কাম আৰু প্ৰচাৰ কাৰ্য্যত কিদৰে নিজকে নিয়োগ কৰিছিল তাৰ এটা আভাস আৰক্ষী-চোৰাংচোৱা বিভাগৰ বিৱৰণ বিলাকৰ পৰা দিব পাৰি। ১৯৩১ চনৰ মে' মাহত যেতিয়া প্ৰাদেশিক আৰু জিলা কংগ্ৰেছ সমূহৰ কাৰণে স্থায়ী ঘৰ পাতিবৰ বাবে আলোচনা হ'ল তেতিয়া সেই বিষয়ত পৰামৰ্শ আগবঢ়াবৰ

কাৰণে এখন সমিতি পতা হ'ল আৰু বৰদলৈক তাৰো সদস্য কৰা হ'ল ৰোহিনী কুমাৰ চৌধুৰী আৰু হৰিকৃষ্ণ দাসৰ লগতে।[৫৫] ২১ জুন তাৰিখে যেতিয়া গুৱাহাটীৰ জিলা কংগ্ৰেছ কমিটি নতুনকৈ সংগঠিত হ'ল তাতো লোৱা হ'ল বৰদলৈক ধনভঁৰালী হিচাবে। নবীনচন্দ্ৰ বৰদলৈ হ'ল সভাপতি আৰু সিদ্ধিনাথ শৰ্মা সম্পাদক। ৱৰ্কিং কমিটিত যোগ হোৱা আনকেইজন আছিল প্ৰয়োধৰ বৰুৱা আৰু সুশীল মজুমদাৰ।[৫৬] গাৱঁৰ ভিতৰুৱা লোক সকলক লগ ধৰি তেওঁলোকৰ লগত সততে আলাপ-আলোচনা আৰু ভাবৰ আদান-প্ৰদান কৰা স্বভাৱটোৱে বৰদলৈক কোনোদিনাই এৰা দিয়া নাছিল। সাধাৰণ লোকৰ লগত সংস্পৰ্শ ৰাখি চলাটো তেওঁৰ ৰাজনৈতিক জীৱনৰ ধৰ্ম আছিল। ২৩ অক্টোবৰ তাৰিখে, গুৱাহাটী মিউনিচিপেলিটিৰ নিৰ্বাচনৰ কামৰ মাজতে তেওঁ গ'ল নগাৱঁৰ ৰহালৈ, তেওঁৰ জন্ম স্থানলৈ। তাত তেওঁ ৰাইজক বেপাৰৰ উপযোগী খেতিৰ প্ৰয়োজনীয়তা আৰু অস্পৃশ্যতা নিৰ্মূলৰ কথা ক'লে।[৫৭] পিছৰটো মাহত বৰদলৈ গুৱাহাটী মিউনিচিপেলিটিৰ চেয়াৰমেন নিৰ্বাচিত হোৱাটো প্ৰায় খাটাং আছিল। কিন্তু শেষ মুহূৰ্ত্তত তেওঁ নিজা প্ৰাৰ্থীত্ব ওভোতাই লৈ বাবু পবিত্ৰ কুমাৰ দাসক সেই পদত থাকিবলৈ সুবিধা কৰি দিলে।[৫৮]

ইতিমধ্যে বৰলাট আৰউইন আৰু গান্ধীজীৰ মাজত ভাৰতৰ ভৱিষ্যত সংবিধান সম্পৰ্কে আৰু কংগ্ৰেছ আন্দোলনৰ সন্দৰ্ভত চৰকাৰী অত্যাচাৰী জুলুমবোৰক লৈ ভাবৰ আদান-প্ৰদান হৈছিল আৰু সেই বুজাবুজিৰ পৰিণতি হিচাবে দুয়োৰে মাজত এখন চুক্তিও (৫ মাৰ্চ ১৯৩১) হৈ গ'ল। সেইমতে চৰকাৰে অত্যাচাৰী অধ্যাদেশবোৰক উঠাই ল'বলৈ আৰু কংগ্ৰেছৰ সভা-সমিতিবোৰকো পুনৰ আইন-সন্মত কৰিবলৈ স্থিৰ কৰা হ'ল। আইন অমান্যৰে জড়িত ৰাজনৈতিক বন্দী সকলকো মুক্তি দিয়াৰ দিহা হ'ল। গান্ধীজীয়েও চেপ্তেম্বৰ মাহত বহিবলগা দ্বিতীয় ঘূৰণীয়া মেজ মেলত কংগ্ৰেছৰ প্ৰতিনিধি হ'বলৈ মান্তি হ'ল। এই চুক্তিমতে ভাৰতৰ প্ৰায়সকল ৰাজনৈতিক বন্দীৰ মুক্তি হোৱাৰ কথা আছিল যদিও চুক্তিখন বৰ ফলৱতী নহ'ল। বছৰটোৰ শেষভাগত বৰদলৈয়ে ভাগ লোৱা ৰাজহুৱা সন্মিলনখন আছিল ২৬ ডিচেম্বৰ তাৰিখে গুৱাহাটীৰ উজান বজাৰৰ অসমীয়া নাট্য মন্দিৰত হোৱা অসম ছাত্ৰ সন্মিলনৰ যোড়শ অধিবেশন। ৫০০ মান লোকৰ সমাবেশত অনুষ্ঠিত হোৱা এই সন্মিলনত সভাপতিত্ব কৰিছিল আইন অমান্য আন্দোলনত জেল খটা নগাৱঁৰ নেতা কনক চন্দ্ৰ শৰ্মাই। জাতীয় পতাকা উত্তোলন কৰিছিল তৰুণৰাম ফুকনে। সৰহভাগ উপস্থিত লোক আছিল ছাত্ৰ। ফুকন, নবীনচন্দ্ৰ বৰদলৈ আৰু গোপীনাথ বৰদলৈৰ উপৰিও গুৰুত্বপূৰ্ণ আনবোৰ নেতাৰ ভিতৰত উপস্থিত আছিল কমলাকান্ত ভট্টাচাৰ্য্য, অমিয় কুমাৰ দাস, মহম্মদ তৈয়ব উল্লা, অম্বিকাগিৰি ৰায়চৌধুৰী, লালীধৰ বৰুৱা, জ্যোতিষ দাস, বিমলা কান্ত বৰা (নগাঁও)

আৰু দেবেন্দ্ৰ নাথ শৰ্মা।[৫১] দেখা গ'ল যে আইন অমান্য আন্দোলনৰ প্ৰথম পৰ্বত, অৰ্থাৎ ১৯৩০-৩১ ৰ কালডোখৰত বৰদলৈ সম্পূৰ্ণভাৱে তাত সক্ৰিয় আছিল। তেওঁ গ্ৰেপ্তাৰ হোৱা নাছিল বাবেই সেই আন্দোলনত তেওঁ নথকাটো নুবুজায়। ইচ্ছা কৰা হেঁতেন আৰক্ষীয়ে যিকোনো এটা কাৰণতেই তেওঁক বন্দী কৰি থব পাৰিলেহেঁতেন।

## ৫। আইন অমান্য আন্দোলনৰ দ্বিতীয় পৰ্ব (১৯৩২-৩৩) ৰ পৰা ১৯৩৫ চনৰ ভাৰত আইনৰ আগমনলৈ

১৯৩১ চনৰ গান্ধী আৰউইন চুক্তি মতে সেই বছৰৰে আগষ্ট মাহত গান্ধীজী লণ্ডনলৈ গ'ল, ঘূৰণীয়া মেজ মেলত ভাৰতৰ একমাত্ৰ প্ৰতিনিধি হিচাবে ভাগ ল'বলৈ। ইতিমধ্যে বিলাতত লেবাৰ দলৰ শাসনৰ অন্ত পৰি যি জাতীয় চৰকাৰ গঠন হৈছিল তাত সংৰক্ষীণ দলৰ ক্ষমতা অধিক আছিল। ভাৰততো ইতিমধ্যে আৰউইন গুছি ৱেলিংডন বৰলাট হৈছিল। বৃটিছ চৰকাৰে মাথোন সাম্প্ৰদায়িক ভিত্তিত ভাৰতৰ শাসন-সংস্কাৰ গঢ়িবলৈ ওলোৱাত আলোচনা সফল নহ'ল আৰু সুদা হাতে গান্ধীজী ২৮ ডিচেম্বৰ তাৰিখে ভাৰত পালেহি। যেতিয়া ভাৰতৰ বহু ঠাইত বিশেষকৈ উত্তৰ প্ৰদেশ আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশত চৰকাৰে জাতীয় নেতাসকলক গ্ৰেপ্তাৰ কৰিবলৈ আৰম্ভ কৰিছিলেই তেতিয়া কংগ্ৰেছ কমিটিয়েও ১৯৩২ চনৰ জানুৱাৰী মাহত আইন-অমান্য আন্দোলনৰ দ্বিতীয় পৰ্ব আৰম্ভ কৰি দিলে। ৱেলিংডনৰ ভাৰত চৰকাৰে গান্ধীজীক বন্দী কৰিলে আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিকো বে-আইনী কৰিলে। আইন অমান্যৰ এই দ্বিতীয় পৰ্ব ১৯৩২ চনত আৰম্ভ হৈ ১৯৩৩ চনৰ প্ৰায় মাজভাগলৈ বৰ্তি থাকিল।

সৰ্বভাৰতীয় নেতা গান্ধীজী, বল্লভভাই পেটেল আদিৰ গ্ৰেপ্তাৰৰ প্ৰতিবাদৰেই অসমত আইন অমান্যৰ দ্বিতীয় পৰ্ব আৰম্ভ হৈছিল। এই পৰ্বত হোৱা ঘাই ঘটনাটো আছিল ১৯৩২ চনৰ ১৭ আগষ্ট তাৰিখে চৰকাৰে সংখ্যালঘু সম্প্ৰদায় সকলৰ সুৰক্ষাৰ কাৰণে 'কমিউনেল এৱাৰ্ড' বা সাম্প্ৰদায়িক সমষ্টি গঠনৰ ব্যৱস্থা। এই ঘোষণাৰ অন্তৰ্নিহিত চিন্তা আছিল এয়ে যে যিহেতু ভাৰতবৰ্ষ এখন 'এক জাতি এক প্ৰাণ' বিধৰ ৰাষ্ট্ৰ নহয়, মাথোন বিভিন্ন জাতি গোষ্ঠী, ধৰ্ম, ভাষা অঞ্চলেৰে পৰিপূৰ্ণ আৰু ভিতৰি বহু-বিভক্ত এখন মহাদেশহে, সেই কাৰণে তাত সাম্প্ৰদায়িক গোষ্ঠীবোৰৰ সুৰক্ষাৰ জৰিয়তেহে সংবিধান গঢ়িব পাৰি। আইন অমান্যৰ এই পৰ্বত অসমত চৰকাৰৰ দমন ব্যৱস্থা প্ৰবল হৈছিল। নবীনচন্দ্ৰ বৰদলৈক ১৩ এপ্ৰিল তাৰিখে তেওঁৰ নিজ ঘৰতে জাতীয় পতাকা উত্তোলন কৰাৰ বা ১৪৪ ধাৰা ভঙাৰ দোষত গ্ৰেপ্তাৰ কৰা হৈছিল।

সেইদিনাই তেওঁক এৰি দি পুনৰ ২৬ এপ্রিল তাৰিখে তেওঁক জেললৈ পঠিয়ালে। তাৰোপৰি তেওঁৰ হাউলিত থকা খেৰী ঘৰ কেইটিমান কংগ্রেছ কৰ্মীয়ে যাতে ব্যৱহাৰ কৰিব নোৱাৰে, সেইবোৰ আৰক্ষীয়ে অধিকাৰ কৰি ৰাখিছিল। তেওঁৰ মটৰ গাড়ীখন, আগৰবাৰ বিষ্ণুৰাম মেধীৰ ক্ষেত্ৰত হোৱাৰ দৰে ৰাজহুৱা নিলামত গৈছিল।

১৯৩২-৩৩ ৰ কালছোৱাত, মানে আইন অমান্যৰ দ্বিতীয় পৰ্বত, চৰকাৰী অত্যাচাৰী অধ্যাদেশবোৰৰ বিপক্ষে গৈ গোপীনাথ বৰদলৈয়ে যে কোনো বিপ্লৱী কৰ্ম কৰা নাই এই কথা সঁচা। আৰক্ষীৰ বিৱৰণত তেনে কাৰ্য্যৰ নজিৰ নাই। হৰেন্দ্ৰনাথ বৰুৱাই লিখিছে এই কালডোখৰত তেওঁ কোনো ঘৰুৱা লেঠা বশতঃ বৰদলৈ আন্দোলনত ভাগ নল'লে।[৬০] ঘৰুৱা লেঠা অৱশ্যে বৰদলৈৰ কিয় অন্য সকলো অসমীয়া নেতাৰেই আছিল। সেইকাৰণে ইয়েই বৰদলৈৰ আচল কাৰণ আছিল বুলি আমাৰ মনে নধৰে। জেইলত সোমাই নিষ্কৰ্মা হৈ পৰাতকৈ লোকেল বৰ্ড, মিউনিচিপেলিটিত তেওঁ ইতিমধ্যে আৰম্ভ কৰা সামাজিক গঠনমূলক কাম সমূহক আৰু এখোপ আগুৱাই নিয়াই আছিল হয়তো তেওঁৰ উদ্দেশ্য। তাতে এইবোৰ কামো গান্ধী আদৰ্শৰেই কাম আছিল। চাইমন কমিছনৰ সময়ত আন অসমীয়াৰে পৃথক হ'ব খোজা জনজাতীয় সমাজখনক লোকেল বৰ্ডৰ কামৰ জৰিয়তে পুনৰ খিলঞ্জীয়াক একতাৰ পথলৈ ঘূৰাই অনা ; কিছু সম্পূৰ্ণ অসমীয়া সমস্যাত আত্মনিয়োগ কৰা ; আঞ্চলিক স্বায়ত্ত শাসনত নাগৰিকৰ সা-সুবিধা বৃদ্ধি কৰাৰ লগতে হৰিজন সকলৰো উন্নতি সধা ; আৰু অসমত ৰাষ্ট্ৰভাষা হিন্দুস্তানী প্ৰচাৰ কাৰ্য্য আৰম্ভ কৰা আদি কামবোৰত বৰদলৈ ১৯৩২-৩৫ ৰ কালডোখৰত ব্যস্ত আছিল। কিন্তু সেইবুলি তেওঁ কংগ্ৰেছ বা কংগ্ৰেছী সংগীবৃন্দৰ পৰা আঁতৰত নাছিল।

সাম্প্ৰদায়িক সমষ্টি গঠনৰ প্ৰতিবাদত গান্ধীজীয়ে যেতিয়া অনশন আৰম্ভ কৰিলে তেতিয়া সমস্যাটো প্ৰকট হৈ ভাৰতবাসীৰ সন্মুখত দেখা দিলে। ১৯৩২ চনৰ ২৮ চেপ্তেম্বৰ তাৰিখে গুৱাহাটীৰ সনাতন ধৰ্ম-সভা গৃহত তেওঁৰ নিজৰেই সভাপতিত্বত যিখন সভা বহে তাত বৰদলৈয়ে হিন্দুৰ মাজত উচ্চ-নীচ ভাৱ দূৰ কৰিবৰ কাৰণে, অনুসূচীত বুলি গণ্য হৈ থকা লোকসকলক মন্দিৰত প্ৰাৰ্থনা কৰা আৰু প্ৰসাদ গ্ৰহণৰ সুবিধা দিবলৈ টানি অনুৰোধ কৰিলে।[৬১] পাচদিনা ১৯ চেপ্তেম্বৰত বিষ্ণুৰাম মেধী, সিদ্ধিনাথ শৰ্মা আদিৰে মিলি তেওঁ কাৰ্জন হলৰ প্ৰাঙ্গনত এখন ৰাজহুৱা সভা পাতে। তাত হেমচন্দ্ৰ বৰুৱাই গান্ধীজীৰ জীৱন আৰু ত্যাগৰ বৈশিষ্ট্য সম্পৰ্কে বক্তৃতা দিয়ে। উপস্থিত আঠশ মান লোকৰ ভিতৰত ভালেমান শিক্ষাৰ্থী আছিল।[৬২] ১৯৩২ চনৰ ১৭ নৱেম্বৰৰ পৰা ২৪ ডিচেম্বৰলৈ লণ্ডনত বহা কংগ্ৰেছবিহীন তৃতীয় ঘূৰণীয়া মেজমেলৰ অন্তত চাইমন কমিছনৰ প্ৰস্তাৱৰ আধাৰত ভৱিষ্যত ভাৰতৰ সংবিধান

বিষয়ক ঘোষণা পত্ৰ প্ৰকাশ হয় আৰু ১৯৩৩ চনৰ মাৰ্চ মাহত সিয়েই হৈ পৰিল ১৯৩৫ চনৰ ভাৰত আইনৰ ভিত্তি। ইতিমধ্যে সাম্প্ৰদায়িক ভিত্তিক সমষ্টিয়ে ভাৰতৰ হিন্দু সকলৰ মাজত বৰ্তি থকা বৈষম্য চিৰস্থায়ী কৰি তুলিব ভাবি গান্ধীজী অতীষ্ঠ হৈ অনশন আৰম্ভ কৰাত, তথাকথিত সূচীত-অনুসূচীত দুয়োবিধৰ হিন্দু নেতাসকলে জটিলতা হ্ৰাস কৰিবলৈ অনুসূচীতলৈ অধিক সংখ্যক আচুতীয়া আসন এৰি দিয়াত চৰকাৰেও সেই সংযুক্ত সমষ্টি মানি ল'লে। গান্ধীজীৰ অনশনৰ সন্দৰ্ভত ১৯৩৩ চনৰ ৮ মে' তাৰিখে গুৱাহাটীৰ কাৰ্জন হল প্ৰাঙ্গনত এখন প্ৰাৰ্থনা সভা বহে। বৰদলৈ, গৌৰীকান্ত তালুকদাৰ, বিষ্ণুৰাম মেধী, সিদ্ধিনাথ শৰ্মা, পদ্মধৰ চলিহাকে ধৰি প্ৰায় দুশ লোকে যোগ দি মৌন প্ৰাৰ্থনা আগবঢ়ালে।[৬৩] সেই মে' মাহতে গান্ধীজীয়ে আইন অমান্য আন্দোলন স্থগিত ৰাখিবলৈ পৰামৰ্শ দিলে যাতে কংগ্ৰেছ কৰ্মীসকলে সামাজিক গঠনমূলক কামত মন দিব পাৰে। সেই বছৰৰে ১০ অক্টোবৰ তাৰিখে গুৱাহাটীৰ উজান বজাৰৰ নাট্যমন্দিৰত বৰপেটাৰ উকীল লোহিত চন্দ্ৰ নায়কৰ সভাপতিত্বত বহা এখন সভাত কেন্দ্ৰীয় আৰু প্ৰাদেশিক কাউন্সিলত হিন্দুৰ প্ৰতিনিধিত্বৰ অনুপাতক লৈ কংগ্ৰেছী লোকে আলোচনা কৰে। তাৰে ভিতৰৰ কেইজনমান হ'ল, যোগেন্দ্ৰনাথ বৰুৱা, গৌৰীকান্ত তালুকদাৰ, নিধিৰাম দাস, গোপীনাথ বৰদলৈ, অম্বিকাগিৰি ৰায়চৌধুৰী, পদ্মধৰ চলিহা আৰু নাগৰমল আগৰৱাল।[৬৪]

১৯৩৩ চনৰ পৰা ১৯৩৫ চনৰ নতুন সংবিধান অহালৈকে বৰদলৈয়ে একেধাৰে অসমীয়াৰ জাতীয় স্বাৰ্থ আৰু গান্ধী আদৰ্শৰ গঠন-মূলক সমাজ-উন্নয়নৰ কামত লিপ্ত থকাৰ কথাটো উনুকিওৱা হৈছে। ১৯৩৪ চনত তেওঁ গুৱাহাটী মিউনিচিপেলিটিৰ চেয়াৰমেন হোৱাত গান্ধী আদৰ্শৰ কিছু কাম সেই অনুষ্ঠানৰ জৰিয়তে কৰিবলৈ সুযোগ পাইছিল। ১৯৩৩ চনৰ জানুৱাৰী মাহৰ মাজভাগত কমলাকান্ত ভট্টাচাৰ্য্যৰ সভাপতিত্বত বহা অসম সংৰক্ষণী সভাৰ এখন বৈঠকত অসমীয়া শিক্ষিত ডেকাৰ নিবনুৱা অৱস্থাৰ বিষয়ে আলোচনা হয়। গোপীনাথ বৰদলৈ, তৰুণৰাম ফুকন, উমেশ চন্দ্ৰ বৰদলৈ, পয়োধৰ বৰুৱা আদি লোকে ইয়াত ভাগ লৈ পৰামৰ্শ দিয়ে যাতে বিষয়টোক লৈ তৰুণৰাম ফুকনে আৰু অম্বিকাগিৰি ৰায়চৌধুৰীয়ে চৰকাৰৰ লগত যোগাযোগ কৰে।[৬৫] ১৯৩৫ চনৰ ১ মে' তাৰিখে গুৱাহাটীত বহা এখন ৰাজহুৱা সভাত গোপীনাথ বৰদলৈয়ে অসমত এখন বিশ্ববিদ্যালয়ৰ প্ৰয়োজনীয়তাৰ কথা কয় আৰু সেই বিষয়ত শ্ৰীহট্ট জিলাত হোৱা তিৰষ্কাৰ জড়িত বিৰোধিতাক গৰিহণা দিয়ে।[৬৬]

১৯৩৪ চনৰ এপ্ৰিল মাহত গান্ধীজী তৃতীয় বাৰলৈ অসমলৈ আহে হৰিজনসকলৰ অৱস্থাৰ বিষয়ে অধ্যয়ন কৰিবলৈ আৰু তেওঁলোকৰ অৱস্থাৰ উন্নতি সাধনৰ অৰ্থে ধন সংগ্ৰহ কৰিবলৈ। তেওঁ অসমৰ কেইবাঠাইতো দহদিন ভ্ৰমণ কৰে।

ভাৰতৰ অন্য ঠাইৰ তুলনাত অসমত অস্পৃশ্যতা ভাৱ কম দেখি তেওঁ সুখী হৈছিল যদিও গুৱাহাটীৰ হৰিজনসকলৰ অৱস্থাৰ বিষয়ত সুখী হ'ব নোৱাৰিলে। তেতিয়া গোপীনাথ বৰদলৈ গুৱাহাটী মিউনিচিপেলিটিত আছিল যদিও তেওঁ চেয়াৰমেন পদত নাছিল। বৰদলৈয়ে সেই সময়ৰ কথা এনেকৈ লিখিছে ঃ "গুৱাহাটী মিউনিচিপেলিটিৰ কৰ্তৃপক্ষই তেওঁক (গান্ধীজীক) এখন অভিনন্দন জ্ঞাপন কৰিছিল আৰু তাৰ উত্তৰত গুৱাহাটীৰ চাফাই কামত নিয়োজিত হৰিজনসকলৰ দুখলগা অৱস্থাৰ কথা উল্লেখ কৰি বাপুজীয়ে কৈছিল যে তেওঁ নিজে এই হৰিজনসকলৰ বাসস্থান পৰিদৰ্শন কৰিব। মিউনিচিপেলিটিৰ সেই সময়ৰ চেয়াৰমেন (বাবু পৱিত্ৰ কুমাৰ দাস) এই কথাত বৰ ভয় খাই তেওঁৰ হৈ মোক গান্ধীজীৰ ওচৰলৈ পঠিয়ায়। এই পৰিদৰ্শনৰ সময়ত মই সকলো অভিযোগৰ বোজা বহন কৰিবলগীয়া হ'লো। সেইবাৰ গান্ধীজীয়ে হৰিজন কলনিত সোমাই তেওঁলোকৰ ৰন্ধা-বঢ়া পাত্ৰ আদিও চাই-চিতি ফুৰিছিল। তাৰ কেইমাহমান পিছতেই মোক মিউনিচিপেলিটিৰ চেয়াৰমেন স্বৰূপে নিৰ্বাচন কৰে আৰু সেই বাব গ্ৰহণ কৰাৰ পিচতে মোৰ প্ৰধান কৰ্ত্তব্য হ'ল মিউনিচিপেলিটিৰ এই শ্ৰেণীৰ কৰ্মচাৰীসকলৰ কাৰণে নতুন ঘৰ-দুৱাৰৰ ব্যৱস্থা কৰি তেওঁলোকক আন এখন ঠাইলৈ তুলি নিয়া।[৬৭]"

বৰদলৈ চেয়াৰমেন থকা কালত অসম প্ৰাদেশিক হৰিজন সংঘৰ এখন সভা ১৯৩৫ চনৰ ৬ নৱেম্বৰ তাৰিখে গুৱাহাটী কংগ্ৰেছ অফিচত তেওঁৰ সভাপতিত্বত বহিছিল। নবীনচন্দ্ৰ বৰদলৈ, হলধৰ ভূএগ আদি নেতাসকলৰ উপৰিও তাত সৰ্বভাৰতীয় হৰিজন সংঘৰ সম্পাদক এ.ভি.ঠক্কৰ বাপাও উপস্থিত আছিল। ঠক্কৰ বাপাই স্থানীয় কটন কলেজৰ চুডমাৰ্চন হলত ছাত্ৰসকলৰ প্ৰতি 'সামাজিক সংস্কাৰ' সম্বন্ধে এটি বক্তৃতা দিয়াৰ উপৰিও হৰিজনসকলৰ সভাত হৰিজনসকলৰ উন্নতিকল্পে আৰু অস্পৃশ্যতা বৰ্জনৰ কাৰণে ৰাইজলৈ গোহাৰি জনাইছিল।[৬৮]

আইন অমান্য আন্দোলনৰ কালডোখৰত বৰদলৈ অসমৰ হিন্দুস্তানী প্ৰচাৰ সমিতিৰো সভাপতি আছিল। ১৯৩৪ চনত গান্ধীজীয়ে এই সমিতিৰ কাম-কাজো চালে। এই বিষয়ত হোৱা অসুবিধাখিনিৰ কথা বৰদলৈৰ পৰা জানি গান্ধীজীয়ে ক'লে যে হিন্দুস্তানী শিক্ষা দিবলৈ কোনো প্ৰচাৰৰ আৱশ্যকতা নাই । যদি এই বিষয়ত কোনো আৰ্থিক অনাটনৰ সন্মুখীন হ'বলগীয়া হয়, তেনেহলে তেনে কাম বন্ধ কৰি দিয়াই শ্ৰেয়। বৰদলৈৰ দিনতে প্ৰতি বছৰে কেইজনমান অসমীয়া ডেকাক ৱাৰ্দ্ধালৈ পঠিয়াই তাত কাকা চাহেব কালেলকাৰৰ তত্ত্বাৱধানত থাকি হিন্দুস্তানী শিক্ষা পোৱাৰ ব্যৱস্থা বৰদলৈয়ে কৰি দিছিল।[৬৯]

১৯৩৫ চনত ভাৰতৰ সকলো ঠাইতে কংগ্ৰেছী নেতৃবৃন্দক সেইবছৰৰ ভাৰত

আইনে অনা সংবিধানখনে ব্যতিব্যস্ত কৰি তুলিলে। ৭ ফেব্ৰুৱাৰী তাৰিখে গুৱাহাটীত বিষ্ণুৰাম মেধী, ৰোহিনী কুমাৰ চৌধুৰী, গোপীনাথ বৰদলৈ আদিৰ উপস্থিতিত এখন ৰাজহুৱা সভা বহে, এই নতুন সংবিধানখনৰ বিচাৰ কৰিবলৈ। সেই একেদিনাই পলাশবাৰীত বহা আন এখন ৰাজহুৱা সভাত বৰদলৈয়ে ক'লে যে এই নতুন সংবিধানে সাম্ৰাজ্যবাদী দমন আৰু অৰ্থনৈতিক শোষণ বাহাল ৰাখিব। ১৯৩৬ চনৰ ডিচেম্বৰ মাহত যেতিয়া তেজপুৰত চতুৰ্থ অসম ৰাজনৈতিক সন্মিলন বহে, তাতো এই সংবিধান সম্পৰ্কত বৰদলৈয়ে এটি প্ৰস্তাৱ উত্থাপন কৰি ক'লে যে এই সংবিধান ভাৰতৰ কাৰণে উপকাৰী নহয় আৰু ইয়াৰ বিফলতাৰ কাৰণে সকলো ব্যৱস্থা ল'ব লাগিব।[৭০] জাতীয় কংগ্ৰেছে এই ১৯৩৫ চনৰ ভাৰত আইন খনত সন্তুষ্ট নহলেও, ইয়াক ভাঙিবলৈকে আইন সভাত সোমাবলৈ সিদ্ধান্ত লোৱাত বৰদলৈৰ দৃষ্টিত কংগ্ৰেছ যেন পুনৰ তেওঁৰ পচন্দৰ স্বৰাজিষ্ট আৰ্হিলৈকে ঘূৰি আহিল। তেওঁ আগন্তুক নিৰ্বাচনত কংগ্ৰেছ প্ৰাৰ্থী হবলৈ মনস্থ কৰিলে।

---

## চতুৰ্থ অধ্যায়

# প্ৰাদেশিক স্বায়ত্ত শাসনৰ আগমন আৰু বৰদলৈ বিধানসভাৰ কংগ্ৰেছ্ দলৰ দলপতিৰ আসনত ১৯৩৭ - ১৯৩৯

## ১। স্বায়ত্ত শাসনৰ আগমন, নিৰ্বাচন, কংগ্ৰেছৰ সফলতা

১৯৩৫ চনৰ ভাৰত আইনে দিয়া প্ৰাদেশিক স্বায়ত্ত শাসনৰ জৰিয়তে অসম কংগ্ৰেছ সংগঠনলৈ অভূতপূৰ্ব আৰু অভাৱনীয় সুযোগ আহিল স্বাধীনতাৰ সংগ্ৰামখন বাট-পথৰ আন্দোলনৰ পৰা আনি আইন সভাৰ ভিতৰলৈকো নিবলৈ, আৰু লগতে খিলঞ্জীয়া মানুহখিনিৰে অসমীয়া জাতিটোক একতাৰ দোলেৰে বান্ধি, সময় আৰু সুযোগ বুজি শাসনৰ দায়িত্ব লৈ অসমৰ সাময়িক আৰু ভৱিষ্যতৰো সংকটবোৰ দূৰ কৰাত লাগি যাবলৈ। ইয়াৰ কাৰণে প্ৰয়োজন হৈছিল কেন্দ্ৰীয় কংগ্ৰেছে নিৰ্দ্ধাৰণ কৰি দিয়া কাৰ্য্য প্ৰণালীকে মাথোন সাৱটি নাথাকি অসমীয়া জাতিৰ নিজৰ ঘৰখনৰ স্বাৰ্থ সম্পৰ্কে নিজা ভাবে চিন্তা কৰি সেই চিন্তা আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ আঁচনিৰ মাজত যোগসূত্ৰ স্থাপন কৰা।

১৯৩৫ চনৰ স্বায়ত্ত শাসনৰ আগমনৰ মুহূৰ্ত্তত অসমীয়া ৰাজনৈতিক ব্যক্তিসকলৰ মাজত একমাত্ৰ গোপীনাথ বৰদলৈয়েই কংগ্ৰেছ আন্দোলনে আনি দিয়া সামূহিক সৰ্বভাৰতীয় একতাত সুখী হৈও, স্বায়ত্ত শাসনৰ প্ৰবৰ্তনৰ ফলত ভৱিষ্যতে কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত কোনো কোনো বিষয়ত মতামতৰ বিভেদ যে ভৱিষ্যতে ঘটিব পাৰে সেই বিষয়ে চিন্তা কৰিছিল। তেওঁ তেতিয়াই মত প্ৰকাশ কৰিছিল যে কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত নিজা নিজা স্বাৰ্থক লৈ মতভেদ হ'ব পাৰে, সেই কাৰণে প্ৰাদেশিক স্বাৰ্থ ৰক্ষণাবেক্ষণৰ বিষয়ত আগতীয়াকৈ চিন্তা কৰি সেই সময়তেই তেওঁ অসমীয়া ভাষাত লিখা এটি অত্যন্ত দূৰদৃষ্টি সম্পন্ন প্ৰবন্ধত ক'লে ঃ

"যুগ যুগ ধৰি ভাৰতবৰ্ষৰ ইতিহাসে অনৈক্যৰ মাজত ঐক্য দেখুৱাই আহিছে। স্বাধীনতা সংগ্ৰামৰ প্ৰয়োজন আৰু বিশেষকৈ ৰাজনৈতিক ৰঙ্গমঞ্চত মহাত্মা

গান্ধীৰ আবিৰ্ভাৱে ঐক্যৰ দিশটো শক্তিশালী কৰিছে। স্বাধীনতা সংগ্ৰামৰ ভিত্তি জনগণৰ মাজলৈ বিয়পি পৰাৰ ফলত সৰ্বভাৰতীয় ঐক্য আৰু আঞ্চলিক স্বতন্ত্ৰতাৰ আদৰ্শত বিৰোধ সাময়িকভাৱে স্থগিত থাকি দুয়োটাৰ ভিতৰত একপ্ৰকাৰ বুজা-পৰা আৰু সমন্বয় স্থাপিত হৈছিল। কিন্তু স্বাধীনতাৰ পিছত এই বিৰোধে পুনৰ মুৰ দাঙিব। আনকি ভাৰতবৰ্ষই পূৰ্ণ স্বাধীনতা পোৱাৰ পূৰ্বেই কেন্দ্ৰ আৰু প্ৰদেশবোৰৰ ভিতৰত অৰ্থনীতি আৰু ৰাজহ সংক্ৰান্তত, সমল বন্টনৰ প্ৰশ্নত, শিল্প প্ৰতিষ্ঠানৰ স্থান নিৰ্বাচনৰ ক্ষেত্ৰত, ৰাষ্ট্ৰভাষা আৰু আঞ্চলিক ভাষাৰ বিকাশ আৰু মৰ্য্যাদাৰ ক্ষেত্ৰত ইতিমধ্যে বাদানুবাদ আৰম্ভ হৈছেই। যদি আমি সময় থাকোঁতেই এইবিলাক প্ৰশ্নৰ সু-সমাধান নকৰো, তেন্তে ভৱিষ্যতে ই গুৰুতৰ ৰূপ ধাৰণ কৰিব পাৰে। ঐক্যৰ প্ৰধান বাহক হিচাবে আমি ৰাষ্ট্ৰভাষা প্ৰচাৰৰ কাৰণে আন্তৰিকতাৰে সৈতে কাম কৰিব লাগিব। লগে লগে অসমীয়া ভাষাৰ বিকাশ সাধন কৰি পৰ্বত-ভৈয়াম উভয় অঞ্চলৰে গ্ৰহণযোগ্য কৰিব লাগিব।"[১]

অসমৰ আন কোনো এজন ৰাজনীতিক বা বুদ্ধিজীৱিয়ে এনে ধৰণৰ বাস্তৱধৰ্মী ৰাজনৈতিক চিন্তা কৰাৰ লেখ নাই। ইয়াৰ পাছতেই আহে অসম কংগ্ৰেছৰ নিৰ্বাচনী অভিযান। ১৯৩৬ চনৰ ২৬ জুলাই তাৰিখে নগাঁও চহৰৰ হেলিডে হলত প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ এখন সভা বহে আৰু তাৰ যোগেদিয়েই অসম কংগ্ৰেছৰ নিৰ্বাচন অভিযান আৰম্ভ হয়। মাজনিশালৈকে বহা এই সভাত মন্ত্ৰিত্ব লোৱা-নোলোৱা প্ৰসঙ্গটো খৰচি মাৰি আলোচনা কৰা হয় আৰু মাথোন এটা ভোটত (৯-৮) মন্ত্ৰিত্ব গ্ৰহণ নকৰাৰ প্ৰস্তাৱটো গৃহীত হয়। ক্ষমতা গ্ৰহণ-বৰ্জন কথাটোত জিলা কংগ্ৰেছ বিলাকৰ মাজত মতানৈক্য আছিল। যোৰহাট আৰু গুৱাহাটী কংগ্ৰেছ কমিটি আছিল মন্ত্ৰিত্ব লোৱাৰ বিপক্ষে। তাৰ পৰিবৰ্তে নগাঁও আৰু উত্তৰ লক্ষীমপুৰ আছিল মন্ত্ৰিত্বৰ পক্ষে। শিৱসাগৰ জিলা কংগ্ৰেছো গ্ৰহণৰ পক্ষে আছিল যদিও মাথোন সংবিধান অচল কৰাৰ উদ্দেশ্যৰেহে।[২] অসমীয়া কংগ্ৰেছ নেতা সকলে ১৯৩৬ চনৰেই এপ্ৰিল মাহত হৈ যোৱা জাতীয় কংগ্ৰেছৰ অধিবেশনত সভাপতি জৱাহৰলাল নেহৰুৰ মন্তব্য শিৰোধাৰ্য কৰি ক্ষমতা নোলোৱাৰ কথা ভাবিলে যেন লাগে।[৩] সেই অধিবেশনত নেহৰুৱে ইউৰোপৰ সমাজবাদী সংগীবৃন্দৰ সংসৰ্গত লাভ কৰা বাওঁ সহানুভূতি, সমাজবাদৰ আদৰ্শ আৰু সমগ্ৰ বিশ্বৰ প্ৰগতিশীল শক্তিবোৰৰ সৈতে একতা প্ৰকাশ কৰিলে। কৃষিভূমি সংস্কাৰৰ আৱশ্যকতা, কৃষক-বনুৱাৰ সংঘবোৰক কংগ্ৰেছত ভুক্ত কৰি কংগ্ৰেছ ভেঁটি বহল কৰা প্ৰচেষ্টাক সংসদীয় ৰাজনীতিতকৈ অধিকতৰ গুৰুত্ব দিছিল।[৪] নগাঁৱৰ সেই সভাতেই ব্ৰহ্মপুত্ৰ উপত্যকাৰ আঠ গৰাকী আৰু সুৰমা উপত্যকাৰ চাৰি

গৰাকী সদস্যৰে ডাঃ হৰিকৃষ্ণ দাসক সভাপতি আৰু অমিয় কুমাৰ দাসক সম্পাদকৰূপে লৈ অসম সংসদীয় বৰ্ডখনো পতা হ'ল। ৩০ অক্টোবৰৰ দিনা গুৱাহাটীত এই সংসদীয় বৰ্ড ডাঃ দাসৰ সভাপতিত্বত বহে। সুৰমা উপত্যকাৰ পৰা বসন্ত কুমাৰ দাস, শ্ৰীশ চন্দ্ৰ দত্ত, কেদাৰনাথ ভট্টাচাৰ্য্য, শ্ৰীধীৰেন্দ্ৰ মোহন দেব, সুৰেশ চন্দ্ৰ দেব গ'ল আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰা গ'ল কুলধৰ চলিহা, বিষ্ণুৰাম মেধী, সোনাৰাম দত্ত, অমিয় কুমাৰ দাস আৰু শংকৰ বৰুৱা। দুয়ো উপত্যকাই সকলো ভেদাভেদ আঁতৰাই প্ৰদেশখনৰ শ্ৰীবৃদ্ধিৰ বাবে হাত ধৰাধৰিকৈ যাতে নিৰ্বাচনত ভৰি দিব পাৰে তাকো দুয়োপক্ষই কামনা কৰিলে। এই সভাতেই দুয়ো উপত্যকাৰ কংগ্ৰেছ প্ৰাৰ্থীৰ তালিকা দুখনকো অনুমোদন কৰা হ'ল।

ইয়াৰ পাছতেই আহিল নিৰ্বাচনী প্ৰচাৰ কাৰ্য্য আৰু অভিযান। নৱেম্বৰ মাহৰ আদিতেই সৰ্বভাৰতীয় নেতা ভুলাভাই দেশাই আহি অসম পালেহি। গুৱাহাটীৰ পৰা তেওঁক ৫ ডিচেম্বৰ তাৰিখে মটৰ গাড়ীৰে নগাঁৱলৈ নিলে গোপীনাথ বৰদলৈ, বিষ্ণুৰাম মেধী, ডাঃ হৰিকৃষ্ণ দাস আৰু সিদ্ধিনাথ শৰ্মাই।[৫] নগাঁও চহৰৰ জুবিলী পথাৰত নিৰ্বাচনী প্ৰচাৰ কাৰ্য্য চলাই তেওঁলোক গ'ল পাচদিনা ৬ ডিচেম্বৰ তাৰিখে তেজপুৰত বহা চতুৰ্থ অসম ৰাজনৈতিক সন্মিলনত ভাগ ল'বলৈ। জাহাজ ঘাটৰ পৰা তেওঁক আগবঢ়াই নিলে জ্যোতিপ্ৰসাদ আগৰৱালাই তেওঁৰ বাসভৱনলৈ।[৬] এই সন্মিলনত আগন্তুক ভাৰত আইন সম্পৰ্কে গোপীনাথ বৰদলৈৰ প্ৰস্তাৱটো গৃহীত হ'ল। তাত কোৱা হৈছিল যে নতুন সংবিধানখন ভাৰতৰ্ব কাৰণে কোনো পধ্যেই উপকাৰী নহয় আৰু সেই কাৰণে ইয়াৰ বিফলতাৰ কাৰণে কংগ্ৰেছে সকলো প্ৰকাৰৰ উপায় অৱলম্বন কৰিব লাগিব।[৭]

এই নিৰ্বাচনৰ সময়তে তৰুণৰাম ফুকন কংগ্ৰেছৰ পৰা আঁতৰ হ'ল। তেওঁৰ আৰু দেশাইৰ মাজত হোৱা আলোচনাত ফুকনে কংগ্ৰেছৰ নিয়ম-নীতি মানি চলিব বুলি প্ৰতিশ্ৰুতি লিখি দিও তাক পুনৰ প্ৰত্যাখান কৰাত অসম কংগ্ৰেছে তেওঁক প্ৰাৰ্থিত্ব দিয়াৰ যি আশ্বাস দিছিল সি কামত নাহিল। ফুকনৰ এনে আচৰণ আচৰিত আছিল। ফুকনে তেওঁৰ সংগী ৰোহিনী কুমাৰ চৌধুৰীৰে লগ লাগি মিলিত জনসংঘ নামেৰে অন্য এটি ৰাজনৈতিক দল গঠন কৰিলে। ৰাজনীতিৰ ক্ষেত্ৰত পোনপ্ৰথমবাৰ তেওঁ পুৰণি দুই বন্ধুৰ পৰা সম্পূৰ্ণভাৱে আঁতৰি পৰোঁতে বৰদলৈ নিশ্চয় সুখী হোৱা নাছিল। ১৯৩৬ চনৰ ১৯ নৱেম্বৰ তাৰিখে বৰদলৈৰ সভাপতিত্বত গুৱাহাটীৰ ওচৰৰে সোনেশ্বৰত বহা কংগ্ৰেছৰ এখন নিৰ্বাচনী সভাত শ্ৰীহট্টৰ কংগ্ৰেছ নেতা ব্ৰজেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু সুৰেশ চন্দ্ৰ দেৱো উপস্থিত আছিল। সভাত চৌধুৰীয়ে যেতিয়া দেশৰ সাময়িক পৰিস্থিতিলৈ লক্ষ্য কৰি জনসাধাৰণক ফুকন-চৌধুৰীৰ মিলিত জনসংঘৰ

বিৰুদ্ধে গৈও কংগ্ৰেছ প্ৰাৰ্থীক জয়ী কৰিবলৈ আহ্বান জনালে তেতিয়া এই সভাত উপস্থিত থকা ফুকন, চৌধুৰী আৰু কালীৰাম বৰ্মন আৰু আন কেইজনমান মিলিত জনসংঘৰ লোকে ততালিকে সভাস্থলী ত্যাগ কৰিলে।[৮] নিৰ্বাচনৰ অভিযানত কংগ্ৰেছ আৰু মিলিত জনসংঘৰ মাজৰ বিভেদটো কংগ্ৰেছ প্ৰচাৰ পত্ৰই অৱশ্যেই প্ৰকট কৰি দেখুৱালে। কংগ্ৰেছৰ লক্ষ্য হ'ল পূৰ্ণ স্বৰাজ। ইয়াৰ বিপৰীতে মিলিত জনসংঘ আৰু আন আন দলবোৰৰ প্ৰচাৰ পত্ৰত এই লক্ষ্য নাছিল। দ্বিতীয়তে কংগ্ৰেছে শ্ৰীহট্ট বিচ্ছেদকো নিৰ্বাচনৰ মূল বিষয় কৰি লৈছিল। আনহাতে মিলিত জনসংঘ আৰু আনবোৰ দলৰ ইস্তাহাৰত এই কথাই স্থান পোৱা নাছিল।

৮ ডিচেম্বৰ তাৰিখে তেজপুৰত অসম প্ৰাদেশিক কংগ্ৰেছৰ ৱৰ্কিং কমিটি বাৰ জনীয়া সদস্যৰে নতুনকৈ গঠন হয়। সদস্য সকল হ'ল ১। বিষ্ণুৰাম মেধী, ২। সিদ্ধিনাথ শৰ্মা (সম্পাদক), ৩। ডাঃ হৰিকৃষ্ণ দাস (ধনভৰালী), ৪। যাদৱ প্ৰসাদ চলিহা, ৫। ৰাজেন্দ্ৰ নাথ বৰুৱা, ৬। অমিয় কুমাৰ দাস, ৭। বিলাসৰায় খেমানি, ৮। কুলধৰ চলিহা, ৯। সোনাৰাম দত্ত, ১০। গোপীনাথ বৰদলৈ, ১১। পূৰ্ণ চন্দ্ৰ শৰ্মা, ১২। মহেন্দ্ৰ মোহন চৌধুৰী,। লীলাধৰ বৰুৱা আৰু শংকৰ চন্দ্ৰ বৰুৱাক সহকাৰী সম্পাদক ৰূপে লোৱা হ'ল। নিৰ্বাচনত সহায় কৰিবৰ বাবে অসম কংগ্ৰেছে বৰকৈ আশা কৰিছিল কংগ্ৰেছ সভাপতি নেহৰুক অসমত পাবলৈ, কিন্তু তেওঁ মাথোন এটি চুটি শুভেচ্ছা বাণীহে মজঃফৰপুৰৰ পৰা তাঁৰযোগে পঠালে ঃ "অসমৰ কংগ্ৰেছ প্ৰাৰ্থী সকললৈ মোৰ শুভেচ্ছা। আশাকৰো ভোটাৰ কংগ্ৰেছৰ লগত থাকিব।"[৯]

অসমীয়া কৃষক সমাজখন আছিল কংগ্ৰেছপ্ৰেমী। এই সমাজেই স্বাধীনতা সংগ্ৰামখন আগুৱাই নিছিল। অসহযোগ আৰু আইন অমান্য আন্দোলনত এই সমাজখনৰ পৰাই ওলাইছিল নিৰানব্বৈ শতাংশ কংগ্ৰেছ কৰ্মী। কংগ্ৰেছৰ আশা-ভৰসাৰ থলী আছিল এই অসমীয়া খেতিয়ক সমাজখনেই। এই সমাজৰ ভোটেৰেই নিৰ্বাচনত কংগ্ৰেছে আন সকলো দলতকৈ অধিক ভোট পালে।

## ২। বিধানসভাৰ কংগ্ৰেছ দলপতিৰ আসনত বৰদলৈ

১৯৩৭ চনৰ ফেব্ৰুৱাৰী মাহত অসমৰ প্ৰথম বিধান সভালৈ ১০৮ গৰাকী সদস্য বিভিন্ন সমষ্টিৰ পৰা বিভিন্নভাৱে নিৰ্বাচিত হ'ল। ৩২ গৰাকী কংগ্ৰেছ প্ৰাৰ্থী জয়ী হ'ল। যিহেতু স্বাধীনভাৱে নিৰ্বাচিত ফখৰুদ্দিন আলী আহমেদ কংগ্ৰেছৰ লগতে আছিল, গতিকে তেওঁক ধৰি কংগ্ৰেছ সদস্যৰ সংখ্যা ৩৩ গৰাকী বুলি ল'ব পাৰি। তাৰে ২৬ গৰাকী বা দুই তৃতীয়াংশতকৈও অধিক আছিল ব্ৰহ্মপুত্ৰ উপত্যকাৰ। বাকী সদস্য সকল

আছিল ঃ নির্দলীয় হিন্দু (১০), ব্ৰহ্মপুত্ৰ উপত্যকাৰ মুছলিম পাৰ্টী (৫), সুৰমা উপত্যকাৰ মুছলিম পাৰ্টী (৫), ইউৰোপীয় (৯), মিলিত জনসংঘ (৩), মুছলিম প্ৰজা পাৰ্টী (১), পিছপৰা জনজাতি (৪), বনুৱা (৪), নিৰ্দলীয় (১৪), অন্যান্য (২০)।

২২ ফেব্ৰুৱাৰীৰ দিনা দুপৰীয়া গুৱাহাটীৰ উজান বজাৰৰ শ্ৰীহট্টৰ কংগ্ৰেছ বিধায়ক সকলক আলহী কৰি ৰখোৱাৰ ঘৰতে দুয়ো উপত্যকাৰ কংগ্ৰেছৰ যুক্ত সংসদী ব'ৰ্ডৰ আৰু অসম বিধান সভাৰ নৱনিৰ্বাচিত কংগ্ৰেছ বিধায়ক সকলৰ এখন সুকীয়া বৈঠক প্ৰদেশ কংগ্ৰেছৰ সভাপতি বিষ্ণুৰাম মেধীৰ প্ৰস্তাৱ ক্ৰমে শ্ৰীহট্টৰ ব্ৰজেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সভাপতিত্বত বহে।[10] এই সভাতে সৰ্ব সন্মতিক্ৰমে গোপীনাথ বৰদলৈ কংগ্ৰেছ সংসদীয় দলৰ দলপতি নিৰ্বাচিত হয়। যদিও অৱশ্যে সুৰমা উপত্যকাৰ বিধায়ক সকলৰ প্ৰৱল ইচ্ছা আছিল এই আসনত বসন্ত কুমাৰ দাসক বহুৱাবলৈ, যিহেতু তেওঁৰেই সেই সময়ত আন সকলো বিধায়কতকৈ সংসদীয় ৰাজনীতিত অধিক অভিজ্ঞতা আছিল। তথাপিও কেইবাটিও অলংঘনীয় যুক্তিত সেইটো হোৱাৰ সম্ভাৱনা নাছিল। প্ৰথমতে, ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰাই দুই-তৃতীয়াংশ কংগ্ৰেছ বিধায়ক নিৰ্বাচিত হৈছিল। দ্বিতীয়তে, অসম কংগ্ৰেছৰ নিৰ্বাচনী ইস্তাহাৰত শ্ৰীহট্ট বিচ্ছেদৰ লক্ষ্যটো ফটফটীয়াকৈ জিলিকি আছিল, গতিকে শ্ৰীহট্টৰ এজন বিধায়কক সেই আসন দিয়া হ'লে কথাটো আচহুৱা হ'লহেতেন। তৃতীয়তে, শ্ৰীহট্ট জিলাৰ কংগ্ৰেছ কমিটি বংগ প্ৰদেশৰ কংগ্ৰেছ কমিটিৰ অন্তৰ্ভুক্ত আছিল। চতুৰ্থতে, বসন্ত কুমাৰ দাসে এবাৰ কেন্দ্ৰীয় বিধান পৰিষদত অসমত অসমীয়াৰ বিশেষ অধিকাৰ চিৰকাললৈ আঁতৰাবৰ কাৰণে প্ৰদেশ খনৰ নামটো বদলাবৰ কাৰণে প্ৰস্তাৱ উঠাইছিল। দাস দলপতি নোহোৱাত শ্ৰীহট্টৰ হিন্দু বাঙালী সুখী হ'ব পৰা নাছিল।[11] তথাপিও নিৰ্বাচনৰ আগৰ পৰাই দুয়ো উপত্যকাৰ কংগ্ৰেছী লোকৰ মাজত গঢ়ি উঠা সদ্ভাৱ আৰু সহযোগৰ বাতাবৰণে দাসক মান্তি কৰালে অসমীয়া কংগ্ৰেছ বিধায়ক সকলে বিচৰাৰ দৰে বিধান সভাৰ কংগ্ৰেছ দলপতিৰ বাবটোৰ ঠাইত সভাৰ অধ্যক্ষৰ পদবীৰ কাৰণে প্ৰাৰ্থী হ'বলৈ। দাস মান্তি হ'ল আৰু অসমীয়া কংগ্ৰেছ বিধায়ক সকলেও যৎপৰোনাস্তি খাটি দাসক সেই পদত বহুৱাইহে এৰিলে, সাদ্‌উল্লা দলৰ প্ৰাৰ্থী যোৰহাটৰ খাটি অসমীয়া কেৰামৎ আলিক পৰাজিত কৰি।[12] এইখিনিতে এইটো উল্লেখযোগ্য যে যদিও বৰদলৈ আন সকলো অসমীয়া বিধায়কৰ মাজত দলপতি পদৰ বাবে সকলোপ্ৰকাৰে সবাতোকৈ যোগ্য ব্যক্তি আছিল তথাপিও অমিয় কুমাৰ দাস আৰু দেৱেশ্বৰ শৰ্মাৰ কথাও সেই পদৰ বাবে ভবা হৈছিল। ইয়াৰ কাৰণটো আছিল বৰদলৈয়ে ১৯৩২-৩৩ চনৰ আন্দোলনত সক্ৰিয় নাছিল বুলি থকা ধাৰণাটো।[13] যদিও এজনো অসমীয়া বিধায়কৰ পূৰ্ব সংসদীয় অভিজ্ঞতা নাছিল, বৰদলৈয়ে সেই সময়ত গুৱাহাটী মিউনিচিপেলিটিৰ চেয়াৰমেন পদত

অন্ততঃ প্ৰশাসনীয় যোগ্যতা দেখুৱাইছিল আৰু সিয়েই আছিল বৰদলৈৰ পক্ষে অসমীয়া কংগ্ৰেছ বিধায়ক সকলৰ কাৰণে চূড়ান্ত নিৰ্দেশক।[১৪]

গোপীনাথ বৰদলৈৰ লগতে অসম বিধান সভাৰ কংগ্ৰেছ দলৰ আন আন পদত নিৰ্বাচিত ব্যক্তি সকল আছিল ঃ ক্ষীৰোদ চন্দ্ৰ দেৱ (উপ-দলপতি), দেৱেশ্বৰ শৰ্মা (প্ৰধান সৌকাধৰা), হৰেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু সিদ্ধিনাথ শৰ্মা (সৌকাধৰা), অমিয় কুমাৰ দাস আৰু দক্ষিণাৰঞ্জন গুপ্ত চৌধুৰী (সহকাৰী সম্পাদক) আৰু সোনাৰাম দত্ত (কাৰ্য্যালয় সম্পাদক)।[১৫] বৰদলৈ, বসন্ত কুমাৰ দাস, অমিয় কুমাৰ দাস আৰু যোগেন্দ্ৰ নাথ বৰুৱাক লৈ দলৰ নিয়ম-কানুন সালসলনিৰ বিষয়ত এখন উপ-সমিতি পতা হ'ল। সকলো কংগ্ৰেছ সদস্যই গান্ধী টুপী আৰু খদ্দৰ পৰিধান কৰাৰ নিয়মো প্ৰৱৰ্তন হ'ল।[১৬]

গুৱাহাটীৰ সেই ২২ ফেব্ৰুৱাৰী তাৰিখৰ বৈঠকতেই দলৰ বিধান সভাৰ কাৰ্য্য তালিকাত নিম্নোক্ত বিষয়কেইটিক লোৱা হ'ল ঃ ১। নতুন শাসনতন্ত্ৰ ধ্বংস কৰিবলৈ নিয়মিত চেষ্টা ; ২। জাতীয় আন্দোলনৰ বিপক্ষে থকা দমনমূলক আইন বিলাকক ৰদ কৰা ; ৩। মন্ত্ৰী আৰু পৰিষদৰ সভাপতিৰ বেতন পাঁচশ টকা বা ততোধিক তললৈ হ্ৰাস কৰা ; ৪। সকলো প্ৰকাৰৰ অনাৱশ্যকীয় ব্যয় হ্ৰাসৰ চেষ্টা ; ৫। দ্বিতীয় পৰিষদ ৰদ কৰা ; ৬। উত্তৰ কাছাৰ বাদ দি শ্ৰীহট্ট আৰু কাছাৰ বিচ্ছেদ ; ৭। সকলো ৰকমৰ বাধ্যতামূলক শ্ৰমিক নিয়োগ প্ৰথা ৰহিত কৰা ; ৮। ভূমি বন্দৱস্ত সম্পৰ্কীয় উন্নত আইনৰ প্ৰৱৰ্তন আৰু চলিত অসন্তোষজনক আইনৰ সংশোধন ; ৯। শ্ৰমিক সংগঠনৰ নিৰ্মাণ ; ১০। টকাত আঠ অনা পৰিমাণ খাজনা হ্ৰাস ; ১১। ঔষধ বাদে আন সকলো প্ৰকাৰৰ কানিৰ ব্যৱহাৰ বন্ধ কৰা ; ১২। বৰ্ণাঞ্চল আইনৰ সংশোধন ; ১৩। গ্ৰেজিং কৰ উঠাই দিয়া ; ১৪। খিলঞ্জীয়াৰ ভৱিষ্যত সম্প্ৰসাৰণৰ বাবে যথেষ্ট পৰিমাণ মাটি আচুতীয়াকৈ ৰখা ; ১৫। স্বায়ত্ত শাসনৰ অনুষ্ঠান সম্বন্ধীয় আইনৰ সংশোধন ; ১৬। বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ প্ৰৱৰ্তন ; ১৭। কৃষক শ্ৰেণীক ঋণ আৰু আন দুৰৱস্থাত সহায় কৰা ।[১৭]

উপৰোক্ত বিষয় বিলাক বা সিবিলাকক আৱৰি ৰখা ক্ষেত্ৰসমূহক লৈ বিধান সভাৰ মজিয়াত হ'ব পৰা বিতৰ্কত ভাগ ল'বলৈ বৰদলৈয়ে কংগ্ৰেছ বিধায়ক সকলৰ মাজত তেওঁলোকৰ পাৰদৰ্শিতা অনুসৰি কিছু বিষয় ভগাই দিলে, যাতে সেই বিষয়সমূহত তেওঁলোকে বিশেষ মনোযোগ দিয়ে। তেওঁ নিজলৈ থলে বৰ্তমান সংবিধানৰ আঁসোৱাহ আৰু সাংবিধানিক সভাৰ দাবীৰ প্ৰশ্নটোৰ উপৰিও বিভিন্ন দিশত ব্যয়হ্ৰাস (ৰিট্ৰেন্চমেন্ট)ৰ প্ৰয়োজনৰ বিষয়টো ; অৰুণ কুমাৰ চন্দ, দক্ষিণাৰঞ্জন গুপ্ত চৌধুৰী আৰু ৰাজেন্দ্ৰ নাথ বৰুৱাক দিলে দমন-নিৰ্য্যাতন সম্পৰ্কীয় আইনবোৰৰ

বাতিলকৰণৰ প্ৰসঙ্গটো ; কানি আৰু মাদক দ্ৰব্যৰ নিবাৰণৰ বিষয়টো থলে কৃষ্ণনাথ শৰ্মা আৰু ৰজনীকান্ত বৰুৱাৰ হাতত ; দুৰ্নীতি নিবাৰণৰ বিষয়টো দিলে মহাদেৱ শৰ্মা, মহীচন্দ্ৰ বৰা আৰু হৰেন্দ্ৰ নাৰায়ণ চৌধুৰীক ; শ্ৰমিক বিষয়টো থলে অমিয় কুমাৰ দাসৰ হাতত ; নিবনুৱা সমস্যাৰ কাৰণে ল'লে হলধৰ ভূঞাক ; স্বায়ত্ত শাসনৰ বিষয়টো দিলে লক্ষেশ্বৰ বৰুৱা, সিদ্ধিনাথ শৰ্মা আৰু ভূবন চন্দ্ৰ গগৈক ; শ্ৰীহট্ট বিচ্ছেদৰ বিষয়টো দিলে ক্ষীৰোদ চন্দ্ৰ দেৱ আৰু পূৰ্ণচন্দ্ৰ শৰ্মাক ; মাটিত খাজনাৰ বিষয়টো দিলে গৌৰীকান্ত তালুকদাৰ, সিদ্ধিনাথ শৰ্মা, অৰুণ কুমাৰ চন্দ, মহীচন্দ্ৰ বৰা আৰু ক্ষীৰোদ চন্দ্ৰ দেৱক। এনেকৈয়ে উদ্যোগ, প্ৰাথমিক শিক্ষা, গাঁৱলীয়া ঋণ, মন্ত্ৰীৰ দৰমহা, দ্বিতীয় পৰিষদৰ বহিষ্কাৰ আদি বিষয়বোৰকো বিভিন্ন বিধায়কৰ মাজত ভগাই দিলে।[১৮] এই বিষয়বোৰ এনেদৰে ভগাই দিয়াৰ সময়ত বৰদলৈয়ে দুয়ো উপত্যকাৰ মাজত বৰ্তি থকা বিদ্বেষ ভাৱৰ উপশম ঘটাবলৈ এক অভিনৱ, দূৰদৰ্শী আৰু একাধাৰে কৰণসাধ্য উপায় উলিয়ালে। তেওঁ বিচাৰিলে যাতে পৰাপক্ষত এখন উপত্যকাৰ সমস্যাৰ সন্দৰ্ভত আনখন উপত্যকাৰ সদস্যই বিষয়টো অধ্যয়ন কৰি সেই বিষয়ত মাত মাতে আৰু তেনে কৰি সমন্বয়ৰ স্বাস্থ্যকৰ বাতাবৰণ সৃষ্টি কৰে।[১৯]

বিধান সভাৰ প্ৰথম অধিবেশন বহাৰ আগতে নিজকে আৰু নিজৰ সংগীবৃন্দক এনেভাৱে প্ৰস্তুত কৰাই বৰদলৈয়ে কেন্দ্ৰীয় কংগ্ৰেছৰ সংসদীয় উপ-সমিতিৰ সভাপতি বল্লভ ভাই পেটেললৈ সুধি পঠিয়ালে এই বুলি যে যেতিয়া ৰাজ্যপালে আইন সভাৰ দুয়োটি কক্ষৰ যুটীয়া অধিবেশনত ভাষণ দিব কংগ্ৰেছ দলে তাত যোগ দিবনে নিদিয়ে ? অসমৰ পৰা যোৱা এই প্ৰশ্নৰ উত্তৰত সংসদীয় উপ-সমিতিয়ে জনালে যে কংগ্ৰেছ দলে তেওঁলোকৰ উপস্থিতি নাকচ কৰি তাৰ প্ৰধান কাৰণ দৰ্শাব লাগে। এই কাৰণটো হ'ল যে যিহেতু সংবিধানখনৰ অনুপযুক্ততা দেখুৱাই দিয়াই হ'ল কংগ্ৰেছৰ বিধান সভা গ্ৰহণৰ উদ্দেশ্য, সেইগতিকে কোনো ৰীতি সিদ্ধ (ফৰ্মেল) অনুষ্ঠানত এই বিৰোধী ভাৱৰ প্ৰদৰ্শনৰ থল নাই। আনটো কাৰণ হ'ল এই যে আন ছয়খন কংগ্ৰেছ সংখ্যা গৰিষ্ঠ প্ৰদেশতে ৰাজ্যপালে বিধান সভাৰ কাৰ্য্যত তেওঁৰ বিশেষ ক্ষমতাৰে হস্তক্ষেপ নকৰিব বুলি কংগ্ৰেছে বিচৰা প্ৰতিশ্ৰুতি তেতিয়ালৈকে দিয়া নাছিল।[২০] পেটেলে সংখ্যালঘু কংগ্ৰেছ বিধানসভাৰ দলে মানিব লগা নিয়ম আৰু আচৰণৰ বিষয়ে লিখিলে যে ঃ ১। তেওঁলোকে চৰকাৰ খনক ভাঙিবলৈ প্ৰত্যেকটো সুযোগ গ্ৰহণ কৰিব, আৰু তাত নিজকে জনতাৰ প্ৰতিনিধি বুলিবলৈ কিমান কঠিন তাক দেখুৱাব ; ২। জনসাধাৰণৰ দুখ-কষ্ট লাঘৱ কৰাৰ বিষয়ত প্ৰস্তাৱ উত্থাপন কৰিব। সেইবিলাক গ্ৰহণ নহলেও সেইবিলাকে প্ৰতিক্ৰিয়াশীল চৰকাৰৰ স্বভাৱ সাব্যস্ত কৰি দেখুৱাব ; ৩। মন্ত্ৰীৰ দৰমহা কৰ্তন সম্পৰ্কে প্ৰস্তাৱ ল'ব ; ৪। খাদীৰ প্ৰচলন, হৰিজন সকললৈ সাহায্য, বনুৱা

আৰু কৃষক সকলৰ উন্নতিৰ প্ৰতি থকা কংগ্ৰেছ কাৰ্য্যসূচীৰ আঁচনি সম্পৰ্কত প্ৰস্তাৱ ল'ব।[21] বৰদলৈয়ে তেওঁৰ দলে লোৱা কাৰ্য্যসূচী কেন্দ্ৰীয় সংসদীয় উপ-সমিতিলৈ পঠিয়ায়। মাদ্ৰাজ আদি কেইখনমান ঠাইৰ পৰা অসমে লোৱা কাৰ্য্যসূচী বিচাৰি অনুৰোধ আহে। এই ক্ষেত্ৰত কংগ্ৰেছৰ বিধান সভাৰ কাৰ্য্যালয়ৰ সম্পাদক সোনাৰাম দত্তৰ কামত- বিশেষকৈ তেওঁৰ ইংৰাজী প্ৰচাৰ কাৰ্য্যত বৰদলৈ সুখী হয়।[22]

বিধান সভাৰ মজিয়াত সোমোৱাৰ আগতে বৰদলৈয়ে ক্ষমতা নোলোৱাৰ স্থিতিটো কিয় ল'লে তাৰ বিচাৰ কৰাটো প্ৰয়োজন কিয়নো, বৰদলৈৰ ৰাজনীতি বুজি পোৱা এজনে ইয়াক বৰদলৈ-অসুলভ বুলিহে ভাবিব। সদায় অসমৰ বিশেষ পৰিস্থিতিৰ প্ৰতি সজাগ থকা, ৰাজনীতি সচেতন বৰদলৈয়ে প্ৰথমৰ পৰাই সংযুক্ত মন্ত্ৰী সভা এখনৰ বাবে নাভাবি, আনকি কংগ্ৰেছ সভাপতি জৱাহৰলাল নেহৰুৰ সংযুক্ত মন্ত্ৰীসভা গঠনৰ প্ৰতি থকা বিতৃষ্ণা প্ৰকাশ হোৱাৰ আগতেই ক্ষমতা বৰ্জনৰ পক্ষে স্থিতি লৈছিল কিয়?

ইয়াৰ কাৰণ বৰদলৈয়ে দিছে। তেওঁ দেখিলে যে সম্পূৰ্ণ কংগ্ৰেছ আদৰ্শৰে সংযুক্ত মন্ত্ৰীসভা এখন গঢ়িবলৈ সেই সময়ত, নিষ্ঠাবান, বিশ্বাসযোগ্য গোটৰ নাটনি আছিল। উটি-ভাঁহি ফুৰা সদস্যক আন দল-গোটবোৰে নিজৰ গোটলৈ আনিবলৈ লালসা দেখুওৱাত ব্যস্ত। এনেবোৰ সদস্য বা দল-গোটৰ লগত সংযোগ হ'লে কংগ্ৰেছে নিজৰ আচুতীয়া আদৰ্শ হেৰুৱাব। কিন্তু ক্ষমতা গ্ৰহণৰ প্ৰশ্নটো মুকলিকৈ ৰাখিবলৈকো বৰদলৈয়ে নিবিচাৰিছিল। তেওঁৰ মতে শেষ বিশ্লেষণত মন্ত্ৰিত্ব নলৈ, এক ধ্যান এক মনেৰে বিৰোধী দল হৈ থিয় দিয়াটোহে অধিক কাৰ্য্যকৰী কাম হ'ব আৰু তেতিয়া কংগ্ৰেছৰ আদৰ্শও পৱিত্ৰ হৈ ৰ'ব। জনগণৰ সন্মুখত নতুন সংবিধানৰ অন্তৰ্নিহিত আঁসোৱাহ প্ৰকট কৰি দেখুৱাবলৈ বিধান সভাক কংগ্ৰেছ বিৰোধিতাৰ প্ৰচাৰ হিচাবে লোৱাই শ্ৰেয়।[23] কিন্তু এনে যুক্তিৰ বিপৰীতেও মন্ত্ৰীসভা এখন গঢ়াৰ পক্ষেও যুক্তি নথকা নহয়। ৩১ মাৰ্চ তাৰিখে দক্ষিণ শ্ৰীহট্ট (পশ্চিম) সমষ্টিৰ পৰা নিৰ্বাচিত হোৱা কংগ্ৰেছ সদস্য দক্ষিণা ৰঞ্জন গুপ্তচৌধুৰীয়ে মাৰ্চ মাহতেই 'অমৃত বাজাৰ পত্ৰিকা'ত এখন চিঠিৰে ক'লে ঃ "যদি কংগ্ৰেছ দলে সংখ্যাগৰিষ্ঠ থাকিলে মন্ত্ৰিত্ব ল'ব পাৰে কংগ্ৰেছৰ গঠনমূলক আঁচনি কঢ়িয়াই নিবলৈ, তেনেহলে অন্য প্ৰদেশত কংগ্ৰেছে আন দলৰ লগত যোগ হৈ সেই একে আঁচনি কি কাৰণে ল'ব নোৱাৰিব? এই সিদ্ধান্ত উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশত লোৱা হৈছিল যেতিয়া অসমতো কিয় হ'ব নোৱাৰিব? ... অন্য কোনো দলৰ সোতৰ জনতকৈ অধিক সদস্য নাই। যদি কংগ্ৰেছে মন্ত্ৰিত্ব লয়, বহু গোট যোগ হোৱা সম্ভৱ, কংগ্ৰেছককেই সবল কৰিবলৈ। বুদ্ধিৰে কামটো কৰিব পৰা যায়। কংগ্ৰেছে মন্ত্ৰিত্ব পৰিত্যাগ কৰাৰ আগতে কথাটো দকৈ ভাবি চাব লাগে।"[24]

এনেভাব আৰু যুক্তি বৰদলৈৰ মনলৈকো নিশ্চয় আহিছিল - বিশেষকৈ

অসমৰ বিশেষ সমস্যা তেওঁৰ চকুৰ আগত সদায় ভাঁহি থকাৰ কাৰণে। মনে ধৰে বৰদলৈয়ে সেই সময়ত ক্ষমতা নিবিচৰাটো প্ৰয়োগিক প্ৰাৰম্ভণীক খোজ হিচাবে লৈছিল। সেই সময়ত তেওঁৰ নেতৃত্বৰ প্ৰভাৱ বিস্তাৰ হ'বলৈ বাকী আছিল। ১৯৩০ চনত মেধীৰ পৰামৰ্শত কংগ্ৰেছ সভাপতিৰ ভাৰখন গ্ৰহণ নকৰি আৰু ১৯৩২-৩৩ কালৰ আইন-অমান্য আন্দোলনৰ দ্বিতীয় পৰ্বত কোনো বিক্ষোভ ধৰ্মী কাৰ্য্যত ভাগ নলৈ মাথোন গঠনমূলক কামতহে নিযুক্ত থকাত অসমৰ কংগ্ৰেছ মহলৰ কোনো কোনোৱে তেওঁৰ ওপৰত ক্ষুব্ধ হৈ আছিলেই। সেই কাৰণে হয়তো তেওঁ কোনো নতুন মানোমালিন্য সৃষ্টি কৰিব নিবিচাৰিলে বিশেষকৈ যেতিয়া অসম কংগ্ৰেছ ক্ষমতা লোৱাৰ পক্ষ-বিপক্ষত প্ৰায় সমানে ভাগ হৈ আছিল। বৰজনা বৰদলৈ জীয়াই থকা হ'লে আৰু ফুকন ডাঙৰীয়াও কংগ্ৰেছত থকা হ'লে তেওঁ হয়তো মন্ত্ৰিত্ব গ্ৰহণৰ পক্ষেই প্ৰথমৰে পৰা থাকিলে হয়। তেওঁ ক্ষমতা নোলোৱাৰ সিদ্ধান্তটো যে প্ৰয়োগিক আছিল সেই কথা তেওঁ আওপাকে তেওঁ লিখা তৰুণৰাম ফুকনৰ জীৱনীখনত ওলাই পৰিছে। তেওঁ কি কাৰণে ১৯৩৭ চনৰ নিৰ্বাচনত ফুকনক অনুসৰণ কৰিব নোৱাৰিলে, সেইকথা বৰ্ণাইছে এনেকৈ ঃ "সময় আৰু অৱস্থা অনুসাৰে জাতীয় কাৰ্য্য প্ৰণালী পৰিৱৰ্তিত হয়। সেই পৰিৱৰ্তনত দহে মিলি আলোচনা কৰোঁতে যি নিৰ্দ্ধাৰিত হয়, তাকেহে সকলোৱে মিলি সাধন কৰাটো সকলোৰে কাম্য। এইটোও নিশ্চিত যে এনে নিৰ্দ্ধাৰণৰ বিপক্ষে কাম কৰিলে দেশত দলা-দলি আৰু দুৰ্বলতা বাঢ়ে।"[২৫]

যিহেতু মন্ত্ৰিত্ব নোলোৱাৰ কংগ্ৰেছৰ আদি মতত অসম কংগ্ৰেছে হয়ভৰ দি থৈছিলেই, গতিকে অসম কংগ্ৰেছ সংসদী দলে ক্ষমতা গ্ৰহণ কৰাৰ কথা প্ৰথমতে ভবাই নাছিল। সেইদেখি ১৫ মাৰ্চৰ দিনা ৰাজ্যপাল ৰবাৰ্ট ৰীডে চৈয়দ ছাৰ মোহাম্মদ সাদ্উল্লাৰ লগত মন্ত্ৰিত্ব গ্ৰহণৰ কথাত লগ ধৰিলে আৰু তেওঁক ১ এপ্ৰিল (১৯৩৭) তাৰিখৰ পৰা কংগ্ৰেছ বিহীন সংযুক্ত মন্ত্ৰীসভাখন পাতিবলৈ আহ্বান জনালে।

১৯৩৫ চনৰ ভাৰত আইনৰ আধাৰত তেতিয়াৰ সমগ্ৰ অসম অঞ্চলত অসম মন্ত্ৰীসভাৰ ক্ষমতা আছিল সীমিত। পাহাৰ এলেকা আছিল দুভাগে বিভক্ত ঃ সম্পূৰ্ণ নিষিদ্ধ অঞ্চল আৰু আংশিক নিষিদ্ধ অঞ্চল। দুইভাগ আছিল বিধানসভাৰ ক্ষমতাৰ বাহিৰত। বালিপাৰা আৰু শদিয়া সীমান্ত অঞ্চল, নগা পাহাৰ (নাগালেণ্ড), লুচাই পাহাৰ জিলা (মিজোৰাম) আৰু উত্তৰ কাছাৰ পাৰ্বত্য মহকুমা আছিল নিষিদ্ধ অঞ্চল আৰু সেয়ে সম্পূৰ্ণভাৱে ৰাজ্যপালৰ বিশেষ ক্ষমতাৰ অন্তৰ্গত, যদিও অৱশ্যে ইয়াত ব্যয় হোৱা ধন সমগ্ৰ অসমৰ ৰাজহৰ পৰাই লোৱা হৈছিল। গাৰো পাহাৰ জিলা, খাচী জয়ন্তীয়া পাহাৰ জিলা (শ্বিলং বাদে) আৰু মিকিৰ পাহাৰ (কাৰ্বি আংলং) আছিল আংশিক নিষিদ্ধ অঞ্চল। এই অঞ্চলসমূহে বিধানসভালৈ প্ৰতিনিধি বাচিবলৈ অধিকাৰ

পাইছিল যদিও তাত শান্তি আৰু সু-প্ৰশাসন প্ৰৱৰ্তনৰ বাবে ৰাজ্যপালৰ বিশেষ দায়িত্ব আছিল। তেওঁৰ নিজা মত স্থায়ী কৰিবৰ কাৰণে তেওঁ মন্ত্ৰীকো চেৰাই যাব পাৰিছিল। ঠিক তেনেকৈয়ে প্ৰদেশখনত হোৱা সমগ্ৰ ব্যয়ৰ পাঁচ ভাগতকৈও অধিক অংশ এটাত বিধান সভাৰ সমৰ্থনৰ প্ৰয়োজন নাছিল। আকৌ তাৰে সংলগ্ন কিছু বিষয় বিধানসভাৰ আলোচনাৰো বাহিৰত আছিল। বিধানসভাই গ্ৰহণ কৰা সকলো বিধেয়কক নাকচ কৰাৰ ক্ষমতাও ৰাজ্যপালে পাইছিল - আনকি সমগ্ৰ প্ৰদেশখনৰ শাসন নিজৰ হাতলৈ আনিবলৈকো তেওঁ নতুন আইনৰ (৯৩নং দফা) জৰিয়তে পাইছিল। আকৌ বিধানসভাৰ ক্ষমতাক লাঘৱ কৰিবলৈ অসম ব্যৱস্থাপক পৰিষদ নামৰ এখন ২২ জনীয়া উচ্চ পৰিষদকো বজাই ৰখা হৈছিল। চাৰি গৰাকীৰ বাদে ইয়াৰ সদস্য সকল অতি সীমিত গোষ্ঠীৰ ভোটাৰৰ দ্বাৰা নিৰ্বাচিত হৈছিল। সেই চাৰিগৰাকী ৰাজ্যপালে মানোনীত কৰিছিল। আগৰ ভোটাধিকাৰ পৰিস্থিতি লৈ কিছু গণতন্ত্ৰ আহিল যদিও প্ৰদেশখনৰ তিনি হাজাৰতকৈও তাকৰ ইউৰোপীয়ৰ কাৰণে বিধান সভাত আছিল ন খন আসন।

১০৮ জনীয়া বিধানসভাত ৩৩ গৰাকী সদস্যৰে কংগ্ৰেছী দলটো অৱশ্যেই আটাইতকৈ বৃহৎ দল আছিল। কিন্তু এই দলৰ সংখ্যাগৰিষ্ঠতা নাছিল। জনজাতি আৰু পূৰ্ববঙ্গৰ পৰা আহি বহা মুছলমান সম্প্ৰদায়ৰ মাজলৈ কংগ্ৰেছ তেতিয়ালৈকে যোৱা নাছিল। সেই গতিকেই সৰু সৰু গোষ্ঠীৰ আবিৰ্ভাৱ হৈছিল। তাৰে আটাইতকৈ বৃহত্তৰ কেইটি আছিল অসম আৰু সুৰমা উপত্যকাৰ মুছলমানৰ। চাৰিজনীয়া মুছলীম লীগৰ গোট এটিও আছিল। সবাতোকৈ সু-সংগঠিত আৰু 'এক দেহ, এক প্ৰাণ, এক স্বাৰ্থ'ৰ আধাৰত প্ৰতিষ্ঠিত গোটটো আছিল ৯ জনীয়া ইউৰোপীয় গোটটো। ই আছিল সদায়েই কংগ্ৰেছ বিৰোধী।

এই ইউৰোপীয় গোটটিয়ে আৰু ৰাজভৱনেও বিধানসভালৈ নিৰ্বাচিত হৈ অহা সদস্য সকলৰ ভিতৰত সবাতোকৈ ভালপোৱা ব্যক্তিজন আছিল চৈয়দ ছাৰ মোহাম্মদ সাদ্উল্লা (১৮৮৫-১৯৫৫)। বিধানসভালৈ ১৯৩৭ চনত যোৱাৰ আগতে তেওঁ ১৯১৩ -১৯৩৪ কালডোখৰত ব্যৱস্থাপক সভাত চাৰিবাৰ সদস্য আছিল। সাদ্উল্লা সম্পৰ্কে কথা এটা আমি অন্য ঠাইত কৈ থৈছো এনেকৈ ঃ তেওঁ এজন অত্যন্ত ক্ষমতাপ্ৰেমী ব্যক্তি আছিল আৰু আদৰ্শ বা নীতিৰ প্ৰতি তেওঁৰ কোনো আকৰ্ষণ নাছিল। কিন্তু তেওঁ আছিল অত্যন্ত তীক্ষ্ণবুদ্ধিৰ, অভিজ্ঞতাপূৰ্ণ, মিতাচাৰী, সংযত আৰু নম্ৰ প্ৰকৃতিৰ লোক। এইবিলাক গুণৰ বাবে আৰু অসমীয়া মুছলমান হোৱাৰ কাৰণে তেওঁ সাম্ৰাজ্যবাদী বৃটিছৰ অত্যন্ত উপযুক্ত আৰু অপৰিহাৰ্য্য ব্যক্তি আছিল। এই সকলো কাৰণতে তেওঁ বৃটিছৰ আদৰৰ আছিল। বৃটিছ ব্যৱসায়ীৰ স্বাৰ্থ অসমত বচাই ৰখাবলৈকো অকংগ্ৰেছী

সাদ্‌উল্লাক বৃটিছৰ প্ৰয়োজন হৈছিল। সাদ্‌উল্লাৰো বৃটিছক প্ৰয়োজন হৈছিল সুকলমে ক্ষমতাত বৰ্তি থাকিবৰ অৰ্থে। এইটোও কৈ থব লাগিব যে সাদ্‌উল্লাৰ নিৰহঙ্কাৰী, অমায়িক ব্যৱহাৰত অসমীয়াকে ধৰি বহু ভাৰতীয় বিষয়া-কৰ্মচাৰী আৰু সামাজিক ব্যক্তি মুগ্ধ হৈছিল।[২৬]

এই ব্যক্তিগত আৰু সাম্ৰাজ্যবাদী গোষ্ঠীগত স্বাৰ্থৰ পৰম্পৰা আইন সভাৰ পৰা গুচাই তাৰ ঠাইত সৰ্বভাৰতীয় আৰু সৰ্বসাধাৰণৰ স্বাৰ্থ ৰোপন কৰাৰ উদ্দেশ্যৰে বৰদলৈ নামিল বিধানসভাৰ বাক সংগ্ৰাম প্ৰাঙ্গনত। তেওঁৰ নম্ৰতা, বাক-পটুতা, নৈতিকতা আৰু গান্ধীজীৰ পৰা পোৱা অহিংসা নীতিয়ে তেওঁক অনতি পলমে বিধানসভাৰ সকলো দল-গোটৰ সদস্যৰ মাজত জনপ্ৰিয় কৰি তুলিলে। গণতান্ত্ৰিক সংবিধানৰ - বিশেষকৈ বৃটিছ সংবিধানৰ - নিষ্ঠাবান ছাত্ৰ হিচাবে হাউচ অভ কমনচত প্ৰচলিত ৰীতি-নীতি, প্ৰথা-পদ্ধতি সম্বন্ধে তেওঁৰ বিস্তৰ জ্ঞান আছিলেই। এতিয়া বৰলাটেও ৰাজ্যপালৰ ক্ষমতাৰ যোগেৰে প্ৰাদেশিক স্বায়ত্ত শাসনত কুঠাৰাঘাত কৰিবলৈ নাযাব বুলি আশ্বাস দিয়াত, বৰদলৈয়েও কংগ্ৰেছৰ সাময়িক নীতি মতে নতুন সংবিধানৰ ত্ৰুটিবোৰ উদঙাই দি তেওঁৰ বিৰোধী দলৰ মুৰব্বীৰ কৰ্ত্তব্য পালন কৰাত লাগি গ'ল।

বিধানসভাত বৰদলৈৰ প্ৰথম ইংৰাজী ভাষণটো আছিল অধ্যক্ষ পদৰ বাবে জয়যুক্ত হোৱা বসন্ত কুমাৰ দাসক ওলগ জনাবলৈ, তাৰ যোগেদিয়েই তেওঁ প্ৰথম সুযোগটো ল'লে নতুন সংবিধানৰ আঁৰত লুকাই থকা একছত্ৰী ভূতটো আঙুলিয়াই দেখুৱাবলৈ

"এই মহান পদত অধিষ্ঠিত হৈ আপোনাৰ ওপৰত যি গুৰু দায়িত্বৰ ভাৰ পৰিছে সেই বিষয়ে মই বহলাই ব্যাখ্যা কৰিব নালাগে। ৰাইজৰ প্ৰতিনিধিত্ব কৰা লোকসকলে বাচি দিয়া পদতকৈ আন কোনো বাব বা পদ ডাঙৰ হ'ব নোৱাৰে (শুনক, শুনক)... ভাৰত আইনখন অকণমান পঢ়িলেই বুজা যায় যে বিধানসভাৰ পৰিস্থিতি যেনে হোৱা উচিত আছিল তেনে নহ'ল। স্বাধীন দেশৰ বিধান সভাত সচৰাচৰ থকা বহু স্বত্বই আমাৰ নাই। আমাৰ প্ৰয়োজন আৰু অধিক উন্নয়ন আৰু উৎকৰ্ষ মই অনুভৱ কৰো, মহোদয়, স্বেচ্ছাচাৰী ৰাজ্যপালৰ ছাঁটো এই বিধানসভাৰ ভিতৰতো পৰিব লাগিছে। মই অনুমান কৰিব নোখোজো আপুনি কিনো কৰিব। কিন্তু মই অনুভৱ কৰো যে আপোনাৰ হাতত সদনৰ সামগ্ৰিক স্বাধীনতাই প্ৰাধান্য পাব আৰু আপোনাৰ প্ৰবুদ্ধ নেতৃত্বত আৰু ৰুলিঙেৰে আপুনি গুৰুত্বপূৰ্ণ নজিৰ স্থাপন কৰিব, যি হয়তো আকৌ ভাৰতৰ ইতিহাস গঢ়িব।"[২৭]

৮ এপ্ৰিল তাৰিখে বিধানসভাতেই বৰদলৈয়ে বিধান সভাৰ তেওঁৰ দলৰ উদ্দেশ্য সম্বন্ধে ক'লে এনেকৈ ঃ "দলটো বিধান সভাত আছে এই সভাৰ কাৰ্য্য

এনেভাৱে চলাই নিবলৈ যাতে জনসাধাৰণলৈ হিত সাধনত এই আইনখনৰ (১৯৩৫ চনৰ) ব্যৰ্থতা প্ৰকাশ পায় আৰু সুবিধা হ'লে কংগ্ৰেছৰ গঠনমূলক কাৰ্য্য বিধান সভাৰ মাজেদিও আগবাঢ়ে।"[২৮] ১০ আগষ্ট তাৰিখে বাজেট বিতৰ্কত বৰদলৈয়ে বিৰোধী দলপতিৰ ভাষণত নতুন আইনখনৰ অগণতান্ত্ৰিক দিশবোৰ আৰু অধিককৈ ফঁহিয়াই দেখুৱালে। "এনে বাজেটৰ প্ৰয়োজন আছেনে যাৰ জৰিয়তে গাঁৱত এটাও আলিবাট হোৱাৰ সম্ভাৱনা নাই ?" তেওঁ প্ৰশ্ন তুলিলে। কিয় এনে অৱস্থা হ'ব লগা হ'ল তাৰ কাৰণটো তেওঁৱেই দিলে ঃ "আমি এটি বিদেশী দখলদাৰীৰ সেনানীক পোহপাল দি থাকিব লগা হৈছে।" তেওঁ ক'লে, "সমগ্ৰ দেশখনৰ আয়ৰ ৩৬ ভাগৰ পৰা কেতিয়াবা ৫০ ভাগলৈ খৰছ হয় এই পোহপালত। দেশখনৰ অৰ্থনৈতিক নীতি সাম্ৰাজ্যবাদী প্ৰভুত্ব ভিত্তিত হোৱা বাবে গাঁৱলীয়া ব্যৱসায়, উদ্যোগ সমূহৰ বিনাশ ঘটিছে। তাৰোপৰি আমি পাইছো সমগ্ৰ পৃথিৱীৰ ভিতৰতে এটা ব্যয়বহুল প্ৰশাসন সেৱা বিভাগ।... ৰাজ্যপালৰ হাতত থকা ক্ষমতাও সীমাতীত ; আমি আনকি তেওঁৰ দৰমহা বিষয়টিও আলোচনা কৰিব নোৱাৰো। কিয় নোৱাৰো ? বৃটিছ সংসদত দেখোন ৰজাৰ 'চিভিল লিষ্ট' আলোচনাৰ বিষয়।"[২৯] মেলেৰীয়া নিবাৰণ, মাদক দ্ৰব্য বৰ্জন, হৰিজন আৰু শ্ৰমিকৰ উন্নতি সাধন আদি জনকল্যাণৰ দিশবোৰতো চৰকাৰৰ বিফলতাৰ কথা বৰদলৈয়ে ক'লে। নিষ্পেষিত আইনবোৰ আৰু বিশেষকৈ ৰাজনৈতিক বন্দীসকলৰ ওপৰত হোৱা অন্যায়ৰ উদাহৰণ দি বৰদলৈয়ে ক'লে মাথোন কংগ্ৰেছী হোৱাৰ কাৰণেই ডাঃ হৰিকৃষ্ণ দাসৰ দৰে এগৰাকী বিশিষ্ট নাগৰিকৰ পেঞ্চন চৰকাৰে বন্ধ কৰি ৰাখিছে।[৩০]

নতুন সংবিধানে যে গণতান্ত্ৰিক নীতিৰে জনসাধাৰণলৈ ক্ষমতা নানিলে আৰু ই যে সামূহিক অৰ্থত স্বাধীনতাৰ পৰিধি বঢ়াবলৈ অক্ষম হ'ল সেই সত্য বৰদলৈয়ে দঢ়াই থাকিবলৈ নেৰিলে। ১৯৩৮ চনৰ ১৮ ফেব্ৰুৱাৰী তাৰিখে তেওঁ ক'লে ঃ "মোৰ দৃষ্টিত বাজেটৰ ৰাজনৈতিক দিশটোৱে দেখুৱালে যে ৰাইজৰ মঙ্গল সাধনত চৰকাৰ তেনেই নিষ্কৰ্মা আৰু জঠৰ। বৰ্তমানৰ সংবিধানে ইয়াৰ উন্নতি সাধন কৰিব নোৱাৰে সি বিদ্যমান। যেতিয়ালৈকে জনসাধাৰণৰ দেশৰ ধনৰ ওপৰত হাত নাথাকে তেতিয়ালৈকে গণতান্ত্ৰিক নিৰ্বাচন অৰ্থহীন। আমাৰ প্ৰদেশখনত নতুন সংবিধানে স্বাধীনতাৰ পৰিধি বহল কৰা নাই, কৰিব নোৱাৰে।"[৩১]

ছাদউল্লা মন্ত্ৰীসভাৰ কোনো দলগত নীতি নথকাত, আনকি ই এটা সমগোত্ৰীয় ৰাজনৈতিক দলেই নোহোৱাৰ কাৰণে ইয়াৰ সমূহীয়া আদৰ্শ বা লক্ষ্য নাছিল। তাকে আঙুলিয়াইও বৰদলৈয়ে ক'লে, "এই চৰকাৰৰ এটা অংশই এটা বিষয়ত এটা ভাবে আৰু আনটো অংশই আনভাৱে ভাবে। উদাহৰণ স্বৰূপে বৰদলৈয়ে

দেখুৱালে কেনেকৈ 'লাইন প্ৰথা' শ্ৰীহট্টৰ চিকিৎসা স্কুলক লৈ চৰকাৰী দলতো নালাগে মন্ত্ৰীসকলৰ মাজতেই বিভিন্ন মত দেখা দিলে আৰু কোনো বিষয়ত প্ৰধান মন্ত্ৰীয়ে নিজৰেই প্ৰস্তাৱত ভোট নিদিয়াৰ উদাহৰণ আছে।[৩২]

নতুন সংবিধানৰ অসম্পূৰ্ণতাখিনিক বিধানসভাত কটু বাক্যৰে সমালোচনা কৰি থাকিও এই আইনে অনা শাসন পদ্ধতিৰ জৰিয়তেও গণতান্ত্ৰিক মন, জিজ্ঞাসা, আদৰ্শ, অভিজ্ঞতা গঢ়াৰ বহু থল যে আছিল সেইটো বৰদলৈয়ে বুজিছিল আৰু তেওঁৰ সতীৰ্থ সকলক কৈছিল। উদাহৰণ স্বৰূপে ১০ আগষ্ট ১৯৩৭ তাৰিখে বিধানসভাত দিয়া এটি ভাষণত তেওঁ কৈছিল ঃ

> "মই দেখিছো বিধানসভাৰ বিতৰ্ক চলি থাকোঁতেই কিছু মাননীয় সদস্যই সদন ত্যাগ কৰে, আৰু কিছু সদনৰ ভিতৰলৈ সোমাই আহে। মোৰ বোধেৰে কেতিয়াবা তেওঁলোকে বিতৰ্কবোৰক আমনিদায়ক জ্ঞান কৰে, আৰু কেতিয়াবা প্ৰেৰণাদায়ক। মই হ'লে সভাৰ সকলো ফালৰ পৰা প্ৰকাশ হোৱা সকলো ভাৱাদৰ্শ শুনিবলৈ মোৰ মন স্থিৰ কৰি লৈছো।"[৩৩]

## ৩। ক্ষমতা গ্ৰহণ সম্পৰ্কে বৰদলৈৰ নতুন চিন্তা

ই নিশ্চিত আছিল যে বৰদলৈৰ দৰে এজন দূৰদৃষ্টি সম্পন্ন আৰু অসমৰ যুগমীয়া সমস্যা বিলাকৰ প্ৰতি সদা সজাগ ৰাজনীতিকে মাথোন নতুন সংবিধানখনক প্ৰতিদিনে সমালোচনা কৰি থাকিলেই নিজৰ কৰ্তব্য সমাধা হৈ যাব বুলি আৰু অসম বা অসমীয়াৰো সমস্যা দূৰ হৈ যাব বুলি নাভাবিছিল। সংসদীয় গণতন্ত্ৰৰ নিয়মেই হৈছে যে বিৰোধী দলে ক্ষমতাত থকা দলক সংসদৰ মজিয়াত পৰাজিত কৰি নিজা মত প্ৰবৰ্তিত কৰা আৰু সময় সুবিধা বুজি ক্ষমতাৰ বাঘজৰী নিজৰ হাতলৈ অনা। এই উদ্দেশ্য বা লক্ষ্যৰ অবিহনে সংসদীয় বাক-বিতণ্ডা হ'ব মাথোন ল'ৰা ধেমালি আৰু সময়ৰ অপব্যয়। ১৯৩৭ চনৰেই জুলাই মাহত বৃটিছ চৰকাৰে ৰাজ্যপালৰ অতিৰিক্ত ক্ষমতা প্ৰাদেশিক মন্ত্ৰীসভাৰ ওপৰত পৰাপক্ষত আৰোপ নকৰিব বুলি দিয়া প্ৰতিশ্ৰুতিৰ আধাৰত সাতখন প্ৰদেশত কংগ্ৰেছ মন্ত্ৰীসভা গঠন হোৱাত বৰদলৈয়েও কংগ্ৰেছৰ প্ৰধান সৌকাধৰা দেৱেশ্বৰ শৰ্মাক ক'লে যে অসম কংগ্ৰেছেও অন্য গোটৰ লোকেৰে মিলি বৰ্তমান চৰকাৰক ওফৰোৱাৰ কথা চিন্তা কৰিব লাগে।[৩৪]

'লাইন প্ৰথা' উঠাই নিয়াৰ সম্পৰ্কত আব্দুল মতিন চৌধুৰীয়ে এটা প্ৰস্তাৱ তুলিব বুলি জানি সাদুল্লা মন্ত্ৰীসভাক ওফৰাবৰ কাৰণে মুছলমান সকলৰ প্ৰতি কংগ্ৰেছে নৰম পন্থা লোৱাটোকেই ঠিক হ'ল। সোনাৰাম দত্তই কোৱাৰ দৰে চৌধুৰীৰ

প্ৰস্তাৱে কংগ্ৰেছক নিঃসন্দেহে এটি সংকোচপূৰ্ণ পৰিস্থিতিত পেলাব আৰু যদি নিজা মূল লক্ষ্যত উপনীত হ'বলৈ কংগ্ৰেছক যদি বাহিৰৰ সাহায্যৰ প্ৰয়োজন তেনেহ'লে কংগ্ৰেছে সংযমেৰে বাট বুলিব লাগিব।[৩৫] বৰদলৈয়ে তেওঁৰ ৰাজনীতি জ্ঞানেৰে জানিছিল যে সাদ্উল্লাই আব্দুল মতিন চৌধুৰীক নিজা ক্ষমতা ৰক্ষাৰ তাড়নাত বেছিদিন আঁতৰত ৰাখিব নোৱাৰে আৰু সাদ্উল্লা আৰু মতিন লগ হ'বই। তেওঁ বিচাৰিছিল এইটো হোৱাৰ আগতেই - মানে সকলো মুছলমান সদস্যই এই দুজনৰ নেতৃত্বত এক গোট বা দলত পৰাৰ আগতেই কংগ্ৰেছে যেন নিৰ্দলীয় মুছলমান গোটৰ লগত সংযোগ হোৱাৰ উপায় উলিয়ায়। আচৰণৰ নতুন কৌশলে কাম দিলে। ৩ আগষ্টৰ পৰা হোৱা বাজেট অধিবেশনত চৰকাৰ দল এটাৰ পাছত এটাকৈ বাৰ বাৰ হাৰিল আৰু ইয়াৰ দুৰ্বলতা প্ৰকট হৈ ওলাল। দুই উপত্যকাৰ প্ৰশাসনৰ কাৰণে নিযুক্ত হোৱা দুজন ডিভিজনেল কমিছনাৰ নিযুক্তিৰ বিষয়টোত চৰকাৰ বেয়াকৈ হাৰিল। আনকি বিধানসভাই সংখ্যাগৰিষ্ঠতাৰে সেই দুজন ওপৰ-গধুৰ বিষয়াৰ দৰমহাৰ অনুমোদন নাকচ কৰি সাংবিধানিক বৈধতাৰ প্ৰশ্নও তুলিলে। সেই অধিবেশনতে বিধানসভাৰ বিৰোধী দলসমূহে চৰকাৰক চোৰাংচোৱা দপ্তৰৰ হ'বলগা ব্যয়ৰ অনুমোদনো নাকচ কৰি চৰকাৰক সেই আয়োজন বহিষ্কাৰ কৰিবলৈ ক'লে। উচ্চ পৰিষদৰ হ'বলগা ৩৫,২৬০ টকাৰ সংক্ৰান্ততো ব্যয়ৰ অনুমোদন নাকচ কৰিবৰ কাৰণে বিৰোধী দলসমূহৰ ইচ্ছা আৰু শক্তি আছিল যদিও চৰকাৰৰ পৰা পোৱা বুজাবুজিৰ সহাৰিয়ে প্ৰস্তাৱটো সদ্যহতে স্থগিত ৰাখিলে। বিভিন্ন গোটেৰে মিলি কংগ্ৰেছ দলে চলোৱা প্ৰচেষ্টা কেনে প্ৰখৰ আছিল সেই কথা প্ৰকাশ পায় সেই অধিবেশনৰ সময়তে বৰদলৈয়ে প্ৰদেশ কংগ্ৰেছৰ সভাপতি মেধীলৈ দিয়া এখন চিঠিত। তেওঁ কৈছিল যে ১২ টা মান মুছলমান ভোট পালেই কংগ্ৰেছে সাদ্উল্লা মন্ত্ৰীসভা ওফৰাব পাৰিব।[৩৬] বৰদলৈয়ে পাঙি আছিল যদি কেন্দ্ৰৰ পৰা এবাৰ মৌলানা আজাদ আহি যায় পৰিস্থিতিটো আৰু ভাল হ'ব আৰু মন্ত্ৰিত্ব গ্ৰহণলৈও শুভ দিন আহিব। গান্ধীজীয়ে উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশক সংযুক্ত মন্ত্ৰীসভাৰ স্বীকৃতি দিয়াৰ কথা বাতৰি কাকতত পঢ়ি বৰদলৈ সুখী হৈছিল আৰু অসমতো তেনে মন্ত্ৰীসভা এখনৰ কাৰণে কেন্দ্ৰীয় কংগ্ৰেছৰ অনুমোদন পাব বুলি আশা কৰিছিল। সেই কাৰণে প্ৰসঙ্গটোক লৈ মেধীয়ে ৰাজেন্দ্ৰ প্ৰসাদলৈ লিখিলে।[৩৭] প্ৰসাদে ক'লে, যদিও কেন্দ্ৰীয় কংগ্ৰেছে সংযুক্ত মন্ত্ৰীসভা পাতিবলৈ সন্মতি দিব নোৱাৰে, তথাপিও অসমৰ বিশেষ পৰিস্থিতিৰ আধাৰত বিষয়টো পুনৰ অধ্যয়ন হ'ব পাৰে।[৩৮]

অসমত কংগ্ৰেছ-সংযুক্ত মন্ত্ৰীসভা এখনৰ গুনাগথা চলি থাকোতেই পৰিস্থিতিৰ সুচল গতি দেখি প্ৰবীণ নেতা কুলধৰ চলিহাই চেলেপুৱা আচৰণেৰে অসমৰ বাহিৰৰ বাতৰি কাকত এখনৰ সাংবাদিকক কৈয়েই দিলে যে সংযুক্ত মন্ত্ৰীসভা এখন

হ'ব আৰু তেওঁৰ মনে পতা বিচাৰেৰে তাত কোন কোন থাকিব তাকো হেনো ক'লে। বাতৰিটো পঢ়ি ৰাজেন্দ্ৰ প্ৰসাদৰ খং উঠিল আৰু তেওঁ বিৰক্তি প্ৰকাশ কৰি বৰদলৈক ক'লে যে তেনে কাম কেন্দ্ৰীয় কংগ্ৰেছৰ অগোচৰে হোৱাটো আচহুৱা। দোষটো বৰদলৈৰ নাছিল ; তেওঁ কোনো কালে চেলেপুৱা ব্যক্তি নাছিল আৰু ৰাজহুৱা কাম-কাজত থাকিবলগীয়া সম্ভ্ৰমতা আৰু শালীনতাৰ পৰা তেওঁ কিঞ্চিতমানো আঁতৰি নগৈছিল। চলিহাক সাৱধান কৰি দিয়াৰ উপৰিও তেওঁ প্ৰসাদক কৈ দিলে যে কংগ্ৰেছৰ জাতীয় সন্মান অসমীয়াৰ হাততো অটুট থাকিব। কিন্তু অসমৰ কংগ্ৰেছ বিধায়ক দলটিয়ে যে ক্ষমতা ল'বৰ কথা ভাবিছে সেই কথাটো তেওঁ প্ৰসাদক জনালে, যদিও অৱশ্যে কেন্দ্ৰীয় কংগ্ৰেছৰ বিবেচনাৰ ব্যতিৰেকে সেই কাম যে নহ'ব তেওঁ তাকো ক'লে।[৩৯]

এনে সময়তে সাদ্উল্লা চৰকাৰ আকৌ কেইটিমান 'কাট ম'শ্বন'ত হাৰিল। কংগ্ৰেছে সুৰমা উপত্যকাৰ কেইজনমান হিন্দুক, সুৰমা উপত্যকাৰেই দুই এজন 'অনুসুচিত' সদস্যৰে মিলি এই পৰিস্থিতিটো আনিলে। এইবোৰ বাতৰিৰ পাছতেই কেন্দ্ৰীয় সংসদীয় উপ-সমিতিৰ সদস্য প্ৰসাদে অসম কংগ্ৰেছক সংযুক্ত মন্ত্ৰীসভাৰ বাবে চেষ্টা চলাবলৈ সন্মতি-সঁহাৰি জনালে।[৪০] মুছলিম লীগকে ধৰি সুৰমা উপত্যকাৰ আন আন মুছলমান সদস্যৰ সহযোগত কংগ্ৰেছে কংগ্ৰেছী নীতি আৰু আঁচনিৰ প্ৰসাৰণৰ অৰ্থে লোৱা প্ৰথম কামটো আছিল ২৭ আগষ্ট (১৯৩৭) তাৰিখে সিদ্ধিনাথ শৰ্মাই মাটিৰ খাজনাৰ পঞ্চাশ শতাংশ হ্ৰাসৰ প্ৰস্তাৱটো। সংযুক্ত পক্ষ কেইটাৰ শক্তিশালী সহযোগ দেখি বৰদলৈয়ে সেইদিনাই বিষয়টোৰ শেষ মীমাংসা বিচাৰিছিল। এই কথা অৱশ্যে কংগ্ৰেছী সদস্য সকলৰ অজ্ঞাত নাছিল যে এই মুছলমান সদস্য সকলৰ উদ্দেশ্য আছিল মাটিৰ খাজনাৰ হ্ৰাস হোৱাৰ পৰিপূৰক হিচাবে ব্ৰহ্মপুত্ৰ উপত্যকাৰ আবাদী মাটি বিলাক পূৰ্ববঙ্গৰ পমুৱালৈ মুকলি কৰি দিয়াৰ ব্যৱস্থাও আদায় কৰা। তেওঁলোকে লাইন প্ৰথাক (বুজিব লাগিব পমুৱাৰ অবাধ আগমনত বাধা) সম্পূৰ্ণ ৰদ কৰাৰ পক্ষে আছিল। অসমীয়া বিধায়ক সকলে সাদৃউল্লা চৰকাৰক যেইকোনো প্ৰকাৰে গুচাব বিচাৰি এই কথাটো পাহৰি গ'ল। যি হওক বৰদলৈয়ে বিচৰা মতে অধ্যক্ষই একেদিনাতে খাজনা হ্ৰাসৰ বিতৰ্ক ভোটলৈ ননাত কংগ্ৰেছৰ আশাত চেঁচাপানী পৰিল। দুদিনৰ ভিতৰতে বৰদলৈয়ে ভয় কৰি থকা ঘটনাটোৱে অন্য দিশেদি দেখা দিলে। সাদ্উল্লাই ক্ষমতা হেৰুওৱাৰ ভয়ত নিমিষতে বিধানসভাৰ সমগ্ৰ ৰাজনীতি সাম্প্ৰদায়িক কৰি পেলালে। মুছলমান সদস্য সকলৰ মাজত প্ৰচাৰ হ'ল যে কংগ্ৰেছ ৰাজত্বত অসমৰ মুছলমানৰ স্বাৰ্থ বিপদাপন্ন। ২৯ আগষ্টৰ দিনা আনচাৰি নামৰ উত্তৰ প্ৰদেশৰ এজন লোকেও (এওঁ প্ৰখ্যাত ডঃ এম.এ.আনচাৰিৰ ভাগিনীয়েক আছিল) বিধানসভাৰ

মুছলমান সদস্য সকলৰ মাজত বক্তৃতা দি মুছলমান একতাৰ বিষয়ে তেওঁলোকক বুজালে। ফখৰুদ্দিন আলি আহমেদৰ বাহিৰে তাত হেনো আন সকলো মুছলমান সদস্য উপস্থিত আছিল। ফলস্বৰূপে খাজনা হ্ৰাস সম্পৰ্কত কংগ্ৰেছৰ প্ৰস্তাৱটো ৪৩-৬০ ভোটত নাকচ হয়। চৰকাৰ পক্ষীয় চৈয়িদুৰ ৰহমানৰ ৩৩ শতাংশ হ্ৰাসৰ প্ৰস্তাৱটোহে গৃহীত হয়। ইয়াৰ পাছত কংগ্ৰেছে কেইবাটাও বিষয়ত পৰাজয় মানিবলগীয়া হ'ল। এনে পৰাজয়ৰ পাছত অসন্তোষ মনেৰে বৰদলৈয়ে প্ৰসাদলৈ লিখিলে যে যদিহে তেওঁ বা নেহৰু এবাৰ অসমলৈ আহিলেহেঁতেন, হয়তো অসম বিধানসভাত সাম্প্ৰদায়িক বিভাজনে দেখা নিদিলেহেঁতেন। বৰদলৈয়ে অসমে কেন্দ্ৰীয় কংগ্ৰেছৰ পৰা বিপদৰ সময়ত লাগতিয়াল পৰামৰ্শৰ পৰা বঞ্চিত হৈ থাকিবলগীয়া হোৱা অৱস্থাটোৰ কথা উল্লেখ কৰি প্ৰসাদৰ ওচৰত দুখ প্ৰকাশ কৰিলে এনেকৈ ঃ

"আমি অনুভৱ কৰিছো কেন্দ্ৰৰ পৰা উপযুক্ত পৰামৰ্শৰ অভাৱ। এনে দেখা গৈছে যে আপোনালোকে (মই কোৱা নাই আপুনিয়েই বুলি) আমাৰ বিভিন্ন সমস্যাবিলাকৰ প্ৰতি গুৰুত্ব নিদিয়ে।"[৪১] বৰদলৈয়ে নিজেও হয়তো আদিতে অসম কংগ্ৰেছ সংসদীয় দলৰ চিন্তা আৰু মত সবলভাৱে কেন্দ্ৰীয় কংগ্ৰেছৰ সন্মুখত দাঙি ধৰিবলৈ সক্ষম হোৱা নাছিল। তথাপিও প্ৰসাদ, নেহৰু দুয়োজনেই যে অসমৰ সম্পৰ্কত কেন্দ্ৰীয় কংগ্ৰেছৰ বিবেচনাই পাবলগীয়া অগ্ৰাধিকাৰৰ কথাহে সোঁৱৰাই আছিল সেই কথাও সঁচা। নৱেম্বৰ মাহত কংগ্ৰেছ দলক সংখ্যাগৰিষ্ঠ হ'বলৈ বাৰটা ভোটৰ প্ৰয়োজন হৈছিল। বৰদলৈয়ে টেক্‌টিক এৰি বিচাৰিছিল শ্ৰীহট্টৰ জনগণৰ মাজত সাম্প্ৰদায়িকতাৰ বিপৰীতে কংগ্ৰেছ নীতিৰ প্ৰচাৰ আৰু তেওঁ কৈছিল খান আব্দুল গফুৰ খাঁ বা আবুল কালাম আজাদেই এই কামলৈ যোগ্য ব্যক্তি।[৪২]

এই সময়তেই, হয়তো প্ৰসাদৰ পৰামৰ্শতেই বা নিজেও হৈ যোৱা নিৰ্বাচনৰ সময়ত অসমৰ কাকুতি-মিনতিকো অৱজ্ঞা কৰি অসমলৈ নহাৰ দোষটো লাঘৱ কৰিবলৈকে, কংগ্ৰেছ সভাপতি জৱাহৰলাল নেহৰুৱে অসমলৈ যাবলৈ মন মেলিলে। ১৯৩৭ চনৰ ২৭ নৱেম্বৰ তাৰিখে ৰেলেৰে কলকাতাৰ পৰা আহি তেওঁ ধুবুৰী পালেহি। তেওঁ বাৰটা দিন অসমৰ দুয়ো উপত্যকাত কটালে, তেওঁৰ প্ৰথম অসম ভ্ৰমণ। নেহৰুৱে কিন্তু অসমত ভৰি দিয়েই খাটাংকৈ কৈ দিলে যে তেওঁ অসমত কংগ্ৰেছ মন্ত্ৰিত্ব পতা-নপতাৰ কথাত নোসোমাব আৰু তেওঁৰ প্ৰধান উদ্দেশ্য হ'ব কৃষক-বনুৱাক সম্পূৰ্ণৰূপে কংগ্ৰেছত ভুক্ত কৰি কংগ্ৰেছ সংগঠনক জনতাৰ প্ৰাণকেন্দ্ৰ কৰি তোলাহে।[৪৩] 'লাইন প্ৰথা' নামত চলি থকা পূৰ্ববঙ্গৰ পৰা অসমলৈ যোৱা পমুৱাৰ সোঁতক বাধা দিয়া যে সম্ভৱ নহয় সেইটো কথাহে নেহৰুৱে ক'লে, বিশেষকৈ অসমত খেতিৰ উপযোগী মাটি তেতিয়াও পৰি থকাত।

কেন্দ্ৰীয় কংগ্ৰেছৰ পৰা সংযুক্ত মন্ত্ৰীসভা এখনৰ প্ৰতি পৰামৰ্শ আৰু অনুমোদন আশা কৰি থাকোঁতেই বিধানসভাত কংগ্ৰেছ দলে পোৱা শক্তিখিনি খহিবলৈ ল'লে। ৮ ডিচেম্বৰত বহা বিধানসভাৰ তৃতীয় অধিবেশনত মাটিৰ খাজনা সম্পৰ্কে কংগ্ৰেছৰ পৰামৰ্শবোৰক একেবাৰে খণ্ডন কৰা হ'ল। সাদ্‌উল্লাই ইতিমধ্যে (অক্টোবৰ, ১৯৩৭) লক্ষ্ণৌত বহা নিখিল ভাৰত মুছলিম লীগৰ সন্মিলনত ভাগ লৈ আহিছিল। ১৯৩৮ চনৰ জানুৱাৰী মাহত মুছলিম লীগে সাদ্‌উল্লাৰ পৰা বিচাৰিলে আব্দুল মতিন চৌধুৰীক তেওঁৰ মন্ত্ৰীসভাত ঠাই দিয়াটো। ক্ষমতাত বৰ্তি থকাৰ অন্য উপায় নেদেখি, সাদ্‌উল্লা মান্তি হ'ল চৌধুৰী আৰু মুনাৱাৰ আলিক আগৰ দুজন মুছলমান মন্ত্ৰীৰ ঠাইত মন্ত্ৰী কৰিবলৈ। কিন্তু আগৰ মন্ত্ৰী দুজনে পদ ইস্তফা দিবলৈ ৰাজী নোহোৱাত সাদ্‌উল্লাই ৪ ফেব্ৰুৱাৰী তাৰিখে নিজেই পদ ইস্তফা দি পাছদিনা তেওঁৰ নতুন মন্ত্ৰীসভা গঠন কৰিলে। সংসদীয় গণতন্ত্ৰৰ নিয়ম অনুসৰি সাদ্‌উল্লাৰ এই ইস্তফাৰ পাছত ৰাজ্যপালে সংখ্যাগৰিষ্ঠ দলৰ নেতা বৰদলৈকো সুধিব লাগিছিল তেওঁ মন্ত্ৰীসভা গঠন কৰিবলৈ ইচ্ছুক হয় নে নহয়। কিন্তু এই কাম ৰাজ্যপালে নকৰিলে। আগৰ মন্ত্ৰীসভাৰ পৰা খেদা খোৱা দুজনে তেওঁলোকৰ ৬ জনীয়া অনুসৰ বৰ্গেৰে সাদ্‌উল্লাক এসেকা দিবলৈকে কংগ্ৰেছৰ লগত যোগ হোৱাৰ ইচ্ছা দেখুৱালে। কিন্তু কেন্দ্ৰীয় কংগ্ৰেছৰ পৰা নিশ্চিত সঁহাৰি নোপোৱাত বৰদলৈয়ে সেই সুযোগ ল'ব নোৱাৰিলে।

এই সময়তে বিধানসভাতো সাদ্‌উল্লা পাৰ্টীয়ে ইউৰোপীয় গোটটোৰ সহায়ত ভোট কিনা-বেচাত সম্পূৰ্ণকৈ লাগি গ'ল। কংগ্ৰেছ বাদে বাকী দলবোৰত নৈতিকতাৰ জোৰ নাছিল আৰু ইউৰোপীয়ৰ কাৰণে সাদ্‌উল্লা অপৰিহাৰ্য্য আছিল। বিধানসভাৰ মলিয়ন বাতাবৰণত বিতৃষ্ণা প্ৰকাশ কৰি বৰদলৈয়ে জাতীয় কংগ্ৰেছৰ নৱ নিযুক্ত সভাপতি সুভাষ চন্দ্ৰ বোসলৈ লিখিলে ঃ "আমাৰ বন্ধুতৰ কাৰণে বিধানসভাৰ বাতাবৰণ বিষাক্ত হৈ পৰিছে। ই ময়লা, অপৰিচ্ছন্ন আৰু মলিনতাৰে ভৰপূৰ।"[৪৪]

তথাপিও ১৫ ফেব্ৰুৱাৰী তাৰিখে যেতিয়া বিধানসভা বহিল, বৰদলৈয়ে সুবিধাবাদী সদস্যসকলৰ পৰাও সুবিধা আদায় কৰাৰ আশা নেৰিলে। তেওঁলোকে কংগ্ৰেছত সোমাব নিবিচাৰিলে যদিও কংগ্ৰেছ আঁচনিৰ প্ৰতি তেওঁলোকৰ সন্মতি আছে বুলি বৰদলৈয়ে কংগ্ৰেছ সভাপতি বোসক জনালে।[৪৫] ২১ ফেব্ৰুৱাৰী তাৰিখে হোৱা অনাস্থা প্ৰস্তাৱত সাদ্‌উল্লা মন্ত্ৰীসভা এটা ভোটতহে কোনোমতে জিকিলে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনজাতীয় গোটে মন্ত্ৰী পদ এটিৰ আশা দেখি চৰকাৰৰ ফলীয়া হোৱাত চৰকাৰখন কোনোমতে বাচি থাকিল আৰু কংগ্ৰেছৰ মন্ত্ৰীসভা গঠনৰ ইচ্ছা পূৰণ নহ'ল। কেন্দ্ৰীয় কংগ্ৰেছ এতিয়াহে অসমৰ প্ৰতি অলপ সদয় হ'ল ; সংসদীয় উপ-সমিতিৰ সভাপতি পেটেলৰ অনুৰোধত কংগ্ৰেছ সভাপতি বোসে অসমলৈ যাবলৈ আগ্ৰহ দেখুৱালে।

এজন বৰদলৈয়ে বা এদল কংগ্রেছীয়ে নৈতিকতাৰ খাতিৰত লেতেৰা বুলি ৰাজনীতি এৰিলে ৰাজনীতি তেনেকৈয়ে থাকিব ; তাৰ সলনি নহয়। বোকাত ননমাকৈ বোকা চাফা কৰিব নোৱাৰি। তাৰোপৰি প্ৰদেশখনে যেনেধৰণৰ বিধায়ক পাইছে সেই সকলক লৈয়েই কাম কৰি নগ'লে অন্য বিধায়ক ক'ৰ পৰা আহিব ? ১৯৩৮ চনৰ মাৰ্চ মাহৰ শেষৰফালে বৰদলৈয়ে কোনো কোনো কংগ্রেছী সদস্যক অনুৰোধ কৰিলে অন্য গোটৰ সদস্যক কংগ্রেছ-সংযুক্ত কৰাৰ চেষ্টা চলাবলৈ। নগাঁৱৰ আমিৰুদ্দিন, ধীৰসিং দেউৰী আদিৰ কোনো স্থায়ী গোট নাছিল। তেনে লোকক সংশ্লিষ্ট কৰিবৰ চেষ্টা কৰা হ'ল প্ৰয়োজন হ'লে পদবীৰো প্ৰলোভন দেখুওৱা হ'ল। পূৰ্ণচন্দ্ৰ শৰ্মা, মহীচন্দ্ৰ বৰা আৰু হলধৰ ভূএগ্ৰা এই কামত লাগিল।[৪৬] সেই বছৰৰে ১৬ জুনত কোকৰাঝাৰত বহা অসম ট্ৰাইবেল লীগৰ দ্বিতীয় অধিবেশনত জনজাতিক আকৰ্ষণ কৰিবলৈ সাদ্‌উল্লা আৰু বৰদলৈ দুয়োজন তাত উপস্থিত আছিল। বৰদলৈয়ে এই অধিবেশনত দিয়া ভাষণত জনজাতি-অজনজাতিৰ সমন্বয়ৰ আৱশ্যকতাটো এনেভাৱে বৰ্ণালে যে তেওঁৰ বিশুদ্ধ আন্তৰিকতা দেখি জনজাতীয় নেতা ভীমবৰ দেউৰীয়ে তেওঁক সভামণ্ডপতেই সাবটি ধৰিলে।*

অৱশেষত কংগ্রেছলৈ সুবৰ্ণ সুযোগ আহিল। শৰৎকালীন বিধানসভাৰ অধিবেশন ৫ চেপ্তেম্বৰত আৰম্ভ হওঁতেই সুৰমা উপত্যকাৰ ৮ জনীয়া (পাছত বাৰজনীয়া হৈছিলগৈ) মিলিত মুছলিম দলটো কংগ্রেছৰ লগত কিছু চৰ্ত্তত সংযোগ হ'বলৈ ইচ্ছা প্ৰকাশ কৰাত বৰদলৈয়ে সংযুক্ত মন্ত্ৰীসভা এখন পাতিবলৈ সন্মত হ'ল।[৪৭] ১১ চেপ্তেম্বৰ তাৰিখে চলিত মন্ত্ৰীসভাৰ প্ৰতি চাৰিটা অনাস্থা প্ৰস্তাৱ হাজিৰ। এইকেইটা উঠালে ক্ৰমে কংগ্রেছৰ উপ-দলপতি অৰুণ কুমাৰ চন্দই (১৮৯৯-১৯৪৭), মিলিত মুছলিম দলৰ মোবাৰক আলিয়ে, সুৰমা উপত্যকাৰ স্বতন্ত্ৰ দলৰ ললিত মোহন কৰে আৰু অসম উপত্যকাৰ ট্ৰাইবেল সংঘৰ তৰফৰ পৰা ৰবিচন্দ্ৰ কছাৰীয়ে। এই প্ৰস্তাৱ কেইটাৰ ওপৰত ১৩ চেপ্তেম্বৰৰ দিনা বিতৰ্ক হোৱাৰ কথা আছিল কিন্তু সেই বিতৰ্ক নৌহওঁতেই সেইদিনাই সাদ্‌উল্লাই জনালে যে তেওঁ ৰাজ্যপালৰ ওচৰত ইতিমধ্যে তেওঁৰ পদ ইস্তফা দিলেই আৰু সেই পদৰ কাৰণে বৰদলৈক নিমন্ত্ৰণ কৰিবৰ কাৰণেও পৰামৰ্শ দিলে। সেই ১৩ চেপ্তেম্বৰৰ দিনা ভোট লোৱা হ'লে চৰকাৰ ৬ টা ভোটত হাৰিলেহেঁতেন।

## ৪। আউল লগা ক্ষমতা গ্ৰহণ পৰ্ব

বিদায়ী মুখ্যমন্ত্ৰীৰ উপদেশ মতে ৰাজ্যপালে বৰদলৈক মন্ত্ৰীসভা গঠন

কৰিবলৈ ১৩ চেপ্তেম্বৰৰ দিনা বিয়লি ৫ বজাত আমন্ত্ৰণ কৰিলে। বৰদলৈয়েও সন্মতি দি মন্ত্ৰীসভা গঠনৰ কাৰণে কেন্দ্ৰীয় কংগ্ৰেছৰ লগত যোগাযোগ কৰিবৰ কাৰণে কেইদিনমান সময় বিচাৰিলে। ১৭ চেপ্তেম্বৰৰ দিনা বিয়লি ৫-৩০ বজাত ৰাজ্যপালৰ লগত বৰদলৈৰ পুনৰ সাক্ষাৎ হ'লত বৰদলৈয়ে পাঁচজন মন্ত্ৰীৰ নাম দাখিল কৰিলে আৰু ৰাজ্যপালেও সেই তালিকা গ্ৰহণ কৰি বৰদলৈক ১৯ তাৰিখে শপত গ্ৰহণ কৰাৰ কথা ক'লে। ইতিমধ্যে প্ৰদেশ কংগ্ৰেছৰ সভাপতি (এতিয়া কংগ্ৰেছ বিধায়কো) মেধীয়ে কেন্দ্ৰীয় উপসমিতিৰ সদস্য আজাদক আৰু কংগ্ৰেছ সভাপতি বোসক শ্বিলঙলৈ আমন্ত্ৰণ কৰি আনিলে দিহা-পৰামৰ্শৰ বাবে। বোস শ্বিলঙত থাকোঁতেই ১৮ চেপ্তেম্বৰৰ দিনা ৰাজ্যপালে বৰদলৈ মন্ত্ৰীসভাৰ সদস্যৰ নাম[৪৮] গ্ৰহণ কৰাৰ আৰু পাছদিনা হ'বলগা শপত গ্ৰহণৰ বিষয়ে বিবৃতি দিলে। কিন্তু সেইদিনাই শ্বিলঙৰ বিশুদ্ধ বায়ু অপবিত্ৰ কৰি পেলালে এটা গুজৱে যে মিলিত মুছলিম দলৰ ১১ জন সদস্যৰ ভিতৰত ৯ জনেই কংগ্ৰেছৰ লগত হোৱা চুক্তি ওফৰাই সাদ্উল্লাক পুনৰ সমৰ্থন কৰিবলৈ ওলাইছে আৰু সেইকাৰণে ৰাজ্যপালে বৰদলৈয়ে দিয়া মন্ত্ৰীৰ নামবোৰ গ্ৰহণ কৰা নাই আৰু ১৯ তাৰিখৰ শপত গ্ৰহণো নহ'ব। বোসে কোৱা মতে তেওঁ শ্বিলং আহি পাবৰে পৰা গুজৱ ওলায়েই আছিল যে সাদ্উল্লাই পুনৰ মুখ্যমন্ত্ৰী হ'ব আৰু কংগ্ৰেছযুক্ত মন্ত্ৰীসভাৰ দলত যোগ দিব খোজা কিছু বিধায়কক হেনো চোকা পহৰা দি আঁতৰাই ৰখা হৈছে। প্ৰাণৰ ভয়ো হেনো নেদেখুওৱাকৈ নাছিল। কেইজনমান মুছলমান বিধায়কৰ নামত প্ৰচাৰ হোৱা এখন গোহাৰিত বোসৰ বিবৃতি আৰু ১৯ তাৰিখৰ শপত গ্ৰহণ হোৱাৰ কথা মিছা বুলি কোৱা হৈছে। বৰদলৈয়ে তেনে এখন গোহাৰি ৰাজ্যপাললৈ পঠিয়াই দিছিল আৰু এখন চিঠিৰে তেওঁক নিৰ্দ্ধাৰিত দিনটোত শপত গ্ৰহণ লোৱা হ'ব বুলি বিবৃতি দিবলৈ ক'লে। ৰাজ্যপালে কিন্তু পাছদিনাহে বৰদলৈক জনালে যে বৰদলৈয়ে বছা মন্ত্ৰীসকলক তেওঁ গ্ৰহণ কৰিছে কিন্তু সেইদিনা (১৯ চেপ্তেম্বৰ) আগৰ ১০-৩০ বজাৰ ঠাইত ১২-৩০ বজাতহে শপত গ্ৰহণ হ'ব। ১৯ চেপ্তেম্বৰৰ ১১ বজাত বিধায়ক সকল বিধানসভাত গোট খালে। চৰকাৰী গেজেটত বৰদলৈয়ে তেতিয়ালৈকে দিয়া মন্ত্ৰীকেইজনৰ নামো প্ৰকাশ পালে। [৪৯]

বিধানসভা ১১ বজাত বহোঁতে বৰদলৈয়ে অধ্যক্ষক জনালে যে নতুন আদৰ্শৰে নতুন মন্ত্ৰীসভাই আগৰ চৰকাৰে এৰি থৈ যোৱা বিধানসভাৰ কামখিনি চম্ভালি লৈ প্ৰশ্ন, প্ৰস্তাৱ আদি নতুন আদৰ্শৰ আৰ্হিৰে সন্মুখীন হ'বলৈ সময় লাগিব আৰু সেইকাৰণে অধ্যক্ষই যাতে বিধানসভা অনিৰ্দ্দিষ্ট কাললৈ স্থগিত ৰাখে। ইয়াৰ অৰ্থ হ'ল, যিহেতু ২২ চেপ্তেম্বৰ তাৰিখে, পূজাৰ আগে আগে বিধানসভা বন্ধ হোৱাৰ কথা আছিলেই, সেই কাৰণে দুদিনৰ ভিতৰত নতুন মন্ত্ৰীসভাই বিধানসভাত কাৰ্য্যদক্ষতা

দেখুৱাবলৈ অপাৰগ। এই যুক্তিটো সাধাৰণ দৃষ্টিত আচহুৱা যেন হ'লেও এই কথা পাহৰিব নালাগে যে যিকোনো সংসদীয় ব্যৱস্থাত মন্ত্ৰীসকল গভীৰভাৱে প্ৰশাসনীয় বিষয়াৰ ওপৰত নিৰ্ভৰশীল আৰু বৰদলৈ মন্ত্ৰীসভাৰ আগমনলৈকে এই বিষয়াসকলে দীৰ্ঘকাল ধৰি অন্য এটা সম্পূৰ্ণ পৃথক আদৰ্শৰ খোপনি পুতি আহিছিল। অৱশ্যে কংগ্ৰেছ দলৰ চকুত ইয়াতকৈ সকলোৰে জ্ঞাত অন্য দুটা কাৰণহে প্ৰকট হৈ উঠিছিল। শপত গ্ৰহণ নৌহওঁতেই আগন্তুক মন্ত্ৰীসভাৰ বিপক্ষে কেইবাটাও অনাস্থা প্ৰস্তাৱ দাখিল কৰা হৈছিল। তাৰে এটা আছিল সাদ্‌উল্লা দলৰ সুৰমা উপত্যকাৰ মুছলমান সদস্য এজনৰ আৰু আন এটা ইউৰোপীয় দলৰ। মন্ত্ৰীসভাই কাৰ্য্যভাৰ লোৱাৰ আগতেই অনাস্থা প্ৰস্তাৱ তোলাটোৰ আচহুৱাত্ব বাদ দিও এই অনাস্থা প্ৰস্তাৱৰ মুখামুখি হোৱাৰ আগতে বৰদলৈৰ অন্ততঃ তেওঁ ল'ব খোজা মুছলমান মন্ত্ৰীকেইজনৰ আৰু তেওঁলোকৰ অনুচৰ সকলৰ আনুগত্যৰ বিষয়ে নিশ্চিত হোৱাৰ প্ৰয়োজন আছিল। এই নিশ্চয়তা তেতিয়ালৈকে নাছিল।

তেওঁৰ নিপূণ সাংবিধানিক জ্ঞান অত্যন্ত চতুৰতাৰে খটুৱাই অধ্যক্ষ বসন্ত কুমাৰ দাসে বৰদলৈৰ সহায়লৈ আহি অনিৰ্দ্দিষ্ট কাললৈ বিধানসভা স্থগিত ৰখাৰ ৰায় দিলে এই যুক্তিৰে যে যিহেতু চলিত অধিবেশনত বৰ বেছি কাম নোহোৱাত বহু কাম বাদ পৰি আছে আৰু সেইবোৰ নিজ আদৰ্শৰ আধাৰত চম্ভালি ল'বৰ কাৰণে নতুন মন্ত্ৰীসভাই বিচৰা সময়ৰ অনুৰোধত যুক্তি আছে - বিশেষকৈ যিহেতু নতুন মন্ত্ৰীসভাখন সম্পূৰ্ণ কংগ্ৰেছ নহৈ কোৱালিচন বা সংযুক্ত মন্ত্ৰীসভাহে হ'ব। কংগ্ৰেছে এই গোটটোৰ আদৰ্শ বুজাবুজিৰ আধাৰত খাপ খুৱাই ল'ব লাগিব। অধ্যক্ষই আৰু ক'লে যে যদিহে বিধায়ক সকলে নতুন মন্ত্ৰীসভাক এই সুযোগ নিদিয়ে তেনেহলে ৰাজ্যপালে হয়তো বিধানসভা ভাঙি দিব। অনাস্থা প্ৰস্তাৱকে ধৰি যিবিলাক বাকী থকা কামৰ কাৰণে, বিধায়ক সকলে এতিয়া আক্ষেপ কৰিছে, তেতিয়া সেইবিলাকৰো নিষ্পত্তি পৰিব। আনহাতে, এতিয়া বিধানসভা অনিৰ্দ্দিষ্ট কাললৈ স্থগিত থাকিলে নতুনকৈ বিধানসভা বহাৰ লগে লগেই অনাস্থা প্ৰস্তাৱকে ধৰি আগৰ সকলো বাকী থকা কামৰ কাৰণে বাট মুকলি হ'ব।[৫০] তৰ্ক-বিতৰ্ক, হাই-উৰুমি, দক্ষতাৰে চম্ভালি, উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ আৰু সিন্ধুৰ সাময়িক পৰিস্থিতিৰ পৰা উদাহৰণ লৈ অধ্যক্ষই সভাৰ নিজা মান-মৰ্য্যাদাৰ খাতিৰতেই অনিৰ্দ্দিষ্ট কাললৈ সভা স্থগিত ৰখাটো উচিত বুজিলে আৰু পূজাৰ বন্ধৰ পাছত মুখ্যমন্ত্ৰীৰে আলোচনা কৰি সভাৰম্ভৰ নতুন তাৰিখ আৰু কাৰ্য্যক্ৰম নিৰ্দ্ধাৰণ কৰিব বুলি ৰায় দিলে।[৫১]

এই ৰায়ৰ পাছত মন্ত্ৰীসকল শপত গ্ৰহণ কাৰ্য্যলৈ গ'ল। গৈ পোৱাৰ পাছতে খবৰ ওলাল ৰাজ্যপাল অহাত ২০ মিনিট পলম হ'ব। কিন্তু কিছু পাছতেই মুখ্যমন্ত্ৰী আহি জনালে যে ৰাজ্যপালে শপত গ্ৰহণ কাৰ্য্য বন্ধ কৰি আলোচনাৰ কাৰণে বৰদলৈক

মাতি পঠিয়াইছে। ৰাজ্যপালে ক'লে শপত গ্ৰহণৰ আগতে তেওঁ অধ্যক্ষৰ বিধানসভা স্থগিত ৰখাৰ যুক্তি-যুক্ততা বিচাৰ কৰি চাব খোজে। প্ৰত্যুত্তৰত বৰদলৈয়ে ক'লে সকলো কথা আগতে বিচাৰ কৰি চাইহে ৰাজ্যপালে শপত গ্ৰহণৰ সময় ঠিক কৰিব লাগিছিল। তেনে নকৰি মন্ত্ৰীসকলক অপদস্ত কৰাৰ কাৰণে বৰদলৈয়ে প্ৰতিবাদ জনালে। তেওঁ লগতে ক'লে যে বিধানসভাৰ অধ্যক্ষৰ কাৰ্য্য আৰু ৰাজ্যপালে শপত গ্ৰহণ কৰা কাৰ্য্য দুটি সুকীয়া বিষয়।

এনেবোৰ উত্তেজনা চলি থাকোঁতেই মুছলমান সদস্য সকলৰ দল আৰু ইউৰোপীয় দলৰ মাজত এটা চুক্তি হ'ল এইবুলি যে সিবিলাকে অসমত কংগ্ৰেছ-যুক্ত মন্ত্ৰীসভা হ'বলৈ নিদিব। কিন্তু ২১ চেপ্তেম্বৰৰ দিনা আবেলি ৰাজ্যপালে গোপীনাথ বৰদলৈ আৰু আন চাৰিজন মন্ত্ৰীৰ শপত গ্ৰহণ কৰিলে আৰু লগে লগে অসমত চৰকাৰ বিহীন অৰাজকতাৰ ওৰ পৰিল। ২৪ চেপ্তেম্বৰ তাৰিখে ইউৰোপীয় গোট আৰু অন্যান্য সদস্য মিলি ৫৬ জনীয়া অসম মিলিত দল সাদ্‌উল্লাৰ নেতৃত্বত গঠন হ'ল। ৮ ডিচেম্বৰৰ দিনা বৰদলৈ মন্ত্ৰীসভাৰ বিৰুদ্ধে উঠোৱা অনাস্থা প্ৰস্তাৱত নতুন মন্ত্ৰীসভাখন চাৰিটা ভোটত নিজিকালৈকে বিধানসভাৰ পৰিস্থিতি উত্তেজিত হৈয়ে থাকিল।[৫২]

## ৫। বৰদলৈ মন্ত্ৰীসভা গঠন সম্পৰ্কত বোস, আজাদ, প্ৰসাদ আৰু গান্ধীজী

সকলো পক্ষৰ বহু অনিয়ম-অনাচাৰৰ মাজেদি গৈ হ'লেও অসমৰ কাৰণে অত্যন্ত প্ৰয়োজনীয় বৰদলৈ চৰকাৰখনৰ গঠন সম্পৰ্কত বোস, আজাদ, প্ৰসাদ আৰু গান্ধীজীৰ মতামতৰ বিষয়ে সুসংগত বিচাৰ সৌ সিদিনালৈকে হোৱাই নাছিল। ২০০৭ চনৰ মে' মাহত এই লিখকেই সেই বিষয়ে কিছু বহলকৈ লিখিছিল। সেই লেখাৰ পৰা নিম্নোক্ত কথাখিনি তুলি দিলো।

কংগ্ৰেছ সংসদীয় উপ-সমিতিৰ সদস্য হিচাবে আজাদ শ্বিলঙলৈ যোৱাৰ কথা কোৱা হৈছে। অসমৰ পৰা ঘূৰি গৈ কংগ্ৰেছ ৱৰ্কিং কমিটিত তেওঁ এইবুলি ৰিপৰ্ট দিলেগৈ যে তেওঁ প্ৰথমে বৰদলৈ মন্ত্ৰীসভাৰ গঠনৰ বিৰোধী আছিল, কিন্তু শেষ মুহূৰ্ত্তত এইকাৰণেই অনুমতি দিলে যে সংসদীয় উপ-সমিতিৰ সভাপতি চৰ্দাৰ পেটেল আৰু কংগ্ৰেছ সভাপতি বোস তাৰ পক্ষে আছিল। আজাদৰ মতে বৰদলৈয়ে ৰাজ্যপালক তেওঁৰ সংখ্যাগৰিষ্ঠতা আছে বুলি কৈ ৰাজ্যপাল গৰাকীক ভুল পথে নিয়াইছিল, কাৰণ বৰদলৈৰ সেই সংখ্যাগৰিষ্ঠতা ক্ষণস্থায়ী আছিল। তাৰ পাছত আজাদে বৰদলৈৰ বিপক্ষে আৰু দুটা অভিযোগ আনিলে। প্ৰথমটো আছিল - কংগ্ৰেছৰ নীতি ভঙ্গ কৰাৰ আৰু

দ্বিতীয়টো দুর্নীতিৰ। বৰদলৈয়ে হেনো কেন্দ্ৰীয় কংগ্ৰেছৰ লগত আলোচনা নকৰাকৈ মন্ত্ৰীসভা পতাৰ কাৰণে আগৰে পৰা পাণ্ডি থৈছিল আৰু তেওঁ দুৰ্নীতিৰো আশ্ৰয় লৈছিল। প্ৰথমটো অভিযোগ অবোধগম্য, কাৰণ ১৯৩৭ চনৰ আগষ্ট মাহৰ পৰাই এই বিষয়ত কেন্দ্ৰীয় কংগ্ৰেছৰ পেটেল আৰু প্ৰসাদৰ লগত কথা চলি আছিল। আনকি বৰদলৈৰ তাগিদাত পেটেল আৰু প্ৰসাদে কংগ্ৰেছৰ (নেহৰুৰ) পূৰ্বৰ নীতি এৰি আৰু অসমৰ বিশেষ পৰিস্থিতিক মানি লৈ বৰদলৈক কেতিয়াবাই সংযুক্ত মন্ত্ৰীসভা পাতিবলৈ অনুমতি দি থৈছিল। সেই কাৰণেই ই আছিল আজাদৰ গোকাট মিছা কথা যে বৰদলৈয়ে কেন্দ্ৰীয় কংগ্ৰেছৰ পৰা তেওঁৰ মন্ত্ৰীসভা গঠনৰ অভিপ্ৰায় গোপন কৰি ৰাখিছিল। এইটোও সঁচা যে মন্ত্ৰীসভা গঠনৰ বিষয়ত ৰাজ্যপালৰ লগত হোৱা প্ৰথমটো সাক্ষাততেই বৰদলৈয়ে কেন্দ্ৰীয় কংগ্ৰেছৰ সৈতে আলোচনা কৰিবৰ কাৰণে সময় বিচাৰিছিল। বোসে ক'লে - তেওঁৰ বিশ্বাসত, বৰদলৈয়ে তেওঁৰ প্ৰথম সাক্ষাততে ৰাজ্যপালক কৈ থৈছিল যে তেওঁ সংখ্যাগৰিষ্ঠতা পাবলৈ এতিয়াও বাকী। সি যিয়েই নহওঁক বৰদলৈয়ে আগতীয়াকৈ কেন্দ্ৰীয় কংগ্ৰেছক জনাই থৈছিল যে যোগ দিবলৈ ওলোৱা বিধায়ক সকলৰ অস্থিৰতা আৰু আনুগত্যৰ ওপৰত তেওঁৰ সম্পূৰ্ণ ভৰসা নাছিল। তদুপৰি ৰাজ্যপালে নিজে পৰিস্থিতি ভালকৈ জানিছিল আৰু সাদ্‌উল্লা আৰু তেওঁৰ সহচৰ ইউৰোপীয় গোষ্ঠীটোৰ সংখ্যাগৰিষ্ঠতা নথকাৰ কাৰণেহে তেওঁ বৰদলৈক আমন্ত্ৰণ কৰিছিল। বৰদলৈৰ বিৰুদ্ধে আজাদে উত্থাপন কৰা দুৰ্নীতিৰ অভিযোগটো আছিল আচহুৱা, কাৰণ আজাদে নিজেই ক'লে যে তেওঁৰ হাতত তাৰ কোনো প্ৰমাণ নাই। যেতিয়া কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে গান্ধীজীৰ পৰা তেওঁৰ মন্তব্য বিচাৰিলে, তেতিয়া গান্ধীজীয়ে ক'লে - তেওঁ বৰদলৈ মন্ত্ৰীসভাৰ বিপক্ষে নাই, কিন্তু তেওঁৰ স্বভাৱ সুলভ আচৰণেৰে তেওঁ উক্তি কৰিলে যে কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে আজাদক পুনৰ অসমলৈ পঠাব লাগে, যাতে তেওঁ নিজে দুৰ্নীতিৰ অভিযোগটো বিচাৰ কৰি আহে আৰু যদি কথাটো সঁচা হয় বৰদলৈ মন্ত্ৰীসভাখন তৎক্ষণাত আঁতৰাই পঠাব লাগে। যদি দুৰ্নীতি, মানে বিধায়কৰ ভোটৰ 'কিনা-বেচা'ৰ কথা কোৱা হৈছে, সিও আচহুৱা। দেউলীয়া অসম কংগ্ৰেছে সাদ্‌উল্লা আৰু তেওঁৰ ইউৰোপীয় গোষ্ঠীটোৰ সৈতে ফেৰ মাৰি কেনেকৈ তেনে কাম কৰিব পাৰে ? সাদ্‌উল্লাই তেওঁৰ ইউৰোপীয় সহচৰ সকলৰ সাহায্যত অনেক বিধায়কক প্ৰলোভন দেখুওৱাৰ কথা সেই সময়ত জনা গৈছিল।

পোন্ধৰ জনীয়া কেন্দ্ৰীয় কংগ্ৰেছ ৱৰ্কিং কমিটিৰ মাথোন প্ৰসাদেই আজাদক কিছু সমৰ্থন জনালে। কিন্তু মূল অভিযোগ দুটাৰ এটাটো প্ৰসাদে সমৰ্থন জনাব পৰা নাছিল। উপায় বিহীন হৈ আজাদে ৱৰ্কিং কমিটিৰ পৰা ইস্তফা দিবলৈ ওলাল। বৰদলৈৰ প্ৰতি এই সময়ত প্ৰসাদৰ এটা অসূয়া-অপ্ৰীতিৰ ভাব আছিল। ১৯৩৭ চনৰ আগষ্ট

মাহত যেতিয়া বৰদলৈ-প্ৰসাদৰ মাজত অসমত কংগ্ৰেছী সংযুক্ত মন্ত্ৰীসভা পতাৰ কথা লৈ চিঠিৰ আদান-প্ৰদান হৈছিল আৰু প্ৰসাদে অসমৰ বিশেষ পৰিস্থিতিৰ কথাটো মানি লৈ অনুমতি দিছিল, তেতিয়া কুলধৰ চলিহাই 'এছ'ছিয়েট প্ৰেছৰ' সাংবাদিকৰ আগত বৰদলৈ মন্ত্ৰীসভা এখন অনতি পলমে আহিব লাগিছে বুলি কৈয়েই ক্ষান্ত নাথাকিল, তেওঁ আনকি বৰদলৈ মন্ত্ৰীসভাত কোন কোন সোমাব তাকো তেওঁৰ অনুমান মতে জনাই দিলে। এনে কাম বৰদলৈয়ে কৰাৰ প্ৰশ্নই নুঠে। তেওঁৰ কটকটীয়া শালীনতা জ্ঞানৰ কথা বাদ দিও, মন্ত্ৰীসভাখনত কোন কোন থাকিব সেই কথাটো গোপন আছিল। কথাটো ওলাই গ'লে বৰদলৈৰ সুবিধা হোৱাতকৈ অসুবিধাই আছিল বেছি, কাৰণ সাদ্‌উল্লাৰ দলে এই কথা আগেয়ে জানিলে বৰদলৈৰ পক্ষত সোমোৱা নতুন বিধায়ক কেইজনক প্ৰলোভনেৰে আঁতৰোৱা সাদ্‌উল্লাৰ পক্ষে উজু হ'লহেতেন। প্ৰসাদে অমৃতবাজাৰ পত্ৰিকাত বৰদলৈৰ মন্ত্ৰীসভাৰ খবৰ শুনি তেনে কামে যে কংগ্ৰেছৰ মান খহায় সেই কথা বৰদলৈলৈ বৰ টানকৈয়ে লিখি পঠালে। বৰদলৈয়েও বাতৰিটো পঢ়ি আৰু কুলধৰ চলিহাই যে সেই কাম কৰিলে তাকো জানি তেনে কাম নকৰিবলৈ তেওঁক ধমকি দিলে। প্ৰসাদে তেওঁক সেই কামত অভিযুক্ত বুলি ধৰাত বৰদলৈয়ে প্ৰসাদকো সুদাই নেৰিলে। বৰদলৈয়ে অলপ বিতৃষ্ণাৰেই কৈছিলে : "কংগ্ৰেছৰ সন্মান আমাৰ হাততো অলংঘনীয় হৈ থাকিব।" হয়তো এনে চোকা উক্তিৰ কাৰণে প্ৰসাদ প্ৰস্তুত নাছিল।

প্ৰসাদ আৰু আজাদৰ তুলনাত বোস আৰু গান্ধীজী অসমৰ পৰিস্থিতিৰ প্ৰতি সহানুভূতিশীল আছিল। এওঁলোক দুয়োজনে বৰদলৈৰ মন্ত্ৰীসভাৰ অন্তৰালত কি উদ্দেশ্য সোমাই আছে তাক বুজিছিল। বোস আছিল প্ৰকৃতপক্ষে উপস্থিত সমস্যাৰ বুজ লৈ, বাস্তৱত ভৰি দি কৰিব পৰাখিনি নিজ হাতেৰে কৰি সম্পন্ন কৰিহে এৰা এগৰাকী কৰ্মপটু বীৰ। বৰ্তমানে ক্ষতিগ্ৰস্ত হৈ থকা লোকসকল বা জাতি এটাক ভৱিষ্যতৰ সোণালী জগত এখনৰ সপোন দেখুৱাই গা এৰা দি থকা ৰাজনীতিক তেওঁ নাছিল।[৫৩]

---

## পঞ্চম অধ্যায়

# বৰদলৈৰ কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভা

### ছেপ্তেম্বৰ ১৯৩৮ - নৱেম্বৰ ১৯৩৯

১৯৩৮ চনৰ ছেপ্তেম্বৰ মাহত বিধানসভা অনিৰ্দ্দিষ্ট কাললৈ বন্ধ কৰাৰ সময়ত মুখ্যমন্ত্ৰী বৰদলৈয়ে বিচাৰিছিল ই যেন ১৯৩৯ চনৰ জানুৱাৰীতহে পুনৰ আৰম্ভ হয়। অক্টোবৰ মাহৰ দুৰ্গা পূজাৰ বতৰত যেন ইয়াক পতা নহয় তাৰ বাবে বিধানসভাৰ ৩৬ জন হিন্দু সদস্যই আপত্তি তুলিছিলেই। শেষত অধ্যক্ষই ১ ডিচেম্বৰত বিধানসভা পুনৰ বহিব বুলি ঘোষণা কৰিলে। অনিৰ্দ্দিষ্ট কাললৈ বিধানসভা স্থগিত ৰখাৰ ঘোষণাটোক লৈ ৰাজ্যপালে বৰলাটৰ কাষ চাপিছিল আৰু তেওঁৰ জৰিয়তে প্ৰসঙ্গটো বিলাতৰ ভাৰত সচিবৰ বিচাৰলৈকো পঠোৱা হৈছিল। শেষত তেওঁলোকে এই মন্তব্যলৈ আহিল যে ৰাজ্যপালৰ হস্তক্ষেপে প্ৰসঙ্গটোলৈ বেমেজালিহে আনিব, কিয়নো পৰিস্থিতিটোত ইউৰোপীয় গোটটোৰে লোৱা বিশেষ স্বাৰ্থ জড়িত ভূমিকা সোমাই আছিল। ইতিমধ্যে বৰদলৈয়ে তেওঁৰ বাকী তিনিজন মুছলমান মন্ত্ৰী বাচি ল'লে। প্ৰথমজন আছিল ফখৰুদ্দিন আলি আহমেদ। এওঁ যদিও তেতিয়ালৈকে কংগ্ৰেছ পক্ষী নিৰ্দলীয় আছিল, তেওঁ কংগ্ৰেছত যোগ দিয়া নাছিল। দ্বিতীয়জন হ'ল মহম্মদ আলি। এওঁক অনা হৈছিল নতুনকৈ স্থাপন হোৱা অসম মিলিত দল (সাদ্উল্লা গোট আৰু ইউৰোপীয় গোটৰ সমষ্টি)ৰ পৰা তৃতীয়জন, আলি হাইদাৰ খান, আছিল সাদ্উল্লা মন্ত্ৰীসভাৰ পৰা ওলাই যাবলগীয়া হোৱা দুজনৰ এজন। অক্টোবৰ মাহতেই অসম মিলিত দলৰ আনকেইজনমান সদস্যও কংগ্ৰেছ সংযুক্ত দলটোত সোমাল।

## ১। বৰদলৈ মন্ত্ৰীসভাৰ শক্তি পৰীক্ষা আৰু পৰিকল্পিত আঁচনি

১ ডিচেম্বৰ তাৰিখে যেতিয়া বিধানসভা আৰম্ভ হ'ল আৰু ৬ ডিচেম্বৰ তাৰিখে সাদ্উল্লা আৰু ইউৰোপীয় গোটে আগৰ অধিবেশনত তুলি থোৱা অনাস্থা প্ৰস্তাৱৰ ওপৰত আলোচনা আৰম্ভ হ'ল,[১] বৰদলৈয়ে সেইদিনাই দুয়োদলৰ মাজত শক্তি

পৰীক্ষা কৰিবলৈ বিচাৰিছিল কিন্তু সাদ্‌উল্লাই তেওঁৰ দুজন সদস্যৰ বেমাৰ আৰু দুৰ্ঘটনাৰ কাৰণে উপস্থিত থাকিব নোৱৰাৰ উজুহাতত সময় বিচাৰিলে। অধ্যক্ষইও হয়তো তেওঁৰ আগতে কংগ্ৰেছৰ প্ৰতি দেখুওৱা দুৰ্বলতাক সুঁৱৰি ৮ ডিচেম্বৰৰ দিনটো ভোটৰ কাৰণে ধাৰ্য্য কৰিলে। ৮ ডিচেম্বৰৰ বিতৰ্কত সাদ্‌উল্লা-ইউৰোপীয় গোটৰ ত্ৰাণকৰ্তা হকেন্‌হল এতিয়া গোটটোৰ কৰ্ণধাৰ হৈও ওলাল। তেওঁৰ প্ৰতিদ্বন্দ্বী হৈ মজিয়াত নামিল কংগ্ৰেছৰ পৰা উপ-দলপতি বাক-পটু অৰুণ কুমাৰ চন্দ। ইউৰোপীয় গোষ্ঠীৰ বিচাৰত কংগ্ৰেছ আছিল উদ্যোগ-ব্যৱসায় বিৰোধী, বিশেষকৈ ইউৰোপীয় উদ্যোগ ব্যৱসায়। কংগ্ৰেছে দুষিলে ইউৰোপীয় দলৰ আদৰ্শহীন, সুবিধাবাদী মনোবৃত্তিক। সাদ্‌উল্লা চৰকাৰৰ দিনত শাসনত থকা মন্ত্ৰীসভাৰ পক্ষে থকাই তেওঁলোকৰ নীতি বুলি কোৱা হকেন্‌হলক চন্দই হাঁহিলে এই বুলি যে এই কথা কোৱাজনৰ এতিয়া কৰ্তব্য হৈ পৰিছে বৰ্তমানে ৰাজনৈতিক মৰুভূমিত ডুব যোৱা সাদ্‌উল্লাৰ ভঙা ভৰিত টাৰপিন তেল মালিচ কৰা।[৫] বিতৰ্কৰ শেষত কংগ্ৰেছ ৫৪:৫০ ভোটত জয়ী হ'ল।

ইয়াৰ পাছত বৰদলৈৰ সংযুক্ত মন্ত্ৰীসভা সবলৰ পৰা সবলতৰ হৈ গৈয়ে থাকিল আৰু এই মন্ত্ৰীসভাই স্ব-ইচ্ছাৰে ১৬ নৱেম্বৰ (১৯৩৯) দিনা ইস্তফা নিদিয়া পৰ্য্যন্ত বিধানসভাৰ কোনো দল বা গোটে ইয়াৰ বিপক্ষে সফলতাৰে অনাস্থা প্ৰস্তাৱ উঠাবলৈ সক্ষম নহ'ল। বৰদলৈ চৰকাৰৰ কাৰ্য্যকাল কোনোমতেহে ১৪ মহীয়া হৈও ই আছিল অত্যন্ত ঘটনাবহুল আৰু কেইটিমান দিশত অকল গুৰুত্বপূৰ্ণই নহয় চাঞ্চল্যকৰো। অসম কংগ্ৰেছৰ সংসদী দলে নিৰ্বাচনৰ সময়তেই তেওঁলোকৰ কাৰ্য্য তালিকা প্ৰস্তুত কৰি সোতৰটি বিষয়ত গুৰুত্ব দিয়াৰ কথা আগৰটো অধ্যায়তে কোৱা হৈছে। তাৰে কিছুমান যেনে, নতুন শাসন তন্ত্ৰ ধ্বংস কৰি পূৰ্ণ স্বাধীনতালৈ বাট মুকলি কৰা, মন্ত্ৰী আৰু অধ্যক্ষৰ বেতন হ্ৰাস, দ্বিতীয় পৰিষদ ৰদ কৰা, ৰায়তৰ সুবিধাৰ হকে টকাত আঠ অনা খাজনা ৰেহাই, সকলো প্ৰকাৰৰ অনাৱশ্যকীয় ব্যয়ৰ হ্ৰাস আদিক কংগ্ৰেছ দলে বিৰোধী দল হিচাবেই দক্ষতাৰে বিধানসভাৰ মজিয়াত উঠাইছিল আৰু কিছুদূৰ কৃতকাৰ্য্যও হৈছিল। এতিয়া ক্ষমতালৈ আহি বৰদলৈ চৰকাৰে আইন প্ৰণয়নৰ যোগেৰে কংগ্ৰেছৰ মূল নীতিৰ আধাৰতেই কৃষক শ্ৰমিক আৰু দুখীয়া প্ৰজাৰ দুৰ্দশালৈ চকু দি জনহিতকৰ কামত নিমগ্ন হ'বলৈ মন মেলিলে।

অসম আৰু অসমীয়াৰ কাৰণে ই অতি সৌভাগ্যৰ কথা আছিল যে ১৯৩৮ চনৰ যিটো সময়ত অসম কংগ্ৰেছ অসমীয়াৰ স্বাৰ্থৰ অৰ্থে মন্ত্ৰিত্ব গ্ৰহণ কৰিবলৈ ওলাল, সেই সময়টোত কংগ্ৰেছ সভাপতি আছিল অসম আৰু অসমীয়াৰ পৰম হিতাকাংক্ষী সুভাষ চন্দ্ৰ বোস। পূৰ্ববঙ্গৰ পৰা অহা বাধাহীন প্ৰব্ৰজনৰ সোঁতে ব্ৰহ্মপুত্ৰ উপত্যকালৈ

যি বিপদ সূচাবলৈ লৈছিল সেই কথা বুজি উঠি বোস বৰদলৈ মন্ত্ৰীসভাৰ গঠনতহে মাথোন নহয়, ইয়াক সবল ভেঁটিত প্ৰতিষ্ঠা কৰিবলৈকো উঠি-পৰি লাগিল।

এই কাৰণেই ১৯৩৮ চনৰ অক্টোবৰ মাহৰ শেষৰফালে বোস আকৌ এবাৰ শ্বিলঙলৈ গ'ল। সেই সময়ত কিছু বিধায়কে কংগ্ৰেছ সংযুক্ত দলটোত যোগ দিবলৈ আগ্ৰহ প্ৰকাশ কৰিছে বুলি তেওঁ বৰদলৈৰ পৰা খবৰ পালে। বোসে আজাদকো লগত নিবলৈ বিচাৰিছিল, কিন্তু তেওঁ নগ'ল। বোস যেতিয়া শ্বিলং পালেগৈ তেতিয়া তেওঁৰ উপস্থিতিত বৰদলৈয়ে তেওঁৰ মন্ত্ৰীসভাই ল'বলগীয়া কাৰ্য্যপন্থা আলোচনা কৰিবলৈ বিধানসভাৰ কংগ্ৰেছ দলৰ কক্ষত এখন সৰু মেল পাতিলে। এই মন্ত্ৰীসভাই কি কি কামনো হাতত ল'ব আৰু তাৰ বাবদ হোৱা খৰছৰ পৰিমাণ আনুমানিক কিমান হ'ব, আৰু কি কি নতুন কৰ-কাটলৰ জৰিয়তে সেই ধন সংগ্ৰহ কৰিব পৰা যাব সেই বিষয়বোৰ আলচ কৰিবলৈকো এই ভিতৰুৱা মেলখনৰ আয়োজন কৰা হৈছিল। কংগ্ৰেছ সভাপতি বোস আৰু মুখ্যমন্ত্ৰী বৰদলৈৰ উপৰিও এই মেলত ভাগ লোৱা ব্যক্তিকেইজন আছিল বিষ্ণুৰাম মেধী, সিদ্ধিনাথ শৰ্মা, ব্ৰজেন্দ্ৰ নাৰায়ণ চৌধুৰী (শ্ৰীহট্ট), অৰলাকান্ত গুপ্ত (শ্ৰীহট্ট), দেৱেশ্বৰ শৰ্মা আৰু কৃষ্ণনাথ শৰ্মা। বৰদলৈয়ে সেই সময়ত চিন্তা কৰি থকা কিছু বিষয় আলোচনালৈ আগবঢ়াইছিল আৰু তাৰেই ভিত্তিত লোৱা এই মেলৰ সিদ্ধান্ত কিছুমানে তেওঁৰ মন্ত্ৰীসভাৰ দিক নিৰ্ণয় কৰিলে। অসম বিধানসভাৰ কংগ্ৰেছ দলৰ 'ৰাইটিং পেড'ৰ চাৰিখিলা পাতত টাইপ কৰা কথাখিনিতেই প্ৰকাশ পাইছিল বৰদলৈ মন্ত্ৰীসভাৰ প্ৰগতিশীল আৰু সেৱাধৰ্মী কামবোৰৰ অন্তৰ্নিহিত চিন্তা-দৰ্শন।[৩] প্ৰথমেই আছিল ৰাজনৈতিক বন্দীৰ মুক্তি। আলোচনাত এই সিদ্ধান্ত লোৱা হ'ল যে ৰাজ্যপালে যদি ইয়াক নাকচ কৰে, বিষয়টো কেন্দ্ৰীয় কংগ্ৰেছ ৱৰ্কিং কমিটিলৈ পঠোৱা হ'ব। এনে বন্দীসকলক একেলগে ৰখাৰো ব্যৱস্থা কৰা হ'ব। ৰাণী গাইডালুক সাক্ষাৎ কৰি তেওঁক জেলৰ 'বি' শ্ৰেণীলৈ অনোৱা উচিত বুলি বিবেচনা কৰা হ'ল। জৰুৰীকালীন আইনবোৰ পৰীক্ষা কৰি বাদ দিব পৰা বিলাকক বাদ দিব লাগে। ৰাজনৈতিক কাৰণবশতঃ বৰ্খাস্ত হোৱা চৰকাৰী চাকৰিয়ালক পুনৰ সংস্থাপন দিব লাগে আৰু তেনেলোকৰ ক্ষেত্ৰত জব্দ হৈ থকা পেঞ্চন ঘূৰাই দিব লাগে। শিক্ষা বিষয়ত বাধ্যতামূলক প্ৰাথমিক শিক্ষাৰ আশা কৰা হ'ল, যদি তাত ৰাইজৰো বৰঙণি থাকে। গাৱঁৰ জনজাতি এলেকাত, তপচিল ভূক্ত লোকসকলৰ মাজত, আৰু হিন্দুৱেই হওক বা মুছলমানেই হওক পিছ পৰি থকা অঞ্চলসমূহত শিক্ষাৰ প্ৰচলনৰ কাৰণে চৰকাৰী অনুমোদন ব্যৱস্থাৰ প্ৰয়োজনবোধ কৰা হ'ল। এই বিষয়ত আইনসংগত প্ৰবজনকাৰীও যাতে বাদ নপৰে তাৰো সিদ্ধান্ত হ'ল। ৱাৰ্দ্ধাৰ শিক্ষা বিষয়ৰ আঁচনিও অন্ততঃ দুখন ট্ৰেইনিং স্কুলৰ যোগেদি পৰীক্ষামূলকভাৱে আৰম্ভ কৰিবলৈ আশা কৰা হ'ল। প্ৰাপ্তবয়স্ত

আৰু জনশিক্ষা বিষয়ত ৰেডিঅ'ৰ প্ৰয়োগ, গাঁৱলীয়া ভ্ৰাম্যমান পুস্তকালয় আৰু গাৱঁৰ অশিক্ষিত লোকৰ মাজত ছাত্ৰৰ দ্বাৰা স্বেচ্ছাধীন সাহায্যৰ কথাও ভৱা হ'ল। পাঠ্যপুথি নিৰ্বাচন সমিতিৰ পুনৰ গঠন কৰি জাতীয়তাবাদী চিন্তা বিষয়ক পুথি প্ৰস্তুত কৰাৰো দিহা হ'ল।

পূৰ্ববঙ্গৰ পৰা আহি থকা প্ৰবজনৰ সোঁতে সৃষ্টি কৰা সমস্যাটো আছিল এই মন্ত্ৰীসভা গঠনৰ মূল কাৰণ। আগৰ 'লাইন প্ৰথা' ব্যৱস্থাৰে এই সমস্যা সমাধান কৰিব পৰা নগ'ল। সেই কাৰণে এই বিষয়ত চলিত 'লাইন প্ৰথা অনুসন্ধান সমিতি'খন ভাঙি দিয়াৰ দিহা হ'ল।[৪] আদিতে 'লাইন প্ৰথা' ব্যৱস্থাটোৱে পূৰ্ববঙ্গৰ পৰা আহি থকা মুছলমান পমুৱাক অসমীয়া গাৱঁৰ ভিতৰলৈকে সোমোৱাত বাধা দিছিল। এতিয়া পূৰ্ববঙ্গৰ পৰা আহি থকা পমুৱাৰ কোব ইমানকৈ বাঢ়ি গ'ল যে সমস্যাটোৱে নতুন আৰু ভয়ানক ৰূপ ল'লে আৰু তাৰ সমাধানৰ কাৰণে অন্য ব্যৱস্থাৰ প্ৰয়োজন হ'ল। ইয়ো স্থিৰ হ'ল যে জনজাতি আৰু তপচিল ভূক্ত লোকৰ বসতি অঞ্চল সংৰক্ষিত হ'ব আৰু তাত প্ৰবজনকাৰীয়ে বসতি কৰিব নোৱৰা হ'ব। মাটিৰ আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ মাটিহীন লোকৰ নতুন জৰীপ হ'ব আৰু ইয়াত ক্ষুদ্ৰতম কৃষি ক্ষেত্ৰৰো হিচাপ হ'ব। এই জৰীপৰ পাছতহে মাটিহীন লোকৰ মাজত মাটি বিতৰণৰ ব্যৱস্থা হ'ব। দুয়োটা উপত্যকাৰ মাটিহীন লোকে তাত সংস্থাপন পাব পাৰিব। শ্ৰীহট্ট আৰু গোৱালপাৰাৰ ৰায়তীস্বত্ব ব্যৱস্থা সম্পৰ্কত নতুন আইন প্ৰণয়ন কৰা হ'ব। মেলখনত আলোচনা কৰিবলৈ লোৱা আনবোৰ বিষয় আছিল কৃষি ঋণ, উদ্যোগ, জলসিঞ্চন, গাঁও উন্নয়ন (পানী যোগান, সংযোগ), যদিও অৱশ্যে আমি উদ্ধাৰ কৰা দলিল-পত্ৰত এইবোৰৰ বিতং বিৱৰণ নাই।

পৰিকল্পিত আঁচনিবোৰ কাৰ্য্যকৰী কৰি তুলিবলৈ প্ৰয়োজন হোৱা ৰাজহ কিদৰে আহিব সেই সম্পৰ্কত যি আইন, কৰ-কাটলৰ কথা ভবা হৈছিল তাতেই সোমাই আছিল বৰদলৈৰ সংযুক্ত মন্ত্ৰীসভাই অনতি পলমে লোৱা কেইটামান যুগান্তকাৰী আৰু বিপ্লৱী পদক্ষেপৰ বীজ। উপৰিউক্ত মেলখনতেই গুৰুত্বপূৰ্ণ কৃষি আয়কৰ বিলখনৰ কথা ভৱা হৈছিল। ২০০০ টকাতকৈ অধিক উপাৰ্জন কৰা কৃষিভূমিৰ মালিকৰ পৰা আয়কৰ লৈ চৰকাৰৰ পেৰালৈ অন্ততঃ ৩০ লাখ টকা অনাৰ সিদ্ধান্তটো যুগান্তকাৰী আছিল, কাৰণ ই যে ঘাইকৈ বিদেশী চাহ কোম্পানীবোৰকে চুব আৰু তেওঁলোকে যে হেলাৰঙে এনে আইন মানি নল'ব সেইটো নিশ্চিত আছিল। ইয়াৰ উপৰিও খনিজ তেলৰ ৰয়েল্টি বৃদ্ধি আৰু ওপৰ মহলীয়া বিষয়াৰ সংখ্যা লাঘৱ কৰি চৰকাৰৰ ৰাজহ বঢ়োৱাৰ উপায় উলিওৱা হৈছিল। এই বিষয়কেইটায়ো ইউৰোপীয় লোককেই বেছিকৈ চুইছিল।

বৰদলৈ মন্ত্ৰীসভাই কংগ্ৰেছ সভাপতি বোসৰ উপস্থিতি আৰু মন্ত্ৰণাৰে স্থিৰ কৰা আঁচনিখনৰ প্ৰায় সকলো দিশতেই যথাবিহিত ব্যৱস্থা ল'লে। বৰদলৈয়ে হঠাতে চৈধ্য মাহতে অন্ত পৰা মন্ত্ৰীসভাত দুটা কাম সম্পন্ন কৰিব নোৱাৰি অনুতাপ কৰিলে। এই দুটা আছিল গোৱালপাৰা আৰু শ্ৰীহট্টৰ কৃষিভূমিৰ ৰায়তীস্বত্ব সম্পৰ্কত ল'ব লগা সংশোধন। এই মন্ত্ৰীসভাই গ্ৰহণ কৰা স্বভাৱ, ব্যৱস্থা, পৰিকল্পনাই সামাজিক দায়বদ্ধতা আৰু সেৱা ধৰ্মৰ যি চানেকী দিলে সি আছিল অভূতপূৰ্ব। কানিৰ ব্যৱহাৰ ক্ৰমান্বয়ে নিৰ্মূল কৰা ; ক্ষুদ্ৰ কৃষিভূমিৰ ক্ষেত্ৰত মাটিৰ খাজনা ৫০ শতাংশলৈকে হ্ৰাস কৰা ; দৰিদ্ৰতাৰ বাবে খাজনা পৰিশোধ কৰিব নোৱৰাৰ কাৰণে আগৰ চৰকাৰে বাজেয়াপ্ত কৰা মাটিৰ পুনৰুদ্ধাৰ ; মন্ত্ৰীসকলৰ দৰমহা মাহে ৫০০ টকা কৰা (আগৰ চৰকাৰৰ দিনত মুখ্যমন্ত্ৰী সাদ্‌উল্লাই লৈছিল ২,৩৫০ বা কেতিয়াবা তাতকৈও অধিক আৰু বাকী মন্ত্ৰীসকলে পাইছিল ১,৩০০ ৰ পৰা ১,৪০০ টকা) ; মন্ত্ৰীৰ দৰমহাৰ ৰেহাই হোৱা ধন জনজাতি এলেকাত প্ৰাথমিক শিক্ষাৰ প্ৰচাৰত ব্যয় কৰা ; চৰকাৰী বিষয়া, বিশেষকৈ পুলিচ বিষয়াই যাতে সাধাৰণ ৰাইজক অবিশ্বাসৰ দৃষ্টিৰে চোৱাৰ মানসিকতা এৰি সহানুভূতিশীল হয় তাৰ ওপৰত বিশেষ নজৰ ৰখা। - এই সকলোবোৰে বহন কৰিছিল এটা নতুন যুগৰ স্বাক্ষৰ।

মাটিৰ খাজনা হ্ৰাসত বৰদলৈ চৰকাৰে মনোযোগ দিলে ১৯৩৮ চনৰ ৮ ডিচেম্বৰ তাৰিখেই - মানে, অনাস্থা প্ৰস্তাৱত জয়ী হোৱাৰ দিনাই। বৰদলৈ চৰকাৰৰ ৰাজহ আৰু বিত্ত মন্ত্ৰী ফখৰুদ্দিন আলি আহমেদে উচ্চ পৰিষদৰ মজিয়াত মাটিৰ খাজনা হ্ৰাস কৰাৰ উদ্দেশ্যে চৰকাৰী প্ৰস্তাৱ দাঙি ধৰি যি বিবৃত্তি দিলে তাত কংগ্ৰেছৰ নীতি সমুজ্জ্বল হৈ উঠিল।[৫] আহোম ভূমি প্ৰথা আৰু বৃটিছ ৰাজত্বত ১৮৩২ চনৰ পৰা ১৯২৫ চনলৈকে বিভিন্ন সময়ত হোৱা খাজনা নিৰ্দ্ধাৰণৰ ইতিহাস থোৰতে বখানি আলি আহমেদে ক'লে বৃটিছ পূৰ্ব অসমত মাটিৰ খাজনাৰ বিনিময়ত পাইকে দিব লাগিছিল উচ্চ বৰ্গলৈ শাৰীৰিক সেৱা। বৃটিছৰ দিনত ৰায়তে দিব লগীয়া হ'ল খাজনা এইবুলি যে তাৰ বিনিময়ত আহে যাতায়ত, জনস্বাস্থ্য আৰু শান্তিপূৰ্ণ শাসন ব্যৱস্থাৰ সুবিধাবোৰ। কিন্তু এই সুবিধাবোৰ কোনোকালেই পৰ্য্যাপ্ত বা যথোপযুক্ত হৈ নুঠিল। কৰ-কাটল আৰু অৰ্থনীতিৰ সকলো মূলমন্ত্ৰ কাতি কৰি মাটিৰ খাজনা বৃদ্ধি কৰি থকা হ'ল ওপৰ গধুৰ শাসন যন্ত্ৰ এটাক বজাই ৰখাৰ উদ্দেশ্যৰে। দুখীয়াক দুৰ্দশাত পেলাই ধনীক শকত-সৱল কৰিবলৈ ল'লে। কৃষকৰ স্বাৰ্থতকৈ শাসকৰ অত্যাধিকাৰ বাঢ়ি গ'ল। আলি আহমেদে ক'লে ঃ "আমি এই প্ৰথাৰ পৰিবৰ্তন আনিব খোজো। আমি বিচাৰো যে ৰায়তে সিমানেহে দিব লাগে যিমান তেওঁৰ সাধ্যত আছে, আৰু চৰকাৰেও সমুদায় নহ'লেও ৰাজহৰ কিছু অংশ ৰায়তৰ উন্নতি সাধনত খৰছ কৰিব লাগিবই।"[৬] বিভিন্ন

এলেকাত খাজনা নিৰ্দ্ধাৰণৰ প্ৰথা বিধ বিধ হোৱা বাবে[৭] চৰকাৰে অতিৰিক্ত খাজনা এলেকাত অধিককৈ আৰু কম খাজনা দিয়া অঞ্চলত কমকৈ ৰেহাই দিয়াৰ ব্যৱস্থা যে কৰিব লাগে সেই বিষয়েও তেওঁ ক'লে। বৰদলৈৰ সংযুক্ত মন্ত্ৰীসভাই কৃষকলৈ আগবঢ়োৱা ৰেহাইৰ পৰিমাণ আগৰ চৰকাৰে দিয়া ৰেহাইতকৈ বহুত বেছি হ'ল। তাৰ উপৰিও দৰিদ্ৰতা আৰু বানপানী আদি আহুকালৰ কাৰণেও আচুতীয়া ৰেহাই ব্যৱস্থা কৰিলে।

মাটিৰ খাজনা ৰেহাই আৰু কানি নিবাৰণৰ ফলত হোৱা চৰকাৰৰ ৰাজহ আগৰ বছৰৰ তুলনাত দুই লাখতকৈও অধিক কমি গ'ল। নতুন চৰকাৰে শিক্ষা, ক্ষুদ্ৰ শিল্প-উদ্যোগ আদি গঠনৰ কামত আগৰ চৰকাৰতকৈও অধিক ব্যয় কৰিবলৈ পৰিকল্পনা কৰি থৈছিলেই যেতিয়া বৰদলৈয়ে এতিয়া তেওঁ আগতে পাঙি থোৱা আৰু কংগ্ৰেছ সভাপতি বোসৰ পৰাও অনুমোদন পোৱা কৃষি আয়কৰ বিধেয়কখন প্ৰস্তুত কৰালে। এই বিধেয়কখনৰ ইতিহাস আৰু তাৰ প্ৰতিক্ৰিয়া বুজিবলৈ স্বাধীনতা পূৰ্বৰ অসমত বৃটিছ ব্যৱসায়ী গোষ্ঠীটোৰ প্ৰতাপ আৰু অতপালি কেনেকৈ চৰকাৰী ক্ষমতাৰেই অংশ হৈ পৰিছিল তাক প্ৰথমে বুজিব লাগিব। সেই কথাও বৰদলৈয়ে ভালকৈ বুজি অসমত প্ৰশাসনীয় ৰাজনীতিত বৃটিছ ব্যৱসায়ীৰ আধিপত্যলৈ লক্ষ্য কৰি তেওঁ 'প্লেন্টাৰৰাজ' সংজ্ঞাটো ব্যৱহাৰ কৰিছিল।[৮] নিম্নোক্ত খণ্ডটো বৰদলৈয়ে সংগ্ৰহ কৰা তথ্যৰ আলমতে লিখা হৈছে।

## ২। অসমত বৃটিছ ব্যৱসায়ী গোষ্ঠীৰ জাউতিযুগীয়া প্ৰতাপৰ সন্মুখত বৰদলৈ চৰকাৰ

১৯৩৯ চনৰ ডিচেম্বৰ মাহত কলকাতাৰ 'ষ্টেটচ্‌ম্যান' কাকতখনে 'ম্যানচেষ্টাৰ গাৰ্ডিয়েন'ত ছাৰ আলফ্ৰেদ ৱাছতম (Alfred Wastom)য়ে লিখা প্ৰবন্ধ এটা পুনৰ মুদ্ৰিত কৰিছিল। সেই প্ৰবন্ধত কোৱা হৈছিল যে ভাৰতৰ সকলো ঠাইৰ বিধানসভাতেই বৃটিছ গোষ্ঠীয়ে শাসনত থকা চৰকাৰৰেই পক্ষ লৈ চলিছিল। এই কথা কিন্তু অসমৰ ক্ষেত্ৰত একেবাৰে মিছা আছিল, কাৰণ বৰদলৈৰ সংযুক্ত চৰকাৰৰ কোনো এটি বিষয়তেই ইউৰোপীয় গোষ্ঠীটোৰ সন্মতি নাছিল। বিধানসভাৰ বাহিৰতো এই গোষ্ঠীটোৰ আধিপত্য আছিল বিশাল।

১৯৩১ চনৰ পিয়ল মতে অসমত সেই সময়ত ইউৰোপীয়ৰ সংখ্যা আছিল ৩,৫০০ আৰু ৩,৬০০ৰ ভিতৰত। তাৰ ভিতৰত মিছনেৰী আৰু চৰকাৰী বিষয়াও পৰে। গতিকে ব্যৱসায়ীৰ সংখ্যা নিশ্চয় ২,৭০০তকৈ বেছি নাছিল। তথাপি তেওঁলোকৰ

প্ৰতাপ আছিল অপাৰ। এই ইউৰোপীয় সকলৰ বেছিভাগেই আছিল চাহ খেতিয়ক। ত্ৰিশৰ দশকত চাহ খেতিৰ অন্তৰ্ভুক্ত মাটিৰ পৰিমাণ ১,৬৮৮,৭৩৩ একৰ (তাৰে মাথোন ২৭৫,৩০১ একৰহে আছিল ভাৰতীয়ৰ হাতত) আছিল যদিও তাৰ মাথোন ২৬ শতাংশতহে প্ৰকৃততে চাহ খেতি কৰা হৈছিল, বাকীখিনি ভৱিষ্যত বিস্তৃতিৰ কাৰণে সংৰক্ষণ কৰি ৰখা হৈছিল। এই সমগ্ৰ ভূমিৰ অন্ততঃ সোতৰ শতাংশ ৰখা হৈছিল 'ফ্ৰি ছিম্পল' বন্দৱস্তত। বাকীখিনিৰ ৰায়তীস্বত্ব আছিল মাথোন নামমাত্ৰ খাজনাৰ ভিত্তিত। চাহখেতি এলেকাৰ বাহিৰৰ সাধাৰণ কৃষকে যদি গড় অনুপাতে প্ৰতি একৰত ৩ টকা মানকৈ খাজনা দিব লগা হৈছিল, চাহ খেতিয়কে প্ৰতি একৰত দিব লগা খাজনা কেতিয়াও এটকা দুঅনাতকৈ অধিক নহৈছিল। অথচ ত্ৰিশৰ দশকত সাধাৰণ খেতিৰ মাটিৰ উৎপাদন যদি গড়ে একৰত বিশৰ পৰা ত্ৰিশৰ ভিতৰত আছিল, চাহ খেতিত পোৱা উৎপাদনৰ হাৰ আছিল গড়ে একৰত তিনিশ টকা। আন্তঃৰাষ্ট্ৰীয় বজাৰত চাহৰ দাম-দৰ অনুসৰি কেতিয়াবা এই সংখ্যাটো আৰু ডাঙৰ হৈছিল। গতিকে আন এটি কোণেদি চালে দেখা যাব যে, চাহ এলেকাত ব্যৱহৃত হৈ নথকা অতিৰিক্ত অঞ্চলখিনি অন্য খেতিৰ কাৰণে ব্যৱহাৰ কৰিলে চৰকাৰৰ ৰাজহ ১৫ লাখতকৈও অধিক বৃদ্ধি পালে হয় ; বা চাহ খেতিৰ মাটিৰ খাজনাও যদি অন্য খেতিৰ মাটিৰ ওপৰত বহুওৱা খাজনাৰে সমান হ'ল হয়, তেতিয়া চৰকাৰৰ ৰাজহৰ ধন ত্ৰিশ লাখতকৈ অধিক হ'ল হয়।

ইউৰোপীয় চাহ খেতিয়কৰ প্ৰতি এই অফুৰন্ত উদাৰতা আৰম্ভ হৈছিল সেই সময়ত - যেতিয়া ইউৰোপীয় আমোলাতান্ত্ৰিক শাসনে প্ৰাধান্য লভিছিল। সেই সময়ত ভাৰতীয়ৰ কাৰণে বাগানৰ কাষত বাস কৰাটো অপৰাধ সদৃশ আছিল। গাঁৱৰ পথ বিদেশী বাগানৰ মালিকে আত্মসাৎ কৰিছিল। অতীজৰে পৰা, পুৰুষানুক্ৰমে পাই অহা গঞা ৰাইজৰ বিভিন্ন স্বত্ব এনেবোৰ বলাৎকাৰৰ সন্মুখত উফৰি পৰিছিল। গঞা ৰাইজে সেই পুৰণি নিজা পথেৰেই ছাতি মেলি বা মূৰত জাপি লৈ খোজ কাঢ়িব নোৱৰা হৈছিল। ১৯২১ চনৰ পৰা গান্ধী-টুপী পিন্ধি বাগানৰ মাজত পৰা পথেদি যোৱা নিষেধ আছিল। বাগানৰ বগা চাহাবৰ সন্মুখত সাধাৰণ ভাৰতীয় ভয়ত পেপুৱা নাম্লাগিবনো কিয়, স্বয়ং গৱৰ্নৰ বাহাদুৰেও এই বাগান-মালিকবোৰৰ মতি-গতি চাইহে লৰচৰ কৰিছিল। ৭৫,০০০,০০০ পাউণ্ড ষ্টাৰ্লিং মূলধন প্ৰদেশখনত খটুওৱাৰ যুক্তি দি এই ইউৰোপীয় বাগান মালিকসকলে প্ৰদেশখনৰ সকলো কথাতে মাত মতাৰ অধিকাৰ বিচাৰিছিল। চাহ বাগিচাৰে পূৰ্ণ উজনি অসমৰ পাঁচখন লোকেল ব'ৰ্ডৰ সমূহ সদস্যৰ এক চতুৰ্থাংশ আছিল বাগানৰ চাহাব সকল। এই প্ৰতিখন লোকেল ব'ৰ্ডৰ আধা ধন খৰছ হৈছিল যাতায়তৰ পথৰ বাবে, অথচ শিক্ষাৰ কাৰণে খৰছ হৈছিল শতকৰা পাঁচিছ ভাগহে বা তাতোকৈ কম। গাৱঁৰ জনস্বাস্থ্য, পানী-যোগান, বাট-পথৰ ব্যৱস্থাৰ কাৰণে

হোৱা খৰছৰ সংখ্যাটো আছিল তেনেই নগণ্য। ডিব্ৰুগড় লোকেল ব'ৰ্ডৰেই কিছু উদাহৰণ দিয়া হওক ঃ ইয়াৰ ২৮ গৰাকী সদস্যৰ ১০ গৰাকীয়েই আছিল ইউৰোপীয়। এই ব'ৰ্ডৰ পুঁজিৰ শতকৰা ৫৭ অংশ খৰছ হৈছিল বাট-পথত আৰু শতকৰা ১৪ অংশ স্কুলীয়া শিক্ষা আদিত। বাট-পথত ইমান খৰছ হোৱাতো এনে কোনো পথ নাছিল যি মাথোন গাঁৱৰ মাজেদিহে গৈছিল। পোণতে যেতিয়া ব'ৰ্ডৰ সভাপতিজন চৰকাৰী আছিল, তেওঁ সদায় ইউৰোপীয় আছিল। উপ-সভাপতিজন সাধাৰণতে আছিল ইউৰোপীয় চাহ খেতিয়ক। পাছলৈ যেতিয়া সভাপতিজন অনা-চৰকাৰী হ'বলৈ ল'লে, তেতিয়া ইউৰোপীয় গোটে মনোনীত সভ্য সকলেৰে মিলি তেওঁলোকৰ পূৰ্বৰ প্ৰাধান্য বজাই ৰাখিলে।

ঠিক তেনেকৈয়ে ক্ষমতাৰ উচ্চ খলপাতো, ১৯৩৫ চনৰ ভাৰত আইনৰ আগলৈকে যেতিয়া গৱৰ্ণৰ বাহাদুৰৰ স্বেচ্ছাচাৰী শাসন পুৰাদমে চলিছিল, তেতিয়াও এই ইউৰোপীয় চাহ খেতিয়ক সকলেই প্ৰভূত্ব বিস্তাৰ কৰি আছিল। আনকি স্বায়ত্ব শাসনৰ আইনখনৰ পাছতেই অসম বিধানসভাৰ ১০৮ খন আসনৰ ৯ খন পাইছিল ইউৰোপীয়সকলে তেওঁলোকৰ ৩,৫০০ জনৰ প্ৰতিনিধিত্ব কৰিবলৈ। কিন্তু যদিও তেওঁলোকৰ হাতত ৯ খনহে আসন আছিল, তথাপি তেওঁলোকৰ প্ৰকৃত আসনৰ সংখ্যা আছিল তাতোকৈ অধিক। সাধাৰণতে শ্ৰমিক আৰু পুঁজিপতিৰ মাজত ৰাহি-যোৰা নাহে, অসমৰ ক্ষেত্ৰত কিন্তু এটা আচহুৱা পৰিস্থিতিহে বিৰাজ কৰিছিল, অন্ততঃ বিধানসভাত। বনুৱাই পোৱা আসনকেইখন চাহ বাগানৰ বনুৱাৰ মাজতেই আৱদ্ধ আছিল আৰু ফলস্বৰূপে তেওঁলোকৰ চাৰি গৰাকী সদ্যসই স্বায়ত্ব শাসনৰ প্ৰথম তেৰ মাহ ইউৰোপীয় সদস্য সকলৰ পিছতে আসন গ্ৰহণ কৰিছিল। লাহে লাহেহে তেওঁলোকে বুজিবলৈ ল'লে যে তেওঁলোকৰ স্বাৰ্থ মালিকৰ স্বাৰ্থৰে একে নহয়।

অসমত ইউৰোপীয় ব্যৱসায়ীৰ প্ৰভাৱ চাহৰ উপৰিও খনিজ তেল, কয়লা, ৰেলৱে আৰু জাহাজ কোম্পানীবোৰলৈকে বিস্তৃত আছিল আৰু এই কোম্পানীবোৰেও কেন্দ্ৰীয় আৰু প্ৰাদেশিক চৰকাৰৰ পৰা বিভিন্ন ধৰণৰ আচুতীয়া সুবিধা সময়ে সময়ে পাই আছিল। কিন্তু ইউৰোপীয় চাহ সংস্থাৰ অসম শাখা স্থাপিত নোহোৱালৈকে, আৰু সেই সংস্থাৰ লগত হাত মিলোৱাৰ সময়লৈকে এইবোৰ কোম্পানীয়ে অসমৰ ৰাজনীতিত বিশেষ মনোনিবেশ কৰা নাছিল। আচলতে ১৯৩৫ চনৰ ভাৰত আইন বলবৎ নোহোৱালৈকে ইউৰোপীয় সকলে তেওঁলোকৰ প্ৰভূত্বৰ বিষয়ে চিন্তা কৰাৰো প্ৰয়োজন নাছিল। তেওঁলোকে মাথোন কিবা এটা বাঞ্ছাহে কৰিব লাগিছিল ; চৰকাৰে সেই বাঞ্ছা নিমিষতে পূৰণ কৰিছিল। যি সময়ত কংগ্ৰেছ আৰু জাতীয়তাবাদী সকলে ভাৰতৰ জাতি-ধৰ্ম, বৰ্ণ-সম্প্ৰদায়ৰ ভেদাভেদ ভাঙি এক জাতীয় চৰকাৰৰ কথা চিন্তা

কৰিছিল, সেই সময়তে বৃটিছ চৰকাৰে কিছু প্ৰতিক্ৰিয়াশীল, উচ্চাভিলাষী সাম্প্ৰদায়িক ভাৰতীয়ৰে মিলি অসমক সম্প্ৰদায় আৰু স্বাৰ্থগোষ্ঠীত দীঘে-পথালিয়ে ভাগ কৰি পেলালে। বঙ্গৰ এটুকুৰা অসমত সোমাই থকাত এই ভাগ-বিভাগৰ সীমা-সংখ্যা নোহোৱা হৈ পৰিল। অসম বিধানসভালৈ সদস্য বাছি পঠিওৱা সমষ্টি কেইটাই ইয়াৰ প্ৰমাণ দিব ঃ সুৰমা আৰু অসম উপত্যকাৰ হিন্দু ; অসম আৰু সুৰমা উপত্যকাৰ তপছিলভূক্ত সকল ; সুৰমা আৰু অসম উপত্যকাৰ মুছলমান ; পাহাৰীয়া আৰু সমতলৰ জনজাতি ; ইউৰোপীয় আৰু ভাৰতীয় চাহ খেতিয়ক ; ভাৰতীয় আৰু ইউৰোপীয় বেপাৰ আৰু বাণিজ্য ; ইউৰোপীয় ; ভাৰতীয় খ্ৰীষ্টান ; বনুৱা ; আৰু মহিলা। কোৱা বাহুল্য এনেবোৰ বিভাজনে বিদেশী আৰু দেশীয় প্ৰতিক্ৰিয়াশীল শক্তিক সহায় কৰিছিল।

অসমত ইউৰোপীয় চাহ খেতিয়কৰ প্ৰতাপৰ কথা কওঁতে অসমত উচ্চ পৰিষদ কেনেকৈ আৰম্ভ হ'ল তাকো মনত পেলোৱাটো উচিত। ছাৰ ডব্লিউ ডি স্মাইলছ নামৰ অৱসৰ প্ৰাপ্ত চাহ খেতিয়ক আৰু অসম বিধানসভাৰ ভূতপূৰ্ব সদস্য এজনৰ প্ৰশ্নৰ উত্তৰত লণ্ডনৰ হাউচ অৱ কমনছত তেওঁক ১৯৩৫ চনৰ ২২ মাৰ্চ তাৰিখে কোৱা হ'ল যে অসমৰ ৰাইজে বিচাৰিলে তেনে এখন পৰিষদ প্ৰতিষ্ঠা কৰা হ'ব। তেওঁৰ এখন টেলিগ্ৰামেই যথেষ্ট আছিল - গৱৰ্ণৰে এই দুখীয়া প্ৰদেশখনৰ ওপৰত কেইসপ্তাহমানৰ ভিতৰতে এই উচ্চ পৰিষদখন জাপি দিবলৈ। বিধানসভাৰ জাতীয় ভাৱাপন্ন সাধাৰণ ৰাইজৰ প্ৰতিনিধিক বাধা দিবলৈ প্ৰতিক্ৰিয়াশীল এই পৰিষদৰ প্ৰয়োজন হৈছিল।

ইমানবোৰ সুবিধা যোগাৰ কৰি লৈও ইউৰোপীয় গোষ্ঠীৰ হেঁপাহ নপলাল। তেওঁলোকৰ প্ৰভাৱত যাতে অকণো পোটোকা পৰিব নোৱাৰে আৰু প্ৰদেশখনৰ অদৃষ্টৰ ওপৰত শেষ মাত মতাৰ অধিকাৰ অটুট থাকে তাৰ বাবে তেওঁলোকে পোনপটীয়াভাৱে হাত মিলালে পুৰণি আমোলাতন্ত্ৰৰ সহযোগী, আগতে মন্ত্ৰী হোৱা আৰু এঘাৰ বছৰ কাল এগ্‌জিকিউটিভ্ কাউন্সিলৰৰ পদত থকা মৌলবী ছৈয়দ ছাৰ মোহাম্মদ্ সাদ্উল্লাৰ লগত।[১] নিজা সংকীৰ্ণ স্বাৰ্থৰ বাবে দুয়োকে দুয়োৰ প্ৰয়োজন আছিল সেই কথা আগতে কোৱা হৈছে আৰু পাছলৈও কোৱা হ'ব।

উপৰিউক্ত পটভূমিলৈ কাণ কৰিলে বুজিব পাৰি বৰদলৈ চৰকাৰৰ কৃষি আয়কৰ বিধেয়কখন কিমান যুগান্তকাৰী আছিল। ইয়াৰ উদ্দেশ্য আছিল বছৰি ২০০০ টকাতকৈ বেছি লাভ কৰা খেতিয়কৰ পৰা আচুতীয়া কৃষি-কৰ লৈ চৰকাৰৰ ৰাজহৰ ধন ২০ লাখ মানলৈ বঢ়োৱা। ইউৰোপীয় চাহ খেতিয়ক সকলে এই বোজা তেওঁলোকৰ ওপৰতেই বেছিকৈ পৰিব বুলি আপত্তি কৰিলে ; তেওঁলোকৰ লগত যোগ দিলে পমুৱা নেতা আৰু অসম মুছলিম লীগৰ প্ৰথম সভাপতি হোৱা, পূৰ্ববঙ্গৰ পৰা

অসমৰ মাটি কাঢ়িবলৈ অহা আব্দুল হামিদ খান ভাছানী, যাক আজি অসমৰ কমিউনিষ্ট আৰু মাৰ্ক্সিষ্ট সকলে দুখীয়া দুৰ্ভগীয়াৰ দৰদী নেতা বুলি পূজা কৰে। সাদ্‌উল্লা চৰকাৰে যি সময়ত পমুৱালৈ অসমৰ খালী মাটি এৰি দিবলৈ আৰু কিছু ৰিজাৰ্ভ খুলি দিবলৈ ব্যৱস্থা লৈছিল, তেতিয়া ভাছানী আৰু তেওঁৰ সঙ্গী সকলে শ শ বিঘা মাটি সস্তাতে কিনি সেইবোৰত পূৰ্ববঙ্গৰ লোকক খেতি কৰিবলৈ দি কেনেকৈ ধন ঘটিছিল তাক কৈ সেই সময়ত সাদ্‌উল্লাই নিজেই তেওঁলোকৰ চৰিত্ৰ উদঙাই দেখুৱাব লগীয়া হৈছিল। ভাছানীয়েও তেওঁৰ দলৰ বহুত বৃহৎ কৃষিভূমিৰ মালিকৰ হৈ মাত মাতিছিল এই বুলি যে বিলখনে এনে মাটিৰ মালিক সকলৰ প্ৰয়োজনীয় কৃষিপুঁজিৰ সঞ্চয়ত ব্যাঘাত জন্মাব। ছিলেক্ট কমিটিয়ে এটা বুজাপৰালৈ আহি আয়ৰ সীমাৰেখা দুহেজাৰৰ ঠাইত তিনিহেজাৰ কৰা সত্ত্বেও আৰু ১৯৩৯ চনৰ ৬ এপ্ৰিল তাৰিখে বিধানসভাই বিধেয়কখন ৫৭ ঃ ২৮ ভোটত গ্ৰহণ কৰা সত্ত্বেও ই উচ্চ পৰিষদত (৯ মে') ৯ ঃ ১১ ভোটত বজি ৰ'ল এইবুলিয়েই যে ইয়াৰ খছৰা অতি লৰাধপৰাকৈ কৰা হৈছিল আৰু কৃষি ব্যৱসায়ত নিযুক্ত সকলো পক্ষৰ মাজত বোজাটো সমভাৱে পেলোৱাৰ প্ৰচেষ্টা ইয়াত নাছিল। যি হওক, শেষত দুয়ো সভাৰ যুটীয়া অধিবেশনত বিধেয়কখন ৪ আগষ্ট তাৰিখে ৬৫ ঃ ৫৬ ভোটত জয়ী হয়। ভাৰত সচিবেও স্বায়ত্ব শাসনত কলংক সানিবলৈ ইচ্ছা নকৰি বিলখনৰ ওপৰত হস্তক্ষেপ নকৰিলে। অৱশ্যে বিলখন কামত খটুৱাবলৈ বৰদলৈ মন্ত্ৰীসভা নাথাকিল।[১০] ৰাজনীতি নুবুজা, নিজ ৰাজ্যৰ স্বাৰ্থলৈ কাণ নিদি সততে সৰ্বভাৰতীয় বোলাবলৈ যোৱা অসমৰ কেইগৰাকীমান কংগ্ৰেছী বৰমূৰীয়াৰ বৰদলৈৰ প্ৰতি থকা অনাদৰ আৰু সৎ হৈও অনভিজ্ঞ, কম বয়সীয়া, কেইগৰাকীমান সমাজবাদীৰ উতনুৱা উৎসাহৰ মিলনে অসম কংগ্ৰেছ সংগঠনক প্ৰৰোচিত কৰিলে বৰদলৈক আদেশ দিবলৈ ১৫ নৱেম্বৰ ১৯৩৯ বা তাৰো আগতে তেওঁ যেন মন্ত্ৰীসভা ভাঙি দিয়ে। ১৬ নৱেম্বৰ তাৰিখে সেই মন্ত্ৰীসভা ভাঙি যোৱাত পুনৰ গাড়ীলৈ আহিল সাদ্‌উল্লা। এই তৃতীয় সাদ্‌উল্লা চৰকাৰ পুনৰ ইউৰোপীয় ব্যৱসায়ক আৰু মুছলিম লীগক সন্তুষ্ট কৰাত ব্যস্ত হৈ পৰিল।

## ৩। ডিগবৈ ধৰ্মঘট আৰু বৰদলৈ

যি কাৰণ দৰ্শাই অসমৰ কংগ্ৰেছী বৰমূৰীয়া সকলে বৰদলৈ মন্ত্ৰীসভা ভাঙিবলৈ তৎপৰ হৈছিল সেইটো আছিল বৰদলৈ চৰকাৰৰ দিনতে আহি পৰা ডিগবৈৰ শ্ৰমিক ধৰ্মঘট। এই ধৰ্মঘটৰ আঁৰৰ কিছু কথা প্ৰথমে কোৱা হওক। ১৯৩৮ চনৰ এপ্ৰিল মাহত ভাৰতৰ শ্ৰমিক আন্দোলনৰ বিভিন্ন সংস্থাই গোট বান্ধিবলৈ ল'লে আৰু

এই কাৰ্য্যত ১৯৩৭ চনত অহা প্ৰাদেশিক নিৰ্বাচনবোৰে সহায় কৰিলে। কংগ্ৰেছ সভাপতি জৱাহৰলাল নেহৰুৱে প্ৰস্তুত কৰা কংগ্ৰেছৰ নিৰ্বাচনী ইস্তাহাৰে ঘোষণা কৰিলে যে কংগ্ৰেছে ঔদ্যোগিক শ্ৰমিকৰ জীৱন-ধাৰণৰ মান, দৈনিক কামৰ সময়, কামৰ চৰ্ত আৰু চুক্তি দেশৰ সমসাময়িক আৰ্থিক অৱস্থাৰ সাপেক্ষে নিৰূপন কৰাত মন-কাণ দিব আৰু মালিক আৰু শ্ৰমিকৰ মাজত হোৱা দ্বন্দ্ব মীমাংসালৈ অনাত সহায় কৰিব। ইয়াৰ উপৰিও তেওঁলোকৰ স্বাৰ্থ সংৰক্ষণৰ উদ্দেশ্যে পতা সংঘবোৰকো স্বীকৃতি দিব।[১১] ১৯৩৭ চনত অসম অৱশ্যেই কংগ্ৰেছ প্ৰদেশ হৈ পৰা নাছিল, কিন্তু ১৯৩৮ চনৰ চেপ্তেম্বৰ মাহত কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভা গঠনৰ লগে লগে ই প্ৰায় কংগ্ৰেছ প্ৰদেশ হৈ পৰিল।

ভাৰতত শ্ৰমিক সংঘৰ উৎপত্তিৰ লগে লগে প্ৰায় সমসাময়িক ভাৱেই শ্ৰমিক আৰু কৃষকৰ ক্ষেত্ৰত কমিউনিষ্ট প্ৰেৰণাযুক্ত ক্ৰিয়া-কাণ্ডবোৰৰ পয়োভৰ হ'বলৈ ল'লে। ১৯৩৫ চনত ক'মিন্টাৰ্নৰ (কমিউনিষ্ট ইন্টাৰনেচনেল) সপ্তম অধিবেশনত ঔপনিবেশিক দেশবোৰৰ কমিউনিষ্ট সকলৰ কাৰণে 'ইউনাইটেড ফ্ৰন্ট' বা সংযুক্ত মৰ্চাৰ এটা কৌশল আগবঢ়োৱা হ'ল। ইয়াৰ ফলত ভাৰতৰ কমিউনিষ্টৰ ৰঙা শ্ৰমিক সংঘ কংগ্ৰেছ আৰু সৰ্বভাৰতীয় শ্ৰমিক সংঘ কংগ্ৰেছৰ মিল হ'ল আৰু গাইগুটীয়া কমিউনিষ্ট সকলো 'জিনজাৰ' বা উদ্দীপ্ত গোট হিচাপে কংগ্ৰেছ-চছিয়েলিষ্ট পাৰ্টীত সোমাই পৰিল। এই সকলেই কৃষক সভা আৰু শ্ৰমিক সংঘবোৰত বিশেষভাৱে ব্যস্ত হৈ পৰিল। সেই সময়ত মস্কোৱে ধাৰ্য্য কৰা সংযম আৰু কংগ্ৰেছৰ সৈতে গঢ়ি উঠা নতুন বন্ধুত্বই কমিউনিষ্ট সকলক অৰ্ধন্যায়িকভাৱে কংগ্ৰেছ প্ৰদেশবোৰত কংগ্ৰেছীৰূপে থিতাপি ল'বলৈ সুবিধা দিলে। আচলতে কমিউনিষ্ট সকলেই হৈ পৰিল কংগ্ৰেছ-চছিয়েলিষ্ট চক্ৰবোৰৰ চালন শক্তি।[১২]

এই সকলো সৰ্বভাৰতীয় ক্ৰমবিকাশে অসমক চুবলৈ লওঁতেই নেহৰু অসমলৈ আহিল ১৯৩৭ চনৰ নৱেম্বৰ মাহৰ শেষৰ পিনে। আৰু তেওঁৰ ৰাজহুৱা ভাষণবোৰৰ প্ৰভাৱতে অসমৰ ৰাজনৈতিক চেতনাৰে উদ্দীপ্ত যুৱক সকলৰ কিছুমান বাওঁ ৰাজনীতিৰ মতবাদৰ প্ৰতি আকৃষ্ট হ'ল।[১৩] পাছত এওঁলোকেই অসমত কংগ্ৰেছ-ছছিয়েলিষ্ট দলো গঠন কৰিলে। বঙ্গৰ কমিউনিষ্ট নেতায়ো তেওঁলোকৰ কৰ্মক্ষেত্ৰ অসমলৈকে বিয়পালে। বঙ্গৰ কমিউনিষ্ট বিপিন চক্ৰবৰ্ত্তীয়েই ১৯২৫ চনত স্থাপিত হোৱা ধুবুৰী জুইশলা কাৰখানাত কোম্পানীটোৰ চাৰিশ শ্ৰমিকৰ মাজত মাৰ্ক্সীয় দৰ্শনৰ প্ৰচাৰ কৰি সংগঠন কাৰ্য্য আৰম্ভ কৰিছিল। পাছত তেওঁ সাদ্উল্লা চৰকাৰৰ কাৰণে সমস্যা হৈ পৰিল, যেতিয়া তেওঁ নিজকে ধুবুৰী ছছিয়েলিষ্ট পাৰ্টীৰ সম্পাদক বুলিবলৈ ল'লে। ১৯৩৮ চনত যেতিয়া মাৰ্ঘেৰিটাত বৃটিছ মালিকৰ 'আছাম ৰে'লৱে এণ্ড ট্ৰেডিং

ক'ম্পেনী'ৰ কিছু শ্ৰমিকলৈ বৰ্খাস্তৰ হুকুম আহিল, ডিব্ৰুগড় কংগ্ৰেছ সমিতিৰ সভাপতি, কংগ্ৰেছ-ছছিয়েলিষ্ট কেদাৰ নাথ গোস্বামীয়ে তেতিয়া শ্ৰমিকৰ পক্ষ লৈ বৃটিছ মালিকৰ বিৰুদ্ধে যুঁজ দিলে। গোস্বামীয়ে শ্ৰমিক সকলক কংগ্ৰেছ সদস্য কৰিলে, যাতে তেওঁলোকৰ বাবে দিয়া যুদ্ধখন কংগ্ৰেছৰ মজিয়াৰ পৰা হয়, ঠিক যেনেদৰে নেহৰুৱে আশা কৰিছিল কংগ্ৰেছৰ প্ৰাথমিক সমিতি খনকেই কৃষক সভা কৰি পেলাবলৈ। গোস্বামীয়ে ডিব্ৰুগড় জাহাজঘাটৰ কয়লা কঢ়িওৱা বনুৱা সকলকো কংগ্ৰেছ সদস্য কৰিলে। গোস্বামীৰ সফলতাই এটা ডাঙৰ আন্দোলন আনিব পাৰে বুলি মাৰ্ঘেৰিটাৰ ৰে'লৱে এণ্ড ট্ৰেডিং ক'ম্পেনীয়ে ভয় খালে। যিহেতু গোস্বামীয়ে বিনয় চন্দ্ৰ চক্ৰৱৰ্ত্তী আৰু নীলমনি বৰঠাকুৰৰ সৈতে মিলি ১৯৩৯ চনৰ মাৰ্চ মাহতেই সেই ক'ম্পেনীত এটা শ্ৰমিক সংঘ পাতিছিলেই। এই সকলো ঘটনাই বৃটিছ চাহ বাগানবোৰৰ ওপৰতো প্ৰভাৱ পেলালে আৰু এইবোৰৰ মালিক সকলেও আগন্তুক সমস্যাৰ সম্ভাৱনীয়তা দেখা পালে।[১৪]

অসমৰ শ্ৰমিক সংঘ সম্বন্ধীয় উপৰিউক্ত আৰম্ভণীৰ কৰ্মৰাজি শ্ৰমিকৰ স্বাৰ্থতেই হৈছিল বুলিব পাৰি, যদিও ৰাজনৈতিক মতবাদী নেতাই এইবোৰৰ লগত জড়িত আছিল। কিন্তু ডিগবৈ তেল কোম্পানীৰ শ্ৰমিক সংঘ স্থাপনৰ লগে লগে উদ্ভৱ হোৱা বিজুতিখিনিয়ে প্ৰমাণ কৰিলে যে বাহিৰৰ পৰা অহা (মানে - শ্ৰমিক সংঘটোৰ বাহিৰৰ পৰা অহা) ৰাজনৈতিক নেতাৰ হাতত, বিশেষকৈ সংকট কালত শ্ৰমিকৰ আচল সমস্যাতকৈ নেতাসকলৰ ৰাজনৈতিক উদ্দেশ্য সিদ্ধিয়ে প্ৰাধান্য লভাৰ ভয় থাকে। ডিগবৈৰ ধৰ্মঘট আছিল অসমত নেহৰুৱে ছটিয়াই থৈ যোৱা চিন্তা-আদৰ্শৰ একেধাৰে সুফল আৰু কুফল।

১৯৩৮ চনৰ ২২ ফেব্ৰুৱাৰী তাৰিখে, তাৰ মানে নেহৰু অসমৰ পৰা উভতি যোৱাৰ পাছতেই আৰু সাদ্উল্লা মন্ত্ৰীসভাৰ দিনতেই ডিগবৈ তেল কোম্পানীৰ শ্ৰমিক সংঘ গঠন হৈছিল।[১৫] সেইবাবে নেহৰু ভ্ৰমণৰ প্ৰভাৱ এই সংস্থাৰ উৎপত্তিৰ লগত জড়িত আছিল বুলি ধৰিব পাৰি। তথাপিও ইয়াৰ জন্ম লগ্নত কিছু কেণা লাগি আছিল। ১৯২৬ চনৰ শ্ৰমিক সংঘ বিষয়ক আইনৰ মতে এই সংঘটো পুঞ্জীভূক্ত হোৱাৰ আগতেই ইয়াক ততালিকে স্বীকৃতি দিবলৈ ই কোম্পানীৰ ওচৰত দাবী কৰিলে। কোম্পানীয়ে ক'লে - তেওঁলোকে সংঘৰ সংবিধানখন চাইহে উত্তৰ দিব পাৰিব। ইয়াৰ কোনো উত্তৰ কোম্পানীলৈ নগ'ল। ২০ জুন তাৰিখে সংঘই পুঞ্জীভূক্তৰ কাৰণে আবেদন কৰিলে আৰু ২৭ আগষ্ট তাৰিখে ই অনুমোদন লাভ কৰিলে। ইতিমধ্যে ২৭ জুলাই তাৰিখে সংঘই বাৰটা সাধাৰণ দাবী কোম্পানীলৈ পঠালে। সেই একেদিনতে বঙ্গৰ বিধানসভাৰ সদস্য জালালুদ্দিন হাছমি, সুধীন্দ্ৰ প্ৰামানিকৰ সৈতে ডিগবৈত

উপস্থিত হ'ল। প্ৰামাণিক আছিল বঙ্গৰ কমিউনিষ্ট শ্ৰমিক নেতা এম.এন. ৰয়ৰ সহকৰ্মী। এই ঘটনাৰ পৰা প্ৰামাণিক সেই দাবীবোৰৰো ৰচক আছিল বুলি ধাৰণা কৰিব পৰা যায়।[১৬]

যিহেতু সংঘই ভাবুকি দি থৈছিল যে দাবীবোৰ চৈধ্য দিনৰ ভিতৰত মানি নল'লে শ্ৰমিক সংঘই উগ্ৰ পন্থা ল'ব, কোম্পানীয়ে সংঘক জনালে যে তেওঁলোকে চৰকাৰলৈ আবেদন কৰিছে ১৯২৯ চনৰ 'ট্ৰেডছ ডিছপিউট' আইনৰ আধাৰত এখন অনুসন্ধান আদালত পাতি দিবলৈ। সাদ্উল্লা চৰকাৰেও ১৬ আগষ্ট তাৰিখে অসম উপত্যকাৰ কমিছনাৰ জে. ছি. হিগিনৃছৰ অধীনত এখন অনুসন্ধান আদালত বা সমিতি পাতি দিলে। সমিতিৰ আন দুজন সদস্য আছিল খান বাহাদুৰ ছয়িদুৰ ৰহমান আৰু অমিয় কুমাৰ দাস, দুয়ো অসম বিধানসভাৰ সদস্য।[১৭]

হিগিনৃছ সমিতি ডিগবৈত আগষ্ট আৰু পুনৰ অক্টোবৰ (১৯৩৮) মাহত বহে আৰু ইয়াঁৰ প্ৰতিবেদন ইতিমধ্যে দায়িত্বভাৰ লোৱা বৰদলৈ চৰকাৰে ১৯৩৯ চনৰ জানুৱাৰী মাহত প্ৰকাশ কৰে। এই সমিতিয়ে সমগ্ৰ বিষয়টো নিৰপেক্ষ আৰু ভাৰসাম্য ৰক্ষাৰ দৃষ্টিৰে চালে। সমিতিৰ মতে শ্ৰমিক সংঘৰ সংবিধানখন চোৱাৰ আগেয়েই কোম্পানীয়ে তাক স্বীকৃতি দিব লাগে বুলি কৰা শ্ৰমিক সংঘৰ দাবী অযুক্তিকৰ আছিল। ঠিক তেনেকৈয়ে, শ্ৰমিক সংঘৰ লগত ভাবৰ আদান-প্ৰদান হোৱাৰ পাছতহে, আৰু শ্ৰমিক সংঘই কোম্পানীৰ চৰ্ত মানি ল'লেহে ই স্বীকৃতি পাব বোলা কোম্পানীৰ স্থিতিও সমীচীন জ্ঞান নকৰিলে। তদুপৰি সমিতিয়ে কোম্পানীৰ 'সু-সংগঠিত শ্ৰমিক সংঘ' বোলা কথাষাৰো মানি নল'লে। যিহেতু আইন মতে কৰ্মচাৰী সকলৰ সংখ্যালঘু অংশ এটাকহে মাথোন প্ৰতিনিধিত্ব কৰা সংঘ এটাও আইনসংগত হ'ব পাৰে। সমিতিয়ে ইয়াকো মন কৰিলে যে শ্ৰমিক সংঘই ব্যৱসায়ীক কাৰ্য্যপটুতাৰে সংগঠনৰ কাম আৰম্ভ কৰিব পৰা নাই। সংঘৰ দৃষ্টিভঙ্গী নিৰীক্ষণ কৰি সমিতিখনে প্ৰতিবেদনত লিখিলে ঃ "সংঘৰ স্থাপনে নিঃসন্দেহে কৰ্মচাৰী সকলৰ সংঘলৈ শক্তি আনি দিছে। কিন্তু এই শক্তিৰ আগমনে কোনোপধ্যে এইটো নুবুজায় যে তেওঁলোকে এই শক্তিৰ প্ৰদৰ্শন কৰি থাকিবই লাগিব ; হিংসাত্মক বা মইমতালিভাৱে তেনে কৰাৰ প্ৰশ্নই নুঠে। সংঘ স্থাপনৰ পাছত বিনা সন্দেহে ওজৰ-আপত্তিবোৰ গোটাই চোৱাৰ কথা উঠিবই। কিন্তু ই অনুতাপৰ কথা হ'ব যদি ওজৰ আপত্তিবোৰ বিচাৰি উলিওৱাত বিদ্বেষ আৰু তিক্ততাক অগ্ৰাধিকাৰ দিয়া হয়  বা যদি আচল অভিযোগ বাদ পৰি কাল্পনিকবিলাকক প্ৰাধান্য দিয়া হয়"।[১৮]

হিগিনৃছ সমিতিয়ে শ্ৰমিকৰ কেইবাটাও দাবী সমৰ্থন কৰি পৰামৰ্শ আগবঢ়াইছিল। তাৰে কিছু আছিল সৰ্বসন্মতিসম্পন্ন, কিছু সংখ্যাগৰিষ্ঠ আৰু আন কিছু

এজনীয়া সমৰ্থন প্ৰাপ্ত। শ্ৰমিক সংঘক স্বীকৃতি দিয়াকে ধৰি কোম্পানীয়ে দুটা বাদে সমিতিৰ আন সকলোবোৰ গুৰুত্বপূৰ্ণ আৰু সৰ্বসন্মতিপ্ৰাপ্ত অনুমোদনক গ্ৰহণ কৰিলে। বাকী থকা দুটাৰ এটাক কোম্পানীয়ে সম্পূৰ্ণভাৱে নাকচ কৰিলে। ই আছিল শ্ৰমিকৰ দক্ষতা বা 'কৰ্মপটুতা ব'নাছ'ৰ দাবীটোৰ সম্পৰ্কত। কোম্পানীৰ মতে এই ক্ষেত্ৰত তেওঁলোকে দিয়া মজুৰীৰ হাৰ আৰু 'ভৱিষ্যনিধি'ৰ ব্যৱস্থা পৰ্য্যাপ্ত আছিল। এইটো আছিল প্ৰতি গ্ৰেডৰ অন্তৰ্গত সময়-জখলা থকাৰ ব্যৱস্থা, যাতে দৰমহা খলপে খলপে বাঢ়ি গৈ থাকে। কোম্পানী প্ৰথমে মান্তি নহ'লেও ইয়াক বিচাৰ কৰি চাবলৈ মান্তি হ'ল। আন দহটা সংখ্যাগৰিষ্ঠ সদস্যৰ অনুমোদন প্ৰাপ্ত পৰামৰ্শৰ ভিতৰত কোম্পানীয়ে নাকচ কৰা এটা আছিল সপ্তাহত কামৰ ঘন্টা চাৰে ৪৫১/২ ঘন্টাৰ পৰা ৪৪ ঘন্টা কৰাৰ সম্পৰ্কত আৰু আন এটা আছিল অতিৰিক্ত স্বাস্থ্য বিষয়া নিয়োগৰ ক্ষেত্ৰত। কোম্পানীয়ে সাল-সলনিৰ মাধ্যমেৰে গ্ৰহণ কৰিবলৈ আগ্ৰহ কৰা পৰামৰ্শ এটা হ'ল ৰোগগ্ৰস্ততাৰ হেতুত পোৱা ছুটীৰ ক্ষেত্ৰত। সংখ্যাগৰিষ্ঠৰ অনুমোদন কৰা সাতদিনৰ ঠাইত কোম্পানীয়ে চাৰিদিন কৰিবলৈহে মান্তি হ'ল। অদক্ষ শ্ৰমিকৰ মজুৰীৰ বৰ্ধনৰ ক্ষেত্ৰত অমিয় কুমাৰ দাসৰ যিটো পৰামৰ্শ আছিল তাতো সাল-সলনি কৰিবলৈ কোম্পানী ৰাজি হ'ল। বৰদলৈৰ মতে অদক্ষ শ্ৰমিকৰ ক্ষেত্ৰত ডিগবৈৰ শ্ৰমিকে পোৱা মজুৰী সমগ্ৰ ভাৰততেই উত্তম আছিল।

ফেব্ৰুৱাৰী মাহৰ পৰা মাৰ্চ মাহৰ শেষলৈকে কোম্পানী আৰু শ্ৰমিক সংঘৰ মাজত হিগিনছ সমিতিৰ পৰামৰ্শবোৰক লৈ আলোচনা চলি থাকিল। ২১ মাৰ্চলৈকে আলোচনা ভাল গতিৰেই চলি আছিল। তাৰ পাছতহে ইয়াৰ গতি বেয়া হ'ল। হিগিনছ সমিতিৰ প্ৰতিবেদন প্ৰকাশ হোৱাৰ আগেয়েই, জানুৱাৰী মাহত কোম্পানীয়ে তেওঁলোকৰ তিনিচুকীয়া টিনপাত কাৰখানাত ৩৮ গৰাকী ব্যক্তিক বৰ্খাস্ত কৰিছিল। বৰদলৈয়ে তেতিয়াই কোম্পানীক কৈছিল আলোচনাৰ আগে আগে কোনো কঠোৰ নীতি হাতত নল'বলৈ। যি হওক এই ক্ষেত্ৰত কোম্পানী আৰু শ্ৰমিকৰ মাজত এটা বুজা-পৰা হ'ল। কোম্পানীয়ে তিনিচুকীয়াত বৰ্খাস্ত হোৱা লোকসকলক অস্থায়ীভাৱে হ'লেও, যেতিয়াই যেনেদৰে পৰা যায় ডিগবৈত কাম ওলালেই নিযুক্তি দিবলৈ শ্ৰমিক সংঘক প্ৰতিশ্ৰুতি দিলে। কিন্তু এনে বুজা-পৰাৰ পাছতো মিতব্যয়িতাৰ খাতিৰত কোম্পানীয়ে বৰ্খাস্ত নীতি নেৰিলে আৰু ৩১ মাৰ্চৰ দিনা শ্ৰমিক সংঘক জনালে যে তেওঁলোকে ডিগবৈত ১১ জন আৰু তিনিচুকীয়াত ৫ জন লোকক ১ এপ্ৰিলৰ পৰা বৰ্খাস্ত কৰিবলৈ সিদ্ধান্ত লৈছে। এই কাৰ্য্যত শ্ৰমিক সংঘ অতিষ্ঠ হৈ পৰিল আৰু অতি শীঘ্ৰে তেওঁলোকৰ পুনৰ নিযুক্তি বিচাৰিলে আৰু ২ এপ্ৰিল তাৰিখৰ ভিতৰত এই কাৰ্য্য নঘটিলে ধৰ্মঘট কৰাৰ জাননী দিলে। কোম্পানীয়ে ক'লে - বিষয়টো কোম্পানী আৰু

শ্ৰমিক সংঘৰ মাজত বহিবলগীয়া 'ৱৰ্ক কাউন্সিল'ত আলোচনা কৰিব। তথাপিও বৰদলৈ চৰকাৰক আগজাননী নিদিয়াকৈ ৩ এপ্ৰিল তাৰিখে হঠাতে শ্ৰমিক সংঘই সাত দিনলৈ বুলি প্ৰতিবাদ ধৰ্মঘট আৰম্ভ কৰি দিহে বৰদলৈ চৰকাৰক কথাটো জনালে। ধৰ্মঘটৰ আৰম্ভণীতেই কেইবাবাৰো ডিগবৈলৈ গৈ থকা বঙ্গৰ কমিউনিষ্ট শ্ৰমিক নেতা সুধীন্দ্ৰ প্ৰামাণিক ডিগবৈলৈ পুনৰ গ'ল, এইবাৰ ঘৰ্মঘট সমিতিৰ সম্পাদক হৈ। প্ৰামাণিকৰ আগমনৰ লগে লগে ডিগবৈৰ পৰিস্থিতি ভিতৰি ভিতৰি ক্ৰমান্বয়ে উত্তপ্ত হৈ গৈ থাকিল। সাদিনলৈ চলিব লগা ধৰ্মঘটটোক অনিৰ্দ্দিষ্ট কাললৈ লৈ যোৱা হ'ল।[১৯]

ধৰ্মঘটকাৰীয়ে উত্থাপন কৰা দাবীকেইটা আছিল এই ঃ ১। কোম্পানীয়ে নতুনকৈ নিযুক্ত কৰা লোকসকলক বৰ্খাস্ত কৰিব লাগে ; ২। শ্ৰমিকৰ সংখ্যা হ্ৰাস কৰা বিষয়টো শ্ৰমিক আৰু কোম্পানীৰ মাজত বহা যুটীয়া সমিতি এখনেহে বিচাৰ কৰিব পাৰিব ; ৩। প্ৰতি গ্ৰেডত নিৰ্দ্ধাৰিত সময় অনুসৰি, বেতনৰ বৃদ্ধিয়েই মাথোন নহয়, গ্ৰেডবোৰৰো পৰিবৰ্তন হ'ব লাগিব, যাতে বেতনৰ পৰিমাণ বাঢ়ে ; আৰু ৪। বঙলাৰ লগুৱাক কোম্পানীৰ শ্ৰমিক বুলি স্বীকাৰ কৰিব লাগিব।[২০]

এই বিষয়কেইটাৰ প্ৰথম আৰু দ্বিতীয়টো আছিল নীতি বিষয়ক গুৰুতৰ প্ৰশ্ন। কোম্পানী এটাই কাক চাকৰি দিব সেই বিষয়ত থকা অধিকাৰ সহজে এৰি নিদিব। তেনেকৈয়ে বঙলাৰ লগুৱাৰ প্ৰশ্নটোও সহজ নাছিল। কোম্পানীয়ে বৰদলৈক জনাইছিল যে হিগিনছ সমিতিয়ে বহু আলোচনা কৰিও এই বিষয়টোত কোনো সৰ্বসন্মতিসূচক পৰামৰ্শ আগবঢ়াব পৰা নাছিল। কোম্পানীৰ মতে শ্ৰমিক সংঘই বঙলাৰ লগুৱাৰ ওপৰত ইমান গুৰুত্ব দিয়াৰ কাৰণটো হ'ল যে তেওঁবিলাকৰ সাহায্য অবিহনে ধৰ্মঘট এটাৰ পূৰ্ণ সাফল্য নঘটিব।

ধৰ্মঘটটোৰ সম্পৰ্কত বৰদলৈয়ে কোনো নিজা ব্যক্তিগত মতামত ৰাজহুৱাভাৱে কেতিয়াও দিয়া নাছিল। আনকি তেওঁৰ অসম কংগ্ৰেছৰ সতীৰ্থ সকলৰ আগতো দিয়া নাছিল। তেওঁৰ যে ব্যক্তিগত মত নাছিল এনে নহয় আৰু সেইবোৰ তেওঁ খোলাখুলিকৈয়ে সেই সময়ছোৱাৰ কংগ্ৰেছ সভাপতি দুজন (ক্ৰমে সুভাষ চন্দ্ৰ বোস আৰু ৰাজেন্দ্ৰ প্ৰসাদ) আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ সংসদীয় সমিতিৰ সভাপতি বল্লভভাই পেটেলৰ আগত কৈছিল। কংগ্ৰেছ সভাপতি বোসলৈ তেওঁ লিখিছিল যে এনে কোনো গুৰুতৰ সমস্যা শ্ৰমিক সংঘ আৰু কোম্পানীৰ মাজত নাছিল যাক বুজাপৰাৰ দ্বাৰা সমাধান কৰিব পৰা নগ'লহেঁতেন। তেওঁৰ মতে সংঘটোৱে প্ৰথমে লাহে লাহে অভিজ্ঞতা আৰু ক্ষমতা অৰ্জন কৰি লোৱাৰ কথাহে ভাবিব লাগিছিল আৰু এনে নোহোৱাৰ প্ৰমাণ এয়ে যে শ্ৰমিক নেতাসকল প্ৰথমৰ পৰাই ধৰ্মঘট পন্থী আছিল। সেই কাৰণে ধৰ্মঘটটো আছিল কালপূৰ্ব বা লেৰেলি পকা আৰু অবিবেচক।

শ্ৰমিক-মালিকৰ মাজৰ সাধাৰণ বাদ-বিবাদত আদৰ্শগতভাৱে বৰদলৈ যে শ্ৰমিক পক্ষত আছিল সি নিশ্চিত। কেন্দ্ৰীয় কংগ্ৰেছৰ বৰমুৰীয়া সকলে ওফাইদাং মৰা উক্তিবোৰ দি থাকিয়েই ক্ষান্ত আছিল। সেইবোৰে মদগৰ্বী আৰু সম্পূৰ্ণ পৃথক মতবাদৰ শ্ৰমিক নেতা সকলক তেওঁলোকৰ ভুল বাটেদি যোৱাত সহায়হে কৰিছিল। দুয়ো পক্ষকে বুজাপৰালৈ অনাৰ অত্যন্ত জটিল আৰু সময়-ধৈৰ্য্যবহুল পথটোৱেই আছিল বৰদলৈৰ ভাগ্যত। তেওঁ কংগ্ৰেছ সভাপতি বোসলৈ লিখিছিল - "মই আপোনাক প্ৰতিশ্ৰুতি দিওঁ যে শ্ৰমিকৰ প্ৰতি সহানুভূতিৰ ক্ষেত্ৰত আমি কাৰোৰে পিছ নহওঁ আৰু শ্ৰমিকৰ যুক্তিপূৰ্ণ আৰু ন্যায়সংগত দাবীবোৰ পূৰ্ণ কৰাত আমি পৰিশ্ৰমৰ অকনোকে ত্ৰুটি নকৰো।" ই আখৰে আখৰে সঁচা, যিকোনো এজন নিৰপেক্ষ আৰু পৰিশ্ৰমী গৱেষকৰ চকুত এই সত্য ওলাই পৰিব। কিন্তু এই কথাও সঁচা যে ডিগবৈৰ শ্ৰমিক-মালিক সংঘৰ্ষত গণতান্ত্ৰিক চৰকাৰ এখনৰ মুৰব্বী হোৱা হেতুকে কটকটীয়া নিৰপেক্ষতাৰে আগবাঢ়িবলৈ বৰদলৈ দৃঢ়প্ৰতিজ্ঞ আছিল। তেওঁৰ মতে 'ট্ৰেডছ ডিছপিউট' আইনখনে চৰকাৰ এখনক এনে হোৱাই বিচাৰিছিল। তেওঁ কৈছিল যে এই আইনে চৰকাৰ এখনক নিৰ্দ্দেশ দিয়ে মাথোন কোন পক্ষই আইনখনৰ আধাৰত শুদ্ধ পথ আৰু কোন পক্ষই ভুল পথ লৈছে তাক আঙুলিয়াই দিবলৈহে। সেই কাৰণেই নিৰপেক্ষভাৱে দুয়ো পক্ষৰ মাজত আলোচনাৰ বাতাবৰণ সৃষ্টি কৰাটোৱেই চৰকাৰ হিচাপে তেওঁৰ কৰ্ত্তব্য বুলি বৰদলৈয়ে ধৰি লৈছিল। তেওঁ লোৱা পথ যে সত্যৰ আশ্ৰয়ত, সেই বিষয়ে তেওঁ নিশ্চিত আছিল। তেওঁ কৈছিল - "মই নিশ্চিতভাৱে ক'ব পাৰো যে (আমাৰ) চৰকাৰে সেই শুদ্ধ কামটোৱেই কৰিছে, যি কাম তেনে পৰিস্থিতিত যিকোনো এখন চৰকাৰে কৰিলেহেঁতেন।[২১]

কোম্পানীয়ে হিগিনছ সমিতিৰ বহুবোৰ গুৰুত্বপূৰ্ণ পৰামৰ্শ গ্ৰহণ কৰাত বৰদলৈ সুখী হৈছিল আৰু সেই ভাব ৰাজহুৱাভাৱেও ব্যক্ত কৰিছিল। কিন্তু শ্ৰমিক সংঘৰ মাজত সমিতিৰ পৰামৰ্শবোৰ কাৰ্য্যকৰী কৰাৰ ক্ষেত্ৰত চলি থকা আলোচনাৰ মাজতেই কোম্পানীয়ে কৰা বৰ্খাস্তক তেওঁ উত্তেজনা-উদ্দীপক জ্ঞান কৰিছিল। অনুসন্ধান সমিতিখনে মুকলি কৰি ৰখা বঙলাৰ লগুৱাৰ প্ৰশ্নটোৰ ক্ষেত্ৰতো বৰদলৈয়ে কৈছিল যে যদিও এই বিষয়ত কিছু ব্যতিক্ৰম বৰ্তি আছিল তথাপিও যেতিয়ালৈকে এই ব্যতিক্ৰমৰ অন্ত নহয় তেতিয়ালৈকে লগুৱাসকলে পাই থকা সুবিধাখিনিৰো (যেনে কোম্পানীৰ গুদামৰ পৰা সুলভ মূল্যত পোৱা ৰেচন) অন্ত হ'ব নালাগে। মাদক দ্ৰব্য নিবাৰণী অভিযানৰ মুকলি উৎসৱ উপলক্ষ্যে বৰদলৈয়ে যেতিয়া ১৪ মাৰ্চ তাৰিখে ডিব্ৰুগড় আৰু মাকুম ভ্ৰমণ কৰে, তেতিয়া তেওঁ কোম্পানীৰ অস্থায়ী জেনেৰেল মেনেজাৰ জনক কয় যে তেওঁ যদি অন্ততঃ ৩১ মাৰ্চৰ দিনা ডিগবৈ শোধনাগাৰৰ পৰা

বৰ্খাস্ত হোৱা পাঁচজন ব্যক্তিক পুনৰ নিযুক্তি দিয়ে, তেতিয়া তেওঁ (বৰদলৈয়ে) শ্ৰমিক সংঘকো বুজাপৰালৈ আহিবলৈ অনুৰোধ কৰিব - যিহেতু ইয়েই আছিল ধৰ্মঘটৰ প্ৰত্যক্ষ কাৰণ। কোম্পানীৰ মেনেজাৰৰ পৰা তেওঁ উৎসাহজনক সঁহাৰি নাপালে। ঠিক তেনেকৈয়ে বৰদলৈয়ে যেতিয়া ডিগবৈত শ্ৰমিক সংঘকো লগ ধৰিলে, তেওঁলোকৰ পৰাও কোনো আশ্বাসপূৰ্ণ সমিধান নাহিল। তেওঁলোকে বিচাৰিলে সকলো বৰ্খাস্ত হোৱা লোকৰ পুনঃ নিযুক্তি আৰু গ্ৰেড আৰু বণ্ডলাৰ লগুৱাৰ বিষয়ত তেওঁলোকৰ দাবীৰ অনুমোদন। উপায় বিহীন হৈ বৰদলৈ আৰু তেওঁৰ বনুৱা মন্ত্ৰীয়ে এখন মিটমাট সমিতি পাতি দিবলৈ মনস্থ কৰিলে। তথাপিও ডিগবৈৰ পৰা ১৬ এপ্ৰিল তাৰিখে ঘূৰি, বৰদলৈ গুৱাহাটী হৈ ১৯ এপ্ৰিল তাৰিখে শ্বিলং পাওঁতেই আগদিনা (১৮ এপ্ৰিল) ডিগবৈত শ্ৰমিকৰ ওপৰত হোৱা গুলীচালনা আৰু তাৰ ফলত তিনিজন শ্ৰমিকৰ মৃত্যু হোৱা খবৰ তাঁৰযোগে পাই বৰদলৈ হতভম্ব হ'ল, কাৰণ এলেকাটো পৰিদৰ্শন কৰোঁতে দুয়ো বিবাদী পক্ষৰ মাজত বুজাপৰাৰ নাটনি দেখিলেও ওপৰে ওপৰে পৰিস্থিতি শান্ত হৈ থকা যেন দেখা গৈছিল।[২২]

ডিগবৈৰ গুলীচালনাৰ পাছমুহূৰ্ত্ততেই উত্তৰ লক্ষীমপুৰৰ বৃটিছ উপায়ুক্তই তেওঁৰ তলতীয়া মেজিষ্ট্ৰেট বাবু পবিত্ৰ নাথ দাসৰ অধীনত পাতি দিয়া তদন্ত সমিতিখনক লৈ সৃষ্টি হোৱা বিভিন্ন গুজৱ আৰু ওজৰ-আপত্তিয়ে বৰদলৈক জুমুৰি দি ধৰিলেও বৰদলৈয়ে তেওঁৰ ধীৰতা আৰু স্থিতপ্ৰজ্ঞতা হেৰুওৱা নাছিল। প্ৰথমেই তেওঁ তেওঁৰ বিত্তমন্ত্ৰী ফখৰুদ্দিন আলি আহমেদক ঘটনাটোৰ অনুসন্ধান কৰিবলৈ ডিগবৈলৈ পঠিয়ালে। বৰদলৈয়ে তেওঁৰ বনুৱা মন্ত্ৰীকো দিহা দিলে তালৈ গৈ মিটমাট সমিতিখন পাতি তাৰ কাম আৰম্ভ কৰিবলৈ। লগতে ডিগবৈ আৰু তাৰ আশে-পাশে ভাৰতীয় ফৌজদাৰী আইনৰ ১৪৪ ধাৰা জাৰি কৰি এফালে কোম্পানীৰ পক্ষে বাহিৰৰ পৰা শ্ৰমিক আনিব নোৱৰা কৰিলে আৰু আনফালে শ্ৰমিক সংঘকো পাঁচজন বা ততোধিক লোক গোট বান্ধি মেল-মিটিং আদি পাতিব নোৱৰা কৰিলে। গুলীচালনাৰ পাছত বৰদলৈ কিন্তু নিজে ডিগবৈলৈ যাব পৰাত নাছিল, ডিগবৈ বিষয়টো ৰাজ্যপালৰ বিশেষ দায়িত্বৰ ভিতৰত পৰা বিষয় হোৱাৰ কাৰণে তেওঁৰ লগত সঘনে আলোচনাৰ প্ৰয়োজন হৈ পৰিছিল। আলি আহমেদৰ ৰিপৰ্ট নহালৈকে আৰু পবিত্ৰ নাথ দাসৰ তদন্ত চলি থকালৈকে বৰদলৈয়ে গুলীচালনা সম্পৰ্কত ততাতৈয়াকৈ ৰাজহুৱা বিবৃত্তি দিব পৰা নাছিল। এনে হোৱাত নিখুট তথ্যৰ সন্ধান নোপোৱাকৈ ভুল তথ্য আৰু গুজৱৰ আধাৰত বহুতে বৰদলৈ চৰকাৰৰ গাত চেকা পেলাবলৈ উদ্যত হ'ল। কমিউনিষ্ট, চছিয়েলিষ্ট আৰু আনকি অসম প্ৰাদেশিক কংগ্ৰেছৰেই বহু সৰু-বৰ নেতাই বৰদলৈ চৰকাৰক শ্ৰমিক বিৰোধী বুলিবলৈ ল'লে। আনহাতে আলি আহমেদেও কিছু ভুল কাম নকৰাকৈ

নাছিল।[২৩] তেওঁ ডিগবৈত চৰকাৰী বৃটিছ বিষয়াক দিয়া কিছু পৰামৰ্শক লৈ কলকাতাস্থ এংলো ইণ্ডিয়ান কাকত 'ষ্টেটছম্যান' য়ে অকৰা মৈত উঠাদি বৰদলৈ চৰকাৰক পক্ষপাত দুষ্ট আখ্যা দি জধেমধে বকিবলৈ ল'লে। উপৰোক্ত ১৪৪ ধাৰাৰ আধাৰত আলি আহমেদে কোম্পানীৰ ওপৰত জোৰ দিলে যাতে তেওঁলোকে সেই সময়ত নতুন নিযুক্তি নকৰে, কিন্তু তেওঁ শ্ৰমিক সংঘকো সেই একে আইন মতে তেওঁলোকৰ কৰ্ত্তব্যৰ কথা, মানে দল বান্ধি মেল-মিটিং নাপাতিবলৈ সোৱঁৰাই নিদিলে, যদিও শ্ৰমিকসকলে সেই কাম কৰিয়েই আছিল। যেতিয়া বৰদলৈয়ে কথাটো গম পালে তেওঁ তাঁৰযোগে ভুলটো শুধৰালে। কিন্তু ইতিমধ্যে চৰকাৰৰ মুখ্য সচিব এইচ. জি. ডেনেহীৰ পৰা ষ্টেটছম্যান কাকতে বৰদলৈৰ শুধৰনী তাঁৰ বাৰ্তাৰ কথা গম পালে। এই কাকতে বৰদলৈ চৰকাৰৰ অন্য এটা ঘোষণাৰো ইচ্ছাকৃতভাৱে ভুল অৰ্থ কৰিলে। ডিগবৈত আলি আহমেদে পুলিচ চুপাৰিনটেণ্ডেটৰ পৰা গম পালে যে ২৪ এপ্ৰিল তাৰিখে কোম্পানীয়ে এক বৃহৎ সংখ্যক নতুন শ্ৰমিকক নিযুক্তি দিবলৈ পাঙিছে। এই কথা শুনি আলি আহমেদে পুলিচ চুপাৰিনটেণ্ডেটক তেওঁৰ নিজৰ চহীৰে কোম্পানীৰ মেনেজাৰলৈ তেনে কামৰ পৰা বিৰত থাকিবলৈ ক'লে, আৰু সেই চিঠিৰ শ্ৰুতলিপি তেওঁ নিজেই দিলে। ষ্টেটছম্যান কাকতে কিন্তু এই চিঠিৰ ব্যাখ্যা কৰিলে এই বুলি যে বৰদলৈ চৰকাৰে পুলিচৰ দ্বাৰাই বঙলাৰ লগুৱাক কামলৈ যাবলৈ বাধা দিলে। কাকতখনৰ ২৯ এপ্ৰিল (১৯৩৯)ৰ সম্পাদকীয়ত বৰদলৈ চৰকাৰক 'অপৰাধী চৰকাৰ' আখ্যা দি এনেদৰে লিখিলে ঃ

> "এইটো খাটাং যে অসম চৰকাৰ কোনোপধ্যেই এখন চৰকাৰ নহয়; ই হ'ল মাথোন এটি লুণ্ঠনকাৰী শাসন চক্ৰ। আমি আশাকৰো কংগ্ৰেছ হাইকমাণ্ডে তেওঁলোকৰ নিজৰেই মঙ্গলৰ নিমিত্তে এই চৰকাৰক ততালিকে খেদি পঠিয়াব। অন্যথা ৰাজ্যপালে বা নাগৰিক প্ৰতিৰক্ষাৰ নামত ইয়াৰ বিপক্ষে কাৰ্য্য হাতত নল'লে অন্য উপায় আৰু নাই। মন্ত্ৰীৰ ছদ্মবেশৰ এই বিপ্লৱীমখাৰ পৰা ৰাজ্যপালে যদি পদ ইস্তফা দাবী নকৰে ই নিশ্চিত যে ভাৰতীয় কংগ্ৰেছে নিজকে সিহঁতৰ শাৰীত বহুৱাব নোৱাৰে।"

যিহেতু বৰদলৈ মন্ত্ৰীসভাত সোমোৱাৰ আগতে আলি আহমেদ ডিগবৈৰ শ্ৰমিক সংঘৰ আইন উপদেষ্টা আছিল, সাম্ৰাজ্যবাদী বৃটিছ প্ৰেছে তেওঁক শ্ৰমিক পক্ষৰ ব্যক্তি বুলি ধৰি ল'বলৈ সুবিধা পালে। বৰদলৈয়ে বুজিলে যে ১৮ এপ্ৰিলৰ ৰাতি ঘটা ঘটনাৰ সংক্ৰান্তত তেওঁৰ চৰকাৰে দেখুওৱা দৃঢ়তাত ভয় খায়েই এংলো-ইণ্ডিয়ান প্ৰেছে কুৎসা ৰটনা আৰু কু প্ৰচাৰত লাগি গ'ল। চৰকাৰী গোপন তথ্যৰ যোগান ধৰাত চৰকাৰৰ মুখ্য সচিব বৃটিছ বিষয়া ডেনেহী লিপ্ত থকাৰ কথাটো ওলাই পৰাত বৰদলৈয়ে

যেতিয়া তেওঁক সেই অপকৰ্মৰ বাবে তিৰস্কাৰ কৰিলে, তেতিয়া তেওঁ পদ ইস্তফা দিলে যদিও বৰদলৈয়ে তেওঁক সেই ইস্তফা উঠাই ল'বলৈ কৈ জনালে যে তেনে আচৰণ আগলৈ সহ্য কৰা নহ'ব। ইউৰোপীয় গোষ্ঠীৰ এনেবোৰ অপকৰ্মইয়ো বৰদলৈৰ নিৰপেক্ষতা লৰাব নোৱাৰিলে।[২৪]

চৰকাৰী আৰু কোম্পানীৰ ইংৰাজ বিষয়াসকলক সকলো দোষৰ পৰা মুক্তি দিয়া পবিত্ৰ নাথ দাসৰ তদন্তৰ ৰিপৰ্ট ৩ মে' তৰিখে যেতিয়া ওলাল বৰদলৈ বৰকৈ বিৰক্ত হৈ পৰিল। কোম্পানীৰ তিনিজন বিষয়া বনুৱা চুপাৰিনটেণ্ডেন্ট এইচ. এফ. টাউলাৰ, ইঞ্জিনিয়াৰ আৰ.টেইনচ্ আৰু আৰ. এ গিলেছপী আৰু লগতে আসাম ৰাইফলছৰ নায়ক লেফটেনেন্ট মাৰেক ঘটনাৰ বহু প্ৰত্যক্ষদৰ্শীয়ে গুলীচালনাৰ লগত ওতঃপ্ৰোত ভাৱে জড়িত আছিল বুলি গণ্য কৰাতো পবিত্ৰ দাসৰ ৰিপৰ্টে মাথোন অসম ৰাইফলছৰ জমাদাৰ পানীৰামেহে স্ব-প্ৰতিৰক্ষাৰ বাবে উত্তেজিত আক্ৰমণশীল জনতাৰ প্ৰতি গুঁলীচালনা কৰিছিল বুলি লিখিলে। বৰদলৈয়ে এই ৰিপৰ্ট অস্বীকাৰ আৰু অগ্ৰাহ্য কৰিলে আৰু এখন সম্পূৰ্ণ নিৰপেক্ষ ন্যায়িক তদন্তৰ কথা ভাবিলে। এইটো অত্যন্ত অপৰিহাৰ্য্য হৈ পৰিছিল এই কাৰণেই যে ৰাজহুৱা অভিমতে লক্ষীমপুৰ জিলাৰ উপায়ুক্ত আৰু পুলিচ চুপাৰিনটেণ্ডেন্টক কোম্পানীৰ লগত লগ হৈ গুলী চালনাত লিপ্ত আছিল আৰু কোম্পানীক নতুন শ্ৰমিক নিযুক্তিত সহায় কৰিছিল বুলি অভিযুক্ত কৰি থৈছিল।[২৫]

তথাপিও বৰদলৈ নিজে চৰকাৰখনৰ মুৰব্বী হোৱাৰ বাবদ শ্ৰমিক-মালিকৰ যুদ্ধখনত আগৰ দৰে নিৰপেক্ষভাৱে চাবলৈ লোৱাত অসম কংগ্ৰেছৰ কেইবাগৰাকী বিজ্ঞ নেতাই বৰদলৈৰ ওপৰত খং খালে (পাছৰ খণ্ডত সেই বিজ্ঞ অসমীয়া কংগ্ৰেছ নেতাসকলৰ অচৰণৰ বিষয়ে বিতংভাৱে কোৱা হ'ব)। কিন্তু এইবোৰেও স্থিতপ্ৰজ্ঞ বৰদলৈক তেওঁৰ কৰ্ত্তব্যৰ পথৰ পৰা লৰাব নোৱাৰিলে। এই সময়ত তেওঁৰ কৰ্ত্তব্যৰ পথলৈ জুলুম আহিল বিবাদীয় পক্ষ দুটিৰ মুৰব্বী সকলৰ আকোঁৰগোজ আচৰণৰ পৰাহে। মে' মাহৰ শেষত বৰদলৈলৈ অহা দুৰৱস্থাৰ প্ৰথমটো হ'ল, সেই সময়ৰ অস্থায়ী ৰাজ্যপাল টুইনামে কোনোপধ্যেই নিৰপেক্ষ ন্যায়িক অনুসন্ধান সমিতি পাতিবলৈ অনুমতি দিবলৈ ইচ্ছা নকৰিলে।[২৬] তেওঁ যুক্তি দৰ্শালে যে ৰাজ্যখনৰ শান্তি আৰু শৃঙ্খলা বজাই ৰখাৰ লগতে ৰাইজৰ সেৱাত আত্মনিয়োগ কৰা চৰকাৰী বিষয়াসকলৰ প্ৰাপ্য সুবিধাৰ বিষয়ত তেওঁৰ বিশেষ দায়িত্ব আছে। দ্বিতীয়তে, ধৰ্মঘটকাৰী সকলৰ মুৰব্বী প্ৰামাণিকেও মদগৰ্বী আৰু আকোঁৰগোজ আচৰণ এৰি বুজাপৰালৈ অহাৰ লক্ষণ নেদেখুৱালে। তৃতীয়তে, কোম্পানীৰ মেনেজাৰ পি.ডি.এম.লিংগেমেনক বৰদলৈয়ে শ্বিলঙলৈ আলোচনাৰ কাৰণে মাতি আনোতে তেওঁ

শ্ৰমিক সংঘৰ দাবীবোৰ অৰ্থনৈতিক, অৱস্থাৰ লগত সম্বন্ধ নথকা নিতান্তই ৰাজনৈতিক বুলি সেইবোৰক সুদে-মূলে অগ্ৰাহ্য কৰিলে। এই সময়তে প্ৰসাদৰ পৰা 'কল' পাই বৰদলৈ কলকাতালৈ গৈ তেওঁৰ লগতো আলোচনা কৰিলে বিশেষকৈ এংলো ইণ্ডিয়ান প্ৰেছৰ আক্ৰমণৰ বিষয়টোক লৈ।

সেই সময়ত অসমৰ স্থায়ী ৰাজ্যপাল ৰবাৰ্ট ৰীড্ অস্থায়ীভাৱে বঙ্গৰ ৰাজ্যপালৰ পদত আছিল। তেওঁৰ দৃষ্টিত বৰদলৈ আছিল এজন অত্যন্ত সৎ, নিষ্ঠাবান গান্ধীবাদী আৰু সাধু ভদ্ৰলোক ; কিন্তু তেওঁ হেনো দৃঢ় মনৰ নাছিল। উপৰুৱাকৈ চাই যিসকলে বৰদলৈক দৃঢ় মনৰ ব্যক্তি নহয় বুলি ভাবিছিল, তেওঁলোকে হয়তো তেওঁৰ এটা বিশেষ স্বভাৱলৈ মন কৰি এই ধাৰণা লৈছিল। এই স্বভাৱটো হ'ল এটা বিষয়ৰ সকলো দিশ তন্ন তন্নকৈ অনুসন্ধান নকৰাকৈ বৰদলৈয়ে কেতিয়াও দৃঢ় মত পোষণ কৰিবলৈ নিবিচাৰিছিল। যি বিষয়ত বৰদলৈৰ মত খাটাং আছিল তাত তেওঁ আছিল দৃঢ় আৰু অবিচল। অৱশ্যে বৰদলৈৰ এটা দুৰ্বলতা নথকা নহয় ; যদিও তেওঁ প্ৰাদেশিক স্বাৰ্থক উচ্চাসন দিছিল, তথাপিও কেন্দ্ৰীয় কংগ্ৰেছৰ কেইগৰাকীমান মুৰব্বী ব্যক্তিৰ ওপৰত - বিশেষকৈ গান্ধীজী, জৱাহৰলাল নেহৰু আৰু বল্লভভাই পেটেলৰ ওপৰত তেওঁ গভীৰ বিশ্বাস ৰাখিছিল আৰু কেতিয়াবা সেই সকলৰ মন্তব্যক তেওঁৰ নিজা শুদ্ধ বিচাৰতকৈও অগ্ৰাধিকাৰ দিছিল। কিন্তু বৰদলৈ কেতিয়াও কোনো এটা সমস্যাৰ শুদ্ধ সমাধান উলিওৱাৰ আগতে সেই সমস্যাৰ পৰা পলাই সাৰিবলৈ বিচৰা ব্যক্তি নাছিল। সেই কাৰণেই তেওঁ প্ৰদেশ কংগ্ৰেছে বিচৰাৰ দৰে পদ ইস্তফা দি কৰ্ত্তব্যৰ পৰা গা এৰি দি যাব খোজা নাছিল। তেওঁ কোনো ধৰণৰ চাঞ্চল্য পচন্দ নকৰিছিল।

শ্ৰমিক সংঘক বৰদলৈয়ে বুজা-পৰালৈ আনিব নোৱৰাৰ প্ৰধান কাৰণ যে প্ৰামাণিকৰ মদগৰ্বিতা আছিল তাক কোৱা হৈছেই। জাতীয় কংগ্ৰেছেও ভুল সংকেতেৰে শ্ৰমিক নেতাক মিছাতে অত্যুৎসাহী কৰিছিল সিও সঁচা। যি হওক, বৰদলৈয়ে সকলো কাম কেন্দ্ৰীয় কংগ্ৰেছৰ লগত আলোচনা কৰিয়েই কৰিছিল, বিশেষকৈ কংগ্ৰেছ সভাপতি প্ৰসাদ আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ সংসদীয় উপ-সমিতিৰ মুৰব্বী বল্লভভাই পেটেলৰ লগত সঘনে যোগাযোগ কৰি। সমস্যাটোৰ সমাধানৰ কাৰণে প্ৰথম দুখন মেল বহিছিল ১৯৩৯ চনৰ মে' মাহৰ প্ৰথম ভাগত ৰাজেন্দ্ৰ প্ৰসাদকে লৈ আন কেইজনমান কেন্দ্ৰীয় কংগ্ৰেছ নেতা, কোম্পানীৰ আৰু ডিগবৈৰ শ্ৰমিক সংঘৰ প্ৰতিনিধি আৰু অসম চৰকাৰৰ মাজত।[২৭] এই দুখন মেলে কোম্পানী আৰু শ্ৰমিক সংঘৰ মতি-গতি লৰাব নোৱাৰিলে। মুম্বাইলৈ উভতি গৈ প্ৰসাদে কংগ্ৰেছৰ নেতা সকলক অসমৰ সংবাদ দিছিলহে মাথোন, এনেতে প্ৰামাণিকৰ পৰা পোৱা এটা খবৰে তেওঁক ব্যতিব্যস্ত কৰি তুলিলে। তেওঁ পুলিচ জুলুমৰ বিপক্ষে প্ৰতিবাদ কৰিবলৈ ডিগবৈৰ পৰা শ্বিলঙৰ

'গৱৰ্নৰ হাউচ' লৈ এটা সমদল পদযাত্ৰাৰ কথা পাঙিছে। এই আয়োজনক 'মুৰ্খামি' জ্ঞান কৰি, সেইটো যেন নহয় তাৰ কাৰণে ব্যৱস্থা ল'বলৈ তেওঁ বৰদলৈক ক'লে। ঠিক তেনেকৈয়ে কোম্পানীৰ জেনেৰেল মেনেজাৰ লিংগেমেনেও আপত্তি কৰিলে কেনেকৈ প্ৰতিদিনে শ্ৰমিক সংঘই চিঞৰিব লাগিছে চাৰিজন শ্ৰমিকৰ মৃত্যুৰ প্ৰতিশোধ ল'বলৈ চাৰিজন ইউৰোপীয়ক বধ কৰা হ'ব।[২৮]

বৰদলৈয়ে তেওঁৰ সদাচাৰী মধ্যস্থতাৰ কাম চলাই থাকিলে। ১৪ আৰু ১৫ জুনত শ্বিলঙত তেওঁ লিংগেমেন আৰু ৰাজ্যপাল টুইনামৰ লগত জটিলতা ভাঙিবলৈ কোম্পানীৰ সংশোধিত প্ৰস্তাৱকেইটা আলোচনা কৰিলে। লিংগেমেনে কৰা খছৰা বিধান চন্দ্ৰ ৰয়লৈকো পঠিয়াই দিলে। কোম্পানীৰ নতুন প্ৰস্তাৱকেইটা আছিল এই ঃ

১। ধৰ্মঘটৰ সময়ত নিয়োগ হোৱা নতুন শ্ৰমিকক আঁতৰোৱা নহ'ব কিন্তু, যিমান পৰা যায় আগৰ লোক সকলক পুনৰ ল'ব যদিহে তেওঁলোকৰ বাবে কাম ওলায়। ধৰ্মঘটত ভাগ লোৱাৰ বাবেই কাৰো কাৰণে পুনৰ নিযুক্তিত বাধা নাহিব, যদিও কোনো কোনো বিশেষ ব্যক্তিৰ ক্ষেত্ৰত কোম্পানীৰ নিজা সতৰ্কতা থাকিব।

২। যিহেতু বৰ্তমানে ঠিকাদাৰে কৰা কিছুমান কাম কোম্পানীয়ে ভৱিষ্যতে নিজে কৰিব, এই কামবোৰ সেইবোৰ শ্ৰমিকে পাব যিবোৰক নতুন নিযুক্তিয়ে আঁতৰাই পঠিয়াইছে। তাৰোপৰি কোম্পানীয়ে তিনিচুকীয়াত ১০০ শ্ৰমিকক পুনৰ নিযুক্তি দিব।

৩। নতুন নিযুক্তিয়ে আঁতৰাই পঠিওৱা পুৰণি শ্ৰমিকক ভৱিষ্যতে নতুনকৈ ওলোৱা চাকৰিত অগ্ৰাধিকাৰ দিয়া হ'ব।

৪। বৰ্খাস্ত হোৱা ধৰ্মঘটকাৰীক নিজা প্ৰদেশৰ ঠাইলৈ উভটি যোৱাৰ ৰেল খৰচ কোম্পানীয়ে বহন কৰিব।

৫। কোম্পানীয়ে ধৰ্মঘটৰ আগতে শ্ৰমিক সংঘক দিয়া নিযুক্তিৰ বিষয় সংক্ৰান্ত প্ৰতিশ্ৰুতিবোৰ বাহাল ৰাখিব।[২৯]

২১ জুন তাৰিখে লিংগেমেনে বৰদলৈক জনালে যে উপৰোক্ত প্ৰস্তাৱকেইটা চূড়ান্ত।[৩০] লিংগেমেনে ইয়াকো ক'লে যে তেওঁৰ মিটমাট সমিতিত বিশ্বাস নাই, কিন্তু যদি ই গঢ়ি উঠে তাৰ লগত তেওঁ সহযোগ দিব। প্ৰসাদ কোম্পানীৰ এই প্ৰস্তাৱকেইটাত সুখী নহ'ল। যিহেতু সেইবিলাকত বৰ্খাস্ত হোৱা ১২০০ শ্ৰমিকক এটা নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত পুনৰ নিযুক্তি দিয়াৰ কথা নাছিল। বৰদলৈয়ে শ্ৰমিক সংঘৰ সম্পাদক এম. এ. চৌধুৰীলৈ লিখিলে লিংগেমেনৰ প্ৰস্তাৱকেইটা শ্ৰমিক সংঘৰে আলোচনা কৰি সমিধানলৈ আহিবলৈ।[৩১]

বৰদলৈৰ দৰে এতিয়া প্ৰসাদেও ভাবিলে যে শ্ৰমিক সংঘটো এটি অনিশ্চিত আৰু শংকাজনক পৰিস্থিতিত উপস্থিত হৈছে। আদিতে প্ৰশ্নটো আছিল কোম্পানীয়ে অতিৰিক্ত বুলি আঁতৰাব খোজা ৬৩ জন শ্ৰমিকক লৈ, কিন্তু এতিয়া সংঘৰ বিভিন্ন প্ৰতিবাদী কাৰ্য্যৰ ফলস্বৰূপে ১৪০০ জন শ্ৰমিকে কাম হেৰুৱাবলৈ ওলাইছে।[৩২] সাংঘাটিকভাৱে লোকচান গ্ৰহণ নকৰাকৈ এতিয়া তেওঁলোকে ধৰ্মঘট বন্ধ কৰিব পৰাও নাছিল। ২৬ জুন তাৰিখে কেন্দ্ৰীয় কংগ্ৰেছৰ ৱৰ্কিং কমিটিত ডিগবৈ প্ৰসংগ আলোচনা কৰি ধৰ্মঘটকাৰীৰ প্ৰতি গভীৰ সহানুভূতি দেখুওৱা হৈছিল আৰু এটা প্ৰস্তাৱেৰে ঘাইকৈ কোম্পানীকেই এনেকৈ দুষিছিল ঃ

> "যদিহে কোম্পানীৰ ডাইৰেক্টৰ সকলে ইয়াক (বিবাদ নিস্পত্তিৰ কাৰণে মিটমাট সমিতি এখনৰ আগমন) পাতিবলৈ মন নকৰে, তেনেহলে এই সমিতিয়ে অসম চৰকাৰক পৰামৰ্শ দিছে অনতি পলমে আইন প্ৰস্তুত কৰি মিটমাট সমিতিৰ সিদ্ধান্ত গ্ৰহণ কৰিবলৈ কোম্পানীক বাধ্য কৰিবলৈ আৰু লগতে কোম্পানীক জনাই দিবলৈ যে প্ৰয়োজন হ'লে অনিচ্ছা সত্ত্বেও কোম্পানীয়ে বৰ্তমান লীজৰ কাল শেষ হোৱাৰ পাছত নতুনকৈ লীজ নাপাব।[৩৩]"

নিয়ম সিদ্ধভাৱে উক্ত প্ৰস্তাৱ বৰদলৈলৈ গ'ল। কিন্তু ই যে মাথোন এটা কাগজৰ বাঘহে আছিল তাক প্ৰসাদে নজনাকৈ নাছিল। প্ৰসাদে ২ জুলাই তাৰিখে বৰদলৈলৈ লিখা চিঠিখনৰ সুৰটো অন্য ধৰণৰ ঃ

> "মই জানো (ধৰ্মঘটটো ভঙ্গ কৰি দিলে) বেছ কিছু শ্ৰমিকে তেওঁলোকৰ কাম হেৰুৱাব। কিন্তু সাফল্যৰ কোনো সম্ভাৱনা নথকা এই ধৰ্মঘটটো এনেদৰে চলাই নি থকাৰ কোনো মানে মই বিচাৰি নাপাওঁ। ইয়াক জহি-খহি যাবলৈ এৰি দিয়াতকৈ বন্ধ কৰি দিয়াটোহে শ্ৰেয়।"

প্ৰসাদে বৰদলৈক পৰামৰ্শ দিলে সংঘৰ সম্পাদক চৌধুৰীক কথাটো বুজাবলৈ। তেওঁ লগতে ক'লে যদি ৰাজহুৱা ঘোষণাৰ প্ৰয়োজন, তাৰো খচৰা এটা তেওঁ কৰি দিব।[৩৪]

বৰদলৈয়ে শ্বিলঙত কোম্পানীৰ প্ৰতিনিধি আৰু বিধানসভাৰ সদস্য এইচ.পি. মুন্দেক ক'লে যে লিংগেমেনে এবাৰ শ্বিলঙলৈ আহিব লাগে। লগতে তেওঁ চৌধুৰীলৈকো প্ৰসাদৰ প্ৰস্তাৱটো পঠালে। কিন্তু ইতিমধ্যে প্ৰামাণিকে ঘোষণা কৰি দিলেই যে ধৰ্মঘট বন্ধ হোৱাৰ দিনাই সকলো বৰ্খাস্ত হোৱা শ্ৰমিকে পুনৰ নিযুক্তি পোৱাৰ ব্যৱস্থা নাথাকিলে ধৰ্মঘট চলিয়েই থাকিব। যেতিয়া ৮ জুলাই তাৰিখে লিংগেমেন আৰু চৌধুৰী দুয়ো পৃথকভাৱে বৰদলৈক দেখা কৰিলে বিবাদীয় পক্ষ দুটি

ওচৰ চপাৰ আশা দেখা নগ'ল। কোম্পানীৰ মতে ধৰ্মঘটৰ লগে লগে নিযুক্তিৰ ম্যাদ শেষ হ'ল আৰু প্ৰশ্নটো হ'ল ন-নিযুক্তিৰহে, পুনঃ সংস্থাপনৰ নহয়। বৰদলৈয়ে যেতিয়া মিটমাট সমিতিৰ প্ৰস্তুতিত আকোৰগোঁজ হৈ ৰ'ল লিংগেমেন অলপ হুইঁকিল। এতিয়া তেওঁ ক'লে ধৰ্মঘটৰ অন্তত নৱ নিযুক্তি নোপোৱা সকলক জ্যেষ্ঠতা অনুসৰি লাহে লাহে নিযুক্তি দিব পৰা যাব। কিন্তু কোম্পানীৰ সম্পাদক চৌধুৰীয়ে প্ৰামাণিকৰ ঘোষণাকে মাথোন দোহাৰি ক'লে যে কোম্পানীক ধৰ্মঘটৰ শেষত প্ৰথমতে সকলোকে আগৰ কামত নিযুক্তি দিব লাগিব আৰু তাৰ পাছত অতিৰিক্ত সকলক বাধ্যবাধকতা বশতঃ ছুটী দিব লাগিব। পাচদিনা ৯ জুলাই তাৰিখে বৰদলৈয়ে যেতিয়া লিংগেমেনৰ লগত পুনৰ কথা হয়, কোম্পানীৰ মেনেজাৰজনে ক'লে এইটো দেখদেখকৈ শ্ৰমিকৰ প্ৰতি প্ৰতাৰণা হ'ব আৰু কোম্পানীয়েও ইমানবোৰ শ্ৰমিকক গ্ৰহণ কৰিব নোৱাৰিব। প্ৰসাদ, বৰদলৈ দুয়োৱেই মিটমাট সমিতি এখনৰ হাততেই শ্ৰমিক আৰু পুঁজিৰ মাজৰ বিবাদখন গটাই দিয়াৰ সিদ্ধান্ত ল'লে। এই ব্যৱস্থাত চৰকাৰ মাথোন নিৰপেক্ষ আৰু শান্তিৰ ৰক্ষক হৈ ৰ'ব। বৰদলৈয়ে বিচাৰিছিল শ্ৰমিক বিশেষজ্ঞ গুলজাৰিলাল নন্দক মিটমাট সমিতিখনৰ গুৰি ধৰিবলৈ, কিন্তু সেই সময়ত তেওঁৰ মাতৃ বিয়োগ হোৱাত এই বাঞ্চা নফলিল। গতিকে তেওঁ ব্ৰহ্মপুত্ৰ উপত্যকাৰ জিলাসমূহৰ ছেছন জজ ৰূপে নিযুক্ত হৈ অসমলৈ অহা কে.কে.হাজৰাক সেই কামত নিয়োগ কৰিলে।[৩৫] হাজৰা সমিতি পাতি দিয়াৰ সময়তেই ২২ জুলাই তাৰিখে অশেষ বাধা-বিঘিনি-জঞ্জালৰ মূৰত বৰদলৈয়ে ডিগবৈ গুলী চালনাৰ তদন্ত কৰিবলৈ ন্যায়িক নিৰপেক্ষ অনুসন্ধান সমিতিখন কলকাতা হাই কৰ্টৰ অৱসৰ প্ৰাপ্ত মুখ্য ন্যায়াধীস মন্মথ নাথ মুখাৰ্জীৰ অধীনত পাতি দিব পাৰিলে। বৃটিছ চৰকাৰী বিষয়াক বচাবৰ কাৰণে অস্থায়ী ৰাজ্যপাল এইচ.জে.টুইনামৰ এশ এবুৰি পক্ষপাত দুষ্ট প্ৰতিবন্ধক ধৈৰ্য্য আৰু যুক্তিৰে বিৰামহীনভাৱে ওফৰাই বৰদলৈয়ে নিৰপেক্ষ তদন্ত সমিতিখন পাতিহে এৰিলে। বৰদলৈৰ দৃঢ়তাৰ জলন্ত নিদৰ্শনৰ ভিতৰত ইও এটা। পবিত্ৰ নাথ দাস প্ৰতিবেদনৰ অজস্ৰ ত্ৰুটি পুংখানুপুংখভাৱে উঘালি বৰদলৈয়ে তেওঁৰ নিজা বিশদ বিশ্লেষণেৰে ৰাজ্যপালক পতিয়ন মনাব খুজিলে। কিন্তু ঘটনাটোত কোম্পানীৰেই বা চৰকাৰৰেই হওক বৃটিছ বিষয়াৰ ত্ৰুটিপূৰ্ণ, আইন অসংগত কৰ্মকাণ্ড ওলাই পৰিব বুলি ভাবিয়েই হ'বলা ৰাজ্যপাল এনে স্বাধীন ন্যায়িক তদন্তৰ কাৰণে অনুমতি দিবলৈ বহুপৰ ৰাজী নাছিল। তেওঁ ক'লে সাক্ষী-পাতিৰ পৰীক্ষাই অশান্তি চপাব। তাৰোপৰি তদন্তৰ লক্ষ্য হয়তো হ'বগৈ প্ৰতিৰক্ষা বাহিনী, কিন্তু এই প্ৰতিৰক্ষা বাহিনীৰ প্ৰতি তেওঁৰ ৰাজ্যপাল হিচাবে বিশেষ দায়িত্ব আছে। ৰাজ্যপালে ডিগবৈ এলেকাত থকা তেওঁৰ সাংবিধানিক বিশেষ দায়িত্বৰ কথাও বৰদলৈক লিখিতভাৱেও জনালে। কিন্তু বৰদলৈয়ে নেৰিলে।

বৰদলৈৰ বিভিন্ন বিশ্লেষণ পঢ়ি অৱশেষত ৰাজ্যপাল অলপ হুইকিল। তেওঁ বৰদলৈক ক'লে যে যিহেতু বৰদলৈয়ে ৰাইজৰ ধাৰাবাহিক দাবীৰ কথাও কৈছিল তেওঁ এটা মধ্যম পন্থা উলিয়ালে। তদন্তৰ কাৰণে তেওঁ নিম্নোক্ত চৰ্ত কেইটি বান্ধি দিলে ঃ

১। তদন্ত হোৱাৰ আগতে চৰকাৰে সংলগ্ন বিষয়া সকলৰ পৰা দুটা বিষয়ত তেওঁলোকৰ ব্যাখ্যা বিচাৰিব লাগে। ক) ঘটনাটোৰ সম্পৰ্কত তেওঁলোকৰ কাৰ্য্য আৰু খ) মেজিষ্ট্ৰেটজনৰ বিচাৰ ;

২। তদন্তৰ উদ্দেশ্য আৰু লক্ষ্য যাতে আঞ্চলিক চৰকাৰী বিষয়াৰ ওপৰত অনুশাসনিক খতিয়নী (Disciplinary Proceedings) হৈ নপৰে। তেওঁলোকে যেন নাভাবে যেন চৰকাৰৰ তেওঁলোকৰ প্ৰতি আস্থাৰ স্খলন হৈছে;

৩। যিবোৰ উক্তি শপত লৈ মেজিষ্ট্ৰেটক দিয়া হৈছিল, সেইবোৰ সম্পৰ্কত যাতে প্ৰশ্ন সোধা নহয় ;

৪। যিহেতু তদন্ত কিছু পৰিমাণে বিভাগীয় হ'ব, গতিকে এজন চৰকাৰী বিষয়া ছাৰ মন্মথ নাথৰ লগত থাকিব। এই কামৰ কাৰণে ৰাজ্যপালে মিঃ ব্ৰাকাৰৰ নাম প্ৰস্তাৱ কৰিলে ;

৫। তদন্ত ভিতৰুৱা (বন্ধ কোঠাৰ) হ'ব ;

৬। উকীল বাদ পৰিব ;

৭। তদন্তই টাউলাৰ, টেইনচ্ আৰু গিলেছপিৰ প্ৰতি উঠোৱা দোষৰ বিচাৰ নকৰিব;

৮। কোনো অনুসন্ধান ডিগবৈত নহ'ব, যেতিয়ালৈকে তাৰ পৰিস্থিতি অশান্ত হৈ থাকে।

অগত্যা নোৱাৰি বৰদলৈয়ে ৰাজ্যপালৰ মধ্যম পন্থাকে গ্ৰহণ কৰিলে যদিও ৰাজ্যপালৰ কিছু পৰামৰ্শ তেওঁ কৰ্তন নকৰি নোৱাৰিলে। ৰাজ্যপালৰ প্ৰথমটো পৰামৰ্শ সন্দৰ্ভত বৰদলৈয়ে ক'লে, "সংলগ্ন আঞ্চলিক বিষয়াৰ বিপক্ষে তদন্তই কোনো অভিযোগ ননালৈকে তেওঁলোকৰ আচৰণক লৈ ব্যাখ্যা বিচৰাৰ সকাম নাই। কিন্তু যদি তদন্তই প্ৰয়োজন দেখে তেনে ব্যাখ্যা বিচাৰিব পাৰে। দ্বিতীয়তে, তদন্তৰ লক্ষ্য Disciplinary Action নোহোৱাত তেওঁৰ আপত্তি নাই। তৃতীয়তে, পৰামৰ্শৰ ক্ষেত্ৰত বৰদলৈয়ে ক'লে যে 'ছাব-জুদিচ্' হৈ নথকা সকলো কথাতে তদন্তৰ অবাধ গতি থাকিব। চতুৰ্থ পৰামৰ্শৰ ক্ষেত্ৰত বৰদলৈয়ে ক'লে চৰকাৰে কিয় ছাৰ মন্মথনাথৰ এজনীয়া তদন্তত ভৰসা কৰিব নোৱাৰিব। তথাপিও বৰদলৈয়ে ক'লে যে এজন কমিছনাৰ সদস্য হৈ থকাত তেওঁৰ আপত্তি নাই। কিন্তু কেতিয়া জি.দি.ব্ৰাকাৰে তদন্তত যোগ দিব তাৰ বিচাৰ ছাৰ মন্মথলৈ এৰি থব লাগে। পঞ্চম পৰামৰ্শত বৰদলৈয়ে ক'লে যে যদি তদন্ত 'in camera' হয় তেনেহলে তাৰ কোনো মূল্য নাথাকিব। হয়তো

এইটো কৰিব পৰা যাব যে বিষয়াৰ ব্যৱহাৰ আৰু কাৰ্য্যপন্থাৰ বিচাৰ 'in camera' হ'ব পাৰে। কিন্তু শেষ মতামত ছাৰ মন্মথলৈ এৰি থ'ব লাগে ; ষষ্ঠ পৰামৰ্শত বৰদলৈয়ে ক'লে তদন্তৰ যিখিনি অংশ ৰাজহুৱা তাত পক্ষ-বিপক্ষৰ উকীলৰ প্ৰয়োজন ; ৰাজ্যপালৰ অষ্টম পৰামৰ্শৰ ক্ষেত্ৰত বৰদলৈয়ে ক'লে তদন্ত ডিগবৈত হ'ব নালাগে বুলি চৰকাৰে নিৰ্দেশ দিব নালাগে, হয়তো তদন্তত তালৈ যাব বিচাৰিব। বৰদলৈয়ে ৰাজ্যপালে দিয়া terms of reference কেইটাত দোষ ধৰি নিজ তিনিটা দিশ বাচি দিলে এনেকৈ ঃ

১। ১৮ এপ্ৰিলৰ ঘটনাৰ পৰিদৃশ্য আৰু তাৰ পাছৰ পৰিস্থিতিৰ অনুসন্ধান ;

২। ঘটনাৰ সময়ত আৰু তাৰ পাছত আঞ্চলিক বিষয়া আৰু কাৰ্য্যৰ বিচাৰ;

৩। ধৰ্মঘটৰ উৎপত্তি আৰু কাৰণবোৰৰ বিচাৰ আৰু কেনেকৈ তেনে ধৰ্মঘট আগলৈ পৰিহাৰ কৰিব পাৰি সেই বিষয়ে পৰামৰ্শ।[৩৭]

ৰাজ্যপালৰ লগত পুনৰ দেখা হওঁতে বৰদলৈ হঁহকি এই সিদ্ধান্তত উপনীত হ'ল যে তদন্তৰ সকলো ঢাপতে য'ত আঞ্চলিক বিষয়াৰ আচৰণ ঘাই প্ৰশ্ন হৈ দেখা দিব তাত কমিছনাৰ উপস্থিত থাকিব।

১১ জুলাই তাৰিখে ছাৰ মন্মথনাথ শ্বিলঙলৈ গৈ কিছু নথি-পত্ৰ চাই আহিল। ৭ আগষ্টত তেওঁৰ তদন্ত আৰম্ভ হৈ ১৭ আগষ্টত শেষ হ'ল। কিন্তু অসম চৰকাৰৰ পৰা তেওঁলৈ বহু তাগিদা গৈ থকাতো তেওঁ ৰিপৰ্ট দাখিল কৰাত অভাৱনীয় আৰু অনিষ্টকৰভাৱে সময় ল'লে। ৩০ অক্টোবৰ তাৰিখেহে ছাৰ মন্মথনাথৰ পৰা খবৰ পোৱা গ'ল যে নৱেম্বৰ মাহৰ শেষৰ ফালেহে তেওঁ ৰিপৰ্ট দাখিল কৰিব পাৰিব। এই ৰিপৰ্টৰ বহু আগতেই হাজৰা মিটমাট সমিতিৰ ৰিপৰ্ট ৮ আগষ্ট তাৰিখে দাখিল হৈ গ'ল। সেই ৰিপৰ্ট শ্ৰমিকৰ কাৰণে আশাপ্ৰদ আছিল কাৰণ এই সমিতিয়ে পৰামৰ্শ দিলে সকলো ধৰ্মঘটকাৰীয়েই তেওঁলোকৰ আগৰ কাম ঘূৰাই পাব লাগে - আনকি বৰ্খাস্ত হোৱা সকলেও। বৰ্খাস্ত হ'ব লাগে মাথোন নতুনকৈ নিযুক্ত হোৱাখিনিহে। কিন্তু ছাৰ মন্মথনাথ তদন্ত ৰিপৰ্ট ২৫ নৱেম্বৰ তাৰিখে, মানে বৰদলৈ মন্ত্ৰীসভাৰ পদ ইস্তফাৰ ১০ দিনৰ পাছত দাখিল নোহোৱালৈকে হাজৰা সমিতিৰ ৰিপৰ্ট ৰীতিসিদ্ধভাৱেই ৰাজহুৱা কৰিব পৰা নগ'ল প্ৰসংগটো 'ছাব-জুদিচ্' হৈ থকাত। ছাৰ মন্মথৰ এই হেমাহি শ্ৰমিকৰ প্ৰতি ইমান নিষ্ঠুৰ আৰু সাম্ৰাজ্যবাদী বৃটিছ স্বাৰ্থৰ প্ৰতি ইমান সহায়কাৰী হৈ ওলাল যে তাত চক্ৰান্ত থকাৰ সন্দেহ থাকি গ'ল। ১৭ আগষ্ট তাৰিখেই ছাৰ মন্মথে চৰকাৰৰ মুখ্য সচিব ডেনেহীক জনাই থৈছিল যে terms of referenceৰ পৰিসীমাত তেওঁৰ ৰিপৰ্ট 'A poor performance' হ'ব বুলি।[৩৮]

মুখাৰ্জী কমিছনে গুলীচালনাৰ বিষয়টোত নোসোমালেই। কিন্তু ধৰ্মঘটৰ উৎপত্তিৰ বিষয়ে লিখিলে এনেকৈ ঃ "মই অনুতাপেৰে কওঁ যে শ্ৰমিক সংঘই এনে

পথ (ধৰ্মঘটৰ) লোৱাৰ অন্তৰালত মই এটাও যথাযুক্ত কাৰণ বিচাৰি উলিয়াব নোৱাৰিলো।.... মই এইটো ক'লেই যথেষ্ট কোৱা হ'ব যে কোম্পানী ধৰ্মঘটটোৰ বাবে দায়ী বুলি ক'লে তাত লেশমানো যুক্তি নাথাকিব, ই ধৰ্মঘটটোক উচতাই তোলাৰ কথাই নুঠে।"[৩৯]

ইতিমধ্যে ৪ ছেপ্তেম্বৰ তাৰিখে ভাৰত ৰক্ষা আইনৰ আধাৰত ডিগবৈ এলেকাত কামলৈ নোযোৱা সকলো শ্ৰমিকক ডিগবৈৰ পৰা বহিষ্কাৰ কৰা হৈছিলেই এতিয়া যুদ্ধ আহি পৰাত ৰাজ্যপালে নিজৰ বিশেষ ক্ষমতালৈ আঙুলিয়াই ডিগবৈ তিনিচুকীয়া এলেকা সংৰক্ষিত অঞ্চল বুলি ঘোষণা কৰি তাত বৰদলৈ চৰকাৰৰ ক্ষমতা নোহোৱা কৰিলে। লগে লগে ধৰ্মঘট বন্ধ কৰাতো হ'লেই, শ্ৰমিক নেতা সকলকো অঞ্চলটোৰ পৰা বহিষ্কাৰ কৰা হ'ল। এনে সময়তে ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন আহি পৰাত বৰদলৈয়েও ১৫ নৱেম্বৰ তাৰিখে মুখ্যমন্ত্ৰী পদ ইস্তফা দিলে। ডিগবৈ অঞ্চলত ডিব্ৰুগড়ৰ সেইজন উপায়ুক্তই চৰকাৰৰ প্ৰতিনিধি হৈ পৰিল যিজনক শ্ৰমিকে গুলীচালনাত জড়িত কৰিছিল আৰু যাৰ আদেশতেই পবিত্ৰ নাথ দাসে গুলীচালনাৰ তদন্ত কৰিছিল। প্ৰায় তিনিহাজাৰ লোকে তেওঁলোকৰ চাকৰি হেৰুৱালে। অত্যন্ত কষ্ট কৰি বৰদলৈয়ে কোম্পানীৰ পৰা আগৰ বৰ্খাস্ত হোৱা শ্ৰমিক সকলক ১৯৪০ চনৰ ভিতৰতে পুনৰ গ্ৰহণ কৰিব বুলি যি প্ৰতিশ্ৰুতি আদায় কৰিছিল সিও অথলে গ'ল। বৰ্খাস্ত হোৱা শ্ৰমিকক পুনৰ ঘূৰাই ল'বলৈ বিভিন্ন ফালৰ পৰা গৱৰ্নৰ আৰু বৰলাটলৈ যি আবেদন-নিবেদন হৈছিল সেইবোৰৰো কোনো ফল নধৰিলে। বৰদলৈৰ ইস্তফাৰ দুদিন পাছতে ইউৰোপীয় গোষ্ঠীটোৱে বিচাৰি থকা তেওঁলোকৰ প্ৰিয় ছাৰ মোহাম্মদ সাদ্উল্লাক মুখ্যমন্ত্ৰী হিচাবে পালে। সাদ্উল্লা চৰকাৰৰ হাতত হাজৰা সমিতিৰ পৰামৰ্শবোৰ মূল্যহীন হৈ পৰিল। ১৯৩৭ চনত যিজনৰ আকাশ-পাতাল উতলা কৰা ভাষণবোৰত ভৰ দি অসমৰ কমিউনিষ্ট-চছিয়েলিষ্ট নেতাসকল অত্যুৎসাহী হৈ পৰিছিল, সেই নেহৰুৱে লণ্ডনত থকা তেওঁৰ বন্ধু ভি.কে. কৃষ্ণমেননলৈ ডিগবৈৰ পৰিস্থিতি সম্পৰ্কে এনেকৈ লিখিলে ঃ

> "অসমত ডিগবৈ তেল পথাৰ সংৰক্ষিত অঞ্চল বুলি ঘোষিত হ'ল, তাক তেনেকৈ প্ৰাদেশিক চৰকাৰৰ পৰিধিৰ বাহিৰ কৰি। প্ৰাদেশিক চৰকাৰৰ আৰু আমি দিয়া উপদেশ নামানি ধৰ্মঘটকাৰী সকলে মুৰ্খামি মনোবৃত্তি ধাৰণ কৰিলে।"[৪০]

এনেকৈয়ে ডিগবৈৰ চালুকীয়া শ্ৰমিক সংঘটোৰ সংগঠিত লোকসকলে নিজেই নিজৰ আচল সমস্যাবোৰ, তেওঁলোকৰ নিজা সময় আৰু সুবিধা অনুসৰি আৰু নিজা বিচাৰেৰে আলোচনা কৰাৰ আগেয়েই, তেওঁলোকৰ ওপৰত জাপি দিয়া হ'ল

বাহিৰৰ পৰা অহা ছছিয়েলিষ্ট আৰু কমিউনিষ্ট শ্ৰমিক নেতা সকলৰ মতাদৰ্শ আৰু লক্ষ্য। শ্ৰমিক নেতাই কিছু আচল আৰু কিছু ভেজাল সমস্যা আগত লৈ সহায় কৰিলে মাথোন প্ৰতিপক্ষকহে। ১৯৩১ চনত জাৰ্মান শ্ৰমিক সংঘৰ ফেডাৰেশ্যনৰ অৰ্থনীতি বিশেষজ্ঞ ভলাডিমিৰ ভয়টিনস্কিয়ে জাৰ্মেনীৰ শ্ৰমিক সংঘৰ প্ৰতি কৰা এটা মন্তব্য ডিগবৈৰ ক্ষেত্ৰতো খাটে। তেওঁ কৈছিল ঃ "আমাৰ শ্ৰমিক সংঘবোৰে তেওঁলোকৰ স্ব-ইচ্ছাৰে চালিত হোৱাৰ স্বাধীনতা হেৰুৱালে। সেইবিলাক প্ৰতিদ্বন্দ্বীৰ লগত যুঁজিবলৈ নিজে সময় আৰু বিবাদৰ বিষয় বাছি উলিয়াব নোৱৰা হ'ল। প্ৰতিটো বাৰেই তেওঁলোকে যুদ্ধ দিব লগীয়া হ'ল এটা সময়ত আৰু এটা উপায়েৰে যি তেওঁলোকক নহয়, তেওঁলোকৰ প্ৰতিপক্ষকহে সহায় কৰে।" ভয়টিনস্কিয়ে আকৌ কৈছিল - "সৰ্বশেষত শ্ৰমিক সংঘ আৰু সমাজতান্ত্ৰিক গণতন্ত্ৰৰ হাতত একো কৌশল বাকী নাথাকিব।" আমাৰ ক্ষেত্ৰত 'সমাজতান্ত্ৰিক গণতন্ত্ৰ'ৰ ঠাইত ভাৰতীয় জাতীয় কংগ্ৰেছ বহুৱাই ল'লেই হ'ব।[৪১] ষাঠী বছৰৰ পাছত ১৯৩৯ চনৰ ডিগবৈ ধৰ্মঘটলৈ উভতি চাই সেই ধৰ্মঘটত ভাগ লোৱা যুৱক-শ্ৰমিক নেতা এজনে তেওঁৰ জীৱন সোঁৱৰণত লিখিছে যে সেই শ্ৰমিক সংঘৰ নেতা সকলে সেই সময়ত শ্ৰমিকক মিছা কথাৰে ভুলবাটে নিছিল আৰু তাৰ কাৰণে ঘাইকৈ দায়ী আছিল সুধীন্দ্ৰ প্ৰামাণিক।[৪২]

কমিউনিষ্ট নেতাসকলে কংগ্ৰেছ-চছিয়েলিষ্টৰ ভাও লৈ অসমত কৰা অতপালিৰ বুৰঞ্জী দীঘল। এই নেতাসকলৰ প্ৰায়বোৰেই আছিল ব্ৰহ্মপুত্ৰ উপত্যকাৰ বাহিৰৰ পৰা অহা। তেওঁলোকৰ শ্ৰমিক সংঘৰ কাৰ্য্যত সোমাই পৰাৰ প্ৰধান কাৰণ শ্ৰমিকৰ হিত সধা বা তেওঁলোকৰ কল্যাণ কামনা কৰাটো নহয়, সাম্ৰাজ্যবাদৰ বিৰুদ্ধে গণ আলোড়ন সৃষ্টি কৰাহে। কিন্তু এই ক্ষেত্ৰতো তেওঁলোক আছিল মিছলীয়া। বৃটিছ সাম্ৰাজ্যবাদে যেতিয়া জাৰ্মেনীৰ বিপক্ষে যুদ্ধ ঘোষণা কৰিলে সেই শ্ৰমিক নেতা সকলৰ একাংশই ৰেডিকেল ডেম'ক্ৰেটিক নেতা এম. এন. ৰয়ৰ অনুগামী হৈ নিখিল ভাৰত শ্ৰমিক সংঘৰ পৰা ওলাই 'ভাৰতীয় লেবাৰ ফেডাৰেচন' নাম লৈ প্ৰতিদ্বন্দ্বী সংস্থা প্ৰতিষ্ঠা কৰিলে। ৰয়ৰ এই সংগঠনটোৱে বৃটিছ চৰকাৰৰ পৰা মাহে ১৩,০০০ টকা পালে।[৪৩] ডিগবৈ ধৰ্মঘট পৰিচালনা কৰা সুধীন্দ্ৰ প্ৰামাণিক এই ফেডাৰেচনত যোগ দি একে ৰাতিৰ ভিতৰতে বৃটিছ সাম্ৰাজ্যবাদীৰ মিত্ৰ হৈ পৰিল।

## ৪। ডিগবৈক লৈ অসম কংগ্ৰেছ সংগঠনৰ ৰৰমূৰীয়া সকলৰ লজ্জাজনক স্থিতি

গুলীচালনাকে ধৰি সমগ্ৰ ডিগবৈ ধৰ্মঘট প্ৰসঙ্গটোক লৈ বিধানসভাৰ

মজিয়াত ৬ মে’ (১৯৩৯) তাৰিখে যিখন বিতৰ্ক হৈছিল তাত বৰদলৈ মন্ত্ৰীসভাৰ প্ৰতি প্ৰশংসাই আছিল অধিক। সৰ্বভাৰতীয় জাতীয়তাবাদী কাকত অমৃতবাজাৰ পত্ৰিকাৰ এটি সম্পাদকীয়ত সেইদিনাৰ বিতৰ্কৰ বিষযে লিখিলে এনেকৈ ঃ

> “বিধানসভাৰ সভা স্থগিত কৰণ প্ৰস্তাৱৰ ফলত হোৱা বিতৰ্কৰ যোগেদি ডিগবৈ ধৰ্মঘট সম্পৰ্কে প্ৰকাশ পোৱা তথ্যই অন্ততঃ এটা কথা জ্বলজ্বল পট্‌পট্‌কৈ দেখুৱাইছে, সেইটো হ’ল - যিখন অসমত (ইউৰোপীয়) চাহ খেতিয়কে প্ৰভুৰ দৰে সৰ্বত্ৰতে বিচৰণ কৰে আৰু য’ৰ চৰকাৰী বিষয়াই এই প্ৰভুসকলক বিনা বাধা-বিঘিনিৰে তেওঁলোকৰ শোষণ বৰ্তি থকাত হায় যোগোৱাটোৱেই তেওঁলোকৰ চাকৰিৰ এটা প্ৰধান কৰ্তব্য বুলি জ্ঞান কৰে, তাতেই পোন প্ৰথমবাৰৰ কাৰণে এখন চৰকাৰে ইউৰোপীয় পুঁজিপতি সকলৈ সমস্যা চপোৱা ধৰ্মঘটৰ পৰিস্থিতিত সাহসিকতাৰে সম্পূৰ্ণ নিৰপেক্ষ ভাৱ-চালনৰ আচৰণ দেখুৱাইছে। ইউৰোপীয় ঔপনিবেশিক সকলৰ ভীতি প্ৰদৰ্শন আৰু বনুৱা নেতাৰ ভ্ৰূকুটি-ধমকনি এই দুয়োটাৰ কোনোটোৰে দ্বাৰা বিৰক্ত নোহোৱাকৈ শ্ৰীযুত বৰদলৈ আৰু তেওঁৰ সহকৰ্মীবৃন্দই যি পন্থা লৈছে সি সকলো সৎ চিন্তা কৰা লোকৰ পৰা শলাগ পোৱা উচিত। এই কুলক্ষণীয়া পৰিস্থিতিত তেওঁলোকে যিহকে কৰিছে তাৰ একান্ত লক্ষ্য হৈছে এটি শান্তিপূৰ্ণ বুজাপৰাৰ কাৰণে বাতাবৰণ সৃষ্টি কৰা”।[৪৪] কাকতখনে সম্পাদকীয়টোৰ সামৰণি মাৰিলে এনেকৈঃ “আমি প্ৰশ্ন কৰো, এনে কোনো সদাচাৰী ব্যক্তি ওলাবনে যিজনে মনোযোগেৰে বিধানসভাৰ সম্পূৰ্ণ বিতৰ্কটো পঢ়ি উঠাৰ পাছত আগৰ দৰে অসম চৰকাৰৰ গাত ক’লা ৰং সানিবলৈ উদ্যত হ’ব ?”[৪৫]

ইয়াৰ বিপৰীতে কৰ্তব্যনিষ্ঠ মুখ্যমন্ত্ৰী এজনৰ দায়িত্বৰ বিষয়ে কোনো ধৰণৰ জ্ঞান নথকা আৰু তেতিয়ালৈকে কোনো প্ৰশাসনীয় অভিজ্ঞতা লাভ কৰি নোপোৱা অসম প্ৰাদেশিক কংগ্ৰেছৰ প্ৰায় সকলো কেইজন বৰমূৰীয়াৰ প্ৰতিক্ৰিয়া আছিল লজ্জাজনকভাৱে অৱজ্ঞাসূচক, বিবেকবিহীন আৰু হীনমনা। ডিগবৈ ধৰ্মঘটে সৃষ্টি কৰা অঘটনবোৰ নিয়াৰিকৈ চম্ভালি সেই সমস্যাৰ সমাধানত লাগি থকাৰ সময়ত অসম কংগ্ৰেছৰ এটা মেটমৰা গোটে বাহিৰৰ পৰা বৰদলৈক টানি-আজুৰি আছিল তেওঁৰ মন্ত্ৰীসভাখন ভাঙি দিবলৈ দাবী কৰি। এই গোটত সোমাইথকা কেইজন আছিল অসম কংগ্ৰেছ সভাপতি হেমচন্দ্ৰ বৰুৱা (১৮৯৩-১৯৪৫), ভুতপূৰ্ব কংগ্ৰেছ সভাপতি বিষ্ণুৰাম মেধী (১৮৮৮-১৯৮০), আগন্তুক কংগ্ৰেছ সভাপতি মহম্মদ তৈয়ব উল্লা (১৮৯৪-১৯৬৬), কংগ্ৰেছৰ সাধাৰণ সম্পাদক সিদ্ধিনাথ শৰ্মা (১৮৯১-১৯৬৬), আৰু অসম কংগ্ৰেছৰ সংসদী ব’ৰ্ডৰ সদস্য আৰু বনুৱা বিশেষজ্ঞ অমিয় কুমাৰ দাস (১৮৯৫-

১৯৭৫)। এই নেতাসকলে থিতাতে পাহৰি গ'ল যে যি কাৰণে তেওঁলোকে নিজা মন্ত্ৰীসভা এখনৰ প্ৰয়োজনবোধ কৰিছিল মানে, বঙ্গৰ পৰা অহা ধাৰাবাহিক পমুৱাই সৃষ্টি কৰা বিশৃংখল পৰিস্থিতি ৰোধ কৰা - সেই কামৰ আৰম্ভণি তেতিয়ালৈকে হোৱাই নাছিল। তেওঁলোকৰ মানত ডিগবৈৰ ঘটনাসমূহে অসম কংগ্ৰেছক সৰ্বভাৰতীয় দৃষ্টিত লঘু কৰিব, সেইকাৰণে বৰদলৈ ক্ষমতা এৰি মন্ত্ৰীসভাৰ পৰা ওলাই যাব লাগে। কেনেকৈ ? তাৰো উপায় তেওঁলোকে বৰদলৈক যাঁচিলে ঃ কিবা এটা সাংবিধানিক কাৰণ উলিয়াই আৰু ৰাজ্যপালৰ গাত দোষ পেলাই তেওঁ আঁতৰি যাব লাগে। এওঁলোকৰ ক্ষুদ্ৰ মস্তিষ্কৰ কাৰছাজি গ্ৰহণ কৰাত বৰদলৈ নাছিল। তেওঁৰ কাৰণে ডিগবৈৰ কাণ্ডবোৰ আছিল এখন মন্ত্ৰীসভালৈ আহিব পৰা সাধাৰণ সমস্যা আৰু তাৰ পৰা পলাই যোৱাতকৈ তাক সমাধা কৰাটো তেওঁ এখন চৰকাৰৰ কৰ্তব্য বুলি লৈছিল। বৰদলৈৰ চিন্তাত তেওঁৰ সতীৰ্থসকলে দিয়া উপদেশ আছিল অবিবেচ্য আৰু অদ্ভুত।[৪৬]

এই নেতাসকলে অকল আচহুৱা উপদেশেই বৰদলৈক দিয়া নাছিল, তেওঁলোকে বৰদলৈক বিপাঙত পেলাবলৈ আচহুৱা কামো কৰিছিল। শ্ৰমিকৰ লগত তেওঁলোকৰ সহানুভূতি দেখুৱাবলৈ তেওঁলোকে উজনিৰ চাহখেতি অঞ্চল আৰু ডিগবৈৰ আশে-পাশে তেওঁলোকৰ নিজৰ চৰকাৰৰ বিপক্ষে গৈ বক্তৃতা দি ফুৰিছিল। আনকি যিবোৰ অঞ্চলত তেওঁলোকে বক্তৃতা দি ফুৰিছিল, সেই অঞ্চলত সভা-সমদল নেপাতিবৰ কাৰণে ১৪৪ ধাৰা জাৰি হৈ আছিল। সতীৰ্থৰ ৰাজনীতি জ্ঞানৰ এনে অজ্ঞতা দেখা পাই বৰদলৈয়ে বেজাৰ পালে।[৪৭] তেওঁ পেটেললৈ লিখা এখন চিঠিত এই বেজাৰ প্ৰকাশ পাইছে - "আমাৰ প্ৰাদেশিক কংগ্ৰেছে সেইকণ শৃংখলাও অনুগামী সকলৰ মাজত প্ৰৱৰ্তাবলৈ অক্ষম হ'ল যি এটা মহান সংগঠনৰ এটা অংশই (সংগঠন) আনটো অংশৰ (চৰকাৰ) লগতে মিলা-প্ৰীতিৰে কাম কৰিবৰ কাৰণে অত্যাৱশ্যকীয়।"[৪৮] বৰদলৈৰ মতে এখন দায়িত্বশীল চৰকাৰ হিচাপে তেওঁৰ মন্ত্ৰীসভাই মাথোন আইনৰ বশৱৰ্তী হৈ নিৰপেক্ষভাৱে কাম কৰি যোৱাৰ মনোবৃত্তি পোষণ কৰিব লাগে, কিন্তু এই কথাটো অসমৰ আগশাৰীৰ কংগ্ৰেছ নেতাসকলে নুবুজিলে। গণতান্ত্ৰিক দলীয় নেতা হিচাপে বৰদলৈয়ে সেইকাৰণে তেওঁৰ পদ ইস্তফা দিয়াৰ বাহিৰে অন্য উপায় নেদেখিলে। তেওঁ প্ৰাদেশিক কংগ্ৰেছৰ হাতত তেওঁৰ কৰ্তৃত্বৰ ভাৰ (কংগ্ৰেছ সংসদীয় দলপতিৰ ভাৰ) সমৰ্পণ কৰিলে আৰু সেই কথা কেন্দ্ৰীয় কংগ্ৰেছ সভাপতি ৰাজেন্দ্ৰ প্ৰসাদক জনালে। ইয়াৰ উত্তৰত প্ৰসাদে এনেকৈ লিখিলে ঃ "প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি শ্ৰীহেমচন্দ্ৰ বৰুৱা, শ্ৰীবিষ্ণুৰাম মেধী আৰু আন কিছুমানে অৱশ্যেই আপোনাক এটা আচহুৱা অৱস্থাত পেলাইছে। মই আপোনাৰ লগত একমত যে প্ৰাদেশিক কংগ্ৰেছৰ হাতত পদ ইস্তফা দিয়াৰ বাহিৰে আন উপায় আপোনাৰ নাছিল।

মই সুখী যে কাৰ্য্যকৰী সমিতিয়ে আপোনাৰ ইস্তফা গ্ৰহণ নকৰিলে আৰু আপোনাৰ ওপৰত তেওঁলোকৰ বিশ্বাস অটুট ৰাখিলে।"[৪৯] প্ৰসাদে জানিছিল যে বৰদলৈৰ হাতৰ পৰা কাৰ্য্যভাৰ ল'বলৈ সেই সময়ত আন এজন নেতা নাছিল। সেই কাৰণে কংগ্ৰেছী লোকৰ স্বভাৱত আত্মসংযম আৰু শালীনতাৰ প্ৰয়োজন সম্পৰ্কে এই কথাখিনিও লিখিলে - "মই আশাকৰো দলে আৰু কংগ্ৰেছী লোকসকলে এইটো বুজি উঠিব যে যেতিয়ালৈকে কংগ্ৰেছ মন্ত্ৰিত্ব বৰ্ত্তি থাকিব, ই তেওঁলোকৰ সমৰ্থন পাবই লাগিব আৰু যদি কিবা বুজাবুজিৰ অভাৱ ঘটে, তেনেহলে তাৰ সমাধানৰ বাবে ৰাজহুৱা প্ৰেছ বা বক্তৃতাথলীৰ বাহিৰেও অন্য উপায় আছে।[৫০]

বৰদলৈয়ে যেতিয়া অসম কংগ্ৰেছৰ বিজ্ঞ নেতাসকলৰ খেচখেচনি সহিব নোৱাৰি আৰু সিবিলাকৰ প্ৰশাসন অভিজ্ঞতাৰতো কথাই নাই আনকি ৰাজনীতি জ্ঞানৰো দৈন্যতা দেখি পদ ইস্তফা দিছিল, তেতিয়া বিৰোধী নেতা সাদ্‌উল্লাইও আনকি বৰদলৈৰ কংগ্ৰেছ দলৰ আধা সিজা বাওঁপন্থী নেতাসকলে দেখুৱাই থকা ৰাজনৈতিক কৰ্মকাণ্ডৰ প্ৰতি ইতিকিং কৰি বিবৃত্তি দিছিল এনেকৈ ঃ "It is my conviction that if the Assam Premier is forced to resign, it will be mainly due to the state of things which the left wing of the Congress has created in Assam. . the strikes of labourers of Digboi and in some of the European owned Tea Gardens in Cachar and elsewhere and the peasants, particualrly at Bhatipara in Sunamganj sub-division, are but manifestations of the ways in which the so called socialists and communists are carrying out their objectives. A spirit of lawlessness has been let loose which has shaken even the Ministry and all well-wishers of society must show determination to enforce law and order."[৫১]

বৰদলৈৰ প্ৰতি পুনৰ আস্থা দেখুওৱাৰ পাছতো অসম কংগ্ৰেছৰ উপৰিউক্ত নেতৃবৃন্দই তেওঁক জঞ্জাল দি থাকিবলৈ নেৰিলে। মন্ত্ৰীসভাৰ পৰা কংগ্ৰেছক আঁতৰ কৰাবলৈ তেওঁলোক যেন দৃঢ় প্ৰতিজ্ঞ। তেওঁলোকৰ ৰাজনীতিৰ চিন্তা ইমানেই দুৰ্বল আছিল যে তেওঁলোকে এইটোও ভাবিবলৈ সক্ষম নহ'ল যে অন্য কংগ্ৰেছ প্ৰদেশৰ দৰে কংগ্ৰেছে অসমত শাসনভাৰ এৰি দিলে সেই ভাৰ ৰাজ্যপাললৈ উভতি নাযাব, যাব সাদ্‌উল্লাৰ হাতলৈহে। তেনেহলে প্ৰবজনৰ ক্ষেত্ৰত সাদ্‌উল্লাই মুছলিম লীগৰ পথ ল'ব আৰু তেওঁৰ সহযোগী ইউৰোপীয় দলে সকলো প্ৰগতিশীল পৰিবৰ্তন আঁতৰাই ডিগবৈ আৰু চাহবাগিচাবোৰত তেওঁলোকৰ চিন্তাক ঠাই দিব। ডিগবৈ সম্পৰ্কত বৰদলৈক দোষ দি অসমৰ স্বাৰ্থ খণ্ডন কৰিবলৈ ওলোৱা আমাৰ এই বিজ্ঞ নেতাসকলে ভাবি নেচালে যে শ্ৰমিক আৰু মালিক দুয়োপক্ষৰে সীমাহীন প্ৰচাৰ কাৰ্য্য আৰু বাক্-বিতণ্ডাৰ মাজেদি গৈ বিধানসভাত বৰদলৈয়েই কৃতকাৰ্য্য আৰু প্ৰশংসা লাভ কৰিবলৈ সক্ষম হৈছিল।

বৰদলৈ বিৰোধী অসম কংগ্ৰেছৰ নেতাসকলৰ ৰাজনীতি জ্ঞানৰ অভাৱ আৰু তেওঁলোকৰ চিন্তাত অসমৰ স্বাৰ্থৰ অনুপস্থিতিৰ কথাটো কিছু উদাহৰণেৰে প্ৰজ্বলিত কৰি দেখুওৱাটো প্ৰয়োজন। হেমচন্দ্ৰ বৰুৱাৰ কোনো ৰাজনৈতিক অভিলাষ নাছিল সঁচা, কিন্তু কমিউনিষ্ট আৰু ছছিয়েলিষ্ট সকলৰ প্ৰতি তেওঁ অতি উদাৰ আছিল। ঘোৰ সমাজবাদী নোহোৱা আন কিছু বৰদলৈ বিদ্বেষী লোকেও তেওঁৰ ৰক্ষাকাৰী ডেউকাৰ তলত খোপনি লৈছিল। এনেকৈ এটি বৰদলৈ বিদ্বেষী গোট শ্ৰমিকৰ লগত সৌহাদ্য আগবঢ়োৱাৰ নামত বৰুৱাৰ আশে-পাশে গঢ়ি উঠিছিল। পৰশ্ৰীকাতৰতা, আক্ষেপ, চৰকাৰ চালনৰ নীতি-বিধিৰ জ্ঞানৰ অজ্ঞতা, ৰাজনীতি বিষয়ত স্বল্পজ্ঞান, গান্ধীভক্ত হৈও গান্ধীবাদৰ সততা আৰু নৈতিকতাৰ প্ৰতি ধ্যান নিদিয়া আৰু অসম আৰু অসমীয়াৰ সৰ্বাঙ্গীন মঙ্গলৰ কাৰণে একাগ্ৰতাৰ অভাৱ আদিয়েই আছিল বৰদলৈ বিৰোধী অসম কংগ্ৰেছৰ গোটটোৰ বৰদলৈ বিদ্বেষৰ মূল।[৫২] এই সকলোবোৰ ঘাটি যে প্ৰত্যেকজনৰ ক্ষেত্ৰত সমানে বা একেলগে দেখা গৈছিল এনে নহয়। তদুপৰি দুই-এজনৰ ক্ষেত্ৰত তেওঁলোকৰ বৰদলৈ বিৰোধী ছবিখন পাছত সম্পূৰ্ণ বেলেগ হৈ ওলাইছিল। অন্ততঃ দুজন তৈয়বউল্লা আৰু সিদ্ধিনাথ শৰ্মা ঘাঁহৰ মাজৰ সাপ হৈ ৰ'ল। ১৯৪১ চনত কংগ্ৰেছ সভাপতিৰ আসনত বৰুৱাৰ উত্তৰাধিকাৰী হৈ বহা মহম্মদ তৈয়বউল্লাৰ বৰদলৈৰ প্ৰতি এটা খেদ আছিল এইবুলি যে তেওঁ অসম কংগ্ৰেছৰ সংসদী উপদেষ্টা সমিতিৰ সভাপতি হৈ থকা কালত তেওঁৰ নিয়ন্ত্ৰণী ক্ষমতাৰ প্ৰতি বৰদলৈৰ কোনো ভ্ৰুক্ষেপেই নাছিল। এইবুলি তেওঁ বৰুৱাৰ আগত আপত্তি দৰ্শাইছিল।[৫৩] অমিয় কুমাৰ দাস আছিল এজন সৎ, জ্ঞানী গুৰুত্বপূৰ্ণ কংগ্ৰেছ বিধায়ক। ১৯৩৮ চনৰ হিগিনছ সমিতিত ভাগ লোৱা শ্ৰমিক বিষয়ত পাৰ্গত হোৱাৰ উপৰিও তেওঁ আছিল কংগ্ৰেছ সংসদী ব'ৰ্ডৰ সম্পাদক আৰু সেই কাৰণে বিধানসভাৰ কংগ্ৰেছ দলটোৰ ক্ৰমবিকাশৰ আন্ধাৰ-পোহৰ দিশ দুটাৰ বিষয়ে তেওঁৰ সম্পূৰ্ণ জ্ঞান আছিল। হেমচন্দ্ৰ বৰুৱাৰ অন্তৰঙ্গ বন্ধু দাসৰ শ্ৰমিকৰ প্ৰতি সহানুভূতি আছিল গাঢ়। তথাপিও গুলী চালনাৰ পাছত দেখা দিয়া পৰিস্থিতিয়ে দাসৰ ওপৰত এনে ক্ৰিয়া কৰিলে যে তেওঁ শ্ৰমিকৰ সমস্যা শ্ৰমিক নেতাৰ সমস্যাৰ পৰা পৃথককৈ চাব নোৱাৰিলে। দ্বিতীয়তে, তেওঁ ভাৰতত অসমৰ কাৰণে কংগ্ৰেছৰ মান ডুবি যোৱাৰ ভয়ত বৰদলৈক প্ৰশাসনৰ পৰা গা এৰি আহিবলৈ উপদেশ দি ৰাজনীতি আৰু প্ৰশাসন জ্ঞানৰ অজ্ঞতা প্ৰকাশ কৰিলে। ১৯৩৯ চনৰ জুলাই মাহৰ আদিতে দাসে বৰদলৈলৈ ইংৰাজীত দুখন ভিতৰুৱা চিঠি লিখিলে আৰু তাৰ এখনত ক'লে এনেকৈ - "মই এই বিষয়ত বহু ভাবি-চিন্তি চাই দেখিছো শাসনৰ ভাৰ লৈ থাকিলে আমি প্ৰদেশখনত কংগ্ৰেছক শক্তিশালী কৰি তুলিব পাৰিমনে নাই সন্দেহ হয়। মোৰ অন্তৰৰ পৰা উত্তৰটো নেতিবাচক। কংগ্ৰেছৰ স্থিতি শক্তিশালী কৰাতকৈ

বা কংগ্ৰেছৰ সন্মান বঢ়োৱাতকৈ মই ভাবিছো যে আমি কংগ্ৰেছক দুৰ্বল কৰিছো আৰু ইয়াৰ সন্মান লাঘৱ কৰিছো।"[৫৪] কিন্তু দাসে নক'লে অসমত কংগ্ৰেছে শাসনভাৰ এৰি দিলে কি সূত্ৰে কংগ্ৰেছৰ সন্মান অনায়াসে তৎক্ষণাত বাঢ়ি যাব। যিহেতু অসমৰ প্ৰধান সমস্যাটো হ'ল প্ৰব্ৰজনৰ সমস্যা আৰু তাৰ সমাধান হ'ব কংগ্ৰেছী মন্ত্ৰীসভা থাকিলেহে আৰু ইয়াৰ অনুপস্থিতিত নহয়। গতিকে কংগ্ৰেছে মন্ত্ৰীসভা এৰি দিয়াটো আছিল আত্মহত্যা সদৃশ। তদুপৰি বৰদলৈ মন্ত্ৰীসভা ভাঙি দিলে সংযুক্ত বিধায়ক সকল, মানে নিৰ্দলীয় মুছলমান বিধায়ক আৰু জনজাতি বিধায়ক সকল কংগ্ৰেছৰ পৰা আঁতৰি পৰিব। হয়তো তেওঁলোকক সাদ্‌উল্লা মন্ত্ৰীসভাই সাৱটি ল'ব। তেতিয়া অসমীয়াৰ মাজত কংগ্ৰেছৰ সন্মান বাঢ়িবনে আৰু অসমীয়াৰ অসমো ৰক্ষা পৰিবনে ? এইবোৰ বিষয়ত দাসেই হয়তো অন্যতকৈ ভালকৈ জানিব লাগিছিল। কথা হ'ল এওঁ আৰু আন সকলেও সৰ্বভাৰতীয়তাৰ নামত অসমীয়া আৰু অসমৰ আপোন কথাখিনি জলাঞ্জলি দি থৈছিল।

মূলতঃ দাসৰ বৰদলৈ সমালোচনাৰো এটা ভিতৰুৱা অন্তঃস্ৰোত বা ভিতৰুৱা খেদ আছিল, যদিও অৱশ্যে এই খেদ তৈয়বউল্লাৰ দৰে সংকীৰ্ণ আৰু সম্পূৰ্ণ আত্মকেন্দ্ৰিক নাছিল। দাসে উল্লেখ কৰা বৰদলৈ চৰকাৰৰ বিভিন্ন ত্ৰুটি-বিচ্যুতি কিছুমান আছিল এনে - আগৰ মন্ত্ৰীসভাৰ দৰে এতিয়াৰ মন্ত্ৰীসভাৰ বিধায়কে তেওঁলোকে সোধা সকলো প্ৰশ্নৰ উত্তৰ নাপায় ; জামুগুৰিত হোৱা পুলিচ 'জুলুম'ৰ বিষয়ে দাসে সবিশেষ জনোৱা সত্বেও চৰকাৰে একো নকৰিলে ; ডিগবৈৰ গুলীচালনাৰ পাছত বৰদলৈৰ আচৰণ আছিল বিভ্ৰাটপূৰ্ণ। বৰদলৈয়ে পয়োধৰ বৰুৱাৰ (উত্তৰ গুৱাহাটীৰ বিশিষ্ট কংগ্ৰেছ নেতা) পুতেকৰ চাকৰি পোৱাত সহায় কৰিলে ; বৰদলৈয়ে মৌজাদাৰ সকলৰ 'জুলুম' বন্ধ কৰিব নোৱাৰিলে ; বাৰম্বাৰ দাসৰ পৰা পোৱা খেচখেচনিৰ পাছতো বৰদলৈয়ে আবকাৰী বিভাগত প্ৰতিষেধ কৰ্মৰ কাৰণে কৰ্মচাৰীৰ সংখ্যা নবঢ়ালে আৰু যদিও তেওঁৰ অবৈতনিক হিচাপে প্ৰতিষেধক বিষয়াৰ বাবটোৰ কাৰ্য্যকাল উকলি গৈছে সেই বিষয়ৰ বৰদলৈৰ ভৱিষ্যত পন্থাৰ কোনো ঘোষণাই নকৰিলে। দাসে হয়তো উপলব্ধি কৰিলে যে বৰদলৈৰ পৰা ইস্তফা দাবী কৰিবলৈ এইবোৰ উদাহৰণেই যথেষ্ট নহয়। সেইকাৰণেই হবলা চাৰিদিনৰ পাছত তেওঁৰ পৰা আৰু এখন চিঠি বৰদলৈলৈ গ'ল। সেইখনো ইংৰাজী ভাষাতেই লিখা। সেইখনত পুৰণি-নতুন কিছু কথা লিখাৰ উপৰিও এটা ভয়ংকৰ অভিযোগ আনিলে - "আপোনাক কেবিনেটৰ চালক হিচাপে পাই মই সঁচাকৈয়ে বিশ্বাস কৰিছিলো আপোনাৰ হাতত কংগ্ৰেছ সুৰক্ষিত থাকিব। কিন্তু আজি এইটো ক'বই লাগিব যে তেনেকুৱা মোৰ অনুভৱ ন্যায়সংগত নাছিল।"[৫৫] কংগ্ৰেছ-সংযুক্ত দলৰ প্ৰাৰম্ভণিৰ কালডোখৰৰ অসন্তোষীয়া, নিষ্ঠাৰহিত দলবাগৰা

ভাওনাবোৰলৈ মনত পেলাই অযথোচিতভাৱে তেওঁ বৰদলৈক তাৰ মাজলৈ আজুৰি নিব খুজিলে আৰু তাকো এটা সময়ত, যেতিয়া তেনে পৰিস্থিতিৰ একেবাৰে নাশ হৈ পৰিছিল। তাতে, যদি কোনো এটা সময়ত বিধানসভাৰ ৰাজনীতি লেতেৰা হৈ পৰে তেতিয়া ভাল মানুহবোৰে বিধানসভা এৰি যাব লাগিব নেকি ? সি যিয়েই নহওঁক, দাসে ক'লে - "সেই সময়ত সদস্যক আমাৰ সংযুক্ত দললৈ আনিবৰ কাৰণে লোৱা কাৰ্য্য প্ৰণালীত মই বিৰক্তি অনুভৱ কৰিছিলো আৰু চিফ হুইপ আৰু আন লোকৰ লগত গভীৰভাৱে আলোচনা কৰিছিলো, আপোনাৰ নিৰ্দ্দেশত হোৱা প্ৰণালীসমূহক লৈ, যিহেতু আপুনি দলৰ অধিনায়ক আছিল।" অতীতৰ পৰা বৰ্তমানলৈকে দীঘল জাপ এটা মাৰি ডিগবৈ গুলীচালনা সংক্ৰান্তলৈ আহি তেওঁ উক্তি কৰিলে যে এই ঘটনাই প্ৰদেশখনত কংগ্ৰেছৰ মৰ্য্যাদা হ্ৰাস কৰিব।[৫৬]

সন্দেহ নাছিল যে ডিগবৈৰ গুলীচালনা ঘটনাৰ প্ৰচণ্ড প্ৰচাৰ অসম, ব্ৰহ্মদেশ আৰু আন আন ঠাইত বাৰুকৈয়ে হৈছিল। ৰাজহুৱা সহানুভূতি শ্ৰমিকৰ পক্ষেই আছিল। কিন্তু গুলীচালনা কেনেকৈ ঘটিবলৈ পালে বা কেনেকৈনো বাবু পবিত্ৰ কুমাৰ দাসে ঘটনাটোৰ অনুসন্ধান কৰিবলগীয়া হ'ল এইবোৰ কথা বিচাৰ নকৰাকৈ পোনে পোনে মুখ্যমন্ত্ৰী জনৰ ওপৰত দোষ দিবলৈ গ'ল এইবুলি যে বৰদলৈয়ে তিনিমাহৰ পাছতহে এখন স্বাধীন অনুসন্ধান সমিতিৰ কথা ভাবিলে। বৰদলৈয়ে এখন স্বাধীন অনুসন্ধান সমিতিৰ বাবে ৰাজ্যপালৰ লগত কিমান যুঁজিব লগীয়া হৈছিল সেই কথা তেওঁ হয়তো নজনাকৈ আছিল। বৰদলৈয়ে দিয়া আগৰ ইস্তফাটোৰ কাৰণেও দাসে বৰদলৈক ঘূৰাই দুষিলে - "আপোনাৰ ইস্তফাৰ দ্বাৰা আপুনি ৰাজ্যপালক ভীতি প্ৰদৰ্শন কৰিবলৈ এৰি, ভীতি প্ৰদৰ্শন কৰিলে আপোনাৰ দলীয় লোককহে, আপোনাৰ পাৰ্টীৰ অধিনায়কত্ব ইস্তফা দি আৰু তাকো আপুনি কৰিলে এখন টেলিগ্ৰামৰ যোগেদি যি কংগ্ৰেছৰ বিৰোধী শক্তিবোৰকহে অনুপ্ৰেৰণা যোগালে।"[৫৭] দাসে জানিছিল কেনেকৈ এংলো-ইণ্ডিয়ান কাকত ষ্টেটচ্‌মেনে বৰদলৈ আৰু তেওঁৰ চৰকাৰক কেনে অশালীনভাৱে 'দস্যুৰ দল' বুলি অপমান কৰিছিল। দাসে সেই কটা ঘাঁত কলাখাৰ সানি, শালীনতাৰ শেষ সীমা পাৰ হৈ ক'লৈগে - "মিষ্টাৰ বৰদলৈ, আপুনি ইংৰাজ ছিভিলিয়ান আৰু 'দ্য ষ্টেটচ্‌মেন'ৰ চকুত 'ভাল ল'ৰা' হৈ ওলাবলৈ যিমানেই চেষ্টা নকৰক, তেওঁলোকে যেতিয়াই প্ৰয়োজন হব আপোনাৰ পিঠিত চাবুক চলাবলৈ নেৰিব।"[৫৮]

দাসে পাছলৈ অসমৰ কেইবাখনো মন্ত্ৰীসভাত ভাগ লৈছিল। তাৰে এখন বৰদলৈৰ অধীনতেই আছিল। এজন সৎ, কাৰ্য্যদক্ষ আৰু নিৰাভিমান মন্ত্ৰী বুলি তেওঁ খ্যাতি আৰ্জিছিল। কিন্তু উপৰিউক্ত উদাহৰণত এই গুণকেইটাৰ এটাও প্ৰকাশ নাপালে। ইয়াৰ কাৰণ এইটোৱেই হ'বলা যে বৰদলৈ বিদ্বেষী অসম কংগ্ৰেছ গোটটোৱে বৰদলৈ

মন্ত্ৰীসভাখন এইকাৰণেই ভাল নাপাইছিল যে তেওঁলোকৰ এজনো তাত নাছিল। বৰদলৈৰ বাহিৰে কোনো পুৰামাত্ৰা কংগ্ৰেছী ব্যক্তি তাত নাছিল। ফখৰুদ্দিন আলি আহমেদ যদিও প্ৰায় সকলো দিশেদি কংগ্ৰেছী আছিল তেওঁ কংগ্ৰেছ বিধায়ক তেতিয়াও হৈ পৰাগৈ নাছিল। তেওঁ নিৰ্দলীয় ভাবেহে বিধানসভালৈ নিৰ্বাচিত হৈছিল। বাকীকেইজন আছিল শ্ৰীহট্টৰ নিৰ্দলীয় মুছলমান আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ আৰু খাচী পাহাৰৰ জনজাতীয় বিধায়ক। সেয়েহে বৰদলৈয়ে শুদ্ধভাবেই গৰ্ব কৰিছিল যে তেওঁৰ চৰকাৰখন আছিল সংখ্যাগৰিষ্ঠৰ কাৰণে সংখ্যালঘুৰে নিৰ্মাণ হোৱা প্ৰশাসন। এই বিষয়ত ক্ষুব্ধ হোৱাৰ আগেয়ে বৰদলৈ বিদ্বেষী অসমীয়া কংগ্ৰেছ নেতাসকলে বিচাৰি চাব লাগিছিল কিয় আৰু কাৰ বাবেনো এই মন্ত্ৰীসভা গঢ়ি উঠিছিল। অসম আৰু অসমীয়াৰ সুবিধাৰ কাৰণেই নহয়নে ? বৰদলৈ মন্ত্ৰীসভাখন মাথোন মুছলমান আৰু জনজাতিৰ মন্ত্ৰীসভা বুলি জ্ঞান কৰি অসমীয়া মধ্যবিত্ত কংগ্ৰেছ লোক ভিতৰি ভিতৰি নাৰাজ আছিল। প্ৰশাসনৰ জটিলতা সম্পৰ্কে অজ্ঞাত বৰদলৈ বিদ্বেষী কংগ্ৰেছ নেতা সকলে এই মন্ত্ৰীসভাৰ প্ৰতি বিভিন্ন কু-অভিপ্ৰায় ধাৰণা কৰি ল'লে। চৰ্দাৰ পেটেলে বৰদলৈলৈ সেই সময়ত লিখিছিল যে "যিসকলে প্ৰশাসনৰ বাব বা দায়িত্ব লৈ পোৱা নাই, তেওঁলোকে কদাচিতহে শাসনভাৰ লোৱা সকলৰ সমস্যা অনুভৱ কৰিব পাৰে। অসম কংগ্ৰেছৰ বিজ্ঞ সকলে কেতিয়াও উপলব্ধি নকৰিলে যে গণতান্ত্ৰিক সংসদীয় চৰকাৰ এখনৰ মৌলিক নীতিটো হ'ল - দলৰ সংগঠনে দলৰ চৰকাৰখনৰ দৈনন্দিন কাৰ্য্যপ্ৰণালীত হেতা-ওপৰা কৰা উচিত নহয়।

অৱশ্যে এইটো সঁচা যে এই সময়টোত ভাৰতৰ আন ঠাইত কংগ্ৰেছীসকলে প্ৰাদেশিক চৰকাৰৰ বিষয়ে ভবাতকৈ কংগ্ৰেছ আন্দোলনৰ বিষয়ে বেছিকৈ ভাবিছিল।[৩১] এই লক্ষণটোৰে হয়তো অসমৰ বৰদলৈ বিদ্বেষী নেতাসকলকো উদগালে নেহৰুৱে অসমত 'আওৰাই যোৱা' পথটো ল'বলৈ। কিন্তু বৰদলৈয়ে কেতিয়াও সৰ্বভাৰতীয় প্ৰসঙ্গত গুৰুত্ব নিদিয়াৰ দৃষ্টান্ত নাই। তেওঁ মাথোন অসমৰ বিশেষ পৰিস্থিতিলৈ মন কৰি ভাৰত আৰু অসমৰ সমস্যাৰ মাজত যোগসূত্ৰ আনিবলৈ চেষ্টা কৰিছিল। অন্ততঃ এইখিনি সময়ত তেওঁ কেন্দ্ৰীয় কংগ্ৰেছৰ সৰ্বভাৰতীয় সিদ্ধান্ত আৰু আঁচনিখন মানি নোলোৱাৰ প্ৰশ্নই নুঠে যদিও অৱশ্যে অসমৰ বিশেষ সমস্যালৈ চাই গান্ধীজী আৰু সুভাষ চন্দ্ৰ বোসে বৰদলৈয়ে মন্ত্ৰীসভা এৰি দিব নালাগে বুলিহে ভাবিছিল। সতীৰ্থ সকলৰ অপৰিমীত সমালোচনাত অত্যন্ত দুখী হৈ ১৩ আগষ্ট (১৯৩৯) তাৰিখে বৰদলৈয়ে বিধানসভাৰ কংগ্ৰেছ বিধায়ক সকললৈ ইংৰাজী ভাষাত লিখিলে ঃ

"সেৱা ভাব, আৰু অকল সেৱাভাৱেই হ'ল মোৰ একমাত্ৰ আদৰ্শ, যাৰ পিছে পিছে মই ফুৰোঁ। এই অনুসৰণত মই হয়তো আপোনালোকৰ দৰে শক্তিশালী

দলীয় লোক হৈ পৰিব পৰা নাই, যি হোৱাটো আপোনালোকে মোৰ পৰা বিচাৰিছে। কিন্তু ইয়াকো মই ভাবো যে কংগ্ৰেছৰ প্ৰতি আস্থা জয় কৰিবৰ কাৰণে ন্যায়সংগত আৰু নিৰপেক্ষ কাৰ্য্যৰ প্ৰয়োজন। আমাৰ দলৰ বৃহৎ সংখ্যক লোকৰ আৰু মোৰ মাজৰ এই মৌলিক পাৰ্থক্যটো আওকাণ কৰিলে ই আপোনালোকৰ প্ৰতিও অন্যায় হব আৰু মোৰ প্ৰতিও।"[৬০]

যিসকলৰ কথা দীঘল, কাম চুটি আৰু যিসকলে তেওঁক দৃঢ়তা নেদেখুওৱাৰ আৰু নিৰপেক্ষ হোৱাৰ বাবে কটু বাক্য শুনায়, সেইসকলকে উদ্দেশ্যি বৰদলৈয়ে সেই একে চিঠিতে হয়তো বক্ৰোক্তিৰ সুৰতেই ক'লে যে তেওঁৰ ভাৰখন কান্ধত লৈ তেওঁক সকাহ দিবলৈ তেওঁতকৈ বেছি পাৰ্গত আৰু তেজী এজন যেন আগুৱাই আহে ঃ

"আমাৰ সংখ্যাগৰিষ্ঠ সদস্যই লোৱা আদৰ্শবিলাকৰ পৰা মই বহু পিছপৰি আছো যেন বোধ হৈছে। মই পুনৰ স্বীকাৰ কৰো যে যদিও আমি গ্ৰহণ কৰা আদৰ্শত বিশেষ পাৰ্থক্য নাই, তাক অনুসৰণ কৰা ধৰণত মোৰ আৰু অধিক সংখ্যক কংগ্ৰেছী ব্যক্তিৰ মাজত পাৰ্থক্য আছে।"[৬১]

যিহেতু বহু সময়লৈকে প্ৰবজনৰ (লাইন প্ৰথা) সংক্ৰান্তত বৰদলৈ মন্ত্ৰীসভাই ততালিকে সিদ্ধান্ত লব পৰা অৱস্থাত নাছিল সেই কাৰণেই হয়তো কিছু কংগ্ৰেছী লোক বৰদলৈ মন্ত্ৰীসভাৰ ওপৰত বিতুষ্ট হৈছিল।[৬২] বিষয়টো জটিল আছিল। তাতে বংগ আৰু অসমৰ মুছলিম লীগে বৰদলৈ চৰকাৰৰ গতিবিধি লক্ষ্য কৰি আছিল - বৰদলৈয়ে আইন-অসংগত প্ৰবজনকাৰীৰ প্ৰতি কিনো ব্যৱস্থা লয় তাক চাবলৈ। সময়ে সময়ে তেওঁলোকে মিছা গুজৱ উলিয়াই দিয়ে - বৰদলৈ চৰকাৰে সেইসকলক বহিষ্কাৰ কৰিবলৈ ওলাইছে বুলি আৰু সি তৎক্ষণাত কেন্দ্ৰীয় কংগ্ৰেছৰ নজৰলৈকো আহে। উদাহৰণ স্বৰূপে, ২৩ অক্টোবৰ (১৯৩৯) তাৰিখে বংগৰ মুখ্যমন্ত্ৰী ফজল হকে নতুন দিল্লীত বৰদলৈ চৰকাৰক আক্ৰমণ কৰি ক'লে যে সেই চৰকাৰে প্ৰবজনকাৰীৰ ওপৰত অত্যাচাৰ আৰম্ভ কৰিছে। ইয়াৰ উত্তৰত (২৭ অক্টোবৰ) বৰদলৈয়ে এটা বিবৃত্তিৰ জৰিয়তে ক'লে - "অসম চৰকাৰে প্ৰবজনক লৈ তেওঁলোকৰ সিদ্ধান্ত এতিয়ালৈকে লোৱা নাই, গতিকে বংগৰ মুখ্যমন্ত্ৰীৰ উক্তি সম্পূৰ্ণ অশুদ্ধ। এই বিষয়ত চৰকাৰে আগৰ মন্ত্ৰীসভাৰ সিদ্ধান্তকে গ্ৰহণ কৰি আছে। সেই প্ৰশাসন মূলতে মুছলিম লীগ প্ৰশাসন আছিল।[৬৩] বৰদলৈয়ে লগতে যোগ দিলে যে "আচল অৱস্থাতো বংগৰ মুখ্যমন্ত্ৰীয়ে কোৱা কথাৰ ওলোটাটোহে। যদিও থলুৱা অসমীয়া মানুহখিনিক চৰণীয়া পথাৰ আৰু আন খালী ঠাইবোৰৰ পৰা উঠোৱা হৈছে, তাত বংগৰ মুখ্যমন্ত্ৰীৰ দলীয় লোক আহি ভৰি পৰিছে আৰু স্থানীয় প্ৰশাসনীয় বিষয়ালৈ বাধা-বিঘিনি সৃষ্টি কৰিছে। বংগৰ মুখ্যমন্ত্ৰীয়ে অসম চৰকাৰৰ বিপক্ষ দল হৈ ওলাই সেই চৰকাৰৰ দোষ খোচৰাৰ

আগেয়ে নিজকে কিয় প্ৰশ্ন নকৰে যে তেওঁৰ সুন্দৰ প্ৰশাসন থকা সত্ত্বেও তাৰ মানুহবোৰ সেই প্ৰশাসনৰ সুযোগ লৈ তাতে নাথাকি বাহিৰলৈ যাব লাগে কিয় ? আমি অৱশ্যেই আমাৰ প্ৰবজন নীতি সোনকালেই ব্যক্ত কৰিম।"[৬৪]

## ৫। প্ৰবজন নিয়ন্ত্ৰণ আৰু জনজাতীয় অঞ্চলৰ সুৰক্ষাত বৰদলৈ চৰকাৰ

অসম কংগ্ৰেছৰ বৰদলৈ বিৰোধী দলটোৱে বৰদলৈক জঞ্জাল দি থকাৰ সময়খিনিত বৰদলৈৰ একমাত্ৰ চিন্তা আছিল কেনেকৈ ডিগবৈ সমস্যাটো সোনকালে সমাধা কৰি তেওঁ মন্ত্ৰীসভা পতাৰ প্ৰধান উদ্দেশ্যটো লৈ ঘূৰি যাব পাৰে। ই আছিল পূৰ্ব-বঙ্গৰ পৰা বাধাহীনভাৱে আহি থকা পমুৱা সকলৰ জধে-মধে হোৱা বসতিক নিয়ন্ত্ৰণ কৰাৰ ব্যৱস্থা, যাতে ব্ৰহ্মপুত্ৰ উপত্যকাৰ খিলঞ্জীয়া জনজাতি সকলৰ পৰম্পৰাগত খেতি আৰু বসবাসৰ অঞ্চলো সেই বহিৰাগতৰ খামোচৰ পৰা ৰক্ষা পৰে। ১৯৩৯ চনৰ অক্টোবৰ মাহৰ শেষৰ ফালে বৰদলৈয়ে সেই কামত লাগিবলৈ ভিতৰি ভিতৰি চিন্তা চৰ্চা কৰি আছিল। তেওঁ জানিছিল যে বৃটিছ চৰকাৰৰ যুদ্ধনীতি আৰু সেই লৈ কংগ্ৰেছৰ বিবাদে প্ৰাদেশিক কংগ্ৰেছী মন্ত্ৰীসভাবোৰ বেছিদিনলৈ নৰখাব। গতিকে অনতি পলমে কিবা এটা ব্যৱস্থা ল'ব লাগে। যিহেতু কেন্দ্ৰীয় কংগ্ৰেছৰ ৱৰ্কিং কমিটিয়ে যুদ্ধ বিষয়ত তেতিয়াও অন্তিম সিদ্ধান্ত লোৱা নাছিল আৰু অসম কংগ্ৰেছত বৰদলৈ মন্ত্ৰীসভা ত্যাগ কৰাৰ দিন ১৫ নৱেম্বৰৰ ভিতৰত হ'ব লাগে বুলি প্ৰাদেশিক কংগ্ৰেছে সময় বান্ধি দিছিল ; বৰদলৈয়ে সময়টো সুন্দৰৰূপে ব্যৱহাৰ কৰি, টৌতে খৰ মাৰি, 'লাইন প্ৰথা' সম্পৰ্কত বিশেষ কিছু নিয়ম প্ৰস্তুত কৰি চৰকাৰী ঘোষণা পত্ৰৰ যোগেৰে তাক প্ৰকাশ কৰিব বিচাৰিলে। এই নিয়মবিলাকৰ খচৰা এটা ২৭ অক্টোবৰ তাৰিখে বৰদলৈয়ে অসম কংগ্ৰেছ সভাপতি হেমচন্দ্ৰ বৰুৱালৈয়ো পঠিয়ালে। আচৰিত কথা বৰুৱাৰ মন্তব্য তেনেই নেতিবাচক হ'ল।[৬৫] অকল সেয়ে নহয় তেওঁ ক'লে ইমান কম সময়ৰ ভিতৰতে (যিহেতু ১৫ নৱেম্বৰৰ দিনা বৰদলৈয়ে ইস্তফা দিয়াৰ কথা আছিল) তেওঁ প্ৰস্তাৱটো কংগ্ৰেছ ৱৰ্কিং কমিটিত দাখিল কৰিব নোৱাৰিলে। বৰুৱাই ক'লে তেওঁ মাথোন বিষ্ণুৰাম মেধীকে লৈ কংগ্ৰেছৰ লাইন প্ৰথা অনুসন্ধান সমিতিৰ গুৱাহাটীত থকা সদস্য কেইজনমানৰেহে পৰামৰ্শ ল'লে আৰু এই সকলৰ মতে ইয়াক গ্ৰহণৰতো কথাই নাই সমুলঞ্চে ধ্বংস কৰিব লাগে, যাতে পাছৰ মন্ত্ৰীসভাইও ইয়াৰ সুংসূত্ৰ নাপায়।[৬৬] কি কাৰণত বৰদলৈ বিদ্বেষী অসম কংগ্ৰেছৰ মুৰব্বী সকলে প্ৰস্তাৱটো গ্ৰহণ নকৰিলে আৰু এনে সম্পূৰ্ণ নেতিবাচক মনোবৃত্তি ল'লে সি অবুজ হৈ থাকিল। বৰদলৈয়ে অৱশ্যে বৰুৱাৰ মন্ত্ৰণা নামানিলে আৰু ৪ নৱেম্বৰ (১৯৩৯) তাৰিখে এই

লাইন প্ৰথা সম্পৰ্কে প্ৰস্তাৱটো চৰকাৰী ঘোষণা পত্ৰত প্ৰকাশ হ'ল। বৰদলৈ চৰকাৰৰ প্ৰস্তাৱ মতে ১। গাওঁৰ ভিতৰৰ অঞ্চলত আৰু গৰু-ম'হ চৰোৱা পথাৰত ন-পমুৱাৰ বসতি নঘটিব ; ২। খালী পৰি থকা মাটিত ন্যায় সংগত পমুৱাকে ধৰি মাটিহীন লোকে মাটি পাব, কিন্তু কোনো পৰিয়ালেই ত্ৰিশ বিঘাতকৈ অধিক নাপাব ; ৩। ঘোষিত জনজাতি অঞ্চলৰ পৰা আইন অসংগত সকলো পমুৱা দখলদাৰী বহিষ্কৃত হ'ব। এই প্ৰস্তাৱৰ আধাৰত পমুৱা হ'ল সেইজন যিজনে প্ৰদেশখনৰ বাহিৰৰ পৰা ব্ৰহ্মপুত্ৰ উপত্যকালৈ কৃষিৰ বাবে মাটি লাভৰ উদ্দেশ্য লৈ আহে।[৬৭] এই প্ৰস্তাৱটো আছিল যুগান্তকাৰী। আমি আগলৈয়ো দেখিমগৈ কেনেকৈ ইয়াৰ ভিত্তিতে বৰদলৈয়ে আনকি তেওঁৰ পাছত অহা সাদ্‌উল্লা চৰকাৰকো বাধ্য কৰালে তাক মানি চলিবলৈ। বৰদলৈয়ে নিজে যেতিয়া ১৯৪৬ চনত পুনৰ মুখ্যমন্ত্ৰী হয়, তেতিয়া এই প্ৰস্তাৱ আৰু ১৯৪৫ চনৰ ত্ৰিপাক্ষিক চুক্তিৰ আধাৰত সবলভাৱে তেওঁৰ প্ৰবজন নীতি চলাই নিলে। হেমচন্দ্ৰ বৰুৱা বা অসম কংগ্ৰেছে লাইন প্ৰথা অনুসন্ধানী সমিতিৰ উপদেশ গ্ৰহণ কৰাহেঁতেন বৰদলৈয়ে বা আন কোনেও এই বিষয়ত একো কৰিব নোৱাৰিলেহেঁতেন। এই কাৰণেই বৰদলৈ বিদ্বেষীসকল অসমৰ স্বাৰ্থৰো বিৰোধী আছিল। অবিশ্বাস্য হ'লেও ই সত্য। এই সময়টোত বৰদলৈয়ে দেখুওৱা নিভাজ জনজাতি প্ৰেমৰ কাৰণেই নিকলছ ৰয়, ৰূপনাথ ব্ৰহ্ম, ভীমবৰ দেউৰী, ধীৰ সিং দেউৰী আদি কংগ্ৰেছলৈ আহিল। হেমচন্দ্ৰ বৰুৱা, বিষ্ণুৰাম মেধী, মহম্মদ তৈয়ব উল্লাৰ সেইবোৰ কথালৈ খিয়ালেই নাছিল, দূৰদৰ্শিতাৰ কথাই নুঠে। জনজাতীয় নেতা সকল বৰদলৈৰ মৰম পাশত আবদ্ধ আছিল।

এই সময়ৰ বৰদলৈ বিৰোধী অসম কংগ্ৰেছৰ দলটোৰ ৰাজনৈতিক কাণ্ডজ্ঞানহীনতা প্ৰকাশ পাইছিল বৰদলৈ মন্ত্ৰীসভাৰে সংযুক্ত অকংগ্ৰেছী দলটোৰ প্ৰতি তেওঁলোকৰ উদাসীনতা আৰু দায়িত্বহীনতাত। বৰদলৈ কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাখনৰ অকংগ্ৰেছী ভাগটোক অসম কংগ্ৰেছ সংগঠনে যিমানেই অৱমাননা নকৰক তেনে অৱমাননা বৰদলৈয়ে কৰিব নোৱাৰে। সকলো অসমীয়াই শ্ৰীহট্টৰ এই নিৰ্দলীয় মুছলমান বিধায়ক সকল আৰু অসমৰ জনজাতি নেতা সকলৰ ওচৰত দায়বদ্ধ। মিলা-প্ৰীতিৰ মাজেৰে বৰদলৈয়ে তেওঁলোকৰ পৰা বিদায় ল'বলৈ ৩০-৩১ অক্টোবৰ তাৰিখে তেওঁৰ সংসদীয় সংযুক্ত দলটোৰ মেল পাতিছিল। এই মেলত বৰদলৈৰ সংযুক্ত ভাগটোৱে প্ৰস্তাব দিছিল যে তেওঁলোকে নিকলছ ৰয়ৰ অধীনত এখন মন্ত্ৰীসভা পাতিব খোজে, যাতে বৰদলৈৰ পাছত সাদ্‌উল্লাৰ মন্ত্ৰীসভা ঘূৰি নাহে। তেওঁলোকে ক'লে যে যুদ্ধ বিষয়টোৰ বাহিৰে তেওঁলোকে কংগ্ৰেছৰ আঁচনিয়েই সকলো দিশতে ল'ব। এনে এখন মন্ত্ৰীসভাৰ সম্ভাৱনীয়তা হয়তো সেই সময়ত বৰ বেছি নাছিল যিহেতু ইউৰোপীয় গোষ্ঠীটো আৰু ৰাজ্যপালজন সাদ্‌উল্লাক পাবলৈ ব্যাকুল হৈ আছিল।[৬৮] কিন্তু অসমৰ

বিশেষ পৰিস্থিতিলৈ চাই প্ৰচেষ্টাটো অসম কংগ্ৰেছে অগ্ৰাহ্য কৰাৰ কোনো কাৰণেই থাকিব নোৱাৰে। বৰদলৈয়ে তেওঁৰ উপ দলপতি অৰুণ কুমাৰ চন্দক অনুৰোধ কৰিলে যে তেওঁৱেই যেন কেন্দ্ৰীয় কংগ্ৰেছক লগ ধৰিবলৈ পঠাব খোজা সজাতী দলটোৰ মুৰব্বী হৈ যায়। এই কাৰ্য্যতো বৰদলৈ বিদ্বেষী গোটটোৱে অপৰিমিত বিৰক্তি দেখুৱালে। ৩০-৩১ অক্টোবৰৰ সভাত বৰদলৈ কংগ্ৰেছ সংযুক্ত দলটোৱে লোৱা সজাতি দলৰ কথাটো গম পাই সেই সভাত ভাগ নোলোৱাকৈ থকা অসম কংগ্ৰেছৰ সাধাৰণ সম্পাদক আৰু কংগ্ৰেছ বিধায়ক সিদ্ধিনাথ শৰ্মাই দলপতি বৰদলৈলৈ এই কথাখিনি (ইংৰাজীত) জাননী হিচাপে লিখিলে ঃ "আমি দুঃখিত যে আমি যোৱা পাৰ্টীৰ সভাত উপস্থিত থাকিব নোৱাৰিলো। এই কথা শুনি আমি আচৰিত যে উপ দলপতিৰ অধীনত এটা সজাতি দল ৰাষ্ট্ৰপতিৰ (কংগ্ৰেছ সভাপতি) ওচৰলৈ যাবলৈ ওলাইছে। আমি নিম্ন স্বাক্ষৰিত সকলে এনে আচৰণৰ লগত অসহযোগ কৰো আৰু এই সময়ত বিধান সভাৰ কংগ্ৰেছ বিধায়কৰ এটা দল পঠোৱাৰ দুৰ্ঘোৰ প্ৰতিবাদ কৰো।"[৬১] এই জাননীৰ তলত অৱশ্যে মাত্ৰ সিদ্ধিনাথ শৰ্মাৰ চহীহে আছিল। হয়তো আন কেইজনমানেও তাত চহী দিয়াৰ কথা আছিল। উল্লেখযোগ্য যে সেই সভাত অমিয় কুমাৰ দাসো অনুপস্থিত আছিল। কিন্তু কথা হ'ল, ইমান খঙাল ভাষাৰ প্ৰয়োজনটো ক'ত আছিল ? গান্ধীজী আৰু সুভাষ চন্দ্ৰ বোসেও দেখোন আনকি বৰদলৈ মন্ত্ৰীসভাৰ পৰা আঁতৰি যোৱাটো নিবিচাৰিছিল। তেওঁলোকৰ কংগ্ৰেছ-ধৰ্মিতা অসম কংগ্ৰেছৰ সাধাৰণ সম্পাদক জনতকৈও কম আছিল জানো ?

বৰদলৈৰ এই চৈধ্য মহীয়া কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাখনৰ সময়ত অসম কংগ্ৰেছৰ বৰদলৈ বিৰোধী দলটোৰ প্ৰসঙ্গত আৰু কেইটিমান কথা ক'বলৈ আছে। প্ৰথমতে, যদিও অসমৰ সাংগঠনিক কংগ্ৰেছৰ বৰমূৰীয়া কেইজনে বৰদলৈৰ বিৰোধিতা কৰিছিল, বিধানসভাৰ অধিক সংখ্যক কংগ্ৰেছ সদস্য বৰদলৈৰ পক্ষে আছিল। দ্বিতীয়তে, বৰদলৈয়ে জাতীয় কংগ্ৰেছৰ যুদ্ধৰ আগমুহূৰ্ত্তৰ আঁচনি গ্ৰহণ নকৰি গাদীত বহি থাকিবলৈ কাহানিও বিচৰা নাছিল। তেওঁ আগন্তুক ব্যক্তিগত সত্যাগ্ৰহত যোগ দিবলৈ উত্ৰাৱল হৈ আছিল। তেওঁ মাথোন জাতীয় কংগ্ৰেছৰ যুদ্ধনীতি বিষয়ক শেষ প্ৰস্তাৱটো অহালৈকে বাকী থকা সময়খিনিত 'লাইন প্ৰথা' বা পমুৱা নীতি ধাৰ্য্য কৰিবলৈ বিচাৰিছিল আৰু কংগ্ৰেছ সংযুক্ত দলটোক সহায় কৰিব বিচাৰিছিল, কংগ্ৰেছ বিহীন কিন্তু কংগ্ৰেছ সন্মত মন্ত্ৰীসভা এখন গঠন কৰি কংগ্ৰেছ আঁচনিকেই আগুৱাই নিবলৈ।

অসমৰ সাংগঠনিক কংগ্ৰেছৰ পৰা বৰদলৈলৈ আহি থকা পদত্যাগৰ হেঁচাক আৰু সেই হেঁচাই সৃষ্টি কৰা পৰিস্থিতিক বিচাৰ কৰিবলৈ বিধানসভাৰ কংগ্ৰেছ সংযুক্ত

দলৰ কাৰ্য্যকৰী সমিতিৰ যি দুখন সভা ৩০-৩১ অক্টোবৰ (১৯৩৯) তাৰিখে মুখ্যমন্ত্ৰীৰ বাসভৱনত বহিছিল সেইকেইখনৰ বিৱৰণে প্ৰমাণ দিয়ে যে কোনো এজন ব্যক্তিয়েই অনাস্থা বা অমত চিন্তা দেখুওৱা নাছিল। ৩০ নৱেম্বৰত বহিব লগা অসম বিধানসভাৰ বৈঠকৰ আগতেই অসমৰ কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাৰ ইস্তফা হ'ব লাগে বুলি কেন্দ্ৰীয় কংগ্ৰেছৰ পৰা আদেশ পোৱাৰ কথা বৰদলৈয়ে কওঁতে সংযুক্ত দলটোৱে ইচ্ছা প্ৰকাশ কৰিছিল অসমৰ বিশেষ পৰিস্থিতিলৈ চাই বৰদলৈয়ে লাহে লাহে আগবাঢ়িব লাগে যাতে কংগ্ৰেছ আঁতৰি যোৱাৰ আগতে তেওঁলোকে নিজে এখন মন্ত্ৰীসভা গঢ়িব পাৰে নেকি তাক চাব পাৰে। ৩১ অক্টোবৰৰ সভাখনত সৰ্বসন্মতিক্ৰমেই কংগ্ৰেছে এটি সজাতি দল কেন্দ্ৰীয় কংগ্ৰেছলৈ পঠোৱাৰ দিহা লৈছিল। এনে হোৱাতো ৭ নৱেম্বৰত অসম কংগ্ৰেছৰ শিৱসাগৰত বহা বিশেষ সভাখনত বৰদলৈ মন্ত্ৰীসভাৰ ক্ষমতাৰ লোভৰ কথা ওলাল। আচৰিত কথাটো হ'ল এই যে বিষ্ণুৰাম মেধীয়েও এনে মত পোষণ কৰিলে যদিও তেওঁ নিজেই কংগ্ৰেছ সংযুক্ত দলটো উপৰোক্ত সভা দুখনত উপস্থিত আছিল আৰু তাত বৰদলৈৰ স্পষ্ট কথা শুনিছিল। দলৰ সম্পাদক সোনাৰাম দত্তই লিখা ৩০ আৰু ৩১ অক্টোবৰ তাৰিখৰ সভাৰ বিৱৰণত এনেদৰে কোৱা হৈছিল ঃ "The leader ..... said that the Ministry being pledged to carry out the Congress Policy and Programme and abide by Congress principles, had no choice but to resign in conformity with the congress working committee resolution."[৭০] ৩১ তাৰিখৰ সভাখনত বৰদলৈয়ে সংযুক্ত দলটোক বুজনি দিছিল এনেকৈ ঃ "The leader explaining the congress viewpoints stressed the need of taking long view of things. The congress, he said, was fighting for independence and for securing control at the centre, without which the provinces could not make any appreciable advance. If the entire party, both congress and coalitionists, stood firm and united, no alternative Ministry could be possible in Assam and the governor would be compelled to suspend the constitution as in the other congress provinces."[৭১]

আচলতে যুদ্ধ ঘোষণাৰ পাছৰ অসমৰ পৰিস্থিতিয়ে বৰদলৈক মন্ত্ৰীসভা বচাই ৰখাত অকণো অনুপ্ৰেৰণা যোগোৱা নাছিল। প্ৰাদেশিক কংগ্ৰেছৰ ৭ নৱেম্বৰত বহা সন্মিলনখনৰ দুমাহৰ আগতেই ৬ ছেপ্তেম্বৰ তাৰিখে বৰদলৈয়ে নিজেই প্ৰাদেশিক কংগ্ৰেছৰ সভাপতিলৈ লিখিছিল যে যুদ্ধ ঘোষণা হোৱাৰ ফলত ভাৰত আইনলৈ অহা সাল-সলনিয়ে ভাৰত চৰকাৰ আৰু প্ৰাদেশিক ৰাজ্যপালক যি প্ৰচুৰ ক্ষমতা দিলে তাৰ হেঁচাত কংগ্ৰেছ মন্ত্ৰীসভা স-সন্মানে টিকাই টান হৈ পৰিছিল। ভাৰত ৰক্ষা অধ্যাদেশে ভাৰত চৰকাৰক দিয়া ক্ষমতাৰ বলত প্ৰাদেশিক মন্ত্ৰীসভাৰ স্বাধীনতা একেবাৰে

নোহোৱা হৈছে। উদাহৰণ স্বৰূপে বৰদলৈয়ে জনালে যে ডিগবৈ অঞ্চলটো মন্ত্রীসভাৰ অনুমতি নোহোৱাকৈয়ে সংৰক্ষিত এলেকাত পৰিণত কৰা হলেই, আনকি সেই ঠাইত থকা অসম চৰকাৰৰ বিষয়াইও এতিয়া ভাৰত চৰকাৰৰ প্রতিনিধি হৈ প্রাদেশিক মন্ত্রীসভাক উলংঘা কৰিব পৰা হৈছে। বৰদলৈয়ে লিখিলে যে যদিহে কোনো মীমাংসাৰ জৰিয়তে কেন্দ্রীয় কংগ্রেছে এনে পৰিস্থিতিৰ প্রতিকাৰ কৰি প্রাদেশিক মন্ত্রীসভালৈ পুনৰ সন্মান আৰু স্বাধীনতা ঘূৰাই আনিব নোৱাৰে, তেনেহলে তেওঁৰ কাৰণে মন্ত্রীসভাৰ দায়িত্ব বহন কৰা কঠিন হ'ব।[৭২]

বৰুৱালৈ লিখাৰ এসপ্তাহৰ পাছত শ্বিলঙৰ পৰা গুৱাহাটীত থকা পৰিবাৰলৈ বৰদলৈয়ে ১৩ ছেপ্তেম্বৰ তাৰিখে লিখিছিল যে তেওঁৰ মন্ত্রিত্বত থাকিবৰ সমুলি ইচ্ছা নাই আৰু কেন্দ্রীয় কংগ্রেছৰ পৰা মন্ত্রিত্ব এৰি দিবলৈ পোৱা নির্দেশ এটাৰ বাবেহে তেওঁ আশা কৰি আছে। বৰদলৈয়ে লিখিলে ঃ “..... মনত সদায় এই জীৱনৰ অনিশ্চয়তাই যেন আগুৰি ধৰি আছে.... । এই মন্ত্রিত্বত থাকিব নোখোজাৰ কাৰণ ইও প্রধান। প্রকৃততে ইয়াৰ পৰা ওলাব পৰা হ'লে আমাৰ সকলোখিনি দুখৰ পৰা ৰক্ষা পৰিলো যেন বুলি ভাবো। তথাপি ভগৱানে এই সংকটটো কিয় ৰাখি আছে নাজানো। ভাবিছিলো যে যুদ্ধৰ কাৰণে congress এ মন্ত্রিত্ব এৰি দিবলৈ আদেশ দিব। কিন্তু যদিও সঠিক একো বুজা নাযায়, তথাপি কথাৰ ভাব-গতিৰ পৰা যি বুজা যায় আমাক ইয়াত থাকিবলৈহে ক'ব যেন লাগে। আনপিনে শত্রুৰ সংখ্যা কমিবব এৰি বাঢ়িবলৈহে লাগিছে যেন লাগে। ব্যক্তিগতভাৱে মোক গুৰু বোজা লবলৈ কিয় ভগৱানে ৰাখিছে ক'ব নোৱাৰো।”[৭৩] এইবোৰ দলিলৰ উপৰিও বৰদলৈয়ে চৰ্দাৰ পেটেললৈ ১৪ অক্টোবৰ তাৰিখে লিখা চিঠিত খাটাংভাৱে জনাইছিল যে তেওঁৰ মন্ত্রীসভা ইস্তফাৰ পাছত অসমত মুছলিম লীগ বিহীন বিকল্প মন্ত্রীসভা এখন স্থাপন হওকেই বা নহওক তেওঁ অনতি পলমে ইস্তফা দিবলৈ সাজু আছে। তেওঁ মাথোন এই ইস্তফাৰ কাৰণ দেখুৱাবৰ কাৰণে কেন্দ্রীয় কংগ্রেছৰ যুদ্ধ সম্পর্কে শেষ সিদ্ধান্তৰ আধাৰত কৰা প্রস্তাৱটোলৈ বাট চাইছে। বৰদলৈয়ে লিখিলে যে সেই প্রস্তাৱ অবিহনেও তেওঁক যেন অনতি পলমে ইস্তফা দিবলৈ অনুমতি দিয়া হয় ঃ “Our sitting of the Assembly is fixed for the 30th November. It is absurd to think that we shall be waiting till then.... you must therefore allow us to tender our resignation without the resolution passed in the Assembly...... An alternative Ministry may not be impossible in our Province, although I am sure it would not be quite an easy affair. But whatever it is, Congress portion of the party, consisting of thirty three in a party of fifty seven members, would be broken-hearted if they are not allowed their share in this rightful fight. Therefore, I hope there will be no condi-

tion in our resignation......"[৭৪] বৰদলৈ যে ক্ষমতালোভী নাছিল, বিষয় আৰু পৰিস্থিতি সাপেক্ষে তেওঁ যে অসমৰ স্বাৰ্থকো কাতি কৰি ভাৰতীয় স্বাৰ্থক আগত ৰাখিছিল, তাক চকুত আঙুলি দি দেখুৱাবলৈ উপৰোক্ত দলিল খনতকৈও দৃঢ়তৰ, সন্দেহাতীত আৰু পৰম বিশ্বাসযোগ্য আন প্ৰমাণ থাকিব পাৰেনে?

## ৬। বৰদলৈ মন্ত্ৰীসভাৰ পদ ইস্তফা আৰু ইয়াৰ বিপৰ্য্যয়ী ফলাফল

কংগ্ৰেছ বা কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাবোৰে ইস্তফা দিয়াৰ আগতে বিধানসভাবোৰত সেই সম্পৰ্কত বিবৃত্তি দিওঁতে যুদ্ধ ঘোষণা সম্পৰ্কে কেন্দ্ৰীয় কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে লৈ থোৱা প্ৰস্তাৱটোক আধাৰৰূপে লোৱাৰ কথা আছিল। কিন্তু বহু সময়লৈকে এৰা-ধৰা কৰি কেন্দ্ৰীয় কংগ্ৰেছ আৰু বৰলাটৰ মাজত আলোচনা চলি থকাত, সেই পুৰণি প্ৰস্তাৱটোক ভিত্তি কৰি কোনো কাৰ্য্য সদ্যহতে নকৰিবলৈ কেন্দ্ৰীয় সংসদীয় উপ-সমিতিৰ সভাপতি বল্লভভাই পেটেলে সকলো কংগ্ৰেছ মুখ্যমন্ত্ৰীক ১৭ চেপ্তেম্বৰৰ পৰা অক্টোবৰ মাহৰ প্ৰায় শেষলৈকে কেইবাবাৰো সোঁৱৰাই থাকিবলগীয়া হৈছিল। বৰদলৈৰ মন্ত্ৰীসভাৰ ইস্তফাৰ দিনটো পিচুৱাই গৈ থকাৰ ঘাই কাৰণটো সিয়ে আছিল।[৭৫] অৱশ্যেই এই সময়খিনি বৰদলৈয়ে বাৰুকৈয়ে সদ্ব্যৱহাৰত লগাইছিল তেওঁৰ সংযুক্ত গোটকেইটিক পৰামৰ্শ আৰু উৎসাহ দি। যিহেতু কংগ্ৰেছ আৰু বৃটিছৰ মাজত কোনো আপোচ নহ'ল, বিধানসভা স্থগিত হৈ থাকোতেই বৰদলৈ মন্ত্ৰীসভাই ১৫ নৱেম্বৰ তাৰিখে ইস্তফা দিলে। এই সম্পৰ্কত দিয়া প্ৰেছ বিবৃত্তিত তেওঁ ক'লে ঃ "পৰম পৰিতৃপ্তিৰে জনাবলৈ পাই মই অতি সুখী যে আমিও আন আন কংগ্ৰেছ প্ৰদেশবোৰক অনুসৰণ কৰি মন্ত্ৰীসভা ইস্তফা সম্পৰ্কত কংগ্ৰেছ ৱৰ্কিং কমিটিৰ নিৰ্দেশ পালন কৰিব পাৰিছো। মোৰ বন্ধু উৰিষ্যাৰ প্ৰাক্তন মুখ্যমন্ত্ৰী বিশ্বনাথ দাসৰ দৰে আমিও ৱৰ্কিং কমিটিৰ আদেশ উৎসাহী সৈনিকৰ দৰে ল'বলৈ পাই আনন্দিত হৈছো।"[৭৬] এই বিবৃত্তিত বৰদলৈয়ে ক'লে যে তেওঁৰ চৈধ্যমহীয়া মন্ত্ৰীসভাখন সঁচাকৈয়ে আছিল কংগ্ৰেছৰ নেতৃত্বত সংখ্যালঘুৱে সংখ্যাগৰিষ্ঠৰ কাৰণেও স্থাপন কৰা এখন মন্ত্ৰীসভা আৰু সিয়ে প্ৰমাণ কৰে কংগ্ৰেছ সংখ্যালঘুক সুৰক্ষা দিবলৈ অক্ষম বুলি ভাৰতত প্ৰচাৰিত হৈ থকা কথাটো যে তেনেই মিছা আৰু অপপ্ৰচাৰহে মাথোন। তেওঁ আৰু ক'লে যে তেওঁৰ চৰকাৰে লোৱা কানি নিবাৰণ, কৃষকৰ বাবে খাজনা হ্ৰাস, প্ৰাথমিক শিক্ষাৰ প্ৰচলন আদি ব্যৱস্থা জনজাতি, পিছপৰা সম্প্ৰদায়, তপচিল ভুক্ত লোক আদিৰ উন্নতিৰ কামনাতেই গঢ়ি উঠিছিল। তেওঁ মাথো দুখ প্ৰকাশ কৰিলে যে পাণ্ডি থোৱা গোৱালপাৰা আৰু শ্ৰীহট্ট জিলাৰ ৰায়তিস্বত্ব সম্পৰ্ক বিল দুখন কাৰ্য্যকৰী কৰিবলৈ সময় নাপালে।[৭৭]

এই অধ্যায়ৰ উপৰোক্ত খণ্ডকেইটিয়ে দেখুৱালে বৰদলৈয়ে এৰি দিয়া মন্ত্ৰীসভাখন কিমান ফলপ্ৰসু আছিল। অসম কংগ্ৰেছ সংগঠনে যদি নিজা অজ্ঞতাৰ দোষত মিছাতে বৰদলৈৰ প্ৰশাসনীয় ৰীতি-নীতিৰ ভুল ধৰি নাথাকিলহেঁতেন আৰু তেওঁ মগ্ন থকা অসম আৰু অসমীয়াৰ প্ৰকৃত আৰু তেতিয়ালৈকে চিৰাচৰিত যেন হৈ অহা সমস্যাকেইটাত প্ৰাণ ঢালি সহায় কৰিলেহেঁতেন; তেতিয়া হয়তো সেই মন্ত্ৰীসভাখন আহিবলগা ব্যক্তিগত সত্যাগ্ৰহৰ সময়তো সুকলমে চলাই নিব পৰা গ'লহেঁতেন, কাৰণ গান্ধীজী আৰু আগৰ সভাপতি সুভাষ চন্দ্ৰ বোসে বৰদলৈ মন্ত্ৰীসভাৰ ইস্তফা নোহোৱাটোকে বিচাৰিছিল। অসমৰ কেইজনমান কংগ্ৰেছ বৰমূৰীয়া আৰু পাবত গঁজা কিছু ডেকা কংগ্ৰেছ ছছিয়েলিষ্টে বৰদলৈ মন্ত্ৰীসভাৰ প্ৰতি শত্ৰুতাচাৰণ নেদেখুওৱা হ'লে হয়তো বৰদলৈয়েও তেওঁৰ কাম আধাডুখৰীয়াকৈ এৰি যাবলৈ নিবিচাৰিলেহেঁতেন। তেওঁ নিজা ৰাজনীতি জ্ঞানৰ বিচাৰেৰে জানিছিল যে তেওঁ প্ৰশাসনৰ দায়িত্ব এৰি দিলে মুছলিম লীগে অসমৰ কি গতি কৰিব পাৰে। মন্ত্ৰীসভা ইস্তফা দিয়াৰ এসপ্তাহৰ পাছত ২৪ নৱেম্বৰ তাৰিখে, এখন ভিতৰুৱা চিঠিত তেওঁ কংগ্ৰেছ সভাপতি হেমচন্দ্ৰ বৰুৱালৈ লিখিলে ঃ "...... এতিয়া আহোঁ ৰাজনীতিলৈ। ইয়াত আমাৰ এতিয়া আচহুৱা পৰিস্থিতি। দেখদেখকৈ আমি (কংগ্ৰেছ আৰু সংশ্লিষ্ট দল) সংখ্যাগৰিষ্ঠ। বিদেশী (পশ্চিম ডুমডুমাৰ পৰা নিৰ্বাচিত বিধানসভাৰ সদস্য বিদেশী পান তাঁতী) আৰু মই শুনা মতে, কালাচান্দ (বাবু কালাচান্দ ৰয়, শিলছৰ আচুতীয়া সমষ্টিৰ সদস্য)য়েও পুনৰ আমাৰ লগলৈ আহিল। পাছৰজনৰ বিষয়ত মই নিশ্চিত নহওঁ, কিন্তু প্ৰথমজনে অধ্যক্ষলৈ ইতিমধ্যে লিখিলেও আমাৰ লগত বহিব বুলি। মই তেওঁকো লগ ধৰিলো। শ্ৰীযুত পুৰন্দৰ শৰ্মাই (দক্ষিণ মঙ্গলদৈৰ সাধাৰণ সমষ্টিৰ সদস্য) আমাৰ লগত যোগ দিয়াৰ পাছত আমাৰ এই সংখ্যাগৰিষ্ঠতা দেখি শুনিও ৰাজ্যপালে বিৰোধী দলটিক মন্ত্ৰীসভা পাতিবলৈ দিলে।"[৭৮] গণতান্ত্ৰিক সংবিধানৰ বিধি-নিয়মৰ প্ৰতি নিত্যসজাগ বৰদলৈৰ চকুত এইটো পৰিস্কাৰভাৱে অনিয়ম আছিল। অন্য প্ৰদেশবোৰতো এনে হোৱা নাছিল। বৰদলৈয়ে ইয়াৰ অন্তৰালত সাদ্‌উল্লাৰ চতুৰালি থকা বুলি সন্দেহ কৰিলে। বৰদলৈয়ে শুনিবলৈ পাইছিল এই বুলি যে সাদ্‌উল্লাই অসমক আচুতীয়াকৈ চোৱাৰ প্ৰয়োজন আছে বুলি বৰলাটৰ আগত যুক্তি দৰ্শাইছিল আৰু সেই কাৰণেই সংখ্যালঘিষ্ঠ হলেও তেওঁক চৰকাৰ পাতিবলৈ দিয়া উচিত বুলি কৈছিল। তেওঁ বৰলাটক বিধানসভা ভাঙি দিবলৈও পৰামৰ্শ দিলে যাতে অহা বাজেট অধিবেশ লৈকে পোৱা সময়খিনিৰ ভিতৰতে তেওঁ তেওঁৰ দলটোক সংখ্যাগৰিষ্ঠ কৰিব পাৰে।"[৭৯] কিন্তু অসমৰ কংগ্ৰেছ বৰমূৰীয়াসকলৰ ভয়াতুৰ, পলৰীয়া আৰু কপটীয়া আচৰণ যে এই ৰাজনৈতিক পৰিস্থিতিৰ ঘাই কাৰণ সেই কথা খোলাখুলিভাৱে বৰদলৈয়ে বৰুৱাক

নকলে যদিও অন্য প্ৰদেশত নঘটা অসমৰ এই সংবিধান-অসন্মত পৰিস্থিতিত দুখ প্ৰকাশ কৰিয়েই বৰদলৈয়ে লিখিছিল। বৰদলৈৰ চিঠিখনৰ সাৰমৰ্ম উদ্ধাৰ কৰিবলৈ হেমচন্দ্ৰ বৰুৱা সক্ষম হৈছিলনে তাক ক'ব নোৱাৰি। তেওঁ মেধী, অমিয় কুমাৰ দাস, তৈয়বউল্লা আৰু সিদ্ধি শৰ্মাই আছিল বৰদলৈ মন্ত্ৰীসভাৰ ঘাই বিৰোধী আৰু এই আটাইকেইজনেই অসমৰ স্বাৰ্থ সংসদীয় ৰাজনীতিৰ লগত কেনেকৈ জড়িত হৈ আছিল তালৈ একেবাৰে ধ্যান দিয়া নাছিল। এই সংযোগটোৰ বিষয়ে বৰুৱালৈ দিয়া উপৰোক্ত চিঠিখনতেই তেৰেচিয়াকৈ বৰদলৈয়ে লিখিছিল ঃ

> "আপুনি নিজে বিচাৰ কৰক কেনে সংবিধান অসন্মত কাৰ্য্য হ'ব লাগিছে। ই অসমৰ বিধানসভাৰ সদস্যসকলৰ প্ৰতিও অসন্মানৰ কথা যে তেওঁলোকে মুছলিম লীগৰ এটি সংখ্যালঘিষ্ঠ পুতলা মন্ত্ৰীসভাক সহ্য কৰিবলগাত পৰিছে যিটোৰ চালক আৰু নিৰ্দ্ধাৰক হ'ল ইউৰোপীয় চাহ খেতিয়কসকল। ইতিমধ্যে শুনা গৈছেই যে কানি নিষেধকৰণ উঠাই লোৱা হব আৰু কৃষি আয়কৰ আইনখনত নতুন নিয়ম যোগ হব যাৰ ফলত ইউৰোপীয় সকলে বহু ৰেহাই পাব আৰু লাইন প্ৰথা একেবাৰে বৰ্জন কৰা হব। অৰ্থাৎ সংখ্যালঘিষ্ঠ চৰকাৰ এটিক অধিকাৰ দিয়া হব সংখ্যাগৰিষ্ঠ চৰকাৰৰ কামবোৰৰ বিনাশ ঘটাবলৈ। বৰ্তমান চৰকাৰৰ লক্ষ্য হৈছে প্লেন্টাৰ আৰু মুছলিমৰাজ স্থাপন কৰাৰ বাহিৰে আন একো নহয়। কিন্তু প্ৰশ্ন হৈছে এনে হবলৈ এৰি দিয়াতো উচিত নে?"[৮০]

নিজে কৰা এই প্ৰশ্নটোৱে অসম হিতৈষী বৰদলৈক গভীৰ চিন্তাত পেলাইছিল। সেই গতিকেই তেওঁ কামনা কৰিছিল তেওঁ এৰি অহা সংযুক্ত দলটোৱে যেন সুবিধা পায় সংখ্যালঘিষ্ঠ সাদ্উল্লা মন্ত্ৰীসভাখনৰ বিৰুদ্ধে সফলতাৰে যুঁজিবলৈ। ব্যক্তিগত সত্যাগ্ৰহ আহিলেও অন্ততঃ জেইলত নোসোমোৱা বিধানসভাৰ কংগ্ৰেছ সদস্য সকলেও যাতে তেনে এটা বিকল্প দলৰ পক্ষ লবলৈ প্ৰস্তুত থাকিবলৈ সুবিধা পায়। ওপৰত অনুবাদ দিয়া বৰদলৈয়ে বৰুৱালৈ ইংৰাজীতে লিখা চিঠিখনত তেওঁৰ বদ্ধমূল ধাৰণাটো পুনৰ দোহাৰিলে ঃ "My personal point of view has always been to value measures before men, and the question of men comes into play only when the measures with which they are associated can be supported or not." বৰদলৈ এই বিষয়ত খাটাং আছিল যে "It is clear that Sir Saadulla's measures cannot be good for anybody but the Muslims and the Tea Planters. "[৮১]

বৰদলৈৰ কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাখনৰ ক্ৰমবৰ্দ্ধমান শক্তিৰ কথা সেই সময়ৰ সকলো মৌলিক নথি পত্ৰত সমুজ্বল হৈ আছে। তথাপিও সেই বিষয়ত আজিলৈকে

সুবিচাৰ হোৱা নাই। যি সময়ত অসম কংগ্ৰেছৰ ৰৰমূৰীয়া সকলে কেন্দ্ৰীয় কংগ্ৰেছৰ চকুত 'ভাল ল'ৰা' হৈ ওলোৱাতেই অসমৰ হিত সাধনা হ'ব বুলি ভাবি কেন্দ্ৰীয় কংগ্ৰেছৰ সকলো নীতি আৰু আঁচনিক অনুসৰণ কৰিয়েই ক্ষান্ত আছিল, সেই একে সময়তে শ্ৰীহট্ট জিলাৰ কংগ্ৰেছ সদস্য সকলে আৰু নিৰ্দলীয় মুছলমান সদস্য সকলে বৰদলৈৰ চিন্তা, কৰ্ম, আদৰ্শ ভালকৈ বুজিছিল আৰু সেইবোৰক সন্মানৰ দৃষ্টিৰে চাইছিল। জাতীয়তাবাদৰ প্ৰতি স্পৃহা জগোৱাত দৰিদ্ৰ, নিষ্পেষিত, ক্ষতিগ্ৰস্ত সৰু সৰু মানুহৰ প্ৰাপ্যৰ প্ৰতি সামাজিক দায়বদ্ধতাৰে সন্মান দেখুওৱা বৰদলৈ মন্ত্ৰীসভাৰ দৃষ্টিভঙ্গীৰ কাৰণেই উজনিৰ চাহ বাগিছাবোৰৰ বনুৱাৰ মাজত আৰু ডিগবৈ তেল কোম্পানীৰ শ্ৰমিকৰ মাজত সংঘ স্থাপনৰ ব্যৱস্থা আৰম্ভ হ'ব পাৰিছিল। এই মন্ত্ৰীসভাই এই শ্ৰমিক সংঘবোৰৰ গঠন সম্ভৱ কৰি তোলাই নহয় এইবিলাকে যাতে তেওঁলোকৰ প্ৰাথমিক লক্ষ্যৰ প্ৰতি সদায় দায়বদ্ধ হৈ থাকে তালৈকো চকু দিলে। ১৯৩৯ চনৰ মে' মাহত পৰীক্ষামূলকভাৱে বাগিছাৰ বনুৱাৰ বিক্ষোভ অনুসন্ধান সমিতি পাতি দি এই মন্ত্ৰীসভাই চাহবাগিছাৰ মালিক আৰু বনুৱা দুয়োৰে ক্ষেত্ৰত অপৰিমিত ব্যৱস্থা গ্ৰহণ কৰাত বাধা দিলে। বিশেষকৈ বৃটিছ চাহ কোম্পানীবোৰে এই ব্যৱস্থাত অতিকৈ ভয় খালে।

কেন্দ্ৰীয় কংগ্ৰেছৰ গান্ধীজী, সুভাষ চন্দ্ৰ বোস, বল্লভভাই পেটেল আৰু ৰাজেন্দ্ৰ প্ৰসাদে বৰদলৈৰ অসাধাৰণ আদৰ্শ আৰু কাৰ্যপটুতাৰ কথা পৰিস্কাৰভাৱে জানিছিল। কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাৰ প্ৰতি থকা নেহৰুৰ দ্বিধা আৰু অবিশ্বাসক লৈ অসমৰ উদাহৰণ দি বোসে ১৮ মাৰ্চ, ১৯৩৯ তাৰিখে এখন চিঠিত নেহৰুলৈ নিম্নোক্ত কথাখিনি লিখিছিল ঃ

> "মতবাদী ৰাজনীতিবিদ হিচাপে তুমি চিৰস্থায়ী সিদ্ধান্ত গ্ৰহণ কৰি পেলালা এই বুলি যে সংযুক্ত মন্ত্ৰীসভা এখন সোঁপন্থী হ'বই লাগিব। তুমি এই বিষয়ে চূড়ান্ত অভিমত দিয়াৰ আগেয়ে অনুগ্ৰহ কৰি এটা কাম কৰিবানে ? - তুমি এবাৰ দুটা সপ্তাহৰ কাৰণে অসম প্ৰদেশলৈ যাবানে, আৰু তাৰ পৰা ঘূৰি আহি মোক জনাবানে তাত চলি থকা (বৰদলৈৰ) সংযুক্ত মন্ত্ৰীসভাখন প্ৰতিক্ৰিয়াশীল নে প্ৰগতিশীল চৰকাৰ ? তুমি এলাহাবাদত বহি বাস্তৱৰ লগত সম্বন্ধ নথকা জ্ঞানগৰ্ভ উপদেশবোৰ উচ্চাৰণ কৰি থকাৰ সকাম কি? সাদুল্লা মন্ত্ৰীসভাৰ পতনৰ পাছত মই যেতিয়া অসমলৈ গৈছিলো, মই তাত এজনো কংগ্ৰেছী ব্যক্তি লগ নাপালো যিজনে মোক কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাখনৰ প্ৰয়োজনৰ দাবী নকৰাকৈ আছিল। আচল কথা হ'ল - সেই সময়ত প্ৰদেশখন প্ৰতিক্ৰিয়াশীল চৰকাৰ এখনৰ কবলত হা-হুমুনিয়াহ কাঢ়ি

আছিল। অবস্থা দিনে দিনে শোচনীয়তাৰ পৰা অত্যাধিক শোচনীয় হৈ পৰিছিল আৰু দুৰ্নীতিও বাঢ়ি আহিছিল। প্ৰদেশখনৰ সকলো কংগ্ৰেছ ধৰ্মী ৰাইজে নতুন মন্ত্ৰীসভাখনৰ আগমনত স্বস্তিৰ নিশ্বাস ল'লে আৰু তেওঁলোকৰ আত্মবিশ্বাস আৰু আশা পুনৰ ঘূৰাই পালে। তুমি যদি দেশখনত সকলোতে কংগ্ৰেছ মন্ত্ৰীসভা পতা কাৰ্য্যত বাধা দিয়াৰ নীতি লোৱা, মই তাক মানি ল'ম - অসম আৰু বঙ্গৰ কংগ্ৰেছী সকলৰে সৈতে। কিন্তু যিহেতু কংগ্ৰেছ দলে সাতখন প্ৰদেশত মন্ত্ৰিত্ব গ্ৰহণ কৰি আছে, ই ধ্ৰুৱপ যে অন্যকেইখনত সংযুক্ত মন্ত্ৰীসভা হ'ব লাগিব। তুমি যদি অসমত উদয় হোৱা প্ৰগতিৰ বিষয়ে জানিলাহেঁতেন, যদিও সেই মন্ত্ৰীসভা বহুবোৰ বাধা-বিঘিনিৰ মাজেদি যাব লগা হৈছে, তুমি তোমাৰ মত সম্পূৰ্ণৰূপে পৰিৱৰ্তন কৰিলাহেঁতেন।"[৮২]

সুভাষ চন্দ্ৰ বোসৰ ৰাজনৈতিক চিন্তাধাৰা আৰু দৰ্শনৰ বিষয়ে সীমাহীন ইতিবাচক-নেতিবাচক আলোচনা বা বিতৰ্ক হ'ব পাৰে। কিন্তু তেওঁৰ দুটা কথাত হয়তো কাৰোৱেই দ্বিমত নাথাকিব। প্ৰথমটো হ'ল - তেওঁৰ অগাধ, চেকাহীন স্বদেশপ্ৰেম আৰু দেশৰ কাৰণে আত্মাহুতি ; আৰু দ্বিতীয়টো হ'ল - জাতীয় স্বাৰ্থৰ অৰ্থে তেওঁ সোমাই পৰা প্ৰতিটো কামতে থকা তেওঁৰ সম্পূৰ্ণ আৰু অবিচলিত নিষ্ঠা।[৮৩] বৰদলৈ মন্ত্ৰীসভাখনৰ প্ৰয়োজনীয়তা বোধগম্য হোৱাত তেওঁৰ সমস্ত কষ্ট, তৰ্ক আৰু সমালোচনা কাতিকৰি থৈ কামটো সম্পূৰ্ণ কৰিহে এৰিলে। এই কাম কৰোঁতে তেওঁ ক'তো কংগ্ৰেছ আদৰ্শ আৰু আঁচনিৰ লংঘন দেখা নাপালে। তেওঁ বৰদলৈ মন্ত্ৰীসভাৰ কাৰ্য্যাৱলীৰ মূলতে প্ৰগতিশীল দৃষ্টিভঙ্গীহে দেখা পাইছিল। বোস আৰু গান্ধীজীয়ে অবিকল একে মত উচ্চাৰণ কৰা দৃষ্টান্ত হয়তো বেছি নাই। তাৰে ভিতৰত জিলিকি থাকিব এটা উদাহৰণ আৰু ইয়ে হৈছে দুয়োজনৰ মতে ১৯৩৯ চনত বৰদলৈ মন্ত্ৰীসভাই ইস্তফা দিয়াটো উচিত নাছিল। ই পুনৰাই প্ৰকট কৰি তোলে অসম কংগ্ৰেছৰ বৰমূৰীয়া কেইজনৰ মহা মূঢ়তা।

---

## ষষ্ঠ অধ্যায়

# অসমৰ আৱশ্যক কিহৰ, সত্যাগ্ৰহ নে বিধানসভাৰ? ঃ বৰদলৈৰ চিন্তা আৰু ঘৰ-বিভীষণৰ দন্দুৰালি ১৯৪০-১৯৪১

১৯৩৯ চনৰ নৱেম্বৰ মাহৰ মাজভাগত মুখ্যমন্ত্ৰীত্বৰ পদ ইস্তফা দিয়াৰ পাছতেই বৰদলৈয়ে ৰাজনীতিৰ পৰা একেবাৰে ওলাই আহি গান্ধী-আদৰ্শৰ আশ্ৰম এখন খুলি গাঁও উন্নয়ণৰ কামত নিমগ্ন হ'বলৈ বিচাৰিছিল। কিন্তু গান্ধীজী আৰু কাকা কালেলকাৰে বৰদলৈয়ে অসমৰ ৰাজনীতি এৰি দিয়াটো নিবিচাৰিলে। তেওঁলোকৰ পৰা এই পৰামৰ্শ নহাহেঁতেন আৰু বৰদলৈয়ে সঁচাকৈয়ে ৰাজনীতি এৰি দিয়াহলে অসমীয়াৰ কি দশা হ'লহয় তাক আজি ভাবিবলৈকো ভয় লাগে। গান্ধী-আদৰ্শৰ সমাজ সংগঠনৰ কামবোৰ বৰদলৈৰ অতি অন্তৰৰ আছিল। আইন অমান্য আন্দোলনৰ দ্বিতীয় পৰ্বত বৰদলৈয়ে অসমত কেনেকৈ গান্ধীজীৰ গঠনমূলক কামত লাগি আছিল সেই বিষয়ে কোৱা হৈছে। ৰাজনীতি এৰি সম্পূৰ্ণভাৱে গঠনমূলক কামত লাগি থাকিবলৈ বৰদলৈৰ প্ৰবল ধাউতি হৈছিল। মুখ্যমন্ত্ৰিত্বৰ পদত থাকোঁতেই তেওঁ ১৯৩৯ চনৰ জুন মাহৰ শেষৰ পিনে প্ৰথম ৱাৰ্দ্ধা-সেৱাগ্ৰাম দৰ্শন কৰি আৰু তাত গান্ধীজীৰ বিশিষ্ট অনুগামী সকলৰে লগ হৈ গাঁও সংগঠন আৰু উন্নয়নৰ ক্ষেত্ৰত তেওঁলোকে চলোৱা পৰীক্ষা-নিৰীক্ষাবোৰৰ বুজ লৈছিলগৈ। ৰাজনীতিলৈ পিঠি দিব খোজা বৰদলৈয়ে অনিচ্ছা সত্বেও কেনেকৈ ৰাজনীতিলৈ ঘূৰি আহিল সেই কথা এইখিনিতে পোনতে কোৱা হওক।

## ১। ৰাজনীতিৰ প্ৰতি বিতৃষ্ণা, সেৱাগ্ৰাম দৰ্শন

গান্ধী-আদৰ্শৰ এজন সচেতন আৰু অবিচল অনুগামী হিচাপে গোপীনাথ বৰদলৈয়ে সত্যাগ্ৰহৰ লগত গঠনমূলক কামৰ সংযোজনাটো ভালকৈয়ে উপলব্ধি কৰিব পাৰিছিল। প্ৰাদেশিক ৰাজনীতিত এৰাব নোৱৰাকৈ বান্ধ খাই নপৰা হলে তেওঁ কিজানি

গান্ধীজীৰ অনেক প্ৰিয় অনুগামীৰ দৰে গুৰুজনাৰ কাষতে থাকি গঠনমূলক কামত সম্পূৰ্ণভাৱে নিমগ্ন হ'বলৈ ৱাৰ্দ্ধা বা সেৱাগ্ৰামলৈকে গ'লগৈ হয় বা অন্ততঃ অসমতে এখন সবৰমতী বা সেৱাগ্ৰাম পাতিলে হয়। ১৯৩৩-৩৪ ৰ কালত ৱাৰ্দ্ধা-সেৱাগ্ৰাম স্থাপিত হোৱাৰে পৰা বৰদলৈয়ে হেঁপাহ কৰিছিল অন্ততঃ তালৈ গৈ তাত হোৱা কামৰ কিছু আভাস লৈ আহিবলৈ। মুখ্যমন্ত্ৰিত্বৰ বোজাই তেওঁক এই সুবিধা দিলে ১৯৩৯ চনৰ মাজভাগতহে। সেই বছৰতে 'আৱাহন' আলোচনীকাকতত ওলোৱা এটি প্ৰবন্ধত তেওঁ লিখিছিল ঃ "নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ বৈঠক আৰু প্ৰধান মন্ত্ৰীসকলৰ সভাৰ কাম শেষ কৰি বোম্বাইৰ পৰা উভতি আহি ২৮ জুন তাৰিখে ৱাৰ্দ্ধা ষ্টেচনত নামিলো। ১৯৩৬ চনৰ পৰাই মহাত্মা গান্ধীৰ কৰ্মভূমি ৱাৰ্দ্ধা আৰু ছেগাৱঁত গাঁও-সংগঠনৰ কাম কিদৰে আগুৱাব ধৰিছে, তাক স্বচক্ষে চাবৰ হেঁপাহ আছিল। আজি দুবছৰ মানৰ পৰা বিশেষকৈ মন্ত্ৰিত্ব গ্ৰহণ কৰাৰ পিছৰ পৰা ৰাজনীতিৰ নিৰ্মম সংঘৰ্ষত সমস্ত জীৱন জৰ্জৰিত হৈ থকাত, মহাত্মাৰ আশ্ৰম দৰ্শন কৰিলে যে অলপ শান্তি পাম, এনে আশাও মোৰ প্ৰাণত উদয় হোৱা নাছিল বুলি ক'ব নোৱাৰো। মোৰ এই যাত্ৰা প্ৰকৃততে তীৰ্থ ভ্ৰমণৰ দৰে হৈছিল। তীৰ্থৰ পুৰোহিতজন অনুপস্থিত থকা বাবে তীৰ্থ ভ্ৰমণৰ মূল্য যে বহুখিনি হ্ৰাস হৈছিল, তাত সন্দেহ নাই। কিন্তু প্ৰকৃত মানৱৰ পৰিচয় কামৰ দ্বাৰাইহে বুলি ভাবি মহাত্মাজী ৱাৰ্দ্ধাত নথকা বুলি জানিও মই তালৈ গ'লো।"[১]

ৱাৰ্দ্ধাত যমনালাল বাজাজৰ জোঁৱায়েক সৎনাৰায়ণ আগৰৱালাৰ আতিথ্যত বৰদলৈয়ে ৰাষ্ট্ৰভাষা (তেতিয়া হিন্দী, পাচলৈ হিন্দুস্তানী) প্ৰচাৰ কাৰ্য্য, স্ত্ৰীশিক্ষা প্ৰচাৰৰ ব্যৱস্থা, আৰু গ্ৰামোদ্যোগ সংঘৰ কাৰ্য্যালয় পৰিদৰ্শন কৰিলে। ৰাষ্ট্ৰভাষাৰ ক্ষেত্ৰত বিভিন্ন প্ৰদেশৰ পৰা অহা শিক্ষক সকলৰ প্ৰশিক্ষণৰ কাৰণে তাত এটি অনুষ্ঠান গঢ়ি উঠিছিল - পূৰ্বে বিদ্যাপীঠৰ অধ্যক্ষ পদত থকা ভাষাবিদ পণ্ডিত কাকাচাহেব কালেলকাৰৰ পৰিচালনাত। কাকাচাহেবৰ লগত বৰদলৈৰ আগৰে পৰা সান্নিধ্য আছিল। ১৯৩৮ চনত বৰদলৈৰ পৌৰহিত্যতগুৱাহাটীত হিন্দী প্ৰচাৰ সমিতি (পাছলৈ অসম ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতি) স্থাপন কৰা হৈছিল। বৰদলৈ ৱাৰ্দ্ধা ৰেল ষ্টেচনৰ পৰা ডেৰমাইল মানৰ ভিতৰত স্থাপিত হোৱা গ্ৰামোদ্যোগ সংঘৰ কাৰ্য্যালয়লৈও গ'ল। গাৱঁৰ অৰ্থনৈতিক আৰু সামাজিক উন্নয়নাৰ্থে তেতিয়া তাত বহু পৰিকল্পনা চলি আছিল। অধ্যক্ষ জে.চি.কুমাৰাপ্পা, তেওঁৰ পৰিবাৰ, আৰু ভাতৃ ভাৰত্তম কুমাৰাপ্পাই বৰদলৈক যত্ন সহকাৰে চলি থকা সকলো ক্ৰিয়া কৰ্ম দেখুৱালে। অসমৰ শিক্ষামন্ত্ৰী হিচাপে ৱাৰ্দ্ধাৰ 'নয়ী তালিমী' শিক্ষা পদ্ধতি মতে পঢ়াশালিবোৰ কেনেকৈ চলে তাকো নিজ চকুৰে চাই অহাৰ এটি বিশেষ ইচ্ছা বৰদলৈয়ে পুহিছিল। ৱাৰ্দ্ধা আঁচনি মতে চলা পঢ়াশালিখন ৱাৰ্দ্ধাৰ পৰা উঠি গৈ সেৱাগ্ৰামতহে বহিছিলগৈ, - মহাত্মাৰ কুটীৰৰ কাষতে। গৈ পোৱা

মাত্ৰেই কেম্ব্ৰিজত শিক্ষা পোৱা শিক্ষাবীদ ই.ডব্লিউ আৰ্যনায়াকম আৰু তেওঁ বিদুষী পৰিবাৰ, বাঙালী মহিলা আশাদেবীয়ে বৰদলৈৰ আলপৈচান ধৰিলে আৰু মহাত্মাৰ পঁজাটিকে ধৰি চাবলগীয়া সকলো বস্তু দেখুৱালে।[২] এই সকলোবোৰ চাইচিতি আৰু আৰ্যনায়কম দম্পতি, কুমাৰাপ্পা পৰিয়াল, কাকা কালেলকাৰ আদি লোকসকলৰ জ্ঞান, অধ্যয়ন, আদৰ্শ, কৰ্মনিপুণতা আৰু অনাড়ম্বৰতাত মুগ্ধ হৈ বৰদলৈয়ে ৱাৰ্দ্ধা সেৱাগ্ৰাম এৰিলে।

আৱাহনত লিখা 'ৱাৰ্দ্ধা' নামৰ প্ৰবন্ধটো লিখাৰ কেইমাহমানৰ পাছতেই, সেই ১৯৩৯ চনতেই বৰদলৈয়ে গান্ধীজীৰ সত্তৰমত জন্ম দিৱস উপলক্ষে ইংৰাজীত এটা প্ৰবন্ধ লিখিলে বিশ্ব ৰাজনীতিৰ পৰিপেক্ষিতত গান্ধীজীৰ অহিংসনীতিৰ বিচাৰ কৰি।[৩] প্ৰবন্ধটো লিখাৰ সময়ত জাৰ্মেনী আৰু ৰুচদেশে পোলেণ্ড আদি ঠাইত কৰা কাৰ্য্যাৱলীৰ যোগেদি দ্বিতীয় মহাযুদ্ধৰ সোপানৰ সৃষ্টি হোৱাত সিও বৰদলৈৰ ধাৰণা আৰু বিচাৰত প্ৰভাৱ পেলাইছে। বৰদলৈৰ মানত আধুনিক ৰাষ্ট্ৰসমূহত প্ৰায় স্বভাৱজাতভাৱে শিপাই যোৱা হিংসা, শোষণ, জাতিবিদ্বেষ আদি অনেক প্ৰকাৰৰ অন্যায়ে যুদ্ধ-বিগ্ৰহৰ সুচনা কৰিছে। এখন দেশে আন এখন দেশক শোষণ কৰিবলৈ বিচাৰি সাম্ৰাজ্যবাদৰ আশ্ৰয় লৈছে। ছোভিয়েট ৰুচিয়াত যদিও এক নতুন যুগৰ আৰম্ভ হৈছে আৰু বহু চিন্তাশীল লোকো সেই আদৰ্শৰে প্ৰভাৱিত হৈছে, তথাপি, বৰদলৈৰ মতে, সাম্প্ৰতিক ঘটনা-প্ৰবাহে স্পষ্ট কৰি দেখুৱাইছে যে ৰুছ মতবাদেও এক নৱ বিশ্বধাৰা প্ৰৱৰ্তন কৰিবলৈ অক্ষম। বৰদলৈৰ মানত 'ৰাজনৈতিক কাল্পনিক সত্য' আৰু 'কূটনৈতিক অভিসন্ধি'ৰে পৰিপূৰ্ণ বিধ্বস্তকাৰী যুদ্ধকালীন অৱস্থাত মাথোন গান্ধীজীৰ সৰল, পোনপটীয়া নীতি আৰু ৰীতিয়েহে বিশ্বক আগন্তুক প্ৰলয়ৰ পৰা ৰক্ষা কৰি এক নতুন যুগৰ প্ৰৱৰ্তন কৰিব।[৪]

গান্ধী-আদৰ্শই ইয়াক কেনেকৈ কৰিব তাক বৰদলৈয়ে এই ইংৰাজী প্ৰবন্ধটোত তীক্ষ্ণ যুক্তি বা প্ৰাঞ্জল ভাষাৰে ফঁহিয়াই দেখুৱাব নোৱাৰিলেও তেওঁ যেন বিষয়টো এনেদৰে বুজাব খুজিছে ঃ পৃথিৱীৰ সৰু-বৰ সকলো ৰাষ্ট্ৰৰে সম-অধিকাৰ থাকিব লাগে বুলি বহু জাতিৰ মাজত আজি যি 'জাতীয় চেতনা'ই গা কৰি উঠিছে তাক শাৰীৰিক শক্তি বা অস্ত্ৰৰ প্ৰাচুৰ্য্যই ৰক্ষা কৰি থাকিব নোৱাৰে। পৃথিৱীৰ আন আন মহান ধৰ্ম প্ৰৱৰ্তকৰ দৰে গান্ধীজীয়ে এই চেতনা নৈতিক ভিত্তিত গঢ়িব খুজিছে আৰু তেওঁ মাথোন চিন্তাৰ জগততে নহয়, প্ৰয়োগলৈ দৃষ্টি ৰাখি, শোষণক একেবাৰে বহিস্কাৰ কৰাৰ উপায় উলিয়াইছে। ই হৈছে সত্য আৰু অহিংসাৰ ভিত্তিত ব্যক্তি আৰু জাতিক গঢ়ি তোলা। সদ্যহতে ভাৰত আৰু ভাৰতীয়ক লৈ কৰা গান্ধীজীৰ এই প্ৰচেষ্টা যদি সফল হয় তেনেহলে সি সমস্ত বিশ্ব নৱজাগৰণলৈও এটি বৰঙণি হ'ব।[৫]

কিন্তু প্ৰকৃত গান্ধী-আদৰ্শ যে ভাৰততো জনপ্ৰিয় হ'বলৈ বাকী, সেই কথা বৰদলৈৰ অজ্ঞাত নাছিল। তেওঁৰ গুৰুত্বপূৰ্ণ 'ৱাৰ্দ্ধা' প্ৰৱন্ধটোত বৰদলৈয়ে গান্ধী-আদৰ্শৰ প্ৰতি ভাৰতত আৰু ভাৰতৰ বাহিৰতো প্ৰৱৰ্তিত তিনিটা দলৰ মতৰ কথা কৈছে। প্ৰথম দলৰ গান্ধী-আদৰ্শ আৰু নীতিত একেবাৰে বিশ্বাস নাই। তেওঁলোকে ভাবে যে হিংসা, প্ৰৱঞ্চনা, জেদ আৰু যুদ্ধ মনুষ্যৰ সহজাত প্ৰবৃত্তি। এওঁলোকৰ মতে জগতত সাম্প্ৰদায়িক সংঘৰ্ষ আৰু যুদ্ধ স্বাভাৱিক আৰু বাঞ্চনীয়। দ্বিতীয় দলটো হ'ল সম্পূৰ্ণ আদৰ্শবাদী আৰু এওঁলোকে গান্ধীজীৰ বাহিৰে আন একোতে বিশ্বাস নকৰে। এওঁলোকৰ মতে অহিংসা আৰু সত্যৰ দ্বাৰাই জাতিগত আৰু সমাজগত দ্বেষ-হিংসা দূৰ কৰিব লাগিব আৰু এইবিলাক কাম কৰোতে কোনোপ্ৰকাৰৰ আপোচ মানি আদৰ্শচ্যুত হ'ব নালাগে। এই দলৰ চিন্তাবিদ সকল দেশীয় ধনীৰ কল-কাৰখানাবিলাককো সহায় কৰাৰ বিৰোধী। এক অস্বাভাৱিক জীৱন ধাৰণৰ মানদণ্ডৰ সৃষ্টি কৰি মানুহৰ অভাৱ বঢ়োৱাটোও যুক্তিযুক্ত বুলি এওঁলোকে নাভাবে।
বিদেশী শত্ৰুৰ যন্ত্ৰ-অস্ত্ৰৰ যুদ্ধত তেনেধৰণে প্ৰতিৰোধ কৰিবলৈ নগৈ আত্মবলৰ দ্বাৰা শত্ৰুক জয় কৰিব লাগিব।[৬]

এই দুয়ো মতৰ লগত সামঞ্জস্য ৰাখি গঢ়ি উঠা তৃতীয় মতটো বৰদলৈয়ে ডাঙি ধৰিছে এনেকৈ ঃ

> এওঁলোকৰ মতে, "মহাত্মাৰ আদৰ্শ সম্পূৰ্ণ সত্য হলেও বৰ্তমান ক্ষেত্ৰত ইয়াৰ পুৰামাত্ৰাই প্ৰচলন সম্ভৱপৰ নহয়। নিখিল ভাৰত গাঁৱলীয়া শিল্প সমিতিৰ বিশেষ আৱশ্যক আছে আৰু গাঁওবিলাক উন্নত কৰিবৰ একমাত্ৰ উপায় এনে অনুষ্ঠানৰ জৰিয়তেহে হ'ব বুলি মানি লৈও এওঁলোকে ইয়াকো দেখিছে যে, আমাৰ লাগতিয়াল বহুতো বস্তু বিদেশৰ পৰা আমদানি হৈ আহিছে। সেইবিলাক বন্ধ কৰিবৰ যেতিয়া আমাৰ ক্ষমতা নাই, আমাৰ মহাজন সকলে সেইবিলাক বস্তু কল-কাৰখানাৰ সহায়েৰে উৎপন্ন কৰাত আমি সহায় কৰা উচিত। সেইদৰে আমি পৰৰ স্বাধীনতা হৰণ কৰিবৰ কাৰণে সামৰিক শিক্ষা লৈ যুদ্ধত প্ৰবৃত্ত নহ'লেও, নিজৰ স্বাধীনতা ৰক্ষা কৰিবৰ কাৰণে সাজু হৈ থাকিব লাগিব আৰু সেই পৰিমাণে বৰ্তমান সামৰিক শিক্ষাত শিক্ষিত হব লাগিব। বৰ্তমান যুগৰ উৎপাদনকাৰী যি কল-কাৰখানা হৈছে, সেইবিলাকৰ উপকাৰিতা সম্বন্ধেও তেখেত সকলৰ মত এই যে, যি কল-কাৰখানাৰ দ্বাৰা সমাজৰ অন্যায় নহয় আৰু বিশেষকৈ যিবিলাক গৱৰ্নমেণ্টে নিজে চলাব পাৰে, সেইবিলাক ৰাইজৰ হৈ গৱৰ্নমেণ্টে চলাব লাগে।"[৭]

এই তিনিটি মত উল্লেখ কৰাৰ পাছত 'আদৰ্শবিলাকৰ ভিতৰত ক'ত প্ৰকৃত সত্য নিহিত আছে ?' বুলি এটি প্ৰশ্নেৰে বৰদলৈয়ে তেওঁৰ বাৰ্দ্ধাৰ বিবৰণ সমাপ্ত কৰিছে যদিও, তেওঁ নিজে যে প্ৰয়োগিক তৃতীয় মতটোৰ পোষণকাৰী তাক বুজিবলৈ কঠিন নহয়। বৰদলৈ আৰামী চকীৰ চিন্তাবিদো নাছিল আৰু আদৰ্শৰ ঢৌত উটি ফুৰা গোড়া ৰাজনীতিকো নাছিল। হ'ব কেনেকৈ ? বিভিন্ন মত, আদৰ্শ, আৰু বাদ-বিবাদৰ মাজেৰে পক্ষ-বিপক্ষৰ লোকক পতিয়ন নিয়াই কাৰ্য্যপন্থাত উপনীত হোৱাটো গণতান্ত্ৰিক ৰাজনীতিৰ লক্ষণ। ১৯৩৮ চনৰ চেপ্তেম্বৰ মাহত মুখ্যমন্ত্ৰিত্ব গ্ৰহণ কৰি বৰদলৈয়ে গণতন্ত্ৰত বুজা-পৰাৰ গুৰুত্বৰ বিষয়ে ভালদৰে বুজিছিল। এনেকি, তেওঁৰ চৰকাৰ একদলীয় নহৈ সংযুক্ত চৰকাৰ হোৱাৰ কাৰণে ৰাজনীতিত নীতিৰ আধাৰত স্থাপিত আপোচৰ অপৰিহাৰ্য্যতাৰ সম্পৰ্কেও তেওঁ সদা সচেতন আছিল।

এনে হোৱাতো, আৰু দলীয় ৰাজনীতিতেই থাকি তাৰ বহু জটিল সমস্যা চতুৰতাৰে সমাধা কৰিও বৰদলৈয়ে ৰাজনীতি ভালপোৱা নাছিল। গঠনমূলক দেশৰ কামেহে তেওঁক সদায় হাত-বাউল দি মাতি আছিল। প্ৰথমবাৰ বাৰ্দ্ধাৰ পৰা ঘূৰি অহাৰ পাছত তেওঁৰ প্ৰবল হেঁপাহ হ'ল আশ্ৰম এখন খুলিবলৈ। সেই উদ্দেশ্যে ১৯৪০ চনৰ জানুৱাৰী মাহৰ আৰম্ভণীতে পৰামৰ্শ বিচাৰি বৰদলৈয়ে কাকাচাহেব কালেলকাৰলৈ লিখিলে এনেকৈ ঃ ".... মই বহুত দিনৰ পৰাই আন্তৰিকতাৰে আশ্ৰম এখন খোলাৰ কথা ভাবি আছো ; কিন্তু এই সপোনক মই বাস্তৱত ৰূপ দিব দিব পৰা নাই এই কাৰণেই যে মোৰ সামৰ্থ্য নাই। মোৰ কৰ্মজীৱনৰ লক্ষ্য হ'ল জীয়াই থাকিবলৈ প্ৰয়োজন হোৱা অৰ্থখিনিহে মাথো উপাৰ্জন কৰা - যাতে বাকী সকলো সময় মই ১৯২০ চনৰে পৰা জড়িত হৈ থকা ৰাজহুৱা কামত উচৰ্গা কৰিব পাৰো। ইয়াৰ ফলস্বৰূপে আজি দুটা উঠি অহা ল'ৰা আৰু চাৰিজনী ছোৱালীৰে মোৰ বেছ ডাঙৰ পৰিয়ালটোৰ ভৰণ-পোষণ আৰু শিক্ষাত হোৱা ব্যয়ৰ পাছত মোৰ হাতত উপৰোক্ত উদ্দেশ্যৰ (আশ্ৰম) কাৰণে একো ধন জমা নাথাকেগৈ। ভাত-কাপোৰৰ কাৰণে মই আজি কাছাৰীলৈ যাবলগীয়া হোৱাত মোৰ আত্মাই যে কিমান যন্ত্ৰণা পাইছে ! কিন্তু তথাপিও মই ইয়াক কৰিবলগাত পৰিছো। এবছৰ আৰু কেইদিনমান থাকি যেতিয়া মই ১৯২৩ চনত জেইলৰ পৰা ওলাই আহিছিলো তেতিয়াও মই এনে কৰিবলগীয়া হোৱাত অনুতপ্ত হৈছিলো। মোৰ অন্য গতি নাছিল। আজি সাংসাৰিক জুলুম অধিকতৰ হ'লেও মই আশ্ৰম এখনলৈ সময় উলিয়াব পাৰিম বুলি ভাবিছো, যদিহে মই আশ্ৰমখন গুৱাহাটীৰ কাষতে পাতিব পাৰো।"* এই সংক্ৰান্তত বৰদলৈ আৰু কাকাচাহেবৰ মাজত চিঠিৰে ভাবৰ যি আদান-প্ৰদান হৈছিল তাৰ সকলো তথ্য আমাৰ হাতত নাই যদিও, ই নিশ্চিত যে সংসদীয় ৰাজনীতি এৰি বৰদলৈয়ে সম্পূৰ্ণভাৱে আশ্ৰমৰ কামত সোমাই

পৰাটো গান্ধীজীয়েও নিবিচাৰিছিল আৰু কাকাচাহেবেও নিবিচাৰিছিল। ১৯৪০ চনৰ এপ্ৰিল মাহৰ চিঠি এখনত কাকাচাহেবে বৰদলৈলৈ লিখিছিল যে যেতিয়ালৈকে আশ্ৰমখনত সম্পূৰ্ণভাৱে লাগি থাকিব পৰা মানুহ এজন নোলাব, তেতিয়ালৈকে বৰদলৈ ৰ'ব লাগিব। কাকাচাহেবে বৰদলৈক ক'লে ঃ "আপুনি অধিকতকৈও অধিক বাহিৰৰ পৰাহে নেতৃত্ব দি পথ দেখুৱাব পাৰিব, কাৰণ আপোনাৰ 'স্বধৰ্ম' হৈছে সংসদীয় কাৰ্য্য। আপুনি আপোনাৰ ৰাজনৈতিক নেতৃত্ব কেতিয়াও এৰি দিব নোৱাৰে।"[৯]

অসম, ভাৰত আৰু সৰ্বসাধাৰণৰ মঙ্গলৰ কাৰণে কাকাচাহেবে বৰদলৈক এই শেষ বাক্যটো আজীৱন[১০] দোহাৰি থকাত তেওঁৰ উদ্দেশ্য সিদ্ধি হ'ল, কিন্তু বৰদলৈৰ মনোবাঞ্ছা অপূৰ্ণ হৈ থাকিল।

## ২। যুদ্ধৰ আগমন আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ অচল অৱস্থা

ঊনচল্লিছৰ নৱেম্বৰ মাহত কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাখন ইস্তফা দি গোপীনাথ বৰদলৈয়ে এক জাতীয় স্বাৰ্থৰ খাতিৰত অসমৰ প্ৰান্তীয় সাময়িক স্বাৰ্থক ক্ষুদ্ৰজ্ঞান কৰোঁতে অৱশ্যে এক নৈতিক বল দেখুৱাইছিল। ভাৰতৰ সামগ্ৰিক উন্নতিৰ পথ প্ৰদৰ্শকৰূপে কেন্দ্ৰীয় কংগ্ৰেছৰ নেতৃবৃন্দৰ প্ৰতি থকা তেওঁৰ অসীম শ্ৰদ্ধা আৰু ভৰসাই এনে কৰাত সহায় কৰিছিল। স্থানীয় বহুলোকৰ অসীম দেশভক্তি আৰু নিজ স্বাৰ্থ ত্যাগৰ ফলত গঢ়ি উঠা অসমৰ কংগ্ৰেছ আন্দোলনটোৰ আগশাৰীৰ বহু ব্যক্তিয়েও কেন্দ্ৰীয় কংগ্ৰেছৰ নীতি-বিধিকেই শিৰোধাৰ্য্য কৰি সৰ্বভাৰতীয় খোজতে খোজ মিলাই চলাটোকেই নৈতিক জ্ঞান কৰিছিল। কিন্তু লেঠা হ'ল এই যে কেন্দ্ৰীয় কংগ্ৰেছে বৃটিছ চৰকাৰৰ বিৰুদ্ধে যোৱাত বা বৃটিছৰ লগত কোনো মীমাংসালৈ অহাৰ সংক্ৰান্তত উদ্ভৱ হ'ব পৰা সমস্যাবোৰৰ আদি-অন্ত ভালকৈ বিচাৰ কৰি নোচোৱাকৈয়ে কংগ্ৰেছ শাসিত প্ৰদেশবোৰক পদত্যাগ কৰিবলৈ আদেশ দি কোনো সুবিধাজনক কাম নকৰিলে। প্ৰায় এবছৰ কাল বিভিন্ন সভা-সমিতিত কেন্দ্ৰীয় কংগ্ৰেছে মাথোন শক্তিহীন, ভয়-প্ৰদৰ্শক প্ৰস্তাৱবোৰ লৈ থকাৰ বাহিৰে অন্য একো কৰিবলৈ সক্ষম নহ'ল। কংগ্ৰেছ-ইস্তফাৰ চাৰি মাহৰ পাছত হোৱা ৰামগড় অধিবেশনত ২০ মাৰ্চ (১৯৪০) তাৰিখে লোৱা প্ৰস্তাৱত এনেদৰে কোৱা হ'ল ঃ ".....কংগ্ৰেছে কংগ্ৰেছ সংখ্যাগৰিষ্ঠ প্ৰাদেশিক মন্ত্ৰীসভাবোৰৰ পৰা আঁতৰি আহি যুদ্ধৰ লগত অসহযোগ প্ৰদৰ্শন কৰিবৰ কাৰণে আৰু বিদেশী দমনৰ পৰা ভাৰতক মুক্ত কৰোৱাত থকা কংগ্ৰেছৰ প্ৰতিজ্ঞাক বলবৎ কৰিবলৈ। এই প্ৰাথমিক পদক্ষেপৰ পাছত আহিব 'সবিনয় অৱজ্ঞা' (ছিভিল ডিছঅ'বিডিয়েন্স) বা 'আইন অমান্য' আন্দোলন। যেতিয়াই কংগ্ৰেছ অনুষ্ঠানে এনে কাৰ্য্যৰ কাৰণে উপযুক্ত

জ্ঞান কৰিব, বা যেতিয়াই পৰিস্থিতিৰ সন্ধিক্ষণে সংকটাৱস্থাৰ সৃষ্টি কৰিব, তেতিয়াই বিনা দ্বিধাই কংগ্ৰেছে ইয়াৰ আশ্ৰয় ল'ব।"[১১]

এনে ফোঁপোলা বাক্যবাণে বৃটিছক ব্যতিব্যস্ত কৰাৰ প্ৰশ্নই নুঠে ; কাৰণ গান্ধীজীৰ দৰে, বৃটিছে ঘোষণা কৰা যুদ্ধখনৰ বিপক্ষে কেন্দ্ৰীয় কংগ্ৰেছৰো নৈতিক বাধা নাছিল ; কংগ্ৰেছৰ বাধা আছিল মাত্ৰ ভাৰতৰ মতামত নোলোৱাকৈ আৰু ভাৰতক নিষ্পেষিত কৰি ৰাখি গণতন্ত্ৰৰ নামত আনকি ভাৰতৰ হৈও যুদ্ধ এখন ঘোষণা কৰাতহে। কংগ্ৰেছে ক্ষমতা এৰি ওলাই অহাত যুদ্ধ ব্যৱস্থাৰ কাৰণে বৃটিছৰ সুবিধাহে হ'ল। তাতে ১৯৪০ চনৰ ফেব্ৰুৱাৰী মাহত মুছলিম লীগৰ নেতা মহম্মদ আলি জিন্নাই 'দ্বি-জাতি' তত্ত্ব উলিয়াই ভাৰতীয় জনগণৰ প্ৰতিনিধি বুলি মাথোন কংগ্ৰেছকেই গুৰুত্ব নিদিবলৈ বৃটিছক উদগালে। গতিকে বৃটিছক শ'লঠেকত পেলোৱাতকৈ মন্ত্ৰীসভাবোৰ ত্যাগ কৰি কংগ্ৰেছে যেন অস্ত্ৰ এপাতহে বৃটিছৰ হাতত সঁপি দিলে। যুদ্ধ পৰিচালনাত বৃটিছৰ কংগ্ৰেছৰ প্ৰয়োজন নোহোৱাত কংগ্ৰেছেহে উপায়বিহীন হৈ ২৮ জুলাইৰ পুণা প্ৰস্তাৱৰ যোগে বৃটিছৰ পৰা এটা মীমাংসা আশা কৰিলে যাতে সেইমতে কংগ্ৰেছৰ দেশৰক্ষা প্ৰক্ৰিয়াত ভাগ লোৱাৰ, মানে যুদ্ধত যোগ দিয়াৰ, উপায় এটা ওলায়। এনে সময়তে কেইবাখনো ইউৰোপীয় ৰণপ্ৰাঙ্গনত বৃটিছে বিপৰ্য্যয় ভোগ কৰিবলগা হোৱাত তেওঁলোকক ভাৰতৰ পৰা অধিক সহায়ৰ প্ৰয়োজন হ'ল আৰু সেই কাৰণে ভাৰতৰ ৰাজনৈতিক ভৱিষ্যত সম্পৰ্কে তেওঁলোকে মাত এষাৰ মাতিলে। ৮ আগষ্ট তাৰিখে বৰলাটে জনালে যে তেওঁৰ কেন্দ্ৰীয় ব্যৱস্থাপক সভাখন কেইজনমান ভাৰতীয় ৰাজনৈতিক দলৰ সদস্যৰ অন্তৰ্ভুক্তিৰে বিস্তৃত কৰা হ'ব আৰু লগতে যুদ্ধ বিষয়ক পৰামৰ্শৰ কাৰণেও এখন উপদেষ্টা সমিতি স্থাপন কৰা হ'ব। লগতে যুদ্ধৰ পাছতে ভাৰতৰ ভৱিষ্যত সংবিধান সম্পৰ্কে ভাৰতীয় মতৰ বলতেই এখন আঁচনি লোৱা হ'ব বুলিও ঘোষণা কৰিলে। ইয়াৰ লগতে কিন্তু কোৱা হ'ল যে এনে কৰোঁতে ৰাজনৈতিক আৰু ধাৰ্মিক সংখ্যালঘুৰ ওপৰত সম্পূৰ্ণ গুৰুত্ব দিয়া হ'ব। ইয়াৰ প্ৰকৃত অৰ্থ হ'ল এয়ে যে মুছলিম লীগৰ আপত্তিত কোনো সংবিধান প্ৰস্তুতি প্ৰক্ৰিয়া সম্ভৱ নহ'ব। সৰ্বদায় সংখ্যালঘুক উচিত সন্মান দি অহা সত্ত্বেও মুছলিম লীগৰ টোপ গিলি বৃটিছে কংগ্ৰেছৰ প্ৰতি এনে দৃষ্টিভঙ্গী দেখুওৱাত বৃটিছৰ লগত সহযোগৰ পথ খুলিও বন্ধ হৈ পৰিল। কংগ্ৰেছৰ এনে উপায়বিহীন অৱস্থাত স্বাধীনতাৰ আন্দোলনটো বজাই ৰখাৰ ক্ষমতা আছিল মাথোন গান্ধীজীৰ। প্ৰায় এবছৰ কাল ৰামগড় সদৃশ প্ৰস্তাৱসমূহ লৈ থকাৰ পাছত কংগ্ৰেছে পুনৰ গান্ধীজীৰ শৰণাপন্ন হৈ তেওঁক তেওঁ ইতিমধ্যে আৰম্ভ কৰা যুদ্ধ বিৰোধী ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনটো বহল কৰিবলৈ অনুৰোধ কৰিলে। কেন্দ্ৰীয় কংগ্ৰেছে সকলো কংগ্ৰেছীক গান্ধীজীৰ সতাগ্ৰহ আঁচনিত মনোনিবেশ কৰিবলৈ আহ্বান জনালে।

## ৩। ব্যক্তিগত সত্যাগ্ৰহ আন্দোলন কালত অসমৰ পৰিস্থিতি অধ্যয়ন আৰু বৰদলৈৰ পৰিপত্ৰ

কেন্দ্ৰীয় কংগ্ৰেছৰ অনুৰোধ ক্ৰমে গান্ধীজীয়ে তেওঁৰ সত্যাগ্ৰহ আঁচনি বহলালে। ৯ নৱেম্বৰ (১৯৪০) তাৰিখে সেৱাগ্ৰাম ৱাৰ্দ্ধাৰ পৰা উনৈছটা নিৰ্দ্দেশেৰে প্ৰকাশ হোৱা জাননী এখনত গান্ধীজীয়ে ক'লে যে তেওঁ সদ্যহতে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য, কেন্দ্ৰীয় আৰু প্ৰাদেশিক ব্যৱস্থাপক সভাসমূহৰ সদস্য আৰু নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সদস্য সকলৰ পৰা সত্যাগ্ৰহী বাছি উলিয়াব। যিসকল তেওঁ বান্ধি দিয়া নিয়মৰ আধাৰত চলিবলৈ প্ৰতিজ্ঞাবদ্ধ হ'ব, সেইসকলকহে তেওঁ গ্ৰহণ কৰিব।[১২]

সত্যাগ্ৰহী বাচনিৰ নিয়ম আছিল এনেকুৱা ঃ কেন্দ্ৰীয় কংগ্ৰেছ আৰু প্ৰদেশ কংগ্ৰেছৰ পৰা গান্ধীজীলৈ সম্ভাব্য সত্যাগ্ৰহীৰ নামৰ এখন তালিকা যাব আৰু সেই নামৰ পৰা গান্ধীজীয়ে নিজে বাছি লোৱা কেইজনকহে অসহযোগ প্ৰদৰ্শন কৰিবলৈ দিয়া হ'ব। জেইল জীৱন কটাবৰ জোখাৰে স্বাস্থ্যবান নোহোৱা সকল তালিকাভুক্ত নহ'ব। নামৰ তালিকাসমূহ যাতে নেহেৰায় সেই উদ্দেশ্যে তালিকাসমূহ তেওঁলৈ দূতযোগে পঠোৱাৰ নিয়ম বান্ধি দিয়া হ'ল। সেইমতে অসমৰ ২৪ জনীয়া তালিকা এখন লৈ (অসমৰ দ্বিতীয় তালিকাখনত ২২৫ গৰাকী সত্যাগ্ৰহীৰ নাম আছিল) বৰদলৈ ২৬ নৱেম্বৰ তাৰিখে ৱাৰ্দ্ধালৈ গ'ল গান্ধীজীৰ পৰা অনুমোদন ল'বলৈ। তাৰ পৰা ঘূৰি আহি ৭ ডিচেম্বৰ তাৰিখে গুৱাহাটীত বহা প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ এখন জৰুৰী সভাত তেওঁ তালিকাভুক্ত প্ৰায় আটাইকেইজনকে গান্ধীজীয়ে অনুমোদন দিয়া বুলি ক'লে। মাথোন বিধায়ক সোনাৰাম দত্ত আৰু বিধায়ক কৃষ্ণনাথ শৰ্মাক তেওঁলোকৰ অতীব আগ্ৰহ থকা সত্ত্বেও অনুমতি দিয়া নহ'ল ; প্ৰথমজন গেষ্ট্ৰিক বেদনাগ্ৰস্ত হোৱাৰ কাৰণে আৰু দ্বিতীয়জনৰ জোঁৱায়েক অসুখৰ কাৰণে চিকিৎসাধীন হৈ থকাৰ কাৰণে।[১৩]

গান্ধীজীয়ে বান্ধি দিয়া নিয়মানুসাৰে অসমৰ প্ৰথম সত্যাগ্ৰহী গোপীনাথ বৰদলৈয়ে ১০ ডিচেম্বৰ তাৰিখে কামৰূপ জিলাৰ উপায়ুক্তক আগতীয়াকৈ জনালে যে পাচদিনা দুপৰীয়া ৩-৩০ বজাত তেওঁ গুৱাহাটী চহৰৰ ডনাভেন পথ, নবীন বৰদলৈ পথ আৰু ঢাকাপট্টি পথত যুদ্ধ-বিৰোধী মাত মাতি ক'ব যে 'বৃটিছৰ যুদ্ধ-প্ৰচেষ্টাত ধন আৰু জনেৰে সহায় কৰাটো ভুল আৰু সকলো যুদ্ধকে অহিংসাৰে বিৰোধ কৰাটোহে উত্তম প্ৰচেষ্টা।' সেইমতে ১১ ডিচেম্বৰৰ দিনা যুদ্ধ-বিৰোধী বাক্য উচ্চাৰণ কৰি গ্ৰেপ্তাৰ বৰণ কৰি বৰদলৈ জেইললৈ গ'ল। পাছৰ কেইদিন বিভিন্ন ঠাইত তেওঁক অনুসৰণ কৰিলে বিষ্ণুৰাম মেধী, ফখৰুদ্দিন আলি আহমেদ, দেৱেশ্বৰ শৰ্মা আৰু গৌৰীকান্ত

তালুকদাৰে। তাৰ পাছত আৰু বহুতে। গান্ধীজীৰ তত্ত্বাৱধানত হোৱা এই আন্দোলনত কি প্ৰেৰণাৰে অসমে ভাগ লৈছিল সি গ্ৰেপ্তাৰ হোৱাৰ আগতে বৰদলৈয়ে দিয়া এটি ইংৰাজী বিবৃত্তিত প্ৰকাশ পাইছে। তেওঁ ক'লে ঃ "মোৰ এনে এটা ভাব হৈছে যে আমি যেন এটি নতুন যুগৰ সন্মুখত আহি ৰৈছোহি। আৰু মহাত্মা গান্ধীয়েই হ'ল সেইজন লোক যি এই নৱযুগৰ প্ৰৱৰ্ত্তক। লালসা, হিংসা, শোষণ আৰু দমনৰ যুগটোৰ পাছত এতিয়া আহিব সমতা, সহিষ্ণুতা আৰু প্ৰেমৰ যুগ। মোৰ কাৰণে আজি এটি গৌৰৱৰ দিন যে নিঃকিন অসমেও এই পৰিৱৰ্ত্তনৰ প্ৰতিস্থাত সক্ৰিয় বৰঙণি যোগাব পাৰিছে।..."[১৪]

কাৰাগাৰত তেওঁৰ এবছৰীয়া দণ্ডৰ আধাকাল শেষ হওঁতেই অসুস্থতাৰ কাৰণে বৰদলৈক চৰকাৰে ১৯৪১ চনৰ ১৮ জুন তাৰিখে খালাচ দিয়ে। তেওঁক এটা 'আপচু অৱস্থা'ত পেলাবলৈকে চৰকাৰে এনে কৰিলে বুলি বৰদলৈয়ে জেইলৰ পৰা পোনে-পোনে গুৱাহাটীৰ ঘৰলৈ বুলি বাট নুবুলি যোৰহাট জিলা কংগ্ৰেছ কাৰ্য্যালয়লৈহে গৈ তাৰ পৰা তাঁৰযোগে গান্ধীজীলৈ বাৰ্ত্তা পঠালে তেওঁক পুনৰ সত্যাগ্ৰহ কৰিবলৈ অনুমতি দিব লাগে বুলি। সাতদিন সেই এককোঠালীৰ কাৰ্য্যালয়ৰ এচুকত অৱস্থান লৈ গান্ধীজীৰ উত্তৰলৈ বাট চোৱাৰ পাছত অষ্টমদিনা তেওঁ ৰামনাথ দাসৰ গাড়ীত গুৱাহাটীৰ ঘৰলৈ যায়। ২৮ জুন তাৰিখেহে গান্ধীজীৰ উত্তৰ আহিল, পুনৰ সত্যাগ্ৰহ কৰিবলৈ তেওঁক অনুমতি দি। কিন্তু ইতিমধ্যে তেওঁ চকুৰ ৰোগত ভুগিবলৈ ল'লে। অৱস্থা ভয়ানক হৈ উঠাত ডাঃ হৰিকৃষ্ণ দাসে বৰদলৈক সত্যাগ্ৰহ পিছুৱাবলৈ উপদেশ দিলে। ইতিমধ্যে গান্ধীজীয়েও বৰদলৈৰ নতুন অসুখৰ খবৰ পাই, ৩ জুলাই তাৰিখে তেওঁলৈ লিখিলে যে কোনোপধ্যেই তেনে অৱস্থাত জেইলত তেওঁ সোমাব নোৱাৰে।

বৰদলৈয়ে নিজৰ চিকিৎসাত ব্যস্ত হৈ পৰোঁতেই দেশৰ অৱস্থা দেখি স্তম্ভিত হ'ল। ইতিমধ্যে সেই ১৯৪১ চনৰেই ৩০-৩১ জানুৱাৰীত অসম প্ৰাদেশিক মুছলিম লীগৰ দ্বিতীয় অধিবেশনত সাদ্উল্লাই আনন্দ প্ৰকাশ কৰিছিলেই যে উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ, পঞ্জাৱ-সিন্ধ আৰু বালুচিস্তানক লৈ উত্তৰ-পশ্চিমত এখন মুছলমান প্ৰদেশ হোৱাৰ লগতে উত্তৰ-পূৱতো এখন মুছলিম প্ৰদেশ গঢ়িব পৰা যাব যদি মুছলমানসকল বঙ্গ আৰু অসমত সংখ্যাগৰিষ্ঠ হৈ পৰে। বৰদলৈৰ চিন্তাত ই নিশ্চিত হৈ পৰিল যে চলি থকা তৃতীয় সাদ্উল্লা মন্ত্ৰীসভাখনক বাধা দিব নোৱাৰিলে অসমীয়াৰ চিৰস্থায়ী অনিষ্ট দুৱাৰদলিত। নৱনিৰ্মিত মুছলিম লীগে সাদ্উল্লাৰ ওপৰত পেলোৱা হেঁচাই অসমীয়াৰ আগন্তুক দুৰ্য্যোগৰ ইংগিত দিলে। যিমানেই তেওঁৰ দলীয় ৰাজনীতিৰ প্ৰতি বিতৃষ্ণা নাথাকক আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ সাময়িক বিধানসভা ত্যাগৰ কাৰ্য্যসূচীত ভক্তি নাথাকক অসমৰ এনে পৰিস্থিতি দেখা পাই বৰদলৈ গণতান্ত্ৰিক সংসদীয়

ৰাজনীতিৰ বিপক্ষ দলৰ দলপতি হিচাপে তেওঁৰ দায়িত্ব আৰু কৰ্ত্তব্যৰ প্ৰতি সচেতন হৈ পৰিল। দুমাহ কাল অসমৰ পৰিস্থিতিটো অধ্যয়ন কৰাৰ পাছত ১৮ আগষ্ট তাৰিখে বৰদলৈয়ে এখন পৰিপত্ৰ যোগে বিশেষকৈ কংগ্ৰেছী বিধায়কসকলক তেওঁৰ অধ্যয়নটোৰ বিষয়ে জনালে আৰু তাৰ পৰিপেক্ষিতত তেওঁৰ চকুত দেখা দিয়া তিনিটা বিভিন্ন পথৰ কোনটো তেওঁলোকৰ প্ৰিয় হ'ব সেই বিষয়ে মতামত বিচাৰিলে।[১৫] তেওঁ নিজে কোনটো পন্থাৰ প্ৰতি আগ্ৰহান্বিত তাৰ ইংগিতহে মাত্ৰ দি আৰু আটাইকেইটা পন্থাৰ সুবিধা-অসুবিধাবোৰ আঙুলিয়াই আনক প্ৰথমে সিদ্ধান্তলৈ অনোৱাটো আছিল এই চিঠিৰ লক্ষ্য। বৰদলৈৰ ইংৰাজীত লিখা এই পত্ৰখনৰ সম্পূৰ্ণ অনুবাদ এটা তলত দিয়া হ'ল ঃ

"প্ৰিয় বন্ধু, গুৱাহাটী

১৮ আগষ্ট, ১৯৪১

আপুনি মোৰ সৈতে এই কথাত একমত হ'ব চাগে যে প্ৰদেশখনৰ ৰাজনৈতিক কাৰ্য্য-কৰ্মত, বিশেষকৈ, সত্যাগ্ৰহ আন্দোলনৰ ক্ষেত্ৰত এটা সেমেকা পৰিস্থিতিযে দেখা দিছে। এই চিঠিত মই প্ৰদেশখনৰ ৰাজনৈতিক পৰিস্থিতি সম্পৰ্কে মোৰ নিজা বিশ্লেষণ এটা উপস্থাপন কৰিছো আৰু আপোনাৰ পৰা সেই সম্পৰ্কে পৰামৰ্শ বিচাৰিছো, - কি উপায়েৰেনো আমি বৰ্তমানৰ কৰ্মহীনতা আৰু উদাসীনতাৰ গৰাহৰ পৰা উদ্ধাৰ পাব পাৰো। ইংলণ্ডৰ ভাৰত-সচিবৰ মনোবৃত্তি আৰু তেওঁ যিদৰে আমাক আক্ৰমণ কৰিব লাগিছে তালৈ চাই আমিও আন্তৰিকতা আৰু দৃঢ়সংকল্পিত কৰ্মেৰে তাৰ যথাযথ প্ৰত্যুত্তৰ দিব লাগে। অৱশ্যে মই আৰম্ভণীতেই কৈ থওঁ যে এই বিষয়ত মহাত্মাজীৰ পৰা অহা মতৰ বাহিৰে মোৰ কোনো নিজা মত মই এতিয়ালৈকে স্থিৰ কৰা নাই। সত্যাগ্ৰহ আন্দোলনৰ নায়ক হিচাপে মহাত্মাজীয়ে অৱশ্যেই কৈ থৈছে যে সত্যাগ্ৰহ চলাই নিবই লাগিব। আমাৰ বৰ্তমানৰ আঁচনিৰ কিবা সাল-সলনি হোৱাটো যদি আপোনালোক সকলোৱে স্পষ্টভাৱে বিচাৰে, তেনেহলে মই সেই বিষয়ত যথাবিহিত ব্যৱস্থা ল'ম। এই সত্যটো লুকুৱাই ৰাখিব নোৱাৰি যে যি ধৰণে বৰ্তমানে সত্যাগ্ৰহ চলিছে, সি আগৰ দৰে জনসাধাৰণক আকৰ্ষণ কৰিব পৰা নাই। চৰকাৰে সত্যাগ্ৰহীক গ্ৰেপ্তাৰ কৰিবলৈ এৰা হেতুকে আৰু লগতে গঠনমূলক কামৰ অনুপস্থিতিৰ কাৰণে এনে হৈছে। তাতে এবাৰ কাৰাগাৰ এৰাৰ পাছত নেতাসকলে পুনৰ সত্যাগ্ৰহ কৰিবলৈ ইচ্ছা নেদেখুওৱাৰ কাৰণেও হয়তো এনে দশা হৈছে। মই জনামতে সুৰমা উপত্যকাৰ কোনো এজন নেতায়ো সত্যাগ্ৰহ নিষ্ঠাৰে গ্ৰহণ কৰিব পৰা নাই আৰু অসম উপত্যকাৰ বিধায়কসকলৰো বহুতে ইয়াক এতিয়ালৈকে সম্পূৰ্ণ বিশ্বাসেৰে গ্ৰহণ কৰি কৰ্মৰত হ'ব পৰা নাই। সমগ্ৰ প্ৰদেশখনৰ অকংগ্ৰেছী বুদ্ধিজীৱিসকলে সত্যাগ্ৰহক

অৱশ্যেই নিন্দাৰ চকুৰে চাইছে। এনে হ'লেও গ্ৰেপ্তাৰ নোহোৱা কামৰূপ জিলাৰ সত্যাগ্ৰহী সকলে আনকি ঘৰৰ পৰা বহুত আঁতৰতো কিছু সৰু-সৰু কেন্দ্ৰত গঠনমূলক কাম কৰিবলৈ আগ্ৰহ দেখুওৱা দেখা গৈছে। মই ভাবো এনে ধৰণৰ কেন্দ্ৰ অন্য জিলাতো সম্ভৱ হৈ উঠিব পাৰে। কিন্তু কমকৈ হ'লেও এইবোৰ কামত লগা সত্যগ্ৰহীক প্ৰয়োজন হোৱা নিজা খৰছৰ উপৰিও কেন্দ্ৰত নিযুক্ত হোৱা জিলা কংগ্ৰেছৰেই অন্য কৰ্মীৰ কাৰণেও চলা খৰছৰ প্ৰয়োজন। কৃতকাৰ্য্য লভিব পৰা কামৰ আঁচনিৰ কাৰণেও অৰ্থৰ প্ৰয়োজন আৰু দীঘলীয়া আন্দোলনলৈ এই অৰ্থসাহায্য পোৱাটো হয়তো অসম্ভৱেই। ই ঠিক যে যদি আমি যুদ্ধৰ কালডোখৰত মাথোন ব্যক্তিগত সত্যাগ্ৰহহে কৰি যাওঁ তেনেহলে অতি কমেও আৰু তিনি বা চাৰি বছৰ এনেকৈ চলাই নিব লাগিব, কাৰণ যুদ্ধ সিমান দিনলৈকে চলিব বুলিয়েইতো শুনা গৈছে। গতিকে ক'ৰবাৰ পৰা যথেষ্ট অৰ্থসাহায্য নোপোৱাকৈ গঠনমূলক কাৰ্য্যৰ জৰিয়তে সত্যাগ্ৰহ যে আমি বহুত দিনলৈ চলাই নিব পাৰিম সেইটো মোৰ মনে নধৰে। আনহাতে সত্যাগ্ৰহ আৰু সেই সংক্ৰান্তৰ 'হাইকমাণ্ড'ৰ আদেশবোৰত আবদ্ধ থাকি আমি আপত্তিৰ আনকি বুৰবুৰণি এটাও নোতোলাকৈ প্ৰদেশখনক চৰকাৰৰ নামত ক্ষমতাত থকা দলটোৰ হাতত এৰি দিছো অত্যন্ত ব্যাপক আৰু চিৰস্থায়ীভাবে ক্ষতি কৰিব পৰা দুষ্কৰ্মবোৰ কৰিবলৈ। মই মাথোন ইয়াত কেইটামানহে দৃষ্টান্ত দিওঁ ঃ (ক) বৰ্তমান চৰকাৰৰ মাটি উন্নয়ন নীতিয়ে দেখদেখকৈ ভূমিসন্তানৰ স্বাৰ্থক চিৰস্থায়ীভাৱে আঘাত কৰি পমুৱাৰ সুবিধালৈ মন দি গঢ় লৈছে। কংগ্ৰেছ সংযুক্ত চৰকাৰখনৰ মাটি বন্দবস্ত আঁচনিৰ মূল নীতি আছিল স্থানীয় ভূমিহীন বা অত্যন্ত কম মাটিৰ অধিকাৰী সকলক পতিত মাটি বিতৰণত অগ্ৰাধিকাৰ দিয়াটো। এই নীতি এতিয়া গোপনে পৰিবৰ্তন কৰা হ'ল বঙ্গৰ পৰা অহা পমুৱাৰ স্বাৰ্থলৈ গুৰুত্ব দি। উন্নয়ণ আঁচনি সম্পৰ্কত ৰিপৰ্ট দিবলৈ মান্দাৰিছ চৌধুৰী বোলা এজন চাব-ডেপুটি কালেক্টৰক বিশেষ বিষয়া হিচাপে নিযুক্ত কৰা হৈছে। এওঁ জনাইছে যে বিলাবলগীয়া দুইলাখ বিঘা মাটিৰ আনকি দহ শতাংশতো স্থানীয় লোকৰ বসতি হ'ব নোৱাৰে, আৰু স্থানীয় লোকক দিয়া এলেকা একেবাৰে সীমামূৰীয়া উত্তৰ লক্ষিমপুৰতহে হ'ব লাগে কাৰণ পমুৱাৰ কাৰণে ইমান দূৰলৈ গৈ বসতি কৰাটো সুবিধাজনক নহ'ব। মুছলমান লোকলৈ মুকলি হ'বলগা অঞ্চলত অকল মুছলমান 'ছেটেলমেন্ট' বিষয়াকহে নিযুক্তি দিবলৈ এই ৰিপৰ্টত যি পৰামৰ্শ দিয়া হৈছে তাৰ ভিত্তিতেই জিলাবিলাকৰ উপায়ুক্তসকলে কাম আৰম্ভ কৰিছে আৰু এখন জিলাত - নগাৱঁত-পমুৱাক মাটি বিতৰণ কৰা কাম ইতিমধ্যেই আগবাঢ়িছেই। এইটো উল্লেখযোগ্য যে স্থানীয় হাজাৰ-হাজাৰ লোকৰ দৰ্খাস্ত, এওঁলোক তেহেলৈ হিন্দুৱেই হওঁক বা মুছলমানেই হওক, উপায়ুক্তৰ কাৰ্য্যালয়ত জাপ খাই পৰি আছে। (খ) সেই একে

সাম্প্ৰদায়িক মনোভাৱ চৰকাৰৰ মানুহ পিয়ল বিষয়ক সংখ্যা গণনাত প্ৰকাশ পাইছে। মানুহ পিয়লৰ শ্ৰেণী বিভাগত আৰু সংখ্যাত মইমতালিভাৱে হাত দিয়াৰ কাৰণে কংগ্ৰেছৰ অস্থায়ী সভাপতি হেমচন্দ্ৰ বৰুৱা, অসম জাতীয় মহাসভা আৰু আনকি খ্ৰীষ্টান মিছনেৰী সকলেও চৰকাৰৰ বিপক্ষে ইতিমধ্যে অভিযোগ আনিছেই। চৰকাৰে এই অভিযোগ খণ্ডন কৰা নাই, মুখ্য সচিবে মাথোন জনাইছে যে চৰকাৰে সম্প্ৰদায় হিচাপে শ্ৰেণী বিভাগ কৰিছিল আৰু তাকেই ভাৰত চৰকাৰলৈ অনুমোদনৰ কাৰণে পঠিয়াইছিল। ইয়াৰ মানে চৰকাৰে আওপকীয়াকৈ এই অভিযোগ স্বীকাৰ কৰিছে। এই বিষয়ত চৰকাৰৰ দৃষ্টিভঙ্গী বুজিব নোৱাৰি। এটা সম্প্ৰদায় ধৰ্ম ভিত্তিত, জাতি ভিত্তিত আৰু আনকি আঞ্চলিক ভিত্তিত ভাগ কৰিব পাৰি। দেখা গ'ল যে চৰকাৰে প্ৰথম উপায়টো অৱলম্বন কৰিলে মুছলমানৰ ক্ষেত্ৰত, দ্বিতীয়টো খটুৱালে জনজাতিৰ ক্ষেত্ৰত আৰু তৃতীয়টো অৱলম্বন কৰিলে অসম আৰু সুৰমা উপত্যকাৰ হিন্দুৰ ক্ষেত্ৰত। কি যুক্তিত্তনো চৰকাৰে কুৰ্মী, মালী, ঘাটোৱাৰ আদি হিন্দু বৰ্ণ শ্ৰমজীৱিক জনজাতিৰ শাৰীত থলে তাক বুজাটো কঠিন। চৰকাৰে কি লোকক কেনেকৈ ভাগ কৰি আনুপাতিক কি সুবিধা প্ৰদান কৰিব সেইবোৰলৈ সৰ্বসাধাৰণ ৰাইজে সাধাৰণতে কাণ নিদিয়ে। বৰ্তমান চৰকাৰ তেওঁলোকৰ নিজা উদ্দেশ্য লৈয়েই ব্যস্ত, ৰাইজৰ আৱশ্যকতাৰ প্ৰতি তেওঁলোকৰ ধ্যান নাই। (গ) অসম বিশ্ববিদ্যালয়ৰ বিধেয়কখন দেশখনৰ ভৱিষ্যতৰ কাৰণে আন এটা ভয়ানক দুষ্কৰ্মৰ বস্তু। প্ৰদেশখনত প্ৰাইমেৰী আৰু ব্যৱসায়িক শিক্ষাৰ অপাৰ অভাৱলৈ চাই বিশ্ববিদ্যালয় শিক্ষাৰ খৰছৰ বৃহৎ প্ৰশ্নটোৰ কথা বাদ দিও বিধেয়কখনে চৰকাৰক দিয়া অসীম ক্ষমতালৈ চাই ডঃ শ্যামাপ্ৰসাদ মুখাৰ্জীৰ দৰে লোকেও বিশ্ববিদ্যালয়খন চৰকাৰৰ আন এটা দপ্তৰত পৰিণত হ'ব বুলি মন্তব্য কৰিছে। কিন্তু ইয়াৰ সবাতোকৈ নিকৃষ্ট দিশটো হ'ল ইয়াৰ সাম্প্ৰদায়িক গঠনটো ঃ ইয়াৰ অধ্যাপক আৰু পৰিচালনা সমিতিৰ সভ্যসকলক সাম্প্ৰদায়িক ভিত্তিত বছাৰ দিহা হৈছে। ১৯২৭ চনৰ বিশ্ববিদ্যালয় কমিছনৰ দিনৰে পৰা বিশ্ববিদ্যালয় স্থাপনৰ স্থান বুলি গণ্য হোৱা গুৱাহাটীৰ কথা বিধেয়কখনে আনকি নুনুকিয়ালেই। এইটো নিশ্চিত যে এই বিধেয়কখন যদি আইনত পৰিণত হয় তেনেহলে নিম্নোক্ত দুষ্কৰ্মই পোনপটীয়াভাৱে দেখা দিব ঃ ১। সকলো কুলক্ষণেৰে ভৰা দলীয় ৰাজনীতি বিশ্ববিদ্যালয়ৰ প্ৰশাসনত বিয়পি পৰিব। ২। বিশ্ববিদ্যালয়ে সাম্প্ৰদায়িক বিৰোধ ভাৱ প্ৰচাৰ কৰিব। ৩। বিশ্ববিদ্যালয়খনে শিক্ষা প্ৰদানৰ ক্ষেত্ৰত, পৰীক্ষাৰ ক্ষেত্ৰত আৰু প্ৰশাসনৰ ক্ষেত্ৰতো উচ্চমান বজাই ৰাখিব নোৱাৰিব। ৪। এনে হৈ, পাছত বিশ্ববিদ্যালয়খনতেই নহয়, সমগ্ৰ সাধাৰণ মানুহৰ মাজতো দুৰ্নীতিয়ে বিস্তাৰ লভিব।

ঘ) আপুনি নিশ্চয় লক্ষ্য কৰিছে, বৰ্ত্তমান চৰকাৰে কেনেকৈ সমাজত বিভিন্ন

সম্প্ৰদায়ৰ মাজত দেখা দিয়া কিছু বিপথগামী অনুভূতিক স্বাৰ্থজড়িতভাৱে নিজ লাভত খটুৱাই তেওঁলোকৰ মাজত সাম্প্ৰদায়িকতা, জাতীয়তা বিৰোধভাব আৰু বিচ্ছিন্নতা বঢ়াইছে। আহোম সম্প্ৰদায়ৰ মাজত ভাঙোন সুমুৱাই দিয়াটো তাৰে এটা উদাহৰণ। সেই একে অনুভূতি সৰুকৈ হ'লেও অসমৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত সুমুৱাই দিয়াৰ চেষ্টা চলি আছে।

ঙ) এইবিলাকৰ উপৰিও চৰকাৰী বিষয়াৰ নৈতিকতাৰ মান হ্ৰাস হৈ পৰাটো আৰু তাৰ ফলস্বৰূপে সেই দশা জনসাধাৰণৰ কিছু অংশলৈ বিয়পাটো আপোনাৰ চকুত নপৰাকৈ নিশ্চয় থকা নাই। এফালে মুছলমান বিষয়াসকলে মুছলিম লীগৰ প্ৰতি সহানুভূতি দেখুৱাই প্ৰশাসনৰ নামত যিকোনো কৰ্মকে কৰিব পৰা হৈছে, আৰু আনহাতে অ-মুছমিল লীগ বিষয়াই শাস্তি পোৱাৰ ভয়ত আনকি আইন আৰু শৃংখলা সংক্ৰান্তত দোষী লোককো, তেওঁলোক মুছলিম লীগৰ হ'ব পাৰে বুলি ভাবি, একো কৰিব নোৱৰা হৈছে। এনে হোৱাত দুয়ো শ্ৰেণীৰ বিষয়াৰ নিয়ম-নিষ্ঠা অতিকৈ নিকৃষ্ট ধৰণৰ হৈ পৰিছে, প্ৰথম শ্ৰেণীৰ অহংমন্যতাৰ দোষত আৰু দ্বিতীয় শ্ৰেণীৰ হীনমন্যতাৰ কাৰণে। প্ৰশাসনৰ ন্যায় সম্পৰ্কত এনে অৱনতিৰ ফল বিশেষকৈ আৰক্ষীয়ে অপৰাধ ধৰা পেলোৱা বিষয়ত ইমান স্পষ্ট হৈ পৰিছে যে তাক বৰ্ণোৱাৰ প্ৰয়োজন নাই।

উক্ত উদাহৰণসমূহে পৰিস্কাৰভাৱে দেখুৱাই দিয়ে যে সত্যাগ্ৰহ আন্দোলন চলি থকাৰ সময়ত বৰ্ত্তমান চৰকাৰে প্ৰদেশখনৰ যি সাংঘাটিক অনিষ্ট সাধন কৰিব লাগিছে তাৰ প্ৰভাৱ নাশ কৰিবলৈ কেইবাপুৰুষো লাগিব আৰু কিছু হয়তো কেতিয়াও নাশ নহ'বই। কিন্তু আমাৰ অনুভূতি অতিকৈ মৰ্মভেদী হৈ পৰে তেতিয়া, যেতিয়া আমি দেখো যে আমি নিজেও সত্যাগ্ৰহৰ কাৰ্য্যসূচী অনুসৰণ কৰা নাই বা কৰিব পৰা নাই আৰু তথাপি আমাৰ অক্ষমতাৰ কাৰণে আমি সত্যাগ্ৰহকেই কাৰণ দেখুৱাব লগা হৈছে। আপুনি নিশ্চয় মোৰ সৈতে এই বিষয়ে একমত হ'ব যে এই নিষ্ক্ৰিয়তা কেতিয়াও বহুদিন ব্যাপি চলি থাকিবলৈ দিব নোৱাৰি। আপুনি নিশ্চয় জানে, আমি অন্য প্ৰদেশৰ দৰে নহওঁ আৰু সেইবাবে দুষ্কৰ্মক ভেটা দিবলৈ আমি যদি বিপক্ষ দলে কৰিব লগা কাম কৰিব নোৱাৰো, তেনেহলে আমি সেইসকললৈ বাট এৰি দিয়া উচিত - যিসকল এই কাম কৰিবলৈ ওলাব। প্ৰদেশখনৰ কংগ্ৰেছী লোকসকলৰ মাজত আৰু বিশেষকৈ কংগ্ৰেছী বিধায়ক সকলৰ মাজত দেখা দিয়া এই বৰ্ধিত অকৰ্মন্যতা আৰু নিষ্ক্ৰিয়তা দূৰ কৰা উপায় সম্বন্ধে যদি আপুনি মোলৈ লিখে তেনেহলে মই বাধিত হ'ম। মোৰ বিচাৰত তিনিটা পথ মুকলি হৈ আছে ঃ ১। নিষ্ঠাৰে সত্যাগ্ৰহ কৰি যাব লাগে, যদিহে আমি ইতিমধ্যে ইয়াৰ মহিমাত আস্থা হেৰুওৱা নাই। মই এইটো উল্লেখ কৰা নিশ্চয় নিস্প্ৰয়োজন যে সত্যাগ্ৰহ হ'ল মূলতঃ ব্যক্তিগত, গতিকে ই আনক অনুপ্ৰাণিত কৰিবলৈ

বিফল হ'ল বোলা কথাটোত আমি অনর্থক গুৰুত্ব দিয়াৰ প্ৰয়োজন নাই। মই বুজামতে সত্যাগ্ৰহে ইয়াত বিশ্বাসী লোকসকলৰ ত্যাগ আৰু কষ্ট ভোগাৰ শক্তি পৰীক্ষা কৰে আৰু আমালৈ আহিব পৰা অন্তৰ্দ্বন্দ্ব বা বহিৰ্যুদ্ধৰ কাৰণে নেতৃত্বৰ ভাৰ জগাই তোলে। ইয়াৰ মানে হ'ল এই যে মহাত্মাজীয়ে বিচৰা মতে জেইলৰ পৰা মুক্তি পোৱাৰ লগে লগে পুনৰ সত্যাগ্ৰহ আৰম্ভ কৰা ; মাথোন তেওঁলোকৰ ক্ষেত্ৰত এই নিয়ম নাখাটে যিসকলে স্বাৰ্থজনিত কাৰণত তেনে কৰিবলৈ অক্ষম হৈ পৰে। এই কথা খাটাং যে এনে সদস্যসকলে বিধানসভাৰ যোগেদি একো সমাধা কৰিবলৈ নিবিচাৰিব আৰু তেওঁলোকে অনুপস্থিতিৰ কাৰণে বিধানসভাৰ সদ্যসপদো হেৰুৱাব। বৰ্ত্তমান চৰকাৰে তেওঁলোকৰ অনিষ্টকৰ নীতি বিনা বাধাই চলাই নিয়াত সুযোগ পাব। এইটো দৃঢ়াই ক'বৰ প্ৰয়োজন নাই যে আমি লোৱা এই মনোভাৱৰ পোণপটীয়া ফলস্বৰূপে আমি আমাৰ বিধানসভাৰ আসন ত্যাগ কৰিবলৈ সাজু থকাটো উচিত, যাতে যিসকলে এই আসনৰ যোগেদি কিবা সুফল পাব বুলি বিশ্বাস কৰে সেইসকলে এই বাব ল'ব পাৰে। আমি বৰ্ত্তমান চৰকাৰৰ সাম্প্ৰতিক আৰু ভৱিষ্যতৰ কুকৰ্ম সহি থাকিব লাগিব। এনে পন্থাই প্ৰদেশখনৰ জনসাধাৰণৰ মঙ্গল সাধিব নে নাসাধে সেইটো আপুনিহে বিচাৰ কৰিব। ২। আন এটা বিকল্প হৈছে বিধায়কে অন্ততঃ যুদ্ধবিৰোধী শ্লোগান দি পুনৰ গ্ৰেপ্তাৰ হোৱা সত্যাগ্ৰহৰ আচৰণটো ত্যাগ কৰি, পুনৰ বিধানসভাৰ কাৰ্য্যলৈ ঘূৰি অহাটো আৰু লগতে হয়তো সত্যাগ্ৰহৰ গঠনমূলক দিশটোত আগ্ৰহেৰে মনোনিবেশ কৰাটো। এনেধৰণৰ মনোভাৱে অৱশ্যেই বিধায়কৰ কাৰ্য্যৰ আঁচনিলৈ সম্পূৰ্ণ পৰিবৰ্তন আনিব আৰু তাৰ কাৰণে 'হাইকমাণ্ড'ৰ অনুমতিৰ প্ৰয়োজন হ'ব। মই নাজানো, যদিহে এটা শক্তিশালী প্ৰস্তাৱ তোলা হয়, তেনেহলে এই অনুভূতি কেন্দ্ৰীয় কংগ্ৰেছে দিবনে নিদিয়ে। মই আপোনাক জনাই থওঁ যে অসমৰ সুকীয়া পৰিস্থিতিলৈ চাই আমাৰ সংযুক্ত বন্ধুসকলে এনে এটি পন্থাৰ কাৰণে আমাক আবেদন কৰি আছে। কংগ্ৰেছ নীতিৰ একসমানতাৰ বিৰুদ্ধ হ'ব বুলি কেন্দ্ৰীয় কংগ্ৰেছ সভাপতিয়ে এতিয়ালৈকে এনে পন্থা নাকচ কৰি আছে। তেওঁৰ মতে অসমৰ পৰিস্থিতি অন্য প্ৰদেশৰ পৰিস্থিতিৰ পৰা বেলেগ নহয়। ৩। তৃতীয় পন্থাটো হৈছে, যিসকল বিধায়ক জেইলৰ ভিতৰত নাই সেইসকলে আকৌ সত্যাগ্ৰহত যোগ দি জেইললৈ নোযোৱা পৰ্য্যন্ত চলিত বিধানসভাৰ কাৰ্য্যসূচীত ভাগ লৈ বিধানসভাত উপস্থিত থাকিব লাগে। মোৰ চকুত এনে আচৰণ বিসংগতিপূৰ্ণ। বিধানসভাৰ কাৰ্য্য সদায় এটি দলগত লোকৰ যুটীয়া কৰ্ম আৰু বিধানসভাত মাথোন কেইজনমান সভ্যৰ উপস্থিতিয়ে চৰকাৰখনৰ দুৰভিসন্ধিত কাৰ্য্যতঃ প্ৰতিবন্ধক জন্মাব নোৱাৰিব। তদুপৰি এই পন্থাই বহল কাৰ্য্যসূচীৰ মাজৰ পৰা নিজৰ পন্থা উলিয়াই লবলৈ প্ৰতি বিধায়কক সুযোগ দিওঁতে সত্যাগ্ৰহ আন্দোলনটিয়েই দুৰ্বল হৈ পৰিব।

মই সেইকাৰণেই আপোনাক অনুৰোধ কৰো, আপুনি যেন মই উল্লেখ কৰা বিষয়কেইটিত নিষ্ঠা আৰু আন্তৰিকতাৰে মনোনিৱেশ কৰে আৰু এসপ্তাহৰ ভিতৰত উক্ত তিনিটি বিকল্পৰ বিষয়ে আপোনাৰ উত্তৰ মোক জানিবলৈ দিয়ে। ইয়াকে কৰোতে ৰাজ্যখনৰ বিশেষ পৰিস্থিতি বোলা বস্তু এটা যদি আছে আপুনি তাৰ বিচাৰ কৰিব আৰু লগতে আপুনি অনুমোদন কৰা পন্থাই সৰ্বভাৰতীয় ৰাজনীতিত কি প্ৰতিক্ৰিয়া কৰিব পাৰে আৰু ব্যক্তি হিচাপে আপুনি নিজেই এই বিষয়ত কি অংশ গ্ৰহণ কৰিব তাকো জনায় যেন। মই আন্তৰিকতাৰে আপোনাক অনুৰোধ কৰো দুৰ্বলতা প্ৰকাশক হলেও যেন আপোনাৰ মন্তব্য খোলাখুলিভাৱে মোক জনায়, কাৰণ এটা বিষয়ত মত দি পাছত তাক কাৰ্য্যকৰী কৰি তুলিবলৈ সাজু নোহোৱাৰ কোনো অৰ্থ থাকিব নোৱাৰে। এইটো কোৱা বাহুল্য যে নীতিৰ সাল-সলনিৰ সম্পৰ্কে মই কেন্দ্ৰীয় কংগ্ৰেছৰ ওচৰ তেতিয়াহে চাপিম যেতিয়া অধিক সংখ্যক সদস্যই সেই মতৰ পক্ষে থাকিব।

অহা বিধানসভাৰ অধিবেশনত আলোচিত হবলগীয়া অসম বিশ্ববিদ্যালয় বিধেয়কখন সম্পৰ্কে মই আপোনাক অনুৰোধ কৰো, এই বিশেষ সমস্যাটোৰ কাৰণে বিধানসভাত উপস্থিত থকাৰ বিষয়েও আপোনাৰ মতামত মোক আচুতীয়াকৈ জনাবলৈ। যদি আপুনি এই মত পোষণ কৰে যে আমি যিসকল জেইলৰ বাহিৰত আছো সেইসকলে এই বিধেয়কখনক পৰাস্ত কৰিবৰ কাৰণে বিধানসভালৈ যাব লাগে, তেনেহলে সেই কথা যাতে লিখে, কাৰণ এই বিষয়েও কেন্দ্ৰীয় কংগ্ৰেছৰ অনুমতি ল'ব লাগিব। বিধানসভা নৱেম্বৰৰ আগতে নবহে, আৰু বাজেট অধিবেশনো যদি আগত ফেব্ৰুৱাৰীতহে বহে, তথাপি আচৰিত হবলগীয়া একো নাই। ছিলেক্ট কমিটিৰ বৈঠক ৮ চেপ্তেম্বৰলৈকে স্থগিত হৈছে।

অনুগ্ৰহ কৰি অন্ততঃ দহ দিনৰ ভিতৰত উত্তৰ দিয়ে যেন। আন্তৰিকতাৰে আপোনাৰ

গোপীনাথ বৰদলৈ।"

বৰদলৈৰ পত্ৰখনৰ উত্তৰত অসম বিধানসভাৰ ৩৩ জন কংগ্ৰেছী বিধায়কৰ ভিতৰত মাথোন ৭ জনহে সম্পূৰ্ণ সত্যাগ্ৰহত থাকি বিধানসভা বৰ্জন কৰাৰ পক্ষে মত প্ৰকাশ কৰিলে।[১৬] সুৰমা উপত্যকাৰ সকলো কংগ্ৰেছী বিধায়কেই আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ অধিক সংখ্যকে সত্যাগ্ৰহৰ প্ৰতি উদাসীনতা দেখুৱাই বিধানসভাই তেওঁলোকৰ গন্তি হোৱা উচিত বুলি জনালে।[১৭] বিধানসভা বাহিৰৰেই হওক বা ভিতৰৰেই হওক, বৰদলৈৰ চিঠি পঢ়ি উত্তৰ দিয়া কংগ্ৰেছী লোকসকলৰ মাজত যিসকলক সত্যাগ্ৰহে মোহাচ্ছন্ন কৰিবলৈ এৰিলে তেওঁলোকৰ সাধাৰণ যুক্তিটো হ'ল

ভাৰতৰ ৰাজনৈতিক লক্ষ্য সম্পৰ্কত ইয়াৰ সীমাবদ্ধতা।[১৮] উদাহৰণ স্বৰূপে সুৰমা উপত্যকাৰ বিধায়ক ৰবীন্দ্ৰ নাথ আদিত্যই ক'লে যে সত্যাগ্ৰহ আত্মবলিদানৰ যোগেদি ব্যক্তিগত শোধন প্ৰক্ৰিয়াত পৰিণত হৈছে। ফলাফললৈ পিঠি দি ইয়াক যদি এনেভাৱে চলাই নিয়া হয়, তেনেহলে কংগ্ৰেছে অৱশেষত ৰাজনীতিকো বিসৰ্জন দিব আৰু এনে কৰি কংগ্ৰেছকেই টেটু চেপি মাৰিব।[১৯] বিধানসভাৰ কংগ্ৰেছ দলৰ সাধাৰণ সম্পাদক সোনাৰাম দত্তৰ মতে যদি যুদ্ধ কেইবাবছৰলৈকো বিয়পে আৰু যুদ্ধ শেষ নোহোৱালৈকে যদি সত্যাগ্ৰহ বলবৎ থাকে তেনেহলে বৰ্তমান চৰকাৰে অনা দুৰ্গতিৰ শেষ কেতিয়াও নহ'ব আৰু কংগ্ৰেছো প্ৰদেশখনৰ দৈনন্দিন ৰাজনীতিৰ পৰা আঁতৰ হৈ পৰিব।[২০] ১৫ চেপ্তেম্বৰ (১৯৪১) তাৰিখে ৰাজেন্দ্ৰ প্ৰসাদলৈ লিখা চিঠি এখনত দত্তই কৈছিল যে কংগ্ৰেছে বিধানসভাৰ পৰা আতৰি থকাত আৰু 'লোকেল ব'ৰ্ড' সমূহৰ পৰা আঁতৰি অহাত হিন্দু মহাসভাই বৰ্তমান চৰকাৰে ছপোৱা অমঙ্গলবোৰত ভেটা দিবলৈ আগবাঢ়ি আহিছে আৰু কংগ্ৰেছে বিধানসভাৰ আসনবোৰ এৰি দিব লাগে বুলি আলোড়ন তুলিছে।[২১] প্ৰবীন ৰাজনীতিক কুলধৰ চলিহাই সত্যাগ্ৰহৰ লগত প্ৰাদেশিক সমস্যা জোৰাই চোৱাটো বৰদলৈৰ ভুল হোৱা বুলি ক'লে যদিও তেৱোঁ সত্যাগ্ৰহৰ গতিবিধিত সুখী নাছিল। বৃটিছক ধনে-জনে সহায় কৰিব নালাগে বুলি ঘোষণা কৰি পাছত বৃটিছ চৰকাৰক তেওঁলোকৰ দুৰ্য্যোগৰ পৰত কংগ্ৰেছে হতবুদ্ধি অৱস্থাত পেলোৱাটো উচিত মনোবৃত্তি নহব বোলাত তেওঁ বিসংগতি দেখিলে আৰু এনে ধৰণৰ সত্যাগ্ৰহে যে ভাৰতীয়লৈ নতুন সংবিধান আৰু স্বৰাজ আনিব নোৱাৰে তাকো ক'লে।[২২]

সত্যাগ্ৰহ বজাই ৰাখিবলৈ প্ৰয়াস কৰা সকলৰ ঘাইকেইজনৰ ভিতৰত পৰে প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি মৌলানা তৈয়বউল্লা, বিধায়ক অমিয় কুমাৰ দাস, বিধায়ক কৃষ্ণনাথ শৰ্মা, বিধায়ক আৰু প্ৰাদেশিক কংগ্ৰেছৰ অন্যতম সম্পাদক সিদ্ধিনাথ শৰ্মা, মহেন্দ্ৰনাথ হাজৰিকা, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী, বিজয়চন্দ্ৰ ভাগৱতী আৰু হৰেশ্বৰ গোস্বামী।[২৩] এওঁলোকৰ সকলোৱে কম-বেছি পৰিমাণে বৰদলৈৰ চিঠিখনক হতাশাৰ দলিল বুলি গণ্য কৰিলেও সকলোৰে প্ৰতিক্ৰিয়া একে নহয়। তৈয়বউল্লাই বৰদলৈৰ সমগ্ৰ বিশ্লেষণটোকেই কঠোৰভাৱে নাকচ কৰিছে। অমিয় কুমাৰ দাসৰ আচৰণো নিশ্চয় তদ্ৰূপ আছিল। তেওঁৰ উত্তৰটো অতি চোকা আৰু তাত দুটামান শব্দ কঠোৰ হোৱাৰ কাৰণে চিঠিখন হেমচন্দ্ৰ বৰুৱাই বৰদলৈক নিদিলে বুলি দাসে নিজেই বৰদলৈলৈ পাছত লিখিলে। দাসে বৰদলৈৰ নেতৃত্বত 'দৃষ্টিহীনতা' আৰু 'অসমৰ্থতা' দেখাৰ কাৰণবিলাকৰ ভিতৰত বৰদলৈৰ এই চিঠিখনো পৰে বুলি ভবাৰ যুক্তি আছে।[২৪] কৃষ্ণনাথ শৰ্মাৰ মানতো এনে পৰিস্থিতি অসমত উদ্ভৱ হোৱা নাই যাৰ কাৰণে কংগ্ৰেছ সংসদীয়

ৰাজনীতিলৈ ঘূৰি যাব লাগে। তথাপি তেওঁ কোনো কোনো বিশেষ বিষয়ত আৰু বিশেষকৈ চৰকাৰক হৰুওৱাৰ সুবিধা থাকিলে কেন্দ্ৰীয় কংগ্ৰেছৰ অনুমতি লৈ বিধানসভাত যোগ দিয়াৰ বিপক্ষে নহয়।[২৫] সিদ্ধিনাথ শৰ্মাৰ মতে কেন্দ্ৰীয় কংগ্ৰেছৰ নিৰ্দ্দেশ মানি চলাটোৱেই প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্য হ'ব লাগে। অৱশ্যে জেইলৰ বাহিৰত থকা বিধায়ক সকলে বিধানসভাত কেন্দ্ৰীয় কংগ্ৰেছৰ অনুমতি লৈ যোগ দিয়াত তেওঁৰো আপত্তি নাই।[২৬] গোস্বামী আৰু হাজৰিকাই বৰদলৈৰ বিশ্লেষণ সম্পূৰ্ণ শুদ্ধ জ্ঞান কৰিছে যদিও তেওঁলোক সত্যাগ্ৰহ বন্ধ কৰাত নাই। হাজৰিকাৰ মতে অনুপস্থিত বশতঃ সদস্য পদ নাকচ হোৱাৰ ভয় থাকিলেও সত্যাগ্ৰহীয়ে বিধানসভা একেবাৰে বাদ দিয়া উচিত।[২৭] ত্ৰিপাঠী, ভাগৱতী আৰু গোস্বামীৰ ঘাই যুক্তিটো হ'ল, - অসমৰ বিশেষ পৰিস্থিতিৰ জ্ঞান অসমৰ কংগ্ৰেছী লোকৰ মন্ত্ৰীসভা ত্যাগ কৰাৰ আগৰ পৰাই আছিল। সকলো জানি বুজি মন্ত্ৰীসভা এৰি আহিলেই যেতিয়া এতিয়া অন্ততঃ অন্য কথা নাভাবি সত্যাগ্ৰহতহে মনোযোগ দিয়া উচিত। তাতে, বিধানসভালৈ গ'লেও যে পূৰ্ব্বৰ সংখ্যাগৰিষ্ঠতা বা ঐতিহ্য ঘূৰি আহিব তাৰো প্ৰতিশ্ৰুতি নাই। আকৌ দুৰ্ভগীয়া অসমৰ বেলিকা কংগ্ৰেছৰ প্ৰায়বোৰ নেতাই বিধায়কো হোৱা হেতুকে তেওঁলোকেই যদি সত্যাগ্ৰহ এৰে তেনেহলে সত্যাগ্ৰহ কেনেকৈ বাচি থাকিব আৰু ৰাইজৰ মানতো কংগ্ৰেছৰ প্ৰতি আস্থা কেনেকৈ বাঢ়িব বুলি তেওঁলোকে প্ৰশ্ন তুলিলে। গোস্বামীৰ মতে সত্যাগ্ৰহৰ সেমেকা পৰিস্থিতি আঁতৰাবৰ কাৰণে সত্যাগ্ৰহ চাহবাগিচালৈ বিস্তৃত কৰাৰ বিষয়ে যোৰহাট কংগ্ৰেছ কমিটিৰ পৰা অহা প্ৰস্তাৱটো কাৰ্য্যকৰী কৰিবলৈ চেষ্টা কৰিব লাগে আৰু জেইলৰ বাহিৰত থকা বিধায়ক সকলে পুনৰ সত্যাগ্ৰহ কৰাৰ আগতে এপথেক নিজা সমষ্টিলৈ গৈ গঠনমূলক কাম কৰিব লাগে।[২৮]

বৰদলৈৰ বিশ্লেষণৰ দুৰ্ঘোৰ বিৰোধী আৰু স্থিতাৱস্থাৰ প্ৰধান পক্ষপাতীজন আছিল প্ৰদেশ কংগ্ৰেছৰ সভাপতি তৈয়বউল্লা। সেই গতিকে, যোৰহাট জেইলৰ পৰা ২২ চেপ্তেম্বৰ তাৰিখে দেবেশ্বৰ শৰ্মাৰ হাতত দিয়া তেওঁৰ ইংৰাজী টোকাটোৰ প্ৰধান অংশকেইটা আমি ইয়াত তুলি দিওঁ ঃ "...... ইয়াৰ লগত তুমি কালি মোক দি যোৱা বৰদলৈৰ চিঠিখন মোৰ মতামতেৰে ঘূৰাই পঠিয়ালো। পোনপ্ৰথমেই মই এই কথাত পতিয়ন গৈছো যে ৰাজনৈতিক পৰিস্থিতিত এনে কোনো পৰিবৰ্ত্তন অহা নাই যি আমাক আমাৰ কাৰ্য্যপন্থা সাল-সলনি কৰিবলৈ বাধ্য কৰাব। মই মোৰ কাৰাগাৰৰ কোঠাৰ পৰাই যিমান জানিব পাৰিছো তাৰ পৰাই বাপুজীয়ে ভবাৰ দৰে হোৱা সত্যাগ্ৰহৰ প্ৰগতিত মই পুৰামাত্ৰাই সুখী আৰু মোৰ আস্থাও অকণো কমা নাই।[২৮(ক)]

মোৰ বিচাৰত বৰদলৈৰ 'বিশ্লেষণ' সম্পূৰ্ণ ভুল। বোধহয় আস্থা স্খলনৰ দোষত হয়তো ক'ৰবাত বিষয়বোৰৰ সাল-সলনি ঘটিছে। বৰদলৈৰ চিঠিত উত্থাপিত

বিষয়বোৰে বিপ্লৱী মনোবৃত্তিৰ সৃষ্টি কৰি সত্যাগ্ৰহ আগুৱাই নিয়াত সহায় নকৰে। অন্য সকলো বিষয় বাদ পৰিবই লাগিব। সত্যাগ্ৰহেই হৈছে এতিয়া একমাত্ৰ বিষয়। দেশৰ সন্মুখত ইয়াৰ বাহিৰে আন কোনো বিষয়ে শ্ৰেষ্ঠতা দাবী কৰিব নোৱাৰে।

বাপুজীৰ নিৰ্দেশ স্ফটিকৰ পানী হেন ফটফটীয়া। আমাৰ কাৰণে সেৱাগ্ৰামৰ এই যাদুকৰজনৰ প্ৰতি অকণমান অধিক ধৈৰ্য্যৰ প্ৰয়োজন আৰু সিও হ'ব লাগিব নিষ্ঠাপূৰ্ণ। মোৰ বোধেৰে ইচ্ছাকৃতভাৱে সীমাবদ্ধ কৰি ৰখা আন্দোলনৰ এই প্ৰথম ঢাপটোৰ কথা মানুহে বুজিব পৰা নাই। সেই কাৰণেই সন্দেহে ঠাই পাইছে।

ইতিমধ্যে চৰকাৰে কি কৰি আছে এই কথালৈ আমি চকু দিব নালাগে। সত্যাগ্ৰহৰ সম্পৰ্কত অসমৰ 'বিশেষ পৰিস্থিতি' তত্ত্বটো বিবেকহীন আৰু সাৰমৰ্মশূন্য। আৰু সেই কাৰণেই ইয়াক সৰ্বকাললৈ বিসৰ্জন দিবই লাগিব।

অন্য এটা কথা। আগৰ দৰেই, বিধিমতে বিধায়ক সকলে মাথোন তেওঁলোকৰ সদস্য পদ বচাই ৰাখিবৰ কাৰণেহে বিধানসভাত যোগ দিব লাগে। অন্য কোনো কাৰণতেই নালাগে। ......"[২৮(খ)]

জাতীয় স্বাৰ্থৰ সন্মুখত প্ৰাদেশিক স্বাৰ্থই কোনোপধ্যেই কোনো মনোযোগ দাবী কৰিব নোৱাৰে বুলি তৈয়বউল্লাই এই সময়খিনিত যি আকোৰগোজ, অলৰ-অচৰ আচৰণ দেখুৱালে সি তেওঁক সংখ্যাগৰিষ্ঠ কংগ্ৰেছ বিধায়ক সকলৰ অন্য ধৰণৰ সিদ্ধান্তৰ প্ৰতি সামান্য মনোযোগ দিয়াৰ পৰাও বিৰত কৰি ৰাখিলে। আদৰ্শগত নীতি, আনুষ্ঠানিক বিধি আৰু সম্পূৰ্ণ গণতান্ত্ৰিক আচৰণৰ মাজত সামঞ্জস্য ৰাখি যি নেতৃত্ব দিবলৈ বৰদলৈয়ে প্ৰয়াস কৰিছিল তাৰ লগত এনে আচৰণ খাপ নোখোৱাৰেই কথা। বৰদলৈৰ গণতান্ত্ৰিক আচৰণ আৰু কৰ্ত্তব্য পৰায়ণতাই তেওঁৰ নেতৃত্ব ঢিলা কৰা নাই। নেতৃত্বৰ চিহ্ন দূৰদৃষ্টিতহে। তেওঁৰ সময়ৰ অৱহেলিত কাৰ্য্যই ভৱিষ্যতে দেশখনলৈ আনিব পৰা চিৰস্থায়ী অনিষ্টৰ প্ৰতি সজাগ থাকি পথ প্ৰদৰ্শক হোৱাটো তেওঁৰ দৃষ্টিত নেতাৰ কৰ্ত্তব্য আছিল। গান্ধী নিৰ্দ্ধাৰিত ব্যক্তিগত সত্যাগ্ৰহে ইয়াত জেঙা দিয়া নাই ; সত্যাগ্ৰহৰ পৰা পোৱা সাহসে এই কৰ্ত্তব্যলৈ অৰিহণাহে যোগাইছে। বৰদলৈৰ বিচাৰে প্ৰাদেশিক কংগ্ৰেছত তেওঁৰ ক্ষমতা লাঘৱ হব বুলি তৈয়বউল্লাই ভয় খালে। যদিও অৱশ্যে বৰদলৈৰ ফালৰ পৰা ব্যক্তি নহয়, বিষয়হে আচল কথা আছিল।

## ৪। বৰদলৈৰ বিবেচনাত গান্ধীজীৰ সন্মতি

বৰদলৈ ১৯৪১ চনৰ ১৮ আগষ্টৰ পৰিপত্ৰখনৰ উত্তৰত অসম বিধানসভাৰ অধিক সংখ্যাক বিধায়কে ডিচেম্বৰ মাহৰ পহিলা তাৰিখৰ পৰা বহিব লগা বিধানসভাৰ

অধিবেশনত যোগ দিয়াৰ পক্ষে থকাত বিষয়টো কেন্দ্ৰীয় কংগ্ৰেছৰ বৰমুৰীয়া সকলৰ লগত আলোচনা কৰিব লগা হৈ আছিল যদিও অৱশ্যে ইতিমধ্যে কংগ্ৰেছ সদস্যই বিধানসভাৰ অধ্যক্ষলৈ প্ৰশ্ন, প্ৰস্তাৱ আদি পঠোৱাৰ ক্ষেত্ৰত কেন্দ্ৰীয় কংগ্ৰেছ অনুমতি দি থৈছিলেই। ৰক্তচাপ আৰু চকুৰ অসুখৰ বাবে স্বাস্থ্য ভালে নথকাত, আৰু বিশেষকৈ সত্যাগ্ৰহ বনাম বিধানসভা প্ৰশ্নটোত তেওঁৰ মস্তিষ্ক আৰু হৃদয় একে ঠাইতে নথকাত বৰদলৈয়ে যদিও প্ৰথমতে কংগ্ৰেছ দলৰ উপ-দলপতি অৰুণ কুমাৰ চন্দকহে অনুৰোধ কৰিছিল অসম পৰিস্থিতি সম্পৰ্কে ৰাজেন্দ্ৰ প্ৰসাদৰ লগত কথা হৈ আহিবলৈ, তথাপি নৱেম্বৰ মাহৰ দ্বিতীয় ভাগত তেওঁ নিজে ৱাৰ্দ্ধালৈ গ'ল আৰু তাত সংসদীয় উপ-সমিতিৰ সদস্য চৰ্দাৰ বল্লভভাই পেটেল আৰু ৰাজেন্দ্ৰ প্ৰসাদৰ লগত কথা হ'ল। গান্ধীজীকো দেখা কৰিলে।[২৯]

ৱাৰ্দ্ধাৰ পৰা অসমলৈ ঘূৰাৰ পথত কলিকতাত ২৩ নৱেম্বৰ তাৰিখে বঙ্গৰ প্ৰদেশিক কংগ্ৰেছৰ সভ্যসকলৰ আগত বৰদলৈয়ে ব্যক্ত কৰা মতে সেই সময়ত সংসদীয় কাৰ্য্যক্ৰম পুনৰ হাতত লোৱা বিষয়টোৰ ক্ষেত্ৰত গান্ধীজী আৰু চক্ৰৱৰ্তী ৰাজাগোপালচাৰী, ভোলাভাই দেশাই আদি নেতাসকলৰ মাজত বিবাদ হৈ আছিল। গান্ধীজীৰ মতে কেন্দ্ৰীয় আৰু প্ৰাদেশিক ব্যৱস্থাপক সভাবোৰৰ পৰা কংগ্ৰেছী সদস্যসকল ওলাই আহিবই লাগে। আনহাতে নেতাসকলে গান্ধীজীক সংসদীয় কাৰ্য্য পুনৰ আৰম্ভ কৰিবলৈ অনুমতি দিবলৈ লাগি আছিল। নেতাসকল প্ৰায় একমত যে কংগ্ৰেছ সংখ্যা লঘিষ্ঠ প্ৰদেশবোৰত কংগ্ৰেছ সদস্যই বিধানসভাত যোগ দিব লাগে।[৩০] বৰদলৈয়ে ক'লে যে এই নেতাসকলে মাথোন সমৰূপী বা উমৈহতীয়া ব্যৱস্থা এটাৰ বিষয়ে চিন্তা কৰি আছে। সংসদীয় কাৰ্য্যলৈ ঘূৰিবলৈ আৰু সুবিধা হ'লে মন্ত্ৰীসভা গঠন কৰিবৰ কাৰণেও তেওঁক অনুমতি দিয়া হৈছে বুলি বৰদলৈয়ে ক'লে। গান্ধীজীৰ লগত হোৱা আলোচনাৰ বিষয়ে বৰদলৈয়ে জনালে যে কংগ্ৰেছী লোকে গঠনমূলক কামত মনোনিবেশ নকৰাত তেওঁ দুখ প্ৰকাশ কৰিছে, - কাৰণ গান্ধীজীৰ মানত এনে কামেহে কংগ্ৰেছক সাধাৰণ জনগণৰ সংস্পৰ্শত ৰাখিব। গান্ধীজীয়ে আৰু ক'লে যে সাময়িক সত্যাগ্ৰহ আন্দোলনটো মাথোন দুই-তিনি বছৰৰ ভিতৰত আহিব লগা এটা বিৰাট আন্দোলনৰ বাটচ'ৰাহে। আৰু সেই কাৰণেই গঠনমূলক কামৰ আঁচনিত সকলো লাগি থকাটো উচিত। বঙ্গৰ কংগ্ৰেছী নেতাসকলক বৰদলৈয়ে ক'লে যে অসমৰ কংগ্ৰেছ বিধায়ক সকলে মন্ত্ৰীসভা এখন গঢ়াৰ আশা লৈয়েই তেওঁ অসমলৈ ঘূৰিবলৈ ওলাইছে।[৩১]

কেন্দ্ৰীয় কংগ্ৰেছৰ অনুমতি পাই ডিচেম্বৰ মাহৰ পহিলা তাৰিখৰ পৰা বহিব লগা বিধানসভাৰ অধিবেশনত যোগ দিবলৈ গোপীনাথ বৰদলৈ শ্বিলঙলৈ গ'ল।

বিধানসভাৰ অধিবেশন বহিলহে, এনেতে গুৱাহাটীত ৬ ডিচেম্বৰ তাৰিখে ছাত্ৰৰ বিক্ষোভৰ প্ৰত্যুত্তৰত পুলিচৰ অত্যাচাৰী মাৰপিটৰ ফলত এক অভুতপূৰ্ব আৰু অভাৱনীয় পৰিস্থিতিৰ সৃষ্টি হ'ল আৰু ই সমগ্ৰ অসমবাসীকেই চৰকাৰৰ প্ৰতি অতিষ্ঠ কৰি তুলিলে।[৩২] সংখ্যা গৰিষ্ঠতা লাঘৱ হোৱাত ইতিমধ্যে তৃতীয় সাদ্উল্লা চৰকাৰৰ স্থায়িত্বৰ টনাটনি হৈ আছিলেই। এতিয়া ৯ ডিচেম্বৰ তাৰিখে যেতিয়া শিক্ষামন্ত্ৰী ৰোহিনী কুমাৰ চৌধুৰীয়ে তেওঁৰ মন্ত্ৰী পদ ইস্তফা দিলে তেতিয়া এই চৰকাৰৰ পতন অবিবাৰ্য্য হৈ পৰিল। বিনাযুদ্ধে সাদ্উল্লা চৰকাৰৰ পতন হওঁ হওঁ অৱস্থাত কংগ্ৰেছ নিৰ্ভৰশীল মন্ত্ৰীসভা এখন গঠন হোৱাৰ সম্ভাৱনাই হাততে ধৰা দিলেহি। চৌধুৰীয়ে তেওঁৰ নিজৰ কেইজনমান অনুগামী বিধায়কক আৰু আগৰ কংগ্ৰেছ সংযুক্ত অ-কংগ্ৰেছী বিধায়ক কেইজনমানৰ সহায়ত এখন মন্ত্ৰীসভা গঠন কৰাৰ মানসেৰে কংগ্ৰেছৰ সমৰ্থন বিচাৰি বৰদলৈলৈ এখন চিঠি দিলে। চৌধুৰীয়ে মানি ল'ব খোজা চৰ্ত্তটো আছিল এই যে তেওঁৰ মন্ত্ৰীসভাই যুদ্ধ বিষয়টো বাদে অন্য সকলো বিষয়তে কংগ্ৰেছৰ আঁচনি গ্ৰহণ কৰিব।

বৰদলৈৰ ১৮ আগষ্টৰ পৰিপত্ৰত উদ্ধৃত হোৱা সাময়িক বিপদ কেইটাক ভেটা দিয়াৰ পৰিপ্ৰেক্ষিতত চৌধুৰী-প্ৰস্তাৱ গ্ৰহণ কৰা-নকৰাৰ কথা লৈ সেই একে ৯ ডিচেম্বৰ তাৰিখেই শ্বিলঙত গোপীনাথ বৰদলৈৰ সভাপতিত্বত বিধানসভাৰ কংগ্ৰেছ দলৰ এখন সভা বহে গধূলি ৭ বজাত আৰু তালৈ ইতিমধ্যে জেইলৰ পৰা ওলোৱা প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি তৈয়বউল্লা আৰু গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি ডাঃ ভুৱনেশ্বৰ বৰুৱাক আমন্ত্ৰণ কৰা হ'ল। ডাঃ বৰুৱাই নিজৰ গাড়ীত উঠাই তৈয়বউল্লাক সেই সভালৈ গুৱাহাটীৰ পৰা লৈ যায়। কংগ্ৰেছৰ ৩৩ জন বিধায়কৰ ভিতৰত ২৩ জন উপস্থিত আছিল। উপস্থিত নথকা কেইজনৰ ৪ জন তেতিয়াও জেইলত, এজন অত্যন্ত অসুস্থ আৰু বাকী ৫ জন (এওঁলোকৰ ৩ জন সুৰমা উপত্যকাৰ আৰু ২ জন ব্ৰহ্মপুত্ৰ উপত্যকাৰ) অন্য কাৰণত আহিব নোৱাৰিলে। সভাত উপস্থিত থকা কেইজন হ'ল ঃ **১। গোপীনাথ বৰদলৈ ২। অৰুণ কুমাৰ চন্দ ৩। দেৱেশ্বৰ শৰ্মা ৪। সৰ্বেশ্বৰ বৰুৱা ৫। গৌৰীকান্ত তালুকদাৰ ৬। কামেশ্বৰ দাস ৭। ঘনশ্যাম দাস ৮। সিদ্ধিনাথ শৰ্মা ৯। লক্ষেশ্বৰ বৰুৱা ১০। যাদৱ প্ৰসাদ চলিহা ১১। সোনাৰাম দত্ত ১২। কৃষ্ণনাথ শৰ্মা ১৩। শংকৰ চন্দ্ৰ বৰুৱা ১৪। ৰাজেন্দ্ৰ নাথ বৰুৱা ১৫। মহীচন্দ্ৰ বৰা ১৬। পূৰ্ণচন্দ্ৰ শৰ্মা ১৭। হলধৰ ভূঞা ১৮। বিপিন চন্দ্ৰ মেধি ১৯। অমিয় কুমাৰ দাস ২০। যোগেন্দ্ৰ চন্দ্ৰ নাথ ২১। পৰমানন্দ দাস ২২। হৰেন্দ্ৰ নাথ চৌধুৰী আৰু ২৩। ৰবীন্দ্ৰ নাথ আদিত্য।**[৩৩]

**এই সভাত বৰদলৈয়ে তেওঁৰ ৱাৰ্দ্ধাৰ অভিজ্ঞতা বৰ্ণালে আৰু সংসদীয় উপ-সমিতিৰ পৰা পোৱা সাধাৰণ অনুমতিটোৱে যে সংসদীয় কাৰ্য্য গ্ৰহণ কৰাত সহায়**

কৰিব সেই কথা ক'লে। কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভা আৰু কংগ্ৰেছ সমৰ্থিত মন্ত্ৰীসভাৰ মাজৰ পাৰ্থক্যটো বুজাই দি তেওঁ অৱশ্যে ক'লে যে অ-কংগ্ৰেছী মন্ত্ৰীসভা এখনক সমৰ্থন কৰি কংগ্ৰেছে এটা তৃতীয় দলৰ আৱশ্যকতাৰ যুক্তিযুক্ততা প্ৰকাশ কৰিব - সি হয়তো দেশত কংগ্ৰেছী প্ৰভাৱো কমাব পাৰে। আলোচনাত ভাগ লৈ উপদলপতি অৰুণ কুমাৰ চন্দই কংগ্ৰেছ-আঁচনি আগবঢ়াই নিবলৈ প্ৰতিজ্ঞাবদ্ধ হোৱা এনে এখন মন্ত্ৰীসভাক সমৰ্থন দিবলৈ টানি অনুৰোধ কৰিলে। তেওঁ ক'লে, কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভাতকৈ এনে মন্ত্ৰীসভাই কংগ্ৰেছ আঁচনি আগুৱাই নিয়াত অধিক সুবিধাজনক হ'ব। সুৰমা উপত্যকাৰ সকলো সদস্যই এনে এখন মন্ত্ৰীসভাত হয়ভৰ দিব বুলিও তেওঁ ক'লে।[৩৪]

ব্ৰহ্মপুত্ৰ উপত্যকাৰ পৰাও কংগ্ৰেছ বিধায়ক দলৰ চিফ হুইপ্ দেৱেশ্বৰ শৰ্মাই ৰোহিনী চৌধুৰীৰ নেতৃত্বত মন্ত্ৰীসভা এখনৰ গঠনত সমৰ্থন দিবলৈ জোৰ দিলে। তেওঁ ক'লে যে যদি কংগ্ৰেছ বিধায়ক সকলে এই সুযোগ এৰি দি বৰ্তমানৰ প্ৰতিক্ৰিয়াশীল সাদ্উল্লা মন্ত্ৰীসভাক বজাই ৰাখে তেনেহলে অসম আৰু অসমীয়াৰ ভৱিষ্যত অন্ধকাৰ। শৰ্মাৰ মতে দেশৰ বৃহৎ স্বাৰ্থলৈ মন কৰি সাদ্উল্লা চৰকাৰৰ কিছু দুষ্কৰ্ম কিছু সময় সহি থাকিব পৰা গ'লেও, মাটিৰ উন্নয়ন, সাম্প্ৰদায়িক ভিত্তিত কৰা মানুহ পিয়ল আদি আন কিছুমান বিষয়ত যি চিৰস্থায়ী অনিষ্ট হ'ব সেইবোৰ সহি থাকিব পৰা নাযাব।[৩৫]

যুদ্ধৰ বিষয়টোৰ বাহিৰে আন সকলো ক্ষেত্ৰতে কংগ্ৰেছী নীতি আৰু আঁচনি মানি চলিবলৈ প্ৰতিজ্ঞাবদ্ধ হোৱা চৌধুৰী মন্ত্ৰীসভাক সমৰ্থন দিয়া প্ৰস্তাৱটো সভাত গৃহীত হ'ল যদিও সিদ্ধিনাথ শৰ্মা, অমিয় কুমাৰ দাস আৰু কৃষ্ণনাথ শৰ্মা সত্যাগ্ৰহ এৰাৰ পক্ষত নাছিল। লগতে নিমন্ত্ৰিত অতিথি কংগ্ৰেছ সভাপতি তৈয়বউল্লাইও তেনে মত পোষণ কৰিলে। অমিয় কুমাৰ দাসে আনকি ইয়াকো ক'লে যে সত্যাগ্ৰহ আৰু মন্ত্ৰীসভা সমৰ্থনৰ মাজত প্ৰকৃততে ৰাহি-জোৰা নাহে আৰু তেনেকৈ মন্ত্ৰীসভা এখনক সমৰ্থন দিলে দেশত কংগ্ৰেছ প্ৰভাৱৰো লাঘৱ হ'ব পাৰে। সত্যাগ্ৰহ স্থগিত ৰখা হ'ব নে নহয় সেই কথা সভাই গান্ধীজীলৈ থলে। উপস্থিত সকলো ব্যক্তিয়ে অৱশ্যে মানিলে যে কংগ্ৰেছ সমৰ্থিত মন্ত্ৰীসভাৰ উদ্দেশ্য মাথোন কংগ্ৰেছ আঁচনি আগুৱাই নিয়াৰ বাহিৰে অন্য একো হ'ব নোৱাৰে।[৩৬]

এই সভাৰ কথা বৰদলৈয়ে সংসদীয় উপ-সমিতিৰ মুৰব্বী চৰ্দাৰ পেটেলক জনাই তেওঁৰ পৰা নতুন মন্ত্ৰীসভা এখনক সমৰ্থন কৰিবলৈ অনুমতি বিচাৰে। বৰদলৈয়ে লিখিলে যে চৌধুৰীৰ লগত হোৱা চুক্তি মতে সত্যাগ্ৰহ কৰিব খোজা সকলেও সত্যাগ্ৰহ কৰি যাব পাৰিব। ১২ ডিচেম্বৰৰ দিনা বিধানসভাত বৰদলৈ আৰু আন কংগ্ৰেছ সদস্যই গুৱাহাটীৰ সংঘৰ্ষৰ কথা উলিয়াই চৰকাৰৰ বিপক্ষে প্ৰস্তাৱ উঠালে যদিও ইতিমধ্যে ৰোহিনী কুমাৰ চৌধুৰীৰ ইস্তফাৰ কাৰণে শক্তিহীন হৈ পৰা চৰকাৰটোৰ মুৰব্বী

সাদ্‌উল্লাই গুৱাহাটীৰ ঘটনাক লৈ বিধানসভাৰ বাক-বিতণ্ডাত সোমাবলৈ ৰাজী নহৈ মুখ্যমন্ত্ৰিত্বকে ইস্তফা দিলে।[৩৭]

বৰদলৈয়ে পেটেললৈ তাঁৰ যোগে অনুমতি বিচাৰিলে - চৌধুৰী চৰকাৰ যদি গঠিত হয় আৰু সেই চৰকাৰে যদি যুদ্ধ বাদে অন্য সকলো ক্ষেত্ৰত কংগ্ৰেছ আঁচনি গ্ৰহণ কৰে, তেনেহলে সেই চৰকাৰৰ বিপক্ষে নাযাবলৈ। বৰদলৈয়ে জনালে যে কোনো কংগ্ৰেছীয়েই মন্ত্ৰীসভাত যোগ নিদিয়ে আৰু সত্যাগ্ৰহ কৰা সকললৈয়ো সেই বাট খোলা থাকিব।[৩৮] পেটেলে ৰাজেন্দ্ৰ প্ৰসাদৰ লগত কথা হৈ বৰদলৈক অনুমতি দিবলৈকে ঠিক কৰি ১২ ডিচেম্বৰ তাৰিখে কলিকতাত থকা কংগ্ৰেছ সভাপতি আজাদলৈ খবৰ পঠিয়ালে যে তেওঁৰ যদি সন্মতি আছে, তেনেহলে বৰদলৈক পোনে পোনে খবৰটো জনাবলৈ। আজাদৰ পৰা পেটেললৈ আৰু বৰদলৈলৈয়ো খবৰ নোযোৱাত পেটেলে ১৪ ডিচেম্বৰৰ টেলিগ্ৰামখনৰ কথাখিনি পুনৰ তাঁৰযোগে আজাদলৈ পঠিয়ালে। কথাখিনি আছিল এইঃ "বৰদলৈয়ে নতুনকৈ হ'বলৈ ওলোৱা অসমৰ মন্ত্ৰীসভাখনক সহায় কৰিবলৈ অনুৰোধ কৰিছে, ....... পৰিস্থিতিৰ বিষয়ে আপোনাক আগতেই কোৱা হৈছে। আমি ভাবো এইটো আমাৰ কৰ্ত্তব্য বৰ্তমানৰ মন্ত্ৰীসভা (সাদ্‌উল্লাৰ) খনক পৰাজয় কৰা যিহেতু ব্যৱস্থাবোৰ প্ৰতিক্ৰিয়াশীল হৈ পৰিছে। আমি (সংসদীয় উপ-সমিতিৰ সভাপতি পেটেল, আৰু আনজন সদস্য প্ৰসাদ) এই হ'ব লগা মন্ত্ৰীসভাখনক অনুমতি দিয়াৰ পৰামৰ্শ লৈছো আৰু যেতিয়ালৈকে এই হ'বলগা মন্ত্ৰীসভাই যুদ্ধ বাদে আন সকলো বিষয়ত কংগ্ৰেছ নীতি ৰক্ষা কৰি চলে তেতিয়ালৈকে তাৰ বিৰুদ্ধে নাযাবলৈ। কোনো কংগ্ৰেছ লোক মন্ত্ৰীসভাত নোসোমাব আৰু যিসকলে সত্যাগ্ৰহ কৰি থাকিব বিচাৰে তেওঁলোকৰ সেই কৰাৰ স্বাধীনতা থাকিব। যদি আপুনিও সমৰ্থন জনায় তেনেহলে আপোনাৰ সিদ্ধান্ত বৰদলৈলৈ শ্বিলঙলৈ পঠাওক।"[৩৯] এই টেলিগ্ৰামখনত পুনৰ সেই অনুমতিৰেই কথা আছিল, যি অনুমতি প্ৰসাদ আৰু পেটেলে বৰদলৈক আগতেই দি থৈছিল।

## ৫। তৈয়বউল্লাৰ মিছলীয়া উদ্‌গিৰণ আৰু আজাদৰ অদ্ভুত আচৰণ

৯ ডিচেম্বৰৰ কংগ্ৰেছ বিধায়ক সকলৰ সভাত ৰোহিনী চৌধুৰীক সমৰ্থন কৰিলে সত্যাগ্ৰহত বিসংগতি হ'ব বুলি তৈয়বউল্লাই পোষণ কৰা মতৰ পক্ষে মাথোন তিনিজনহে বিধায়ক থকাত তেওঁ তেনেই একাষৰীয়া হৈ পৰিল, আৰু এই সকলোবোৰ বৰদলৈৰ গোপন অভিসন্ধি জ্ঞান কৰি তেওঁ কেন্দ্ৰীয় কংগ্ৰেছৰ ওচৰত গোচৰ তৰিবলৈ উদ্যত হ'ল। তেওঁ আজাদলৈ লিখিলে যে মন্ত্ৰীসভা সমৰ্থন কৰা বিষয়টো প্ৰদেশখনৰ

কংগ্ৰেছ প্ৰতিষ্ঠানটো আৰু সত্যাগ্ৰহৰে জড়িত গুৰুত্বপূৰ্ণ বিষয় হোৱা সত্ত্বেও বৰদলৈয়ে প্ৰাদেশিক কংগ্ৰেছ বা তাৰ সভাপতিৰ লগত কোনো পূৰ্বালোচনা নকৰিলে। তেওঁ ক'লে যে বিধায়কৰ সভাত বৰদলৈয়ে পোৱা প্ৰায় পূৰ্ণ সমৰ্থনেও প্ৰমাণ কৰে যে গোটেই কথাটো 'পূৰ্বনিৰ্দ্ধাৰিত'।[৪০] তৈয়বউল্লাৰ আপত্তি দেখি আজাদে বৰদলৈক নতুন মন্ত্ৰীসভাৰ সংক্ৰান্তত অনুমতি দিবলৈ সংকোচ বোধ কৰিলে। তৈয়বউল্লাৰ আপত্তিৰ পাছত আজাদক যেতিয়া বৰদলৈয়ে কলিকতাত লগ ধৰে তেতিয়া তেওঁ বৰদলৈক প্ৰাদেশিক কংগ্ৰেছৰ মতামত ল'বলৈ পৰামৰ্শ দিয়ে। বৰদলৈৰ পাছত তৈয়বউল্লাইও আজাদক লগ ধৰে আৰু কয় যে চৌধুৰীক সমৰ্থন দিলে অসমৰ সমগ্ৰ কংগ্ৰেছ প্ৰতিষ্ঠানৰেই অনিষ্ট হ'ব। এই কথাত পতিয়ন গৈ আজাদে বৰদলৈলৈ তাঁৰ যোগে জনালে যে 'কংগ্ৰেছ দলে কোনো মন্ত্ৰীসভাক সমৰ্থন দিব নোৱাৰে। ই কংগ্ৰেছ সিদ্ধান্তৰ বিপৰীতে যাব।'[৪১]

এই তাঁৰবাৰ্তাৰ পাছতহে হয়তো আজাদে পেটেলৰ পৰা বৰদলৈক সমৰ্থন কৰা বাতৰি পালে (এই সময়ত আজাদ আৰু পেটেলৰ তাঁৰৰ কটাকটি হৈছিল) আৰু সেই কাৰণে কেইঘন্টামানৰ পাছতে তেওঁ পূৰ্বৰ সিদ্ধান্ত সলনি কৰি বৰদলৈক আকৌ তাঁৰযোগে জনালে যে বৰদলৈয়ে ১৪ ডিচেম্বৰত বহিবলগীয়া অসম কংগ্ৰেছ ৱৰ্কিং কমিটিত ভাগ লৈ সমূহীয়া সিদ্ধান্ত ল'ব লাগে আৰু সেই সিদ্ধান্ত তাঁৰযোগে ৰাজেন্দ্ৰ প্ৰসাদলৈ বৰদলিৰ ঠিকনাত সংসদীয় উপ-সমিতিৰ শেষ সিদ্ধান্তৰ কাৰণে পঠাব লাগে।[৪২]

অসম কংগ্ৰেছ সভাপতি আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিৰ কেইজনমানে কংগ্ৰেছ বিধায়িনী দলৰ বিপক্ষে তলে তলে কৰি থকা কামখিনি বিধানসভাৰ কংগ্ৰেছ দলে হেলাৰঙে ল'ব নোৱাৰিলে। ১৩ ডিচেম্বৰ তাৰিখে বিধায়িনী দলে তেওঁলোকৰ দলপতিক নেওচা দি কৰা তেনে কাৰ্য্যক তীব্ৰভাৱে গৰিহণা দিয়ে। পাছদিনা ১৪ ডিচেম্বৰ তাৰিখে যেতিয়া অসম কংগ্ৰেছ ৱৰ্কিং কমিটিৰ বৈঠক গুৱাহাটীত বহে, তেতিয়া তৈয়বউল্লাক সমৰ্থন দি থকা মাথোন তিনিজন সদস্যৰ কাৰণে নতুন মন্ত্ৰীসভাৰ সমৰ্থনত থকা অধিক সংখ্যক কংগ্ৰেছী বিধায়কৰ বিৰুদ্ধে যোৱা কঠিন হৈ পৰিল। তেওঁলোকে তেতিয়া পূৰ্বৰ আপত্তি উঠাই লৈ শেষ সিদ্ধান্তটো কেন্দ্ৰীয় সংসদীয় উপ-সমিতিলৈ থ'লে।[৪৩]

প্ৰাদেশিক কংগ্ৰেছৰ ৱৰ্কিং কমিটিৰ সভা অন্ত হোৱাৰ পাছতহে, আনকি সেই সভা বহাৰ আগতেই পেটেলে শ্বিলঙলৈ পঠোৱা তাঁৰবাৰ্তা এটাৰ পৰা বৰদলৈয়ে জানিব পাৰিলে যে সংসদীয় উপ-সমিতিয়ে ইতিমধ্যে তেওঁলোকৰ প্ৰাৰম্ভণীৰ সিদ্ধান্তটোলৈকে ঘূৰি আহি বৰদলৈক সমৰ্থন দিছে। ইয়াত কোৱা হৈছিল যে 'কংগ্ৰেছী

লোকে মন্ত্ৰীসভাত সোমাব নোৱাৰে। কিন্তু যেতিয়ালৈকে নতুন মন্ত্ৰীসভাই যুদ্ধৰ বাহিৰে আন সকলো বিষয়ত কংগ্ৰেছী আঁচনি মানি চলিব, তেতিয়ালৈকে কংগ্ৰেছী লোক ইয়াৰ বিপক্ষে যোৱা উচিত নহ'ব। সত্যাগ্ৰহ কৰা সকলৰ কাৰণে সেই বাট খোলা থাকিব।'

কেন্দ্ৰীয় কংগ্ৰেছে সৰ্বশেষত বৰদলৈৰ মতলৈকে ঘূৰি আহিল যদিও, আৰু বিধায়ক দলত তেওঁৰ নেতৃত্ব আৰু সন্মান অখণ্ডনীয় হৈ আছিল যদিও, অযথা ইমান লটি-ঘটি আৰু বাক-বিতণ্ডা ভোগ কৰিব লগা হোৱাত বৰদলৈৰ সংসদীয় ৰাজনীতিৰ প্ৰতি বিতৃষ্ণা জাগিল আৰু বিধায়িনী দলৰ নেতৃত্ব এৰি দিবলৈকে স্থিৰ কৰি তেওঁ ১৭ ডিচেম্বৰ তাৰিখে ৰাজেন্দ্ৰ প্ৰসাদলৈ লিখিলে ঃ "অন্য বহুতকে হয়তো সংসদীয় ৰাজনীতিয়ে যেনেভাৱে আকৃষ্ট কৰিব পাৰে, মোক নকৰে। তথাপি, যোৱা পাঁচ বছৰে মই এই ভাৰ লৈ আহিছো। বিভিন্ন বিচাৰ আৰু আদৰ্শৰ মেৰপাকৰ মাজেদি নেতৃত্ব বহন কৰাটো সদায়েই জটিল...আমাৰ মাজত মোতকৈ দক্ষ আৰু উপযুক্ত ব্যক্তি আছে এই দায়িত্ব বহন কৰিবৰ কাৰণে।"[৪৪]

বৰদলৈয়ে সততে কৈছিল তেওঁৰ ৰাজনীতিত ব্যক্তি নহয়, বিষয়হে অত্যন্ত গুৰুত্বপূৰ্ণ। অযথা যুদ্ধই শক্তি ক্ষয় কৰাত তেওঁলৈ যি বিতৃষ্ণা আহিছিল সি তেওঁত জগালে বৈৰাগ্য ভাৱহে ; - যদিও অৱশ্যে তেওঁৰ যুক্তিয়ে শেষত ৰজিল। ইয়াৰ বিপৰীতে বৰদলৈৰ প্ৰতিদ্বন্দ্বী তৈয়বউল্লাই তেওঁ সৃষ্টি কৰা ৰণখনত জয়ী হ'ব নোৱাৰি ২০ ডিচেম্বৰ তাৰিখে আজাদলৈ লিখিলে যে কংগ্ৰেছ আৰু জাতীয় স্বাৰ্থৰ অৰ্থে সংসদীয় ৰাজনীতিৰ দুৱাৰখন একেবাৰে বন্ধ কৰি দিয়াহে উচিত। তাৰো কিছুদিনৰ পাছত বিধানসভাৰ কংগ্ৰেছী দলটোক তেওঁৰ তত্ত্বাৱধানলৈ অনাৰ কোনো আশা নেদেখি তৈয়বউল্লাই আজাদলৈ আকৌ আক্ষেপ কৰি লিখিলে ঃ "ইমানদিনে আমি ভাবি আছিলো যে বিধানসভাৰ কংগ্ৰেছ কাৰ্য্যধাৰা প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্যধাৰাৰে অন্তৰ্গত - ঠিক যেনেকৈ প্ৰদেশ কংগ্ৰেছৰ কাৰ্য্যধাৰা নিখিল ভাৰত কংগ্ৰেছ কমিটি আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিৰ দ্বাৰা পৰিচালিত। কাৰণ, প্ৰদেশ কংগ্ৰেছ কমিটি বা ইয়াৰ ৱৰ্কিং কমিটিয়েই বিধানসভাৰ কাৰ্য্যকে ধৰি প্ৰদেশখনৰ সকলো কংগ্ৰেছী কাৰ্য্যৰ বাবে দায়গ্ৰস্ত।"[৪৫]

তৈয়বউল্লাৰ এই চিঠিৰ প্ৰসঙ্গত কেন্দ্ৰীয় কংগ্ৰেছে একো কৰাৰ প্ৰয়োজন নেদেখিলে। ইতিমধ্যে ৰাজ্যপালে বৰদলৈ আৰু চৌধুৰীৰে পৃথকভাৱে সাক্ষাৎ কৰাৰ পাছত যুদ্ধৰ পক্ষে থকা সংখ্যাগৰিষ্ঠ দল এটাৰ গণতান্ত্ৰিক শাসনৰ আশা নেদেখি ২৫ ডিচেম্বৰ তাৰিখে অসমত ১৯৩৫ চনৰ ভাৰত আইনৰ ৯৩ ধাৰামতে তেওঁৰ পোনপটীয়া শাসন বলবৎ কৰে। তৈয়বউল্লাই যিমানেই কংগ্ৰেছ নীতি বা সত্যাগ্ৰহৰ নিয়ম দৰ্শাই কথা নকওক লাগিলে, তেওঁৰ আচৰণে প্ৰমাণ কৰে, তেওঁৰ আচল

ক্ষোভটো হ'ল বৰদলৈৰ বিধানসভাৰ কাম-কাজত কংগ্ৰেছ সভাপতি হিচাপে তেওঁৰ কৰ্তৃত্ব কণমানো নোহোৱা হৈ পৰাত। অতি প্ৰাঞ্জল ভাষাতেই এই কথা তেওঁ আজাদলৈ দিয়া উপৰোক্ত বাৰ্তাবোৰত বৰ্ণাই থৈছে। তৈয়বউল্লা অতিকৈ কৰ্তৃত্ববাদী ব্যক্তি আছিল আৰু কংগ্ৰেছ সভাপতি বাবটোতো তেওঁ অশেষ গুৰুত্ব দিছিল। তেওঁৰ পৰিয়ালৰ লোকেও তেওঁক 'প্ৰেছিডেন্ট চাহেব' বুলিহে সম্বোধন কৰিছিল। ব্যক্তিগত সত্যাগ্ৰহৰ প্ৰাৰম্ভণীত নগাঁও জিলা কংগ্ৰেছৰ সম্পাদক মহেন্দ্ৰ নাথ হাজৰিকাই 'তিনি দিনীয়া অসমীয়া' লৈ এটা ক্ষুদ্ৰ বাতৰি পঠিয়াইছিল এইবুলি যে মোহন চন্দ্ৰ মহন্তই অস্পৃশ্যতা দূৰ কৰিব নোৱৰাৰ বাবে সত্যাগ্ৰহ কৰিবলৈ অনুমতি নাপালে। ইয়াকে লৈ তৈয়বউল্লাই সদায় মাথো অসমীয়া ভাষাতহে কথা কোৱা হাজৰিকালৈ লিখিছিল এই বুলি "It seems you have used your official position to expose a colleague in public. Your damaging press note cannot be countenanced I do not understand why was it at all needed."[৪৬]

ব্যক্তিগত সত্যাগ্ৰহৰ ঘাই নায়ক আছিল গান্ধীজীহে। সেই কাৰণে নীতিৰ প্ৰশ্নত তৈয়বউল্লাই গান্ধীজীৰ ওচৰহে চাপিব লাগিছিল। তাকে নকৰি তেওঁ আজাদৰ কাষ চাপিল কিয় ? এক কথাত কাৰণ এয়ে যে তৈয়বউল্লাৰ ঘাই উদ্দেশ্য গান্ধীজীৰ মূল নীতিত নাছিল। বৰদলৈৰ বিপৰীতে তৈয়বউল্লাই সত্যাগ্ৰহক বদ্ধমূল ধাৰণা (ক্ৰীড়্) ভাৱে নলৈ সাময়িক কাৰ্যাধাৰা (পলিছি) বুলিহে লৈছিল আৰু সেই কাৰণেই সত্যাগ্ৰহ কৰোঁতে গান্ধীজীয়ে উচ্চাৰণ কৰিবলৈ দিয়া বাক্যটোৰ পিছৰ অংশটো - 'সকলো যুদ্ধকে অহিংসাৰে বিৰোধ কৰাটোহে উত্তম প্ৰচেষ্টা' - তেওঁ বাদ দিছিল।[৪৭] গতিকে এনে এজনে গান্ধীনীতিৰ আধাৰত বৰদলৈক ভুল ধৰিবলৈ যোৱাটো আচহুৱা কথা। সেই একে কাৰণতে শুদ্ধনীতিৰ নামত কেন্দ্ৰীয় কংগ্ৰেছৰ ওচৰ চপাটোও আচহুৱা, কাৰণ - কেন্দ্ৰীয় কংগ্ৰেছে সত্যাগ্ৰহক ৰাজনৈতিক কাৰ্য্যধাৰা বুলিহে লৈছিল আৰু আনকি এই সময়টোত কেন্দ্ৰীয় কংগ্ৰেছ সংসদীয় ৰাজনীতিৰ পক্ষেহে আছিল। গতিকে কেন্দ্ৰীয় কংগ্ৰেছে অসমৰ কংগ্ৰেছ বিধায়ক সকলে তেওঁলোকৰ সুকীয়া পৰিস্থিতিৰ খাতিৰত বিচৰা বিধানসভাৰ পথ একে কথাতে নুই কৰিব পৰাত নাছিল। প্ৰদেশ কংগ্ৰেছৰ সভাপতি হোৱাৰ কাৰণেহে তৈয়বউল্লাৰ আপত্তিয়ে কেন্দ্ৰীয় কংগ্ৰেছক (যদিও অকল আজাদকহে) ততালিকে সিদ্ধান্তলৈ অহাত বাধা দিছিল। তথাপি, পলমকৈ হ'লেও কেন্দ্ৰীয় কংগ্ৰেছে বৰদলৈৰ পক্ষেই মত দিলে। ইয়াকে নকৰাহেতেন কেন্দ্ৰীয় কংগ্ৰেছৰ আচৰণ ইতিহাসত দুইমুখীয়া আৰু স্বেচ্ছাচাৰী বুলি পৰিগণিত হৈ থাকিলহেতেন।

তৈয়বউল্লাৰ আপত্তি নীতিভিত্তিক নাছিল, বৰদলৈ মানুহজনৰ ওপৰতহে

আছিল। তাৰ প্ৰমাণ তেওঁ তেনেই উলংগভাৱে তেওঁৰ 'কাৰাগাৰৰ চিঠি' আৰু ইংৰাজী পুথিখনত থৈ গৈছে। 'কাৰগাৰৰ চিঠি'ত[৪৮] তেওঁৰ সত্যাগ্ৰহ-বিধানসভা প্ৰসঙ্গত কেন্দ্ৰীয় কংগ্ৰেছে তেওঁৰ যুক্তিকে মানি লোৱা বুলি বুজাব খুজিছে। ই সম্পূৰ্ণ অসত্য। আচলতে এই অদৰকাৰী যুদ্ধখনত পৰাভূত হৈ তৈয়বউল্লাই তেওঁৰ পুথি দুখনত অসত্য, মনে সজা আৰু হিংসাৰ মনোবৃত্তিৰে বৰদলৈৰ বিৰুদ্ধে বিষোদ্গাৰ কৰিবলৈ উদ্যত হ'ল - অৱশ্যে বৰদলৈৰ মৃত্যুৰ বাৰ বছৰৰ পাছত।

---

## সপ্তম অধ্যায়

# অসমত মুছলিম লীগৰ অভিসন্ধি আৰু বলাৎকাৰৰ সন্মুখত সত্যাগ্ৰহী বৰদলৈৰ আচৰণ আৰু কাৰ্যপন্থা

## ১৯৪২-১৯৪৫

১৯৪১ চনৰ ২৫ ডিচেম্বৰৰ পৰা ১৯৪২ চনৰ ২২ আগষ্টলৈকে ৰাজ্যপালৰ আঠমহীয়া পোনপটীয়া শাসনকালটো এটা বিষয়ত অসমৰ খিলঞ্জীয়াসকলৰ কাৰণে আছিল পৰিত্ৰাণৰ সময়। এই সময়ত ১৯৪১ চনৰ ২৮ জুলাই তাৰিখে আগৰ সাদ্উল্লা চৰকাৰে লব খোজা মাটি পট্টনৰ আঁচনিখন খিলঞ্জীয়া লোকৰ কাৰণে অপকাৰী বুলি ৰাজ্যপালে আঁতৰাই পঠিয়াইছিল। বৃটিছ সাম্ৰাজ্যবাদৰ এই স্বীকাৰোক্তিৰ সন্মুখত অসম কংগ্ৰেছৰ সভাপতি আৰু তেওঁৰ দুই বা তিনিজন অনুচৰ বিধায়কৰ বৰদলৈ নিন্দা আছিল মাথোন কুৎসাজনক আৰু লজ্জাকৰ। ৰাজ্যপালৰ শাসন কালতে আহিল দ্বিতীয় মহাসমৰৰ বিপদ। জাপানী আক্ৰমণৰ সম্ভাৱনীয়তাই অসম কঁপালে আৰু বৰদলৈ ব্যস্ত হৈ পৰিল অসম ৰক্ষাৰ সামৰিক আৰু অসামৰিক পৰ্য্যালোচনাত। আকৌ আহিল, কেন্দ্ৰীয় কংগ্ৰেছৰ গঠনমুলক কামৰ আঁচনি আৰু অসমত শান্তিসেনা বাহিনী গঠন আৰু কাৰ্য্যপ্ৰণালী (এই বিষয়ত বহলকৈ পাছৰটো অধ্যায়ত কোৱা হ'ব)। ৰাজ্যপালৰ পোনপটীয়া শাসনৰ সময় ডোখৰত দ্বিতীয় মহাসমৰ অসমৰ তেনেই কাষ চপাত যুদ্ধাৱস্থাত দেখা দিয়া সমস্যা বিলাকৰ সমাধানতহে প্ৰদেশ কংগ্ৰেছৰ নেতৃবৃন্দ ব্যস্ত হৈ পৰিছিল। বিয়াল্লিছৰ জানুৱাৰী মাহৰ মাজভাগত বিষ্ণুৰাম মেধী, ফখৰুদ্দিন আলি আহমেদ আৰু হৰেশ্বৰ গোস্বামীৰে সৈতে গোপীনাথ বৰদলৈ বাৰ্দ্ধালৈ গৈ তাত গান্ধীজীৰ পৰা গঠনমূলক কাৰ্য্যসূচীৰ বুজ লৈ আহিলগৈ। তৈয়বউল্লা অন্য সকলতকৈ এদিন আগতে গৈছিল। সেই মাহৰে শেষত নগাঁৱত বহা প্ৰাদেশিক কংগ্ৰেছৰ সভাত বৰদলৈ, মেধী, অমিয় কুমাৰ দাস, ডাঃ হৰিকৃষ্ণ দাস, সিদ্ধিনাথ শৰ্মা (সম্পাদক) আদিকে লৈ প্ৰাদেশিক জৰুৰী-কালীন উপসমিতি গঠিত হয় আৰু বিভিন্ন জিলাত গঢ়ি উঠা আন তেনে সমিতিৰ যোগেদি শান্তিসেনা দলৰ গঠনকে ধৰি প্ৰদেশখনৰ শৃংখলা

আৰু স্বাৱলম্বীতাৰ কাৰণে বিভিন্ন কাৰ্য্যসূচী প্ৰস্তুত কৰা হয়।

অসমৰ কংগ্ৰেছী নেতাসকল শান্তিসেনা আদি সংগঠন কাৰ্য্যত লাগি থাকোঁতেই, ভাৰতৰ ৰাজনৈতিক ভৱিষ্যত সম্বন্ধে ক্ৰীপ্‌চ্‌-মিছনৰ লগত হোৱা আলোচনাই ফল নধৰাত, বিয়াল্লিছৰ আগষ্ট মাহৰ পহিলা ভাগত মুম্বাইত বহা ভাৰতীয় জাতীয় কংগ্ৰেছে গান্ধীজীৰ নেতৃত্বত অহিংস 'ভাৰত ত্যাগ' আন্দোলনৰ প্ৰস্তাৱ লয়। এই কাৰ্য্যৰ লগে লগে কংগ্ৰেছ অনুষ্ঠান আৰু কংগ্ৰেছ কমিটিবিলাক বেআইনী বুলি ঘোষিত হয় আৰু সমগ্ৰ ভাৰতৰে আগশাৰীৰ কংগ্ৰেছ নেতৃবৃন্দ গ্ৰেপ্তাৰ হয়। মুম্বাইত বহা কংগ্ৰেছ অধিবেশনৰ পৰা ঘূৰি আহোঁতে ১৫ আগষ্ট তাৰিখে ধুবুৰীৰ ৰেলষ্টেচনত বৰদলৈক আৰু লগতে সিদ্ধিনাথ শৰ্মাকো গ্ৰেপ্তাৰ কৰা হয়। তেনেকৈ অসমৰ সকলো বিশিষ্ট কংগ্ৰেছ নেতাক কাৰাগাৰত সুমুওৱাৰ পাছত সাদ্‌উল্লাৰ নায়কত্বত মন্ত্ৰীসভা এখনৰ সুবিধা হ'লত ২৫ আগষ্ট তাৰিখে ৰাজ্যপালেও ৯৩ ধাৰা উঠাই লয়। এই চতুৰ্থ সাদ্‌উল্লা চৰকাৰ লীগ সংযুক্ত চৰকাৰ হোৱা হেতুকে বৰদলৈয়ে সদায় চকুৰ আগত ৰাখি থোৱা অসমৰ 'বিশেষ পৰিস্থিতি'টো ভয়ঙ্কৰ শেষ পৰ্য্যায়ত উপনীত হ'ল। অসুস্থতা বশতঃ ১৯৪৪ চনৰ আৰম্ভণীতে জেইলৰ পৰা মুক্তি পোৱাত সেই বৰদলৈয়েই আকৌ এই বিপৰ্য্যয়ক বাধা দিয়াৰ উপায় চিন্তিব লগা হ'ল।

## ১। চতুৰ্থ সাদ্‌উল্লা মন্ত্ৰীসভাৰ মাটি পট্টন আঁচনি আৰু এছ.পি. দেশাইৰ আপত্তি

ক্ষমতালৈ অহাৰ ঠিক এবছৰৰ পাছতেই ১৯৪৩ চনৰ ২৪ আগষ্টৰ দিনা চতুৰ্থ সাদ্‌উল্লা চৰকাৰে মাটি পট্টন সম্পৰ্কে এটা প্ৰস্তাৱ লয়। ইয়াৰ বাহ্যিক উদ্দেশ্য আছিল 'অধিক খাদ্য উৎপাদন' ; কিন্তু প্ৰকৃত অন্তৰ্নিহিত কাৰণটো আছিল মুছলমান পমুৱাৰ বাবে অসমলৈ আহিবলৈ বাট সুচল কৰা।[১] এমাহৰ পূৰ্বে বঙ্গৰ বিধান পৰিষদত ভাৰত চৰকাৰৰ জৰিয়তে অসম চৰকাৰক বঙ্গৰ ভূমিহীন খেতিয়কক মাটি দিবলৈ বাধ্য কৰোৱাৰ প্ৰস্তাৱ গৃহীত হৈছিলেই। এতিয়া অসম চৰকাৰে ভাৰত চৰকাৰৰ তাগিদাৰ অনুপস্থিতিতেই বঙ্গৰ দাবী যেন শিৰত তুলি ল'লে। চৰকাৰী প্ৰস্তাৱটোৰ বিশিষ্ট অংশকেইটা আছিল ঃ ১। নগাঁও জিলাত পতিত হৈ থকা মাটি আৱশ্যক বুজি বিভিন্ন সম্প্ৰদায়ৰ মাটিহীন লোকৰ মাজত বিতৰণ কৰা আৰু সেই অৰ্থে চৰণীয়া পথাৰবোৰৰো কিছু অংশ খেতি আৰু বসতি স্থানলৈ ৰূপান্তৰিত কৰা। ২। কামৰূপ আৰু দৰং জিলাতো প্ৰয়োজনতকৈ অধিক চৰণীয়া পথাৰ আছে যদি সেইবোৰো বসতিৰ কাৰণে খুলি দিয়া আৰু ৩। শিৱসাগৰ আৰু লক্ষীমপুৰ জিলাৰ পাহাৰৰ

দাঁতিকাষৰীয়া অঞ্চলত মাটিহীন থলুৱা লোকৰ বসতিৰ বাবে নতুনকৈ ঠাই উলিওৱা।[২]

প্ৰস্তাৱমতে সাদ্‌উল্লাৰ লীগ সংযুক্ত চৰকাৰৰ কাম আৰম্ভ হ'ল। উচ্চ আই.চি.এছ. বিষয়া এছ.পি. দেশাইক[৩] বিশেষ পট্টন বিষয়া হিচাপে নিযুক্ত কৰি কোনবোৰ চৰণীয়া পথাৰ খেতিলৈ আৰু বসতি স্থানলৈ পৰিণত কৰিব পাৰি তাৰ জৰীপ কৰিবলৈ দিয়া হ'ল। মাটিৰ জৰীপ কৰিবলৈ গৈ দেশাইয়ে ইতিমধ্যে চলি থকা পমুৱাৰ বলাৎকাৰৰ যি কাণ্ড দেখিলে সি তেওঁক থলুৱা লোকৰ ভৱিষ্যত সম্পৰ্কে আতঙ্কিত কৰি তুলিলে। তেওঁৰ ৰিপৰ্টত দেশায়ে লিখিলে যে আগষ্ট মাহৰ চৰকাৰী ঘোষণাৰ লগে লগে বানপানীৰ ঢলৰ দৰে অসমলৈ পমুৱাৰ আগমন হ'বলৈ ধৰিলে। তেজপুৰ মহকুমাৰ দৃষ্টান্ত দি দেশায়ে ক'লে যে তেওঁ জৰীপ কৰিবলৈ অহাৰ কিছু সপ্তাহ আগৰে পৰা এই বহিৰাগত পমুৱা সকলে সোৱাগুৰিৰ পশ্চিমে থকা ভোজমাৰি, কুমালিয়া আৰু চিপৰিয়াল ৰিজাৰ্ভ অঞ্চলবিলাক বলাৎকাৰ কৰি ল'লেই। তেতিয়াও মানুহ নবহা ঠাইত দেশায়ে চালি আদি দেখিলে। পমুৱাৰ বলাৎকাৰক বাধা দিবলৈ স্থানীয় চৰকাৰী বিষয়া অপাৰগ। দেশায়ে ক'লে ঃ "গ্ৰেজিয়াৰসকলে সহায়ৰ কাৰণে স্থানীয় বিষয়াৰ আগত হাতযোৰ কৰিলেও উপায় নাই ; চৰকাৰী ঘোষণাই বিষয়া সকলৰ হাত ভৰি বান্ধি থৈছে ; তেওঁলোকে একো সহায় কৰিব নোৱাৰে। পমুৱাই প্ৰতিবাদ নামানে। মাল-পত্ৰ লৈ অন্য ঠাইলৈ গতি কৰাৰ বাহিৰে গ্ৰেজিয়াৰৰ অন্য উপায় নাই। কিন্তু সিহঁত ক'লৈ যাব ? সিহঁতৰ পশুবিলাকৰ কি হ'ব? গ্ৰেজিয়াৰৰ গাখীৰৰ ওপৰত নিৰ্ভৰ কৰা মানুহৰ বাজহুৱা স্বাস্থ্য কি হ'ব?"[৪]

নগাঁও জিলাৰ লাওখোৱা আৰু ভুৰবন্ধা অঞ্চলৰ ৰিজাৰ্ভবোৰৰ সুকীয়া গুৰুত্বৰ কথাও দেশায়ে ক'লে। এই ৰিজাৰ্ভবোৰ ওখ অঞ্চলত থকাৰ কাৰণে বিভিন্ন অঞ্চলৰ গ্ৰেজিয়াৰ সকলেও বানপানীৰ সময়ত ঠাইবোৰ ব্যৱহাৰ কৰে। তেজপুৰ চহৰলৈ গাখীৰ যায় এইবোৰ ঠাইৰ পৰা। এইবোৰ ঠাই পমুৱাক এৰি দিলে কি বিস্তৰ সমস্যা হ'ব তালৈ লক্ষ্য ৰাখি দেশায়ে তেওঁৰ ৰিপৰ্টত চৰকাৰৰ কাৰ্য্যপন্থা ঠিক কৰাৰ আগতে কেইটামান মৌলিক কথালৈ কাণ দিবলৈ ক'লে। প্ৰথমতে, চৰণীয়া পথাৰবোৰৰ পৰিসৰ সৰু নহৈ বৃহৎ হোৱাহে উচিত যাতে, কৃষকৰ লগত গ্ৰেজিয়াৰৰ অযথা হাই-কাজিয়া নহয়গৈ। দ্বিতীয়তে, এই কথা মনত ৰখা উচিত যে ব্ৰহ্মপুত্ৰৰ পাৰৰ চৰণীয়া পথাৰবোৰ পাহাৰে বেৰি ৰখা নাই আৰু সেই কাৰণে সেইবোৰ চিৰন্তন পাৰ খহি খহি পৰা অৱস্থাত। তৃতীয়তে ভুৰবন্ধা-বৰঘুলি অঞ্চল আৰু লাওখোৱা সংৰক্ষিত বনাঞ্চল গ্ৰেজিয়াৰৰ হাজাৰ হাজাৰ পশুৰ ৰম্যভূমি। গতিকে এই অঞ্চলসমূহ সংৰক্ষিত হৈ নাথাকিলে বিপদ অনিবাৰ্য্য। মুঠতে দেশাইৰ বিচাৰত মৈমনসিং জিলাৰ পৰা অহা পমুৱাই বহু থলুৱা অসমীয়া আৰু জনজাতিৰ অঞ্চল ইতিমধ্যে বলাৎকাৰ

কৰি ল'লেই ; গতিকে নতুনকৈ ভগাবলৈ মাটি আৰু নাই।[৫]

চাকৰিৰ পৰা অৱসৰ লোৱাৰ বহু বছৰৰ মূৰত, তেওঁৰ অসমৰ দিনৰ কথা সুঁৱৰি দেশায়ে সঁচা কথাকে লিখিছেঃ সেই সময়ত বিপক্ষী কংগ্ৰেছ দলৰ নেতাসকল কাৰাগাৰত সোমাই থকাত তেওঁৱেই হৈ পৰিছিল অসমীয়াৰ স্বাৰ্থৰ হকে যুঁজা অকলশৰীয়া যুঁজাৰু।[৬] কিন্তু বঙ্গ চৰকাৰৰ পৰা অহা তাগিদা আৰু মুছলিম লীগৰ উত্তেজিত দাবীৰ আগত দেশাইৰ তদন্ত নিটিকিল। ১৯৪৪ চনৰ মে' মাহত অসমৰ ৰাজহ সচিব এ.জি.পেষ্টনে বঙ্গ চৰকাৰক ক্ষান্ত কৰিবলৈ লিখিছিল যে আনকি বৰ্ণ হিন্দু সংখ্যাগৰিষ্ঠ এলেকাতো আগৰ লাইন প্ৰথা বঙ্গৰ পমুৱাৰ সুবিধাৰ অৰ্থে ভঙ্গ হ'বলৈ ধৰিছে আৰু থলুৱা জনজাতি অঞ্চলৰ সংৰক্ষণৰ যি পুৰণি বিধান আছিল সিও সম্প্ৰতি শিথিল হৈ পৰিছে।[৭]

অসম প্ৰাদেশিক মুছলিম লীগে কি অবাঞ্চিত, অসৎ আৰু আক্ৰোশীভাবেৰে পমুৱাৰ মাটিৰ কাৰণে আন্দোলন চলাইছিল আৰু চৰকাৰৰ পৰা মাটি সংগ্ৰহ কৰিবলৈ সক্ষম হৈছিল সেই কথা আনকি মুখ্যমন্ত্ৰী সাদ্‌উল্লাৰ ৰাজহুৱা উক্তিৰ পৰাও জানিব পাৰি। ১৯৪৪ চনৰ এপ্ৰিল মাহত চৌধুৰী খালিকউজ্ জামানৰ সভাপতিত্বত বৰপেটাত বহা অসম প্ৰাদেশিক মুছলিম লীগৰ সন্মিলনত সাদ্‌উল্লাই নতুনকৈ বহা পমুৱাৰ উপনিবেশবোৰৰ মুৰব্বী লোক সকলৰ মাটিৰ খক আৰু তেওঁলোকে লোৱা অসৎ উপায়ৰ কথা বৰ্ণাই কৈছিল যে এওঁলোকৰ প্ৰত্যেকজনেই নিজৰ নামত সত্তৰৰ পৰা এশ একৰলৈকে মাটিৰ পট্টা লৈ এইবিলাক তলতীয়া ৰায়তৰ মাজত বিলাই ধন ঘটিছিল। সাদ্‌উল্লাই আকৌ কৈছিল যে পমুৱাৰ খকে থলুৱা জনজাতিকতো উচ্ছেদ কৰিছিলেই আনকি তেওঁলোকে পতা নতুন উপনিবেশৰ পৰা খিলঞ্জীয়া মুছলমান লোককো খেদাই পঠিওৱাৰ উদাহৰণ আছে। সাদ্‌উল্লাৰ এনে আচৰণে তেওঁৰ আৰু প্ৰাদেশিক মুছলিম লীগৰ সভাপতি আব্দুল হামিদ খানৰ (ভাচানী) মাজত এখন বিবাদৰ সৃষ্টি কৰিছিল। অৱশ্যে মুছলিম লীগৰ সমৰ্থনকাৰী সকলে সাদ্‌উল্লাতকৈ হামিদ খান ভাসানীকহে অধিক আপোন জ্ঞান কৰিছিল।[৮]

## ২। জেইলৰ বাহিৰত বৰদলৈৰ দেশৰক্ষাৰ চিন্তা

ভগ্নস্বাস্থ্যৰ বাবে ১৯৪৪ চনৰ ২৬ জানুৱাৰী তাৰিখে শেষবাৰৰ কাৰণে জেইলৰ পৰা মুক্তি পায়েই বৰদলৈ এনে অৰাজকতাৰ সন্মুখীন হ'ল যদিও চিকিৎসাধীন হৈ থকাত আৰু অন্তৰীণ হুকুমো বলবৎ থকাত পোনে-পোনেই কোনো কাম হাতত লোৱাৰ উপায় তেওঁৰ নাছিল।[৯] কলিকতাত ৰোগ দেখুৱাই মাৰ্চ মাহত গুৱাহাটীলৈ

আহি প্ৰথমতে তেওঁ কস্তুৰবা স্মৃতি পুঁজিৰ কাৰণে ধন সংগ্ৰহৰ কামতহে লাগে। কিন্তু প্ৰকৃত ৰাজনীতিৰ পৰা বিধায়ক হিচাপে তেওঁ বেছিপৰ আঁতৰি থাকিব নোৱাৰিলে। মৈমনসিং জিলাৰ পৰা অহা পমুৱাৰ কাৰণে ৰিজাৰ্ভ আৰু সংৰক্ষিত অঞ্চলসমূহ উচ্ছেদ কৰিবলৈ চৰকাৰে লোৱা আঁচনিয়ে অসমীয়া মানুহৰ মাজত যি আতঙ্কৰ সৃষ্টি কৰিলে তাত ৰাইজৰ প্ৰতিনিধি বৰদলৈ নিমাত-নিষ্কৰ্মা হৈ থকাৰ কথাই নুঠে। দলে দলে গ্ৰেজিয়াৰ সকলে বৰদলৈৰ ওচৰলৈ আহি জীৱন আৰু জীৱিকা ৰক্ষাৰ উপায় বিচাৰিলে। সমূহ শিক্ষিত সমাজেও চৰকাৰৰ ব্যৱস্থাৰ লগত পাকিস্থানৰ দাবীৰ সংযোগ দেখা পালে।

বৰদলৈৰ দৃষ্টিত দুটা পথে দেখা দিলে ঃ প্ৰথমতে, চৰকাৰ আৰু মৈমনসিঙিয়া নেতাসকলৰ মাজত এটা আপোচ হোৱা উচিত, আৰু দ্বিতীয়তে, সকলো সম্প্ৰদায়ৰ অসমীয়া সকলে একগোট হৈ কাৰ্য্যপন্থা স্থিৰ কৰিব লাগে।[১০] বৰদলৈয়ে তেওঁৰ দিনলেখাত লিখিছে যে চৰকাৰৰ নীতিত ন্যায়ৰ অভাৱ ঘটাত এই পিছৰটো কাম সহজে সম্ভৱপৰ হ'ল।[১১] জেইলৰ বাহিৰত থকা বিধানসভাৰ প্ৰায় সকলো সদস্যই আগত বছৰৰ মাৰ্চ মাহৰ পহিলা তাৰিখৰ পৰা বহিবলগীয়া বিধানসভাৰ অধিবেশনত মিলিজুলি এটা ব্যৱস্থা স্থিৰ কৰিবলৈ আগ্ৰহান্বিত হ'ল। বৰ্তমানৰ মন্ত্ৰীসভা ভাঙি ৯৩ ধাৰা পুনৰ অনাবলৈ বাধ্য কৰোৱাই হ'লেও কিবা এটা কৰাৰ প্ৰয়োজন সকলোৱে উপলব্ধি কৰিলে।

কিন্তু যিহেতু চৰকাৰে ইতিমধ্যে সংৰক্ষিত অঞ্চলৰ নতুন সীমাৰেখা চিহ্নিত কৰণৰ কাৰণে হুকুম দিছিলেই, গতিকে বৰদলৈয়ে ততালিকে কিবা এটা কৰাৰ প্ৰয়োজন দেখিলে আৰু নৱেম্বৰ মাহৰ মাজভাগত বিধানসভালৈ যাবলৈ চৰকাৰৰ পৰা অনুমতি বিচাৰিলে। তেনেকৈয়ে আন কেইজনমান অন্তৰীণ হৈ থকা কংগ্ৰেছ সদস্যইও অনুমতি বিচাৰিলে। এই অনুমতি পোৱাত, জেইলৰ পৰা ওলোৱাৰ দহ মাহৰ পাছত, ১৪ নৱেম্বৰ তাৰিখে বৰদলৈয়ে বিধানসভাত যি বক্তৃতা দিলে তাত তেওঁৰ সত্যাগ্ৰহী ৰাজনীতি পৰিস্ফুট হৈ ওলাল। সত্যাগ্ৰহক ৰাজনৈতিক বল প্ৰয়োগ বুলি ল'ব পাৰি যদিও ই মাথোন বল প্ৰয়োগেই নহয়, কাৰণ ইয়াৰ লক্ষ্য সত্যহে ক্ষমতা নহয়। ৰাজনীতিৰ লোকে সাধাৰণতে ক্ষমতাক লৈ টনা-আজোৰা কৰে, - যেতিয়ালৈকে দুয়ো পক্ষ কোনো এটা মধ্যস্থানীয় আপোচলৈ নাহে। গান্ধীজীৰ 'ডায়েলেক্‌টিক' হ'ল এই যে মতানৈক্যৰ এখন সৎ যুদ্ধৰ অন্তত যি আহিব লাগে সেয়া আপোচ নহয়, আহিব লাগে এটি সংশ্লেষ বা 'ছিনথেছিছ'হে - যি সত্যৰ অধিক ওচৰত থাকে। সকলো সম্প্ৰদায়ৰ মাজত একতাৰ ভাৱ জগাই বিবাদযুক্ত বিষয়টোৰ সমাধান বিচাৰি বৰদলৈয়ে তেওঁৰ বক্তৃতাত এইদৰে ক'লে ঃ

"মাতৃভূমিৰ স্বাধীনতালৈ লক্ষ্য ৰাখি আগৰ দৰে আজিও আমি সকলো সম্প্ৰদায় আৰু স্বাৰ্থৰ মাজত ঐক্যৰ আৱশ্যকতা বিচাৰো। যদিও আমাৰ মাজত বিচ্ছিন্নতা বা ভাঙোনৰ শক্তিক প্ৰশ্ৰয় দিয়া দেখা গৈছে, তথাপিও আমি একতাহে কামনা কৰা উচিত, কাৰণ সিহে আচলতে স্বাধীনতাৰ গঠন বহল ভেটিত গঢ় দিব। মই এই সদনৰ প্ৰতিজন মাননীয় সদস্যকে আশ্বাস দি কওঁ যে আমি এনে এটি একতাত বা এনে এটি একতাৰ প্ৰতি কৰা আহ্বানত সততে যোগ দিম। বিনম্ৰ ভাৱেৰে আমি কওঁ যে দল হিচাপে আমি কেতিয়াও ক্ষমতাৰ পাছত ঘূৰা নাই বা মাথোন ক্ষমতাৰ বাবেই ক্ষমতা বিচৰা নাই। আমি মাথোন বিচাৰি আহিছো প্ৰকৃত গণতন্ত্ৰ - য'ত মানুহে যে মাথোন অভাৱ, ভয় আৰু শোষণৰ পৰাইহে ৰেহাই পাব এনে নহয়, তাত মানুহে সৰ্বসাধাৰণৰ উপকাৰ সাধনতো নিমগ্ন হ'ব। দৈৱৰ সুদৃষ্টিয়ে যেন আমাৰ কামনাক সুসম্পূৰ্ণ কৰে।"[১২]

বিধানসভাৰ কংগ্ৰেছ সদস্যসকলৰ ওপৰত হোৱা সকলো ধৰণৰ জুলুম সত্ত্বেও যে কংগ্ৰেছী দলৰ দৃষ্টিভংগী সেই একে থাকিব তাৰ আশ্বাস দি বৰদলৈয়ে ক'লেঃ

"....কাৰো প্ৰতি আমাৰ হিংসা ভাৱ নাই। আমি মাথোন সাম্ৰাজ্যবাদৰ অসততাৰ বিৰুদ্ধে যুঁজিবলৈ দৃঢ়-সঙ্কল্পিত, কাৰণ ইহে হৈছে মনুষ্য জাতিৰ কাৰণে এটা দাৰুণ অভিশাপ।"

বৰদলৈয়ে এফালে যেনেকৈ চৰকাৰৰ সাম্ৰাজ্যবাদী, অগণতান্ত্ৰিক নীতি-নিয়মৰ তীব্ৰ সমালোচনা কৰিলে, আনফালে মাটি পট্টনৰ কামত থলুৱা ৰাইজৰ ইচ্ছানুযায়ী কাম কৰিবলৈ চৰকাৰক অনুৰোধ কৰিলে। তেওঁ ক'লে ঃ

"মাননীয় মন্ত্ৰীসকলক মই এই কথা খোলাখুলিকৈ ক'ব খোজো যে যদিহে তেওঁলোকে অসমৰ জনসাধাৰণৰ কল্যাণ বাঞ্চা কৰে, তেনেহ'লে তেওঁলোকে চৰণীয়া পথাৰসমূহত পমুৱাক বহুৱাবৰ আঁচনি পৰিত্যাগ কৰি অনধিকাৰ প্ৰৱেশকাৰী সকলক তেনে ঠাইৰ পৰান আঁতৰাই তেনে কামলৈ নিৰুৎসাহ কৰিব লাগে।"

বৰদলৈ অৱশ্যে নতুন বসতি অঞ্চল নিৰ্মাণৰ বিপক্ষে নাছিল। তেওঁ কৈছিল যে যথাবিহিত জৰীপৰ পাছত মন্ত্ৰীসকলে উপনিবেশ পতাৰ আঁচনি এখন ল'ব লাগে আৰু ইয়াৰ দ্বাৰা অসমৰ ভূমিহীন লোকসকলে প্ৰথমতে মাটি পাব লাগে। তেওঁলোক উপকৃত হোৱাৰ পাছত চৰকাৰে যদি অন্য পতিত মাটি পমুৱাৰ কাৰণে মুকলি কৰিব খোজে, তাতো আগৰ চামৰ পমুৱাইহে অগ্ৰাধিকাৰ পোৱা উচিত। তেওঁৰ চিন্তাক

কোনোৱে সংকীৰ্ণতাৰ পৰা উদ্ভৱ হোৱা বুলি ভাবিব পাৰে বুলিয়েই হয়তো বৰদলৈয়ে লগতে যোগ দিলে ঃ

> "ই অন্যায় নীতিও নহয় বা অবিবেচক দাবীও নহয় ; ই হ'ব মাথোন চিন্তিত পৰিকল্পনা। মানৱোচিত মূল তত্ত্বই হ'ব ইয়াৰ ভিত্তি।"[১৩]

গৱৰ্ণৰ বাহাদুৰ আৰু কিছু বৃটিছ বিষয়াইও পমুৱা বিষয়টোৱে অসমৰ সমগ্ৰ নিগাজী বাসিন্দালৈ চপাব পৰা ভয়াবহ সমস্যাৰ উমান ভালদৰে পাইছিল। ডিচেম্বৰ মাহত অসমলৈ আহোঁতে বৰলাট ৱাভেলেও সেয়েহে তেওঁৰ সেই মাহৰ ২২ তাৰিখৰ ডায়েৰীত লিখি থৈছিল যে অসমৰ মুছলমান মন্ত্ৰীসকলে 'অধিক খাদ্য উৎপাদন'ৰ নামত চৰকাৰী পতিত মাটি পমুৱালৈ মুকলি কৰি দিওঁতে 'অধিক মুছলমান উৎপাদন' কৰালৈহে লক্ষ্য ৰাখিছিল। বৰদলৈৰ বক্তৃতাৰ দুদিন পাছতেই, ১৬ নৱেম্বৰ তাৰিখে, ৰাজ্যপালেও মাটি পট্টনৰ বিষয়ত এটা আপোচ হ'ব লাগে বুলি ক'লে। সেইদিনাও বৰদলৈয়ে বিধানসভাত কৈছিল যে চৰকাৰৰ সাম্প্ৰতিক নীতিয়ে প্ৰদেশখনত এখন গৃহযুদ্ধৰ সৃষ্টি কৰিছে আৰু এনে পৰিস্থিতি এখন্তেকো বৰ্তি থাকিবলৈ নিদিয়াটোৱেই কংগ্ৰেছ দলৰ একান্ত কামনা। বৰদলৈয়ে সেই কাৰণে মুখ্যমন্ত্ৰীক আহ্বান জনালে - নতুন মাটি পট্টন নীতি অনুযায়ী জিলা কৰ্মচাৰীসকলে কাম আৰম্ভ কৰাৰ আগতে যেন তেওঁ বিভিন্ন দলৰ সদস্য সকলৰে কথা হয়।

১৬ নৱেম্বৰৰ দিনা কংগ্ৰেছ সদস্য বেলিৰাম দাসেও সদনত সভা স্থগিত কৰণ প্ৰস্তাৱ উঠালে এইবুলি যে বঙ্গৰ পৰা অহা পমুৱাই অসমৰ গৰু-ম'হ চৰাবলৈ আচুতীয়া কৰি ৰখা মাটি বলপূৰ্বক আৰু অন্যায়ভাৱে অধিকাৰ কৰি থকাৰ কথা আৰু এই বলেৰে প্ৰৱেশ কৰা সকলে বিশেষকৈ কামৰূপ, দৰং আৰু নগাওঁত সৃষ্টি কৰা অশান্তি, অৰাজকতা আৰু আতঙ্কৰ ক্ষেত্ৰত কৰ্তৃপক্ষই অকণো বাধা নিদিয়াৰ গুৰুত্বপূৰ্ণ ৰাজহুৱা বিষয়টোৰ আলোচনা হ'ব লাগে। দাসে তেওঁৰ তথ্যবহুল দীঘল পাতনিত নিজা অধ্যয়নৰ উপৰিও তেতিয়াও গোপন হৈ থকা দেশাই ৰিপৰ্ট, 'ৰয়েল কমিশ্যন অন এগ্ৰিকালচাৰ' আৰু সাদুল্লা চৰকাৰৰো পুৰণি ঘোষণাৰ পৰা তথ্য উদ্ধৃতি কৰি সদনত চাঞ্চল্য আৰু এক গহীন পৰিবেশৰ সৃষ্টি কৰে।[১৪] দাসৰ প্ৰস্তাৱ গৃহীত হয় আৰু ফলস্বৰূপে বিষয়টো লৈ সেইদিনাই বিতৰ্ক আৰম্ভ হয়। ফল কিছু ধৰিল। বৰদলৈয়ে সৰ্বদলীয় সভাৰ যি মন্তব্য দিছিল মুখ্যমন্ত্ৰী সাদুল্লাই তাক মানি ল'লে আৰু সম্প্ৰীতিৰ চিন স্বৰূপে ডিচেম্বৰ মাহৰ শেষলৈকে অন্ততঃ ইতিমধ্যে ঘন বসতি হোৱা ৰিজাৰ্ভবোৰত নতুন লোক নবহুৱাবলৈ চৰকাৰী কৰ্মচাৰীক আদেশ দিয়া হ'ব বুলি ক'লে। এটা ন্যায় সংগত ভূমি পট্টন নীতিৰ কাৰণে ১৬ ডিচেম্বৰৰ পৰা ১৯ ডিচেম্বৰলৈকে মুখ্যমন্ত্ৰীৰ সভাপতিত্বত সৰ্বদলীয় সভাখন বহিল[১৫] আৰু অনেক বাক-

যুদ্ধৰ অন্তত কংগ্ৰেছে উঠোৱা ঘাই দাবীবোৰ মুখ্যমন্ত্ৰীয়ে মানি ল'লে। এই দাবীবোৰৰ ভিতৰত আছিল ঃ অৱস্থিত পতিত মাটিৰ শতকৰা ৩০ ভাগ থলুৱা লোকৰ ভৱিষ্যত প্ৰসাৰণৰ কাৰণে সংৰক্ষণ কৰি ৰখা ; বাকী থকা পতিত মাটিৰ পৰিকল্পনাৰ যোগেদি খেতি আৰু বসতিলৈ ৰূপান্তৰিত কৰোঁতে ভূমিহীন থলুৱা লোকৰ অগ্ৰাধিকাৰলৈ দৃষ্টি ৰখা ; জনজাতি অঞ্চল সমূহৰ সুৰক্ষা ; আৰু ১৯৩৮ চনৰ আগতে অহা পমুৱাৰ কাৰণে ব্যৱস্থা কৰা। ৰাজহ মন্ত্ৰী আব্দুল মতিন চৌধুৰীৰ প্ৰৰোচনাত বাঙালী পমুৱা সকলৰ নেতা আৰু মুছলিম লীগৰ সভাপতিয়েও সভাৰ মীমাংসাত আপত্তি দেখুওৱা সত্ত্বেও বৰদলৈৰ সাদ্উল্লাৰ ওপৰত কিছু ভৰসা আছিল আৰু সেই কাৰণেই ৩১ ডিচেম্বৰৰ দিনা আগৰ সভাত হোৱা চুক্তিবিলাকৰ পুনৰ ব্যাখ্যা কৰি তেওঁ চৰকাৰলৈ এখন পত্ৰ পঠিয়ালে। সেই পত্ৰত ৰোহিনী কুমাৰ চৌধুৰী আৰু ৰবি কছাৰীয়েও চহী কৰাত বৰদলৈ সুখী হ'ল। সকাহ আৰু সন্তুষ্টিৰ চানেকী তেওঁ তেওঁৰ দিনলেখাত থৈ যায় এনেকৈ ঃ "দেখা যাওক ভৱিষ্যত কেনেদৰে গঢ় লয়। লেখামতে গৱৰ্ণনেণ্টে কাম কৰিলে আমি উপস্থিত বিপদৰ পৰা কিছু পৰিমাণে ৰক্ষা পৰিম, তাত সন্দেহ নাই।"[১৬]

ইয়াৰ এপযেকৰ পাছত সৰ্বদলীয় সভাত হোৱা মীমাংসাৰ আধাৰত চৰকাৰে ১৯৪৫ চনৰ ১৫ জানুৱাৰী তাৰিখে মাটি পট্টন সম্পৰ্কত আগৰ (১৯৪৪ চনৰ ২৪ আগষ্ট) ঘোষণাৰ সাল-সলনি কৰি যি নতুন ঘোষণা কৰিলে তাৰ ঘাই কথাকেইটা হ'ল ঃ ১। গোৱালপাৰা, কামৰূপ, দৰং আৰু নগাঁও জিলাত ১৯৩৮ চনৰ আগতে অহা পমুৱাকে ধৰি সকলো সম্প্ৰদায়ৰ মাটিহীন লোকৰ কাৰণে প্ৰণালীবদ্ধ পট্টনৰ দিহা হ'ব ; ২। এটি পৰিয়ালে ১০ একৰ বা ৩০ বিঘাতকৈ অধিক মাটি নাপাব ; ৩। যদি পতিত মাটি এই চাৰিখন জিলাত পোৱা নাযায়, তেনেহলে উত্তৰ লক্ষীমপুৰ মহকুমাও মুকলি হ'ব ; ৪। পাঁচ বিঘাতকৈ কম খেতিৰ মাটি থকাজনকেই ভূমিহীন বুলি ধৰা হ'ব ; ৫। জনজাতিৰ আচুতীয়া এলেকা গঠন কৰা হ'ব আৰু ইয়াৰ পৰিমাণ জনজাতিৰ হাতত থকা এতিয়াৰ ভূমিৰ পৰিমাণৰ দুগুণ হ'ব আৰু লগতে ভৱিষ্যত বিস্তৃতিৰ কাৰণে আচুতীয়াকৈ ভূমি থোৱা হ'ব ; ৬। ১৯৪০ চনতেই ঠিক কৰা মতে সকলো জিলাতেই অন্ততঃ শতকৰা ৩০ ভাগ মাটি ভৱিষ্যত বিস্তৃতিৰ কাৰণে ৰখা হ'ব ; ৭। আচল গ্ৰেজিং ৰিজাৰ্ভৰ মাটি, অতিৰিক্ত হৈ থাকিলেও সেইবোৰত মানুহ বহুওৱা নহ'ব, - অৱশ্যে ইতিমধ্যে মানুহ বহাখিনিৰ বাদে ; ৮। যদি কোনো সম্প্ৰদায়ে তেওঁলোকক দিয়া মাটি দুবছৰৰ ভিতৰত সম্পূৰ্ণ দখল কৰিবলৈ অপাৰগ হয়, তেনেহলে সেই মাটি অন্য সম্প্ৰদায়ৰ মাজত বিতৰণ কৰা হ'ব ; ৯। সৰ্বদলীয় সভাৰ লোকসকলেৰে গোটেই ৰাজ্যখনত আৰু তিনিখন প্ৰধান জিলাত একোখনকৈ উপদেষ্টা সমিতি পতা হ'ব ; ১০। গ্ৰেজিং এলেকাৰ অতিৰিক্ত ভূমিত মাটি পট্টন দিবলৈ কৰা চৰকাৰৰ পুৰণি

আঁচনিৰ কিছু অংশ ৰাতিল হ'ব।[১৭]

১৯৪৫ চনৰ ১৫ জানুৱাৰীৰ ঘোষণাই সমগ্ৰ লাইন প্ৰথা উচ্ছেদ কৰিবলৈ উঠি-পৰি লগা মুছলিম লীগকতো উত্তেজিত কৰিলেই, ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া তথা কংগ্ৰেছী লোককো ই সন্তুষ্ট কৰিব নোৱাৰিলে। ২৮ জানুৱাৰী তাৰিখে গুৱাহাটীত প্ৰাদেশিক মুছলিম লীগ কাউন্সিলৰ এখন সভা মৌলানা আব্দুল হামিদখানৰ সভাপতিত্বত বহে আৰু তাত দুয়োটা উপত্যকাৰে পৰা ৫২৫ জন প্ৰতিনিধিয়ে যোগ দিয়ে। ৰাজহ মন্ত্ৰী মৌলবী মতিন চৌধুৰী আৰু আন কেইবাজনো বিধানসভাৰ সদস্য এই প্ৰতিনিধি বৰ্গৰ মাজত আছিল। এই সভাত লোৱা প্ৰস্তাৱ মতে চৰকাৰে কেতিয়া কোন আহিছিল সেই বিষয়ে সময়ৰ কোনো বাচ-বিচাৰ নকৰি সকলো মাটিহীন পমুৱাকে মাটি দিব লাগে। সভাপতিয়েও এই প্ৰস্তাৱৰ সমৰ্থনত ক'লে যে লাইন প্ৰথা সাংঘাটিকভাৱে বিভেদকামী আৰু উৎপীড়নজনক। ৰাজহ মন্ত্ৰীয়ে আশ্বাস দি ক'লে যে আগন্তুক আঁচনি মতে প্ৰায় ৬০ লাখ বিঘা মাটি বিতৰণ কৰা হ'ব আৰু তাৰ বুজন অংশ পমুৱাৰ হাতলৈ যাব।[১৮]

অসমীয়া সমাজ আৰু কংগ্ৰেছৰ আপত্তি হ'ল এই যে যদিও প্ৰায়বোৰ থলুৱা খেতিয়কেই পাঁচ বিঘাৰ অধিক মাটিৰ মালিক, সেই মাটিবোৰ অৰ্থনৈতিক দিশৰ পৰা সুবিধাজনক নহয়। তথাপি নতুন ঘোষণা মতে তেওঁলোকক এতিয়া মাটিহীন বুলি ধৰা নহ'ব। দ্বিতীয়তে, জনজাতীয় অঞ্চল যিহেতু এতিয়া জৰীপ কৰা হ'ব, চৰকাৰী কৰ্মচাৰীয়ে কি ষড়যন্ত্ৰ কৰে তাৰো ঠিক নাই। তদুপৰি, সৰ্বদলীয় সভাৰ সিদ্ধান্তৰ বিপৰীতে এই ঘোষণাই এতিয়া তিনি বছৰতকৈ অধিক কাল অবৈধ ভাৱে চৰণীয়া পথাৰত খেতি কৰা বেদখলকাৰীক নাতৰাবলৈ স্থানীয় বিষয়াক প্ৰচুৰ পৰিমাণৰ স্বেচ্ছামূলক ক্ষমতা দিলেই। কংগ্ৰেছী লোকসকলে মন কৰিলে যে মৈমনসিং জিলাৰ লোকক মাটি দিবৰ কাৰণে চৰকাৰ যিমানেই তৎপৰ হৈছে, অসমীয়াক মাটি দিয়াৰ কথাটো তেওঁলোকে সিমানেই আওকাণ কৰিছে। তাতে, জনজাতিৰ লোকসকলৰ এলেকাও চৰকাৰে কমাই আনিব খুজিছে বুলি কংগ্ৰেছে ভয় খালে। বৰদলৈয়ে তেওঁৰ ডায়েৰীত লিখিলে যে ঘোষণাটো কৰাৰ সময়ত চৰকাৰে কংগ্ৰেছৰ মতামতলৈ কণকৈ কাণ নিদিলে।

বৰদলৈৰ চিন্তাত বিষয়টোৰ কাৰণে পুনৰ এখন যুদ্ধৰ প্ৰয়োজন হ'ল আৰু সেইখন পহিলা মাৰ্চৰ পৰা বহিবলগা বিধানসভাৰ বাজেট অধিবেশনত হ'ব বুলি ঠিক কৰি তেওঁ জেইলৰ বাহিৰত থকা সকলো কংগ্ৰেছ সদস্যলৈ তাত উপস্থিত থকিবৰ কাৰণে গোহাৰি জনালে। অত্যন্ত জৰুৰী সমস্যাবিলাকৰ ক্ষেত্ৰতহে যে কংগ্ৰেছ বিধায়কে বিধানসভাত যোগ দিব লাগে সেই বিষয়ে আগৰবাৰ লোৱা সিদ্ধান্তটো

সতীৰ্থসকলক মনত পেলাই দি বৰদলৈয়ে চাৰিটা বিশেষ কৰ্ত্তব্যলৈ আঙুলিয়ালে। প্ৰথমতে, বাক, গোট, চলন-ফুৰণ আৰু প্ৰেছ সম্পৰ্কৰ নাগৰিক স্বাধীনতা বজাই ৰখাৰ সতৰ্কতা। বৰদলৈৰ মতে ৰাজনৈতিক বন্দী, কংগ্ৰেছ সংগঠন আৰু বহু জিলাত সভা-সমিতি পতাৰ বিষয়ত দেখা দিয়া বাধাবোৰৰ বিপক্ষে মাত মতাৰ প্ৰয়োজন হৈ পৰিছে। দ্বিতীয়তে, লোকেল ব'ৰ্ডৰ আসন বিতৰণ সম্পৰ্কত লোৱা চৰকাৰৰ নীতিৰ বিৰুদ্ধেও প্ৰশ্ন তুলিব, লাগে বা প্ৰস্তাৱ উত্থাপন কৰিব লাগে। ১৯৪৫ চনৰ মাৰ্চ মাহত হব লগা নিৰ্বাচনৰ কাৰণে স্বেচ্ছাচাৰী ভাৱে বিভিন্ন গোষ্ঠীৰ মাজত আসন বিতৰণ কৰি মুছলমান সকলক আৰু চাহ খেতিয়ক সকলক তেওঁলোকৰ জনসংখ্যা আৰু তেওঁলোকে যোগোৱা ৰাজহৰ তুলনাত অত্যন্ত অধিক প্ৰতিনিধিত্ব দিয়া হৈছিল। ৩৪.৪ লাখ মুছলমানলৈ ১৭৪ খন আসন নিৰ্দ্ধাৰিত কৰা হৈছিল আৰু হিন্দু, জনজাতি আৰু আহোম সকল মিলি ৪৫.৪ লাখ লোকে পাইছিল মাত্ৰ ১৮৩ খন আসন।

তৃতীয়তে, খাদ্য বস্তুৰ বিতৰণ আৰু অধিপ্ৰাপ্তি সম্পৰ্কেও মাত মাতিব লগা হৈছে, - বিশেষকৈ দুৰ্নীতিৰ শুং-সূত্ৰ উঘালি দেখুৱাবৰ কাৰণে। চতুৰ্থতে, মাটি পট্টন সমস্যাৰ ক্ষেত্ৰত বিশেষকৈ নগাঁও, কামৰূপ আৰু দৰং জিলাৰ সদস্য সকল অকল উপস্থিত থকাই নহয়, তেওঁলোকে বে-দখলকাৰী সম্পৰ্কে সম্পূৰ্ণ বিৱৰণ দি আৰু চৰকাৰে যদি পুৰণি বা নতুন আইনক আওকাণ কৰি বে-দখলকাৰীক প্ৰশ্ৰয় দিছে তাকো প্ৰমাণ কৰি চৰকাৰক আক্ৰমণ কৰিব লাগে। অন্তৰীণ হৈ থকা কংগ্ৰেছী বিধায়ক সকলে জানোছা অনুমতি লৈ বিধানসভাত যোগ দিয়াতো সমুচিত বুলি নাভাবে সেই কাৰণে বৰদলৈয়ে লগতে ১৯৪৪ চনৰ জুলাই মাহতে মহেন্দ্ৰ মোহন চৌধুৰী আৰু অক্ষয় কুমাৰ দাসৰ যোগেদি গান্ধীজীৰ পৰা পোৱা পৰামৰ্শখিনিও তেওঁৰ চিঠিখনত গাথি দিলে। গান্ধীজীয়ে বিধায়কৰ কৰ্ত্তব্য সম্পৰ্কে সেই বিষয়ত কৈছিল যে, "মাটি পট্টন, খাদ্য, উচ্ছেদ আদি অত্যাৱশ্যকীয় বিষয়বোৰত নিজ বিবেচনা প্ৰকাশ কৰিবৰ কাৰণে জেইলৰ বাহিৰত থকা বিধয়াক সকলে বিধানসভাত যোগ দিব লাগে। অন্তৰীণ হৈ থকা বিধায়কে বিধানসভাত যোগ দিবলৈ চৰকাৰলৈ দৰ্খাস্ত কৰা অনুচিত যদিও সমস্যাৰ গুৰুত্বই বিচাৰিলে তেনে কৰিব পাৰে। এনেবোৰ কথাত অপৰিহাৰ্য্যতাইহে পথ দেখুৱাব ; আৰু কিনো অপৰিহাৰ্য্য তাৰ বিচাৰ কৰিব দলে বা দলপতিয়ে।" ইয়াৰ আধাৰতে বৰদলৈয়ে বিশেষকৈ নগাঁৱৰ পূৰ্ণচন্দ্ৰ শৰ্মাক আৰু কংগ্ৰেছী বিধায়িনী দলৰ উপদলপতি শিলচৰৰ অৰুণ কুমাৰ চন্দক বিশেষভাৱে অনুৰোধ কৰিলে - অনুমতি লৈ বিধানসভাত যোগ দি ক্ৰমে মাটি পট্টন আৰু খাদ্য অধিপ্ৰাপ্তিৰ বিষয়ে ক'বলৈ (ইতিমধ্যে অৱশ্যে পূৰ্ণচন্দ্ৰ শৰ্মাক ২০ জানুৱাৰী তাৰিখে চাৰিমাহৰ সশ্ৰম কাৰাদণ্ড বিহা হ'ল আৰু তেওঁৰ মুক্তি ১৪ মে' তাৰিখেহে হ'ল)। বিধায়ক সকললৈ লিখাৰ উপৰিও

পমুৱাৰ মাটি পট্টন সম্পৰ্কত অহা বিধানসভাৰ অধিবেশনত তুলিবৰ কাৰণে বৰদলৈয়ে নিজেও এটা প্ৰস্তাৱ লিখি পঠিয়ালে। এই সকলো কৰি আঁতাই বৰদলৈয়ে ১ ফেব্ৰুৱাৰী তাৰিখে ৱাৰ্দ্ধালৈ বুলি শান্তিনিকেতন হৈ যাত্ৰা আৰম্ভ কৰিলে। ১৫ জানুৱাৰী তাৰিখে চৰকাৰে তেওঁৰ ওপৰত থকা অন্তৰীণৰ হুকুম উঠাই লোৱাৰে পৰা বৰদলৈৰ বাপুজীক দেখা কৰাৰ ইচ্ছা প্ৰবল হৈ পৰিছিল। এতিয়া সেই সুযোগ আহিল।[১৯]

অসমৰ 'বিশেষ পৰিস্থিতি'ৰ খাতিৰত ১৯৪৪ চনৰ নৱেম্বৰ মাহৰ পৰা মাথোন মুষ্টিমেয় কংগ্ৰেছ সদস্যৰে মিলি সত্যাগ্ৰহী আদৰ্শৰে গোপীনাথ বৰদলৈয়ে যি ভাৱে চৰকাৰৰ সৈতে এটা বুজা-পৰালৈ আহি প্ৰদেশখনৰ নিগাজী বাসিন্দাৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ বিচাৰিছিল তাকো অসমৰ কিছু আগশাৰীৰ কংগ্ৰেছী নেতাই আদৰ্শৰ পৰিপন্থী জ্ঞান কৰিছিল। এই সময়ত অমিয় কুমাৰ দাসে কৰা কঠোৰ উক্তি কেইটাৰ বিষয়ে আমি আগতে কৈ থৈছো। চৰকাৰৰ অনুমতি লৈ বৰদলৈয়ে বিধানসভাত এই সময়চোৱাত কৰা ৰাজনীতি দাসৰ চকুত অসন্মানজনক আছিল আৰু তেওঁ বৰদলৈ নেতৃত্বৰ প্ৰতি সন্দিহান হৈ লিখিছিল ঃ

"এজন আমি অসমৰ্থ হ'লে সকলোকে অসমৰ্থ কৰি দিয়াটো যুগুত হ'বনে?
এজন আমি দৃষ্টিহীন হ'লে আনকো দৃষ্টিহীন কৰি দিমনে ?"[২০]

বৰদলৈৰ চকুত দেশৰ স্বাৰ্থত বিধানসভাত উপস্থিত থাকিবৰ কাৰণে এনে অনুমতি বিচৰাত কোনো লজ্জাৰ কথা নাছিল। দাসৰ ধাৰণাৰ বিপৰীতে গান্ধীজীৰ মন্তব্য আছিল অন্য ধৰণৰ। ১৯৪৫ চনৰ ফেব্ৰুৱাৰী মাহত বৰদলৈয়ে যেতিয়া ৱাৰ্দ্ধাত অসমৰ পৰিস্থিতি আৰু ভৱিষ্যত কৰ্ত্তব্য সম্পৰ্কে গান্ধীজীৰে কথা হৈছিল তেতিয়া গান্ধীজীয়ে বৰদলৈক কৈছিল ঃ

"প্ৰকৃততে শেহত যি কৰ্ত্তব্য পন্থা তোমাৰ মানত শুদ্ধ বুলি গণ্য হ'ব তাকেহে তুমি গ্ৰহণ কৰা উচিত ; তেহেলৈ সমগ্ৰ বিশ্বও যদি তোমাৰ বিপক্ষে থিয় হয়।
এয়েই সত্যাগ্ৰহ, এয়েই নেতৃত্ব।"

এই সাক্ষাতত গান্ধীজীয়ে আৰু এটি তাৎপৰ্য্যপূৰ্ণ মন্তব্য কৰিছিল বৰদলৈৰ প্ৰতি ঃ

"I am coming nearer to you everyday."[২১]

## ৩। সত্যাগ্ৰহী বৰদলৈৰ অহিংস ৰণপ্ৰস্তুতি

ৱাৰ্দ্ধাত গান্ধীজীৰে অসম পৰিস্থিতি সম্পৰ্কে আলোচনা কৰি ১৯৪৫ চনৰ ১৫ ফেব্ৰুৱাৰী তাৰিখে বৰদলৈ কলিকতালৈ ঘূৰে আৰু তাত তিনিদিন থাকি ডাঃ ভূবনেশ্বৰ বৰুৱাৰে সৈতে শৰীৰত বহুদিন ধৰি লাগি থকা বিভিন্ন ৰোগৰ পৰীক্ষা কৰোৱাই ১৮ ফেব্ৰুৱাৰী তাৰিখে ডাঃ বৰুৱাৰ লগতেই গুৱাহাটীলৈ ঘূৰিল। ঘৰ পায়েই তেওঁ দেশখনত দেখিলে একেধাৰে অৰাজকতা, উপদ্ৰৱ আৰু হা-হুতাশৰ পৰিস্থিতি। বিদেশী শাসন আৰু মুছলিম লীগে যে মিলি এফালে অসমীয়া জাতিটোক গিলি খাবলৈ ওলাইছে আৰু আন ফালে যুদ্ধই আনি দিয়া দুৰ্নীতি আৰু কৃত্ৰিম সংস্কৃতিৰ উপদ্ৰৱ চলিছে। তাৰ দোমোজাত দেশক ভালপোৱা অসমীয়াখিনিয়ে 'দেশ গ'ল গ'ল' বুলি হুমুনিয়াহ কাঢ়িছে আৰু অৱশ্যম্ভাৱী বিস্তৰ বিপৰ্য্যয়ৰ ক্ষণ গণিছে। পহিলা মাৰ্চৰ পৰা আৰম্ভ হ'বলগীয়া বিধানসভাৰ অধিবেশনত যোগ দিবলৈ বুলি ২৮ ফেব্ৰুৱাৰী তাৰিখে শ্বিলঙলৈ গৈ সেইদিনাই তেওঁৰ দিনলেখাত পাৰ হৈ যোৱা সপ্তাহটোৰ সমূহীয়া টোকা এটিত 'বুকু ভৰা বেথাৰ বোজা'ৰে বৰদলৈয়ে লিখি থ'লে এনেকৈ ঃ

"২০ - ২৮ ফেব্ৰুৱাৰী।

চাৰিওফালৰ পৰা মৈমনসিঙ্গিয়াই কৰা উপদ্ৰৱ আৰু মন্ত্ৰীসভাৰ মনোৱাৰ আলি আৰু মতিন চৌধুৰীয়ে ঠায়ে ঠায়ে গৈ মৈমনসিঙ্গিয়া মানুহক উচতাই দি ৰিজাৰ্ভ ইত্যাদি জোৰকৈ দখল কৰিবলৈ দিয়া কথা প্ৰকাশ হৈছে। শ্ৰীযুত হলধৰ ভূঞাই হঠাতে নগাঁৱলৈ মাতি পঠিয়ালে আৰু তাত মৈমনসিঙ্গিয়াৰ বে-দখলী কাৰ্য্য আৰু মন্ত্ৰীসভাৰ মানুহবিলাকৰ কথা কৈ কংগ্ৰেছে মন্ত্ৰীসভা গঠন কৰাৰ যুক্তিটো মোক বুজাবলৈ চেষ্টা কৰিলে। ইয়াৰ ভিতৰত বৰপেটাৰ শ্ৰীমান মহেন্দ্ৰ চৌধুৰীয়েও বৰপেটাৰো সেই মত বুলি ক'লে।"[২২]

"ৱাৰ্দ্ধাৰ পৰা উভতি আহি মানুহৰ সকলো কথাতে আওকাণৰ ভাব দেখি মোৰ এনেয়ে বেয়া লাগি আছিল ; আজি দেশত বিভিষীকাৰ ছাঁ দেখি মোৰ মন নিৰাশাৰে পূৰ হ'ল। বাহিৰৰ মানুহে এনে ধৰণেও কোৱা শুনিলো যে ফুকন-বৰদলৈ (নবীন চন্দ্ৰ) থকাহেঁতেন দেশৰ এনে দুৰৱস্থা হ'ব নোৱাৰিলে হয়। মোৰ সদায় মনলৈ আহিবলৈ ধৰিলে যে আমি হয়তো দেশখন ৰক্ষা কৰিব নোৱাৰিলো। বিদেশী শাসন আৰু মুছলিম লীগে মিলি আমাক গ্ৰাস কৰিলে আৰু অসমীয়া জাতিক নাশ কৰিলো আমি। এই ভাৱ মোৰ মনত এনে প্ৰৱল হ'বলৈ ধৰিলে যে ৰাতি সাৰ পাই উঠিলো আৰু টোপনি নোযোৱা হ'ল। দিনটো কেৱল দেশখন কেনেকৈ এই অৱস্থাৰ পৰা

ৰক্ষা কৰা যায় তাকে ভাবিবলৈ ধৰিলো। এই নিৰাশাৰ ভাবত শ্বিলং পৰ্ব্বত ২৮ ফেব্রুৱাৰী তাৰিখে পালোহি।"[২৩]

সংসদীয় ৰাজনীতিৰ ফালৰ পৰা এই অৱস্থাৰ পৰা হাত সাৰিবলৈ প্ৰথম ব্যৱস্থা হ'ব লাগিছিল বিধানসভাত বিপক্ষ দলক হৰুৱাই শাসন-যন্ত্ৰ নিজৰ হাতলৈ আনিবলৈ চেষ্টা কৰা। কিন্তু সেইটো বৰদলৈয়ে কৰে কেনেকৈ ? হিংসাযুদ্ধৰ বিপক্ষে সত্যাগ্ৰহ চলি আছে (যদিও অৱশ্যে কংগ্ৰেছী প্ৰায় লোকেই তাক ৰাজনৈতিক চাল বুলিয়েই লৈছিল)। তাতে অসম কংগ্ৰেছৰ বহু ঘাই লোকে তেওঁৰ এনে চিন্তাত চেঁচাপানী ঢলাই নহয়, তেওঁলোকে সেই চিন্তাক অত্যন্ত কু-দৃষ্টিৰে চাই আহিছে। তেওঁৰ শৰীৰো ভাল নহয় - এই সকলো আওকাণ কৰি নিজা মন্ত্ৰীসভা এখনৰ কাৰণে আগুৱাবলৈ। কিন্তু নিষ্কৰ্মা হৈতো বহি থাকিব নোৱাৰি। নিজৰ আত্মাই কি ক'ব ? ভৱিষ্যই এই নিষ্কৰ্মক অপকৰ্ম বুলি নল'ব জানো ? নিষ্কৰ্মা হোৱাতকৈ বৰদলৈয়ে বিচাৰিছিল আকস্মিক মৃত্যু। চিন্তাৰ অন্ত নাই ; নিৰাশাৰ শেষ নাই। মাৰ্চ মাহৰ ডায়েৰীয়ে বৰদলৈৰ মানসিক অৱস্থাৰ ছবিখন সুন্দৰকৈ দেখুৱাই থৈ গৈছে ঃ

> "নিৰাশাৰ ভাব এনে প্ৰবল হ'ল যে ঈশ্বৰৰ শুভ ইচ্ছা সম্বন্ধেও মোৰ মনত সন্দেহে ঠাই ল'লে। বহু সময়ত এনে ভাৱো আহিছিল যে মোৰ যেন আকস্মিক কাৰণে মৃত্যু হ'লেও যেন মই ৰক্ষা পৰো। এই ঘোৰ বিষাদৰ কাৰণ মোৰ মানসিক অনিশ্চয়তাও কম নহয়। অনেক লোকে মন্ত্ৰীসভা গঠন কৰিবলৈ দিয়া (কোৱা) সত্ত্বেও আৰু গান্ধীজীয়ে প্ৰদান কৰা শক্তি থকা সত্ত্বেও মোৰ মন কোনোদিনেই কংগ্ৰেছ মন্ত্ৰীসভা গঠনৰ ফালে নগ'ল। মোৰ মনলৈ সদায় আহিছিল ১৯৪০ চনৰ সত্যাগ্ৰহত উচ্চাৰণ কৰা বাণী - তাত ৰাজনৈতিক ভাবহে বেছিকৈ থাকিলেও, নৈতিক প্ৰতিজ্ঞা প্ৰস্ফুটিত হৈছিলঃ যুদ্ধ যদি সঁচাকৈয়ে বেয়া হয়, তেন্তে মই কেনেকৈ তাত সম্পূৰ্ণভাৱে সহযোগ কৰো ? দ্বিতীয়তে, মোৰ মন গঠনমূলক কামৰ চিন্তাত ব্যস্ত আছে আৰু সেই কাৰণে মন্ত্ৰিত্ব গ্ৰহণ কৰিবৰ পিনে একেবাৰে বিমুখ হ'ল। তৃতীয়তে, আগৰবাৰ মন্ত্ৰিত্ব গ্ৰহণ কৰি যি তিতা ব্যৱহাৰ পাইছিলো আৰু যেনেকৈ সন্দেহভাজন হৈছিলো তাক মনত পৰি মোৰ চিত্ত প্ৰতি মুহূৰ্ত্তে মন্ত্ৰিত্বৰ বিৰোধী হৈ পৰিল। ইয়াৰ লগতে, নিজৰ শাৰীৰিক অসুস্থতাৰ কথা ভাবিও মই নিজে সম্পূৰ্ণৰূপে মন্ত্ৰীপদ গ্ৰহণ নকৰিবলৈ মোৰ মন সংকল্পিত হৈ আছিল। আনপিনে দেশৰ পৰিস্থিতিত কি কৰা যায় ?"[২৪]

কিন্তু 'দেশ বুলি ক'লে আদেশ নালাগে'। নিজৰ দুৰ্বলতা চিনি, জানি আৰু আনকি প্ৰকাশ কৰিও সেই দুৰ্বলতাক প্ৰশ্ৰয় নিদি, আৰু তাক কৰ্মপথৰ নিৰ্দ্দেশদাতা

নকৰিবলৈ বৰদলৈ যেন দৃঢ় প্ৰতিজ্ঞ। সত্যাগ্ৰহী তেওঁ ; জেইলত থাকোঁতে গান্ধীভাষ্য গীতাৰ যোগেদি তেওঁ পাইছিল অহিংসবাদৰ শিক্ষা আৰু সত্যাগ্ৰহী এজনৰ পথ। সত্য, প্ৰেম আৰু অহিংসাত প্ৰতিষ্ঠিত কৰ্মপথেই হ'ল সত্যাগ্ৰহ আৰু যিজনে সত্য আৰু অহিংসাৰ পথেদি নিজক গঢ়িবলৈ বিচাৰে তেওঁৱেই সত্যাগ্ৰহী। ঈশ্বৰ বিশ্বাস আৰু সত্যানুসন্ধানৰ মাজেদিয়েই জাগতিক পৰিবেশৰ বিচাৰ কৰি বৰদলৈয়ে তেওঁৰ কৰ্মপন্থা বাছি উলিয়ালে। এইবাৰ কাৰো নিৰ্দ্দেশলৈ বাট নাচালে। কাৰো অনুমতি নিবিচাৰিলে। মাথোন পূৰ্বতে পোৱা গান্ধীজীৰ বাণীকেই শিৰত তুলি ল'লে ঃ "প্ৰকৃততে শেহত যি কৰ্ত্তব্য পন্থা তোমাৰ মানত শুদ্ধ বুলি বিবেচিত হ'ব, তুমি তাকেহে গ্ৰহণ কৰা উচিত ... এয়েই হৈছে সত্যাগ্ৰহ, এয়েই হৈছে নেতৃত্ব।" বৰদলৈয়ে পণ কৰিলে তেওঁ ৰণ দিব, সত্যাগ্ৰহীৰ ৰণ।

অহিংস ৰণ এখনৰ ধৰণনো কেনেকুৱা বা সত্য-শক্তি ব্যৱহাৰ কৰিবলৈ গান্ধীজীয়ে দেখুৱাই দিয়া চৰ্ত্তবোৰনো কেনেধৰণৰ ? সবিনয় অৱজ্ঞা হৈছে অহিংস ৰণ এখনৰ শেষ পৰ্য্যায়হে, প্ৰথম পৰ্য্যায় নহয়। নিৰপেক্ষ সাক্ষ্য প্ৰমাণেৰে সাব্যস্ত কৰিব পৰা আচল অভিযোগ থাকিলে আৰু সেই অভিযোগৰ সমাধান ভূক্তভোগী সকলে একান্তভাৱে বিচাৰিলে, প্ৰতিদ্বন্দ্বীৰ বিপক্ষে সবিনয় অৱজ্ঞাৰ পোনপটীয়া যুদ্ধখন ঘোষণা কৰা হয়। কিন্তু তাৰ আগতে সেই প্ৰতিদ্বন্দ্বীক যুক্তিৰে মান্তি কৰাবলৈ চেষ্টা কৰিব লাগিব। প্ৰাৰ্থনা, অনশন আদি উপায়েৰে ব্যক্তিগত স্বাৰ্থ সম্পূৰ্ণভাৱে বহিষ্কাৰ কৰিব লাগিব। ৰণক্ষেত্ৰত বিক্ষোভকাৰী সকল স্বাৱলম্বী হ'ব লাগিব আৰু যাতনা ভুগিবলৈ সাজু থাকিব লাগিব। দাবীবোৰ যিমান পাৰি কম পৰিমাণৰ হ'ব লাগিব। হিংসা বা উগ্ৰতা একেবাৰে বিসৰ্জন দিব লাগিব।

কিন্তু যুদ্ধ, অৰাজকতা আৰু সত্যাগ্ৰহ আন্দোলনে জন্মোৱা অসুবিধা বশতঃ ৰণ-প্ৰস্তুতিৰ কাৰণে বিধানসভা বহাৰে পৰা বৰদলৈৰ এপষেক মান লাগিল। যি ১৮ জন মান কংগ্ৰেছী সদস্য জেইলৰ বাহিৰত আছিল তেওঁলোকে ঠিক সময়ত শ্বিলং পাবহি নোৱাৰিলে। তথাপি বৰদলৈ বহি নাথাকিল। নিজৰ দল গঠনত তেওঁৰ প্ৰথম কৃতকাৰ্য্যতা হ'ল আহোম সম্প্ৰদায়ৰ সুযোগ্য প্ৰতিনিধি সুৰেন্দ্ৰ নাথ বুঢ়াগোহাইক তেওঁৰ পক্ষলৈ অনাত। তাৰ পাছত আহিল আলি হাইদৰ খানৰ সহৃদয়তা। তাৰ পাছৰ কৃতকাৰ্য্যতা হ'ল ১২ মাৰ্চত বহা কংগ্ৰেছ সদস্য সকলৰ (বৰদলৈকে ধৰি হয়তো ১৯ জন) সভাত গৃহীত হোৱা কৰ্ম পদ্ধতি। মাৰ্চ মাহৰ প্ৰথম পষেকৰ বিৱৰণ বৰদলৈৰ নিজা ভাষাৰেই দিব পাৰি ঃ

"..... কেইদিনমানৰ ভিতৰত আমাৰ বন্ধুৰ সংখ্যা কেইজনমানলৈ বাঢ়িল। শ্ৰীমান সুৰেন বুঢ়াগোহাইৰ মোৰ লগত সাক্ষাৎ হ'ল আৰু আহোম সকলক

সুকীয়া minority বুলি গণ্য কৰিবলৈ লোৱা প্ৰস্তাৱটোক লৈ কথা হ'ল। মোৰ মনৰ ভাৱ বুজাই ক'লো। মোৰ তেওঁলোকক minority য়ে পোৱা স্বত্ববিলাক দিবলৈ এধানো আপত্তি নহ'ল, কিন্তু বেলেগ সম্প্ৰদায় বুলি মানিব নোৱাৰোঁ বুলি ক'লো, কিয়নো, কোন মানুহেনো নিজৰ গাৰ মঙহ এখণ্ড স্বইচ্ছাই কাটি নিবলৈ দিব ? মই - বিশেষকৈ আমাৰ বন্ধুসকল জেইলত আবদ্ধ থকাৰ কাৰণে আৰু আন সম্প্ৰদায়ৰ লোককো নোসোধাকৈ এই প্ৰস্তাৱৰ পক্ষপাতী হ'ব নোৱাৰোঁ বুলি ক'লো। আচৰিত পালো বুঢ়াগোহাইয়ে মোৰ প্ৰস্তাৱটো যুক্তি-যুক্ত যেন ভাবিলে। সেইদিনাই বুঢ়াগোহাইক আমাৰ দেশৰ সমস্যাকেইটা, যেনে মাটি নীতি, ৰাজনৈতিক বন্দীৰ খালাচ, খাদ্যনীতি পৰিবৰ্ত্তন, লোকেল ব'ৰ্ড শাসনাৱলীৰ বেমেজালি ইত্যাদি সম্বন্ধে ঠিক কৰিবৰ কাৰণে নতুন মন্ত্ৰীসভা গঠনৰ কথা ক'লো। তেওঁ সেইটো ভাল বুলি ক'লে। ..... ১০/১২ তাৰিখৰ ভিতৰত আমাৰ opposition ৰ সংখ্যা কি হ'ব বুজা গ'ল। ইয়াৰ ভিতৰত ৰোহিনী চৌধুৰীয়েও সাদ্‌উল্লা চাহাবক দেখা কৰিলে হেনো। উত্তৰ একো ফলৱতী নহ'ল। ইতিমধ্যে আলি হাইদাৰ খাঁন চাহাব আহি পালে। তেওঁ দুয়ো পক্ষকে মিলাই দিয়াৰ চেষ্টা আৰম্ভ কৰিলে। আমাৰ সমস্যাবিলাক লৈ, ইয়াৰ ভিতৰতে ১২/৩ তাৰিখে আমাৰ party-meeting হ'ল। সভ্য মাথোন ১৮/১৯ জনমানহে আছিল। তাত আমি কি পদ্ধতি লৈ কাম কৰা উচিত, সেই সম্বন্ধে আলোচনা হ'ল। তাত তিনিটা নীতি আলোচিত হ'ল আৰু তাৰ ভিতৰত মন্ত্ৰীসভা গঠন সমৰ্থন কৰা মত সকলোৱে দিলে। কংগ্ৰেছ-লীগ মন্ত্ৰীমণ্ডলীৰ পক্ষেও ১৫ জন মানকৈ মত দিলে।"[২৫]

সমৰলৈ সাজু হ'বৰ কাৰণে এই সকলো কাম শেষ কৰি বৰদলৈয়ে যিখন চিঠি ১৪ মাৰ্চ তাৰিখে গান্ধীজীলৈ লিখি তেওঁৰ ডেকা সহকৰ্মী মহেন্দ্ৰ মোহন চৌধুৰীৰ হাতত পঠিয়ালে তাত তেওঁৰ সেই সময়লৈকে কৰা সকলো চিন্তা কৰ্ম নিয়াৰিকৈ বৰ্ণোৱা হৈছে। চিঠিখন অসমীয়ালৈ অনুবাদ কৰিলে এনে হয় ঃ

"পৰম প্ৰিয় বাপুজী, ১৪/৩/১৯৪৫

অসমৰ ৰাজনৈতিক পৰিস্থিতি সম্পৰ্কে আপোনাৰ লগত হোৱা ৰেমাৰ শেষৰটো সাক্ষাতত (১২ ফেব্ৰুৱাৰী'৪৫) সংসদীয় কাৰ্য্যৰ ক্ষেত্ৰত আপোনাৰ পৰা পৰামৰ্শ বিচাৰোঁতে আপুনি কৈছিল - 'প্ৰকৃততে শেহত যি কৰ্ত্তব্য পন্থা তোমাৰ মানত শুদ্ধ বুলি বিবেচিত হ'ব তুমি তাকেহে গ্ৰহণ কৰা উচিত, তেহেলৈ সমগ্ৰ বিশ্বও যদি তোমাৰ বিপক্ষে থিয় হয়। এয়েই হৈছে

সত্যাগ্রহ, এয়েই হৈছে নেতৃত্ব।' মোৰ এই চিঠিৰ উদ্দেশ্য হৈছে মই ইতিমধ্যে লৈ থোৱা সিদ্ধান্ত এটিত আপোনাৰ অনুমোদন বিচৰা আৰু সেইবাবেই (চিঠি আৰু পত্ৰবাহকৰ) ৩০০০ মাইলৰ এই যাত্ৰা। মোৰ সিদ্ধান্ত কাৰ্য্যত পৰিণত হ'বনে নহয় নাজানো। কিন্তু ফলাফল যিয়েই নহওঁক লাগিলে এই কাৰ্য্যপন্থাৰ বাহিৰে অন্য কোনো বিকল্প মই নাপালো। মন্ত্ৰীসভাৰ কেইগৰাকীমান সদস্যৰ অসৎ কামে যি বিস্তৃতি লভিছে সি পৰ্য্যাপ্ত বৰ্ণনাৰো অতীত। বঙ্গৰ মুছলমান পমুৱা আৰু থলুৱা লোকৰ সুবিধাৰ হকে বুলি বাহিৰত জাহিৰ হোৱা মাটি পট্টন নীতিয়ে কাৰ্য্য ক্ষেত্ৰত ভৈয়ামৰ সৰল জনজাতি, তপছিল ভুক্ত লোক আৰু অন্যান্য হিন্দুকে ধৰি সকলো থলুৱা লোকক সম্পূৰ্ণভাৱে প্ৰতাৰণা কৰিছে। চৰকাৰী জাননী মতে, যুগ-যুগান্তৰ ধৰি বসতি কৰি অহা থলুৱা এই জনজাতিৰ লোকসকলে ভৈয়ামত মাটি নাপাব ; সংস্থাপন আৰু বিস্তাৰৰ কাৰণে তেওঁলোক দাঁতিকাষৰীয়া পৰ্বতীয়া অঞ্চললৈ যাব লাগিব। স্থানীয় লোকৰ মাজত যাৰ ৫ বিঘা বা ততোধিক মাটি আছে তেওঁ আনকি অৰ্থনৈতিক উৎকৰ্ষৰ কাৰণতো মাটি নাপাব, কিন্তু ভূমিহীন বুলি চিনাকি দিয়া মুছলমান পমুৱা এজনে ৩০ বিঘালৈকে মাটিৰ পট্টন পাব। চৰকাৰী জাননী মতে বেদখলকাৰীৰ পৰা চৰণীয়া পথাৰবোৰ মুক্ত নকৰি সেইবোৰ এতিয়া এৰি দিয়া হৈছে পমুৱাৰ অবাধ দখলৰ উদ্দেশ্যে। এনে হোৱাত মিলিটেৰীয়ে দখল কৰা ঠাইৰ যিবোৰ থলুৱা মানুহে উপায়বিহীন হৈ এই পথাৰ সমূহত বসতি কৰিবলৈ লৈছিল (চৰকাৰী জাননীৰ মতে এই লোকসকলে ছমাহ কাল তাত বসতি কৰিবলৈ অধিকাৰ পাইছিল) তেওঁলোকক এতিয়া উচ্ছেদ কৰা হৈছে বঙ্গৰ পৰা অহা মুছলমান পমুৱালৈ ঠাই উলিয়াবৰ কাৰণে। সংঘৰ্ষ আৰু ৰক্তপাতৰ মাধ্যমেৰে স্থানীয় লোক বা স্থানীয় গৰখীয়াক এইবোৰ ঠাইৰ পৰা আঁতৰাই পঠিওৱাৰ ঘটনা দৈনন্দিন বাৰম্বাৰ ঘটিব লাগিছে। য'তেই চৰকাৰী বিষয়াই এনে অপৰাধীক আইনৰ বান্ধোনলৈ আনিব খোজে, তালৈকে ততালিকে ঢাপলি মেলে ৰাজহ মন্ত্ৰী মৌলবী মুনাৱাৰ আলি আৰু নিখিল ভাৰত মুছলিম লীগ কাউন্সিলৰো সদস্য মৌলবী আব্দুল মতিন চৌধুৰী। অপৰাধীৰ বিপক্ষে কোনো মোকৰ্দ্দমা নুতুলিবলৈ এওঁলোকে চৰকাৰী বিষয়াক ভাবুকি দিয়ে। অসম মুছলিম লীগৰ সভাপতি মৌলানা আব্দুল হামিদ খান নামৰ এজনকে ধৰি পমুৱা এম.এল.এ. সকলে পতঙ্গৰ জাকৰ দৰে পমুৱাক পিছে পিছে লৈ এই চৰণীয়া অঞ্চলসমূহত ঘূৰি ফুৰে। শুনামতে এওঁলোকে প্ৰচুৰ ধনৰ

বিনিময়ত পমুৱা সকলক চৰণীয়া পথাৰ আৰু অন্য পতিত মাটিত বহি ল'বলৈ উদগায় ; - সেই মাটিৰ আচল অধিকাৰ যাৰেই নহওঁক লাগিলে। এই মন্ত্ৰী দুজনে সৃষ্টি কৰা অৰাজক অৱস্থা সমগ্ৰ চৰকাৰখনে উপায় বিহীন হৈ মাথোন চাই থাকে। প্ৰদেশ খনৰ চৌপাশৰ লোকৰ পৰা মোলৈ আৰ্তনাদ আহিব লাগিছে - তেওঁলোকক ৰক্ষা কৰিব লাগে।

এই দুৰ্দশাগ্ৰস্ত সকলক বচাবলৈ দুটা পথ আছে - প্ৰথমটো হ'ল সংযুক্ত মন্ত্ৰীসভা এখন গঠন কৰি চৰকাৰৰ ওপৰত প্ৰভাৱ পেলোৱা আৰু দ্বিতীয়টো হ'ল সমগ্ৰ ৰাজ্যখনকেই যুদ্ধ দিবলৈ সংগঠিত কৰা। অকল মাথোন কংগ্ৰেছী লোকসকলেই হয়তো এই দ্বিতীয়টো সমাধা কৰিলে হয়, কিন্তু আপুনি জানে এই কংগ্ৰেছী লোক সকলৰ ওপৰত থকা নিষেধাজ্ঞা বোৰে এই দ্বিতীয় পথটো কম বেছি পৰিমাণে কেনেকৈ অসম্ভৱ কৰি পেলাইছে। আকৌ এই পথ ল'লে আমাৰ সকলো কৰ্ম ক্ষমতাহে যে এই কামে শুহি নিব এনে নহয়, হয়তো আমি ক্ৰমান্বয়ে এনে মনোবৃত্তি ল'মগৈ যি অহিংস নীতিৰ পৰা বহু নিলগত ৰ'বগৈ। গতিকে আমাৰ হাতত মাথোন আনটো উপায়হে আছে ঃ বিধানসভাৰ মাধ্যমেদি, আৱশ্যক বুজি কংগ্ৰেছ-যুক্ত বা কংগ্ৰেছ বিহীন নতুন মন্ত্ৰীসভা এখন গঠন কৰি কিবা কৰিব পাৰিনে চোৱাটো। ই হয়তো আপোনাৰ দৃষ্টিগোচৰ হৈছেই যে জনজাতি আৰু তপছিলভুক্ত সম্প্ৰদায়ৰ লোক সকলৰ ৯৩ ধাৰাত বিশ্বাস নাই। কেইজনমান কংগ্ৰেছী লোকৰ বাদে অন্যৰো ইয়াত বিশ্বাস নাই। গতিকে এখন বিকল্প চৰকাৰৰ সম্ভাৱনা নথকা অনাস্থা প্ৰস্তাৱ এটা কৃতকাৰ্য্য হোৱাৰ কোনো আশা নাই। এনেবোৰ কাৰণত তিনিটা পৃথক কোণৰ পৰা আমি পৰিস্থিতিটো অধ্যয়ন কৰিবলৈ বাধ্য হৈছো ঃ

১। কংগ্ৰেছ-সমৰ্থিত এখন নৱনিৰ্মিত মন্ত্ৰীসভা, যি নিম্নোক্ত ব্যৱস্থা সমূহ গ্ৰহণ কৰিব ঃ

ক) ৰাজনৈতিক বন্দীক মুক্তি দি, সভা-সমিতি আদি পতাৰ ওপৰত থকা নিষেধাজ্ঞা উঠাই লৈ নাগৰিক স্বতন্ত্ৰতা পুনৰ প্ৰৱৰ্ত্তন কৰা ;

খ) স্থানীয় ভূমিহীন লোকৰ দাবী পুৰণৰ প্ৰতি দৃষ্টি ৰাখি মাটি পট্টন নীতিৰ যথাবিহিত সংশোধন কৰা আৰু,

গ) দুৰ্নীতি নিবাৰণলৈ লক্ষ্য ৰাখি খাদ্য বস্ত্ৰ নিয়ন্ত্ৰণ আৰু বিতৰণ নীতিৰ সংশোধন কৰা। ইউৰোপীয় দলৰ নেতাই কোৱাৰ দৰে চৰকাৰৰ লগত সংযোগ থকা প্ৰতিজনেই দুৰ্নীতিৰ অংশীদাৰ ;

ঘ) যুদ্ধাৱস্থাই চপোৱা আনবোৰ দিশত সাহায্য আগবঢ়োৱা।

এই সন্দৰ্ভত মই এই কথা উল্লেখ কৰা আৱশ্যকীয় যে মাটি পট্টন বিষয়টোক লৈ জনসাধাৰণৰ অনুভূতি সবাতোকৈ উদ্বিগ্ন। সকলো শ্ৰেণীৰ লোকে এই কথা অনুভৱ কৰিবলৈ লৈছে যে নিজৰ মাটি ভেটিয়েই যদি হেৰুৱাব লগা হয় আৰু বিদেশী ভাষা আৰু সংস্কৃতিকেই যদি গ্ৰহণ কৰিব লগা হয়, তেনেহলে স্বাধীনতাৰেই বা অৰ্থ ক'ত থাকিব।

২) দ্বিতীয় ব্যৱস্থাটো হ'ল উক্ত চৰ্ত্ত সাপেক্ষে ছাৰ সাদ্‌উল্লাৰ নায়কত্বতেই কংগ্ৰেছী লোকেও মন্ত্ৰীসভাত যোগ দিয়াটো। ইয়াৰ দ্বাৰা মন্ত্ৰীসভাৰ পৰা বৰ্ত্তমানে দেখা দিয়া সকলো অপকৰ্ম্মৰ মূল মুছলিম লীগৰ প্ৰভাৱ দূৰ হ'ব।

৩) তৃতীয়তে কংগ্ৰেছী লোকে কংগ্ৰেছৰ নায়কত্বতেই (সংযুক্ত) চৰকাৰ গঠন কৰা। কংগ্ৰেছ বিধায়িনী দলৰ সভা এখনত উপস্থিত ১৮ জন সদস্যৰ ভিতৰত ১৬ জনেই উক্ত যিকোনো উপায়েৰে চৰকাৰ সলনি কৰাৰ পক্ষত আছিল। দুজনে উক্ত দুই আৰু তিনি নম্বৰ ব্যৱস্থাৰ প্ৰতি অপ্ৰস্তুত হ'ল, যিহেতু মই আৰম্ভণীতেই কৈছিলো যে মোৰ ব্যক্তিগত বিশ্বাস মতে মই দুই আৰু তিনি নম্বৰৰ ব্যৱস্থাত সন্মত নহওঁ। অৱশ্যে মই সৰ্বশেষত ইয়াকো কৈছিলো যে মোৰ ব্যক্তিগত বিশ্বাস যিয়েই নহওঁক লাগিলে গণতান্ত্ৰিক নেতা হিচাপেহে মই কাম কৰিম। সেই অনুসাৰে মই থিৰাং কৰিলো যে মই পোনপ্ৰথমে এক নম্বৰৰ ব্যৱস্থা গ্ৰহণ কৰিবলৈ চেষ্টা কৰিম আৰু তাত সফল নহলেহে দ্বিতীয় ব্যৱস্থাৰ ওচৰ চাপিম। তৃতীয় ব্যৱস্থাৰ কথা তেতিয়াহে ভাবিম যেতিয়া প্ৰথম বা দ্বিতীয়ৰ কোনো আশা নাথাকিব। তৃতীয় ব্যৱস্থাৰ ক্ষেত্ৰত মোৰ ব্যক্তিগত আপত্তি আছে। মোৰ মানসিকতা আৰু হয়তো মোৰ স্বাস্থ্যও এই ব্যৱস্থাৰ পৰা বহু নিলগত - ঠিক উত্তৰ মেৰু আৰু দক্ষিণ মেৰুৰ মাজৰ পাৰ্থক্যৰ দৰে। এই বিষয়ে মই বিস্তাৰিতভাৱে একো ব্যক্ত কৰিব নোখোজো, আপোনাক মাথোন ইমানকে কওঁ যে মই বৰ্তমান অন্য উপায় নোহোৱাতহে এজন বিধায়ক হিচাপে চলিছোঁ আৰু পুনৰ এজন মন্ত্ৰী নহ'বলৈ মই যৎপৰোনাস্তি চেষ্টা কৰিম — যদিহে অৱশ্য মোৰ প্ৰদেশখনৰ নিৰাপত্তাৰ ক্ষেত্ৰত ই বাধা নজন্মায়।

ৰাজ্যখনৰ আনবোৰ বিপৰ্য্যয়ৰ বিষয়ে শ্ৰীচৌধুৰীয়ে হয়তো ক'ব। মই এই কাৰ্য্যপন্থাত এই ভাবিহে উপনীত হলো যে ইয়াত

আপোনাৰ অনুমোদন থাকিব। মোৰ আশা আৰু প্ৰাৰ্থনা যে সেয়া মই পাম।

আন্তৰিকতাৰে,

আপোনাৰ

গোপীনাথ বৰদলৈ।[২৬]

এই চিঠিখন মহেন্দ্ৰ মোহন চৌধুৰীৰ হাতত দি তেওঁক সেইদিনাই (১৪ মাৰ্চ) বাৰ্দ্ধালৈ পঠিয়াই বৰদলৈয়ে পাছদিনা পুনৰ শ্বিলঙলৈ ৰাওণা হয়। সেইদিনা বিধানসভাত মাটি পট্টন বিষয়ত 'কাট-ম'ছন' আছিল। সৌভাগ্যক্ৰমে বাটত গাড়ী বেয়া হোৱাতো বৰদলৈয়ে গুৰুত্বপূৰ্ণ সময় খিনিতেই বিধানসভাৰ সদন পালেগৈ। তেওঁ দেখিলে - বিপক্ষ দলৰ দিন ভালৰ ফালে আহিব ধৰিছে ; আন্ধাৰ অলপ অচৰপকৈ আঁতৰিবলৈ লৈছে। মুছলমান সদস্য আলি হাইদাৰ, আব্দুল মজিদ আৰু দেৱান আলি ৰাজাই কংগ্ৰেছৰ প্ৰস্তাৱৰ পক্ষে ভোট দিলে। কংগ্ৰেছ বিপক্ষী দল জিকিব নোৱাৰিলেও ৩৬ গৰাকী সদস্যই সেইফালে ভোট দিলে। খান বাহাদুৰ মাহমুদ আলিয়ে পক্ষ নোলোৱাকৈ থকাটো বৰদলৈ পক্ষকে সহায় কৰা যেন হ'ল। ভোটত পৰাজিত হৈয়ো বৰদলৈৰ অন্তঃত আনন্দ জাগিল এই কাৰণেই যে সুৰেন্দ্ৰ নাথ বুঢ়াগোহাইৰ পক্ষৰ তিনিজন সদস্যই, আৰু জনজাতিৰ প্ৰতিনিধি মাৰাক (গাৰো পাহাৰ) আৰু খৰচিং টেৰণেও (মিকিৰ পাহাৰ) কংগ্ৰেছৰ পক্ষে ভোট দিলে। এইখন আছিল বাজেট অধিবেশন। গতিকে দুদিনৰ পাছত, ১৭ মাৰ্চ তাৰিখে, আকৌ তেনে 'কাট-ম'ছন'ৰ সময়ত চৰকাৰ আৰু বিপক্ষী দলৰ মাজত শক্তিৰ ফেৰ মৰাৰ সুবিধা ওলাল। বৰদলৈয়ে তেওঁৰ পক্ষৰ শক্তি বঢ়াৰ পৰিচয় পালে। আনকি, সেইদিনাই চৰকাৰৰ বিৰুদ্ধে তোলা অনাস্থা প্ৰস্তাৱ এটাত পক্ষ আৰু বিপক্ষই সমানেই (৩৯-৩৯) সমৰ্থন পালে। অধ্যক্ষ বসন্ত কুমাৰ দাসে সুদৃষ্টান্ত দেখুৱাই নিজৰ মতৰ বলেৰে চৰকাৰক হৰুৱাবলৈ ইচ্ছা নকৰাতহে সাদ্‌উল্লা চৰকাৰ ক্ষমতাত বৰ্তি থাকিল। কিন্তু সাদ্‌উল্লাৰ বুজিবলৈ বাকী নাথাকিল যে তেওঁৰ বিপদ আসন্ন। ক্ষমতাত থাকিবলৈ হ'লে বৰদলৈৰ লগত আপোচৰ বাহিৰে তেওঁৰ আন উপায় নাই। সংসদীয় ৰাজনীতি ভাল নাপালেও তাত বৰদলৈৰ দক্ষতা আছিল প্ৰচুৰ। তেওঁ নজনাকৈ নাছিল যে তেওঁৰ সাময়িক সংখ্যা গৰিষ্ঠতা কুটনীতি বা দুৰ্নীতিৰ পাকচক্ৰত নিমিষতে খহি পৰিবও পাৰে। সেই কাৰণে - আৰু বিশেষকৈ বহু কংগ্ৰেছী সদস্য তেতিয়াও কাৰাগাৰত বন্দী হৈ থকাত তেৱোঁ আকৌ শক্তিৰ ফেৰ মাৰিবলৈ নগৈ, বুজা-পৰাৰ মাজেদি চৰকাৰক মান্তি কৰোৱাৰ সুযোগটো এৰি নিদিলে। ইয়াতকৈ অধিক তেওঁ বিচৰাও নাছিল।[২৭]

## ৪। সত্যযুদ্ধৰ ফলাফল ঃ ত্ৰিপাক্ষিক চুক্তি

সংযুক্ত মুছলিম দলৰ নেতা আৰু আগৰ বৰদলৈ মন্ত্ৰীসভাৰ সদস্য আলি হাইদাৰ খানৰ যত্নত ১৭ মাৰ্চ তাৰিখেই, আৰু খানৰ উপস্থিতিতেই, বৰদলৈ, জাতীয়তাবাদী দলৰ নেতা ৰোহিনী কুমাৰ চৌধুৰী আৰু সাদ্‌উল্লাৰ মাজত বুজা-পৰাৰ আলোচনা আৰম্ভ হয়। বিষয় সেই একেকেইটাই ঃ ৰাজনৈতিক বন্দীৰ খালাচ ; মাটি পট্টন নীতি ; লোকেল ব'ৰ্ডৰ নিৰ্বাচন ; খাদ্যনীতি আৰু প্ৰশাসনীয় দুৰ্নীতি। পাছদিনা বৰদলৈ আৰু চৌধুৰীৰ লগত আলোচনা কৰি সিদ্ধান্তলৈ আহিবলৈ সাদ্‌উল্লাক তেওঁৰ দলে পূৰ্ণ ক্ষমতা দিলে। ২২ মাৰ্চৰ পুৱা বেলালৈকে মূল আলোচনা চলি থাকিল। আলোচনাৰ লক্ষ্য আছিল ১৮ মাৰ্চ তাৰিখে বৰদলৈ আৰু চৌধুৰীয়ে দিয়া পাঁচটা প্ৰস্তাৱৰ আধাৰত কংগ্ৰেছ সমৰ্থিত নতুন মন্ত্ৰীসভা এখন সাদ্‌উল্লাৰেই নায়কত্বত গঠন কৰা।[২৮]

আলোচনাৰ অন্তত ২২ মাৰ্চ তাৰিখে যিখন চুক্তিত তিনিওজনে চহী দিলে সেইখন হ'ল এই ঃ

সৰ্বশ্ৰী গোপীনাথ বৰদলৈ আৰু ৰোহিনী কুমাৰ চৌধুৰীৰ লগত তেওঁলোকে ১৮ মাৰ্চ (১৯৪৫) তাৰিখে লিখিতভাৱে জনোৱা কথাকেইটাৰ আৰু অসমৰ মুখ্যমন্ত্ৰী মাননীয় ছাৰ সাদ্‌উল্লাৰ ১৯ মাৰ্চ তাৰিখে দিয়া উত্তৰৰ আধাৰত হোৱা আলোচনাৰ অন্তত নিম্নোক্ত কথাকেইটাত একমত হোৱা হয়।

**১।· নাগৰিক স্বাধীনতা সম্বন্ধে প্ৰস্তাৱ**

ক) ১৯৪৫ চনৰ এপ্ৰিল মাহৰ ভিতৰতে তিনিভাগৰ দুভাগ ৰাজনৈতিক জামিন বন্দীৰ খালাচ হ'ব লাগে। সকলো বিধায়ক আৰু প্ৰখ্যাত কংগ্ৰেছী লোকক অনতি পলমে মুক্তি দিব লাগে। বাকী আনবোৰ ৰাজনৈতিক বন্দীকো সোনকালে মুক্তি দিব লাগে ; অন্ততঃ ১৯৪৫ চনৰ জুন মাহতকৈ পলম নহয় যেন।

খ) ঘোৰ অপৰাধত জড়িত নথকা অন্য সকলো অপৰাধী সাব্যস্ত হোৱা ৰাজনৈতিক বন্দীৰো মুক্তি হ'ব লাগে।

গ) ৰাজহুৱা সভা, সন্মিলন, শোভাযাত্ৰা আদিৰ ক্ষেত্ৰত থকা নিষেধাজ্ঞা অনতি বিলম্বে উঠাই ল'ব লাগে। মাত্ৰ সংৰক্ষিত এলেকা আৰু লক্ষীমপুৰ জিলাৰ সদৰ মহকুমাতহে এই নিষেধাজ্ঞা থাকিব পাৰে। কিন্তু এই নিষেধাজ্ঞা ডিব্ৰুগড় চহৰ, দক্ষিণপাৰৰ খোৱাং এলেকা আৰু উত্তৰ পাৰৰ চিচি ধেমাজী মৌজাত থাকিব নালাগে। কিন্তু নিৰ্বাচন সম্পৰ্কীয় বিষয়ত কোনো ঠাইতেই সন্মিলন আৰু শোভাযাত্ৰাৰ নিষেধাজ্ঞা থাকিব নালাগিব।

ঘ) যদি প্ৰদেশখনৰ কোনো ঠাইত কংগ্ৰেছ কমিটিৰ প্ৰতি নিষেধাজ্ঞা জাৰি হৈছে, সি উঠি যোৱা উচিত।

**২। অধিপ্ৰাপ্তি আৰু যোগান**

জনসাধাৰণলৈ প্ৰয়োজনীয় সামগ্ৰী যোগান ধৰিবৰ কাৰণে আৰু দুৰ্নীতি নিবাৰণৰ কাৰণে চৰকাৰে এই বিষয়ত চলি থকা নীতিৰ পুনঃ পৰীক্ষা কৰিব আৰু ৰাইজৰ সহায় আৰু সহযোগিতাৰ প্ৰতি মন দিব।

**৩। মাটি পট্টন**

চৰকাৰৰ ১৫ জানুৱাৰী (১৯৪৫) তাৰিখৰ মাটি পট্টন নীতি নিম্নোক্তভাৱে পৰিবৰ্ত্তন হ'ব ঃ

ক) ৮ নম্বৰ অনুচ্ছেদটো এইটোৰে সলনি হ'ব লাগে ঃ আমাৰ কৃষক শ্ৰেণীৰ জীৱন নিৰ্বাহৰ মানৰ উন্নতিৰ কাৰণে চৰকাৰে প্ৰণালীবদ্ধ ভূমি পট্টন এলেকাত পাঁচজনীযা বা তাতকৈ সৰু পৰিয়ালৰ দৰ্খাস্তকাৰীক অন্ততঃ ২০ বিঘাকৈ মাটি দিব।

খ) আগৰ ব্যৱস্থাৰ ৩ নম্বৰ আৰু ১৫ নম্বৰ অনুচ্ছেদৰ লগত এই কথা যোগ দিব লাগিব যে নতুনকৈ বহা সম্প্ৰদায়ৰ নতুন এলেকাৰ লগতে আগৰে পৰা থকা জনজাতি বসতি স্থলসমূহ বৰ্ত্তি থাকিব।

গ) আগৰ ব্যৱস্থাৰ ১৫ নম্বৰ অনুচ্ছেদৰ শেষৰ শাৰীটো উঠাই লোৱা হ'ব (এই শাৰীটোত থকা কথাখিনি হ'ল ঃ বৰ্তমানে বহলভাৱে বুজোৱা জনজাতি এলেকা সমূহত থকা ওপৰঞ্চি মাটিখিনি পৰিকল্পিত মাটি পট্টন আঁচনিত ভুক্ত কৰা হ'ব)।

ঘ) আগৰ ১৮ (গ) অনুচ্ছেদটো নিম্নোক্তভাৱে পুনৰ লিখিত হ'ব ঃ "উক্ত (ক) আৰু (খ) সাপেক্ষে নিৰ্দ্ধাৰিত গ্ৰেজিং এলেকাসমূহ আগৰভাৱেই থাকিব আৰু সেইবোৰ অঞ্চলক অতীত, বৰ্তমান আৰু ভৱিষ্যতৰ অনধিকাৰ প্ৰৱেশকাৰীৰ কবলৰ পৰা মুকলি কৰি ৰাখিবলৈ জিলাসমূহৰ উপায়ুক্ত সকলক নিৰ্দ্দেশ দিয়া হ'ব। কিন্তু অনধিকাৰ প্ৰৱেশকাৰী উচ্ছেদ সম্পৰ্কত উদ্ভৱ হ'ব পৰা কোনো কোনো বিশেষ দুৰ্দশাৰ সমস্যা চৰকাৰৰ শেষ সিদ্ধান্তৰ কাৰণে পঠোৱা হ'ব"।

ঙ) ইয়াৰ দ্বাৰা সংশোধিত হোৱা চৰকাৰৰ নীতি সুচাৰুৰূপে কাৰ্য্যত পৰিণত কৰিবৰ অৰ্থে ৰাজহ বিভাগৰ বিষয়াৰ নিযুক্তিত কংগ্ৰেছ দলৰ নেতা আৰু সংযুক্ত জাতীয়তাবাদী দলৰ সমৰ্থন বিচাৰিব লাগিব।

**৪। লোকেল ব'ৰ্ড সমষ্টিৰ আসন**

নৱনিৰ্মিত মন্ত্ৰীসভাখনে প্ৰয়োজন হ'লে, আৰু বিশেষকৈ বৰ্তমানৰ ব্যাপক সমালোচনাৰ পৰিপেক্ষিতত, আসন পুনঃ বিতৰণৰ বিষয়টো আকৌ বিচাৰ কৰিব পাৰিব।

**৫। মন্ত্রীসভাৰ পুনঃ গঠন**

ক) বৰ্তমানৰ মন্ত্রীসভাই ২৩ মাৰ্চ (১৯৪৫) তাৰিখে ইস্তফা দিব, ছাৰ চৈয়দ মোহাম্মদ সাদ্‌উল্লাই এখন নতুন মন্ত্রীসভা গঠন কৰিব, আৰু সেই মন্ত্রীসভাৰ সদস্যই সদনত ২৪ মাৰ্চ (১৯৪৫) তাৰিখেই আসন ল'ব পাৰিব - সভা স্থগিত হোৱাৰ আগে আগে।

খ) মন্ত্রীসভাখন এনেধৰণে পুনঃগঠন কৰা হ'ব ঃ

১। মুখ্যমন্ত্রীকে ধৰি পাঁচজন মুছলমান মন্ত্রী বাছিব ছাৰ মোহাম্মদ সাদ্‌উল্লাৰ দলে।

২। পাঁচজন অ-মুছলমান বাছিব বিপক্ষ দলে এনেকৈ ঃ তিনিজন বৰ্ণ হিন্দু, এজন জনজাতীয়, এজন তপছিলভুক্ত।

জনজাতীয় সদস্যজনৰ বাছনিৰ ক্ষেত্ৰত সেই গোটটোৰ ৰায় ৰজিব। তপছিলভুক্ত সদস্যজনক সেই সম্প্ৰদায়ৰ পৰা বিপক্ষ দলে বাছি উলিয়াব।

৩। যদি মন্ত্রীসভাৰ সদস্যৰ সংখ্যা ১১ জন কৰা হয়, তেনেহ'লে পৰ্ব্বতীয়া অঞ্চলৰ জনজাতি আৰু ভাৰতীয় খ্ৰীষ্টানক প্ৰতিনিধিত্ব কৰিবৰ কাৰণে সেই লোকসকলে এজনক বাছি দিব।

ছৈয়দ মোহাম্মদ সাদ্‌উল্লা

শ্বিলং ৰোহিনী কুমাৰ চৌধুৰী

২২/৩/৪৫ গোপীনাথ বৰদলৈ[২৯]

নতুন মন্ত্রীসভা গঠনৰ আলোচনা হৈ থাকোতে সাদ্‌উল্লাই তেওঁৰ দলৰ সংখ্যা ইতিমধ্যে বঢ়াৰ উমান পাই, বৰদলৈৰ ভাষাত, অলপ "হেহোঁ-নেহোঁ" কৰিছিল যদিও ২২ তাৰিখৰ দিনাই নৱ কুমাৰ দত্তই মন্ত্রীপদ ইস্তফা দি বৰদলৈক ক'লে ঃ "আপোনালোকে নিজে মন্ত্রীসভা গঠন কৰাত সুবিধা হওঁক বুলিয়েই মোৰ বাব ইস্তফা দিলো।" বিপক্ষ দলৰ কাৰণে অনাস্থা প্ৰস্তাৱৰো সুযোগ এনেকৈ ওলোৱাত চুক্তি মতে আগবঢ়াৰ বাহিৰে সাদ্‌উল্লাৰ অন্য উপায় নাছিল। সেয়ে ২৩ মাৰ্চ তাৰিখে দুপৰীয়া সাদ্‌উল্লাই মন্ত্রীপদ ত্যাগ কৰি অহা আৰু ৰাজ্যপালে নতুন মন্ত্রীসভা গঠন নোহোৱা পৰ্য্যন্ত কাৰ্য্যভাৰ বজাই ৰাখিবলৈ কোৱাৰ কথা ক'লে। পাছদিনা শপত গ্ৰহণ হোৱাৰো খবৰ জনালে।[৩০]

ইতিমধ্যে ৱাৰ্দ্ধাৰ পৰা গান্ধীজীৰ চিঠি আৰু সংবাদ লৈ মহেন্দ্ৰ মোহন চৌধুৰীও উভতি আহিল। উপদেশ নিদিয়ে বুলি গান্ধীজীয়ে যি কথাষাৰ বৰদলৈলৈ লিখিলে সিয়েই বৰদলৈৰ কাৰণে অত্যন্ত শক্তিদায়ক হৈ পৰিল। গান্ধীজীয়ে লিখিছিল

ঃ “তুমি অসম-পৰিস্থিতিৰ সম্পৰ্কত মোৰ উপদেশ বিচাৰিছা। মই উপদেশ দিব নোৱাৰো। তুমি নেতা, গতিকে নেতৃত্বসুলভ কাম কৰি যোৱা।” ২৪ মাৰ্চ (১৯৪৫) তাৰিখৰ নাগপুৰৰ ‘হিতবাদ’ কাকতখনে আৰু ২৪ মাৰ্চ তাৰিখে ‘অমৃত বাজাৰ পত্ৰিকা’ই প্ৰকাশ কৰা বাতৰি এটাৰ মতে গান্ধীজীয়ে বৰদলৈৰ চিঠিৰ উত্তৰত নিম্নোক্ত কথাখিনিও লিখিছিল ঃ

> “যিটো সবাতোকৈ উত্তম দেখা তাকে কৰা, তাৰ বাবে যিহকেই কৰিবলগীয়া নহওঁক লাগিলে। দুৰ্নীতিক মষিমুৰ কৰা। পৰিস্থিতি সাপেক্ষে যিটো বিকল্প সবাতোকৈ উত্তম তাকে গ্ৰহণ কৰা। মই জানো সমস্যা বহুত ওলাব, কিন্তু সমস্যাৰ মাজেদিয়েই আমি বাট কাটি যাব লাগিব।”[৩১]

গান্ধীজীৰ কথাই বৰদলৈক বিশেষ অনুপ্ৰেৰণা দিলে ; কাৰণ এইবোৰ কাম তেওঁ মাথোন নিজৰ দায়িত্বতেই কৰি গৈছিল। প্ৰাদেশিক কংগ্ৰেছ বা কেন্দ্ৰীয় কংগ্ৰেছৰ লগত সেই বিষয়ে কোনো মীমাংসা হোৱা নাছিল। অৱশ্যে কংগ্ৰেছকে লৈ বিভিন্ন দলৰ বিধায়কৰ মাজত তেওঁৰ জনপ্ৰিয়তা দিনে দিনে বাঢ়ি গৈছিল। ইয়াৰ প্ৰত্যক্ষ চিহ্ন হ’ল তেওঁৰ নায়কত্বত ২২ মাৰ্চ তাৰিখে গঢ়ি উঠা ‘কংগ্ৰেছ-সংযুক্ত আৰু নিৰ্দলীয় মুছলিম দল’টো।[৩২] কংগ্ৰেছ, জাতীয়তাবাদী, নিৰ্দলীয় মুছলিম, জনজাতি, তপছিলভুক্ত আদি বিভিন্ন গোষ্ঠীৰ এই মিলিত দলৰ সংসদীয় সমিতিখনত কংগ্ৰেছ বিধায়িনী দলৰ দলপতি আৰু উপদলপতিৰ উপৰিও দেবেশ্বৰ শৰ্মা, ফখৰুদ্দিন আলি আহমেদ আৰু আলি হাইদাৰ খান আছিল। সম্পাদক হ’ল দক্ষিণা ৰঞ্জন গুপ্তচৌধুৰী। ২৩ মাৰ্চৰ প্ৰথম সভাখনত উপস্থিত থকা সভ্যসকল হ’ল ঃ ১। ৰায় চাহেব ডি চি গোঁহাই, ২। যাদৱ প্ৰসাদ চলিহা, ৩। দক্ষিণা ৰঞ্জন গুপ্তচৌধুৰী, ৪। লক্ষেশ্বৰ বৰুৱা, ৫। কেদাৰমল ব্ৰাহ্মিণ, ৬। বেলিৰাম দাস, ৭। কামিনী কুমাৰ সেন, ৮। ললিত মোহন কৰ, ৯। শিৱেন্দ্ৰ চন্দ্ৰ বিশ্বাস, ১০। হৰেন্দ্ৰ নাৰায়ণ চৌধুৰী, ১১। অৰুণ কুমাৰ চন্দ, ১২। নীৰেন্দ্ৰ নাথ দেৱ, ১৩। বিপিন চন্দ্ৰ মেধি, ১৪। কামেশ্বৰ দাস, ১৫। পুৰন্দৰ শৰ্মা, ১৬। মহাদেৱ শৰ্মা, ১৭। ৰাজেন্দ্ৰ নাথ বৰুৱা, ১৮। ঘনকান্ত গগৈ, ১৯। কৰুণাসিন্ধু ৰয়, ২০। মহীচন্দ্ৰ বৰা, ২১। সনৎ কুমাৰ অহিৰ, ২২। ঘনশ্যাম দাস, ২৩। যোগেন্দ্ৰ নাথ, ২৪। পৰমানন্দ দাস, ২৫। বিপিন বিহাৰী দাস, ২৬। অক্ষয় কুমাৰ দাস, ২৭। বলৰাম চৰকাৰ, ২৮। কালাচান্দ ৰয়, ২৯। গোপীনাথ বৰদলৈ, ৩০। ৰবীন্দ্ৰ নাথ আদিত্য, ৩১। সুৰেন্দ্ৰ নাথ বুঢ়াগোঁহাই, ৩২। ৰবিচন্দ্ৰ কছাৰী, ৩৩। কৰ্ক দলৈ মিৰি, ৩৪। ধীৰসিং দেউৰী, ৩৫। ৰোহিনী কুমাৰ চৌধুৰী, ৩৬। বৈদ্যনাথ মুখাৰ্জী, ৩৭। ৰামনাথ দাস, ৩৮। খৰচিং টেৰণ, ৩৯। সৰ্বেশ্বৰ বৰুৱা, ৪০। ৰূপনাথ ব্ৰহ্ম, ৪১। আলি হাইদাৰ খান, ৪২। দেৱান আলি ৰাজা চৌধুৰী, ৪৩। আব্দুল আজিজ, ৪৪। খান বাহাদুৰ মাহমুদ আলি,

৪৫। অজিত নাৰায়ণ দেৱ, ৪৬। ভৈৰৱ চন্দ্ৰ দাস, ৪৭। যোগেন্দ্ৰ নাথ মণ্ডল, আৰু ৪৮। সিদ্ধিনাথ শৰ্মা।

এই সভাত ৰূপনাথ ব্ৰহ্মক নতুন মন্ত্ৰীসভাত জনজাতিক প্ৰতিনিধিত্ব কৰিবৰ কাৰণে নিৰ্বাচন কৰা হ'ল। বৰ্ণ হিন্দু আৰু তপছিলভুক্ত সকলৰ প্ৰতিনিধি নিযুক্তিৰ ভাৰ দলৰ সংসদীয় সমিতিৰ ওপৰত আৰোপ কৰা হ'ল। পাছদিনা ২৪ মাৰ্চ তাৰিখে এই দলে পাঁচজন মন্ত্ৰী নতুন মন্ত্ৰীসভালৈ আগবঢ়ালে আৰু পুৰাবেলা আটাইকেইজনে দলৰ সংসদীয় সমিতিৰ আগত দলৰ নীতি-নিয়ম মানি চলিব বুলি প্ৰতিশ্ৰুতি দিলে। বৰদলৈয়ে তেওঁলোকক ক'লে যে কংগ্ৰেছৰ মূল নীতিৰ (যেনে হিন্দু মুছলমানৰ মাজত সম্প্ৰীতি, সম্প্ৰদায় আদিৰ স্বাৰ্থ ৰক্ষা, শাসনৰ পৰা দুৰ্নীতি আঁতৰোৱা) প্ৰতি যেন তেওঁলোকে ধ্যান ৰাখে। বৰদলৈৰ দলে নিৰ্বাচন কৰা মন্ত্ৰীকেইজন হ'ল ঃ সুৰেন্দ্ৰনাথ বুঢ়াগোহাঁই, শ্ৰীহট্টৰ অক্ষয় কুমাৰ দাস, ৰোহিনী কুমাৰ চৌধুৰী, শ্ৰীহট্টৰেই বৈদ্যনাথ মুখাৰ্জী আৰু ৰূপনাথ ব্ৰহ্ম। সাদ্উল্লাই আগৰ পাঁচোজন মুছলিম লীগ মন্ত্ৰীকেই নতুন মন্ত্ৰীসভাত ৰাখিলে যদিও ৰাজহ আৰু অৰ্থ এই গুৰুত্বপূৰ্ণ বিভাগ দুটা সিবিলাকৰ পৰাই আঁতৰাই বৰদলৈৰ দলৰ ক্ৰমে চৌধুৰী আৰু মুখাৰ্জীৰ হাতত অৰ্পণ কৰিবলগীয়া হয়।[৩৩] ২৪ মাৰ্চ তাৰিখে পুৰা ১০ বজাত ৰাজ্যপালৰ সন্মুখত যেতিয়া সাদ্উল্লাৰ পঞ্চম আৰু শেষ মন্ত্ৰীসভাখনে শপত গ্ৰহণ কৰে, তেতিয়া সেই ঘটনাই সংসদীয় ৰাজনীতিত বৰদলৈৰ দক্ষতা আৰু বিচক্ষণতা সাব্যস্ত কৰাৰ উপৰিও অসমৰ ইতিহাসত থৈ গ'ল অহিংস ৰণ এখনৰ অন্ততঃ তেতিয়ালৈকে দেখা দিয়া সফল পৰিসমাপ্তি।

বৰদলৈ নিজেও এনে পৰিসমাপ্তিত সুখী হৈছিল। তেওঁৰ যেন ভয়াবহ যাতনাৰ ওৰ পৰিল। ২৫ মাৰ্চৰ (১৯৪৫) দিনাই বিধান সদনৰ পৰা ঘূৰি তেওঁ গান্ধীজীলৈ যি চিঠি লিখিলে সেই বিষয়ে নিজৰ দিনলেখাতো লিখি থলে এনেকৈ ঃ

> "প্ৰকৃততে যি বিষাদত আছিলো সেইটো অনেক পৰিমাণে কমি যোৱা যেন লাগিল। মোৰ মনত পৰি আছে কেনেকৈ ভগৱানৰ পৰা প্ৰত্যেক মুহূৰ্ত্ততে সহায় বিচাৰিছিলো আৰু সময়ত কেনেকৈ তেওঁৰ বিচাৰ অন্যায় বুলি ভ্ৰম হৈছিল। কিন্তু যেতিয়া মোৰ ধ্ৰুৱ বিশ্বাস হ'ল তেওঁ মোক ঠিক কাঠৰ পুতলাৰ দৰে টানি লৈ ফুৰাইছিল আৰু কি ধৰণেৰে প্ৰশ্নবিলাকৰ সম্বন্ধে বিচাৰ মনলৈ আনি দিছিল। গান্ধীজীলৈ মোৰ মনৰ ভাৱ জনালো আৰু লিখিলো বাহিৰৰ জগতে যিহকে ভাৱক মই ঈশ্বৰৰ কাম বুলি আত্মাত সন্তুষ্ট আছো।[৩৪] গান্ধীজীলৈ লিখা চিঠিখনত (২৫ মাৰ্চ ১৯৪৫) তেওঁ গান্ধীজীক ক'লে ঃ "লিপিবদ্ধ হোৱা কথাবোৰেদি চালে সাদ্উল্লাৰ লগত আমাৰ এই চুক্তি কোনো নিকৃষ্ট কৃতিত্ব নহয়। যদি সংযুক্ত মন্ত্ৰীসভাই আন্তৰিকতাৰে

চুক্তিখন কাৰ্য্যকৰী কৰিবলৈ লয় তেনেহলে কংগ্ৰেছে চৰকাৰী কাৰ্য্যভাৰ নোলোৱাকৈও ৰাজ্যখনত বৰ্তমানে প্ৰৱৰ্ত্তিত অসন্তোষ, উত্তেজনা আৰু দুৰ্নীতি সম্পূৰ্ণ নিৰ্মূল নহলেও অন্ততঃ বেছ কিছু পৰিমাণে সেইবোৰৰ উপশম ঘটিব।"

চুক্তিমতে যদি চৰকাৰে কাম নকৰে তেনেহলে অহিংস যুদ্ধখন পোনপটীয়া সবিনয় অৱজ্ঞাৰ স্তৰলৈ আগুৱাই নিয়াৰ সম্পূৰ্ণ অধিকাৰ সত্যাগ্ৰহীৰ আছে। সেইপিনৰ পৰাও যে পৰিস্থিতি বেয়া নহয় তাকো বৰদলৈয়ে গান্ধীজীলৈ সেই একে চিঠিতে লিখিলে ঃ

"আমাৰ দলৰ শক্তি আজি সন্দেহাতীতভাৱে সংখ্যাগৰিষ্ঠ ; আৰু যদিহে সংযুক্ত মন্ত্ৰীসভাই সমৰ্থিত আঁচনি কাৰ্য্যকৰী নকৰে আৰু যদিহে আমাৰ মন্ত্ৰীসকল আৰু ছাৰ মোহাম্মদে বহিষ্কাৰ কৰা ব্যক্তিকেইজনৰে সৈতে আমাৰ দলৰ লোকসকল দৃঢ় সংকল্প হৈ থাকে, তেনেহলে কংগ্ৰেছৰ নেতৃত্বত এখন নতুন সংযুক্ত চৰকাৰ যিকোনো সময়তে নিৰ্মিত হ'ব পাৰে"।[৩৫]

এই চিঠিত কৃতকাৰ্য্যতাৰ বাতৰি পাই আনন্দিত হোৱা বুলি গান্ধীজীয়েও ৭ এপ্ৰিল (১৯৪৫) তাৰিখে বোম্বেৰ পৰা 'ভাই বৰদলৈ' লৈ হিন্দুস্তানীত লিখিলে আৰু তেওঁৰ আশীৰ্বাদ পঠিয়ালে।[৩৬]

## ৫। ত্ৰিপাক্ষিক চুক্তিৰ পৰ্য্যালোচনা

এই কথাত দ্বিমত হ'বলৈ কঠিন যে গান্ধী আদৰ্শ আৰু বৰদলৈ চিন্তা কৰ্মৰে বিচাৰ কৰিলে ১৯৪৫ চনৰ মাৰ্চ মাহৰ সাদ্‌উল্লা-চৌধুৰী-বৰদলৈ চুক্তিখনৰ সৃষ্টি আছিল এখন অহিংস ৰণৰ পৰিশেষ হিচাপে পক্ষ-বিপক্ষৰ বাদ-বিবাদ, দাবী প্ৰতিদাবীৰ আধাৰত গঢ়ি উঠা সংশ্লেষৰ প্ৰতীক। মুছলিম লীগে সংযুক্ত চতুৰ্থ সাদ্‌উল্লা চৰকাৰৰ মাটি পট্টন সম্পৰ্কে ১৯৪৪ চনৰ ২৪ আগষ্ট আৰু ১৯৪৫ চনৰ ১৫ জানুৱাৰীৰ ঘোষণাই অসমীয়া জাতীয় জীৱনলৈ যি আতঙ্ক আনিছিল তাক উচ্চ চৰকাৰী বিষয়া এছ.পি. দেশাইৰতো কথাই নাই আনকি সাদ্‌উল্লাই নিজেও বৰ্ণাই গৈছে। এই সময়টো অসমীয়াৰ কাৰণে যমকালৰ সময় আছিল। গতিকে সেই সময়ত এটা বিশেষ পৰিস্থিতিয়ে অসমত বিৰাজ কৰিছিল বুলিলে অতিৰঞ্জিত কৰাটো নহ'বই বৰঞ্চ অসমীয়াৰ অভাৱনীয় বিপদটোক বাৰুকৈয়ে লঘু কৰাহে হ'ব। এই চুক্তিৰ জৰিয়তে বৰদলৈয়ে তেওঁ দেখা প্ৰদেশখনৰ তেতিয়াৰ আটাইকেইটা প্ৰধান সমস্যাৰ ক্ষেত্ৰত (১৫ জানুৱাৰী ১৯৪৫ তাৰিখৰ মাটি পট্টন সম্পৰ্কীয় ঘোষণা, খাদ্য যোগান অধিপ্ৰাপ্তিৰ

সমস্যা, ৰাজনৈতিক বন্দীৰ মুক্তি আৰু নাগৰিক স্বাধীনতা, লোকেল ব'ৰ্ডৰ আসন বিতৰণ) তেওঁ বিচৰা ধৰণেই সাদ্উল্লাৰ পৰা প্ৰতিশ্ৰুতি পালে। বিনিময়ত সাদ্উল্লাই পালে কংগ্ৰেছৰ সমৰ্থনেৰে তেওঁৰ নতুন মন্ত্ৰীসভা এখন আৰু সংসদীয় ৰাজনীতিৰ মাধ্যমেৰে চৰকাৰ এখন চলাই নিয়াৰ কাৰণে প্ৰয়োজন হোৱা প্ৰাৰম্ভিক সুবিধাখিনি (প্ৰকৃততে চুক্তিখনৰ পঞ্চম দফামতে সাদউল্লাই পোৱা প্ৰতি সহায়ৰ ক্ষেত্ৰতো বৰদলৈৰ দলৰেই জয় আছিল, কাৰণ বৰদলৈৰ ফালৰ মন্ত্ৰীসকলে এতিয়া প্ৰয়োজন বিশেষে ভিতৰৰ পৰাও সাদ্উল্লা চৰকাৰৰ কাৰ্য্যৰ ৰোধক বা নিৰীক্ষক হিচাপে থিয় দিব পৰাৰ সুবিধাৰ উপৰিও ৰাজহ আৰু অৰ্থৰ দৰে দুটা প্ৰধান বিভাগ পালে)।

সংসদীয় গণতান্ত্ৰিক দেশ এখনৰ সংকটময় সময়ত. বা আন ধৰণে হৈ পৰা অচল অৱস্থাত, সৰ্বদলীয় মন্ত্ৰীসভা এখন গঠন হোৱাটো আজিৰ গণতন্ত্ৰৰ অগ্ৰগতিৰ দিনত যিমান সহজে মনলৈ আহে, আজিৰ পৰা ষাঠি বছৰৰ আগতে তেনেকৈ নাহিছিল। যদিও অৱশ্যে যুদ্ধকালীন বৃটেইনে ভাৰতীয়ক সেই আৰ্হি সেই সময়টোত দেখুৱাইছিল, তথাপি আমাৰ দেশলৈ ৰাজনৈতিক গণতন্ত্ৰও সম্পূৰ্ণকৈ তেতিয়াও অহা নাছিল আৰু ইংৰাজেও ভাৰতীয়ৰ মাজত একতা অনাতকৈ ভাৰতীয়ক বিভিন্ন উপায়েৰে বিভক্তত ৰখাতহে নিমগ্ন আছিল। সেই গতিকেই ১৯৪৫ চনৰ অসমৰ সৰ্বদলীয় মন্ত্ৰীসভা ভাৰতীয় গণতান্ত্ৰিক ৰাজনীতিৰ অগ্ৰগতিত যে এক নতুন আৰু বলিষ্ঠ পদক্ষেপ আছিল তাত সন্দেহ থাকিব নোৱাৰে। সেই সময়ৰ ভাৰতীয় ৰাজনীতিৰ বাতাবৰণৰ পৰিপ্ৰেক্ষিততো এই মন্ত্ৰীসভাৰ আগমন অন্য কেইবাটাও দিশৰ পৰা তাৎপৰ্য্যপূৰ্ণ। যি সময়ত মুছলিম লীগ দেশ-বিভাজন কৰাত ব্যস্ত আছিল আৰু সেই লৈ সমগ্ৰ ভাৰততেই লীগ বিৰোধী তীব্ৰ মনোভাৱ এটাই বিস্তাৰ লভিছিল সেই সময়ত বৰদলৈ আৰু তেওঁৰ সহযোগী সকলে অসমত মুছলমান-অমুছলমান আৰু লীগ-কংগ্ৰেছৰ মাজত সহযোগিতাৰ উপায় উলিওৱাৰ প্ৰয়াস কৰিছিল।

অৱশ্যে সৰ্বভাৰতীয় পৰিস্থিতি অন্য এটা দিশত অসাধাৰণ নোহোৱা হ'লে - মানে সৰ্বভাৰতীয় কংগ্ৰেছী নেতাসকল আৰু বিশেষকৈ কংগ্ৰেছৰ সংসদীয় উপসমিতিৰ সদস্য সকল কাৰাৰুদ্ধ হৈ নথকা হলে বৰদলৈৰ এই অভিনৱ পদক্ষেপ সম্ভৱ হলহেঁতেননে নাই তাক খাটাংকৈ ক'ব নোৱাৰি, কাৰণ আগৰবাৰ তেনে ধৰণৰ প্ৰচেষ্টাত তৈয়বউল্লাই আজাদলৈ লিখা লিখি কৰি প্ৰতিবন্ধক ৰূপে থিয় দিছিল। কিন্তু ইতিহাসত কি ঘটিল সিহে আমাৰ আলোচ্য বিষয় ; 'হেঁতেন'টো নহয়। গান্ধী আদৰ্শ, গণতান্ত্ৰিক উপলব্ধি আৰু ব্যক্তিতকৈ বিষয়ক গুৰুত্ব দিয়া লক্ষণটো বৰদলৈৰ স্বভাৱজাত। উৰ্দ্ধতম কংগ্ৰেছ কৰ্তৃপক্ষৰ অনুমোদন আৰু ঘৰুৱা কংগ্ৰেছ সংগঠনৰ

প্রতিবন্ধনৰ পৰা প্ৰথমবাৰ মুক্ত হৈ আৰু এই স্বভাৱজাত উপাদান সমূহৰ মাধ্যমেৰে স্বকীয় চিন্তাৰ বলত কেনে নেতৃত্ব দিব পৰাৰ ক্ষমতা বৰদলৈৰ আছিল তাকে তেওঁ ত্ৰিপাক্ষিক চুক্তিৰ সৃষ্টিৰে দেখুৱাই গ'ল। ৰাইজৰ প্ৰতিনিধি হৈ দেশৰ সংকটময় সময়ত পৰিস্থিতিলৈ পিঠি দি পলৰীয়া হ'বলৈ যোৱাত বৰদলৈ নাই।

সাদ্‌উল্লাৰ অৱশ্যে নিজা চৰিত্ৰগত মতলব আছিল এনে এখন চুক্তি গ্ৰহণ কৰাত। সাদ্‌উল্লা অত্যন্ত ক্ষমতা প্ৰেমী ব্যক্তি আছিল আৰু অসমখনক মুছলমান প্ৰধান ৰাজ্য কৰাত বাদে আদৰ্শ বা নীতিৰ প্ৰতি তেওঁৰ কোনো আকৰ্ষণ নাছিল। কিন্তু তেওঁ আছিল অত্যন্ত তীক্ষ্ণ বুদ্ধিৰ, অভিজ্ঞতাপূৰ্ণ, মিতাচাৰী, সংযত আৰু শান্ত প্ৰকৃতিৰ লোক। এইবিলাক গুণৰ বাবে আৰু অসমীয়া মুছলমান হোৱাৰ কাৰণে তেওঁ সাম্ৰাজ্যবাদী বৃটিছৰ অত্যন্ত উপযুক্ত আৰু অপৰিহাৰ্য্য ব্যক্তি হৈ পৰিছিল। বৃটিছে তেওঁক ভাল পাইছিল। বৃটিছ ব্যৱসায়ী স্বাৰ্থ অসমত বচাই ৰখাবলৈকো অকংগ্ৰেছী সাদ্‌উল্লাক বৃটিছৰ প্ৰয়োজন হৈছিল। সাদ্‌উল্লাৰো বৃটিছক প্ৰয়োজন হৈছিল সুকলমে ক্ষমতাত বৰ্তি থাকিবৰ অৰ্থে। এইটোও কৈ থব লাগিব যে সাদ্‌উল্লাৰ নিৰহংকাৰী, অমায়িক ব্যৱহাৰত অসমীয়াকে ধৰি বহু ভাৰতীয় চৰকাৰী বিষয়া-কৰ্ম্মচাৰী আৰু সামাজিক ব্যক্তি মুগ্ধ হৈছিল। ১৯৩৫ চনৰ ভাৰত আইনে কটকটীয়া সাম্প্ৰদায়িক আৰু গোষ্ঠীগত প্ৰতিনিধিত্ব ব্যৱস্থাৰে দিয়া সংবিধান আৰু ভাৰতৰ জাতীয় কংগ্ৰেছৰ ক্ষমতা নোলোৱাৰ অবুজ নীতিয়ে মিলি সাদ্‌উল্লাক, কোনো প্ৰতাপী দলৰ নেতা নোহোৱাকৈয়ে আৰু বিধানসভাতো স্থায়ী সংখ্যাগৰিষ্ঠতা নথকা সত্ত্বেও সততে ক্ষমতাত থাকিবলৈ সুবিধা দিলে। কিন্তু ১৯৪৫ চনৰ মাৰ্চ মাহত অভিজ্ঞ সাদ্‌উল্লাই বুজি উঠিল যে তেওঁৰ ক্ষমতাৰ দিন উকলি আহিছে। যুদ্ধ শেষ হ'বৰ হৈছে আৰু ভাৰত ৰক্ষা আইনে জেইললৈ পঠোৱা কংগ্ৰেছৰ বিধায়ক সকলো লাহে লাহে মুকলি হৈ বিধানসভালৈ আহিব আৰু তেওঁলোকেও যুদ্ধৰ সময়খিনিত দেখা দিয়া চৰকাৰৰ বিভিন্ন কাৰ্য্যৰ সমালোচনাৰে বিধানসভা অস্থিৰ কৰি তুলিব। সংযুক্ত মন্ত্ৰীসভাৰ কাৰণে অসম আগতে উপযুক্ত নাছিল কিন্তু এতিয়া বৰদলৈৰ জনজাতি সকলৰ লগত হোৱা ঘনিষ্ঠতাই আৰু দুয়োৰে উমৈহতীয়া উদ্দেশ্যলৈ চাই সাদ্‌উল্লাই তেওঁৰ ভৱিষ্যত সোণোৱালী নেদেখিলে। গতিকে বৰদলৈৰ লগত এটা চুক্তিয়ে হয়তো তেওঁক আৰু কিছু দিনলৈ চাউল খাবলৈ দিব, এয়েই হয়তো আছিল তেওঁ পোৱা সময়ৰ শিকনি।

ত্ৰিপাক্ষিক চুক্তিখনে সাদ্‌উল্লাক পুনৰ ক্ষমতাত ৰখাত সহায় কৰিলে হয়, কিন্তু যিহেতু কংগ্ৰেছৰ নিজা চৰকাৰ গঠন হোৱাৰ কোনো সুবিধা সেই সময়ত নাছিলেই (কংগ্ৰেছ বে-আইনী হৈ থকাৰ উপৰিও বহু কংগ্ৰেছ সদস্য তেতিয়াও জেইলত), গতিকে বৰদলৈৰ পৰা বুজা পৰাৰ সহাৰি নোপোৱা হলে ক্ষমতাত থাকিবৰ কাৰণে

সাদ্উল্লাই নিজৰ আন্তৰিক ইচ্ছাৰ বিপৰীতে গৈও হয়তো সম্পূৰ্ণভাৱে মুছলিম লীগৰ শৰণাপন্ন হল হয়। সেই গতিকে বিধানসভাৰ নিৰ্দলীয় বা স্বাধীন মুছলমান সদস্য কেইজনমানৰ একান্ত যত্নত, বিভিন্ন গোষ্ঠীৰ লগ লাগি আৰু কংগ্ৰেছক মন্ত্ৰীসভাত নুসুমুৱাকৈয়ে ত্ৰিপাক্ষিক চুক্তিখনেৰে বৰদলৈ আৰু তেওঁৰ সহযোগী সকলক লীগৰ প্ৰগতি ৰুদ্ধ কৰিবলৈ কৰা এই প্ৰচেষ্টাটো অসম ইতিহাসৰ এক গুৰুত্বপূৰ্ণ অধ্যায়।

ত্ৰিপাক্ষিক চুক্তিৰে অহা সৰ্বদলীয় মন্ত্ৰীসভাই আশানুৰূপ বা বৰদলৈয়ে ভবামতে, সকলো দিশতে তাৎক্ষণিক ব্যৱস্থা লব নোৱাৰিলে। বৰদলৈয়ে কোৱাৰ দৰে ত্ৰিপাক্ষিক চুক্তিখন এটি বিশেষ সময়ৰ বিশেষ ব্যৱস্থা আছিল। সেই কাৰণে তাৰ আধাৰত হোৱা কামখিনিৰ সাধনতো তৎপৰতা থাকিব লাগিব। সেই গতিকে চুক্তিত চহী কৰা সময়ৰে পৰা বৰদলৈয়ে নতুন চৰকাৰখনক চুক্তি মতে কাম কৰিবলৈ ঘনাই কৈ থাকিল। আনকি ১৯৪৫ চনৰ পহিলা এপ্ৰিল তাৰিখেই কংগ্ৰেছী নেতৃবৃন্দৰ বহু লোকক়ে খালাচ নোহোৱাত তেওঁ চৰকাৰৰ ওপৰত চুক্তি ভঙাৰ দোষ আৰোপ কৰিছিল। নিম্নোক্ত এঘাৰ গৰাকী বিশিষ্ট কংগ্ৰেছী লোকৰ খালাচ নোহোৱাত তেওঁ অতীষ্ঠ হৈছিল ঃ

(১) পূৰ্ণ চন্দ্ৰ শৰ্মা (তেজপুৰ জেইল), (২) (শ্ৰীমতী) পুষ্পলতা দাস (গুৱাহাটী জেইল), (৩) (শ্ৰীশ্ৰী) পীতাম্বৰ দেৱগোস্বামী (যোৰহাট জেইল), (৪) বিজয় চন্দ্ৰ ভাগৱতী (যোৰহাট জেইল), (৫) ৰবীন্দ্ৰ নাথ কাকতি (যোৰহাট জেইল), (৬) সৰ্বেশ্বৰ বৰদলৈ (যোৰহাট জেইল), (৭) হৰিনাৰায়ণ বৰুৱা (গুৱাহাটী জেইল), (৮) মতিৰাম বৰা (তেজপুৰ জেইল), (৯) লীলাধৰ বৰা (গুলাহাটী জেইল), (১০) কামাখ্যা প্ৰসাদ ত্ৰিপাঠী (তেজপুৰ জেইল) আৰু (১১) গোলোক চন্দ্ৰ পাঠক (গুৱাহাটী জেইল)।[৩৭] বৰদলৈয়ে মন্ত্ৰী ৰোহিনী কুমাৰ চৌধুৰীলৈ লিখা এখন চিঠিত ইয়াকো কৈছিল যে বিধায়ক সকলৰ ওপৰত আৰোপ কৰা ৰাজনৈতিক সকলো বাধা আঁতৰোৱা হৈছে যদিও জিলাৰ উপায়ুক্ত সকললৈ সেই খবৰ দিয়া হোৱা নাই। আকৌ কোনো কোনো ঠাইত মেল-মিটিং কৰাৰ বাধা উঠাই লোৱা হোৱা নাই। খাদ্য অধিপ্ৰাপ্তি আৰু যোগানৰ ক্ষেত্ৰত যদি চুক্তি মতে নতুন কাৰ্য্য প্ৰণালী চৰকাৰে হাতত লয়, তেনেহলে বৰদলৈৰ চিন্তাত, কংগ্ৰেছ কমিটি সমূহ অনতি পলমে পুনৰজীৱিত কৰি তুলিব লাগিব। সেই কাৰণেই বৰদলৈয়ে ক'লে - তেওঁ যেন মুখ্য মন্ত্ৰীক লগ ধৰি ৰাজনৈতিক বন্দীৰ ওপৰত লাগি থকা সকলো নিষেধাজ্ঞা সোনকালতে আঁতৰাবলৈ যত্ন কৰে।[৩৮]

যিহেতু ওঠৰ জনৰ বাদে আন সকলো কংগ্ৰেছী বিধায়কৰ চুক্তিখনৰ সৃষ্টিৰ লগত পোনপটীয়া সম্বন্ধ নাছিল, আৰু বহু কংগ্ৰেছী লোকেও জেইলৰ ভিতৰৰ পৰা পৰিস্থিতিৰ ভূ পোৱা নাছিল, গতিকে চুক্তিখনক লৈ কংগ্ৰেছ মহলতো উৰাবাতৰি বা

অশুদ্ধ অনুমানে ঠাই পাইছিল। তেনে ভুল ভঙাতো বৰদলৈ লিপ্ত হ'ব লগাত পৰিছিল। ১৮ এপ্রিল (১৯৪৫) তাৰিখে বৰদলৈয়ে ফখৰুদ্দিন আলি আহমেদলৈ কিছু উৰাবাতৰিৰ সন্দৰ্ভত লিখিছিল যে লাইন প্ৰথাক লৈয়ে এই নতুন মন্ত্ৰীসভা গঠন কৰা হল বোলা কথাটো নিতান্ত ভুল, কাৰণ মাটি পট্টনৰ লগতে, ৰাজনৈতিক বন্দীৰ মুক্তি, অধিপ্ৰাপ্তি আৰু যোগান ব্যৱস্থাৰ পৰিবৰ্ত্তন, দুৰ্নীতি নিবাৰণ আদি কথাবিলাকহে প্ৰধান আছিল। চুক্তিখনৰ এজন প্ৰধান হোতা আছিল আলি হাইদৰ খান। তেওঁক সাদ্‌উল্লাই মন্ত্ৰী পতাৰ কথা আছিল কাৰণে বৰদলৈৰ ফালৰ বাছনিৰ পৰা তেওঁ বাদ গ'ল। পাছত সাদ্‌উল্লাই তেওঁক লব নোৱৰাত জমিয়া-উল-উলেমায়ো বৰদলৈক অলপ ভুল বুজিছিল - চুক্তিখনে জাতীয়তাবাদী মুছলমানক নেওচা দিয়া বুলি। বৰদলৈয়ে আলি আহমেদক কৈছিল ঃ "আমি মন্ত্ৰীসভা পুনৰ গঠনৰ ক্ষেত্ৰত ব্যক্তিতকৈও বিষয়ক শ্ৰেষ্ঠতা দিয়াৰ কাৰণেই বৰ্ত্তমানৰ সমালোচনা সম্ভৱ হৈছে। ....চুক্তিখন কংগ্ৰেছ আৰু মুছলিম লীগৰ মাজত হোৱা নাই ; হৈছে ছাৰ সাদ্‌উল্লাৰ চৰকাৰ আৰু কংগ্ৰেছকে লৈ বহু বিপক্ষী গোটৰ মাজত। এই কথা চুক্তিৰ দলিলখনে প্ৰাঞ্জলকৈ দেখুৱাব আৰু অসমৰ কংগ্ৰেছ দলক সমালোচনা কৰিবলৈ যাওঁতে এই সত্য চকুৰ আগত ৰখা উচিত। মোৰ চকুত এই চুক্তি আছিল এটা অসাধাৰণ পৰিস্থিতিৰ পৰিপ্ৰেক্ষিতত এটা অসাধাৰণ খোজ। ব্যক্তিগতভাৱে মই ভাবো যে এই সমস্ত কাৰ্য্যটোৱে হৈছে এটা অসাধাৰণ ব্যৱস্থা। মন্ত্ৰীসভা গঠন সম্পৰ্কত চুক্তিৰ কথাখিনি যিমানেই আচহুৱাভাবে লিখিত নহওক লাগিলে, এই বিষয়ত সমস্ত নথি-পত্ৰই স্পষ্টকৈ দেখুৱাব যে জাতীয়তাবাদী মুছলমান সকলৰ স্বাৰ্থ ইয়াৰ দ্বাৰা জলাঞ্জলি দিয়া হোৱা নাই আৰু তেওঁলোকৰ অৱস্থিতিকো বিপন্নময় কৰা হোৱা নাই।"[৩৯]

ত্ৰিপাক্ষিক চুক্তি অনতি পলমে সকলো দিশতে বলবৎ নোহোৱাত অতীষ্ঠ হ'লেও সেই সম্পৰ্কে ৰাজহুৱা বিবৃতি দিয়াৰ পৰা বৰদলৈ আদিতে বিৰত আছিল।[৪০] কিন্তু জুলাই মাহৰ মাজভাগৰে পৰা চুক্তিৰ বিফলতা সম্পৰ্কত তেওঁ পোনপটীয়াকৈ সাদ্‌উল্লাক দোষাৰোপ কৰিবলৈ ললে। সাদ্‌উল্লালৈ ১২ জুলাই তাৰিখে দিয়া চিঠি এখনত তেতিয়াও প্ৰায় সত্তৰ জন ৰাজনৈতিক বন্দীয়ে যাতনা ভোগ কৰি থাকিব লগীয়া হোৱাৰ কাৰণে, খাদ্য আৰু বস্ত্ৰ যোগানত দেখা দিয়া আসোঁৱাহৰ কাৰণে, মাটি পট্টন সংক্ৰান্তত আগৰ ১৫ জানুৱাৰী (১৯৪৫) ঘোষণা তেতিয়াও বলবৎ হৈ থকাৰ কাৰণে আৰু বিপক্ষী দলে বাছি দিয়া মন্ত্ৰীসকলৰ উপদেশ নমনাৰ কাৰণে বৰদলৈয়ে মুখ্যমন্ত্ৰীৰ ওপৰত দোষাৰোপ কৰে। বৰদলৈয়ে ক'লে ঃ "মোৰ কাৰণে ই সঁচাকৈয়ে অতি বেদনাদায়ক যে যি সময়ত (সৰ্বভাৰতীয়) নেতাসকলে দেশখনৰ একতাৰ কাৰণে যত্ন চলাই আছে, সেই সময়ত আমাৰ প্ৰদেশখনত আমি অনৈক্যৰ ছবি এখন ডাঙি ধৰিবলৈ ওলাইছো"।[৪১]

এই চিঠি সাদ্‌উল্লাই বৰলাট ৱাভেলে চিমলাত আয়োজন কৰা ৰাজনৈতিক সভাত অসমক প্ৰতিনিধিত্ব কৰিবলৈ গৈ ঘূৰি আহিহে পালে। তেওঁ পোৱাৰ আগতেই চিঠিখন সৰ্বভাৰতীয় বাতৰি কাকতত ওলাই যোৱাত তেওঁ ২ আগষ্ট তাৰিখে দিয়া চিঠিত বৰদলৈৰ দোষ ধৰিলে। সাদ্‌উল্লাই তেওঁৰ চিঠিখন এনেভাৱে আৰম্ভ কৰিছিল যেন তেওঁ বৰদলৈকহে এসেকা দিব। কিন্তু চুক্তি মতে হোৱা আচল কামৰ লগত ৰিজাই চালে সাদ্‌উল্লাৰ চিঠিৰ ধাৰ যেন মাথোন চিঠিৰ গাঠনিতহে আছিল আচল কাৰ্য্যত নহয়, তাৰ প্ৰমাণ ওলাই পৰে। খাদ্য-বস্ত্ৰৰ যোগান সম্পৰ্কীয় সমস্যাৰ কথা লৈ সাদ্‌উল্লাই ভাৰত চৰকাৰৰ পৰা অসমে পোৱা তাকৰ আনুপাতিক অংশকহে জগৰীয়া কৰিলে। দুৰ্নীতি সম্পৰ্কীয় তদন্ত কমিটি পতাৰ ক্ষেত্ৰতো তেওঁ ক'লে যে যদিও সেই বিষয়ে তেওঁ চিন্তা কৰি থৈছিলেই, মাজতে (মে' মাহত) নৰীয়াত পৰাত আৰু তাৰ পাছতেই চিমলালৈ যাবলগীয়া হোৱাত সেই কাম পিছ পৰি আছে। মাটি পট্টন সম্পৰ্কত তেওঁ ক'লে যে নতুন ঘোষণা ১৩ জুলাই তাৰিখে কৰা হৈছে। নাগৰিক স্বাধীনতাৰ ক্ষেত্ৰত কিন্তু বিশেষ যশস্যা দাবী কৰি তেওঁ ক'লে যে যদিও অসমখনেই যুদ্ধৰ একমাত্ৰ দাঁতি-কাষৰীয়া ঠাই আছিল, তথাপি তাতেই প্ৰথমে কংগ্ৰেছৰ ওপৰত নিষেধাজ্ঞা উঠাই লোৱা হয়। লগতে কংগ্ৰেছ বিধায়ক সকলৰ ওপৰত থকা নিষেধাজ্ঞাও বাতিল কৰা হৈছে। মেল-মিটিঙৰ ওপৰত থকা নিষেধাজ্ঞা আঁতৰিল। সন্ত্ৰাসবাদী কাৰ্য্যত লিপ্ত হৈ শাস্তি ভোগা বন্দীসকল, সুভাস বোসৰ অনুগামী বুলি চিনাকী দিয়া সকল আৰু নগাওঁৰ মহেন্দ্ৰ হাজৰিকাৰ 'মৃত্যু বাহিনী' গোটৰ অনুগামী সকলৰ বাহিৰে সকলোৰে চুক্তি মতে ক্ৰমে ক্ৰমে মুক্তি আজ্ঞা হৈছে বুলি সাদ্‌উল্লাই ভুলতে ফিতাহি মাৰি ক'লে যে ২২ মাৰ্চৰ চুক্তিখনত অকল কংগ্ৰেছ বিধায়ক সকলৰ ওপৰত থকা নিষেধাজ্ঞাৰ ওপৰতহে জোৰ দিয়া হৈছে। বৰদলৈয়ে তেওঁ চিঠিখনত পাঁচজন বিশিষ্ট লোকৰ (শ্ৰীহট্টৰ পূৰ্ণেন্দু সেনগুপ্ত, যোৰহাটৰ হৰিনাৰায়ণ বৰুৱা, শিৱসাগৰৰ প্ৰফুল্ল চন্দ্ৰ বৰুৱা আৰু ডিব্ৰুগড়ৰ চৰ্দাৰ বৈৰাম সিং আৰু দলবীৰ সিং) মুক্তিৰ কথা উত্থাপন কৰিছিল। সাদ্‌উল্লাই ক'লে যে প্ৰফুল্ল চন্দ্ৰ বৰুৱাৰ ক্ষেত্ৰত ১৪ জুন তাৰিখেই সকলো নিষেধাজ্ঞা উঠাই লোৱা হৈছে আৰু সেনগুপ্ত আৰু হৰিনাৰায়ণ বৰুৱাৰ মুক্তি বিষয়ক কথাটো বিচাৰাধীন হৈ আছে। কিন্তু ১৯৩৯ চনৰ ডিগবৈ ধৰ্মঘটৰ লগত আৰু ১৯৪২ চনৰ আগষ্ট বিপ্লৱৰ লগত জড়িত দলবীৰ সিং আৰু বৈৰাম সিং চুক্তিত নপৰে।[৪২] এই চিঠিৰ পাছত ১৪ আৰু ১৫ আগষ্ট তাৰিখে বৰদলৈৰ সভাপতিত্বত কংগ্ৰেছ সংযুক্ত আৰু নিৰ্দলীয় মুছলিম দলৰ সভাখন বিধানসভা সদনত বহে আৰু তাত দুয়ো দিনে ২৫ গৰাকী সদস্য উপস্থিত থাকে। ১৪ আগষ্ট তাৰিখে উপস্থিত থকা সকল হ'ল ঃ ১। মন্ত্ৰী ৰূপনাথ ব্ৰহ্ম, ২। ধীৰসিং দেউৰী, ৩। পূৰ্ণ চন্দ্ৰ শৰ্মা, ৪। বিপিন চন্দ্ৰ মেধি, ৫। কৰুণাসিন্ধু

ৰয়, ৬। হলধৰ ভূএগ্ৰা, ৭। মন্ত্ৰী ৰোহিনী কুমাৰ চৌধুৰী, ৮। মন্ত্ৰী বৈদ্যনাথ মুখাৰ্জী, ৯। মন্ত্ৰী বাবু অক্ষয় কুমাৰ দাস, ১০। ৰামনাথ দাস, ১১। বিষ্ণুৰাম মেধী, ১২। ৰাজা অজিত নাৰায়ণ দেব, ১৩। ফখৰুদ্দিন আলি আহমেদ, ১৪। ৰবিচন্দ্ৰ কছাৰী, ১৫। অমিয় কুমাৰ দাস, ১৬। মহীচন্দ্ৰ বৰা, ১৭। সৰ্বেশ্বৰ বৰুৱা, ১৮। বলৰাম চৰকাৰ, ১৯। দেৱেশ্বৰ শৰ্মা, ২০। ললিত মোহন কৰ, ২১। সিদ্ধিনাথ শৰ্মা, ২২। অৰুণ কুমাৰ চন্দ, ২৩। বেলিৰাম দাস, ২৪। ৰবীন্দ্ৰনাথ আদিত্য আৰু ২৫। গোপীনাথ বৰদলৈ। ১৫ তাৰিখৰ মেলত ৰবিচন্দ্ৰ কছাৰী আৰু ধীৰসিং দেউৰী অনুপস্থিত আছিল। তেওঁলোকৰ ঠাইত দক্ষিণা ৰঞ্জন গুপ্ত চৌধুৰী আৰু মাহমুদ আলি উপস্থিত আছিল। এই সভাদুখনত মন্ত্ৰীসভাই চুক্তি মতে কাম কৰা নকৰাৰ বিচাৰ হয়।

প্ৰথমদিনাৰ সভাত মন্ত্ৰী ৰোহিনী কুমাৰ চৌধুৰীয়ে ক'লে যে চুক্তি মতে মাটি পট্টন সম্পৰ্কীয় নতুন ঘোষণা ১২ জুলাই তাৰিখৰ বিশেষ গেজেটত প্ৰকাশ পাইছে। তেওঁ ক'লে যে সাদ্উল্লাই চিমলাৰ পৰা ঘূৰি আহি লীগৰ উচ্চতম নেতৃবৰ্গই বিচৰা দৰে কিছু সাল-সলনি আগবঢ়াইছে। সাদ্উল্লাই বিচৰা পৰিবৰ্ত্তন মতে, - যিসকল পমুৱাই ইতিমধ্যে দখল কৰা চৰণীয়া পথাৰৰ পৰা এবাৰ শস্য সামৰিছে, তেওঁলোকে ব্ৰহ্মপুত্ৰ উপত্যকালৈ যেতিয়াই নাহক লাগিলে মাটি পট্টন পাব লাগে, বা তেওঁলোকৰ গ্ৰেজিং পথাৰ দখলক আইন সংগত বুলি ধৰিব লাগে। এই বিষয়ত দলৰ মত হ'ল যে সাদ্উল্লাৰ এই পৰিবৰ্ত্তন চুক্তিখনৰ সেই পৰ্য্যায়ত মানি লোৱা নেযাব। দ্বিতীয় দিনাৰ সভাত বৰদলৈয়ে তেওঁৰ ফালৰ মন্ত্ৰীসকলক অধিপ্ৰাপ্তি আৰু যোগান ব্যৱস্থাৰ সম্পৰ্কে হোৱা কামৰ বতৰা দিবলৈ ক'লে। মন্ত্ৰী বৈদ্যনাথ মুখাৰ্জীয়ে ক'লে যে তেতিয়ালৈকে চুক্তি মতে কোনো কাম হোৱাই নাই। খাদ্য-বস্ত্ৰৰ যোগানৰ ক্ষেত্ৰত মাথোন অভিযোগৰ উপৰি অভিযোগহে আহিব লাগিছে। মন্ত্ৰী চৌধুৰীয়েও তাতে যোগ দি ক'লে যে সঁচাকৈ একোৱেই হোৱা নাই ; আৰু আনকি খাদ্য পৰিস্থিতি উন্নত হোৱালৈকে বেয়াৰ ফালেহে যাব লাগিছে। দলে এই বিষয়ত এই প্ৰস্তাৱ ল'লে যে যদি চৰকাৰে এইবোৰ সমস্যাৰ দূৰীকৰণৰ কাৰণে এখন তদন্ত কমিটি পাতি দিয়ে তেনেহলে দলে সহযোগ দিব। দলে আন এটা প্ৰস্তাৱৰ যোগে সুৰমা উপত্যকাৰ পৰা ধান-চাউলৰ ৰপ্তানিৰ ওপৰত থকা নিষেধাজ্ঞা অন্ততঃ তিনিমাহলৈ উঠাই লবলৈ চৰকাৰৰ ওচৰত দাবী কৰিলে। ৰাজনৈতিক বন্দীৰ ক্ষেত্ৰত সভাৰ বিচাৰ হ'ল এই যে, - চুক্তি মতে সকলো কাম কৰা হোৱা নাই। সভাই দলপতি বৰদলৈক এই বিষয়ে সাদ্উল্লালৈ লিখিবলৈ ক'লে আৰু ৰমজানৰ পাছতেই আৰু দুৰ্গা পূজাৰ আগে আগে বিধানসভাৰ অধিবেশন এখন আয়োজন কৰিবলৈ তেওঁক ক'বলৈ ক'লে।[৪৩]

সেইমতে ২১ আগষ্ট তাৰিখে বৰদলৈয়ে মুখ্যমন্ত্ৰী সাদ্উল্লালৈ তেওঁৰ চিঠিৰ

উত্তৰ দিলে। সেই চিঠি ২৩ আগষ্ট তাৰিখে 'হিন্দুস্থান ষ্টেণ্ডাৰ্ড' কাকততো প্ৰকাশ পালে।[৪৪] ৰাজনৈতিক বন্দীৰ ক্ষেত্ৰত বৰদলৈয়ে সাদ্‌উল্লাক মনত পেলাই দিলে যে চুক্তি মতে দুই তৃতীয়াংশ এনে বন্দীয়ে এপ্ৰিল মাহৰ ভিতৰতে মুক্তি পাব লাগিছিল আৰু বাকী সকল বন্দীও জুন মাহৰ ভিতৰতে খালাচ হোৱাৰ কথা আছিল। গতিকে তেতিয়ালৈকে তেনে তেৰজন ব্যক্তিক বন্দী কৰি ৰখাৰ কোনো মানে নহয়। বাকী বহুবোৰৰ ক্ষেত্ৰতো বৰদলৈৰ মানত কোনো ফৌজদাৰী মকৰ্দ্দমা চলিব নোৱাৰে, কাৰণ তেওঁলোকক ভাৰত ৰক্ষা অধিনিয়মৰ জোৰতহে আটক কৰি ৰখা হৈছে। কেইটিমান চুঙা চাই সোপা দিয়া বাক্যৰে বৰদলৈয়েও সাদ্‌উল্লাক হানিলে এনেকৈ :

> "যদি পুলিচে দিয়া হেঁচাৰ ফলত আপুনি চুক্তি মতে কাম কৰি এইসকলক মুক্তি দিব পৰা নাই বুলি কয় তেনেহলে মই আপোনাৰ পৰিস্থিতি বুজিম। কিন্তু চৰকাৰে চুক্তিমতে কৰিব পৰাখিনি সকলো কৰিলে বোলাত 'পুলিচ ৰাজ'ৰ লগত সহযোগ কৰাৰ দৰে হ'ল। এজন যশস্বী উকীল হোৱাৰ বাবদ মই ভাবিছিলো - আপুনি এনে কথা নক'ব যাক প্ৰমাণেৰে সাব্যস্ত কৰিব পৰা নাযায়। আৰু ৰাইজৰ নেতা হোৱাৰ বাবদ মই ভাবিছিলো আপুনি উৰা বাতৰিৰে ভৰা পুলিচ ৰিপৰ্টৰ মাধ্যমেদি মীমাংসালৈ নাহি নাগৰিক স্বাধীনতা ৰক্ষা কৰিবলৈ বিচাৰিব।"

যিহেতু সাদ্‌উল্লাই নিজে অপৰাধী বন্দীৰ ক্ষেত্ৰত একো কৰিব পৰা হোৱা নাই বুলিলে, গতিকে বৰদলৈয়ে ক'লে - সিয়েই প্ৰমাণ কৰে চুক্তি কাৰ্য্যকৰী নোহোৱাৰ কথা। বৰদলৈয়ে ক'লে জমিয়ত-উল-উলেমাৰ কেইবাগৰাকীও সভ্যক আৰু সুৰমা উপত্যকাৰ প্ৰায় সকলো ৰাজনৈতিক অপৰাধীকেই মাথোন শুভ যাত্ৰাত ভাগ লোৱাৰ কাৰণেই চাৰিবছৰ কাললৈকে কাৰাশাস্তি বিহা হৈছে।

চুক্তিখন বিধায়কৰ বাহিৰে অন্য ৰাজনীতিকৰ ক্ষেত্ৰত নাখাটে বুলি কৈও সাদ্‌উল্লাই বৰদলৈৰ হাতত যেন এপাত অস্ত্ৰহে দিলে ; কাৰণ ই নিতান্তই অশুদ্ধ। ইয়াৰ উপৰিও বনুৱা সংগঠনৰ লোকৰ ওপৰত চলি থকা নিষেধাজ্ঞা, খাদ্য-বস্ত্ৰ যোগান সম্পৰ্কীয় আঁসোৱাহবোৰ, সুৰমা উপত্যকাৰ কৃষকে শস্যৰ ৰপ্তানিৰ ক্ষেত্ৰত পোৱা বাধা-বিঘিনি, দুৰ্নীতি সংক্ৰান্তত তদন্ত কমিটি স্থাপন নোহোৱা আদিক লৈ বৰদলৈয়ে সাদ্‌উল্লাক চুক্তি নমনাৰ দোষত দুষিলে আৰু সুধিলে - পুলিচ ৰাজ গুচাই তেওঁ বিধানসভাত কোৱাৰ দৰে চুক্তিখনৰ আধাৰত নতুন যুগ বিস্তাৰ কৰিবলৈ জনপ্ৰিয় চৰকাৰৰ লক্ষণবোৰ কেতিয়া আহৰণ কৰিব।[৪৫]

মুঠৰ ওপৰত সাদ্‌উল্লাৰ কাৰণে চুক্তি মানি চলাটো বিপদ আছিল লীগৰ বিৰোধিতাৰ কাৰণে, আৰু বৰদলৈৰ দলৰ কাৰণেও চুক্তিৰ পৰা আঁতৰি অহাত অসুবিধা

আছিল বিশেষকৈ সুৰেন্দ্ৰ নাথ বুঢ়াগোঁহাইয়ে তেওঁৰ পূৰ্বৰ প্ৰতিশ্ৰুতি ভাঙি দলৰ পৰা আঁতৰি থকাৰ কাৰণে। ত্ৰিপাক্ষিক চুক্তিৰ মাটি পট্টনৰ ব্যৱস্থাত লীগৰ সৰ্বভাৰতীয় বৰমুৰীয়াকেইজনমান জ্বলিপকি উঠিল, বিশেষকৈ চৌধুৰী খালিকুজ জামান আৰু নৱাবজাদা লিয়াকত আলি খানে হেনো সাদ্‌উল্লাক ক'লে যে জিন্নাৰ লগত কথা নোহোৱাকৈ চুক্তিখন কাৰ্য্যকৰী নহ'ব। কিন্তু এনেবোৰ বেমেজালিয়ে দেখা দিলেও চুক্তিখন পূৰ্বৰে পৰা অবিবেচক আৰু অসৎ আছিল বুলিব নোৱাৰি। বৰদলৈয়েও আগষ্ট মাহৰ মাজভাগতো চুক্তিৰ পৰা ওলাই অহাৰ কোনো ভাবুকি নিদি সাদ্‌উল্লাক ৰমজানৰ পাছত আৰু পূজাৰ বন্ধৰ আগে আগে বা তাৰ ঠিক পাছতে বিধানসভাৰ অধিবেশন এখন পাতিবলৈকেহে অনুৰোধ কৰিলে, যাতে সৰ্বশেষত ৰাইজে বা ৰাইজৰ প্ৰতিনিধিয়ে চৰকাৰৰ কাৰ্য্য বিচাৰ কৰিবলৈ সুবিধা পায়।

বৰদলৈৰ পৰামৰ্শত সৃষ্টি হোৱা ত্ৰিপাক্ষিক চুক্তিখন বিধানসভাত দাঙি ধৰি সাদ্‌উল্লাই কৈছিল "মহাশয়, যি উৎসাহৰ বলত এই আলোচনাৰ সফল পৰিসমাপ্তি ঘটিল, তাক যদি বজাই ৰখা হয় তেনেহলে মই আশা কৰো অসমৰ ৰাজনৈতিক বুৰঞ্জীত এটা নতুন যুগৰ উদয় হ'ব।" বৰদলৈয়ে এই বাক্য শুনি ভাল পালে। কিন্তু তেওঁ উছাহত উটি ভাঁহি যোৱা ধৰণৰ মানুহ নাছিল। জুখি-মাখি কথা কোৱা ৰাজনীতিক বৰদলৈয়ে চুক্তিখনৰ বিষয়ে মাথোন কৈছিল ঃ "কোনো বিশেষ সময়ত কোনো বিশেষ সমস্যাই বিশেষ সমিধান দাবী কৰে। মহাশয়, এই কথাকেই মনত ৰাখি আমি চৰকাৰক সমৰ্থন কৰিবলৈ সিদ্ধান্ত ল'লোঁ, যাতে চৰকাৰে সমস্যাকেইটা সমাধান কৰিব পাৰে। আমি এটা পৰীক্ষাহে আৰম্ভ কৰিলো, যাৰ কৃতকাৰ্য্যতা নিৰ্ভৰ কৰিব ফলাফলৰ ওপৰত।"

চুক্তিখনে সম্পূৰ্ণৰূপে সকলো দিশতে কাৰ্য্য সমাধা কৰিব নোৱাৰিলেও ইয়াৰ জৰিয়তে অসমৰ কোনো বিশেষ অপকাৰ হোৱা নাছিল। কংগ্ৰেছ মনোনীত মন্ত্ৰী ৰোহিনী কুমাৰ চৌধুৰী আৰু বৈদ্যনাথ মুখাৰ্জী ক্ৰমে ৰাজহ আৰু বিত্ত মন্ত্ৰী হোৱাত খিলঞ্জীয়া বিৰোধী আঁচনিয়ে গা কৰিব পৰা নাছিল। তাৰোপৰি, এই কথা মনত ৰাখিব লাগিব যে এই চুক্তিয়েই ব্লক আৰু বেল্টৰো ভেটি বান্ধিলে আৰু জনজাতিৰ নেতাসকলক ভৱিষ্যতলৈও কংগ্ৰেছমুখী কৰি তুলিলে। ১৯৪৬ চনত অহা বৰদলৈৰ কংগ্ৰেছ চৰকাৰলৈও ই পথ সুগম কৰিলে।

## ৬। ত্ৰিপাক্ষিক চুক্তিক লৈ তৈয়বউল্লাৰ উন্মাদ উত্তণ্ডালি

ত্ৰিপাক্ষিক চুক্তিখনক নাকচ কৰা অসমৰ একমাত্ৰ কংগ্ৰেছীজন আছিল

কংগ্রেছ সভাপতি তৈয়বউল্লা। অসমৰ সমস্যাৰ প্ৰতি মন কাণ নকৰা তেওঁৰ চিৰন্তন স্বভাৱটো আৰু বৰদলৈয়ে কৰা প্ৰতিটো কামতে হেঙাৰ দিবলৈ ওলোৱা তেওঁৰ দস্তুৰটোলৈ চাই তেওঁৰ এই প্ৰতিক্ৰিয়া আছিল নিয়মসিদ্ধ, আচৰিত নহয়। আচৰিত মাথোন হ'ল তেওঁৰ যুক্তি। কৰ্তৃত্ববাদৰ অতি জঘন্য উদাহৰণ দেখুৱাই তেওঁ ক'লে যে সেই চুক্তি তেওঁৰ অনুমোদন লৈ গঢ়ি উঠা নাই আৰু সেই কাৰণে তেওঁ সভাপতিত্ব কৰা অসম কংগ্ৰেছৰ ওপৰত ইয়াক জাপি দিব নোৱাৰি। তেওঁৰ ভাষাত ঃ

> "মোৰ স্পষ্ট অভিমত হৈছে এই - ১৯৪১ চনৰ ১২ ডিচেম্বৰৰ পৰা ১৯৪৫ চনৰ মাৰ্চলৈ, এনে কোনো পৰিস্থিতি অসমত উদ্ভৱ হোৱা নাই, যাৰ বাবে কংগ্ৰেছৰ মৌলিক সিদ্ধান্তৰ সাল-সলনি আৱশ্যক হৈ পৰিছে ; তাৰ উপৰি, মাত্ৰ ১৬ জন এম.এল.এ.ৰ কংগ্ৰেছৰ সিদ্ধান্ত আৰু কাৰ্য্য পদ্ধতিৰ কোনো ৰূপে সাল-সলনি কৰিবৰ অধিকাৰ বা ক্ষমতা নিশ্চয় নাই, আৰু সেই ত্ৰি-চুক্তিৰ সিদ্ধান্তত কোৱাও হোৱা নাছিল যে নিখিল ভাৰতীয় কংগ্ৰেছৰ, নাইবা অন্ততঃ অসম কংগ্ৰেছৰ অনুমোদনৰ আৱশ্যক ! ত্ৰি-চুক্তি অসম কংগ্ৰেছৰ ওপৰত বলবৎ হ'ব নোৱাৰে।"[৪৬] এনে জধলা অসত্য আৰু অশালীন সামন্তবাদী জাগিৰদাৰসুলভ আচৰণ যে এজন গান্ধী যুগৰ কংগ্ৰেছ সভাপতিয়ে কৰিব পাৰে তাক কোনে কেনেকৈ বিশ্বাস কৰিব ? তৈয়বউল্লাই যেন বিচাৰিছিল যে বৰদলৈক অনুমোদন দিয়া কেইজনেও গান্ধী, পেটেল আৰু প্ৰসাদে তেওঁক প্ৰথমতে সুধি লব লাগিছিল। আচলতে তেওঁ আজাদক পৰামৰ্শ দিছিলেই অসম বিধানসভাৰ সদস্য সকলক বিধানসভাৰ কাৰ্য্যৰ পৰা বাজত থাকিবলৈ বাধ্য কৰাবলৈ।

চুক্তিখন সম্পৰ্কে তৈয়বউল্লাই অনৰ্গল দগাবাজি কৰি মিছা মাতি গৈছে, অত্যন্ত নিৰ্লজ্জভাৱে। তেওঁ কৈছে ঃ মন্ত্ৰীসভা গঠন সম্পৰ্কীয় চুক্তিখনৰ পঞ্চম দফাটোহে 'আচল' বাকী চাৰিটা দেখোতেই ভুৱা[৪৭], আৰু এই পঞ্চম দফাটো তেওঁৰ মতে 'বৰাবৰ-শেহলৈ গুপ্ত কৰি ৰখা হৈছিল'। ই অসৎ, ভিত্তিহীন উক্তি। ২২ মাৰ্চৰ একেখন চুক্তিপত্ৰতে সকলো কথা চামিল আছিল। তদুপৰি ২২ মাৰ্চৰ পৰা ২৫ মাৰ্চলৈকে অসম বিধানসভাত ৰাজহুৱা ভাৱে ঘটা এইবোৰ ঘটনা কেনেকৈ গুপ্ত হৈ থাকিব পাৰে ? বিধানসভাত ভাগ লব নোখোজা বিধায়ক কেইজনেও - অমিয় কুমাৰ দাস, সিদ্ধিনাথ শৰ্মা আৰু কৃষ্ণনাথ শৰ্মা ত্ৰিপাক্ষিক চুক্তিৰ প্ৰতি কেন্দ্ৰীয় সংসদীয় উপসমিতিৰ পূৰ্ণ সন্মতি দেখা পাই সেই চুক্তিক বাধা দিয়াৰ পৰা আঁতৰি আছিল। মাথোন তৈয়বউল্লাইহে তেওঁৰ নীচমনা আক্ৰোশ আৰু শত্ৰুতা বিনা দ্বিধাই আগুৱাই নিলে আৰু তেওঁৰ পঙ্কিল স্বভাৱ পেটেল আৰু প্ৰসাদৰ সন্মুখতো উন্মুক্ত কৰিলে।

ত্রিপাক্ষিক চুক্তিয়ে অৱশ্যেই কংগ্ৰেছৰ কোনো মৌলিক নীতিত হাত দিয়া নাই ; তেনে ধৰণৰ মন্ত্রীসভা এখনৰ গঠনত কেন্দ্রীয় কংগ্ৰেছে আগেয়েও অনুমতি দিছিল। তদুপৰি এই সময় ডোখৰত লীগৰ উচতনিত হোৱা বহিৰাগতৰ অভূতপূৰ্ব বলাৎকাৰে অসমত কোনো বিশেষ পৰিস্থিতিৰ সৃষ্টি কৰা নাছিল বোলাটো অত্যন্ত দায়িত্বহীনতাৰ পৰিচায়ক। কি কাৰণে বৰদলৈ আৰু তেওঁৰ সহযোগী সকলে তেনে পন্থা লব লগা হ'ল তাক আমি বৰদলৈৰ দিনলেখাৰ পৰা আৰু তেওঁ গান্ধীজীলৈ দিয়া চিঠি দুখনৰ উদ্ধৃতিৰে বখানিছোৱেই। বৰদলৈয়ে তেওঁৰ সেই সময়ৰ প্ৰেছ-বিবৃতিটো কৈছিল ঃ "কোনো এটা বিশেষ সময়ত কোনো এটা বিশেষ সমস্যাই কোনো এক বিশেষ সমাধান বিচাৰে আৰু ইয়ালৈকে লক্ষ্য ৰাখি আমি চৰকাৰখনৰ কিছু সমস্যাৰ সমাধানৰ ক্ষেত্ৰত সহযোগ দিবলৈ সিদ্ধান্ত ল'লো"[৪৮]। তৈয়বউল্লাই চুক্তিখনক সাদ্উল্লা, চৌধুৰী আৰু বৰদলৈৰ ব্যক্তিগত নেতৃত্বৰ ক্ষুদ্ৰ ক্ষমতাৰ ৰাজনীতি বুলিছে[৪৯]। চুক্তিখনৰ পৰা সাদ্উল্লা আৰু চৌধুৰীয়ে ক্ষমতাত থাকিবলৈ বা ক্ষমতালৈ আহিবলৈ সুবিধা পালে যদিও বৰদলৈৰ ক্ষেত্ৰত সেইটো নাখাটে। আনকি তাৰ ওলোটাটোহে শুদ্ধ। ব্যক্তিগত কাৰণ কেইটামানৰ বাহিৰেও কংগ্ৰেছৰ বহু সদস্য সেই সময়ত কাৰাৰুদ্ধ হৈ থকাত ক্ষমতা গ্ৰহণ কৰাৰ ইচ্ছা বৰদলৈৰ অকণো নাছিল। চুক্তিখনৰ কথা বিধানসভাত ওলোৱাৰ আগতেই নৱকুমাৰ দত্তই মন্ত্রীপদ ইস্তফা দিয়াৰ সময়ত বৰদলৈৰ গোটটোৰ কাৰণে ক্ষমতালৈ অহাৰ সুবিধা হোৱাটো তেনে পদ বৰদলৈয়ে নাকচ কৰি চুক্তিখনৰ জৰিয়তেহে সমস্যাৰ সমাধান বিচাৰিছিল। বৰদলৈৰ আচৰণে আনকি লীগ সদস্যকো মুগ্ধ কৰিছিল। তৈয়বউল্লাৰ নিজা মতেই বিধানসভাত যোগ দিব পৰা ১৮ জন কংগ্ৰেছ সদস্যৰ ১৬ জনেই চুক্তিৰ পক্ষে আছিল।[৫০] নাছিল মাথোন প্ৰাদেশিক কংগ্ৰেছৰ সভাপতিৰ লগত পূৰ্বালোচনা। কেন্দ্ৰীয় কংগ্ৰেছৰ অজ্ঞাতে কিন্তু সেইটো হোৱা নাছিল। তৈয়বউল্লাৰ লগত যোগ হোৱাটো শাৰীৰিক ভাৱে সম্ভৱ নাছিল। তথাপি তৈয়বউল্লাই দোষ ধৰিছে আৰু আত্মাভিমান দেখুৱাইছে এনেকৈ ঃ 'সেই ত্রি-চুক্তিৰ সিদ্ধান্তত কোৱাও হোৱা নাছিল যে নিখিল ভাৰতীয় কংগ্ৰেছৰ নাইবা অন্ততঃ অসম কংগ্ৰেছৰ অনুমোদন আৱশ্যক।'[৫১]

এই আত্মাভিমানেৰে তৈয়বউল্লাই বৰদলৈৰ বিৰুদ্ধে নেহৰু আৰু আজাদৰ ওচৰত গোচৰ তৰিলেগৈ। তেওঁ বিচাৰিলে বিষয়টো বিচাৰৰ কাৰণে অসম প্ৰাদেশিক কংগ্ৰেছৰ পূৰ্ণ অধিবেশন এখন পতাৰ অনুমতি। তেতিয়া ১৯৪৫ চনৰ জুন মাহ। দুয়োজন শীৰ্ষস্থানীয় কেন্দ্ৰীয় কংগ্ৰেছ নেতা দেশৰ গুৰুতৰ সমস্যাত ব্যস্ত ; তৈয়বউল্লাৰ অনাৱশ্যকীয় প্ৰান্তীয় অৰিয়াঅৰিত মূৰ ঘমাবলৈ তেওঁলোকৰ অৱসৰ নাই। উত্তৰত নেহৰুৱে লিখিলে ঃ "গোপীনাথ বৰদলৈ-সাদ্উল্লা চুক্তিখন

এতিয়া অতীত ইতিহাসত পৰিণত হৈছে। মই আনকি ভালকৈ নাজানোও সি কিনো আছিল। পৰিবৰ্ত্তনশীল পৰিস্থিতি .... যি হওক, আমাৰ সন্মুখত কঠিন কৰ্ত্তব্য পৰি আছে।" আজাদৰ হৈ তেওঁৰ ভিতৰুৱা সচিব হুমায়ুন কবীৰে তৈয়বউল্লাৰ্লৈ ১৯ জুলাই (১৯৪৫) তাৰিখে লিখিলে যে যিহেতু চুক্তিখন কাৰ্য্যত নাখটিলেই গতিকে সেই বিষয়ে আলোচনা নিষ্প্ৰয়োজন। তথাপি যদি তৈয়বউল্লাই আনকি নিখিল ভাৰত কংগ্ৰেছ কমিটি বহাৰ আগতেই অসম কংগ্ৰেছৰ পূৰ্ণ অধিবেশন এখন বহাটো জৰুৰী বুলি ভাবিছে তেনেহলে সেইখন পাতিব পাৰে। গুপ্তচৰ বিভাগে বাজেয়াপ্ত কৰা এই চিঠি দুখনৰ কথাখিনি তৈয়বউল্লাই যথা সময়ত জানিবলৈ পাইছিলনে নাই কব নোৱাৰি ; কিন্তু এই কথা তেৱোঁ লিখি থৈ গৈছে যে আগষ্ট মাহত যেতিয়া প্ৰাদেশিক কংগ্ৰেছৰ অধিবেশন বহিল তাত 'সভাপতিৰ আসনৰ পৰা চৌধুৰী-ছাদুল্লা-বৰদলৈ ত্ৰি-চুক্তিৰ চমু উল্লেখ কৰা হৈছিল যদিও, সেই কংগ্ৰেছ স্বাৰ্থ পৰিপন্থী ব্যক্তিগত 'ত্ৰি-চুক্তি' একেবাৰে তল পৰি গ'ল।'[৫২] অন্য অৰ্থত অসম কংগ্ৰেছৰ সমূহ সাধাৰণ প্ৰতিনিধিয়ে তেওঁৰ লগত যোগ নিদিলে।

---

## অষ্টম অধ্যায়

# জাপানী আক্ৰমণৰ সম্ভাৱনা আৰু চি.আৰ. ফৰ্মুলাৰ প্ৰতি তৎক্ষাণিক সজাগতা আৰু তৎপৰ ব্যৱস্থা

## ১৯৪২-১৯৪৪

যি সময়ত অসম কংগ্ৰেছৰ সভাপতি মহম্মদ তৈয়বউল্লাই অত্যান্ত সংকীৰ্ণ মানসিকতাৰে আৰু মই বৰ ভাৱেৰে অসমৰ স্বাৰ্থ নেওচি মাথোন তেওঁৰ সভাপতিৰ বাবটোত ওফন্দি থাকি কংগ্ৰেছৰ নিয়ম-কানুনৰ 'অ-আ' 'ক-খ' চেকনি লৈ আনক শিকোৱাই তেওঁৰ কৰ্ত্তব্য বুলি ধৰি লৈছিল আৰু বৰদলৈৰ বিৰুদ্ধে তেওঁৰ একপক্ষীয় যুদ্ধখনত ব্যস্ত আছিল, সেই সময়ত অসমৰ জনসাধাৰণ আতঙ্কিত হৈ পৰিছিল অবৈধ পূৰ্ববঙ্গৰ পমুৱাই চপোৱা ভয়াবহতাতেই মাথোন নহয়, তেওঁলোক জাপানী আক্ৰমণৰ সম্ভাৱনাক লৈও ভয় খাই উঠিছিল। ১৯৪১ চনৰ ডিচেম্বৰ মাহত জাপানে জাৰ্মেনীৰ পক্ষত স্থান লৈ দ্বিতীয় মহাসমৰত নামিল আৰু আকস্মিক ভাবে পাৰ্ল হাৰ্বাৰ আক্ৰমণ কৰিলে। পৰিস্থিতিটো চিন্তা কৰি গোপীনাথ বৰদলৈয়ে ভাবিলে হয়তো ভাৰতত অসমেই প্ৰথম যুদ্ধস্থলী হৈ পৰিব। আন্তৰ্জাতিক পৰিক্ৰমাৰ জ্ঞানেৰে বৰদলৈয়ে শুদ্ধ ভাবেই ধৰি ললে যে চীনক সহায় কৰাৰ উদ্দেশ্যাৰে বৃটিছে অসমত যুদ্ধৰ ঘাটি পাতিব আৰু তেনেহলে প্ৰদেশখনৰ জনসাধাৰণৰ শংকা আৰু দুৰ্গতি বাৰুকৈয়ে বাঢ়ি যাব। বৰ্হি শত্ৰুৰ আক্ৰমণৰ পৰা প্ৰদেশখনক ৰক্ষা কৰাৰ চিন্তাই এতিয়া বৰদলৈক আগুৰি ধৰিলে।

### ১। অসমত জাপানী আক্ৰমণৰ শঙ্কা আৰু বৰদলৈ

১৯৪২ চনৰ জানুৱাৰী মাহৰ মাজভাগত ৱাৰ্দ্ধাত বহা কংগ্ৰেছ কাৰ্য্যকৰী সমিতিৰ বৈঠকত কংগ্ৰেছৰ যুদ্ধকালীন গঠনমূলক কামৰ আঁচনি প্ৰস্তুত কৰা হ'ল। একে সময়তেই গান্ধীজীয়ে আঁচনিৰ বিভিন্ন বিষয় প্ৰদেশিক কংগ্ৰেছ নেতৃবৃন্দক বুজাই দিলে। হিন্দু-মুছলমানৰ মাজত একতা স্থাপন, স্বেচ্ছাসেৱী বাহিনী গঠন, বস্ত্ৰ আৰু খাদ্যৰ

উৎপন্ন, গাঁও উন্নয়ন, স্ব-নির্ভৰশীলতা আৰু জনসাধাৰণৰ মাজত সমন্বয়ভাৱ গঢ়ি তোলা, - এইবিলাকেই আছিল আলোচ্য বিষয়।[১] আলোচনা সভাত অসমৰ পৰা উপস্থিত আছিল বৰদলৈ, বিষ্ণুৰাম মেধী, ফখৰুদ্দিন আলি আহমেদ, হৰেশ্বৰ গোস্বামী আৰু অসম কংগ্রেছৰ সভাপতি মহম্মদ তৈয়বউল্লা। জানুৱাৰী মাহতেই ৩১ তাৰিখে অসম প্ৰাদেশিক কংগ্রেছৰ নগাঁৱত বহা সভাত ৰাৰ্দ্ধাত গ্ৰহণ কৰা আঁচনি কাৰ্য্যকৰী কৰি তুলিবলৈ এখন প্ৰাদেশিক জৰুৰী কালীন উপসমিতি পতা হ'ল। সদস্যকেইজন আছিল বৰদলৈ, মেধী, আলি আহমেদ, হৰিকৃষ্ণ দাস, অমিয় কুমাৰ দাস, ভুৱনেশ্বৰ বৰুৱা আৰু সিদ্ধিনাথ শৰ্মা। শেষৰজনক সেই সমিতিৰ সম্পাদক পতা হ'ল। এই নেতাসকলে আশঙ্কা কৰিলে যে যুদ্ধ সামগ্ৰী আৰু সৈন্য চীন আৰু ব্ৰহ্মদেশলৈ ৰেলেৰে কঢ়িয়াবৰ ব্যৱস্থাৰে বৃটিছ চৰকাৰে ব্যৱসায়ী সমাজলৈ আৰু সাধাৰণ মানুহৰ মনলৈ যথেষ্ট বিশৃংখলতা আৰু বেমেজালি আনিব। সেইগতিকে কংগ্ৰেছ স্বেচ্ছাসেৱক সকলক আৱশ্যকীয় প্ৰশিক্ষণ দি গাঁৱৰ সাধাৰণ ৰাইজৰ মাজত বোমা বিস্ফোৰণৰ ভয় দূৰ কৰা, বোৱা-কটা কামলৈ স্পৃহা জন্মোৱা, খাদ্য সামগ্ৰী প্ৰস্তুতিত সহায় কৰা আৰু সম্ভাৱনাসূচক গণ্ডগোলক চম্ভালিবলৈ শান্তিসেনা বাহিনীক গঠন কৰি তাক কামত লগোৱাৰ দিহা হ'ল।[২] সমগ্ৰ অসম উপত্যকাত বিভিন্ন শান্তিসেনা দলৰ মাজত যোগসূত্ৰ স্থাপন কৰি ৰাখিবলৈ ৰাজেন্দ্ৰ নাথ বৰুৱাক সৰ্বাধিনায়ক পতা হ'ল।[৩]

ফেব্ৰুৱাৰী মাহত (১৯৪২) যেতিয়া মাৰ্শ্বেল চিয়াং-কাই-স্বেক্ বৰলাটৰ অতিথি হৈ ভাৰতলৈ আহে সম্ভাব্য জাপানী আক্ৰমণৰ বিষয়টো আলোচনা কৰিবলৈ, বৰদলৈয়ে জেনেৰালিচিমোলৈ ১৩ তাৰিখে এটি তাঁৰ বাৰ্তা পঠালে তেওঁক দেখা কৰিবলৈ সন্মতি বিচাৰি যাতে তেওঁ জাপান প্ৰশ্নটোৰ সন্দৰ্ভত আলোচনা কৰিব পাৰে। একেদিনাই বৰদলৈয়ে সেই তাঁৰ বাৰ্তাৰ কপি এটা নেহৰুলৈও পঠালে অসমৰ পৰিস্থিতিৰ বৰ্ণনা দি।[৪]

সেই সময়ত চীনক যুদ্ধত সহায় কৰিবৰ কাৰণে বৃটিছ চৰকাৰে অসম আৰু পূব এছিয়াৰ মাজত যোগাযোগ স্থাপন কৰিবলৈ কেতবোৰ বাট-পথ নিৰ্মাণৰ পৰিকল্পনা লৈছিল আৰু সেই কাৰণেই অসমক লৈ বৰদলৈৰ আশঙ্কা বাঢ়িছিল। নেহৰুলৈ লিখা চিঠিখনত বৰদলৈয়ে লিখিলে ঃ

> "বৰ্তমান বৃটিছৰ ৰণকৌশলৰ লক্ষ্য হৈছে বাৰ্মা-মণিপুৰ পথেদি সৈন্য আৰু সামগ্ৰী ব্ৰহ্মদেশলৈ পঠোৱাৰ। তেওঁলোকে কেতিয়া এই পথ নিৰ্মাণ সম্পূৰ্ণ কৰি নিজা সুবিধাত খটুৱাব পাৰিব তাক সঠিককৈ কব নোৱাৰো। অন্যথা এই পথ জাপানীৰ কাৰণেহে উপকাৰী হৈ পৰিব। চিঙ্গাপুৰৰ পতনৰ পাছত কলকাতা বন্দৰলৈকে আহিব পৰা সাগৰীয় পথ নোহোৱা হ'ল। সেই কাৰণে

স্থল পথেই হৈ পৰিছে একমাত্ৰ উপায়, যদিহে চীনক সহায় কৰিবৰ কাৰণে বৃটিছৰ যথেষ্ট সামগ্ৰী আৰু সৈন্য থাকে। মই জনাত অসমত আৰু দুটা পথৰ নিৰ্মাণ কাৰ্য্য চলি আছে। এটা অসমৰ পুব দুৱাৰেদি শদিয়া হৈ চীনৰ য়ুনান প্ৰদেশত সোমাবলৈ, আৰু আনটো অসমৰ গোৱালপাৰা জিলাৰ উত্তৰৰ পৰা তিৰ্ব্বত আৰু চীন পাবগৈ। ...এইটো সম্পূৰ্ণ খাটাং যে যদি জাপানে তেওঁলোকৰ আক্ৰমণ স্থলপথেদিয়েই নিব খোজে তেওঁলোকে এই পথ দুটা বন্ধ কৰিব লাগিব আৰু তাৰ ফলস্বৰূপে অসম আক্ৰমণ নিশ্চিত হৈ পৰিব।[৫]"

বৰদলৈয়ে যুক্তি দৰ্শালে যে বৃটিছৰ এই সকলোবোৰ পথ নিৰ্মাণ কাৰ্য্যই জাপানক অসম আক্ৰমণ কৰিবলৈ উচটাব যদিও অৱশ্যে অসমত তেওঁলোকৰ কাৰণে অন্য কোনো আকৰ্ষণ নাই। বৰদলৈয়ে ক'লে যে যদিহে অসমৰ মানুহখিনি তেওঁলোকৰ আতঙ্ক কালত উপেক্ষিত হয় তেনেহলে ভাৰতৰ সৰ্বত্ৰতে তাৰ অমঙ্গলীয়া প্ৰতিক্ৰিয়া জাগি উঠিব। সেইকাৰণে বৰদলৈয়ে বিচাৰিলে যাতে নেহৰুৱে অসমক পৰীক্ষা সজুলিৰূপে লৈ ভাৰতীয় সকলৰ নিজকে ৰক্ষা কৰাৰ যোগ্যতা আছেনে তাক চাবলৈ। তেওঁৰ মতে শান্তিসেনাৰ যোগেৰে অহা সাম্প্ৰতিক কংগ্ৰেছ আচনিৰ স্ব-প্ৰতিৰক্ষা আৰু স্বাৱলম্বিতাই জাপানীক ভেটিবলৈ যথেষ্ট নহয়। এই বিশ্লেষণৰ পাছত বৰদলৈয়ে জাপানী আক্ৰমণৰ সন্মুখত অসমৰ ছবিখন আঁকিলে এনেকৈ ঃ

> "খাদ্য আৰু বস্ত্ৰৰ ক্ষেত্ৰত আমি হয়তো অৰ্দ্ধ অনাহাৰী আৰু অৰ্দ্ধ নাঙঠ সীমাৰেখাৰ অন্তৰ্গত স্বনিৰ্ভৰশীল হব পাৰিম। কিন্তু ভগৱানেহে জানে আমি আমাৰ আত্মবিশ্বাস বচাই ৰাখিব পাৰিমনে নাই! আমাৰ বুজন সংখ্যক শ্ৰমিক আছে, প্ৰায়খিনিয়েই অবুজন যি সকলে সঙ্কট কালত ভেৰাৰ পালতকৈও উন্নত ব্যৱহাৰ দেখুৱাব নোৱাৰিব। কিন্তু ইউৰোপীয় চাহ খেতিয়কৰ অধীনত থকাৰ কাৰণে আমাৰ সংবাদ তেওঁলোকৰ কাণলৈ আনিব পৰাটো কঠিন হব। আমাৰ কৃষক শ্ৰেণী অন্য যেইকোনো ঠাইৰ দৰে অশিক্ষিত, তেওঁলোকে অৱশ্যেই আমাৰ আহ্বানৰ প্ৰতি সঁহাৰি জনায় কিন্তু তথাপিও হয়তো একে ধৰণৰেই অবিবেচক। আমাৰ কাৰণে একমাত্ৰ আনন্দৰ কথা হব এয়েই যে অট্টালিকাৰ ভগ্নাৱশেষৰ কাৰণে বেজাৰ কৰিবলৈ আমাৰ কোনো ডাঙৰ চহৰ নাই। তথাপিও সকলো ভাবি চিন্তি চালে, দেশবাসীলৈ আহি পৰিব পৰা পৰিস্থিতি প্ৰায় হতবুদ্ধিকাৰক।"

যদিহে জাপানী আক্ৰমণ তেওঁৰ প্ৰদেশত আহি পৰে বৰদলৈয়ে নেহৰুৰ পৰা বিচাৰিলে সেই বিপদক ভেটিবলৈ প্ৰয়োজনীয় ব্যৱস্থাৰ চিন্তা আগতীয়াকৈ কৰিবলৈ ; কাৰণ এই

বিষয়ত গান্ধী আদৰ্শৰ অহিংসা নীতি নাখাটিব যিহেতু সকলো অহিংস কাৰ্য্য প্ৰতিষেধকহে, প্ৰতিকাৰ নহয়।[৬]

যদিও বৰদলৈয়ে বিৰামহীনভাবে শান্তিসেনাৰ আৰু জৰুৰীকালীন কালৰ আন আন আঁচনিৰ কামত অসমৰ সৰ্বত্ৰতে ঘূৰি ফুৰিছিল, তথাপিও তেওঁ জাপানী আক্ৰমণ ঘটিলে অসম যে সুৰক্ষিত হৈ থাকিব এই কথা বিশ্বাস কৰা নাছিল। মাৰ্চ মাহৰ (১৯৪২) মাজভাগত শিৱসাগৰ জিলা ৰাজনৈতিক সন্মিলনত তেওঁ কৈছিল যে ভাৰত সচিব ছাৰ ষ্টাফৰ্ড ক্ৰিপচ্‌ৰ আগন্তুক ভাৰত আগমনে ভাৰতবাসীৰ ভাগ্যলৈ কোনো পৰিৱৰ্ত্তন নানিব। তেওঁ তেওঁৰ শ্ৰোতাক ক'লে যে তেওঁলোক অতি কম সময়ৰ ভিতৰত দুৰ্ঘোৰ বিপদৰ কাৰণে সাজু থাকিব লাগিব। চৰকাৰৰ পৰা সুৰক্ষা আৰু জীৱন নিৰ্বাহৰ কাৰণে অত্যাৱশ্যকীয় বস্তুৰ যোগান আশা কৰাটো মুৰ্খামি হ'ব।[৭]

অতিকৈ পলমকৈ হলেও নেহৰুৱে বৰদলৈৰ চিঠিৰ উত্তৰত লিখিলে যে যদিও চিয়াং-কাই-স্বেকৰ কাৰণে অসম ভ্ৰমণ সম্ভৱ নাছিল আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ তেওঁৰ ভ্ৰমণ সূচীৰ ওপৰত কোনো হাত নাছিল তথাপিও "আপুনি তেওঁক লগ পাব পৰা হলে ভাল আছিল"। যদিও নেহৰুৱে তেওঁ আৰু গান্ধীজীয়ে চিয়াং-হাই-স্বেকৰ লগত হোৱা আলোচনাৰ বিষয়ে একো নকলে[৮], সেই আলোচনা গুৰুত্বপূৰ্ণ আছিল বুলি জনা নাযায়। নেহৰুৱে বৰদলৈৰ আশঙ্কাৰ প্ৰত্যুত্তৰত ক'লে ঃ

> "মই অসমৰ পৰিস্থিতি ধাৰণা কৰিব পাৰিছো, আক্ৰমণৰ সম্ভাৱনীয়তা আৰু তাৰ ফলাফলকো লৈ। কাৰণ অসমত যদি কিবা ঘটে আমিও তাৰ দ্বাৰা সাংঘাটিক ভাবে প্ৰভাৱিত হম। কংগ্ৰেছ কাৰ্য্যকৰী সভা অলপতে ৱাৰ্দ্ধাত বহিব আৰু মই নিশ্চিত যে তেওঁলোকে এইবোৰ বিষয়ত বিশেষ মনোযোগ দিব।"[৯]

নেহৰুৱে তথাপিও কংগ্ৰেছৰ প্ৰচলিত ব্যৱস্থাসমূহৰ গুৰুত্বতাৰ ওপৰত জোৰ দি বৰদলৈক হতাশ নহবলৈ উৎসাহ দিলে।

> "আমাৰ বহল নীতিৰ উপৰিও, আমি কৰিব লগা অত্যাৱশ্যকীয় কামটো হল স্থানীয় স্বাৱলম্বিতা আৰু আত্মৰক্ষাৰ উপায় সমূহ বিশৃংখল আবহাৱাৰ পৰা বচাই ৰখা। ই মনোবল দৃঢ় কৰি ৰখাত সহায় কৰে, যদিও অৱশ্যে মই জানো অসমত, বিশেষকৈ ইয়াৰ ওপৰত বহু বাহ্যিক উপাদানৰ প্ৰভাৱত, সমস্যাটো জটিলতৰ। তথাপিও হতাশাই একো সহায় নকৰে, যিয়েই নঘটক আমি দৃঢ় হৃদয়েৰে তাৰ সন্মুখীন হব লাগিব।"[১০]

কংগ্ৰেছ সংগঠনৰ পক্ষে সম্ভৱ নাছিল অসমৰ সুৰক্ষাৰ আয়োজনত কোনো ধৰণৰ আৰ্থিক সাহায্য দিবলৈ। যেতিয়া অসম কংগ্ৰেছে কিছু জৰুৰীকালীন ব্যৱস্থাৰ

কাৰণে তেনে সহায় বিচাৰিলে, কেন্দ্ৰীয় কংগ্ৰেছে সীমিত সম্পদৰ কাৰণ দেখুৱাই তাক অগ্ৰাহ্য কৰিলে। বৰদলৈয়ে তথাপিও নেহৰুৰ পৰা অন্ততঃ নৈতিক সাহায্য বিচাৰি তেওঁলৈ লিখিলে ঃ "মই অন্ততঃ আপোনাক অনুৰোধ কৰোঁ আমাৰ বাবে চিন্তা কৰিবলৈ আৰু যদি আপুনি আপোনাৰ জ্ঞান-বিচাৰেৰে গম পায় যে বিপদ সমুপস্থিত, তেনেহলে আপুনি যেন নিজেই এবাৰ ইয়ালৈ আহি আমাক পৰামৰ্শ দিয়ে"[১১]

এপ্ৰিল মাহৰ শেষৰ ফালে নেহৰু অসমলৈ গ'ল। কিন্তু তেওঁ তালৈ যোৱাৰ প্ৰধান কাৰণটো ব্ৰহ্মদেশৰ পৰা ভাগি অহা ভাৰতীয় মানুহ বিলাকৰ আলৈ-আহুকালৰ বুজ লবলৈহে। ৭ মাৰ্চ তাৰিখে জাপানৰ হাতত ৰেঙ্গুন পৰিলত হাজাৰ হাজাৰ লোক ব্ৰহ্মদেশৰ পৰা অসমৰ মাজেৰে ভাৰতৰ বিভিন্ন ঠাইলৈ গতি কৰিলে। অসমলৈ অহা ভগনীয়াৰ আৰু লগতে উত্তৰ ভাৰতীয় ব্যৱসায়ী সকল আৰু বাহিৰৰ পৰা আহি অসমত বাস কৰা বহু বনুৱাৰ অসম এৰিবলৈ কৰা লৰা-ঢাপলিয়ে অসমৰ স্থায়ী লোকৰ মাজত বেছ কিছু বিশৃংখলতা সৃষ্টি কৰিলে। ২১ৰ পৰা ২৪ মাৰ্চলৈ চাৰি দিন অসমত থাকি নেহৰুৱে কেইবাখনো ৰাজহুৱা সভাত বক্তৃতা দি জনসাধাৰণৰ মন দৃঢ় কৰিবলৈ আহ্বান জনালে। তেওঁ ক'লে তেওঁৰ অসম ভ্ৰমণৰ কাৰণ আছিল দুটা ঃ কংগ্ৰেছ সহকৰ্মী সকলক লগ ধৰি আহিব লগা কাৰ্য্য সম্পৰ্কে আলোচনা কৰা আৰু ব্ৰহ্মদেশৰ পৰা ওভতা ভগনীয়া সকলক লগ ধৰা। পুনৰ অসমলৈ আহি আনন্দ পোৱাৰ কথাত তেওঁ ক'লে বিশেষকৈ জনসাধাৰণৰ মাজত উদ্যম আৰু যুৱক-যুৱতীৰ চকুত নিৰ্ভীকতাৰ শিখা দেখি। বকোত শান্তিসেনাৰ বিৰাট সন্মিলনটোৱে তেওঁক বাৰুকৈয়ে আপ্লুত কৰিলে। "এই দৃশ্য মোৰ মনত বহু দিনলৈ ৰৈ যাব" তেওঁ ক'লে। কংগ্ৰেছৰ আত্মৰক্ষা আৰু স্বাৱলম্বিতাৰ আঁচনিতো তেওঁ সফলতা দেখিলে।[১২] ২৭ এপ্ৰিল তাৰিখে গুৱাহাটীৰ এটা প্ৰেছ সাক্ষাতত নেহৰুৱে জাপান আৰু আই.এন.এ. সংযোজনাটোক ইতিকিং কৰিলে এনেকৈ ঃ

> "হিটলাৰ আৰু জাপান জহন্নামে যাবই লাগিব। মই সিহঁতৰ লগত অন্তিমকাললৈ যুঁজ দিম আৰু ইয়েই হৈছে মোৰ নীতি। মই মিষ্টাৰ সুভাষ বোস আৰু তেওঁৰ দলৰ বিপক্ষে যুদ্ধ দিম যদি তেওঁলোক জাপানৰ সৈতে ভাৰত সোমায়। মিষ্টাৰ বোসে অত্যন্ত ভুল কাম কৰিছে যদিও সৎ নিষ্ঠাৰে। হিটলাৰ আৰু জাপানে প্ৰতিনিধিত্ব কৰে প্ৰতিক্ৰিয়াশীল শক্তিক আৰু তেওঁলোকৰ জয় হলে হ'ব বিশ্বৰ প্ৰতিক্ৰিয়াশীল শক্তিবোৰৰ জয়।"[১৩]

১৯৪২ চনৰ মাৰ্চ মাহৰ মাজভাগৰে পৰা সেই চনতেই এপ্ৰিল মাহৰ মাজভাগলৈ প্ৰায় ৪৫ হাজাৰ উদ্বাস্তু আৰু ভগনীয়া মালায়ছিয়া আৰু ব্ৰহ্মদেশৰ পৰা অসমৰ মাজেদি স্থলপথেদি ভাৰতৰ অন্যাংশলৈ গৈছিল।[১৪] তেওঁলোকৰ মাজত

ইউৰোপীয়া লোক সকলৰ তুলনাত ভাৰতীয় সকলে বৈষম্যমূলক ব্যৱহাৰ পাইছিল বুলি সেই সময়ত প্ৰচাৰ হৈছিল। বৰদলৈ আৰু ফখৰুদ্দিন আলি আহমেদে এই বৈষম্যতাৰ প্ৰতিবাদ কৰিছিল আৰু ফলস্বৰূপে বৰলাটৰ কাৰ্য্যকৰী কাউন্সিলৰ সদস্য এম.এছ.এনি অসমলৈ গৈ ভগনীয়া কেম্পবোৰ পৰিদৰ্শন কৰিছিল। অসমৰ চহৰ বিলাক মিলিটেৰীৰ দখলত থকাত সাধাৰণ নাগৰিকৰ সুৰক্ষাৰ প্ৰতি এক 'উদাসীন আৰু ইচ্ছাকৃত অৱজ্ঞা'ই বিৰাজ কৰিছিল - মিলিটেৰী কৰ্তৃপক্ষ আৰু অ-সামৰিক চৰকাৰৰ পৰাও। যেতিয়া বৰদলৈয়ে মিলিটেৰীয়ে স্কুলঘৰকে ধৰি ৰাজহুৱা ঘৰ-দুৱাৰ সৈন্যৰ কাৰণে দখল কৰাত আপত্তি কৰিছিল তেতিয়া চৰকাৰৰ প্ৰধান সচিবে উদ্ধত উচ্চ বাক্যৰে উত্তৰ দিলে এনেকৈ ঃ

> "যি সকলে আমাৰ সুৰক্ষা সেৱাত লাগি আছে সেই সকলক আচুতীয়াকৈ বাসস্থান দিয়াত বা বাসস্থানকেই নিদিয়াত বা জনসমাগম হোৱা ঠাইৰ পৰা একেবাৰে মানুহ নোহোৱা ঠাইত বহুৱাতো সম্ভৱ নহয়।"[১৫]

সেই সময়তেই বৃটিছ চৰকাৰৰ প্ৰতি কংগ্ৰেছৰ বিৰক্তি ইমানকৈয়ে বাঢ়ি গৈছিল যে ১৯৪২-চনৰ এপ্ৰিল মাহৰ মাজভাগৰ পৰা, গান্ধীজীয়েও এই ধাৰণা পোষণ কৰিবলৈ ল'লে যে ভাৰতৰ পৰা বৃটিছৰ শৃংখল আৰু শান্তিপ্ৰিয় প্ৰস্থানেহে মাথোন ভাৰতবৰ্ষক অৰাজকতাৰ পৰা বচাব। যদিও এই মতে কংগ্ৰেছ ৱৰ্কিং কমিটিত ভাৰতক যুদ্ধলৈ আজোৰা বিষয়টোক লৈ বৃটিছ চৰকাৰক অতিষ্ঠ নকৰিবলৈ জৱাহৰলাল নেহৰুৰ নেতৃত্বত গান্ধীপক্ষৰ বিপৰীতে আন এটি পক্ষ গঢ়ি উঠিছিল, তথাপিও যেতিয়া মুম্বাইত ৭ আৰু ৮ তাৰিখে ৱৰ্কিং কমিটিৰ বৈঠক বহিল, তাত এই সম্পৰ্কে গান্ধীজীৰ প্ৰস্তাৱ গৃহীত হ'ল। বৃটিছ শাসকৰ প্ৰত্যুত্তৰ আছিল তৎক্ষাণিক। ৯ আগষ্ট তাৰিখে হুকুম হল সকলো গুৰুত্বপূৰ্ণ কেন্দ্ৰীয় আৰু প্ৰাদেশিক কংগ্ৰেছ নেতাক গ্ৰেপ্তাৰ কৰিবলৈ আৰু সৰ্ব্ব ভাৰততে কংগ্ৰেছ সংগঠন বে-আইনী কৰিবলৈ। মুম্বাইৰ পৰা ঘৰলৈ ঘূৰোঁতে ধুবুৰী ৰেলষ্টেশ্যনত বৰদলৈ আৰু সিদ্ধিনাথ শৰ্ম্মাক গ্ৰেপ্তাৰ কৰি দুয়োকে যোৰহাট কাৰাগাৰলৈ পঠিওৱাৰ কথা আগতে কোৱা হৈছে। যেতিয়া অসমৰ সকলো প্ৰধান কংগ্ৰেছী নেতৃবৃন্দক জেইলত আৱদ্ধ কৰা হ'ল, ৰাজ্যপালে তেওঁৰ পোনপটীয়া শাসনৰ ওৰ পেলাই তেওঁৰ বিশ্বাসী সাদ্উল্লাৰ হাতত ২৫ আগষ্ট তাৰিখে প্ৰশাসনৰ ভাৰ অৰ্পণ কৰাৰ কথাও আমি আগতে বৰ্ণাই থৈছো।

## ২। বোস জাপান সহযোগ, অসমৰ কংগ্ৰেছ ছছিয়েলিষ্টসকল আৰু বৰদলৈৰ বিপৰীত পন্থা

১৯৪২ চনৰ ১২ আগষ্টৰ পৰা চৰকাৰে বৰদলৈক যোৰহাট কাৰাগাৰত আৱদ্ধ কৰি ৰাখি ১৯৪৪ চনৰ ২৬ জানুৱাৰী তাৰিখে হঠাতে খালাচ দিয়ে এই ভয়তে যে বিভিন্ন ৰোগত ভোগী থকা বৰদলৈ হয়তো কাৰাগাৰতেই ঢুকাব পাৰে বা তেওঁৰ শুশ্ৰূষাৰ কাৰণে চৰকাৰে নীতিমতে খৰছ বহন কৰিব লগীয়াও হ'ব পাৰে। এই কাৰাবাসৰ কাল ডোখৰত, সদায় লাগি থকা হৃদপিণ্ডৰ যন্ত্ৰণাৰ বাহিৰেও ৰক্তচাপ আৰু চকুৰ ৰোগেও লগ দিলে। এই বেমাৰ কেইটাৰ কাৰণে তেওঁৰ প্ৰয়োজন হৈছিল জৰুৰী চিকিৎসা। নীচমনা চৰকাৰে তেওঁক চিকিৎসা কৰোৱাৰ কথা দূৰতেই থাওক আনকি এক চাতুৰি খেলিহে খালাচৰ খবৰটো দিলে। তেওঁক দিয়া চৰকাৰৰ মুখ্য সচিব এইচ.জি. ডেনেহীৰ চহী থকা ২৯ জানুৱাৰী তাৰিখৰ কাগজ খিলাত কোনো চৰ্ত বান্ধি দিয়া হোৱা নাছিল। জেইলৰ বাহিৰ হোৱাৰ পাছত সেই একেজন বিষয়াই চহী কৰা আন এখন পত্ৰত কোৱা হ'ল যে তেওঁ গুৱাহাটী মিউনিচিপেলিটি অঞ্চলৰ বাহিৰ হ'ব নোৱাৰে।[১৬] বৰদলৈক অৱশ্যে নিজৰ খৰছত চিকিৎসাৰ কাৰণে কলকাতালৈ যাবলৈ অনুমতি দিয়া হ'ল। তালৈ গৈ অসুখ দেখুৱাই তেওঁ যেতিয়া অসমলৈ ঘূৰে তেওঁ দেখিলে কিছুমান দলে অসমত এটি গোপন আন্দোলন গঢ়ি তুলিছে আৰু তাত পলাই ফুৰা কিছু কংগ্ৰেছ চছিয়েলিষ্টও আছে। বৰদলৈয়ে এই আন্দোলনৰ হিংস্ৰ আৰু অগান্ধীবাদী স্বভাৱটোক অগ্ৰাহ্য কৰিয়েই নেৰিলে ; তেওঁ জাপানীৰ সহায়ত ভাৰতলৈ স্বাধীনতা আহিব বুলি এই লোকসকলে পোষণ কৰা ধাৰণাটোক মুঠেই নামানিলে।

বৰদলৈয়ে ৰাজনীতি আৰু স্বাধীনতা সংগ্ৰামত লিপ্ত যুৱক সকলৰ উৎসাহ-উদ্যম বুজিছিল। জেইলত থাকোতে স্বাধীনতা সংগ্ৰামত হিংসা-অহিংসাৰ আৱশ্যকতা-অনাৱশ্যকতাৰ বিষয়ে তেওঁ বহু চিন্তা কৰি শেষত এই সিদ্ধান্ততেই উপনীত হ'ল যে যদি অন্ততঃ এক লাখ লোকেও দৃঢ় চিত্তে, নিয়মানুবৰ্ত্তিতাৰে আৰু পবিত্ৰ অহিংস ভাৱে স্বৰাজৰ কাৰণে কাম কৰে তেনেহলে ইয়াক পাবলৈ কঠিন নহ'ব। তেওঁ অৱশ্যে দুখ কৰিলে ঃ "কিন্তু এইটোৱেই হ'ল আমাৰ দুৰ্বলতা যে তেনে লোক বিৰল। যেতিয়ালৈকে এই অভাৱ থাকিব, অহিংস উপায়েৰে স্বৰাজ পোৱাৰ হেঁপাহও অপূৰণ হৈ ৰ'ব।"[১৭] বৰদলৈয়ে সুভাষ চন্দ্ৰ বোস আৰু তেওঁৰ জাপানী সমৰ্থিত আই.এন.এ.ৰ লগতো কোনো উমৈহতীয়া লক্ষ্য ৰাখিব খোজা নাছিল। বোসৰ প্ৰতি তেওঁৰ নিভাজ শ্ৰদ্ধা প্ৰীতি থকা সত্ত্বেও আৰু অসমৰ প্ৰতি বোসৰ মহান সেৱাৰ কথা সুঁৱৰিও বৰদলৈয়ে এনে স্থিতি ল'ব লগাত পৰিছিল। বৰদলৈৰ বোসৰ প্ৰতি এই সময়ৰ

মনোবৃত্তি উদ্ভৱ হৈছিল তেওঁৰ গান্ধীবাদৰ জ্ঞানৰ পৰা ; গান্ধী-বোস বিৰোধাচৰণৰ পৰা নহয়।[১৮]

জাপানীক সমৰ্থন কৰাৰ প্ৰস্তাৱ এটাই গঢ় লৈছিল প্ৰথমে শ্ৰীহট্টত, ১৯৪৩ চনৰ শৰৎকালত। সংলগ্ন গোটটোৰ লগত নগাঁও আৰু যোৰহাটৰো কিছু কংগ্ৰেছী লোকৰ গোপন যোগাযোগ ঘটিল। যদিও গান্ধীজীয়ে জাপানীয়ে ভাৰতক মুক্তি দিব খোজা কথাটোত গভীৰ অনাস্থা প্ৰকাশ কৰি থৈছিল ঃ "জাপানীয়ে কাকনো স্বাধীনতা আনি দিছে।" অসমৰ বহুকেইজন বাঙালী আৰু বিপ্লৱী কমিউনিষ্টে আৰু চছিয়েলিষ্ট সকলৰ প্ৰায়বোৰেই জাপানীক সকলো প্ৰকাৰে সহায় কৰাৰ পক্ষত আছিল। তেওঁৰ গুৱাহাটীৰ বাসভৱনত ১৯ মাৰ্চ (১৯৪৪)ৰ দিনা এখন মেল পাতিলে আৰু তাত অসমৰ বিভিন্ন ঠাইৰ পৰা অহা ১৬ গৰাকী কংগ্ৰেছ কৰ্ম্মীয়ে যোগ দি ৭ ৰ পৰা ১৩ এপ্ৰিল তাৰিখলৈ জাতীয় সপ্তাহ পতাৰ আঁচনি তৈয়াৰ কৰা সম্পৰ্কে আলোচনা কৰিলে। জাতীয় পতাকা উত্তোলন, যুদ্ধ-বিৰোধী শ্লোগান উচ্চাৰণ কৰা, শান্তিসেনাক শক্তিশালী কৰা, সুতা-কটা প্ৰতিযোগিতা পতা, কংগ্ৰেছৰ অনুষ্ঠানলৈ নতুন সভ্য ভৰ্ত্তি কৰোৱা আদি বিষয়বোৰ আলোচনা হ'ল। সেইমতে বৰদলৈয়ে বিভিন্ন ঠাইলৈ গোহাৰি পঠিয়ালে। এপ্ৰিল মাহত যেতিয়া জাপানীয়ে মণিপুৰত বোমা ফুটালে, বৰদলৈয়ে অসমৰ ৰাইজলৈ গোহাৰি পঠিয়ালে সকলোৱে যাতে একতা, স্বাৱলম্বিতা আৰু আত্মৰক্ষাৰ বিষয়ত মনোযোগ দিয়ে। তেওঁ লগতে বৃটিছ চৰকাৰকো গৰিহণা দিলে যুদ্ধ সম্পৰ্কত কংগ্ৰেছে আগবঢ়োৱা আপোচ অগ্ৰাহ্য কৰি দেশখনলৈ এটা অচল অৱস্থা অনাৰ বাবে।[১৯]

বৰদলৈৰ জাপানী সমৰ্থিত আই.এন.এ.ৰ বিপক্ষে থকাৰ কথা কোৱা হৈছে। ৯ এপ্ৰিল (১৯৪৪) তাৰিখে জাপানীৰ কহিমা আক্ৰমণৰ সময়ত শ্ৰীহট্টৰ বিধানসভাৰ সদস্য নীৰেন দেৱে তেওঁক ক'লে যে জাপানীক সমৰ্থন কৰা নকৰাক লৈ অসম কংগ্ৰেছ ভাগ ভাগ হ'ব পাৰে বুলি তেওঁৰ ভয় হৈছে। বৰদলৈয়ে ক'লে যে যিহেতু সুভাষ বোস জাপানীৰ লগত যোগ হ'ল জনসাধাৰণৰ কাৰণে তেওঁক জাপানীৰ হাতৰ পুতলা বুলি জ্ঞান কৰাৰ বাহিৰে আন উপায় নাই। তেওঁ ক'লে যে সেই কাৰণেই ই অতিকৈ আৱশ্যকীয় হৈ পৰিছে যে কংগ্ৰেছী লোকসকলে কংগ্ৰেছকেই তেওঁলোকৰ আস্থাৰ ঘাই জাতীয় অনুষ্ঠান বুলি ল'ব লাগে।[২০] পাছৰ দুটা দিনত বৰদলৈক দেখা কৰে নিখিল চক্ৰৱৰ্তী (১৯১৩-১৯৯৮)য়ে। পাছলৈ ভাৰতৰ এজন প্ৰথম শাৰীৰ সাংবাদিক আৰু নতুন দিল্লীৰ পৰা প্ৰকাশ হোৱা 'মেইন্ ষ্ট্ৰীম' ৰাজনৈতিক আলোচনীখনৰ প্ৰতিষ্ঠাতা সম্পাদক হোৱা চক্ৰৱৰ্তী তেতিয়া আছিল কমিউনিষ্ট মতাদৰ্শ আৰু 'ইউনাইটেড লেবাৰ নিউজ' সংস্থা আৰু 'পিপলছৱাৰ' নামৰ কমিউনিষ্ট

কাকতখনৰ প্ৰতিনিধি। বৰদলৈয়ে চক্ৰৱৰ্তীৰ আগত বোস আৰু জাপানী আক্ৰমণৰ বিষয়ে তেওঁৰ দৃঢ় মতটো পুনৰ দোহাৰিলে আৰু ক'লে যে যেতিয়ালৈকে চাৰ্চিল আৰু এমেৰি ক্ষমতাত থাকে কংগ্ৰেছ আৰু বৃটিছৰ মাজত বৰ্ত্তি থকা অচল অৱস্থাৰ পৰিৱৰ্ত্তন নহ'ব। চক্ৰৱৰ্তীয়ে মন কৰিলে যে 'সুভাষ বাবু'ৰ প্ৰতি বৰদলৈৰ অগাধ শ্ৰদ্ধা থকাতো তেওঁ কোনোপধ্যে বোসৰ যুদ্ধ কালীন আদৰ্শ গ্ৰহণ কৰিব নোৱাৰিলে। জাপানীকো সেই সময়ত তেওঁ কোনো পধ্যে ভাৰতীয়ৰ বন্ধু বুলি গণ্য কৰিব নোৱৰা কথাও ক'লে।[২১]

১৯ ৰ পৰা ২১ মে' (১৯৪৪) তাৰিখে যুদ্ধ সময়ৰ শেহতীয়া পৰিস্থিতি আলোচনা কৰিবলৈ কংগ্ৰেছ কৰ্ম্মীসকলৰ মাজত গুৱাহাটীৰ বৰদলৈৰ বাসভৱনত আকৌ এখন আলোচনা সভা বহে। নিমখৰ আকাল, ৰাইজৰ হতাশনীয়া মানসিক অৱস্থা, সেৱাদল গঠন, কমিউনিষ্ট সকলৰ লগত সহযোগ আৰু জাপানীক প্ৰতিৰোধ এইবোৰেই আছিল বিষয়।[২২] ডিব্ৰুগড়, উত্তৰ লক্ষিমপুৰ, শিৱসাগৰ, যোৰহাট, গোলাঘাট, নগাঁও, গুৱাহাটী, গোৱালপাৰা, ধুবুৰী, তেজপুৰ আৰু মঙ্গলদৈৰ পৰা বিশিষ্ট কংগ্ৰেছী লোক উপস্থিত আছিল। গান্ধীজীৰ খালাচ সম্পৰ্কত আনন্দ প্ৰকাশেৰে আৰম্ভ হোৱা মেলখনত কস্তুৰবা গান্ধীৰ মৃত্যুত শোক প্ৰকাশ আৰু প্ৰতিখন গাঁৱতে সেৱাদল গঠনৰ অশেষ প্ৰয়োজনীয়তাৰ বিষয়তো প্ৰস্তাৱ লোৱা হ'ল। ডিব্ৰুগড় আৰু উত্তৰ লক্ষীমপুৰৰ কংগ্ৰেছ নেতাসকলে আক্ষেপ কৰিলে নিমখৰ আকাল আৰু জাপানীৰ আক্ৰমণ চলি থকাতো কংগ্ৰেছ কৰ্ম্মী সকল জঠৰ হৈ বহি আছে আৰু সদ্যহতে কমিউনিষ্ট সকল ছাত্ৰসকলৰ মাজত, গাঁও অঞ্চলত আৰু ৰেল কৰ্ম্মচাৰী, কৃষক আৰু বনুৱাৰ মাজত তেওঁলোকৰ সংগঠন কাৰ্য্য চলাই নিছে আৰু আনকি অভাৱ আৰু সন্ত্ৰাসগ্ৰস্ত লোকৰ মাজত নিমখ কেৰাচিন আদি বিতৰণত আৰু সুৰক্ষা প্ৰদানত সফল হৈছে। এই নেতাসকলে জানিব বিচাৰিলে তেওঁলোকে এনেবোৰ ৰাইজ হিতকৰ কাৰ্য্যত কমিউনিষ্ট সকলৰ লগত সহযোগ দিব পাৰিবনে নাই। বৰপেটা, শিৱসাগৰ, যোৰহাট, গোলাঘাট আৰু তেজপুৰৰ নেতাসকলেও ঠিক তেনে আক্ষেপেই কৰিলে আৰু কমিউনিষ্ট সকলৰ সম্পৰ্কত ঠিক তেনে প্ৰশ্নই কৰিলে। আগৰ কংগ্ৰেছ সভাপতি হেমচন্দ্ৰ বৰুৱা কমিউনিষ্টৰ লগত যোগাযোগ কৰাৰ বিপক্ষে আছিল। বৰদলৈৰ মত কিন্তু বেলেগ আছিল। তেওঁৰ মতে ঃ "কমিউনিষ্ট মূল নীতি কংগ্ৰেছৰ মূল নীতিৰ পৰা পৃথক হ'ব পাৰে, কিন্তু দুই পক্ষৰে মাজত যোগাযোগৰ বিষয়ে কোনো আপত্তি থাকিব নোৱাৰে বিশেষকৈ আত্মৰক্ষা, খাদ্যৰ বিতৰণ আদি বিষয়ত।" নগাৱঁৰ ডেকা কবি, কংগ্ৰেছী ৰাজনীতিক আৰু বৰদলৈৰ লগত ৰাষ্ট্ৰভাষা প্ৰচাৰ সমিতিৰে যুক্ত আৰু তেওঁৰ স্নেহভাজন দেৱকান্ত বৰুৱাই কিন্তু এই মেলত কংগ্ৰেছ চছিয়েলিষ্টৰ পথ লৈ ওলোটা

কথা ক'লে। তেওঁ সেৱাদলক প্ৰত্যাখ্যান কৰিলে আৰু জাপানী আক্ৰমণকাৰীৰ গৰিমা গালে। পাছৰ কালৰ ৰাজনৈতিক জীৱনত এবুৰি চাঞ্চল্যকৰ উক্তিৰে নিজা বদনাম যুগমীয়া কৰি থৈ যোৱা[২৩] দেৱকান্ত বৰুৱাই সেই মেলত ক'লে ঃ

> "সেৱাদলৰ প্ৰয়োজনীয়তাই বা ক'ত ? কোনে ৰোধ কৰিব পাৰে জাপানীৰ আক্ৰমণ? আমি জাপানীক মুক্তি সৈন্যদল হিচাবে নিমন্ত্ৰণ কৰি আনিব লাগে আৰু তেওঁলোকৰ সাহায্যৰে আমাৰ কাৰণে বৃটিছক ভাৰতৰ পৰা খেদি পঠিয়াবলৈ উজু হ'ব। বৃটিছৰ পৰা স্বৰাজ পোৱাৰ কোনো আশা নাই। আমি অনায়াসে জাপানীৰ পৰা আমাৰ জাতীয় চৰকাৰ পাম। সকলো ভাৰতীয় সৈন্যই জাপানী মুক্তি বাহিনীত ভৰ্ত্তি হ'বলৈ সাজু আছে।"[২৪]

এইটো উল্লেখনীয় যে কংগ্ৰেছ চছিয়েলিষ্ট সকলৰ এনে ধৰণৰ উচ্চাৰণ ১৯৪১ চনত গঠন হোৱা বিপ্লৱী কমিউনিষ্ট পাৰ্টিৰ ধাৰণাৰ লগত মিল আছিল। ১৯৪৪ চনৰ প্ৰাৰম্ভণৰ পৰা এই দলেও আক্ৰমণী জাপানী সৈন্যবাহিনী আৰু আই.এন.এ.ক সম্বৰ্দ্ধনা জনাবলৈ আবহাৱা প্ৰস্তুত কৰাত ব্যস্ত আছিল।[২৫]

গান্ধীবাদী বৰদলৈ জাপানীৰ প্ৰতি দেখা দিয়া এনে উচ্ছাহ আকৰ্ষণ দেখি আচৰিত নহৈ নোৱাৰিলে। জাপানীৰ প্ৰতি গভীৰ অবিশ্বাসেৰে তেওঁ ক'লে ঃ

> "আমি জাপানী সৈন্যক বিশ্বাস কৰিব নোৱাৰো। দেশখনক ৰক্ষা কৰা কামটো আমাৰ হাততহে থাকিব। গান্ধীজী এতিয়া মুক্ত। আমাৰ আলোচনাৰ সাৰাংশ তেওঁলৈ পঠোৱা হ'ব। আমি আমাৰ কাম হাতত ল'ম তেওঁৰ পৰা উপদেশ পোৱাৰ পাছতহে। কোনে এনে দেশক বিশ্বাস কৰিব যি দূৰৰ পৰা আমালৈ চিঞৰে আমাক স্বাধীনতাৰ আশা দি ? জাপান আমাৰ শত্ৰু। আমি আমাৰ আক্ৰমণকাৰীক ভেটিব লাগিব .... কোনোপধ্যেই জাপানী মুক্তি বাহিনীক আমন্ত্ৰণ কৰি অনাৰ ধাৰণা আমাৰ মনত পুহিব নালাগে।"[২৬]

কংগ্ৰেছ চছিয়েলিষ্ট সকলে বৰদলৈৰ চিন্তাধাৰাক নামানিলে। কিন্তু বৰদলৈয়ে দৃঢ়তাৰে দোহাৰি থাকিল যে দেশখনক জাপানীৰ চাতুৰিৰ বলি হ'বলৈ এৰি দিব নোৱাৰি কাৰণ তেওঁলোক বিশ্বাসঘাটকৰ বাহিৰে আন একো হব নোৱাৰে। গতিকে তেওঁলোকক সেই ভাবেই প্ৰতিৰোধ কৰা উচিত। পাছত গান্ধীজীয়েও অবিকল একে ধৰণৰেই ক'লে ঃ

> "জাপানে ভাৰতীয়ক দিয়া স্বাধীনতাৰ প্ৰস্তাৱটোৰ কোনো সততা নাই। মই নিজে ইয়াক একেবাৰে বিশ্বাস নকৰো। যদি মই তেওঁলোকৰ প্ৰস্তাৱত কণমানো সততা দেখিলো হয় মই ৰাজহুৱা ভাৱেই তেওঁলোকৰ পক্ষ ল'লো হয়।"

গান্ধীজীয়ে বৰদলৈৰ দূত দুজনক ক'লে যদি জাপানী সকল আহেই জনসাধাৰণৰ সৰ্ব্বোচ্চ কৰ্ত্তব্য হ'ব অহিংসভাৱে তেওঁলোকলৈ সকলো সহযোগ নাকচ কৰি, তেওঁলোকক প্ৰতিৰোধ কৰাটো।[২৭] ১৯৪৪ চনৰ জুলাই মাহৰ আদি ভাগত জাপানী সৈন্যই আই.এন.এ.ৰ সৈতে ইম্ফল, কোহিমা আৰু ডিমাপুৰক ভীতি প্ৰদৰ্শন আৰু অসমৰ বিভিন্ন ৰাজনৈতিক গোটৰ মাজত বিভাজন আৰু বিৰুদ্ধাচৰণৰ সৃষ্টি কৰিলে যদিও তেওঁলোক অৱশেষত মিত্ৰ শক্তিৰ হাতত পৰাস্ত হ'ল। যুদ্ধ-তিমিৰাছন্ন অসমৰ আকাশো ফৰকাল হ'ল।

জাপানী - আই.এন.এ. আক্ৰমণৰ সন্মুখত বৰদলৈৰ চিন্তাকৰ্ম চৰকাৰী নথি-পত্ৰত, ভিতৰুৱা কাগজ-পত্ৰত, আৰক্ষীৰ গোপন তথ্যত, বিভিন্ন গণ্যমান্য লোকৰ ভিতৰুৱা দলিল সংগ্ৰহত, আৰু আনকি নিখিল চক্ৰৱৰ্তীৰ দৰে প্ৰত্যক্ষদৰ্শীৰ লিখাত ফটিকৰ পানীৰ দৰে ফটফটীয়া হৈ থকাতো চকু চৰহা বৰদলৈ-বিদ্বেষী তৈয়বউল্লাই ১৯৬২ চনত, বৰদলৈৰ মৃত্যুৰ বাৰ বছৰৰ পিছত এটা গুজব তেওঁৰ মগজুৰ পৰা উলিয়ালে এই বুলি যে ১৯৪২-৪৪ কালত বৰদলৈ জাপানী প্ৰেমী আছিল আৰু জাপানীৰ সহায়ত স্বাধীন অসম গঢ়িবলৈ ওলোৱা ব্যক্তি আছিল। আনকি সেই অৰ্থে তেওঁলোকে গুপুতে বন্দুক-বাৰুদ যোগাৰ কৰাতো ব্যস্ত হৈ পৰিছিল।[২৮]

## ৩। চি.আৰ ফৰ্মুলা আৰু বৰদলৈৰ তৎপৰতা

১৯৪২ চনৰ পৰা ১৯৪৫ চনৰ ত্ৰিপাক্ষিক চুক্তিলৈকে সাদ্উল্লা আৰু মুছলিম লীগে মিলি কি আতঙ্ক অসমৰ খিলঞ্জীয়া লোকসকললৈ আনিছিল তাক আগৰটো অধ্যায়ত কোৱা হৈছে। গান্ধীজীৰ প্ৰেৰণাৰে সেই যুদ্ধত নৱীয়া বৰদলৈ লাচিত হৈছিল। কিন্তু সেই সময়টোতে কংগ্ৰেছৰ আৰু গান্ধীজীৰ কাষতে থকা এজনৰ চিন্তাই অসমলৈ কি দুৰ্যোগ আনিব বিচাৰিছিল সেই কথা কোৱা হোৱা নাই। ইয়েই আছিল চক্ৰৱৰ্তী ৰাজাগোপালাচাৰীৰ মস্তিষ্কত উদ্ভৱ হোৱা তথাকথিত চি. আৰ. ফৰ্মুলা। বৰদলৈৰ কাৰণে ই আছিল বিনা মেঘে বজ্ৰপাত।

কথাটো অলপ বহলকৈ কোৱা হওক যিহেতু ই অসমত আজিলৈকে প্ৰচাৰ নোহোৱাকৈয়ে থাকিল। দ্বিতীয় মহাসমৰৰ আৰম্ভৰে পৰা এখন জাতীয় চৰকাৰৰ দাবী সঘনে উঠিবলৈ লৈছিল যাতে কেন্দ্ৰীয় প্ৰশাসনৰ প্ৰতি বিভাগতে ভাৰতীয় সদস্য থাকে। এই ক্ষেত্ৰত কেন্দ্ৰত সম্পূৰ্ণ দায়িত্ব সম্পন্ন চৰকাৰ এখন পাতিবলৈ চাৰ্চিলৰ অনিচ্ছাৰ উপৰিও মুছলিম লীগেও বহু অসুবিধা দি আছিল। লীগে বিচাৰিছিল ভাৰতৰ দুই অংশত দুখন পাকিস্তান বা ইছলামী অঞ্চল পাতিবলৈ।[২৯] বহিঃবিপৰ্যয়ৰ সন্মুখত

জাতীয় চৰকাৰ এখন নোহোৱাটো পাকিস্তান দাবীতকৈও অধিকতৰ অনিষ্টকৰ বুলি ভাবি গণ্য কৰি ৰাজাগোপালাচাৰীয়ে কংগ্ৰেছ-লীগৰ মাজত বুজা-পৰা অনাৰ উদ্দেশ্যৰে ভাৰত বিভক্ত দাবীৰ প্ৰতি কিছু সহানুভূতি দেখুৱাই ১৯৪৪ চনৰ ১০ জুলাই তাৰিখে জিন্নাৰ লগত আলোচনা হোৱাৰ পাছত তেওঁ ফৰ্মুলাটো আগবঢ়ালে। এই চি.আৰ. ফৰ্মুলাৰ দ্বিতীয় দফাটোত কোৱা হ'ল এনেকৈ ঃ

> "যুদ্ধৰ শেষত এখন কমিছন পতা হব যি ভাৰতৰ উত্তৰ পশ্চিম আৰু পূব অংশৰ মুছলমান সংখ্যাগৰিষ্ঠভাৱে একেলগ হৈ থকা অংশ দুটি চিনাক্ত কৰিব। এনেকৈ চিনাক্ত কৰি উলিওৱা এলেকা দুটিৰ প্ৰাপ্ত বয়স্কৰ সকলো লোকৰে ভাগ লোৱা গণভোটৰ ওপৰত বিচাৰ হ'ব ভাৰত বিভাজনৰ বিষয়টো। যদি সংখ্যাগৰিষ্ঠ লোকে হিন্দুস্তানৰ পৰা বিচ্ছেদ হৈ এনে সুকীয়া সাৰ্বভৌম দেশ বিচাৰে তেনেহলে সেই সিদ্ধান্ত মানি লোৱা হব। দাঁতি-কাষৰীয়া জিলাবোৰৰো অধিকাৰ থাকিব দুয়োখন দেশৰ কোনো এখনক বাচি লবলৈ।"[৩০]

পূব বঙ্গৰ পৰা অহৰহ আহি থকা মুছলমান পমুৱা সকলে অসম মুছলিম লীগৰ উত্তেজিত উচতনিত বলেৰে অসমৰ মাটি অধিকাৰ কৰি থকাৰ সময়তে অহা ৰাজাজীৰ (ৰাজাগোপালাচাৰীৰ) চি.আৰ.ফৰ্মুলা ইতিমধ্যে ভয় আৰু চিন্তাত বিহ্বল হৈ থকা বৰদলৈৰ কাৰণে হৈ পৰিল যেন জ্বলা জুইত ঘিউহে। ৰাজাজী গান্ধীজীৰ নিকটৱৰ্তী আৰু সহচৰ হোৱা কাৰণে বৰদলৈৰ ভয় আৰু আশঙ্কাৰ পাৰ নোহোৱা হ'ল। ১৯৩৮ চনৰ পৰাই তেওঁ সকলো চেষ্টা চলাই গৈছিল অসমৰ বিশেষ পৰিস্থিতিক এনে স্তৰলৈ যাবলৈ নিদিবলৈ য'ত খিলঞ্জীয়া অসমীয়াই অসমৰ সকলো ৰাজনৈতিক ক্ষমতা আৰু সাংস্কৃতিক সামঞ্জস্য বহিৰাগত প্ৰবজনকাৰীৰ হাতত হেৰুৱাব লগা হব। তেওঁ এতিয়া এই দেখি অদ্ভুত হল যে অসমক ভাৰতৰ অবিচ্ছেদ্য অঙ্গ কৰি ৰাখিবলৈ অসমৰ বাহিৰৰ কংগ্ৰেছ মহল বোৰতো কোনো ইচ্ছা নাই। অসমীয়াই ইমান দিনে স্বাধীনতা সংগ্ৰামত দেহে কেহে লাগি থকাৰ পুৰস্কাৰ এয়েই হবনে? ৰাজাজীয়ে অৱশ্যেই নিৰ্দ্দিষ্টভাৱে অসমক পূব পাকিস্তানৰ অন্তৰ্গত কৰা নাছিল, কিন্তু তেওঁৰ ফৰ্মুলাই কেন্দ্ৰীয় কংগ্ৰেছৰ বৰমূৰীয়া সকলক অসম সম্পৰ্কে মুছলিম লীগৰ দাবী মানি লোৱাটো সহজ কৰি তুলিব বুলি ভয় খালে। কেন্দ্ৰীয় কংগ্ৰেছে অসমৰ খিলঞ্জীয়াৰ স্বাৰ্থলৈ আওকাণ কৰিব বুলি ভয় খাই বৰদলৈয়ে ১৪ আগষ্ট তাৰিখে অসমৰ ভূগোল আৰু ইতিহাস দাঙি ধৰি ৰাজাজীলৈ এখন পত্ৰ লিখিলে আৰু লগতে অসমৰ এখন মানচিত্ৰ গাঠি দিলে।[৩১] জিন্না আৰু গান্ধীজীৰ মাজত প্ৰয়োজন হৈ পৰা আলোচনা এটি আৰম্ভ হবলৈ ৰাজাজীয়ে কৰা প্ৰয়াসত সুখ প্ৰকাশ কৰিলেও বৰদলৈৰ কাৰণে যে সেই

সুখ অমিশ্রিত হব নোৱাৰে তাকেই বৰদলৈয়ে খোলাখুলি ভাৱে ৰাজাজীক ক'লে আৰু তেওঁক জনাই থলে যে অসমৰ মানচিত্ৰৰ পৰা শ্ৰীহট্ট জিলাখনেই বাদ পৰিব আৰু সেই কথা অসমৰ কংগ্ৰেছ ইতিহাসত আৰু অসম বিধানসভাৰ কংগ্ৰেছী দলৰ আঁচনিত তাহানিৰ পৰা চিহ্নিত হৈ আছে। বৰদলৈয়ে দৃঢ়ভাৱে জনালে যে কোনোপধ্যেই অসম পূব পাকিস্তান নালাগে অন্য এখন স্বায়ত্ব শাসিত প্ৰদেশৰ অঙ্গ হ'বলৈ নাযাব। ৰাজাজীয়ে তেওঁৰ ফৰ্মুলা দাখিল কৰাৰ আগতে অসমৰ ভূগোল আৰু ইতিহাসৰ বিষয়ে কিবা জ্ঞান যে আহৰণ কৰিছিল সেই বিযযে বৰদলৈয়ে সন্দেহ প্ৰকাশ কৰিলে। বৰদলৈৰ কাৰণে অতিকৈ বিৰক্তিকৰ আছিল অসমক পাকিস্তানক পেলাবলৈ সততে ব্যৱহাৰ হোৱা যুক্তি এটি। ই আছিল এই যে পূব পাকিস্তান খণ্ডটো অৰ্থনৈতিকভাবে টিকি থাকিবলৈ অসমখনৰ প্ৰযোজন। "যদি স্বনিযন্ত্ৰণেই এই বুজাপৰাৰ চালিত শক্তি, তেনেহলে অনন্ত কালৰে পৰা ভাৰতৰে সংলগ্ন হৈ অহা অঞ্চল এটাক কিয নতুনকৈ গঢ়ি উঠিবলৈ যোৱা পৃথক দেশ এখনত জাহ যাবলৈ দিযা হ'ব মাথোন এই নতুন দেশখনে বিচাৰিলে বুলিযেই ?" বৰদলৈযে খঙেৰে ক'লে। অসমক পাকিস্তানত পেলোৱাৰ দ্বিতীয় যুক্তি আছিল অসমত বহু সংখ্যক বাংলাভাষী লোক ইতিমধ্যে থকাৰ কাৰণেই। ইয়াৰ উত্তৰত বৰদলৈয়ে ক'লে যে ব্ৰহ্মপুত্ৰ উপত্যকাত বিছ শতাংশতকৈ অধিক বাংলাভাষী নাই ; মাথোন সুৰমা উপত্যকাক সামৰি ল'লেহে বাঙালীৰ সংখ্যা চল্লিছ শতাংশ হ'বগৈ।

স্থানীয় অসুবিধাবিলাকক আওকাণ কৰি কেন্দ্ৰীয় কংগ্ৰেছ নেতৃত্বই অসম বিষয়ক সততে সুদূৰ প্ৰসাৰী সিদ্ধান্তবোৰ লৈ থকাৰ মতিগতিত বৰদলৈ স্বাভাৱিকতে বিচলিত হৈ পৰিছিল আৰু সেই কাৰণে ৰাজাজীলৈ লিখা চিঠিখনৰ সামৰণিত তেওঁ সাবধানবাণী এটি শুনাই থলে এনেকৈ ঃ

> "অসমক ছিন্ন-বিছিন্ন কৰাৰ প্ৰয়াসেৰে গঢ়া যেইকোনো ফৰ্মুলাত আৰু অসমৰ যেইকোনো ৰূপান্তৰৰ বিৰুদ্ধে সমগ্ৰ প্ৰদেশখনেই এক হৈ থিয় দিব আৰু তাৰ কংগ্ৰেছী লোকসকল সম্পূৰ্ণ উপায়হীন হৈ পৰিব।"

বৰদলৈৰ মতে কংগ্ৰেছে মুছলিম লীগৰ পৰাহে দাবী কৰিব লাগে তেওঁলোকৰ সৎ ভাৱৰ প্ৰতীক হিচাপে অসমৰ চলি থকা মুছলমান প্ৰবজনক মুছলিম লীগৰ প্ৰেছৰ জৰিয়তে নিৰুৎসাহ কৰিবলৈ।[৩২]

ৰাজাজীৰ যুক্তিয়ে কেন্দ্ৰীয় কংগ্ৰেছক প্ৰভাৱিত কৰিব বুলি বৰদলৈয়ে অতিকৈ ভয় খাইছিল। ৰাজাজীৰে গান্ধীজীৰ ঘনিষ্ঠতাই মাথোন একমাত্ৰ কাৰণ নহয়। ৰাজাজী তেওঁৰ জ্ঞান-বুদ্ধিৰ প্ৰখৰতাৰ কাৰণে অতিকৈ বিখ্যাত আছিল। আনকি নেহৰুৱেও তেওঁক সমীহ কৰি চলিছিল। গতিকে অসম কংগ্ৰেছৰ লোকেৰে কোনো আলোচনা

নকৰাকৈ কেন্দ্ৰই ৰাজাজীৰ ফৰ্মুলাৰে খাপ খোৱা আৰু অসম আৰু অসমীয়াৰ অহিতে যোৱা কাম এটা আওপাকে কৰি পেলাব পাৰে বুলি ভয় কৰিছিল। সেই গতিকে তেওঁ ৰাজাজীলৈ লিখা চিঠিখনত তেওঁ সদ্যহতে তেওঁৰ কটকীৰ যোগেদি অহা গান্ধীজীৰ পৰা পোৱা উপদেশখিনিও গাঠি দিলে ঃ "মই অসমৰ পৰিস্থিতিটো সম্পূৰ্ণৰূপে উপলব্ধি কৰিব পাৰিছো। তাৰ মানুহে আশঙ্কাত থকাৰ কোনো কাৰণ নাই। অসমৰ স্বাৰ্থ অটুট থাকিব যেতিয়ালৈকে মই ইয়াত আছো। তুমি উদ্বিগ্ন হোৱাৰ কাৰণ নাই।"[৩৩] বৰদলৈয়ে ৰাজাজীকো অনুৰোধ কৰিলে অসমৰ সমস্যাটোত মনোযোগ দিবলৈ। বৰদলৈয়ে ৰাজাজীলৈ লিখা চিঠিখন ছাৰ তেজবাহাদুৰ চাপ্ৰুলৈও পঠিয়াই দিলে। চাপ্ৰু তেতিয়া গান্ধী-জিন্নাৰ মাজত মিট-মাট স্থাপন সমিতিখনৰ মুৰব্বী আছিল। বৰদলৈয়ে তেওঁক ক'লে যে পাকিস্তান আগ্ৰহী সকলৰ কোনোৱে যদি চেষ্টা কৰে অসমক তথাকথিত পূব পাকিস্তানত পাবলৈ তেনেহলে সি হ'ব অসমৰ বিৰুদ্ধে এটি অন্যায় কৰ্ম্ম।[৩৪]

চি.আৰ. ফৰ্মুলা আৰু সেই বিষয়ত হোৱা আলোচনাসমূহ অসমৰ কংগ্ৰেছ সভাপতি তৈয়বউল্লা আৰু আন আন বিশিষ্ট কংগ্ৰেছ নেতাই - যেনে হেমচন্দ্ৰ বৰুৱা, বিষ্ণুৰাম মেধী, অমিয় কুমাৰ দাস, সিদ্ধিনাথ শৰ্মা আদিয়ে জানিছিলনে নাই সন্দেহ। এই বিষয়ত তেওঁলোকৰ কোনো মন্তব্য, বিবৃত্তি, ভিতৰুৱা চিন্তনৰ লেখেই নাই। জেইলৰ পৰা মুক্তি পোৱাৰ পাচতো সেইবোৰ ঘটনাই তেওঁলোকক চিন্তিত কৰাৰ কোনো সাক্ষ্যই পাবলৈ নাই। আনকি এওঁলোকে কংগ্ৰেছ বিধায়ক সকলক অসমৰ স্বাৰ্থৰ কাৰণে বিধানসভাত যোগ দিয়াৰ যি প্ৰস্তুতি বৰদলৈয়ে গান্ধীজী আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ অনুমতি লৈ চলাইছিল তাৰো বিপক্ষে যোৱাৰ কথা কোৱা হৈছে। অমিয় কুমাৰ দাসে সেই সময়ত আনকি বৰদলৈৰ নেতৃত্বৰ প্ৰতিও সন্দিহান হৈ লিখিছিল ঃ

> "বৰ্ত্তমানে মোৰ মনলৈ তেওঁৰ সম্পৰ্কে এটি ভাবহৈছে মানুহজন বৰ দুৰ্বল। তেওঁৰ সাহসৰ অভাৱ। এটা কথাত বিশ্বাস থাকিলে যি সাহসৰ প্ৰয়োজন হয় সেই সাহসৰ অভাব। আন্তৰিকতাতকৈ বাহ্যিকতাত বেছি জোৰ দিয়া যেন পাওঁ। নেতৃত্বৰ কাৰণে যি বিলাক গুণৰ প্ৰয়োজন তেওঁৰ গাত সেইবিলাক একোৱেই নাই বুলি কম নে?"[৩৫]

এইবিলাক পঢ়িলে বুজা যায় বৰদলৈ বিদ্বেষী অসমৰ আগশাৰীৰ কংগ্ৰেছ নেতাসকলৰ চিন্তা মণ্ডল কিমান ওতঃপ্ৰোত ভাৱে বৰদলৈৰ চিন্তা মণ্ডলেৰে পৃথক আছিল। যেতিয়া অমিয় কুমাৰ দাস হেন লোকে কয় তেওঁ বৰদলৈত নেতৃত্বগুণ নেদেখিলে বুলি, সি বুজায় অসমীয়া এই নেতাসকলৰ ৰাজনীতি জ্ঞানৰ অভাৱ কিমান

পুতৌ লগা আছিল। তাৰোপৰি তেওঁলোকৰ কৰ্ত্তব্য নিষ্ঠাত প্ৰকৃত অসম প্ৰেমৰো কিমান অভাৱ আছিল !

চি.আৰ. ফৰ্মুলাক লৈ অসমৰে আন কেইজনমানে বিভিন্ন ধৰণেৰে মত প্ৰকাশ কৰিছিল। আনন্দ মোহন ডামে ইয়াক 'জাতীয়তা বিদ্বেষী' (anti-national) আখ্যা দিলে আৰু ক'লে ঃ "ৰাজাজীৰ বিশ্লেষণ আৰু গান্ধীজীৰ মন্তব্যই আমাক অধিকতৰ জ্ঞানী হবলৈ নিদিলে।"[৩৬] অসম বিধানসভাত আহোম সম্প্ৰদায়ৰ প্ৰতিনিধি সুৰেন্দ্ৰ নাথ বুঢ়াগোঁহাইয়ে আক' তেওঁৰ নিজা কল্পনা বেলুন উৰুৱালে। তেওঁ বিচাৰিলে হিন্দুস্তান আৰু পাকিস্তানৰ বাহিৰত থাকি জনজাতি আৰু অ-মুছলিম স্থানীয় সংখ্যালঘুৰে এখন স্বাধীন অসম য'ত হয়তো পূৰ্ব্বৰ আহোম ৰাজবংশৰ প্ৰতিনিধি হিচাপে তেওঁৰেই ৰাজত্ব কৰিব।[৩৭] অসম জাতীয় মহাসভাৰ অম্বিকাগিৰী ৰায়চৌধুৰীয়ে গান্ধীজীলৈ তাঁৰ বাৰ্তা পঠালে এইবুলি যে পাকিস্তানৰ সম্পৰ্কে তেওঁৰ আৰু জিন্নাৰ মাজত হোৱা আলোচনাত অসমৰো মুছলমান সংখ্যাগৰিষ্ঠ অংশ পাকিস্তানৰ অন্তৰ্ভুক্ত হোৱাৰ বাতৰিয়ে অসমৰ মাটি পট্টন বিষয়টোত দুষ্ট প্ৰকৃতিয়ে ইতিমধ্যে দেখা দিলেই।[৩৮] বিধানসভাৰ জাতীয়তাবাদী দলৰ নেতা ৰোহিনীকুমাৰ চৌধুৰীয়ে চাপ্ৰু মিটমাট সমিতিলৈ পঠোৱা প্ৰতিবেদনত অসম ইতিহাসৰ বৰ্ণনা দি লিখিলে যে অসমক পৰিকল্পিত পাকিস্তানত অন্তৰ্ভুক্ত কৰাটো হল হাস্যকৰ আৰু অসঙ্গত।[৩৯] অসম প্ৰাদেশিক কমিউনিষ্ট পাৰ্টিৰ সাধাৰণ সম্পাদক বীৰেশ মিশ্ৰই মুছলিম লীগৰ স্ব-নিয়ন্ত্ৰণৰ অধিকাৰ মানি লৈ আৰু পাকিস্তান গঠনৰো দাবী গ্ৰহণ কৰি চি.আৰ. ফৰ্মুলাক স্বাগতম জনালে, ই গান্ধী-জিন্নাৰ মাজত প্ৰাদেশিক আলোচনাৰ বাট মুকলি কৰি দিয়াত।[৪০]

গান্ধী-জিন্না আলোচনা[৪১] কোনো মীমাংসালৈ আহিবলৈ সম্পূৰ্ণ বিফল হ'ল। জিন্নাই নিজৰ বিশ্লেষণৰ বাহিৰে অন্য কাৰোৰে মতামত নামানিলে আৰু ১৯৪০ চনৰ মুছলিম লীগৰ লাহোৰ অধিবেশনৰ প্ৰস্তাৱৰ পৰা লৰচৰ নহ'ল। দুয়ো ব্যক্তিৰ মাজৰ মোচ নোখোৱা বিৰাট পাৰ্থক্যখিনি উপলব্ধি কৰিব পাৰি গান্ধীজীয়ে জিন্নালৈ ১৯৪৪ চনৰ ২৪ চেপ্তেম্বৰ তাৰিখে দিয়া চিঠিখনৰ নিম্নোক্ত অংশটিয়ে আৰু তাৰ উত্তৰত জিন্নাই লিখা কথা খিনিয়ে। গান্ধীজীয়ে লিখিছিল ঃ

> "মই এই ধাৰণাৰে আগবাঢ়ো যে ভাৰত দুই বা বহু জাতিৰ নহয়, ই মাথোন এটি বৃহৎ সংখ্যক লোকেৰে গঠিত এটি পৰিয়ালহে যাৰ মাজতে থকা উত্তৰ পশ্চিম অংশৰ বালুচিস্তান, সিন্দ, উত্তৰ পশ্চিম সীমান্ত প্ৰদেশৰ আৰু পাঞ্জাব বঙ্গ আৰু অসমৰ কিছু অংশত সংখ্যাগৰিষ্ঠতাৰে বাস কৰা মুছলমানখিনিয়ে এতিয়া ভাৰতৰ পৰা বেলেগ হৈ বসতি কৰিবলৈ বিচাৰিছে।"[৪২]

জিন্নাই পাছদিনা উত্তৰত লিখিলে এনেকৈ ঃ

"আপুনি ইতিমধ্যে লাহোৰ প্ৰস্তাৱত সোমাই থকা মুলনীতিক নাকচ কৰি থৈছেই। আপুনি গ্ৰহণ নকৰে যে পাকিস্তান গঠিত হৈছে উত্তৰ পশ্চিম আৰু উত্তৰ পুবত অৱস্থিত দুটি খণ্ডেৰে আৰু ৬ খন প্ৰদেশৰ সমষ্টিৰে, যি কিখন হ'ল সিন্দ, বালুচিস্তান, উত্তৰ পশ্চিম সীমান্ত প্ৰদেশ, পঞ্জাব, বঙ্গ আৰু অসম। লাহোৰ প্ৰস্তাৱত থকা ইঙ্গিত ক্ৰমে এলেকা সম্পৰ্কত আপোচ হব পাৰে।"[৪৩]

চাপ্ৰু সমিতিয়ে সোধা এটা প্ৰশ্নৰ উত্তৰত গান্ধীজীয়ে ক'লে "তেওঁ (জিন্নাই) মাথোন এটা কথাকেই দাবী কৰি বহিল ঃ যদিহে মই প্ৰথমে পাকিস্তান মানি লওঁ তেতিয়াহে তেওঁ মোৰ লগত তেওঁৰ সিদ্ধান্তৰ আনবোৰ কথা পাতিব।[৪৪] যেতিয়া সোধা হ'ল জিন্নাই কিয় চি.আৰ. ফৰ্মুলাৰ ২য় দফাৰ বিৰোধিতা কৰিলে। গান্ধীজীয়ে ক'লে "কাঁয়েদে আজামে মুছলিমৰ গণভোট নিবিচাৰে কাৰণ তেওঁৰ মতে লীগেই ভাৰতৰ মুছলিম লীগক প্ৰতিনিধিত্ব কৰে, আৰু য'ত মুছলমান সংখ্যাগৰিষ্ঠ তাত আন সম্প্ৰদায়ৰ পাকিস্তান সম্পৰ্কে মাত মাতিবৰ অধিকাৰ নাই।[৪৫]

বৰদলৈয়ে অৱশ্যেই ধৈৰ্য্য হেৰুৱা নাছিল। যেতিয়া ৮ অক্টোবৰ তাৰিখে গুৱাহাটীত ইউনাইটেড ষ্টুডেন্টছ বোৰ্ডয়ে হিন্দু-মুছলমানৰ একতা প্ৰদৰ্শন কৰিছিল তালৈ তেওঁ ইংৰাজীত লিখা নিম্নোক্ত বাণীটো পঠাইছিল ঃ

"মই সুখী হৈছো যে কটন কলেজৰ ছাত্ৰ সকলে ৰাজাজী ফৰ্মুলাৰ ভিত্তিত হিন্দু-মুছলমানৰ মাজত আৰু লগতে ভাৰতৰ আন আন সম্প্ৰদায় সকলৰ মাজতো একতা গঢ়িবলৈ প্ৰচেষ্টা চলাইছে। যদি আমাৰ মাজত একতাৰ অনুপস্থিতিয়ে ভাৰতৰ স্বাধীনতাৰ পথত কন্টক স্বৰূপ হৈ দেখা দিছে তেনেহলে ই সঁচাকৈয়ে প্ৰতিজন স্বাধীনতা কামীৰ কৰ্ত্তব্য হৈ পৰিছে তাক নিৰ্মূল কৰাত ব্ৰতী হবলৈ। ৰাইজৰ প্ৰতিনিধি সকল (বিধানসভাত) এই সময়ত ৰাইজৰ সান্নিধ্যত থাকিব পৰা নাই আৰু এই অৱস্থাত ছাত্ৰই জনতাৰ লগত সম্পৰ্ক স্থাপন কৰিবলৈ ওলোৱাটো সকলোৰে কাৰণে সেৱা হৈ দেখা দিছে।"[৪৬]

---

## নৱম অধ্যায়

## 'ভাগ' আৰু 'ভগাই ভাগ' ৰাজনীতিৰ হেন্দোলনিত কম্পিত অসমঃ

# বৰদলৈ আৰু অসমৰ গ্ৰুপিং সমস্যা

## ১৯৪৬-১৯৪৭

১৯৩৭ চনৰ পৰা ১৯৫০ চনৰ ভিতৰত, মানে গোপীনাথ বৰদলৈয়ে অসম বিধানসভাৰ ভিতৰৰ পৰা কৰা ৰাজনীতিৰ সময়ডোখৰত প্ৰাপ্ত বয়স্ক হোৱা কোনো অসমীয়াই এটা কথা উপলব্ধি কৰিব পাৰিছিলনে মোৰ সন্দেহ। কথাটো হ'ল এই যে এই কালটোত এটাৰ পাছত এটাকৈ বহু গুৰুত্বপূৰ্ণ সমস্যা অসম আৰু অসমীয়া জাতিৰ গাত এনেদৰে লম্ভি আছিল যে এটাৰ সমাধান নৌহওঁতেই আন এটা আহি পৰিছিল। তেওঁৰ প্ৰথম মন্ত্ৰীসভাৰ দৰেই বৰদলৈয়ে তেওঁৰ দ্বিতীয়খন মন্ত্ৰীসভাতো (১৯৪৬-১৯৫০) বহু ভয়ঙ্কৰ সমস্যাৰ সন্মুখীন হব লগা হৈছিল। অবৈধ পমুৱাৰ উচ্ছেদত লাগি থাকোঁতেই (দশম অধ্যায় দ্ৰষ্টব্য) আহি পৰিল বিপদ সঙ্কুল গ্ৰুপিং সমস্যা।

১৯৪০ চনৰ মাৰ্চ মাহত মুছলিম লীগে তেওঁলোকৰ লাহোৰ অধিবেশনত পাকিস্তান-প্ৰস্তাৱ গ্ৰহণ কৰে আৰু তেতিয়াৰে পৰা ভাৰতৰ সকলো মুছলমান সম্প্ৰদায়ৰ লোকৰ হৈ মাত মাতিবৰ অধিকাৰ দাবী কৰে। সেই বছৰৰ পৰাই পাকিস্তান সৃষ্টি বা ভাৰত বিভাজনৰ জল্পনা-কল্পনাৰ সূত্ৰপাত হ'ল। লীগৰ লাহোৰ অধিবেশনৰ দুবছৰৰ পাছত, যুদ্ধ ভাৰতৰ তেনেই ওচৰ চাপি অহাত, বৃটিছ প্ৰধান মন্ত্ৰী উইনষ্টন চাৰ্চিলে তেওঁৰ যুদ্ধকালীন সংযুক্ত মন্ত্ৰীসভাৰ সমাজবাদী মন্ত্ৰী ষ্টাফৰ্ড ক্ৰিপছক ভাৰতলৈ গৈ তাৰ ৰাজনৈতিক দলসমূহেৰে ভাৰতৰ ভৱিষ্যত সংবিধান সম্পৰ্কে কথা হৈ আহিবলৈ পঠায়। ১৯৪২ চনৰ মাৰ্চ মাহৰ শেষৰ ফালে ভাৰতলৈ আহি যুদ্ধৰ অন্তত আহিব লগা ভাৰতৰ ৰাজনৈতিক ভৱিষ্যতৰ যি আভাস ক্ৰিপছে এপ্ৰিল মাহৰ পহিলা ভাগত দিলে, তাতো প্ৰকাশ পালে ভৱিষ্যত ভাৰত বিভাজনৰ সম্ভাৱনীয়তা। ক্ৰিপছৰ চিন্তাত ভাৰতৰ ভৱিষ্যত সাংবিধানিক গাঁথনিৰ পৰা ইচ্ছা কৰিলে কোনো ৰাজ্য বা এলেকা আচুতীয়া হৈ থাকিব পাৰে। কোৱা বাহুল্য শাসকীয় গোষ্ঠীৰ এনে চিন্তাই মুছলিম লীগক পাকিস্তান সম্পৰ্কে কেৱল আশা দিয়াই নহয়, তেতিয়াৰে পৰা তাক পাবলৈ লীগে

বৃটিছৰ ওপৰত সম্পূৰ্ণ ভৰসাও কৰিবলৈ ল'লে। গান্ধীজীৰ নেতৃত্বত কংগ্ৰেছৰ বিয়াল্লিছৰ আন্দোলনৰ দাবী আছিল  এটাই ; - বৃটিছে ভাৰতৰ বৰ্ত্তমান-ভৱিষ্যত সম্পৰ্কে ভাবিবলৈ এৰি ভাৰতীয়ৰ হাতত ক্ষমতা অৰ্পণ কৰি ভাগিব লাগে - মানে ভাৰত ত্যাগ কৰিব লাগে। যদিও তাৰ ফলত ভাৰতলৈ বিপদ বা অৰাজকতা আহে তাক ভাৰতবাসীয়েই চম্ভালি ল'ব। বৃটিছ শাসক গোষ্ঠীৰ প্ৰতি কংগ্ৰেছৰ এই চৰম আচৰণ 'ভাগ'ৰ বিপৰীতে মুছলিম লীগৰ আচৰণ হৈ পৰিল 'ভগাই ভাগ' - মানে, ভাৰত ত্যাগ কৰাৰ আগতে বৃটিছে যেন দেশখন 'পাকিস্তান' আৰু 'হিন্দুস্তান'ত ভগাই যায়, কাৰণ বৃটিছৰ কৃপাদৃষ্টিৰ অবিহনে লীগে 'পাকিস্তান'ৰ সম্ভাৱনা নেদেখিলে।

কংগ্ৰেছে সমগ্ৰ ভাৰতত সৃষ্টি কৰা আলোড়নৰ প্ৰতাপত ১৯৪৬ চনৰ মাজ ভাগত বৃটিছে কেবিনেট মিছনৰ জৰিয়তে ভাৰত এৰি যাবলৈ ওলোৱাৰ যি সংকেত দিলে, তাত সন্তুষ্ট হৈয়েই আগ-পাছ ভালকৈ নুগুনি, কেন্দ্ৰীয় কংগ্ৰেছে কেবিনেট মিছন আঁচনিলৈ সাধাৰণ সমৰ্থন জনালে। কিন্তু সেই আঁচনিত যে পাকিস্তান (ভাৰতৰ ভিতৰতেই হওক বা বাহিৰতেই হওক) বা ভাৰত বিভাজন জোৰা লাগি আছিল তালৈ কেন্দ্ৰীয় কংগ্ৰেছৰ বহু আগশাৰীৰ নেতাই বৰকৈ কাণসাৰ নকৰিলে এই ভাবি যে তাত গণ পৰিষদ পতাৰ যি দিহা কৰা হৈছিল সেই গণ পৰিষদত কংগ্ৰেছ সংখ্যাগৰিষ্ঠতাই লীগ-বৃটিছৰ ষড়যন্ত্ৰ অনায়াসে ওফৰাই পেলাব পাৰিব। কিন্তু যিহেতু কেবিনেট মিছন আঁচনিৰ সফলতাত অসম আৰু অসমীয়াৰ অস্তিত্ব বিলুপ্তি নিশ্চিত আছিল, সেই গতিকে কেন্দ্ৰীয় কংগ্ৰেছৰ দৰে বৰদলৈ আৰু অসম কংগ্ৰেছে সেই আঁচনিক নিৰ্বিবাদে গ্ৰহণ কৰিব নোৱাৰিলে। সেই গতিকেই কেবিনেট মিছন আঁচনিৰ বিপক্ষে বৰদলৈৰ নেতৃত্বত অসমে যুঁজ দিওঁতে কেন্দ্ৰীয় কংগ্ৰেছৰ সৈতেও যুঁজিব লগা হৈছিল। যিকোনো কাৰণেই নহওক এই যুদ্ধখনৰ সকলো তথ্য শুদ্ধভাৱে আজিলৈকে বিচাৰ বা বিশ্লেষণ কৰা হোৱা নাই। আনকি ৰহস্য জনক ভাৱে এই সংক্ৰান্তৰ বহু কথা সেই সময়ৰে পৰা আজিলৈকে লুকুৱাই বা ঢাকি ৰখাৰ আচহুৱা প্ৰচেষ্টা এটা চলি আছে। সেই কাৰণে বৃটিছ চৰকাৰে প্ৰকাশ কৰা ভাৰতৰ ক্ষমতা হস্তান্তৰ সম্পৰ্কত সমস্ত নথি-পত্ৰৰ সহায়ত ৰহস্যৰ ওৰণিখন উদঙাই 'কেবিনেট মিছন, কেন্দ্ৰীয় কংগ্ৰেছ আৰু অসম' বিষয়টো আলোচনা কৰা হওক।

## ১। অসমত মুছলিম লীগ আৰু বৃটিছৰ যুটীয়া ষড়যন্ত্ৰ

১৯৪০ চনৰে পৰা কেন্দ্ৰীয় কংগ্ৰেছৰ মহাপন্থা অনুসৰণ কৰিও 'অসমৰ বিশেষ পৰিস্থিতি'ৰ নামত গোপীনাথ বৰদলৈয়ে অসমত যিবোৰ আচুতীয়া প্ৰতিৰক্ষা

ব্যৱস্থা লৈছিল আৰু যিবিলাকৰ কাৰণে তেওঁ নিজ প্ৰদেশৰেই বহু সতীৰ্থৰ মাজত অপ্ৰিয়ই নহয় গৰ্হিতো হব লগাত পৰিছিল, তাৰ মূলতেই আছিল অসমক মুছলমান-প্ৰধান ৰাজ্য কৰি তুলিব খোজা মুছলিম লীগ আৰু সাদুল্লা চৰকাৰৰ প্ৰচেষ্টাটোৰ প্ৰতি তেওঁৰ সজাগতা। সাম্প্ৰদায়িক ৰাজনীতিৰ ঘোৰ বিৰোধী আৰু কংগ্ৰেছ আদৰ্শেৰে হিন্দু-মুছলমানৰ মাজত মিলা-প্ৰীতি সৃষ্টিত ব্ৰতী হোৱাৰ কাৰণেই, আৰু সত্যক ৰাজনীতিৰ শীৰ্ষত ঠাই দিয়াৰ হেতুকেই, প্ৰায় অকলশৰীয়া হৈও গান্ধীজীৰ আশীৰ্বাদেৰে ধন্য হৈ নিৰ্ভীকতাৰে বৰদলৈয়ে তেওঁ বাছি লোৱা পথেদি কিছু দূৰ আগুৱাব পাৰিছিল যদিও, বৃটিছ, মুছলিম লীগ আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ সৰ্বভাৰতীয় চালৰ আগত তেওঁৰ সকলো প্ৰতিৰক্ষা ব্যৱস্থা উফৰি যাওঁ যাওঁ হ'ল। চল্লিছৰ দশকটো আগুৱাই যোৱাৰ লগে লগে বৰদলৈয়ে গম ধৰিব পাৰিছিল যে অৱশেষত হয়তো কংগ্ৰেছে পাকিস্তান মানি লব লগাত পৰিব আৰু সেই কাৰণেই অসমত সাদুল্লা চৰকাৰৰ পমুৱা নীতি তেওঁৰ কাৰণে প্ৰায় দুঃস্বপ্নৰ দৰেই হৈ পৰিছিল। ১৯৪২ চনৰ এপ্ৰিল মাহতেই এলাহাবাদত বহা নিখিল ভাৰত কংগ্ৰেছ কমিটিত চক্ৰৱৰ্তী ৰাজাগোপালাচাৰীয়ে (ৰাজাজী) প্ৰস্তাৱ তুলিছিল যে কংগ্ৰেছে পাকিস্তান দাবী মানি লৈ মুছলিম লীগৰ লগত হাত-মিলাই কেন্দ্ৰত সংযুক্ত চৰকাৰ গঢ়ি যুদ্ধত যোগ দিব লাগে। ৰাজাজীৰ এই প্ৰস্তাৱটো আহিল এনে এটা সময়ত যেতিয়া বৃটিছ লীগৰ ফলীয়া হবলৈ লৈছিলেই। ১৯৪২ চনৰ চেপ্তেম্বৰ মাহত লীগৰ প্ৰতিপত্তি নথকা সিন্ধু প্ৰদেশত অ-লীগ মুখ্যমন্ত্ৰীজনক কংগ্ৰেছ প্ৰিয় বুলি বৃটিছে আঁতৰাই তাত লীগ মন্ত্ৰীসভা স্থাপন কৰিলে। লীগৰ প্ৰভাৱ নথকা অসমতো তেনেদৰে লীগ সংযুক্ত চতুৰ্থ সাদুল্লা মন্ত্ৰীসভা স্থাপন কৰা হল। ১৯৪৪ চনৰ জুলাই মাহত ৰাজাজীয়ে যেতিয়া ভাৰত বিভাজনৰ সূত্ৰটো ঘোষণা কৰিলে, তেতিয়া বৰদলৈৰ অশান্তিৰ পাৰ নোহোৱাৰ কথা কোৱা হৈছে। তেওঁ ৰাজাজীলৈ লিখিলে যে অসম অবিহনে আৰ্থিক-সচ্ছল পূব-পাকিস্তান সম্ভৱ নহ'ব বুলিয়েই মুছলিম লীগে অসমক বিচাৰিব নোৱাৰে, আৰু শ্ৰীহট্ট বাদে তেতিয়াৰ অসমৰ কোনো অংশই কোনোপধ্যেই পৰিকল্পিত পাকিস্তানৰ অন্তৰ্ভুক্ত হ'ব নোৱাৰে। অসম আৰু পাকিস্তানৰ মাজৰ সম্পৰ্ক বিহীনতাটো কেন্দ্ৰক বুজাবৰ অৰ্থে বৰদলৈয়ে নিজেই ছাৰ তেজবাহাদুৰ চাপ্ৰু আদিৰ দৰে আইনজ্ঞ সকলক লগ ধৰিবলৈ বিচাৰিছিল, কিন্তু অন্তৰীণৰ হুকুম থকাত তেনে কাম হাতত ল'ব নোৱাৰি আগষ্ট মাহত চাপ্ৰুলৈ তেওঁ আগতে ৰাজাজীলৈ লিখা চিঠিখনকে পঠিয়াই দিলে এই অনুৰোধেৰে যেন তেওঁ অসমৰ ভৌগোলিক আৰু সাংস্কৃতিক পৰিস্থিতিটো বুজি অসমক পাকিস্তান ভুক্ত কৰাৰ আয়োজনত বাধা দিয়ে।

কংগ্ৰেছ আৰু মুছলিম লীগৰ ক্ৰমে 'ভাগ' আৰু 'ভগাই ভাগ' ৰাজনীতিলৈ চূড়ান্ত পৰ্য্যায় আহি পৰে ১৯৪৫ চনৰ মাজভাগৰ পৰা ১৯৪৬ চনৰ মাজভাগৰ

সময়ডোখৰত। ১৯৪৫ চনৰ ১৪ জুন তাৰিখে বৰলাট ৱাভেলে বিলাতৰ পৰা ঘূৰি আহি ভাৰতৰ ভৱিষ্যত সম্পৰ্কে যি ঘোষণা কৰিলে তাত মুছলিম লীগক ভাৰতৰ মুছলমান লোক সকলক প্ৰতিনিধিত্ব কৰাৰ অধিকাৰ দিয়া হ'ল আৰু বৃটিছে কংগ্ৰেছ আৰু মুছলিম লীগক সমান পৰ্য্যায়ত ৰাখি তেওঁলোকৰ সাহায্যত ভাৰতৰ শাসন কাৰ্য্য চলাবলৈ মনস্থ কৰিলে। ৱাভেলৰ আঁচনিক লৈ বৃটিছে ছিমলাত ভাৰতীয় ৰাজনৈতিক দলসমূহেৰে যি আলোচনা কৰিলে তাৰ বিশেষ ফল ধৰাত, বৃটেইনৰ এটলিৰ লেবাৰ মন্ত্ৰীসভাৰ তিনিজনীয়া কেবিনেট দল এটাই ভাৰতলৈ আহি ১৯৪৬ চনৰ ১৬ মে' তাৰিখে যি ঘোষণা কৰিলে, তাত বৃটিছে তেওঁলোকৰ ভাৰত-ক্ষমতা দায়িত্বশীল ভাৰতীয়লৈ হস্তান্তৰ কৰি ভাৰত ত্যাগ কৰাৰ প্ৰথম বিশ্বাসযোগ্য প্ৰচেষ্টা দেখা পোৱা গ'ল।

১৯৪৬ চনৰ মাৰ্চ মাহত ক্লিমেন্ট এটলিৰ লেবাৰ চৰকাৰে ভাৰতলৈ পঠোৱা কেবিনেট মিছনৰ ওপৰত আৰোপিত হোৱা কৰ্ত্তব্য আছিল কংগ্ৰেছ আৰু মুছলিম লীগ ভাৰতৰ এই দুই প্ৰধান ৰাজনৈতিক দলৰ মিশ্ৰিত প্ৰতিনিধিত্বৰে কেন্দ্ৰত বৰলাটৰ ভাৰত-প্ৰশাসন মণ্ডলীটো (কেন্দ্ৰীয় মন্ত্ৰীসভা) সম্পূৰ্ণ ভাৰতীয়কৰণ কৰা। বৰলাট ৱাভেল আৰু মিছনৰ তিনিগৰাকী সদস্যই (ভাৰত সচিব লৰ্ড পেথিক লৰেন্স, বাণিজ্য মন্ত্ৰী ছাৰ ষ্টাফ'ৰ্ড ক্ৰিপছ আৰু নৌ বিভাগৰ মন্ত্ৰী এ.ভি. আলেকজেণ্ডাৰ) দুমাহ ধৰি ভাৰতীয় নেতৃবৰ্গৰে হোৱা কথোপকথনৰ মাজেৰে কোনো মীমাংসালৈ আহিব নোৱাৰি নিজেই ১৬ মে' (১৯৪৬) তাৰিখে ভাৰতৰ ভৱিষ্যত সংবিধান সম্পৰ্কত তেওঁলোকৰ আঁচনি ঘোষণা কৰিলে।

কেবিনেট মিছনে ভাৰতৰ ভৱিষ্যত সাংবিধানিক গাঁথনি সম্পৰ্কে যিবোৰ ব্যৱস্থা আগবঢ়াইছিল তাৰ বহুতো বৰদলৈ আৰু তেওঁৰ কেইবাজনো অসমীয়া সতীৰ্থই আনন্দেৰে আঁকোৱালি ল'ব পৰাত আছিল। এই আঁচনিয়ে বহু ৰাজ্য বা অঞ্চলৰ সংযোগেৰে ভাৰতক এনেধৰণৰ এখন ফেডাৰেল ৰাষ্ট্ৰ হিচাপে গঢ়ি তুলিব খুজিছিল যাতে বৈদেশিক, প্ৰতিৰক্ষা আৰু যাতায়াত-সংযোগ বিষয় তিনিটাৰ বাদে প্ৰতিখন সংযোজিত ৰাজ্য বা অঞ্চলে আন সকলো বিষয়তে নিজা সাৰ্বভৌমত্ব বজাই ৰাখিব পাৰিব। কেন্দ্ৰই এই তিনিটা বিভাগৰ পৰিচালনাৰ কাৰণে প্ৰয়োজন হোৱা খৰছৰ কাৰণে ৰাজ্য বা অঞ্চল সমূহৰ পৰা কৰ তোলাৰ ক্ষমতা পাব। ১৯৪০-৪১ কালডোখৰত যোৰহাট কাৰাগাৰত আবদ্ধ হৈ থাকোঁতে বৰদলৈ আৰু তেওঁৰ কেইবাজনো লগৰীয়া কংগ্ৰেছী নেতাই তেনে এখন সংবিধানেই পাবলৈ আশা কৰিছিল। ১৯৪০ চনৰ ২৪ ডিচেম্বৰৰ পৰা ১৯৪১ চনৰ ৮ মাৰ্চলৈকে এই সময়ছোৱাত সেই কাৰাগাৰত বৰদলৈৰ আয়োজনত বৰদলৈ, গৌৰীকান্ত তালুকদাৰ, বিষ্ণুৰাম মেধী, ফখৰুদ্দিন আলি আহমেদ আৰু দেৱেশ্বৰ শৰ্মাই ভাৰত আৰু অসমৰ ভৱিষ্যত সংবিধান সম্পৰ্কে

প্ৰতিদিনীয়া যি এঘন্টীয়া মেল পাতিছিল তাত এই তিনিটা ক্ষেত্ৰৰ বাহিৰে কেন্দ্ৰক আন কোনো অধিকাৰ দিয়া হোৱা নাছিল।[১] কেন্দ্ৰত নপৰা সকলো ক্ষমতাৰ একমাত্ৰ অধিকাৰ ৰাজ্যবিলাকলৈ আহিব বুলি কেবিনেট মিছনৰ আঁচনিত যেনে ব্যৱস্থা হৈছিল বৰদলৈ আৰু তেওঁৰ সহবন্দী সকলে যোৰহাট জেইলত তেনেদৰেই ভাবিছিল। উদাহৰণ স্বৰূপে, অসমৰ প্ৰাকৃতিক সম্পদৰ ওপৰত অসম চৰকাৰৰ একমাত্ৰ অধিকাৰৰ বিষয়ে তেওঁলোক দৃঢ় আছিল। সেই গতিকে কেবিনেট মিছনে আগবঢ়োৱা কেন্দ্ৰ-ৰাজ্য সম্বন্ধটো বৰদলৈৰ অতিকৈ মনঃপুত আছিল।[২] ডেৰমাহ পূৰ্বে পহিলা এপ্ৰিলৰ বিয়লি বেলা বৰলাট ৱাভেল আৰু কেবিনেট মিছনৰ আমন্ত্ৰণ ক্ৰমে অসমৰ মুখ্যমন্ত্ৰী হিচাপে বৰদলৈয়ে যেতিয়া তেওঁলোকৰ আগত ভাৰতৰ ভৱিষ্যত সংবিধান সম্পৰ্কে তেওঁৰ ধাৰণা দাঙি ধৰিছিল, তেতিয়াও তেওঁ এনে ধৰণৰ সম্বন্ধ এটাকে আশা কৰিছিল।[৩] কিন্তু লেঠা হৈছিল সেই আঁচনিয়ে মুছলিম লীগক সম্পূৰ্ণকৈ সন্তুষ্ট কৰিবলৈ গ্ৰহণ কৰা চৰ্ত কেইটামানক লৈ। সেই চৰ্তকেইটাই আছিল আঁচনিখনৰ স্নায়ুকেন্দ্ৰ।[৪]

কেবিনেট মিছন আঁচনিয়ে ভাৰতৰ প্ৰদেশ বা অঞ্চল কেইটাক 'ক', 'খ', 'গ' নামৰ তিনিটা অংশ বা ছেক্সনত ভগালে তাৰে 'খ' আৰু 'গ' ছেক্সন মুছলমান প্ৰধান কৰাৰ প্ৰয়াস কৰিলে, যাতে সেই অঞ্চল দুটাৰ ভৱিষ্যত ধাৰ্মিক, সাংস্কৃতিক বা ৰাজনৈতিক উৎকৰ্ষ মুছলমান সম্প্ৰদায়ে বিচৰাৰ দৰে হয়। এই আঁচনি মতে অসম পৰিল বঙ্গৰে সৈতে 'গ' ছেক্সনত। বঙ্গৰ লীগ্‌ চৰকাৰৰ মুৰব্বী ছুহৰাবৰ্দী আৰু অসম আৰু বঙ্গৰ লীগ নেতাসকলে তাকে বিচাৰিছিল। অসমৰ কাৰণে এই অমঙ্গলীয়া দফাকেইটা হ'ল ১৫ (৫), ১৯ (৫) আৰু ১৯ (৭)। এইকেইটাৰ ১৫ (৫) দফামতে ইচ্ছা কৰিলে ছেক্সনত পৰা প্ৰদেশ বিলাকে মিলি গোট বা গ্ৰুপ গঠন কৰি সেই গ্ৰুপৰ ওপৰত কাৰ্য্যনিৰ্বাহক আৰু আইন প্ৰণয়ন ক্ষমতা অৰ্পণ কৰিব পাৰিব। আকৌ তেনে গ্ৰুপে প্ৰাদেশিক বিষয়বোৰ সমূহীয়াভাৱে বিচাৰ কৰিব পাৰিব। ১৯ (৫) দফাই ছেক্সনভুক্ত প্ৰত্যেকখন প্ৰদেশক অকল নিজ প্ৰদেশৰেই সংবিধান প্ৰণয়নৰ কাৰণে অধিকাৰ নিদিলে ; ছেক্সনৰ প্ৰতি প্ৰদেশক ছেক্সনভুক্ত অন্য প্ৰদেশৰো সংবিধান প্ৰণয়নৰ ক্ষমতা দিলে। তাৰোপৰি, ছেক্সনভুক্ত সকলোবোৰ প্ৰদেশে যদি সংখ্যাগৰিষ্ঠতাৰে বিচাৰে, তেনেহলে তেওঁলোকে গ্ৰুপ সংবিধানো তৈয়াৰ কৰিব পাৰিব[৫] । ১৯ (৭) দফাই অৱশ্যে গ্ৰুপৰ অন্তৰ্ভুক্ত হোৱাৰ পাছতো প্ৰদেশবোৰক গ্ৰুপৰ পৰা ওলাই অহাৰ সুবিধা দিলে। কিন্তু ই ঘটিব পাৰিব নতুন সংবিধানমতে হোৱা সাধাৰণ নিৰ্বাচনৰ পাছতহে, - আৰু যদিহে প্ৰাদেশিক বিধানসভাত সেই উদ্দেশ্যে এটি প্ৰস্তাৱ গৃহীত হয়।

বৰদলৈ আৰু অসম কংগ্ৰেছকে ধৰি সকলো অসমীয়াই ঠিকেই ধৰি ললে

যে যিহেতু তেওঁলোকৰ হিন্দু, সংখ্যাগৰিষ্ঠ প্ৰদেশখন মুছলমান সংখ্যাগৰিষ্ঠ বৃহত্তৰ বংগৰে একেটা ছেক্সনত পৰিব, গতিকে অসমৰ কাৰণে ছেক্সনত ভৰ্তি হোৱাটোৱেই আপোনআপুনি গ্ৰুপত ভৰ্তি হোৱাত পৰিণত হ'ব" কাৰণ 'গ' ছেক্সনৰ দুয়োখন প্ৰদেশৰ সংখ্যাগৰিষ্ঠ সভ্যই অসমৰ সংবিধান আৰু গ্ৰুপ সংবিধানৰ বিষয়ে শেষ মন্তব্য দিব পাৰিব। 'গ' ছেক্সনত পৰা প্ৰদেশ দুখনৰ প্ৰতিনিধিৰ অংকটো আছিল এনেকুৱা ঃ[৭]

| প্ৰদেশ | প্ৰতিনিধি সাধাৰণ সমষ্টি | প্ৰতিনিধি মুছলমান সমষ্টি | প্ৰতিনিধি সৰ্বমুঠ |
|---|---|---|---|
| বংগ | ২৭ | ৩৩ | ৮০ |
| অসম | ৭ | ৩ | ১০ |
| | ৩৪ | ৩৬ | ৯০ |

সেই গতিকেই অসম যে বংগত যাহ যাব সেই কথাটো বুজিব খোজা লোকসকলে ভালকৈ বুজিছিল। আচলতে এনে হ'বলৈকে গ্ৰুপিং ব্যৱস্থাৰ সৃষ্টি হৈছিল আৰু সেই কাৰণেই গ্ৰুপিং ব্যৱস্থা কেবিনেট আঁচনিৰ সাৰ অংশ আছিল। মুছলিম লীগে খোজা ধৰণে ভাৰতৰ বাহিৰত মুছলিম প্ৰধান পাকিস্তান এখন সৃষ্টি নকৰি ভাৰত ৰাষ্ট্ৰৰ অংগ স্বৰূপেই বৃটিছে এখন পাকিস্তান পাতিব খুজিছিল আৰু তাৰ পুব অংশটোক আৰ্থিকভাৱে টনকিয়াল কৰিবৰ অৰ্থে অসমখন লীগে বিচৰাৰ দৰে যোগ দিছিল। 'গ' ছেক্সনত অসম পৰা বাবেই মুছলিম লীগে কেবিনেট আঁচনি আদৰি লৈছিল। ১৯৪৬ চনৰ ৬ জুন তাৰিখে নিখিল ভাৰতীয় মুছলিম লীগে জনালে যে কেবিনেট আঁচনিৰ বাধ্যতামূলক গ্ৰুপিঙৰ ব্যৱস্থাত পাকিস্তানৰ ভিত্তি আৰু বুনিয়াদ নিহিত থকাৰ কাৰণেই তেওঁলোকে সেই আঁচনি গ্ৰহণ কৰিলে।[৮]

## ২। অসমক পাকিস্তানত পেলাবলৈ বৃটিছৰ দুৰ্ব্বাৰ প্ৰয়াস

অসম যে মাথোন মুছলিম লীগৰ পাকিস্তান মানচিত্ৰতহে আছিল এনে নহয়; ই সৰ্বদায় বৃটিছৰ পাকিস্তান মানচিত্ৰতো আছিল। বিশেষকৈ কেবিনেট আঁচনিৰ আগ আৰু পাছ মুহুৰ্ত্তত অসমখন নিয়মমতে ভৌগোলিক সাংস্কৃতিক কাৰণত পাকিস্তানত পৰিব নোৱাৰে বুলি জানিও বৃটিছে অসমক পাকিস্তানত ভুক্ত কৰাৰ ষড়যন্ত্ৰ চলাই আছিল। বৰলাট বাহাদুৰকে লৈ সকলো বৃটিছ আমোলা বিষয়া এই ষড়যন্ত্ৰৰ সংযুক্ত। কেইটামান উদাহৰণ দিয়া হওক ঃ ১৯৪৬ চনৰ ২৫ এপ্ৰিল তাৰিখে বিলাতৰ 'ইণ্ডিয়া অফিচ'ৰ অবৰ সচিব ছাৰ উইলিয়াম ক্ৰফ্‌টে (সেই সময়ত কেবিনেট মিছনৰ লগত ভাৰতত) মন্তব্য কৰিছিল যে যদি অৱস্থা পণ্ড হবলৈ লয় আৰু কংগ্ৰেছৰ পৰা

সহযোগিতা পোৱা নাযায়, তেনেহলে বৃটিছ চৰকাৰে এখন মজলীয়া পাকিস্তানৰ পক্ষে মত দিয়াত কোনেও বাধা দিব নোৱাৰিব। তেওঁৰ দৃষ্টিত এই মজলীয়া পাকিস্তানখন হ'ল পঞ্জাবৰ আম্বালা অঞ্চল বাদ পৰা উত্তৰ-পশ্চিম পাকিস্তান আৰু কলিকতাত বিশেষ অৰ্থনৈতিক সুবিধাৰ অধিকাৰেৰে পূব বংগ আৰু অসম মিলি হোৱা পূব পাকিস্তান।[৯] কেবিনেট মিছন আঁচনি ঘোষণাৰ এদিন পাছতেই - মানে ১৭ মে' তাৰিখে, - বংগৰ ৰাজ্যপাল ছাৰ এফ.বাৰোজে তাঁৰ যোগে বৰলাট ৱাভেলক সুধি পঠিয়ালে - তেওঁ যি বুজিছে - 'গ' ছেক্সনৰ অসমৰ প্ৰতিনিধিয়ে বংগৰ সংবিধানৰ বিষয়ত মাত মাতিব পাৰিব। এই কথাটো সঁচানে ?[১০] ইয়াৰ উত্তৰত সেই দিনাই ৱাভেলে তাঁৰ বাৰ্তা পঠিয়ালে এনদৰে ঃ

> "মই অধিকাৰ পূৰ্বক অনুমোদনেৰে কওঁ যে অসমৰ প্ৰতিনিধিৰ বংগৰ সংবিধান সৃষ্টিত মাত মতাৰ অধিকাৰ থাকিব আৰু বংগৰো ঠিক তেনেদৰে অসমৰ সংবিধান প্ৰস্তুতিত মাত মতাৰ হক থাকিব।"[১১]

অকল বৃটিছ আমোলাহে অসমত পাকিস্তান ভুক্ত কৰাৰ পক্ষে আছিল এনে নহয় ; ভাৰতস্থ সকলো ব্যৱসায়িক বৃটিছো আছিল সেই ফলীয়া। ব্যৱসায়ত লিপ্ত অসম আৰু বংগৰ ইউৰোপীয়সকলে গণ পৰিষদত প্ৰতিনিধিত্ব বিচাৰিছিল (অৱশ্যেশেষত সেই দাবী নৰজিল) এই বুলি যে তেওঁলোকৰ সমৰ্থনে পাকিস্তান গঢ়াত সহায় কৰিব।[১২] কেবিনেট মিছনৰ সভ্যসকল আৰু বৰলাটৰ মাজত ২৩ মে' তাৰিখে হোৱা আলোচনা এটাত এই বুলি কোৱা হৈছিল যে ইউৰোপীয় সংস্থাৰ সভাপতি লাওছনৰ মতে হয়তো বংগৰ দুজন মুছলমান গণ পৰিষদ সদস্যই কংগ্ৰেছৰ পক্ষে মত দিব আৰু সেই কাৰণে 'গ' ছেক্সনত মুছলিম লীগৰ সংখ্যাগৰিষ্ঠতা বজাই ৰাখিবৰ কাৰণে ইউৰোপীয় প্ৰতিনিধিৰ প্ৰয়োজন।[১৩]

অসমক পাকিস্তানত ভৰ্তি কৰোৱাত বৃটিছে কি বিৰাট ভূমিকা লৈছিল তাক বৰ্তমানে বৃটিছ চৰকাৰেই বাৰটা (এতিয়ালৈকে) বৃহৎ খণ্ডত প্ৰকাশ কৰা "ভাৰত-ক্ষমতা হস্তান্তৰ" সংক্ৰান্ত নথি-পত্ৰসমূহ তন্ন-তন্নকৈ অনুসন্ধান কৰিলে বুজি উঠিব পাৰি। অসমক পাকিস্তানত নাপালেই জিন্না অসন্তুষ্ট হ'ব আৰু জিন্না অসন্তুষ্ট হৈ কেবিনেট মিছন আঁচনি নাকচ কৰিলে সেই মিছন বিফল হ'ব। গতিকে অসম পাকিস্তানে পাবই লাগিব। এয়েই আছিল সেই সময়টোত বৃটিছৰ দৃঢ় সিদ্ধান্ত, - ই অসমীয়াৰ কাৰণে যিমানেই অবিচাৰ নহওক লাগিলে। এইটো আচৰিত আৰু আচহুৱা যে 'গ্ৰুপ' আৰু ছেক্সনৰ মাজত প্ৰকৃততে যে কোনো প্ৰভেদ নাছিল তাক আজিকোপতি বহু আলোচকে গম ধৰিব পৰা নাই। কেবিনেট মিছনৰ সদস্য ছাৰ ষ্টাপ'ৰ্ড ক্ৰিপছৰ ব্যক্তিগত সহকাৰী ব্যক্তি মেজৰ উইড্ৰ উয়াটে ২৪ মে' তাৰিখে জিন্নাক কৈছিল যে কেবিনেট আঁচনি মতে 'গণ পৰিষদত প্ৰদেশবিলাকক প্ৰথমে বাধ্যতামূলকভাৱে

ছেক্সনভুক্ত কৰা হ'ব আৰু তাৰ পাছত তেওঁলোক গ্ৰুপত সোমাবনে নাই সেই বিষয়ত মত দিবলৈ বাধ্য কৰোৱা হ'ব।"[১৪] জিন্নাক আকৌ কোৱা হৈছিল যে যদি অসম আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ ছেক্সনত সোমাবলৈ মান্তি নহয় তেনেহ'লেও ছেক্সনকেইটাৰ কামত ব্যাঘাত নজন্মিব "যদিও অৱশ্যে অসম আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশে নতুন সংবিধান প্ৰস্তুত হোৱাৰ পাছত (প্ৰাদেশিক বিধানসভাৰ ভোটৰ বলেৰে) গ্ৰুপৰ পৰা বাহিৰ হোৱাৰ উপায় নেহেৰুৱাব।"[১৫] এটা ছেক্সনৰ সমূহীয়া সাধাৰণ সংখ্যাগৰিষ্ঠ ভোটেৰেই যে প্ৰদেশ এখন গ্ৰুপত সোমোৱা-নোসোমোৱাটো থিৰাং হ'ব এই কথাটো প্ৰথমৰ পৰাই খাটাং আছিল। বৰলাটৰ মন্ত্ৰণালয়ৰ সংবিধান বিষয়ক উচ্চ ভাৰতীয় উপদেষ্টা ভি.পি. মেননে সেই সময়তে কৈছিল যে এটা ছেক্সনৰ সাধাৰণ সংখ্যাগৰিষ্ঠ ভোটেই থিৰাং কৰিব এই প্ৰদেশ গ্ৰুপৰ পৰা বাহিৰ হৈ থাকিব পাৰিবনে নোৱাৰে। বৰলাট ৱাভেলে কেতিয়াও এই কথা লুকুৱাই ৰখা নাছিল। ৫ ছেপ্তেম্বৰ (১৯৪৬) তাৰিখে চৰ্দাৰ বল্লভভাই পেটেলে যেতিয়া তেওঁক ক'লে যে প্ৰদেশ এখনে প্ৰদেশ হিচাপেই ভোট দিব লাগে, এটা ছেক্সনৰ মাথোন অংশবিশেষ হিচাপে নহয় ; - তেতিয়া ৱাভেলে পেটেলক কৈছিল ঃ "ই মিছনৰ অভিপ্ৰায়ৰ সম্পূৰ্ণ বিপৰীত হ'ব আৰু মিছনৰ লক্ষ্যকেই ধ্বংশ কৰিব।"[১৬]

কেবিনেট মিছনৰ কৃতকাৰ্য্যতাৰ কাৰণে অসমক মুছলিম লীগৰ হাতত সমৰ্পণ কৰিবলৈ লোৱা কথাটো যে ন্যায়সংগত নাছিল তাকো বৃটিছে অনুভৱ নকৰাকৈ নাছিল। কেবিনেট মিছন আঁচনিৰ বিপক্ষে ব্ৰহ্মপুত্ৰ উপত্যকাত হোৱা অভূতপূৰ্ব আলোড়নৰ সম্পৰ্কত ভাৰত সচিব লৰ্ড পেথিক লৰেঞ্চেও লণ্ডনৰ পৰা ৬ ছেপ্তেম্বৰ (১৯৪৬) তাৰিখে ৱাভেললৈ লিখিছিল ঃ "অসমৰ আপত্তিৰ ক্ষেত্ৰত মই নাভাবোঁ যে ই একেবাৰে ভিত্তিহীন।"[১৭] কিন্তু এই জ্ঞানে বৃটিছলৈ অনুশোচনা অনাৰ কথা দূৰতে থাওক, সেই ভাৰত সচিবেই সেই পত্ৰতেই বৰলাটলৈ উপদেশ দি লিখিলে যে যদি গণ পৰিষদত অসমৰ সাধাৰণ সমষ্টিৰ প্ৰতিনিধিসকলে ছেক্সনত বহিব নোখোজে তেনেহলে অসমৰ মুছলিম লীগক মন্ত্ৰণা দিব লাগে যাতে তেওঁলোকে অসমৰ তপছিলভুক্ত আৰু জনজাতি লোকসকলক কংগ্ৰেছৰ বিৰুদ্ধে উচটায়।[১৮]

বৃটিছৰ এনে অভিসন্ধিৰ পৰা সাৰিবলৈ বা এনে ষড়যন্ত্ৰৰ বিপক্ষে যুঁজিবলৈ অসম-কংগ্ৰেছক অতি কমেও প্ৰয়োজন হৈছিল কেন্দ্ৰীয় কংগ্ৰেছৰ সক্ৰিয় সাহায্য। এই সাহায্য বিনে অসমৰ ৰক্ষাৰ উপায় নোহোৱা যেন হৈছিল। তথাপি এই সাহায্য সৰল, পোনপটীয়াভাৱে অসমে পোৱা নাছিল। মৰ্মান্তিক বেজাৰেৰে বৰদলৈয়ে সেয়েহে স্বগতোক্তি কৰিছিল ঃ " অসমে ভাৰতৰ জাতীয় সংগ্ৰামত ইমান ত্যাগ স্বীকাৰ কৰিলে মাথোন শেষত অসমখনকে হেৰুৱাবৰ কাৰণেহেনে ?"[১৯]

## ৩। জৱাহৰলাল নেহৰু, কেন্দ্ৰীয় কংগ্ৰেছ আৰু অসমৰ গ্ৰুপিং সমস্যা

কেবিনেট মিছনৰ ১৬ মে' (১৯৪৬) তাৰিখৰ ঘোষণাই অসম কংগ্ৰেছৰ মূৰত বজ্ৰপাত পৰাৰ দৰে কৰিলে। সেইদিনা প্ৰাদেশিক কংগ্ৰেছৰ সাধাৰণ সভা গুৱাহাটীত বহিছিল ; কিন্তু ঘোষণাটোৰ সংবাদ অসম পাওঁতে পলম হোৱাত বিষয়টো দিনৰ বেলাৰ সভাত আলোচনা কৰিব পৰা নগ'ল। কংগ্ৰেছ সভাপতি মহম্মদ তৈয়বউল্লাই সেই উদ্দেশ্যে সেইদিনাই আবেলি এখন জৰুৰী সভা পাতিলে।[২০] বৰদলৈ তেতিয়া কেন্দ্ৰীয় কংগ্ৰেছৰ ৱৰ্কিং কমিটিৰ বৈঠকত দিল্লীত। অসম কংগ্ৰেছে কেন্দ্ৰীয় কংগ্ৰেছলৈ কেবিনেট মিছনৰ গ্ৰুপিং পৰিকল্পনাৰ বিৰোধিতা কৰি বাৰ্তা পঠালে[২১] আৰু লগতে বৰদলৈকো সেই বিষয়ে কেন্দ্ৰীয় কংগ্ৰেছৰ ওচৰত আপত্তি দৰ্শাবলৈ খবৰ পঠিয়ালে।[২২]

বৰদলৈয়ে তেওঁৰ তীব্ৰ বিৰোধিতা ১৯ মে' তাৰিখে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ ওচৰত এখন স্মাৰক পত্ৰৰে দাখিল কৰিলে। কেবিনেট মিছনৰ গ্ৰুপিং প্ৰস্তাৱ বৰদলৈৰ কাৰণে আছিল দুষ্ট আৰু ঘৃণনীয়ভাৱে অ-গণতান্ত্ৰিক। কেনেকৈ বাহিৰৰ কোনোৱে অসমৰ মতামত নোলোৱাকৈ অসমক অন্য এখন প্ৰদেশত জাহ যাবলৈ দিব পাৰে ? বৰদলৈৰ মানত ই 'কুটিল প্ৰস্তাৱ'। কেন্দ্ৰীয় কংগ্ৰেছে যাতে অসমৰ আপত্তিক তুচ্ছ তাচ্ছিল্য নকৰে সেই উদ্দেশ্যে তেওঁ ভাৰতীয় জাতীয় সংগ্ৰামলৈ অসমৰ বৰঙণিৰ বিষয়ে ইংগিত দি কেন্দ্ৰীয় কংগ্ৰেছৰ বৰমূৰীয়াসকলক সাৱধানবাণী শুনালে এনেকৈঃ "অসমে অসমক লঘুভাৱে লবলৈ নিদিব আৰু (যদিহে কেন্দ্ৰীয় কংগ্ৰেছে অসমৰ আপত্তিলৈ কাণসাৰ নকৰে) অসমৰ বহুলোকে ইয়াক বিৰাট বিশ্বাসঘাতকতা বুলি ললেও একো আচৰিত কথা নহ'ব।"[২৩]

কেন্দ্ৰীয় কংগ্ৰেছৰ হৈ কেবিনেট মিছন আঁচনি সম্পৰ্কে বৰলাট আৰু মিছনৰ সদস্য সকলৰ সৈতে আলোচনাত ব্যস্ত হোৱা প্ৰধান ব্যক্তি দুগৰাকী হ'ল মৌলানা আবুল কালাম আজাদ আৰু পণ্ডিত জৱাহৰলাল নেহৰু। প্ৰথমজন মিছনৰ আৰম্ভণী কালছোৱাত কংগ্ৰেছ সভাপতি আছিল, আৰু দ্বিতীয়জন পাছৰ কালছোৱাত। মিছনৰ আঁচনি সম্পৰ্কে দুয়োৰে মনোবৃত্তি সুকীয়া ধৰণৰ আছিল যদিও কেন্দ্ৰীয় কংগ্ৰেছৰ সমূহীয়া কাৰ্য্যপন্থা গ্ৰহণ কৰোঁতে এই সুকীয়া মন্তব্যই ব্যাঘাত জন্মোৱা নাছিল।আজাদে কেবিনেট মিছনৰ আঁচনি বিশেষ মনোযোগেৰে অধ্যয়ন কৰিছিল আৰু তেওঁ তেওঁৰ ৰাজনৈতিক আত্মজীৱনী 'ইণ্ডিয়া উইনছ ফ্ৰিডম'ত এই আঁচনি তেওঁৰ অতিকৈ মনঃপূত আছিল বুলি ব্যক্ত কৰি গৈছে। আজাদে আনকি ইয়াকো কৈছে যে পাকিস্তানৰ আবিৰ্ভাৱক দূৰতে বিদূৰ কৰিবলৈ কেবিনেট মিছনে কৰা গ্ৰুপিঙৰ দৰে ব্যৱস্থা এটি

তেওঁৰ মনতো খেলাই আছিল। অৱশ্যে আজাদে এই বিষয়ে সেই সময়ত কংগ্ৰেছ সহকৰ্মী সকলৰ লগত কথা পাতিছিল বুলি জনা নাযায়।[২৪] আনহাতে নেহৰুৱে কেবিনেট মিছনৰ আঁচনি ভালকৈ বুজিবলৈ চেষ্টা কৰা নাছিল। তাৰ কাৰণ হ'ল তেওঁৰ মতে ভৱিষ্যত স্বাধীন ভাৰতৰ সংবিধান কেনেধৰণে ৰচনা হ'ব তাক ক'বলৈ বিদেশী বৃটিছৰ অধিকাৰ নাই। তেওঁৰ দৃষ্টিত (গান্ধীজীৰ দৃষ্টিতো) কেবিনেট আঁচনিৰ অন্তৰ্নিহিত সুন্দৰ কথাটো আছিল বৃটিছৰ ভাৰত পৰিত্যাগ কৰাৰ মনোভাৱটো ; আৰু যিমান সোনকালে এই পৰিত্যাগ ঘটিব সিমানেই ই ভাৰতীয়ৰ কাৰণে মঙ্গলদায়ক হ'ব। সেই গতিকে নেহৰুৰ আচৰণ আছিল এনেকুৱা ঃ তেওঁ আঁচনিখন নাকচো নকৰে (নাকচ কৰিলেই বৃটিছে ভাৰত ত্যাগ কৰোতে পলম হ'ব), আৰু ইয়াক পুৰামাত্ৰাই গ্ৰহণ কৰিব বুলিও নকয়। তেওঁ ভাবিছিল যে আঁচনি মতে অন্ততঃ বিবাদ মুক্ত ব্যৱস্থা কেইটামান (যেনে, গণ পৰিষদলৈ সদস্য নিযুক্তি আৰু কেন্দ্ৰীয় মন্ত্ৰীসভা গঠন) আগবাঢ়িব লাগে। নেহৰুৱে ভাবিছিল যে যিহেতু গণ পৰিষদত কংগ্ৰেছ সদস্যই সংখ্যাগৰিষ্ঠতা লাভ কৰিব, গতিকে সেই ভোটৰ জৰিয়তে তেওঁ ভাৰতৰ ভৱিষ্যত সংবিধান কংগ্ৰেছে বিচৰাৰ ধৰণে ৰচিব পাৰিব। সেই কাৰণে তেওঁ সদায় গণ পৰিষদক সাৰ্বভৌম বুলি গণ্য কৰিছিল, যদিও কেবিনেট আঁচনিৰ গণ পৰিষদ সাৰ্বভৌম নাছিল।

গ্ৰুপিং সংক্ৰান্তত কেবিনেট আঁচনিৰ দফাকেইটাৰ ভাষা স্পষ্ট নোহোৱাত (যদিও অৱশ্যে সেই বিষয়ত সংশ্লিষ্ট বৃটিছ মহলে কৰা মন্তব্য স্পষ্ট আছিল) আৰু এই দফাকেইটাৰ ইটোৰ লগত সিটোৰ সংঘবদ্ধতা সম্পৰ্কে প্ৰশ্ন উঠাত নেহৰুৱে তেওঁ বিচৰাৰ দৰে কংগ্ৰেছৰ সম্পূৰ্ণ সমৰ্থন দিয়াত পলম কৰিবলৈ সুবিধা পাইছিল। গ্ৰুপ সংক্ৰান্তত অসমক পূব পাকিস্তানত পেলোৱাৰ মিছনৰ ষড়যন্ত্ৰটোৱেই আছিল প্ৰকৃততে কেবিনেট আঁচনি সম্পৰ্কে কংগ্ৰেছৰ প্ৰধান লেঠা। কিন্তু মিছনৰ এই ব্যৱস্থা নামানো বুলিলেও বৃটিছ মান্তি নহ'ব, কাৰণ ই আছিল বৃটিছৰ কাৰণে আঁচনিখনৰ সাৰ অংশ। সেই গতিকে কংগ্ৰেছে তাকো স্পষ্টকৈ ক'ব নুখুজিলে।

বিভিন্ন বিশেষ সময়ত অসমৰ লেঠাক লৈ আজাদ আৰু নেহৰুৰ নেতৃত্বত কেন্দ্ৰীয় কংগ্ৰেছে কেনে মনোবৃত্তি ধাৰণ কৰিছিল তাৰো বিচাৰ হোৱা উচিত। এই সময়ত নেহৰুৰ চিন্তা, কৰ্ম আৰু দস্তুৰ কংগ্ৰেছ, বৃটিছ আৰু অসমৰ কাৰণে গুৰুত্বপূৰ্ণ আছিল। অৱশ্যে এই কথা ঠিক যে অসমক ঘোৰ বিপদৰ পৰা কেন্দ্ৰীয় কংগ্ৰেছে বচোৱা নাছিল ; বচাইছিল গণ পৰিষদলৈ নিৰ্বাচিত হোৱা অসম বিধানসভাৰ সদস্য সকলে গণপৰিষদত কেনে ব্যৱহাৰ দেখুৱাব লাগিব সেই বিষয়ত বৰদলৈয়ে সফলতাৰে উঠোৱা নিৰ্দেশসূচক প্ৰস্তাৱটোৱে আৰু কিছু দূৰ গান্ধীজীৰ প্ৰেৰণাৰে পুষ্ট, গঢ়ি উঠা স্থানীয় লোকৰ আলোড়নটোৱে।

## ৪। গ্ৰুপিং সমস্যাৰ সংক্ৰান্তত নেহৰুৰ খেলি-মেলি চিন্তা আৰু মইমতালি আচৰণ

কেবিনেট মিছনৰ আঁচনি সম্পৰ্কত কেন্দ্ৰীয় কংগ্ৰেছৰ প্ৰথম প্ৰতিক্ৰিয়া প্ৰকাশ পায় ২৪ মে' তাৰিখে। সেইদিনাৰ ৱৰ্কিং কমিটিৰ সিদ্ধান্তই কেবিনেট আঁচনিক গ্ৰহণো নকৰিলে, নাকচো নকৰিলে।[২৫] ই মাথোন ক'লে যে কংগ্ৰেছে শেষ সিদ্ধান্তত উপনীত হবলৈ আৰু কিছু সংবাদ বা স্পষ্টীকৰণৰ প্ৰয়োজন। তথাপি আঁচনিৰ প্ৰধান তাত্ত্বিক কেৰোণটো সেই সিদ্ধান্তই দেখুৱালে ঃ যদিও কেবিনেট মিছনৰ ঘোষণাত এহাতে অৱশিষ্ট ক্ষমতাক প্ৰদেশসমূহত থৈ স্বায়ত্ত শাসনৰ ওপৰত গুৰুত্ব আৰোপ কৰা হৈছে, আনহাতে, অন্য এটা ব্যৱস্থাই প্ৰদেশ সমূহক ছেক্সনত ভৰ্তি হবলৈ বাধ্য কৰোৱাইছে। এই দুই ব্যৱস্থা সামঞ্জস্যহীন। কেন্দ্ৰীয় কংগ্ৰেছে লোৱা সিদ্ধান্তত কেবিনেট মিছনৰ আঁচনি সম্পৰ্কত আৰু এটা চতুৰ বাক্য যোগ দিয়া হ'ল - "ঘোষণাৰ (১৬ মে'ৰ) পৰামৰ্শদায়ক লক্ষ্যশটোলৈ মন কৰি আৰু বিশেষকৈ দফাবিলাকৰ ইটোৰ লগত সিটোৰ সামঞ্জস্য বজাই ৰাখিবৰ কাৰণে কমিটিয়ে ১৫ (৫) নম্বৰ অনুচ্ছেদৰ এনে ব্যাখ্যা কৰিছে যে সংশ্লিষ্ট প্ৰদেশ বিলাকে প্ৰথমে বিচাৰ কৰিব তেওঁলোকে তেওঁলোকক দিয়া ছেক্সনত সোমাব নে নোসোমায়।" ১৫ নম্বৰ অনুচ্ছেদৰ (৫) দফাটো হ'ল ঃ "Provinces should be free to form groups with Executives and Legislatures, and each group could determine the Provincial subjects to be taken in common." [২৬]

যিহেতু ৱৰ্কিং কমিটিৰ এই সিদ্ধান্তৰ খচৰাটো জৱাহৰলাল নেহৰুৱে কৰিছিল,[২৭] সেই গতিকেই স্পষ্ট যে তেওঁ প্ৰথমৰ পৰাই প্ৰদেশ বিলাকৰ বাধ্যতামূলক ছেক্সন ভুক্তিৰ অসুবিধাৰ কথা বুজিছিল। যি হওক, কেবিনেট মিছনে পাছদিনাই (২৫ মে') এটা বিবৃত্তিত ক'লে যে কংগ্ৰেছে দিয়া ছেক্সনৰ ব্যাখ্যা তেওঁলোকে বুজাব খোজা দৰে নাই হোৱা। তেওঁলোকৰ মতে প্ৰদেশ সমূহক ছেক্সনত বাধ্যতামূলক হিচাপে ভৰ্তি কৰোৱাটো আঁচনিখনৰ বিশিষ্ট অংশ আৰু ইয়াৰ সলনি কৰিবলৈ হ'লে সকলো পক্ষৰ অনুমোদনৰ প্ৰয়োজন।[২৮] অন্য কথাৰে, মুছলিম লীগৰ অনুমতি বিনে কোনো পৰিৱৰ্ত্তনৰ সম্ভাৱনা নাই। আমি আগতে কৈয়েই থৈছো যে ২৪ মে' তাৰিখে কেবিনেট মিছনৰ তৰফৰ পৰা জিন্নাক কোৱা হৈছিল যে প্ৰদেশ বিলাকক প্ৰথমে বাধ্যতামূলকভাৱে ছেক্সনত ভৰোৱা হ'ব আৰু তাৰ পাছত তেওঁলোকে নিজে বিচাৰ কৰিব তেওঁলোকে গ্ৰুপ পাতিবনে নেপাতে।[২৯]

কংগ্ৰেছ ৱৰ্কিং কমিটিৰ এই বৈঠকখন শেষ হোৱাৰ লগে লগেই অসমত

গ্ৰুপিঙৰ বিপক্ষে মহা আলোড়ন আৰম্ভ হয়। বৰদলৈ দিল্লীৰ পৰা ঘূৰি অহাৰ পাছতেই ২৬ মে' তাৰিখে প্ৰদেশ কংগ্ৰেছৰ ৱৰ্কিং কমিটি বহিল আৰু ই কেন্দ্ৰীয় কংগ্ৰেছৰ ওচৰত বৰদলৈয়ে দাখিল কৰা স্মাৰক পত্ৰখন অনুমোদন কৰিলে আৰু গ্ৰুপিং আঁচনিৰ লগত সম্পূৰ্ণ অ-সহযোগিতা ঘোষণা কৰিলে। অসম কংগ্ৰেছে প্ৰদেশ খনৰ বাহিৰত আৰু ভিতৰতো প্ৰচাৰ কাৰ্য্য চলোৱাৰ ব্যৱস্থা ল'লে। বৰদলৈয়ে বিশেষকৈ গ্ৰুপিঙৰ বিৰুদ্ধে এটা গণ আন্দোলনৰ আৱশ্যকতা বোধ কৰিলে। ৫ জুনৰ দিনা অন্ততঃ ব্ৰহ্মপুত্ৰ উপত্যকাৰ চহৰ আৰু ভিতৰ অঞ্চলতো সভা-সমিতি ইত্যাদি পাতি 'গ্ৰুপিং বিৰোধী দিৱস' পালন কৰা হ'ল। গণ-আন্দোলনৰ এই প্ৰথম পৰ্য্যায় জুলাই মাহলৈকে চলিল।[৩০]

জুন মাহত অসমৰ নেতা সকলৰ দুটা সঁজাতি দল প্ৰচাৰৰ কাৰণে বাহিৰলৈকো ওলাল। তেওঁলোকৰ উদ্দেশ্যই আছিল কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য সকল আৰু উত্তৰ ভাৰতৰ কেইখনমান ৰাজধানীৰ প্ৰধান কংগ্ৰেছী নেতাসকলক লগ ধৰি অসমৰ বিশেষ অসুবিধাটোৰ বিষয়ে বুজোৱা। হৰেন্দ্ৰ নাথ বৰুৱা, হৰেশ্বৰ গোস্বামী, দেৱকান্ত বৰুৱা, কামাখ্যা প্ৰসাদ ত্ৰিপাঠী আৰু পুস্পলতা দাসেৰে গঠিত প্ৰথম দলটোৰ অভিজ্ঞতা তেনেই বিৰক্তিকৰ হ'লেও গুৰুত্বপূৰ্ণ। কলিকতাৰ বংগৰ প্ৰায়সকল কংগ্ৰেছ নেতাই নিজা প্ৰদেশৰ স্বাৰ্থৰ খাতিৰত অসম 'গ' ছেক্সনত থকাটো বিচাৰিলে, যাতে অসমৰ সহায়ত তেওঁলোকে মুছলমান হেঁচাৰ পৰা অলপ ৰক্ষা পায়। শৰত চন্দ্ৰ বোস আৰু শ্যামা প্ৰসাদ মুখাৰ্জী অৱশ্যে এই ক্ষেত্ৰত ব্যতিক্ৰম আছিল ; তেওঁলোক দুজনে সম্পূৰ্ণ অন্তঃকৰণেৰে অসমৰ প্ৰতি সহানুভূতি জনাইছিল।[৩১] উত্তৰ প্ৰদেশৰ পৰা কোনো সহানুভূতি পোৱা নগ'ল। গোবিন্দ বল্লভ পন্তৰ অসম সমস্যাৰ বিষয়ে কিছু জ্ঞান আছিল যদিও তেওঁ ভাবিছিল যে কিবা উপায়েৰে অসমে ছেক্সনত নোসোমোৱাকৈও সাৰিব পাৰিব। জৱাহৰলাল ভগ্নী বিজয়লক্ষ্মী পণ্ডিত কিন্তু অসমৰ প্ৰতিবাদৰ কথা লৈ খঙত উত্তেজিত হৈ উঠিছিল। অসম দলৰ এগৰাকী বিশিষ্টা সদস্যা শ্ৰীমতী পুস্পলতা দাসে এঠাইত লিখিছে আৰু আমাকো সেই অভিজ্ঞতা বৰ্ণাই কৈছে যে বিজয়লক্ষ্মী পণ্ডিতে অসমৰ প্ৰতিবাদ সমগ্ৰ ভাৰতৰ স্বাৰ্থৰ পৰিপন্থী জ্ঞান কৰিছিল আৰু অসমৰ আবেদন-নিৱেদনৰ যোগ্য ঠাই ফটা কাগজৰ টুকুৰী হোৱা উচিত বুলি ভাবিছিল।[৩২]

ইয়াৰ তুলনাত অসম কংগ্ৰেছৰ সভাপতি তৈয়বউল্লাৰ নেতৃত্বত যোৱা অসমৰ দ্বিতীয় দলটোৰ (এই দলত আছিল - মৌলানা তৈয়বউল্লা, ফখৰুদ্দিন আলি আহমেদ, অমিয় কুমাৰ দাস, বিজয়চন্দ্ৰ ভাগৱতী, নীলমনি ফুকন আৰু অম্বিকাগিৰি ৰায়চৌধুৰী। অভিজ্ঞতা ভালেই আছিল যদিও গান্ধীজীৰ সৈতে হোৱা সাক্ষাতৰ বাহিৰে এই দলেও বিশেষ প্ৰতিশ্ৰুতি আদায় কৰিব নোৱাৰিলে। দিল্লীত অৱশ্যে অসমৰ দুয়োটা দল এক হৈছিলগৈ। ৮ জুন তাৰিখে দিল্লীত নেহৰুৱে দলটোক ক'লে যে অনিচ্ছুক

অসমৰ ওপৰত কোনেও সংবিধান এখন জাপি দিব নোৱাৰিব।[৩৩] দ্বিতীয় দিনা চৰ্দাৰ বল্লভভাই পেটেলেও কেন্দ্ৰীয় কংগ্ৰেছৰ সাহায্য অসমৰ লগত থাকিব বুলি জনালে আৰু বিধান সভাত লব লগীয়া প্ৰস্তাৱ এটাৰো কথা ক'লে। আজাদেও সেই একে ভৰসাকে দিলে।[৩৪] কিন্তু এই সকলোতকৈ ৯ জুনত গান্ধীজীৰে হোৱা সাক্ষাৎকাৰতহে অসমৰ সঁজাতি দল দুটাই বিশেষ আশ্বাস পালে। গান্ধীজীয়ে ক'লে যে কেবিনেট আঁচনিৰ বৃটিছ-ব্যাখ্যাই জিন্নাৰ পক্ষ লৈছে আৰু সিয়েই সকলো সমস্যাৰ মূল হৈ পৰিছে। মুঠতে গান্ধীজীয়ে ক'লে যে অসমৰ ওপৰত যদি গ্ৰুপিং জাপি দিয়াৰ চেষ্টা কৰা হয় তেনেহলে অসমৰ নেতৃবৰ্গই গণ পৰিষদক অৱজ্ঞা কৰাটোৱেই উচিত।[৩৫] ১০ জুনত বহা কংগ্ৰেছ ৱৰ্কিং কমিটিৰ বৈঠকে অসমৰ সঁজাতি দলৰ সদস্যসকলক পুনৰ আশ্বাস দি ক'লে যে ৱৰ্কিং কমিটিয়ে কংগ্ৰেছ প্ৰদেশবিলাকক গ্ৰুপত নোসোমাবৰ কাৰণে নিৰ্দেশ দিব।[৩৬]

কিন্তু এই সকলো নিৰ্দেশ-উপদেশৰ লক্ষ্য আছিল যেন অসমৰ নেতৃবৃন্দক মাথোন ক্ষান্ত কৰোৱাহে। বৈঠকৰ পাছত কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে অসমক 'গ' ছেক্সনত ভুক্ত নকৰিবৰ কাৰণে বৃটিছ চৰকাৰৰ লগত একো কথা নাপাতিলে। 'গ' ছেক্সনত ইউৰোপীয় গোষ্ঠীয়ে দাবী কৰা প্ৰতিনিধিত্বৰ বিষয়তহে ৱৰ্কিং কমিটিয়ে ঘোৰ আপত্তি কৰিলে।[৩৭] সেই সময়টোৰ কথাৰে আজাদে তেওঁৰ আত্মজীৱনীত লিখিছে ঃ "জৱাহৰলালৰো মোৰ সৈতে একে মত যে অসমৰ নেতৃবৃন্দৰ ভয় ন্যায়সংগত নহয় আৰু তেৰোঁ তেওঁৰ মতাদৰ্শৰে অসমৰ নেতাসকলক প্ৰভাৱিত কৰিবলৈ যত্ন কৰিলে।"[৩৮] আনকি সঁজাতি দল দুটাৰ সদস্যসকলক বিধানসভাৰ জৰিয়তে গৃহীত কৰাবলৈ কোৱা প্ৰস্তাৱটোৰ ক্ষেত্ৰতো আজাদ আৰু ৱৰ্কিং কমিটিয়ে বিশেষ তৎপৰতা নেদেখুৱালে।[৩৯] যি হওক, বৰদলৈয়ে শৰৎ চন্দ্ৰ বোসৰ সহায়ত এটা খচৰা কৰিলে আৰু সেইটো আজাদৰ হতুৱাই অনুমোদন কৰাই ল'লে।[৪০]

১৬ জুলাই তাৰিখে যেতিয়া গণ পৰিষদৰ সদস্য নিৰ্বাচন কৰিবৰ কাৰণে অসম বিধানসভাৰ বিশেষ অধিবেশন বহিল, সেই অধিবেশন আৰম্ভ হোৱাৰ লগে লগে মুখ্যমন্ত্ৰী বৰদলৈয়ে শৰৎ বোসৰ সহায়ত কৰা খচৰাৰ আধাৰত সেই বিচক্ষণ, ঐতিহাসিক প্ৰস্তাৱটো দাঙি ধৰিলে, অসমৰ পৰা নিৰ্বাচিত হ'ব লগা গণ পৰিষদৰ সদস্য সকলৰ কাৰ্য্যপন্থা চুক্তিৰে বান্ধি পেলাবলৈ। প্ৰস্তাৱটোৰ মতে মুছলিম লীগৰ সকলকো লৈ অসমৰ সদস্য সকলে (১) মাথোন অসম প্ৰদেশৰ সংবিধান গঠনতহে ভাগ লব পাৰিব ; (২) ছেক্সন বা ছেক্সন সমূহৰ বা কোনো গ্ৰুপৰ সভা-সমিতিত ভাগ নল'ব ; (৩) আন্তঃপ্ৰাদেশিক বিষয়ৰ কাৰণে আয়োজিত কোনো গ্ৰুপ সংবিধান প্ৰস্তুতিৰ সভাত ভাগ নল'ব ; আৰু (৪) ভাৰতীয় সংবিধান প্ৰস্তুতিৰ বিষয়ে আয়োজিত সভা-সমিতিত

ভাগ ল'ব।[৪১] এনে এটা তৰ্কৰ বিষয় হ'ব পৰা আদেশসূচক (Mandatory) প্ৰস্তাৱ বিধানসভাত গৃহীত কৰাব পৰাটোয়ে বিৰাট কৃতিত্বৰ কথা তাত সন্দেহ থাকিব নোৱাৰে। ই বৰদলৈৰ জনপ্ৰিয়তাৰ উজ্জ্বল স্বাক্ষৰ। তেওঁ এই ক্ষেত্ৰত সুৰমা উপত্যকাৰ কংগ্ৰেছী লোকৰেই মাথোন নহয়, পাহাৰীয়া জনজাতি প্ৰতিনিধিৰ পৰাও সমৰ্থন পাইছিল।

বৰদলৈ প্ৰস্তাৱে বিচৰা ধৰণেই মুছলিম লীগ আৰু বৃটিছৰ ওপৰত প্ৰভাৱ পেলালে। কিন্তু আচৰিত কথা, ইতিমধ্যে আজাদৰ ঠাইত কংগ্ৰেছ সভাপতি হোৱা নেহৰু বৰদলৈৰ অসম বিধানসভাৰ নিৰ্দেশসূচক প্ৰস্তাৱটোত একেবাৰেই সন্তুষ্ট নহ'ল। তেওঁ ভাবিলে - বৰদলৈয়ে অযথা ছেক্সন আৰু গ্ৰুপক লেট-পেট কৰিছে ; আৰু গ্ৰুপক নাকচ কৰিবলৈ গৈ অসমে মিছাতে ছেক্সনক নাকচ কৰিব নালাগিছিল।[৪২] ২২ জুলাই তাৰিখে অসমৰ নিৰ্দেশসূচক প্ৰস্তাৱ সম্পৰ্কে তেওঁ বৰদলৈলৈ লিখিলে যে "ছেক্সনে দৃঢ়ভাৱে গ্ৰুপ নপতাৰ সিদ্ধান্ত ল'ব পাৰে আৰু তেনে কৰিও ছেক্সনত থাকি প্ৰদেশবোৰৰ সংবিধান ৰচনা কৰিব পাৰে।" ইমানখিনিলৈ তেওঁ আঁচনিখন ঠিকেই বুজিলে, কিন্তু ইয়াৰ পাছত নেহৰুৱে যি ক'লে সি আঁচনিখনৰ স্ৰষ্টাসকলৰ অভিপ্ৰায়ৰ লগত খাপ নোখোৱা কথা। নেহৰুৱে ক'লে ঃ "আকৌ এনেকৈয়ে যুক্তি দৰ্শাব পাৰি ছেক্সনৰ ভিতৰত, গ্ৰুপ গঠনৰ কাৰণতেই হওক বা অন্য উদ্দেশ্যৰেই হওক, এখন প্ৰদেশৰ ওপৰত আন এখনে প্ৰভূত্ব বিস্তাৰ কৰিব নোৱাৰে।"[৪৩] নেহৰুৱে কোৱা এই কথা স্বায়ত্ত শাসনৰ তত্ত্বৰ ফালৰ পৰা সম্পূৰ্ণ শুদ্ধ, কিন্তু কেবিনেট আঁচনিয়ে এনেভাৱে কথাটো কোৱা নাই। আচলতে ১৬ মে'ৰ কেবিনেট ঘোষণাই বিচাৰিছিল যাতে এটা ছেক্সনত অন্তৰ্ভুক্ত এখন প্ৰদেশে সেই ছেক্সনতে ভুক্ত আন এখন (বা কেইখন) প্ৰদেশৰ সংবিধান প্ৰস্তুতিতো ভাগ লয়। এই কথাকে লৈ বংগৰ ৰাজ্যপাল বাৰোজ আৰু বৰলাট ৱাভেলৰ মাজত হোৱা তাঁৰ-বিনিময়ৰ কথা আমি আগতে কৈ থৈছোঁ। আচলতে নেহৰুৱে নিজেও আৰম্ভণিতে তেনেভৱেই বুজিছিল যেন আমাৰ ধাৰণা  হয় ; কাৰণ ১০ জুলাই তাৰিখে দিয়া প্ৰেছ বিবৃতিত তেওঁ কৈছিল ঃ "ই অতিশয় সম্ভৱপৰ যে অসমে বংগৰ লগত গ্ৰুপ পাতিব নুখুজিব, যদিও আৰম্ভণিৰ দশা কি হ'ব সেই বিষয়ে মই একো ক'ব নোখোজো, কাৰণ ই (ভোটৰ সংখ্যা) বৰ কানাকানি।"[৪৪] নেহৰুৰ এই বাক্যৰ অৰ্থ এয়েই যে যিহেতু অসম বাধ্যতামূলকভাৱে 'গ' ছেক্সনত থাকিব লাগিব আৰু যিহেতু সেই 'গ' ছেক্সনৰ দুয়ো প্ৰদেশৰ সমূহীয়া ভোটেৰে গ্ৰুপলৈ যোৱা হ'বনে নহয় সেইটো ঠিক হ'ব, সেই গতিকে মুছলিম লীগৰ ভোটাধিক্যই হয়তো অসমক, অসমে নিবিচাৰিলেও, গ্ৰুপলৈ নিব। কিন্তু অসমে যদি তাৰ পাছতো গ্ৰুপত থাকিবলৈ অমান্তি হয় তেনেহলে নতুন সংবিধান মতে হোৱা প্ৰথম নিৰ্বাচনৰ পাছত অসমে নিজৰ

বিধানসভাৰ ভোটৰ জৰিয়তে গ্ৰুপ পৰিত্যাগ কৰিব পাৰিব। নেহৰুৰ অসমৰ প্ৰতি আচৰণ এনে মইমতালি যে তেওঁ ছেক্সন বৰ্জন সম্পৰ্কত বৰদলৈক সমালোচনা কৰা সময়তো নিজেই নিশ্চিত নাছিল ছেক্সনত সোমালেই প্ৰকৃততে গ্ৰুপত সোমোৱাৰ নিচিনা হ'বনে নহয়। বৰদলৈলৈ লিখা নেহৰুৰ ২২ জুলাইৰ চিঠিখনত কোৱা হৈছে ঃ "আপোনাৰ প্ৰতিনিধিসকলক আনকি ছেক্সনলৈকো নাযাবলৈ নিৰ্দেশ দিয়াটো অকালীয় (প্ৰিমেচিউৰ) যেন লাগিছে। হয়তো ই বাঞ্ছনীয়। কিন্তু ইয়াক এতিয়াই খাটাংভাৱে ক'ব নোৱাৰি - আপুনি যিমানেই গ্ৰুপিঙৰ বিপক্ষে নহওঁক।"[৪৫]

নেহৰুৰ মতে বৰদলৈয়ে ছেক্সনভুক্তিৰ সম্ভাব্য বিপদটো গ্ৰহণ কৰিব লাগিছিল। 'যদিহে অসম শক্তিমন্ত' ইয়াৰে বেয়াতকৈ বেয়া ফলটো হ'ল হয় এই যে অসম অলপ সময়ৰ কাৰণে গ্ৰুপত থাকিব লগা হ'ল হয় - মানে আগত নিৰ্বাচনলৈকে। একো জেঙা নলগাই যদি অসমে এই অসুবিধাখিনি গ্ৰহণ কৰিলে হয়, তেনেহলে নেহৰুৱে তেওঁৰ পৰিকল্পনা মতে অন্ততঃ গণ পৰিষদ সোনকালে পোৱাত সুবিধা হ'ল হয়। কংগ্ৰেছৰ সংখ্যাগৰিষ্ঠতাৰে সাৰ্বভৌম গণ পৰিষদত তেওঁ গ্ৰুপিং ব্যৱস্থাও জলাঞ্জলি দিলে হয়। গতিকে ক'ব পাৰি যে নেহৰুৰ বৰদলৈৰ ওপৰত খংটো হ'ল যে গ্ৰুপিং শেষলৈ নহ'বগৈ বুলি নেহৰুৱে ৰখা বিশ্বাসটোত পতিয়ন যাবলৈ নিবিচাৰি বৰদলৈয়ে বিধানসভাৰ নিৰ্দেশসূচক প্ৰস্তাৱটোলৈ ঢাপলি মেলিছিল।[৪৬] গণ পৰিষদ পালেই যে কংগ্ৰেছে সংখ্যাগৰিষ্ঠতাৰ খাতিৰত সকলো কাম ইচ্ছাকৃতভাৱে কৰিব পাৰিব নেহৰুৱে এনে চিন্তাত মাথোন বৰদলৈয়েহে যে বিশ্বাস নাৰাখিছিল এনে নহয় ; আনকি আজাদেও নেহৰুৰ এনে চিন্তাত দোষ ধৰিছিল। নেহৰুৰ ১০ জুলাইৰ প্ৰেছ বিবৃতি সম্পৰ্কত আজাদে তেওঁৰ আত্মজীৱনীত লিখিছে ঃ "মই এইটো লিপিবদ্ধ কৰি থ'বই লাগিব যে জৱাহৰলালৰ বিবৃতিটো ভুল। কংগ্ৰেছে নিজ ইচ্ছামতে আঁচনিখনৰ সালসলনি কৰিব পাৰিব বুলি ভবাটো শুদ্ধ নহ'ব। তদুপৰি আমি 'ক' 'খ' 'গ' এই তিনিটা ছেক্সনত প্ৰদেশসমূহ বিভক্ত হ'ব বুলি মানি লৈছোঁ। এইবোৰ বিষয় চুক্তিৰে সংযুক্ত আন কেইটা পক্ষৰ সমৰ্থন বিনে কংগ্ৰেছে অকলেই পৰিবৰ্তন কৰিব নোৱাৰে।"[৪৭]

নেহৰুৰ চিঠিৰ উত্তৰত বৰদলৈয়ে জনালে যে অসম বিধানসভাৰ প্ৰস্তাৱটোৰ মূলত ইহে আছে যে ছেক্সনত থাকিও এখন প্ৰদেশে কাৰো লগত নিমিলি একক হৈ কাম কৰিব আৰু প্ৰদেশ এখনৰ সংবিধান মাথোন সেই প্ৰদেশখনেহে ৰচিব।[৪৮]

৮ আগষ্টৰ দিনা কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে কেবিনেট মিছনৰ ১৬ মে' তাৰিখৰ আঁচনিখন 'সম্পূৰ্ণভাৱে' গ্ৰহণ কৰিলে বুলিলে যদিও ইয়াক কংগ্ৰেছৰ নিজা বিশ্লেষণেৰে ল'ব বুলি ক'লে। বিশেষকৈ ১৫ (৫) দফাটো (গ্ৰুপত ভৰ্তি হবলৈ প্ৰদেশবোৰৰ

স্বাধীনতা থাকিব) গ্ৰুপৰ পৰা ওলোৱা নিয়ম-কানুন সংক্ৰান্ত অন্য দফাকেইটাৰ শীৰ্ষত থাকিব বুলিলে। লগতে কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে গণ পৰিষদৰ সাৰ্বভৌমত্বৰ কথাও দঢ়াই ক'লে।[৪৯] ৱৰ্কিং কমিটিৰ এই সিদ্ধান্তই অসমৰ নেতৃবৰ্গক বৰকৈ উৎসাহ নিদিলে, কাৰণ ইয়াত প্ৰদেশ এখনৰ সংবিধান প্ৰদেশখনেহে মাথোন গঢ়িব লাগিব বুলি স্পষ্টকৈ কোৱা নহ'ল। যি হওক, অসমৰ নিৰ্দেশ-আজ্ঞাই জিন্নাক উদ্বিগ্ন কৰিলে। বিৰক্ত হৈ তেওঁ পুনৰ স্বাধীন পাকিস্তানৰ দাবী কৰিলে।[৫০]

নেহৰুৱে হয় ইচ্ছাকৃতভাৱে অসমৰ ভয় আৰু উদ্বেগক আওকাণ কৰিছিল, নহয় তেওঁ অসমৰ সমস্যাটো কেতিয়াও বুজা নাছিল বা বুজিবলৈ ইচ্ছা কৰা নাছিল। ছেক্সন-গ্ৰুপ সংক্ৰান্তৰ তেওঁৰ বিবৃতিবোৰ অবুজ আৰু খেলি-মেলি হৈ গৈয়েই থাকিল আৰু সেইবোৰে অসমৰ নেতৃবৃন্দক নিৰুৎসাহো কৰিবলৈ নেৰিলে। কেন্দ্ৰীয় মধ্যকালীন মন্ত্ৰীসভাৰ মূৰব্বী পদৰ দায়িত্ব লোৱাৰ ছদিন পাছত, ৭ চেপ্তেম্বৰ তাৰিখে নেহৰুৱে যি অন্যতাঁৰ বিবৃতি দিলে তাত অসমে কৰা ভয়ৰ বিন্দুমাত্ৰও প্ৰভাৱ প্ৰকাশ নহ'ল। তেওঁ ঘোষণা কৰিলে - "ছেক্সনত বহাৰ কথাটো আমি গ্ৰহণ কৰিছোঁ আৰু তাত বহিবলৈ আমি সম্পূৰ্ণভাৱে প্ৰস্তুত। এই ছেক্সনতে গ্ৰুপ গঠনৰ প্ৰশ্নটো বিচাৰ হ'ব।"[৫১]

তেওঁৰ এই উক্তিটোত হয়তো ইতিমধ্যে উগ্ৰ হৈ পৰা মুছলিম লীগক পুনৰ আগৰ অৱস্থালৈ ঘূৰাই অনাৰ প্ৰয়াস আছিল। কাৰণ বৰলাট ৱাভেলৰ লগত হোৱা নেহৰুৰ ১১ ছেপ্তেম্বৰৰ সাক্ষাতৰ পাছদিনা বৰলাটে বিলাতৰ ভাৰত সচিব পেথিক লৰেন্সলৈ লিখিলে যে অসমক দি থোৱা কথাই যদিও কংগ্ৰেছক ছেক্সন আৰু গ্ৰুপিং গ্ৰহণ কৰাত বাধা জন্মাইছে, তথাপি তেওঁ অন্য সূত্ৰে গম পাইছে যে কংগ্ৰেছ হয়তো এই বিষয়ত মান্তি হ'বগৈ।[৫২]

অসমৰ কংগ্ৰেছ নেতৃবৃন্দলৈ কিন্তু নেহৰুৰ অনাতাঁৰ বিবৃতিটোৱে যথেষ্ট সংশয় আৰু অবিশ্বাস চপালে। এক কথাত ই আছিল নেহৰুৰ তেওঁলোকৰ প্ৰতি প্ৰকাশ্য অপমান ঃ যদিও তেওঁৰ বিবৃতিৰ কথাখিনিয়ে কংগ্ৰেছ প্ৰদেশ অসমকহে পোনপটীয়াকৈ চুইছিল, তথাপি অসমৰ কংগ্ৰেছ মুখ্যমন্ত্ৰী বৰদলৈ বা কংগ্ৰেছ সভাপতি তৈয়বউল্লা এই কোনোজনৰ লগত নেহৰুৱে পূৰ্বালোচনা কৰা নাছিল। দুমাহৰ পূৰ্বে ৭ জুলাই তাৰিখে, নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ মুম্বাইত বহা সভাত সেই একেজন নেহৰুৱেই ঘোষণা কৰিছিল এই বুলি ঃ "গণ পৰিষদলৈ যোৱাৰ সিদ্ধান্তৰ বাহিৰে আমি (আঁচনিৰ) কোনো এটা কথাৰ লগতে বান্ধ খোৱা নাই।"[৫৩] গতিকে এনে হঠাতে অহা উক্তিয়ে অসমৰ বিপদ আগতকৈও গাঢ় কৰিলে। প্ৰদেশ কংগ্ৰেছে এখন চিঠিৰ যোগে নেহৰুক জনালে যে প্ৰাদেশিক সংবিধান ছেক্সনে গঢ়িব বোলা তেওঁৰ ঘোষণাটো কংগ্ৰেছে তেতিয়ালৈকে লৈ থকা ভংগীৰ সম্পূৰ্ণ বিপৰীত।[৫৪] অসমৰ কংগ্ৰেছ নেতৃবৰ্গই

বিচাৰিলে যে মুছলিম লীগৰ লগত কোনো মীমাংসালৈ আহোঁতে প্ৰদেশবিলাকে নিজৰ নিজৰ সংবিধান প্ৰস্তুত কৰাৰ ক্ষমতাৰ ওপৰত যাতে কোনেও হাত দিব নোৱাৰে সেই বিষয়ে যেন কংগ্ৰেছ ৱৰ্কিং কমিটিয়ে পূৰ্ব প্ৰতিশ্ৰুতি আদায় কৰে।[৫৫] ছেক্সনত আলোচনাৰ নিয়ম-কানুন কেনে ধৰণৰ হ'ব সেই বিষয়ত কোনো মীমাংসালৈ নহাকৈ ছেক্সন গ্ৰহণ কৰাত আচৰিত হৈ বৰদলৈয়ে বেলেগেও নেহৰুলৈ লিখিলে।[৫৬] ইয়াৰ উত্তৰত ২৭ ছেপ্তেম্বৰ তাৰিখে নেহৰুৱে বৰদলৈক জনালে যে তেওঁ ছেক্সনৰ কাৰ্যক্ৰমৰ নিয়ম-ধৰণৰ বিষয়ে এই কাৰণেই একো নক'লে যে তেওঁ কোনো বিবাদপূৰ্ণ কথা সেই বিবৃতিত অৱতাৰণা কৰিবলৈ বিচৰা নাছিল। তেও বৰদলৈক আশ্বাস দিলে যে প্ৰাদেশিক স্বায়ত্ত শাসনক লংঘন কৰিবলৈ দিয়া নহ'ব। নেহৰুৱে বৰদলৈক ক'লে যে যদিও তেওঁ আঁচনিৰ দফাসমূহৰ ব্যাখ্যাৰ সম্পৰ্কত কংগ্ৰেছে ফেডাৰেল আদালতৰ ৰায় মানি ল'ব বুলিলে, তথাপি অসমৰ দৰে প্ৰদেশ এখনক কোনোপধ্যেই সেই প্ৰদেশৰ ইচ্ছাৰ বিৰুদ্ধে গ্ৰুপ বান্ধিবলৈ বাধ্য কৰোৱা নহ'ব। নেহৰুৰ চিঠিৰ শেষ অংশৰ বাক্য এটি ৰহস্যপূৰ্ণ ঃ 'যদি অসম শক্তিশালী, অসমে নিবিচৰা কোনো কাৰ্য্যই তাত নঘটিব।"[৫৭]

নেহৰুৱে বৰদলৈলৈ লিখা চিঠিৰ ফেডাৰেল আদালতৰ কথাটোৱে অসমলৈ পুনৰ অশান্তিআনিলে। কেন্দ্ৰীয় কংগ্ৰেছে ছেক্সন-গ্ৰুপ সংক্ৰান্তত ফেডাৰেল আদালতৰ ৰায় মানি ল'ব বুলি ক'লে। কিন্তু সেই একেখন মুখেৰেই কেন্দ্ৰীয় কংগ্ৰেছে অসমক কৈ থৈছিল যে অসমৰ ইচ্ছাৰ অবিহনে তাত একো নঘটিব। নেহৰুৰ সামঞ্জস্যবিহীন কথাবোৰে সংশ্লিষ্ট কোনো পক্ষকে সুখী কৰিব নোৱাৰিলে। নেহৰুৱে বৰদলৈলৈ দিয়া চিঠিখন যেতিয়া ৩০ চেপ্তেম্বৰ তাৰিখে ৰাজহুৱাভাৱে প্ৰকাশ পালে, তেতিয়া, যাক তোষামোদ কৰিবলৈ হয়তো নেহৰুৱে তেনে উক্তি কৰিছিল, সেই জিন্নাই নেহৰুৰ উক্তিটোৰ দোষ ধৰি ক'লে যে নেহৰুৰ উক্তিয়ে কংগ্ৰেছে কেবিনেট আঁচনি প্ৰকৃততে মানি নোলোৱাটোকেই প্ৰমাণ কৰে।"[৫৮] জিন্নাই ক'লে যেকেবিনেট মিছনৰ ১৬ মে'ৰ ঘোষণাত কোনো আদালতৰ উল্লেখ নাছিল। তদুপৰি সেই ঘোষণাত উল্লেখিত মৌলিক নীতিভিত্তি স্বৰূপ সিদ্ধান্তটো আদালতৰ বিচাৰাধীন বস্তু কৰিবলৈ দিয়া নহ'ব।[৫৯]

বৃটিছে অসমৰ উদ্বেগ আৰু অশান্তিৰ বিষয়ে ভালকৈ বুজিছিল, কাৰণ লীগক সন্তুষ্ট কৰিবৰ কাৰণে অসমৰ সেই অমঙ্গল পোনতে বৃটিছৰেই সৃষ্টি। সেই কাৰণে চেপ্তেম্বৰ মাহত ভাৰত সচিবে বিলাতৰ পৰা বৰলাট ৱাভেললৈ লিখিছিল যে অসমৰ গ্ৰুপিং বিৰোধী বিপ্লৱ "একেবাৰে ভিত্তিহীন নহয়।"[৬০] ৱাভেলে সেইকাৰণেই জিন্নাক ১৯ নৱেম্বৰ তাৰিখে বুজালে যে 'গ' ছেক্সনে অসমৰ মতৰ অবিহনে অসমৰ সংবিধান তৈয়াৰ কৰিব নোৱাৰিব। সেই একেদিনাই তেওঁ নেহৰুকো ক'লে যে মুছলিম লীগৰ

অবিহনে ভাৰতীয় সংবিধানো প্ৰস্তুত নহ'ব।[৬১] ৱাভেলৰ এনে আচৰণত বৃটিছে অসমত কৰা ভুল শুধৰোৱাৰ চিন্তা নাছিল ; মাথোন জিন্নাক ক্ষান্ত কৰোৱাৰ হে প্ৰয়াস আছিল। তথাপি বৃটিছৰ অসম বিষয়ক চিন্তাইহে যেন সেই সময়ত নেহৰুক অসম সম্পৰ্কে অলপ দকৈ বুজালে। ৩ ডিচেম্বৰ তাৰিখে নেহৰুৱে যেতিয়া লণ্ডনত ভাৰত সচিবক লগ ধৰে সেই সাক্ষাতত নেহৰুৱে কৈছিল যে বংগই অসমৰ সংবিধান গঢ়িবলৈ লোৱাটো সম্পূৰ্ণ অনুচিত কথা হ'ব।[৬২] পোন প্ৰথমবাৰৰ বাবে নেহৰুৱে বুজি উঠা যেন লাগিল যে প্ৰকৃততে অসমৰ সমস্যা আছিল প্ৰথমতে ছেক্সন আৰু তাৰ পাছতহে গ্ৰুপিং আৰু সৰ্বশেষত ছেক্সন মানেই গ্ৰুপিং। কিন্তু ৬ ডিচেম্বৰ তাৰিখে লণ্ডনত বৃটিছ চৰকাৰে ভাৰতীয় নেতাসকলৰে কৰা আলোচনাৰ অন্তত যি ঘোষণা কৰিলে তাত অসমৰ অমঙ্গলীয়া দশাই একো প্ৰভাৱ নেপেলালে। সেই ঘোষণাত কোৱা হ'ল যে ছেক্সনত লোৱা সিদ্ধান্তবোৰ সাধাৰণ সংখ্যাগৰিষ্ঠ ভোটেৰে লোৱা হ'ব - যিটো মত নেকি কেবিনেট-মিছনে আৰম্ভণীৰে পৰা পোষণ কৰি আহিছে।[৬৩] ই যে সঁচা সেই কথা আমি আগতে কৈ থৈছো। কাৰ্য্যতঃ ই বুজায় যে যদি ছেক্সনৰ সংখ্যাগৰিষ্ঠ ভোটে অসমক বংগৰে গ্ৰুপ হ'বলৈ ঠেলি পঠিয়ায়, তেতিয়া তাৰ পৰা ৰক্ষাৰ উপায় হ'ব মাথোন নতুন সংবিধান মতে হোৱা সাধাৰণ নিৰ্বাচনৰ পাছত প্ৰদেশখনৰ বিধানসভাৰ ভোটৰ জৰিয়তে। ৬ ডিচেম্বৰৰ ঘোষণাই নেহৰুৰ পূৰ্ব ইচ্ছা ফেডাৰেল আদালতৰ ৰায় সম্পৰ্কে সন্মতি জনালে।

বৃটিছৰ ৬ ডিচেম্বৰৰ ঘোষণাত ফেডাৰেল আদালতক সন্মতি দিয়াৰ বাহিৰে অন্য নতুন কথা প্ৰকৃততে নাছিল। মাথোন কেন্দ্ৰীয় কংগ্ৰেছেহে ছেক্সন-গ্ৰুপৰ বিষয়টো বুজিও নুবুজাৰ ভাও ধৰি ইমানদিনে খেলিমেলি মন্তব্যবোৰ কৰি থকাত বৃটিছৰ ফালৰ পৰা এটা স্পষ্টীকৰণৰ প্ৰয়োজন হৈছিল। কিন্তু যিহেতু কেন্দ্ৰীয় কংগ্ৰেছে - বিশেষকৈ নেহৰুৱে - ইমানদিনে অসমক কথাটো অন্য প্ৰকাৰে বুজাই আহিছিল, সেই গতিকে ৬ ডিচেম্বৰৰ ঘোষণা সম্পৰ্কে কেন্দ্ৰীয় কংগ্ৰেছে কি মনোভাৱ ল'ব সেই বিষয়ে বৰদলৈ আকৌ উদ্বিগ্ন হ'ল। ৯ ডিচেম্বৰ তাৰিখে বৰদলৈয়ে কেন্দ্ৰীয় কংগ্ৰেছ সভাপতিলৈ এখন স্মাৰকপত্ৰ পঠালে এই বুলি যে "যদি ইংলেণ্ডেশ্বৰ চৰকাৰৰ ঘোষণা মানি লোৱা হয় তেনেহ'লে আমাৰ সংবিধান আৰু লগতে গ্ৰুপিং নিশ্চিত হ'ব 'গ' ছেক্সনত থকা গণ পৰিষদৰ সদস্যখিনিৰ সংখ্যাগৰিষ্ঠ ভোটেৰে আৰু তাৰ অনিবাৰ্য্য ফল হ'ব এয়েই যে আমি আমাৰ সংবিধান আৰু গ্ৰুপিং সংক্ৰান্তত সম্পূৰ্ণভাৱে মুছলিম লীগৰ কৃপাত জাহ যাম।[৬৪] বৰদলৈয়ে অসমৰ গণ পৰিষদৰ কংগ্ৰেছী সদস্যসকলৰ হৈ নেহৰুক জনালে যে এনে ধৰণৰ ছেক্সনত সোমাবলৈ তেওঁলোক কেতিয়াও ৰাজী নহ'ব। অসম বিধানসভাই দিয়া নিৰ্দেশেও সেইটো কৰিবলৈ নক'ব।[৬৫] কেন্দ্ৰীয় কংগ্ৰেছৰ আচৰণে

অসমক এতিয়া সম্পূৰ্ণভাৱে অতিষ্ঠ কৰি তুলিলে। নেহৰুৰ ফেডাৰেল আদালতৰ পৰামৰ্শটো বৃটিছে গ্ৰহণ কৰাত অসমৰ ভয়াবহতা অধিক ভয়ানক হৈ পৰিল। কেবিনেট মিছনে তেওঁলোকৰ আঁচনি প্ৰস্তুতিৰ সময়ত আইনজ্ঞৰ পৰামৰ্শ নোলোৱাকৈ থকা নাছিল ; সেই গতিকে বৃটিছৰেই ফেডাৰেল আদালতে যে সেই আঁচনিত ভুল ধৰিব তাক অন্ততঃ অসমৰ নেতাসকলে ভাবিবলৈ টান পালে। বৰদলৈ আৰু তেওঁৰ সংগীবৃন্দই এতিয়া ক'লে যে ১৬ মে'ৰ কেবিনেট আঁচনিৰ পৰা ১৯ (৫) দফাটো কেন্দ্ৰীয় কংগ্ৰেছে অগ্ৰাহ্য কৰিব লাগে আৰু নেহৰুৱে দিয়া ফেডাৰেল আদালতৰ পৰামৰ্শও ঘূৰাই ল'ব লাগে। লগতে গণ পৰিষদকো সাৰ্বভৌমত্ব প্ৰদান কৰাৰ দাবী কৰিব লাগে। কেন্দ্ৰীয় কংগ্ৰেছৰ প্ৰতি অসমত এতিয়া প্ৰকাশ্যভাৱে বিৰোধাচৰণ জাগ্ৰত হ'ল। ১৯ (৫) দফাটোত এই কথাখিনি আছিল ঃ "These Sections shall proceed to settle Provincial Constitutions for the Provinces included in each Section and shall also decide whether any group constitution shall be set up for those Provinces and if so with what Provincial subjects the group should deal. Provinces should have power to opt out of group in accordance with the provisions of clause (VIII) below."[৬৬]

## ৫। বৰদলৈ- গান্ধী সংযোগ আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ প্ৰতি অসমৰ যুদ্ধ ঘোষণা

মিতাচাৰী ৰাজনীতিক হৈও বহুদিনৰ পৰাই বৰদলৈয়ে গম ধৰিব পাৰিছিল যে আজাদ-নেহৰুৰ নেতৃত্বত কংগ্ৰেছে হয়তো অৱশেষত গ্ৰুপিং আঁচনি মানি ল'বগৈ - যদিহে ইয়াৰ অনুপস্থিতিত ভাৰত বিভাজন নিশ্চিত হৈ পৰে বা ততালিকে স্বাধীনতা পোৱাত সংকটে দেখা দিয়ে। মুছলিম লীগক সন্তুষ্ট কৰিবলৈ কংগ্ৰেছ ৱৰ্কিং কমিটিৰ স্পৃহাই অসমক বিপদ সংকুল কৰিছিল - কাৰণ লীগে গ্ৰুপিঙৰ সম্ভাৱনা দেখা মানেই অসম পাকিস্তানত ভুক্ত হোৱা। বৰদলৈ আৰু অসমৰ কংগ্ৰেছ নেতৃবৃন্দ এটা আচম্বা পৰিস্থিতিৰ সন্মুখীন হ'ল ঃ অসমে ভাৰতৰ স্বাধীনতা সংগ্ৰামত ইমান সক্ৰিয়ভাৱে ভাগ ল'লে মাথোন অসমৰেই স্বাধীনতা হেৰুৱাবৰ কাৰণেহে নে ? বৰদলৈৰ বাবে এনে এটা পৰিস্থিতি বিশেষভাৱে অসহনীয়, কাৰণ চল্লিছৰ দশকৰ আৰম্ভণিৰ পৰাই তেওঁ এনে এটা পৰিস্থিতি দূৰতে বিদূৰ কৰিবৰ কাৰণে অনৰ্গল ব্যস্ত আছিল। কিন্তু এক শিলাসদৃশ কংগ্ৰেছ অনুষ্ঠানত ৱৰ্কিং কমিটিয়েই বা সভাপতিকে ধৰি তাৰে কেইজনমান

বৰমূৰীয়াই সৰ্বেসৰ্বা। গতিকে তেওঁলোকৰ অনাদৰৰ পৰা ৰক্ষা ক'ত ? এনে স্থলত বৰদলৈৰ চিন্তাত ই অনিবাৰ্য্য যে অসমে কংগ্ৰেছৰ বিৰুদ্ধে গৈও গ্ৰুপিঙৰ বিৰুদ্ধে যুদ্ধ দিবই লাগিব। ১৯৩৯ চনৰ পৰা পোন প্ৰথমবাৰ অসমৰ আনুষ্ঠানিক কংগ্ৰেছে বৰদলৈৰ ৰাজনৈতিক দৃষ্টিভঙ্গীত সমৰ্থন জনালে। বৰদলৈ হৈ পৰিল এই যুদ্ধৰ ঘাই সেনাপতি। সাইলাথ লাচিত।

তেওঁৰ জীৱনৰ প্ৰতিটো গুৰুত্বপূৰ্ণ কৰ্মৰ আগমুহূৰ্ত্তত কৰাৰ দৰে বৰদলৈয়ে এই ক্ষেত্ৰতো গান্ধীজীৰে আলোচনা কৰিবলৈ বিচাৰিলে। এই উদ্দেশ্য তেওঁ তেওঁৰ দুজন অনুজপ্ৰতীম বিশ্বাসযোগ্য সহকৰ্মী মহেন্দ্ৰ মোহন চৌধুৰী আৰু বিজয়চন্দ্ৰ ভাগৱতীক ডিচেম্বৰ মাহৰ মাজ ভাগত গান্ধীজীৰ ওচৰলৈ পঠালে।[৬৭] গান্ধীজীয়ে সেই সময়ত শ্ৰীৰামপুৰত ভ্ৰমণ কৰি আছিল সাম্প্ৰদায়িক সম্প্ৰীতিৰ অৰ্থে। বৰদলৈৰ দৰে গান্ধীজীয়েও বুজিছিল যে অসমে ছেক্সনত সোমোৱা মানেই গ্ৰুপিঙলৈ বাট মুকলি কৰি দিয়া।[৬৮] সেই কাৰণেই তেওঁ বৰদলৈক আগতেই ছেক্সনলৈ নাযাবলৈ উপদেশ দি থৈছিল। ১৫ ডিচেম্বৰ তাৰিখে বৰদলৈৰ দূত দুগৰাকীৰ লগত যেতিয়া গান্ধীজীৰ সাক্ষাত হ'ল তেতিয়া গান্ধীজীয়ে খোলাখুলিভাৱে ক'লে যে অসমে আপত্তি দৰ্শাই গণ পৰিষদৰ পৰা বিদায় লব লাগে। ই হ'ব কংগ্ৰেছৰেই হিতৰ কাৰণে কংগ্ৰেছৰ বিপক্ষে সত্যাগ্ৰহসদৃশ।[৬৯]

যিহেতু ফেডাৰেল আদালতৰ পৰামৰ্শটো নেহৰুৰ আছিল গতিকে গান্ধীজীয়ে ক'লে যে কংগ্ৰেছৰ বাবে ইয়াক এতিয়া নমনাটো অসুবিধাজনক হ'ব। আনহাতে এইটোও ঠিক যে ফেডাৰেল আদালতৰ ৰায় মনা মানেই হ'ব অসমৰ ধ্বংস। গান্ধীজীয়ে বৰদলৈৰ দূত দুজনক ক'লে ঃ

> "ফেডাৰেল আদালত বৃটিছৰ সৃষ্টি। বৃটিছ অনুচৰেৰে ই পৰিপূৰ্ণ। সংগতি বজাই ৰাখিবৰ কাৰণে কংগ্ৰেছে এই আদালতৰ ৰায় যিয়েই নহওক লাগিলে মানিবই লাগিব। যদি অসম নিষ্কৰ্মা হৈ ৰয়, তেনেহলে ইয়াৰ মৰণ অনিবাৰ্য্য। কোনেও অসমক অসমে নিবিচৰা কাম কৰিবলৈ বাধ্য কৰিব নোৱাৰে। ই আজি বহু পৰিমাণে স্বায়ত্তশাসিত। ই সম্পূৰ্ণ স্বাধীন আৰু স্বায়ত্তশাসিত হ'বই লাগিব। যেতিয়া গণ পৰিষদৰ ছেক্সনলৈ যোৱাৰ সময় আহিব, তেতিয়াই তোমালোকে ক'বা ঃ
>
> 'ভদ্ৰলোকসকল, অসমে অৱসৰ লৈছে।' ভাৰতৰ স্বাধীনতাৰ কাৰণে এয়েই হ'ল একমাত্ৰ চৰ্ত। প্ৰতিটো অংশৰেই নিজে বিচাৰ কৰি কাৰ্য্যপন্থা স্থিৰ কৰাৰ ক্ষমতা থাকিব লাগিব। মই আশা কৰোঁ এই ক্ষেত্ৰত অসমে পথ দেখুৱাব।"[৭০]

কেন্দ্ৰীয় কংগ্ৰেছৰ আদেশ-নিৰ্দেশক সদায় নতশিৰে গ্ৰহণ কৰা পৰম্পৰা এটাত ডাঙৰ হোৱা বৰদলৈৰ প্ৰতিনিধি দুজনে গান্ধীজীৰ কথা শুনি নিজৰ কাণকেই বিশ্বাস কৰিব নোৱৰা অৱস্থা হ'ল। সত্যাগ্ৰহ কালত সংসদীয় কাৰ্য্যক গুৰুত্ব দিয়াৰ অপৰাধত আনকি অসমৰ কংগ্ৰেছ অনুষ্ঠানেই মাথোন কেইমাহমানৰ আগতে বৰদলৈক কঠোৰ সমালোচনা কৰিছিল। গান্ধীজীয়ে অসমৰ প্ৰতিনিধি দুজনৰ হতবুদ্ধিভাব লক্ষ্য কৰিছিল আৰু সেই কাৰণেই তেওঁলোকৰ মনত প্ৰত্যয় জন্মাবৰ কাৰণেই নিজৰ ৰাজনৈতিক জীৱনৰ কিছু পুৰণি অধ্যায় বৰ্ণাই গান্ধীজীয়ে তেওঁলোকক কৈছিল যে কংগ্ৰেছৰ মংগলৰ কাৰণে এটা বিপ্লৱী পদক্ষেপ এটা ক্ষুদ্ৰ কোণৰ পৰাও আহিব পাৰে। তেওঁ ক'লে ঃ

"যদি তোমালোকে শুদ্ধভাৱে আৰু এতিয়াই কাৰ্য্য হাতত নোলোৱা, তেনেহ'লে অসম যাব। বৰদলৈক কোৱাগৈ যে মই অকণো দ্বিধাবোধ কৰা নাই। মোৰ মনত ই স্থিৰ হৈ আছে যে অসমে নিজ আত্মা হেৰুৱাব নালাগে। সমগ্ৰ বিশ্বৰ সন্মুখত ইয়াক ধৰি ৰাখিব লাগিব। নহ'লে মই ক'ম অসমত মানুহ নাই ; মাথোন পুতলা মানুহহে আছে। বংগই অসমৰ ওপৰত প্ৰভূত্ব চলাব, ই এটা অশিষ্ট প্ৰস্তাৱ।"[৭১]

'অসমৰ বিশেষ পৰিস্থিতি' বোলা যি কথাটোৰ কাৰণে অসমত বৰদলৈক বহু আগশাৰীৰ কংগ্ৰেছী ব্যক্তিয়ে বিদ্ৰূপ কৰিছিল সেই 'বিশেষ পৰিস্থিতি'ৰ কথা এতিয়াও গান্ধীজীয়ে চৌধুৰী আৰু ভাগৱতীক ক'লে ঃ

"১৯৩৯ চনত যেতিয়া মন্ত্ৰীসভা ইস্তফা দিয়াৰ প্ৰশ্ন উঠিছিল, তেতিয়া সুভাষ বাবুৱে অসমৰ বিশেষ পৰিস্থিতিৰ খাতিৰত এই ইস্তফাৰ বিৰোধ কৰিছিল। মই বৰদলৈক কৈছিলো যে সুভাষ বাবুৱে কোৱা কথাত যুক্তি আছে। যদিও ময়েই সেই বহিষ্কাৰ আঁচনিৰ খনিকৰ আছিলো, মই কৈছিলো যে অসমে যদি নিবিচাৰে তেনেহলে অসমে মন্ত্ৰীসভা এৰি দিব নালাগে। কিন্তু অসম ওলাই আহিল ; ই ভুল আছিল।"[৭২]

বৰদলৈৰ দূত দুজনক গান্ধীজীয়ে দিয়া উপদেশ যেতিয়া ভাৰত চৰকাৰৰ সংবাদ প্ৰতিষ্ঠানৰ যোগেদি প্ৰচাৰ হ'ল,[৭৩] তেতিয়া ই বৃটিছক বাৰুকৈয়ে বিৰক্ত কৰিলে। বংগৰ ৰাজ্যপাল বাৰোজে ইয়াক 'শোচনীয়' আখ্যা দিলে আৰু সাম্প্ৰদায়িক সংহতিৰ কাৰণে সম্পূৰ্ণ অনুপযুক্ত বুলিলে। তেওঁ বৰলাটলৈ লিখিলে যে 'পূৰ্ববংগৰ মুছলমানসকলৰ কাৰণে এই বুঢ়াটো (গান্ধীজী) অতিশয় আমনিদায়ক হৈ পৰিছে।"[৭৪] কিন্তু বৰদলৈৰ কাৰণে গান্ধীজীৰ বাৰ্তা যেন হৈ পৰিল আন্ধাৰ ভয়াবহতাৰে ভৰা এটা দীঘল সুৰংগৰ অন্তত দেখা এচেৰেঙা পোহৰ। দিল্লীত গান্ধীজীৰ পৰা অহা সংবাদ

পাই বৰদলৈয়ে কংগ্ৰেছ সভাপতিলৈ ৰীতিসিদ্ধ চিঠি এখনেৰে জনালে ঃ "আমি আমাৰ সংবিধান সংৰচনা আৰু গ্ৰুপিঙৰ ক্ষেত্ৰত গান্ধীজীয়ে দিয়া পৰামৰ্শ গ্ৰহণ কৰিম।"[৭৫]

গান্ধীজীয়ে অসমক দিয়া পৰামৰ্শই নেহৰুক অলপ দমালে। অন্ততঃ ফেডাৰেল আদালত সম্পৰ্কে তেওঁ নতুনকৈ চিন্তা কৰিলে আৰু ২২ ডিচেম্বৰ তাৰিখে পূৰ্বৰ মন্তব্যৰ পৰা ফালৰি কাটিবলৈ চেলু উলিয়ালে। মুছলিম লীগ অমান্তি হোৱাৰ কাৰণে কংগ্ৰেছে ফেডাৰেল আদালতৰ প্ৰস্তাৱ বাদ দিলে বুলি ক'লে।[৭৬] ছেক্সনৰ ক্ষেত্ৰতো কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সিদ্ধান্ত হ'ল যে ইয়াত ভোট দিয়াৰ প্ৰথা প্ৰাদেশিক স্বায়ত্ত শাসনৰ লগত খাপ নাখায়। তথাপি ৱৰ্কিং কমিটিয়ে লৰা-ঢপৰাকৈ বৃটিছক খাটাং উত্তৰ দিবলৈ নিবিচাৰি ১৯৪৭ চনৰ জানুৱাৰী মাহৰ পহিলা ভাগত নিখিল ভাৰতীয় কংগ্ৰেছ কমিটিৰ অধিবেশন এখন পাতিবলৈ আয়োজন কৰিলে।[৭৭] ৱৰ্কিং কমিটিৰ বৈঠকৰ পাছতেই নেহৰু, জে.বি. কৃপালনি আৰু শংকৰ ৰাও দেৱ শ্ৰীৰামপুৰলৈ গ'ল গান্ধীজীক লগ ধৰিবলৈ। সেই সময়ত (১৫ ডিচেম্বৰ) গান্ধীজীয়ে চৰ্দাৰ পেটেললৈ লিখা চিঠি এখনৰ পৰা বুজিব পাৰি যে এই সকলো নেতা গান্ধীজীৰ অসম সংক্ৰান্ত বিবৃতিত অসন্তুষ্ট আছিল।[৭৮] কিন্তু গান্ধীজীয়ে তেওঁৰ দৃঢ়মত পৰিবৰ্তন নকৰিলে। তেওঁ পেটেলক ক'লে ঃ "নিশ্চিন্ত থাকা, মই এই বিষয়টোত (অসমৰ ছেক্সন বৰ্জন) নিৰ্ভুল।"[৭৯] নেহৰু আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিৰ ভয় হৈছিল যে গান্ধীজীৰ অনুপ্ৰেৰণাৰ ফলত অসম কংগ্ৰেছে অন্ততঃ গণ পৰিষদৰ ক্ষেত্ৰত কেন্দ্ৰীয় কংগ্ৰেছৰ তত্ত্বাৱধানতাৰ পৰা ওলাই আহিব পাৰে। প্ৰকৃততে এয়েই আছিল গান্ধীজীৰ উপদেশ। ২৮ ডিচেম্বৰৰ পৰা ৩০ ডিচেম্বৰলৈকে নেহৰু আৰু তেওঁৰ সংগী দুজনে গান্ধীজীৰ সৈতে কথা পাতিলে।[৮০] কথাৰ শেষত গান্ধীজীয়ে তেওঁলোকক কংগ্ৰেছ ৱৰ্কিং কমিটিৰ ব্যৱহাৰৰ কাৰণে যিটো লিখিত বিবৃতি দিলে তাৰ সাৰমৰ্ম তেওঁ অসমৰ কংগ্ৰেছী কৰ্মী দুজনৰ জৰিয়তে বৰদলৈলৈ পঠোৱা পৰামৰ্শৰে একে। তেওঁ ক'লে ঃ

> "এইটো পৰিস্কাৰভাৱে হৃদয়ংগম কৰিবই লাগিব যে প্ৰত্যেক কংগ্ৰেছ ব্যক্তি আৰু অঞ্চলৰ কংগ্ৰেছে লোৱা কোনো সিদ্ধান্তৰ পৰা আঁতৰি থকাৰ সম্পূৰ্ণ স্বাধীনতা আছে। আঁতৰি থকা অংশটোক দিয়া পৰামৰ্শ দি থাকিও কংগ্ৰেছে এই পৰিস্থিতি স্বীকাৰ কৰা উচিত।"[৮১] .

গান্ধীজীৰ অলৰ-অচৰ সিদ্ধান্তৰ পাছত অসমৰ প্ৰতি নেহৰু আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ আচৰণ শীতল হৈ পৰিল। ৩০ ডিচেম্বৰ তাৰিখে বৰদলৈ আৰু সিদ্ধিনাথ শৰ্মাই যেতিয়া গান্ধীজীক লগ ধৰে, তেতিয়া তাত কৃপালনিও উপস্থিত আছিল। তেওঁ ব্যংগসূচক উক্তি কৰিলে যে অসমৰ নেতাকেইজনে মহাত্মাজীক 'কেনভাচ' কৰিবলৈ আহিল। নেহৰু আৰু শংকৰ ৰাও দেৱেও অসমৰ নেতা দুজনৰ লগত কোনো কথা

পাতিবলৈ ইচ্ছা নকৰিলে।[৮২] ৫ আৰু ৬ জানুৱাৰী (১৯৪৭) তাৰিখে দিল্লীত নিখিল ভাৰতীয় কংগ্ৰেছ কমিটি বহাৰ আগমুহূৰ্ত্তত পৰিস্থিতি আৰু বেয়াৰ ফালে ঢাল খালে। অসমৰ প্ৰতি কেন্দ্ৰীয় কংগ্ৰেছৰ নেতাসকলে যেন এটা শত্ৰুভাবাপন্ন আচৰণ দেখুৱালে।[৮৩] বংগৰ ৰাজ্যপালক তেওঁৰ এজন বিশ্বাসযোগ্য গুপ্তচৰে জনোৱা মতে অধিবেশনৰ আগমুহূৰ্ত্তত যেতিয়া কংগ্ৰেছে বৃটিছ চৰকাৰৰ ৬ ডিচেম্বৰৰ ঘোষণা মানি ল'ব বুলি জনা গ'ল তেতিয়া অধিবেশনলৈ যোৱা বংগৰ কেইজনমান প্ৰতিনিধিয়ে ৪ জানুৱাৰী তাৰিখে চৰ্দাৰ পেটেলক সুধিলে - কংগ্ৰেছে ৬ ডিচেম্বৰৰ ঘোষণা মানি ল'লে অসমক অসন্মানজনকভাৱে নিঃসহায় অৱস্থাত পেলোৱা নহ'ব জানো ? উত্তৰত হেনো পেটেলে ক'লে ঃ 'মাথোন অসমৰ বাবেই নিশ্চয় সমগ্ৰ ভাৰতক এখন গৃহযুদ্ধত ডুবাই পেলাব নোৱাৰি'।[৮৪] সেই একেজন গুপ্তচৰৰ মতে সেই একেটা প্ৰশ্নকে বংগৰ প্ৰতিনিধি কেইজনে নেহৰুকো সুধিছিল। এটা অশিষ্ট, সংক্ষিপ্ত উত্তৰৰে নেহৰুৱে হেনো কৈছিল যে অসমে ভাৰতৰ বাকী অংশৰ প্ৰগতি ৰুদ্ধ কৰি ৰাখিব নোৱাৰে। অসমক সহায় কৰা মানে হ'ব বৃটিছ প্ৰধানমন্ত্ৰীৰ ৬ ডিচেম্বৰৰ ঘোষণা অগ্ৰাহ্য কৰা।[৮৫] সেই মতেই ৫ জানুৱাৰী তাৰিখে কংগ্ৰেছ অধিবেশনত নেহৰু-প্ৰস্তাৱ গৃহীত হ'ল। সেই প্ৰস্তাৱে বৃটিছ চৰকাৰৰ ৬ ডিচেম্বৰৰ ঘোষণা গ্ৰহণ কৰিলে। অসমৰ বিৰোধিতালৈ লক্ষ্য ৰাখি প্ৰস্তাবটোত মাথোন এখন প্ৰদেশে আন এখন প্ৰদেশৰ ওপৰত এখন সংবিধান জাপি দিয়াৰ বিপক্ষে মত প্ৰকাশ কৰা হ'ল।[৮৬] ৯৯-৫২ ভোটত জয়ী হোৱা নেহৰু-প্ৰস্তাৱৰ বিপক্ষে অসমৰ ৮ জন প্ৰতিনিধিৰ ভিতৰত ছজনেই ভোট দিয়ে।[৮৭] নেহৰুৱে তেওঁৰ ৱৰ্কিং কমিটিত লোৱা অসমীয়া সদস্য ফখৰুদ্দিন আলি আহমেদ নিৰপেক্ষ হৈ থাকে।[৮৮] অসমৰ আনজন প্ৰতিনিধি প্ৰদেশ কংগ্ৰেছ সভাপতি তৈয়বউল্লাই নেহৰু-প্ৰস্তাৱৰ পক্ষে ভোট দিলে।[৮৯] এনে অদ্ভুত দেশপ্ৰেমৰ উদাহৰণ আধুনিক ভাৰতৰ আন ক'ৰবাত ওলাইছিলনে ? সমস্ত ৰাজনৈতিক জীৱনটোত মাথোন বৰদলৈ বিৰোধী হৈ থকাকেই ধৰ্ম বুলি লোৱা তৈয়বউল্লাই অসমৰ ঘোৰ বিপদৰ কালতো নিজ স্বভাৱ সলাব নোৱাৰিলে।

ইয়াৰ পাছত ১৭ জানুৱাৰী তাৰিখে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিয়ে গুৱাহাটীত সিদ্ধান্ত ল'লে ১৬ জুলাইৰ অসম বিধানসভাৰ নিৰ্দেশৰ পাছত পৰিস্থিতিৰ কোনো সলনি হোৱা নাই। কমিটিয়ে পুনৰায় উল্লেখ কৰিলে যে অসমৰ সংবিধান মাথোন অসমৰ সদস্যসকলেহে ৰচনা কৰিব।[৯০] এইটো উল্লেখযোগ্য যে অসমৰ পাহাৰীয়া জনজাতিৰ নেতা জে.জে. নিকলছৰয়েও সেই মতত ভৰ দিলে। তেওঁ ক'লে ঃ

> "আমি জানো অসমত মুছলিম লীগৰ উদ্দেশ্য কি। এতিয়াও বংগৰ মুছলিম লীগে হাজাৰ-হাজাৰ পমুৱা অসমলৈ পঠিয়াব লাগিছে অসমৰ মাটি

কাঢ়িবলৈ। এই অৱস্থাক প্ৰত্যেকেই ভয়ৰ চকুৰে চাইছে। পাহাৰৰ লোকসকলৰ মাজতো পমুৱা ভীতি সোমাইছে আৰু তেওঁলোকে (ইয়াৰ বিৰুদ্ধে) শেষলৈকে যুঁজিব।[১১]

অসম কংগ্ৰেছৰ বিপ্লৱ, গ্ৰুপিঙৰ বিপক্ষে অসমত হোৱা আলোড়ন, আৰু কোনো প্ৰদেশৰ ওপৰত বলপূৰ্বকভাৱে সংবিধান জাপি দিয়া নহ'ব বোলা কংগ্ৰেছৰ ৬ জানুৱাৰী তাৰিখৰ প্ৰস্তাব, এই সকলোবোৰে মুছলিম লীগ আৰু বৃটিছ চৰকাৰক পতিয়ন নিয়ালে যে কেবিনেট মিছনে পঙা ধৰণে গণ পৰিষদে গঢ় নল'ব।[১২] ফলত বৃটিছ চৰকাৰে ভাৰতত ক্ষমতা হস্তান্তৰৰ কাৰণে নতুন আঁচনি এখনৰ কথা ভাবিলে আৰু লৰ্ড মাউন্টবেটেনক ৱাভেলৰ উত্তৰাধিকাৰী কৰি ভাৰতলৈ পঠিয়ালে।[১৩] জিন্নাৰ প্ৰতি মাউন্টবেটেনৰ ধাৰণা অতি নিকৃষ্ট ধৰণৰ আছিল ; জিন্নাক তেওঁ মানসিক ব্যাধিগ্ৰস্ত আৰু একেবাৰে প্ৰশাসনীয় জ্ঞানশূন্য ব্যক্তি বুলি জ্ঞান কৰিছিল। এপ্ৰিল (১৯৪৭) মাহত তেওঁ জিন্নাক খাটাংভাৱে কৈ দিলে যে অসমক পূব পাকিস্তানত পাবলৈ তেওঁ আশা কৰিব নোৱাৰে ; পাকিস্তানৰ পূব ভাগত কলকাতা বাদ দি বংগৰ সম্পূৰ্ণ অনুপযুক্ত অংশটোহে থাকিব আৰু বিচাৰিলে শ্ৰীহট্টকো অসমৰ পৰা ঘূৰাই পাব পাৰে। মাউন্টবেটেনৰ এই খাটাং কথাই অসমত পাকিস্তান দুঃস্বপ্নৰ অৱসান ঘটায়।[১৪]

## ৬। অসমৰ গ্ৰুপিং সমস্যাত আজাদ, নেহৰু আৰু বৰদলৈৰ ভূমিকাক লৈ অবুজ মিছা প্ৰচাৰ

'ভাৰতত ক্ষমতা হস্তান্তৰ' সম্পৰ্কত পোন্ধৰ বছৰ কালৰ গুৰুত্বপূৰ্ণ ঘটনাসমূহৰে সংযুক্ত শত-সহস্ৰ নথি-পত্ৰ সংগ্ৰহীত হোৱা বাৰটা বৃহৎ খণ্ড (সম্ভৱতঃ তেৰটাত সমাপ্ত) এতিয়ালৈকে বৃটিছ চৰকাৰে অত্যুৎকৃষ্ট মুদ্ৰণ আৰু সম্পাদনাৰে প্ৰকাশ কৰিছে। এই খণ্ড কেইটাই কেবিনেট মিছন আঁচনি বা গ্ৰুপিং সংক্ৰান্ত কথাবিলাক বুজিবলৈ যে যথেষ্ট সহায় কৰিছে তাত সন্দেহ থাকিব নোৱাৰে। কিন্তু এই খণ্ডবোৰলৈ নগৈও অন্য ঠাইত পোৱা সেই একে বা একে ধৰণৰ তথ্য-পাতিৰ জৰিয়তেও উক্ত সংক্ৰান্তত গান্ধী, নেহৰু, আজাদ, বৰদলৈ আদি ৰাজনীতিকৰ চিন্তা, কৰ্ম, আদৰ্শ আৰু দস্তুৰ শুদ্ধভাৱে বুজিবলৈ অনুসন্ধিৎসুজনৰ কাৰণে সুবিধা আগৰে পৰা নথকা নহয়। এনে হোৱাতো যে অসমৰ গ্ৰুপিং সমস্যাক লৈ আজাদ, নেহৰু আৰু বৰদলৈৰ বিষয়ে ওলাই থকা অশুদ্ধ কথাবোৰৰ আজিলৈকে অন্ত পৰা নাই, সেইটো আশ্বৰ্যকৰ কথা। ইচ্ছা বা অনিচ্ছাকৃত মিছা-প্ৰচাৰে অসমৰ গ্ৰুপিং সমস্যাটো এনে কৰি ৰাখিছে যেন

অসমত আচলতে কোনো সমস্যাই দেখা দিয়া নাছিল। গ্ৰুপিং সংক্ৰান্তৰ ভয়াবহতা খিনি আছিল মাত্ৰ ভাৰতৰ বৃহত্তৰ স্বাৰ্থলৈ কাণসাৰ নকৰা ঠেকমনৰ অসমৰ কংগ্ৰেছ নেতৃবৰ্গৰ মানসিক বিকৃতি।

আমাৰ বিচাৰত এই মিছা প্ৰচাৰৰ কাৰণ দুটা। প্ৰথমতে, কোনো এজন বিশিষ্ট ব্যক্তিক সকলো পিনৰে পৰা নিৰ্ভুল আছিল বুলি ধৰি লৈ বা কোনো এজনৰ চিন্তা আৰু আদৰ্শক স্থায়ীভাৱে উচ্চ শিখৰত বহুৱাই ৰাখিবলৈ আগ্ৰহ কৰিয়েই হয়তো কোনো কোনোৱে সেই বিশিষ্ট ব্যক্তিজনেৰে জড়িত কোনো ঘটনাত লাগি থকা (বা লাগি পৰিব পৰা) চেকা ঘটনাটোৰে সংলগ্ন আন এজনলৈ ছটিয়াবলৈ বিচৰাটো। দ্বিতীয়তে, মুছলিম লীগৰ ইতিহাস সমালোচনাত্মক দৃষ্টিৰে অনুসন্ধান নকৰাবলৈ বা ভাৰত খণ্ডিত হোৱাৰ প্ৰকৃত কাৰণবিলাকৰ প্ৰতি চকু মুদি মাথোন আদৰ্শৰ ঢৌত উটি-বুৰি অখণ্ড ভাৰতৰ হেঁপাহ কৰা লেখক-আলোচকে নিকৃষ্ট সৰলীকৰণৰ আশ্ৰয় গ্ৰহণ কৰাটো।

পণ্ডিত, ৰাজনীতিক আৰু বহুকালৰ সংসদী সদস্য ৰফিক জাকাৰিয়াক এই দুয়োটা দোষে চুইছে যেন লাগে। ১৯৮৩ চনৰ ডিচেম্বৰ মাহত যেতিয়া ৰাজ্যসভাই অসম সংক্ৰান্ত 'অবৈধ পমুৱা (বিচাৰালয়ৰ জৰিয়তে নিৰ্দিষ্ট কৰা) বিল'খন আলোচনা কৰে, তেতিয়া ৰাজ্যসভাৰ অসমৰ সদস্য বিশ্ব গোস্বামীয়ে কেবিনেট মিছনৰ গ্ৰুপিং সমস্যাৰ ক্ষেত্ৰত পুৰণি কেন্দ্ৰীয় কংগ্ৰেছৰ মনোবৃত্তিৰ উল্লেখ কৰি ক'লে যে সেই সময়ত তেওঁলোকে অসমক পাকিস্তানত জাপি দিব খুজিছিল।[৩৫] এই উক্তিয়ে ডঃ জাকাৰিয়াক ইমানকৈ উত্তেজিত কৰি তুলিলে যে 'ইতিহাসৰ ছাত্ৰ হিচাপে' তেওঁ ততালিকে থিয় হ'ল বুৰঞ্জীক পুনৰ খাজত বহুৱাবলৈ। তেওঁ আক' দুষিলে বৰদলৈকহে; তেওঁহে হেনো পাকিস্তান সৃষ্টি কৰালে। ডঃ জাকাৰিয়াই ক'লে ঃ

> "শ্ৰীবিশ্ব গোস্বামীয়ে কৈছে যে শ্ৰীগোপীনাথ বৰদলৈৰ বাবেহে পাকিস্তানক দিবলৈ যোৱাৰ পৰা অসম বাচিল। মই ইতিহাসক পুনৰ নিজা স্থানত বহুৱাব খুজিছোঁ। প্ৰকৃততে শ্ৰীবৰদলৈৰ কাৰণেই পাকিস্তানৰ সৃষ্টি হ'ল। ই আছিল ঘাই উপাদান কেইটাৰ এটা। মহাশয়, আপোনাৰ যদি মনত আছে, কেবিনেট মিছনৰ আঁচনিত তিনি তৰপৰ ব্যৱস্থা আছিল, যি ভাৰতৰ ৰাষ্ট্ৰীয় অখণ্ডতা আৰু জাতীয় ঐক্য বচাই ৰাখিলে হয় - যদিহে শ্ৰীবৰদলৈৰ বিৰোধিতা নাথাকিল হয়। কোনটো দোষী পক্ষ আৰু কোনেনো শেষ মুহূৰ্ত্তত লুটি বাগৰ মাৰিলে (টেবুল ওলটালে) তাক বুজিবলৈ আমি মাথোন মৌলানা আজাদৰ পুথি 'ইণ্ডিয়া উইনৃছ ফ্ৰিডম'ত তেওঁ দিয়া বিৱৰণ পঢ়িব লাগে।"[৩৬]

যেতিয়া শ্ৰীদিনেশ গোস্বামীয়ে [৩৭] (তেতিয়াৰ কেন্দ্ৰীয় মন্ত্ৰী) জাকাৰিয়াক বাধা দিবলৈ গৈ ক'লে যে বৰদলৈ সম্পৰ্কে অন্য এটা মন্তব্যহে 'অসমৰ সকলো সম্প্ৰদায়ৰ

মাজত' বহুলভাৱে প্ৰতিষ্ঠিত, তেতিয়া জাকাৰিয়াই প্ৰত্যুত্তৰত ক'লে এনেকৈ ঃ

> "এজন ইতিহাসবিদ হিচাপে মোৰ পুৰা অধিকাৰ আছে মোৰ মত পোষণ কৰাত। আৰু ইতিহাসৰ ছাত্ৰ হিচাপে মই আপোনাক কওঁ যে অন্ততঃ এই বিষয়ত, অসমক আঁতৰাই ৰখাত বৰদলৈয়ে লোৱা অংশৰ ক্ষেত্ৰত মই মৌলানা আজাদে তেওঁৰ পুথি 'ইণ্ডিয়া উইন্‌ছ ফ্ৰিডম'ত কোৱা কথাৰ প্ৰসংগত উল্লেখ কৰিছোঁৱেই। মই এনে ধৰণৰ অৱৰোধ আৰু নিবিচাৰো।"[৩৮]

জাকাৰিয়াৰ ইতিহাস-জ্ঞান যিমানেই আচহুৱা নহওক লাগিলে, আৰু ভাৰতৰ স্বাধীনতা-সংগ্ৰামৰ ইতিহাসৰ কাৰণে তেওঁ বাছি লোৱা সৰ্বোচ্চ উৎস যিয়েই নহওক লাগিলে, তেওঁ তথাপিও সত্যৰ ওচৰত থাকিল হয়, যদিহে তেওঁ ক'লে হয় যে বৰদলৈৰ 'গ' ছেক্সন বৰ্জনে কেবিনেট মিছন আঁচনিৰ বিফলতা সূচালে। কিন্তু বৰদলৈৰ বৰ্জনে ভাৰতক বিভাজন কৰিলে বোলাটো জঘন্যভাৱে অবাস্তৱ। মধ্যকালীন কেন্দ্ৰীয় মন্ত্ৰীসভাত মুছলিম লীগৰ লগত সমূহীয়াভাৱে কাম কৰি পোৱা অসহ্য অভিজ্ঞতাই ১৯৪৭ চনৰ ৬ মাৰ্চ তাৰিখে কংগ্ৰেছ ৱৰ্কিং কমিটিক ঠেলি পঠিয়ালে পঞ্জাব বিভক্তি বিচাৰিবলৈ। পাছত কংগ্ৰেছ সভাপতিয়ে একে উপায়কে বংগৰ ক্ষেত্ৰতো প্ৰয়োগ কৰিবলৈ বিচাৰিলে। এইবোৰ কাৰ্য্যইহে ভাৰত বিভাজনলৈ পথ মুকলি কৰিলে। কিন্তু ইয়াত আমাৰ আচল কথা হ'ল 'গ' ছেক্সন কেবিনেট মিছনৰ আঁচনিমতে পূব পাকিস্তানত পৰিণত হ'লেই হয় - ভাৰতৰ ভিতৰতেই হওক বা বাহিৰতেই হওক (ভাৰতৰ ভিতৰত - যদি আমি আজাদ আৰু জাকাৰিয়াৰ চিন্তাৰে চাওঁ ; ভাৰতৰ বাহিৰত - যদি আমি মুছলিম লীগে সদায় কৰি থকা দাবীলৈ লক্ষ্য কৰোঁ)। আজাদৰ পুথিৰ মতেই এই পাকিস্তানৰ ধাৰ্মিক, সামাজিক ধৰণ-কৰণ ভাৰতৰ মুছলমান সম্প্ৰদায়ে বিচৰা দৰে হ'ল হয়। আজাদৰ দৰে জাকাৰিয়াই ধৰি লৈছিল যে অসম যদি লীগে বিচৰাৰ দৰে বংগৰ লগত চামিল হ'ল হয়, তেনেহলে দুয়োখন পাকিস্তান ভাৰততে থাকিলে হয়। কিমান দিনলৈ সেই পাকিস্তান দুখন ভাৰতৰ মাজত সোমাই থাকিলে হয় সেই কথা বাৰু বাদেই দিলো। কিন্তু কথা হ'ল এইটো অসমৰ দায়িত্ব আছিল নেকি, অন্ততঃ এখন পাকিস্তান নিজা জীৱন বিপন্ন কৰি সৃষ্টি কৰাটো ? আকৌ এই দুই পাকিস্তানৰ সৃষ্টিয়ে ভাৰতলৈ শান্তি কেনেকৈ আনিলে হয়। জিন্না আৰু মুছলিম লীগে সততে কি বিচাৰি আছিল - ভাৰতৰ ঐক্য নে বিভাজন ?

তিনিখণ্ডীয়া নেহৰু-জীৱনী লেখক সৰ্বপল্লী গোপাল এজন প্ৰসিদ্ধ ইতিহাসবিদ। তেওঁৰ পৰা জাকাৰিয়াসদৃশ সৰলীকৰণ আৰু পাতল উক্তি আশা কৰিব নোৱাৰি। তথাপিও তেওঁৰ নেহৰু-জীৱনীৰ প্ৰথম খণ্ডত নেহৰুৱে বা কংগ্ৰেছে ছেক্সন আৰু গ্ৰুপিং সংক্ৰান্তত দেখুওৱা আচৰণটো কেবিনেট মিছনে গ্ৰুপিং তেওঁলোকৰ

আঁচনিখনৰ সাৰ অংশ নহয় বোলা আশ্বাসৰ ভিত্তিত প্ৰতিষ্ঠিত বুলি দেখুৱাব বিচৰাটো অত্যন্ত বিভ্ৰান্তিজনক। এই সন্দৰ্ভত গোপালে উল্লেখ কৰা সাক্ষ্য দুটাৰ এটাই তেনে কথা একেবাৰেই নকয়, আৰু আনটোৱে আওপকীয়াভাৱে কয় যদিও, ঘটনাৰ পৰিবেশলৈ চাই তাক গ্ৰুপিং দফা ১৯ (৫) ৰ ওপৰত মিছনে মূল্য দিবলৈ এৰিলে বুলিব নোৱাৰি। গোপালে কৈছে ঃ

"ৱাভেলে আজাদক জনালে যে গ্ৰুপিং বাধ্যতামূলক নহয় ; প্ৰদেশবিলাকৰ প্ৰতিনিধিসকলে ছেক্সনত মিলিহে সিদ্ধান্ত লব - তেওঁলোকে গ্ৰুপ গঠন কৰিবলৈ বিচাৰিবনে নিবিচাৰিব। তাৰ কিছুদিনৰ পাছত গান্ধীয়ে যেতিয়া অসমক লৈ প্ৰশ্ন উত্থাপন কৰিছিল, তেতিয়া আৰু অধিক নিৰ্দিষ্টভাৱে আশ্বাস দিয়া হৈছিল যে গ্ৰুপিং আঁচনিখনৰ সাৰ অংশ নহয়। গতিকে আঁচনিখনক কংগ্ৰেছে দিয়া নিজা বিশ্লেষণ সম্পূৰ্ণ যুক্তিযুক্ত।"[৯৯]

আজাদক যে গ্ৰুপিং স্বেচ্ছামূলক বুলি কোৱা হৈছিল ই সত্য। ই আছিলো তেনেই। কিন্তু ইয়াৰ মানে হ'ল মাথোন (যদি আমি 'গ' ছেক্সনৰ উদাহৰণেৰে বুজাওঁ) বংগ আৰু অসম এই দুই প্ৰদেশৰ প্ৰতিনিধিয়ে সাধাৰণ সংখ্যাগৰিষ্ঠ ভোটেৰে প্ৰথমতে মীমাংসালৈ আহিব লাগিব এওঁলোকে গ্ৰুপ পাতিব নে নেপাতে। তাৰ মানে গ্ৰুপ পোনে-পোনেই বাধ্যতামূলক নহয়। কিন্তু ই অসমৰ ভয় কমায় কেনেকৈ যেতিয়ালৈকে ছেক্সন বাধ্যতামূলক হৈ থাকে ? ছেক্সন 'গ'ত অসমীয়া সংখ্যালঘু আৰু তাত সংখ্যাগৰিষ্ঠই গ্ৰুপ বিচাৰিলে অসমৰ ওলাই যোৱাৰ উপায় নাই। গতিকে ছেক্সনেই আছিল অসমীয়াৰ মৃত্যুলগ্ন।

নেহৰুৱে এই কথাটো বহুদিনলৈ বুজা নাছিল বা বুজিবলৈ বিচৰা নাছিল ; - যদিও অৱশ্যে নেহৰুৱে বুজা নাছিল বুলি ভাবিবলৈও কঠিন। আজাদে অসমৰ ওপৰত কেবিনেট মিছনৰ আঁচনিৰ প্ৰভাৱ কি হ'ব জানিছিল যদিও সেই বিষয়ে সেই সময়ত খুলি একো কোৱা নাছিল। তেওঁ তেওঁৰ আত্মজীৱনীত লিখিছে ঃ "মিঃ জিন্নাই কেবিনেট আঁচনিৰ গাঁথনি পৰিবৰ্তন কৰিবলৈ গণ পৰিষদৰ কোনো অধিকাৰ নাই বুলি দাবী কৰিছিল। গ্ৰুপিং হ'ল আঁচনিখনৰ সাৰমৰ্ম আৰু গ্ৰুপিং বিষয়ত কোনো সাল-সলনিয়েই সমগ্ৰ চুক্তিখনৰেই ভেঁটি বদলাই দিব। ....সত্যৰ খাতিৰত মই স্বীকাৰ কৰিবই লাগিব যে মিঃ জিন্নাৰ কথাত যুক্তিযুক্ততা আছে।"[১০০]

বৃটিছে গান্ধীজীক গ্ৰুপিং বাধ্যবাধক নহয় বুলি কোৱাৰ প্ৰমাণ দিবলৈ গৈ ডঃ গোপালে ৱাভেলৰ প্ৰকাশিত দিনলেখাৰ (জাৰ্নেল) পৰা দুটা উদাহৰণ দিছে।[১০১] এই দুয়োটা উদাহৰণৰ মূল হ'ল ২৪ জুন (১৯৪৬) তাৰিখে গান্ধীজীয়ে কেবিনেট মিছনক লগ ধৰোঁতে ঘটা ঘটনা এটা। অসমৰ গণ পৰিষদৰ প্ৰতিনিধি সকলৰ পৰা

নিৰ্বাচনৰ আগতে কেবিনেট আঁচনিৰ ১৯ (৫) দফা মানি ল'ব লাগিব বুলি প্ৰতিশ্ৰুতি বিচৰাৰ কথা অসমৰ পৰা অহা তাঁৰ এখনত পাই গান্ধীজীয়ে সেই বিষয়ত আপত্তি তুলিছিল। উত্তৰত ৱাভেলৰ ইচ্ছাৰ বিৰুদ্ধে কেবিনেট মিছনৰ সদস্য কেইজনে 'দৃশ্যতঃ' গান্ধীজীক 'আশ্বাস' দিলে এনে নহ'ব বুলি।[১০২] আচলতে ৱাভেলৰ লিখনিৰ পৰা বুজিব নোৱাৰি গান্ধীজীকনো কি আশ্বাস দিয়া হৈছিল - প্ৰদেশ এখনত গণ পৰিষদলৈ নিৰ্বাচিত হবলগীয়া সদস্য সকলৰ পৰা তেনে প্ৰতিশ্ৰুতি লোৱা নহ'ব বুলি, নে সদস্য সকল ছেক্সনৰ বাহিৰত থাকিব পাৰিব বুলি। নিশ্চয় প্ৰথমটোহে, দ্বিতীয়টো কেতিয়াও হ'ব নোৱাৰে এই কাৰণেই যে ই হ'লে ছেক্সন দফাবোৰ একেকোবতে উফৰি পৰিব আৰু লগে লগে কেবিনেট মিছন আঁচনিও অৰ্থহীন হৈ পৰিব। এইটো কেবিনেট মিছনে বিচৰাৰ কথাই নুঠে। কিন্তু যিহেতু এই প্ৰথম উত্তৰটোৰ পৰা দ্বিতীয় উত্তৰটো উলিওৱাৰ কংগ্ৰেছৰ যুক্তিৰ নাটনি নাছিল, সেই কাৰণে ৱাভেলে মিছনৰ আচৰণত অতিশয় ক্ষোভ প্ৰকাশ কৰিলে আৰু পাছদিনা, ২৫ জুন তাৰিখে সেই ক্ষোভ মিছনলৈ লিখা টোকা এটাত প্ৰকাশ কৰিলে। ৱাভেলৰ মতে মাত্ৰ গান্ধীক ক্ষান্ত কৰিবৰ কাৰণেই মিছনে এটা 'অসৎ' উত্তৰ দিব নালাগিছিল। ৱাভেলে ভয়ো খাইছিল কংগ্ৰেছে গান্ধীক দিয়া উত্তৰ কংগ্ৰেছে বহল অৰ্থত ব্যৱহাৰ কৰি ১৯ (৫) দফাক অগ্ৰাহ্য কৰিবলৈ প্ৰয়াস কৰিব পাৰে বুলি। ৱাভেলে ভয় কৰাৰ দৰে সেই একেদিনাই কংগ্ৰেছে 'নিজা ব্যাখ্যাৰে'হে গ্ৰুপিঙৰ দফাকেইটা মানিব বুলি ক'লে। এনেকৈ কংগ্ৰেছলৈ নিজা ব্যাখ্যাৰ কাৰণে সুবিধা ওলালেও ৱাভেলৰ লিখাৰ পৰা এইটো প্ৰকাশ নাপায় যে গ্ৰুপিং আঁচনিখনৰ সাৰ অংশ নহয় বুলি মিছনে গান্ধীজীক আজাদক দিয়াতকৈও 'অধিক নিৰ্দিষ্ট আশ্বাস এটি' দিছিল। গান্ধীজীয়ে গ্ৰুপিঙৰ ১৯ (৫) দফা সম্বন্ধে কোনো প্ৰশ্ন সোধা নাছিল ; সুধিছিল তাৰ আধাৰত কৰা এটি প্ৰতিশ্ৰুতি দাবীৰ সম্পৰ্কতহে। অৱশ্যে এইটো ঠিক যে গান্ধীজীয়ে পোৱা উত্তৰটো কংগ্ৰেছে সুদূৰ প্ৰসাৰী ৰূপে ব্যৱহাৰ কৰিব পৰাত আছিল। কিন্তু উল্লেখযোগ্য কথাটো হ'ল - নেহৰুৱে জানো এই সুবিধা ল'লে ? গান্ধীজীক দিয়া উত্তৰটো নেহৰুৱে কংগ্ৰেছৰ হৈ নিজা ধৰণে ব্যাখ্যা কৰি ক'ব পৰা অৱস্থাত আছিল যে গণ পৰিষদৰ সদস্য সকলে ছেক্সনত বহিব নুখুজিলে নবহিবও পাৰে - যিটো হ'ব পাৰে বুলি ৱাভেলে তেওঁৰ ২৪ আৰু ২৫ জুনৰ টোকা কেইটাত আশংকা কৰিছিল। নেহৰুৱে আচলতে ওলোটাটোহে কৰিলে ঃ কেবিনেট আঁচনিখনৰ মতে আৰু ৱাভেলে বিচৰা দৰেই তেওঁ মাথোন বৰদলৈক ছেক্সন বৰ্জন নকৰিবলৈহে ক'লে। ছেক্সন আৰু গ্ৰুপৰ ব্যাখ্যা কৰি নেহৰুৱে ২২ জুলাই (১৯৪৬) তাৰিখে বৰদলৈলৈ দিয়া চিঠিখনতো ডঃ গোপালে নিজেই নেহৰুৰ ৱাভেলৰ লগত হোৱা সেইদিনাৰ সাক্ষাতকাৰৰ ভিত্তিত লিখা বুলি ধাৰণা কৰিছে। গোপালে কৈছে ঃ

"শ্ৰীনগৰলৈ যোৱাৰ পথত তেওঁ (নেহৰুৱে) ৱাভেলক দিল্লীত (২২ জুলাই, ১৯৪৬, তাৰিখে) লগ ধৰে আৰু এই সাক্ষাত হয়তো বৰলাট আৰু নেহৰুৰ মাজত স্থাপিত হোৱা সহানুভূতি সম্পন্ন যোগাযোগবোৰৰে এটি দুৰ্লভ সাক্ষাৎ। .... জৱাহৰলালে বহু বিষয় উল্লেখ কৰিলে। ....ঘাই সাংবিধানিক সমস্যাৰ ক্ষেত্ৰতো দুয়ো বেছ কিছু বুজা-পৰাত উপনীত হোৱা যেন লাগিল; কাৰণ সেই একেদিনাই জৱাহৰলালে অসমৰ মুখ্যমন্ত্ৰীলৈ ছেক্সন আৰু গ্ৰুপৰ মাজত খেলিমেলি নলগাবলৈ আৰু তাকে কৰি ছেক্সনক বৰ্জন নকৰিবলৈ লিখিলে।"[১০৩]

ছেক্সনেই যে অসমৰ কাল, আৰু অসমৰ কাৰণে ছেক্সন মানেই যে গ্ৰুপিং, গান্ধীজীয়ে বুজা এই কথাটো নেহৰুৱে ক'ত বুজিলে ? নেহৰুৱে দেখোন কংগ্ৰেছৰ নিজা ব্যাখ্যাৰ ঠাইত ৱাভেলে বুজাৰ দৰেই কেবিনেট আঁচনি ২২ জুলাইত বৰদলৈলৈ দিয়া চিঠিত গ্ৰহণ কৰিলে।

গোপালে হয় নিজেই ছেক্সন আৰু গ্ৰুপৰ অৰ্থ অসমৰ কাৰণে কি হ'ব পাৰে তাক নাজানিছিল। যদিহে তাক জানিও তেওঁ সেইবোৰ কথা লিখিলে তেনেহলে ধৰি ল'ব লাগিব যে সেইবোৰ নেহৰুক ভ্ৰান্তিজনক বিচাৰৰ বাবে জগৰীয়া নকৰিবলৈ বাতুল আৰু খেলিমেলি প্ৰয়াস। ই তেওঁৰ পাণ্ডিত্যত এটি চেকা হৈ ৰ'বই। অৱশ্যে অসমৰো কোনো কোনোৱে এনে ধৰণৰ উক্তিত বাৰুকৈ ভাগ লৈ আছে। সংলগ্ন মৌলিক তথ্য পাতিৰ আধাৰত খৰচি মাৰি কৰা অধ্যয়ন আৰু গৱেষণাইহে মাথোন নিকৃষ্ট সৰলীকৰণৰ কুটিল প্ৰভাৱৰ পৰা আমাক মুক্ত কৰিব পাৰিব আৰু মতাৱলম্বী লেখক-আলোচকৰ এঢলীয়া মতামত আৰু সন্দেহজনক অভিপ্ৰায় বুজি উঠাত সহায় কৰিব।

এই অধ্যায়ৰ সামৰণিত আমি আৰু দুটামান কথা কৈ থোৱাৰ প্ৰয়োজন বোধ কৰিলো। বৰদলৈ আৰু অসম কংগ্ৰেছে গ্ৰুপিঙৰ বিপক্ষে যুদ্ধ দিওঁতে তেওঁলোক নেহৰুৰ দস্তুৰৰ প্ৰতি অসন্তুষ্ট হ'ব লগাত পৰিছিল যদিও এই অসন্তুষ্টিয়ে অসমৰ কংগ্ৰেছ নেতৃবৰ্গৰ কোনোজনকেই স্বৰাজোত্তৰ কালচোৱাত নেহৰু বিৰোধী কৰি তোলা নাছিল। নেহৰুৰ ৭ চেপ্তেম্বৰৰ (১৯৪৬) অনাতাঁৰ বিবৃতিটো অসম কংগ্ৰেছৰ কাৰণে অত্যন্ত অপমানজনক হোৱা সত্ত্বেও, অসম কংগ্ৰেছে সেই বিবৃতি বিৰোধী কোনো প্ৰস্তাৱ নলৈ নেহৰুলৈ মাথোন এখন চিঠিহে লিখিবলৈ প্ৰস্তাৱ লৈছিল। ইয়েই দেখুৱায় নেহৰুৰ প্ৰতি অসম কংগ্ৰেছৰ অসাধাৰণ সন্মান। বিশেষকৈ বৰদলৈৰ ক্ষেত্ৰত, নেহৰুৰ তেওঁৰ প্ৰতি প্ৰত্যুত্তৰ যিয়েই নহওক লাগিলে, বৰদলৈৰ নেহৰুৰ প্ৰতি অসীম শ্ৰদ্ধা জীৱনৰ শেষ পৰ্য্যন্ত অটুট আছিল। এই কথাটোৱে অসমীয়াৰ শ্ৰদ্ধা-ভকতিৰ আৰু অসমীয়াৰ স্বদেশ প্ৰেমৰ বিষয়ে কিছু বিৰল আৰু আউল লগা প্ৰশ্ন চিন্তাশীল লোকলৈ হয়তো আনিব।

# দশম অধ্যায়

# অবৈধ পমুৱাৰ উচ্ছেদৰ পথত বৰদলৈলৈ অহা বিঘিনি
## ১৯৪৬-১৯৪৭

ত্রিপাক্ষিক চুক্তিৰ মাধ্যমেদি অহা সাদ্‌উল্লাৰ সৰ্ব্বদলীয় মন্ত্রীসভা বেছিদিন নিটিকিল। জাপানৰ ওপৰত মাৰ্কিন পৰমাণু বোমা বিস্ফোৰণ হোৱাৰ লগে লগে যুদ্ধৰো অৱসান হ'ল আৰু বিলাতত জুলাই মাহৰ (১৯৪৫) সাধাৰণ নিৰ্ব্বাচনত ৰক্ষণশীল দল লেবাৰ দলৰ হাতত পৰাজিত হোৱাত তাত লেবাৰ নেতা ক্লীমেন্ট এট্‌লি প্রধানমন্ত্রী হ'ল। ইংলণ্ডত হোৱা এই ৰাজনৈতিক পৰিবৰ্তনে ভাৰতৰ ৰাজনীতিলৈও অনতিপলমে পৰিবৰ্তন আনিলে। বৃটিছ চৰকাৰে ভাৰতৰ বাবে নতুন সংবিধান এখন ৰচনাৰ অৰ্থে সংবিধান পৰিষদ গঠন কৰাৰ প্ৰস্তাৱ ল'লে। ৯ আগষ্ট তাৰিখে কংগ্ৰেছ অনুষ্ঠানসমূহৰ ওপৰত লাগি থকা বে-আইনী ঘোষণাকো প্ৰত্যাহাৰ কৰা হ'ল। চেপ্তেম্বৰ মাহৰ আগভাগত বহা কংগ্ৰেছ ৱৰ্কিং কমিটিৰ বৈঠকলৈ বৰদলৈকো বিশেষভাৱে আমন্ত্ৰণ কৰা হ'ল। তাতেই কংগ্ৰেছে আগন্তুক প্ৰাদেশিক নিৰ্ব্বাচনবোৰত প্ৰতিদ্বন্দিতা কৰাৰ সিদ্ধান্ত ল'লে।

১৯৪৬ চনৰ ৯ জানুৱাৰীত অসমত হোৱা সাধাৰণ নিৰ্ব্বাচনত গোপীনাথ বৰদলৈয়ে যে নিৰ্ব্বাচনী অভিযান চলোৱাতো বাৰুকৈ পাকৈত আছিল তাৰো চানেকি দিলে। আগৰবাৰৰ নিৰ্ব্বাচনত তেতিয়াৰ কংগ্ৰেছ সভাপতি হেমচন্দ্ৰ বৰুৱাই এই বিষয়ত পটুতা দেখুৱাব পাৰিছিল। এইবাৰ তেওঁ নাছিল, নিৰ্ব্বাচনৰ আগতেই ১৯৪৫ চনৰ ১১ আগষ্ট তাৰিখে তেওঁৰ মৃত্যু হয়। কুলধৰ চলিহা আৰু বিষ্ণুৰাম মেধীৰে সৈতে বৰদলৈয়ে এই নিৰ্ব্বাচন অভিযান চলাইছিল। নিৰ্ব্বাচন অভিযান চলি থাকোঁতেই সাদ্‌উল্লাই হেনো এদিন ধৰমতুল ডাক বঙলাত বৰদলৈৰ মুখামুখি হওঁতে কৈছিল যে তেওঁৰ দলে অনায়াসে ৬৪ খন আসন দখল কৰিব। বৰদলৈয়ে হেনো সাদ্‌উল্লাৰ সেই আত্মপ্ৰত্যয় ওফৰাই কংগ্ৰেছৰ আগন্তুক সংখ্যা গৰিষ্ঠতা অনিবাৰ্য্য বুলি প্ৰত্যুত্তৰ দিছিল।[১] সেয়েই প্ৰকৃততে হ'লগৈ, ৬১ খন আসনেৰে কংগ্ৰেছেই বিধানসভাত সংখ্যা গৰিষ্ঠ দল হ'ল। ১১ ফেব্ৰুৱাৰী তাৰিখে বসন্ত কুমাৰ দাস, বিষ্ণুৰাম মেধী, আবদুল মতলিব

মজুমদাৰ, বৈদ্যনাথ মুখাৰ্জী, জে.জে. এম. নিকলছ্ ৰয় আৰু ৰাম নাথ দাসক পোনতে মন্ত্ৰীসভাত লৈ সম্পূৰ্ণ কংগ্ৰেছী মন্ত্ৰীসভা এখন বৰদলৈয়ে গঢ়িলে।

## ১। ত্ৰিপাক্ষিক চুক্তিক কাৰ্যকৰী কৰিবলৈ দৃঢ়সংকল্পিত বৰদলৈ

মন্ত্ৰীসভা গঠন কৰিয়েই বৰদলৈয়ে মন দিলে ত্ৰিপাক্ষিক চুক্তিয়ে চিনাক্ত কৰি যোৱা অবৈধ পমুৱাসকলক বহিষ্কাৰ কৰাৰ কাৰ্য্য। চুক্তি অনুযায়ী পূৰ্বৰ সাদ্‌উল্লা চৰকাৰেই কামৰূপ জিলাৰ ডকনিয়া, ভাঙোনমাৰী, কুৰিহামাৰী, লক্ষেশ্বৰী ৰিজাৰ্ভত এৰা-ধৰাকৈ উচ্ছেদৰ কাম আৰম্ভ কৰিছিল। কিন্তু ১৯৪৬ চনৰ নিৰ্ব্বাচন অহাৰ আগে আগে এইবোৰ ঠাইত উচ্ছেদৰ কাম ঢিলাই দিয়ে আৰু আনবোৰ অঞ্চলত একেবাৰেই বন্ধ ৰাখে। একচেতীয়া কংগ্ৰেছ চৰকাৰে এতিয়া আগৰ চৰকাৰে প্ৰথমে গ্ৰহণ কৰা প্ৰথাকেই অনুসৰণ কৰি পঞ্চলিচ্ছৰ চুক্তিখন কাৰ্যকৰী কৰিবলৈ বিচাৰিলে। প্ৰথাটো আছিল এই ঃ 'অৰক্ষিত' (মানে সম্পূৰ্ণ অবৈধ) পমুৱা সকলৰ দখলৰ পৰা ৰিজাৰ্ভবোৰ মুক্ত কৰি ভৱিষ্যতলৈও বেদখলকাৰীৰ পৰা মুক্ত কৰি ৰখা। বেদখলকাৰী সকলৰ শতকৰা ৩০ জনেই ১৯৪৫ চনৰ মাটি বন্দবস্তী প্ৰস্তাৱ অনুযায়ী 'ৰক্ষিত' (Protected) বুলি ধৰা হৈছিল যাতে তেওঁলোকে আন ঠাইত মাটি নোপোৱালৈকে উচ্ছেদ নহয়।

বৰদলৈ চৰকাৰৰ কথা হ'ল ধৰ্ম, জাতি বা মতবাদৰ ভেটিত কোনো বেদখলকাৰীক ৰেহাই দিয়া নহ'ব ; সকলো 'অৰক্ষিত' বেদখলকাৰীয়েই উচ্ছেদ হ'ব। মাথোন ১৯৩৮ চনৰ বা আগেয়ে মাটি দখল কৰা পমুৱাসকলক আৰু গৰাখহনীয়া বা মিলিটেৰী একুইজিশ্বনৰ ফলত মাটিহীন হোৱা খিলঞ্জীয়া বেদখলকাৰীক উচ্ছেদ কৰা নহ'ব। বৰদলৈ চৰকাৰে অসম উপত্যকাৰ জিলাসমূহত থকা খেতিৰ উপযোগী পতিত মাটিৰ হিচাপ এটা কৰিবলৈকো জিলা কৰ্তৃপক্ষক নিৰ্দেশ দিলে। ইয়াৰ উদ্দেশ্য আছিল হিচাপত ওপৰঞ্চি হৈ ওলোৱা খেতি উপযোগী মাটি খিলঞ্জীয়া মাটিহীন লোকৰ মাজত ভগোৱা।[২]

নীতিমতে বৰদলৈ চৰকাৰৰ উচ্ছেদ কাৰ্য্য আৰম্ভ নৌহওঁতেই মুছলিম লীগে তেওঁলোকৰ প্ৰতি আক্ৰমণ আৰম্ভ কৰিলে ; ১৯৪৬ চনৰ ৩ মাৰ্চৰ দিনা গুৱাহাটী পৰা এই সম্পৰ্কত জিন্নাৰ বিবৃতি ওলাল আৰু তাৰ দুদিন পাছত অসম প্ৰাদেশিক মুছলিম লীগে অসমত বহিষ্কাৰ হ'বলগীয়া বেদখলী পমুৱাৰ ভৱিষ্যত সম্পৰ্কে গভীৰ উদ্বিগ্নতা প্ৰকাশ কৰিলে। জিন্নাই ভাবুকি দিলে যে চৰকাৰে যদি ততালিকে উচ্ছেদ ব্যৱস্থা উঠাই নলয় তেনেহলে এনে ভয়ানক পৰিস্থিতিয়ে গঢ় ল'ব যে যি অসমৰ লোকৰ কাৰণে

ফলপ্ৰসু নহ'ব। উচ্ছেদ হ'বলগীয়া লোকসকলৰ সাহায্যৰ অৰ্থেও সমগ্ৰ ভাৰতৰ ধন সংগ্ৰহ কৰিবৰ কাৰণে মুছলিম লীগৰ ৱৰ্কিং কমিটিৰ উপ-সমিতি এখন স্থাপন কৰা হ'ল আৰু অসম বিধানসভাৰ তেতিয়াৰ বিৰোধী দলৰ দলপতি সাদ্‌উল্লাই হ'ল এই সমিতিৰ ধন ভঁৰালী।

বৰদলৈ চৰকাৰে কিন্তু এই বিৰোধলৈ ভ্ৰূক্ষেপ নকৰি নিজ কৰ্ত্তব্যলৈ আগবাঢ়িল। আগৰ মন্ত্ৰীসভাই গুৱাহাটী মহকুমাৰ ভাওনমাৰী, ডকনিয়া আদি ঠাইত উচ্ছেদৰ কাম আৰম্ভ কৰিছিল বুলি আমি কৈ আহিছো। বৰদলৈ চৰকাৰে এতিয়া এপ্ৰিল আৰু মে' মাহত (১৯৪৬) এই ৰিজাৰ্ভবোৰৰ সুগম অঞ্চলবোৰ মুকলি কৰাৰ কাম হাতত লয়। দৰং জিলাৰ ৰিজাৰ্ভবোৰৰ পৰাও 'অৰক্ষিত' বেদখলকাৰী আৰু নকৈ অহা পমুৱাৰ উচ্ছেদ কৰাৰ কাম হাতত লোৱা হয়। উচ্ছেদ হোৱা অঞ্চলবোৰৰ শস্য চৰকাৰে নিজে গ্ৰহণ কৰি বেচে। বাৰিষাৰ পূৰ্বে ১৯৪৬ চনৰ ৩১ মে'ৰ আগে আগে ৯ টা ৰিজাৰ্ভত উচ্ছেদকাৰ্য্য চলোৱা হয়। ইয়াৰ চাৰিটা মঙ্গলদৈৰ, তিনিটা বৰপেটাৰ আৰু বাকী দুটা গুৱাহাটী মহকুমাৰ অৰ্ন্তগত। এই ৯ টা ৰিজাৰ্ভৰ ২,৮৮৯ জন বেদখলকাৰীৰ ভিতৰত ৬৭২ জনেই প্ৰস্তাৱ অনুযায়ী 'ৰক্ষিত' বুলি ধৰা হয় আৰু এওঁলোকক উচ্ছেদ কৰা নহয় ; বেদখলকাৰীৰ সৰ্বাধিকসংখ্যক আছিল মুছলমান সম্প্ৰদায়ৰ লোক। ২২১৪ জন উচ্ছেদ হোৱা লোকৰ ভিতৰত ২৯৩ জন জনজাতি, তপছিলভুক্ত আৰু হিন্দু সম্প্ৰদায়ৰ লোক আছিল।[৩]

## ২। মুছলিম লীগৰ উচ্ছেদ বিৰোধী প্ৰচাৰ আক্ৰমণ

যদিও প্ৰকৃতপক্ষে বিষয়টো আইন আৰু শৃংখলা সম্বন্ধীয় কথাহে আছিল আৰু তাত বৰদলৈ চৰকাৰৰ হক অবিসংবাদিত আছিল, তথাপিও ই জটিল নহৈ নৰ'ল। বাৰিষা আহি পৰাৰ আগেয়ে বেদখলত থকা সকলোৰে ৰিজাৰ্ভত উচ্ছেদ কাৰ্য আৰম্ভ কৰিব পৰা নগ'ল। ইফালে সময়টোও আছিল এনে যে ততাতৈয়াকৈ উচ্ছেদ কাৰ্য শেষ কৰিব নোৱাৰিলে বিষয়টো সমসাময়িক সৰ্বভাৰতীয় সাম্প্ৰদায়িক সংঘৰ্ষৰ পাশা খেলত সোমাই পৰি জাহ যোৱাৰ নতুবা ই লীগৰহে পাকিস্তান প্ৰস্তাৱ কাৰ্যত সহায়কৰূপে থিয় দিয়াৰ ভয় আছিল। সমসাময়িক পৰিস্থিতিয়ে আগবঢ়োৱা এই দুয়ো সম্ভাৱনাই অসমৰ কাৰণেই আছিল কাল ; বেদখলকাৰী আৰু অসম আৰু বংগ দুয়ো প্ৰদেশৰ মুছলিম লীগ দলক এই দুয়ো সম্ভাৱনাই যোগালে - হয় স্থিতাৱস্থালৈ, নহয় 'লড়কে লেংগে পাকিস্তান' কাৰ্য্যলৈ এক আদৰণীয় উপাদান।

আইন তেওঁলোকৰ পক্ষে একেবাৰেই নথকাত আৰু আইন ভংগকাৰীৰ

উদগুতাত কোনো কু-ফলৰ পৰিৱৰ্তে সু-ফলৰহে আশা দেখি মুছলিম লীগ আৰু বংগৰ বেদখলকাৰীয়ে এই পথকেই বাছি ল'লে। ১৯৪৬ চনৰ ৩১ মে'ত মঙ্গলদৈ মহকুমাত অসম মুছলিম লীগৰ সভাপতি আব্দুল হামিদ খান (পিছলৈ মৌলানা ভাসাণী নামেৰে খ্যাত) উপস্থিত হয় আৰু তেওঁৰ অনুচৰ বৰ্গৰ সৈতে তেওঁ ব্যাপক সংঘৰ্ষধৰ্মী প্ৰচাৰ আৰম্ভ কৰিলে। ফলত উচ্ছেদ হোৱা মুছলমান পমুৱাবোৰ ৰিজাৰ্ভ দখল কৰিবলৈ পুনৰ ঘূৰি আহিল। ৬ জুনত ১৬৪৬ জন পমুৱাই মঙ্গলদৈ মহকুমাৰ দুটা ৰিজাৰ্ভত আকৌ পঁজাঘৰ সাজে। তেওঁলোকক অৱশ্যেই পুনৰ উচ্ছেদ কৰা হয়। মে' মাহত নিখিল ভাৰত মুছলিম লীগ কাউন্সিলৰ সভাত লিয়াকত আলী খান, চৌধুৰী খালিকুক জামান আৰু ছিদ্দিকি আলী খানো উচ্ছেদ কাৰ্য চলা ৰিজাৰ্ভবোৰ পৰিদৰ্শন কৰিবলৈ আহে। বংগদেশৰ মুখ্যমন্ত্ৰী খালিকুক জামান অসমলৈ অহাৰ সংবাদ পাই মুছলিম লীগৰ নেতাসকলে ২৬ জুনত মঙ্গলদৈ মহকুমাত ক্ষোভ প্ৰদৰ্শন কৰিবৰ কাৰণে এক বিৰাট অনুষ্ঠানৰ আয়োজন কৰে। তেওঁলোকে মঙ্গলদৈ চহৰৰ কাছাৰীঘৰৰ চাৰিওপিনৰ পৰা বেৰি ধৰি নানা ধ্বনি তোলে। আয়োজিত সভাত বেদখলকাৰী সকলক স্থানীয় কৰ্তৃপক্ষৰ কৰ্তৃত্ব আৰু আদেশ অমান্য কৰিবলৈ উত্তেজিত কৰোৱা হয়। এই কু-উচটনি আৰু মুছলিম কাকতৰ অপপ্ৰচাৰৰ ফলত বেদখলকাৰীৰ বাহিৰেও আন আন মুছলমান পমুৱা নাৱেৰে, ৰেলেৰে বা খোজকাঢ়ি হ'লেও অসমলৈ আহি আটাইবোৰ নদী কাষৰীয়া পতিত মাটি দখল কৰে। এই অনুপ্ৰৱেশকাৰীসকলে আনকি ব্যক্তিগত মাটিও দখল কৰিবলৈ প্ৰয়াস কৰিলে। নৱেম্বৰ মাহৰ ৯ তাৰিখে গ্ৰেজিং ৰিজাৰ্ভত উচ্ছেদ কাৰ্য আৰম্ভ কৰাৰ আগেয়ে মঙ্গলদৈত এদল পমুৱাই ৰাতি এখন ৰিজাৰ্ভত থকা গৰু আৰু ম'হ আৰু সেইবোৰৰ ৰখীয়াসকলক আক্ৰমণ কৰে।[৪]

উচ্ছেদ কাৰ্য বন্ধ কৰিবৰ কাৰণেই ইচ্ছাকৃতভাৱে লীগে সৃষ্টি কৰা অৰাজকতা আৰু উচ্ছৃংখলতাক ভেটিবলৈ বৰদলৈ চৰকাৰেও দৃঢ় সংকল্পবদ্ধ হ'ল। বৰদলৈয়ে নিজেই সৰ্বভাৰতীয় লীগ নেতাসকলে পৰিবেশন কৰা ঠাইবোৰ নিজ চকুৰে চাই আহিছিল। শান্তি আৰু শৃংখলা অক্ষুন্ন ৰাখিবৰ কাৰণে তেওঁৰ চৰকাৰে ১৮ নৱেম্বৰত 'অসম শান্তি আৰু শৃংখলা ৰক্ষা আইন'খন জাৰী কৰে। লগতে উচ্ছেদ নীতি কাৰ্যকৰী কৰিবৰ কাৰণে চৰকাৰে প্ৰত্যেক ৰাজনৈতিক দলৰ সহযোগিতাও কামনা কৰিলে। অসম চৰকাৰৰ অবিচলিত সংকল্পৰ উত্তৰ অসম মুছলিম লীগে প্ৰথমে ১৯৪৭ চনৰ ৩ জানুৱাৰীত ক'লা পতাকা দিৱস পাতে উচ্ছেদ কাৰ্য্যৰ বিৰুদ্ধে প্ৰাৰ্থনা আদিৰে প্ৰতিবাদ কৰিবলৈ। অসমীয়া মুছলমানসকলে অৱশ্যে এই আয়োজনৰ প্ৰতি বিশেষ সঁহাৰি নেদেখুৱালে, ইয়াৰ পাছত কংগ্ৰেছ চৰকাৰৰ উচ্ছেদ সমস্যা সম্পৰ্কে তেওঁলোকৰ কাৰ্য্য থিৰাং কৰিবলৈ লীগে ভাসাণীৰ সভাপতিত্বত ৩০ জানুৱাৰীত

ইছলামপুৰত অসম-বংগ মুছলিম লীগৰ এখন সভা পাতে। পূৰ্ব বংগৰ বিভিন্ন ঠাইৰ পৰা প্ৰায় ১৫ হেজাৰ লোক ইয়াত গোট খাইছিল যদিও ইয়াতো ভৱিষ্যত কাৰ্য্যপন্থা থিৰাং নহ'ল। নিখিল ভাৰতীয় মুছলিম লীগে তেওঁলোকৰ ১ ফেব্ৰুৱাৰী (১৯৪৭)ত কৰাচীত বহা সভাত অসম চৰকাৰৰ উচ্ছেদ কাৰ্য্য 'অমানুষিক' বুলিলে আৰু ইয়াক স্থগিত ৰাখিবলৈ আহ্বান জনালে।[৫] প্ৰতি আহ্বানৰ আচল অস্ত্ৰপাত অসম মুছলিম লীগে এৰিলে ফেব্ৰুৱাৰী মাহৰ মাজভাগত ঘোষিত আইন অমান্যৰ আঁচনিৰেহে। অসমৰ সকলো মুছলমান লোককে অসম মুছলিম লীগে কংগ্ৰেছ চৰকাৰৰ বিপক্ষে যুদ্ধ দি জেইল যাত্ৰালৈ সাজু হ'বলৈ আহ্বান জনালে। ২০ ফেব্ৰুৱাৰীত বৃটিছ প্ৰধানমন্ত্ৰী এটলীয়ে লণ্ডনৰ 'হাউচ অৱ কমনছ্'ত ভাৰতবৰ্ষত স্বাধীনতা ১৯৪৮ চনৰ জুন মাহৰ আগতেই ঘোষণা হ'ব বুলি বিবৃতি দিয়াত[৬] ভাষাণীয়ে তৎপৰতাৰে উচ্ছেদৰ বিপক্ষে যুদ্ধখন অসমক পূব পাকিস্তানৰ অংশৰূপে পাবলৈ কৰা লীগৰ প্ৰচেষ্টাৰে এক কৰি পেলালে। বলেৰে অসমত মুছলমান লোকৰ সংখ্যা বঢ়াবই লাগিব। আইন অমান্যৰ পোনপটীয়া সংঘৰ্ষৰ ঘাই উদ্দেশ্যটো আছিল যাঠি,জোং, লাঠি আদিৰে বংগৰ সীমাত প্ৰশিক্ষণ পোৱা সংগঠিত মুছলমান স্বেচ্ছাসেৱকৰ সহায়ত বংগ আৰু অসম মুছলিম লীগৰ নেতাসকলে অসম আক্ৰমণ কৰা ; বিভিন্ন চৰকাৰী কাৰ্য্যালয়বোৰত মুছলিম লীগৰ পতাকা উত্তোলন ; সামৰিক বাহিনীৰ লোকক ঘেৰাও কৰা ; সুবিধা বুজি অসম মন্ত্ৰীসভাৰ সদস্যক অপমান কৰা আৰু ৰাজ্যখনত হিন্দু-মুছলমানৰ মাজত এক সাম্প্ৰদায়িক অৰাজকতাৰ সৃষ্টি কৰা।

অনুপ্ৰবেশকাৰীসকলক মুছলিম লীগে আখ্যা দিলে 'মোজাহেদিন' বুলি আৰু তেওঁলোকৰ কাম হ'ল অসমৰ মুছলমান বসতিৰ অঞ্চলত সোমাই তাত সাম্প্ৰদায়িক হিংসাৰ বীজ সিঁচা। আইন অমান্য আঁচনিৰ আনবোৰ বিষয় আছিল ঃ লীগৰ সদস্যই বিধানসভা ত্যাগ কৰা ; চলিত আইন ভংগ কৰি লীগে পতা সভা আৰু শোভাযাত্ৰাত যোগ দিয়া ; বংগৰ অনুপ্ৰবেশকাৰীয়ে বলেৰে অসমৰ ৰিজাৰ্ভ দখল কৰা ; আৰু লীগৰ পতাকাৰ তলত একত্ৰিত হৈ সকলো মুছলমানে যিকোনো উপায়েৰেই অসমক পাকিস্তানলৈ ৰূপান্তৰ কৰিবলৈ চেষ্টা কৰা। উপৰোক্ত নিৰ্দেশ মতে বিধানসভাৰ মুছলিম লীগ সদস্যই ১০ মাৰ্চৰ পৰা বিধানসভা ত্যাগ কৰিলে।

১৪৪ ধাৰা ওফৰাই আন্দোলন আগবঢ়াই নিবলৈ বিভিন্ন দিনত বিভিন্ন ঠাইত বিভিন্ন লীগ নেতাক নিৰ্দিষ্ট কৰা হ'ল। ১০ মাৰ্চত দৰঙত মৌলানা হামিদ খান ভাসাণীয়ে আন্দোলন আৰম্ভ কৰিলে। ইয়াৰ পাছত বৰপেটাত কৰিলে আব্দুল ৰচিত চৌধুৰীয়ে ২ এপ্ৰিলত। তাৰ পাছদিনা নগাৱঁত আৰম্ভ কৰিলে মহম্মদ ৰফিকে। ৯ তাৰিখে গুৱাহাটীত ভাষণ দিলে সাদ্উল্লাই। আন্দোলনৰ ঘাই ঠাই দৰং আৰু গোৱালপাৰাতেই আন্দোলন তীব্ৰ হোৱাৰ উপক্ৰম হ'ল।[৭]

## ৩। বৰদলৈৰ সমস্যা আৰু কেন্দ্ৰ

অসম মুছলিম লীগৰ আঁচনি মতে মৌলানা ভাষাণীয়ে দৰং জিলাত ১০ মাৰ্চত ১৪৪ ধাৰা ভংগ কৰোঁতে বৰদলৈ চৰকাৰে তেওঁক গ্ৰেপ্তাৰ কৰে। তাৰ পাছৰ দহদিনত লীগে মানকাছাৰত স্থাপন কৰা তথাকথিত 'পূৰ্ব পাকিস্তান কিল্লা'ৰ পৰা চলোৱা হিংসাত্মক যুদ্ধ প্ৰচেষ্টাৰ হুলস্থূল ক্ৰমে বাঢ়ি গ'ল। মানকাছাৰৰ মূল কাৰ্যস্থলৰ বাদেও আৰু কেইটামান কাৰ্যস্থল অন্য ঠাইত পতাৰ যোগাৰ দ্ৰুত গতিৰে আগবাঢ়ে। উদাহৰণস্বৰূপে গুপ্তচৰ বিভাগে বাজেয়াপ্ত কৰা এখন চিঠিত অসম বিধানসভাৰ লীগ সদস্য এম.এ. কাসেমে মানকাছাৰৰ পৰা সতীৰ্থ এজনলৈ লিখিলে যে তেওঁ হেনো মানকাছাৰ কিল্লাৰ পৰা দলে দলে লোক বৰপেটা আৰু মঙ্গলদৈ মহকুমাৰ খালি থকা পতিত মাটি দখল কৰিবলৈ পঠাব পাৰে।[৮]

এনেস্থলত বৰদলৈৰ প্ৰয়োজন হ'ল কেন্দ্ৰৰ সামৰিক সহায়। কেন্দ্ৰীয় মধ্যকালীন অস্থায়ী মন্ত্ৰীসভাৰ প্ৰতিৰক্ষা সদস্য বলদেৱ সিঙলৈ বৰদলৈয়ে ২০ মাৰ্চত তাঁৰ আৰু চিঠি প্ৰেৰণ কৰি জনালে যে অসম চৰকাৰৰ সৈন্য সংখ্যা তেনেই তাকৰ হোৱাত আৰু মাথোন 'অসম ৰাইফলছ'ৰ ১৩ টা আৰু ৰেল বিভাগৰ বাৰটা অ-নিপুণ প্লেটুনৰ বাহিৰে বিৰাট উপদ্ৰৱৰ সময়ত শান্তি ৰক্ষা কৰিবলৈ কেন্দ্ৰৰ সাহায্য আৱশ্যক হৈছে। অসমৰ আৰক্ষী বিভাগৰ লোক সকলো প্ৰতিৰক্ষাৰ আধুনিক সা-সৰঞ্জামেৰে সজ্জিত নোহোৱাৰ কথা বৰদলৈয়ে কেন্দ্ৰক জনালে। বৰদলৈয়ে ক'লে যে ভাৰত চৰকাৰে কমপক্ষেও পাঁচ হেজাৰ সৈন্যৰ বাহিনী এটা অসমলৈ পঠিয়াব লাগে আৰু তাক অসম চৰকাৰৰ অধীনত থ'ব লাগে। বৰদলৈয়ে বলদেৱ সিঙলৈ পঠিওৱা তাঁৰ আৰু চিঠিখন নেহৰু আৰু চৰ্দাৰ পেটেললৈকো পঠিয়াই দিলে। গৃহ সদস্য পেটেলৰ লগত বৰদলৈয়ে সঘন যোগাযোগ ৰাখিলে।[৯]

বলদেৱ সিঙলৈ দিয়া বৰদলৈৰ চিঠি একেদিনতে পাই সেইদিনাই (২০ মাৰ্চ) পেটেলে বৰলাট ৱাভেললৈ লিখিলে যে কেন্দ্ৰীয় মন্ত্ৰী পৰিষদৰ ভাগ লোৱা ৰাজনৈতিক দল এটিয়ে (মানে মুছলিম লীগে) প্ৰদেশ এখনত এনেভাৱে বে-আইনী কাৰ্য্য কৰিবলৈ উদ্যত হোৱাটো অতি অচহুৱা কথা। পেটেলৰ চকুত অসম চৰকাৰে আইনসংগতভাৱে নিজৰ মাটিৰ ওপৰত নিজা দখল বজাই ৰাখিবলৈ বিচৰাৰ বাহিৰে আন একো কৰা নাই। পেটেলে সেই কাৰণে ৱাভেলক ক'লে যে পঞ্জাব আৰু উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশত যি ঘটি গ'ল সি নকয় যে এই তথাকথিত অহিংস আন্দোলনৰ অন্তৰালত গোপন ভয়াবহ কিবা এটা নাই আৰু ই হ'ল বলেৰে অসম চৰকাৰৰ মুছলিম লীগৰ অসৎ দাবীৰ প্ৰতি সেও মনোৱা। পেটেলে ৱাভেলক ক'লে যে প্ৰাদেশিক

চৰকাৰে এনে অৱস্থাত কেন্দ্ৰৰ পৰা সবল সামৰিক সাহায্য পাব লাগে। পেটেলে প্ৰতিৰক্ষা সদস্য বলদেৱ সিঙকো বৰদলৈক সহায় কৰিবলৈ ক'লে।[10]

বলদেৱ সিঙৰ পৰা বৰদলৈয়ে সামৰিক সাহায্যৰ প্ৰতিশ্ৰুতি পালে যদিও সিঙে বান্ধি দিয়া চৰ্তৰ যি মৰ্ম বৰদলৈয়ে কৰিলে সেইমতে তেওঁ বুজিলে যে কেন্দ্ৰীয় সামৰিক বেদখলকাৰী উচ্ছেদ কাৰ্যত খটুৱাব পৰা নাযাব। বৰদলৈ বিবুদ্ধিত পৰিল, কাৰণ বেদখলকাৰীৰ উচ্ছেদেই আছিল মূল সমস্যা আৰু সেইবোৰ ঠাইতেই শৃংখলা ভংগ হৈছিল। তেওঁ পেটেললৈ পুনৰায় লিখিলে কেন্দ্ৰৰ নিৰ্দেশ তেওঁৰ সমস্যাৰ পৰিপ্ৰেক্ষিতত পুনৰ বিবেচনা কৰি চাবলৈ।[11] পেটেলে সিঙক ক'লে যে বৰদলৈয়ে হয়তো তেওঁক ভুলকৈ বুজিলে আৰু সেই কাৰণে অ-সামৰিক বাহিনী অক্ষম হৈ পৰা অৱস্থাত সামৰিক বাহিনী সহায়ত আহিব বুলি তেওঁ বৰদলৈক বুজাই দিছে - সমস্যা উচ্ছেদ সংক্ৰান্তৰেই হওক বা অন্য সংক্ৰান্তৰেই হওক। এই খবৰ বৰদলৈলৈকো পঠিয়াই, পেটেলে তেওঁক উৎসাহ দিলে এনেকৈ ঃ 'তুমি তোমাৰ ন্যায্য দাবীত আমাৰ পৰা সম্পূৰ্ণ সহায় পাবা। এক ইঞ্চি জমিও বে-আইনী অনুপ্ৰবেশকাৰীৰ হাতত গতোৱা নহয় যেন। তুমি কাৰ্যকৰী কৰি তুলিবলৈ ওলোৱা তোমাৰ নীতিত ধীৰ আৰু অলৰ-অচৰ হৈ থাকিব লাগিব।' পেটেলে বৰদলৈৰ হৈ প্ৰভূদয়াল হিম্মৎসিংকাই গান্ধীজীৰ লগতো অসমৰ সমস্যাটোৰ বিষয়ে কথা হোৱাৰ কথা ক'লে।[12]

বৰদলৈৰ বা অসমৰ এই সমস্যাত গান্ধীজীৰ মতো পেটেলতকৈ বেলেগ নাছিল। তেওঁ কৈছিল ঃ 'মুছলমান বা বঙালী হ'ল বুলিয়েই অনধিকাৰ প্ৰবেশকাৰীয়ে নিজকে সাধাৰণ আইন-কানুনৰ ওপৰত বুলি দাবী কৰি বহিব নোৱাৰে।' শ্ৰীৰামপুৰৰ পানীআলা নামৰ ঠাই এখনত ভ্ৰমণ কৰি থাকোতে ২২ জানুৱাৰী (১৯৪৭)ত গান্ধীজীৰ প্ৰাৰ্থনা সভাখনত তেওঁক এজন দৰ্শকে সুধিলে ঃ 'আপুনি অসম চৰকাৰে কৰা বঙালী উচ্ছেদৰ কথাত নিমাত কিয় ?' এই প্ৰশ্নৰ উত্তৰত গান্ধীজীয়ে কৈছিল যে এই প্ৰসঙ্গটো তেওঁৰ গত অসম ভ্ৰমণৰ কাৰ্য্যসূচীতো আছিল। তেওঁ পোৱা তথ্য মতে অসম চৰকাৰৰ তৰফৰ পৰা মাথোন বিনানুমতিত বিভিন্ন ঠাইত বসতি কৰিবলৈ লোৱা লোকৰ প্ৰতিহে ব্যৱস্থা লোৱা হৈছে। গান্ধীজীয়ে ক'লে যে সেই বিষয়ত তেওঁৰ মত আগৰ দৰে খাটাং। কোনো লোকৰেই খালী পৰি আছে বুলিয়েই নিজৰ প্ৰদেশতেই হওক বা অন্য প্ৰদেশতেই হওক তেনে মাটি দখল কৰাৰ অধিকাৰ নাই। এইটো হিন্দু-মুছলমান সাম্প্ৰদায়িক প্ৰশ্ন নহয়। তেওঁ কোৱা কথা সকলো সময়তে সকলো ঠাইতে প্ৰযোজ্য। যদি অসমে আইন-সংগত অধিকাৰীক উচ্ছেদ কৰে তেনেহ'লে ই মানৱতাৰ বিৰুদ্ধে চলোৱা অপৰাধ বুলি পৰিগণিত হ'ব। কিন্তু তেওঁৰ মতে অসমত তাৰ বিপৰীতটোহে ঘটিছে। কিন্তু যদিহে অসমত অবৈধ উচ্ছেদ ঘটিছে, অসম চৰকাৰো

আইনৰ উৰ্দ্ধত থাকিব নোৱাৰে। তাৰোপৰি গান্ধীজীয়ে ক'লে যে বৰ্তমান অসম চৰকাৰে লোৱা নীতি আগৰ চৰকাৰেই শাসনত থাকোঁতে বান্ধি থৈ গৈছে।[১৩]

তেওঁৰ প্ৰদেশৰ আইন আৰু শৃংখলা ৰক্ষাৰ্থে বৰদলৈয়ে দেখুওৱা বিহ্বলতা পেটেল আৰু গান্ধীজীৰ চকুত কৰ্ত্তব্য জ্ঞানৰ পৰিচয় হ'লেও, তেতিয়াও ভাৰতৰ আচল হৰ্তা-কৰ্তা-বিধাতা হৈ থকা বৃটিছে অসমত লীগ আন্দোলনৰ বিষয়টো মাথোন আইন আৰু শৃংখলাৰ দৃষ্টিৰে চাবলৈ নিবিচাৰিলে। কিন্তু ইতিমধ্যে নতুন বৰলাট মাউণ্টবেটেন আহি পালে আৰু তেওঁ অসমৰ গণ্ডগোলটো যে গধুৰ সেই কথা বুজিলে। ২ এপ্ৰিল (১৯৪৭)ত তেওঁ তেওঁৰ নিজা গোপনীয় টোকাত লিখি থ'লে এনেকৈ ঃ 'বংগৰ ৰাজ্যপালে অসমৰ সীমাত মুছলমান অনুপ্ৰবেশকাৰীয়ে কৰা শোভাযাত্ৰাবোৰৰ সংক্ৰান্তত কিবা ব্যৱস্থা ল'বলৈ তেওঁৰ মন্ত্ৰীসভাক মান্তি কৰাব পৰা নাই। যি দেখা গৈছে বিশৃংখলতা আৰু বাঢ়িব।'[১৪] তেওঁ সমস্যাটো ৰাজ্যপালৰ হাতত থ'লে।[১৫] কিন্তু মাথোন কেইমাহমান আগলৈকে অসমক পাকিস্তানভুক্ত কৰিব খোজা বংগৰেই বা অসমৰ বৃটিছ লোক সকলৰ হৃদয়ৰ পৰিবৰ্তন হঠাতে হয় কেনেকৈ ? বলদেৱ সিঙে সৈন্যবাহিনী পঠাবলৈ ৰাজী হ'ল যদিও সৈন্য বিভাগৰ কিছু ইংৰাজ উচ্চ বিষয়াই আৰু আনকি অসমৰ ৰাজ্যপাল এন্দ্ৰু ক্লাউয়েও এনে কিছুমান অবান্তৰ আপত্তি দেখুৱালে যে বৰদলৈ হতভম্ব হৈ গ'ল। বৰদলৈয়ে প্ৰথমতে জেনেৰেল জেনকিনৰ লগত কথা হয়। তাৰ পিছত গৃহমন্ত্ৰী মেধীৰে মিলি ৰাজ্যপাল ক্লাউৰ উপস্থিতিত 'ইষ্টাৰ্ণ কমাণ্ড'ৰ মুৰব্বী জেনেৰেল ষ্টাকাৰৰ লগত কথা হয়। জেনকিন আৰু ষ্টাকাৰৰ কথা হ'ল অসম চৰকাৰে নিজৰ হাতত থকা অসম ৰাইফলছ বাহিনী আৰু ৰেলৱে বাহিনী যদি বিভিন্ন ঠাইত সিঁচৰতি কৰি নথৈ এঠাইতে একেলগে ৰাখে তেনেহ'লে প্ৰয়োজনত লগাব পৰা প্ৰহাৰকাৰী বাহিনীএটা হাততে পাব। বৰদলৈ আচৰিত হ'ল যে ৰাজ্যপালেও তাতে হয়ভৰ দি বহু সৈন্য গ্ৰেজিং ৰিজাৰ্ভৰ পৰা আঁতৰাই আনিবলৈ দিহা দিলে। যিহেতু এইবোৰ ৰিজাৰ্ভতেই লীগৰ আন্দোলন, আক্ৰমণ হিংসাত্মক হৈ পৰিছিল সেই কাৰণে শৃংখলা বজাই ৰখাৰ যুক্তিৰে বৰদলৈয়ে দৃঢ়তাৰে সেই মন্ত্ৰণা নাকচ কৰে। প্ৰায় এঘন্টামান সময় বাক-বিতণ্ডা হোৱাৰ পাছতহে জেনেৰেল ষ্টাকাৰে কিছু সহায় আগবঢ়াবলৈ মান্তি হয়। তথাপিও বৰদলৈয়ে বিচৰা মতে এটা বিগ্ৰেড অনতি পলমে পঠিয়াব পৰা নাযাব বুলি তেওঁ ক'লে।[১৬]

## ৪। লীগ বেদখলীৰ কাৰ্য আৰু ৰাজ্যপাল ক্লাউ

সামৰিক শক্তিৰে অসমৰ সীমাত লীগৰ আন্দোলন দমাব নুখুজিলেও সেই আন্দোলনে সৃষ্টি কৰা অৰাজকতা লৈ অসমৰ ৰাজ্যপালে একোবাৰে আওকাণ কৰি

থাকিব পৰাও নাছিল, কিয়নো ইতিমধ্যে সংঘৰ্ষই ৰক্তপাতী হোৱাৰ ইংগিত দিছিলেই। তাৰোপৰি কেন্দ্ৰীয় মধ্যকালীন মন্ত্ৰী পৰিষদৰ গৃহ সদস্য পেটেলে বৰলাট মাউন্টবেটেনকো এই বিষয়ত ব্যৱস্থা ল'বলৈ তাগাদা দি থকাত তেওঁ অসমৰ ৰাজ্যপালৰে আলোচনা কৰি যুদ্ধ বিৰতিৰ কাৰণে দুই পক্ষৰ মাজত এটা ৰাজনৈতিক সামাধান উলিয়াবলৈ ঠিক কৰিলে। মাউন্টবেটেন বৰলাট হৈ অহাৰে পৰা সমগ্ৰ অসমক পাকিস্তানত পোৱাৰ আশা দ্ৰুত গতিৰে খহি অহাত বলেৰে অসম অধিকাৰ কৰিবলৈ লোৱা লীগৰ আন্দোলনটোলৈও লীগ স্বেচ্ছাসেৱক সকলৰ উদ্যম কমি অহা দেখা গ'ল। পূব পাকিস্তানৰ অংশ নহৈ বংগৰ পৰা অহা পমুৱাই অসমতে থাকি তেওঁলোকে বলেৰে দখল কৰি ৰখা মাটি আগলৈকো ৰাখিবলৈ পালেই যেন তেওঁলোকৰ ৰক্ষা। এইটোকে এতিয়া ৰাজনৈতিক মিটমাটৰ সূত্ৰ হ'ব লাগে বুলি ঠিক কৰি ৰাজ্যপাল ক্লাউৱে এতিয়া বিচাৰিলে যাতে নৰমপন্থী লীগ নেতা সাদ্উল্লা আৰু মুখ্যমন্ত্ৰী বৰদলৈৰ মাজত সমস্যাটো সমাধানৰ অৰ্থে এটা আলোচনা হৈ আপোচ হয়। ৰাজ্যপালকে ধৰি অনান্য লোকৰ আগত সাদ্উল্লাই ইতিমধ্যে সমস্যাটো সমাধানাৰ্থে তেওঁৰ নিজা বিচাৰ ব্যক্ত কৰি থৈছিলেই। তেওঁৰ মতে বৰদলৈয়ে তেওঁৰ পূৰ্ব দৃঢ়মত পৰিবৰ্তন কৰি মুছলিম লীগৰ লগত আলোচনা কৰি ত্ৰিপাক্ষিক চুক্তিত নপৰা মুছলমান বে-দখলকাৰীলৈকো কিছু মাটি এৰি দিব লাগে।[১৭]

এই চিন্তাৰ উত্তৰত বৰদলৈয়ে সাদ্উল্লাৰ কাণ চুৱাই থৈছিলেই যে ত্ৰিপাক্ষিক চুক্তিত নপৰা কোনো বে-দখলকাৰীকেই মাটি দিয়া নহ'ব আৰু লীগে তেওঁলোকৰ আইন অমান্য আন্দোলন বন্ধ নকৰালৈকে সেই দলৰ লগতো তেওঁ কোনো বিষয়তে আলোচনাত নবহিব। ৰাজ্যপাল ক্লাউৱে সেইকাৰণেই তেওঁৰ কুটনীতি খটুৱাই বৰদলৈক সাদ্উল্লাৰ সৈতে আলোচনালৈ আনিবলৈ এটা উপায় উলিয়ালে। সাদ্উল্লা আৰু ক্লোৰ মাজত কথা হওঁতে সাদ্উল্লাই কৈছিল যে আগৰ চুক্তি মতেই 'ৰক্ষিত' বুলি গণ্য হোৱা পমুৱাৰ ওপৰত জুলুম হৈছে আৰু বৰদলৈয়ে যদি এই সম্পৰ্কে এটি বিভাগীয় তদন্ত আৰম্ভ কৰে আৰু সেই বিষয়ে বিবৃতি দিয়ে তেতিয়া তেওঁ লীগৰ আইন অমান্য আন্দোলন বন্ধ কৰিব। ক্লাউৱে আন্দোলনত গ্ৰেপ্তাৰ হোৱা লোকৰ বিষয়ওে কিবা ক'ব লগা আছে নেকি সাদ্উল্লাক সুধিলে। সাদ্উল্লাই ক'লে যে সেই সকলৰ মুকলিৰ দাবী সদ্যহতে তেওঁ নকৰিব যদিও অৱশ্যে আন্দোলন বন্ধ হ'লে সেই সকলক এৰি দিব লাগিব। বৰদলৈয়ে ইয়াৰ উত্তৰত ক'লে যে তেওঁৰ 'ৰক্ষিত' অনুপ্ৰবেশকাৰীৰ ওপৰত জুলুম হোৱা কথাটো অনুসন্ধান কৰিবলৈ সদায়েই ৰাজী আছে বুলি সাদ্উল্লাক বহুবাৰ কৈ আহিছে আৰু সেই গতিকে সেই বিষয়ত নতুন ঘোষণা কৰিবলৈ নাই। দ্বিতীয়তে, যদি লীগৰ আইন অমান্য আন্দোলনৰ লক্ষ্য পাকিস্তান অসমলৈ বিয়পাটোৱে হয়,

তেনেহ'লে তেনে দলৰ লগত তেওঁৰ কোনো সহযোগিতা নাথাকিব। ক্লাউৱে কিন্তু বৰদলৈৰ পৰা আগৰ চুক্তি মতে সকলো কাৰ্য আইন সংগত ভাৱে চলিছেনে নাই সেই বিষয়ে তদন্ত কৰিবলৈ আপত্তি নেদেখুওৱাত তাকে সাদ্উল্লাই লিখি তেওঁৰ সঁহাৰি বিচাৰিলে। বৰদলৈয়ে কিন্তু ক্লাউক সুধিলে যে তেওঁৰ সাদ্উল্লালৈ লিখা চিঠিত প্ৰদেশখনত ঘটি থকা অৰাজকতাৰ বিপক্ষে সাদ্উল্লাইও যে মাত মতাটো উচিত সেই কথা থাকিব নে নাই।[১৮]

ক্লাউৱে আয়োজন কৰা বৰদলৈ-সাদ্উল্লাৰ মাজৰ আলোচনা এপ্ৰিল মাহত ঘটিল। বি.এন.ৰাও সেই সময়ত অসমত থকাত তেওঁৰ মধ্যস্থতাতেই বৰদলৈ-সাদ্উল্লাৰ মাজত কিছু বুজা-পৰা হ'ল যদিও সি কোনো কামত নাহিল। বুজাপৰাটো আছিল এই যে 'ৰক্ষিত' দখলকাৰীৰ ক্ষেত্ৰত পূৰ্বৰ চুক্তি খণ্ডন হোৱাৰ অভিযোগবোৰৰ তদন্ত হ'ব আৰু তেনে কৰিলে লীগেও আইন অমান্য আন্দোলন বন্ধ কৰিব। কিন্তু আলোচনা চলি থাকোঁতেই অসম ৰাইফলছ আৰু মুছলিম নেশ্বনেল গাৰ্ডৰ মাজত হোৱা সংঘৰ্ষক লৈ গুলিচালনা হোৱাত মুছলিম লীগৰ একশ্বন কমিটিয়ে আপোচতো অনুমোদন নকৰিলে।[১৯] মাউন্টবেটেনৰ চকুত অৱশ্যে সমাধান কৰিব নোৱৰাৰ বাবদ বি.এন.ৰাৱো অলপ দোষী হৈ থাকিল।[২০] পহিলা মে' (১৯৪৭)ত যেতিয়া মাউন্টবেটেন নতুন দিল্লীত তেওঁ পতা এখন ভোজমেলত বৰদলৈৰ কাষতে বহি অসমৰ ভৱিষ্যত সম্পৰ্কে কথা পাতে তেতিয়া তেওঁ বি.এন.ৰাওৰ বিষয়ে মন্তব্যটো দিয়ে আৰু বৰদলৈয়ে তাত হয়ভৰ দিয়ে।[২১]

## ৫। উচ্ছেদ কাৰ্য আৰু নতুন ভাৰতীয় ৰাজ্যপাল

৪ মে'ত অসমত এন্দ্ৰু ক্লাউৰ পাঁচ বছৰীয়া শাসন কালৰ অন্ত পৰে আৰু পাছদিনাই ছাৰ আকবৰ হাইদেৰী অসমৰ ৰাজ্যপালৰ পদবীত নিযুক্ত হয়। হাইদেৰী তাৰ আগতে ৱাভেলৰ একজিকিউটিভ কাউন্সিলৰ সদস্য আছিল।[২২] তেওঁ অসমৰ ৰাজ্যপাল হ'ব সেই খবৰ হাইদেৰীয়ে এপ্ৰিল মাহতেই জানিছিল আৰু সেই কাৰণেই দিল্লীত থাকোঁতেই বৰদলৈৰ উচ্ছেদ নীতি আৰু অসমৰ অনুপ্ৰবেশকাৰী সমস্যাটোৰ বিষয়ে তেওঁ কিছু আগতীয়া চিন্তা কৰিছিল। ২৭ এপ্ৰিলত নতুন দিল্লীত বৰদলৈ আৰু হাইদেৰীৰ মাজত সাক্ষাৎ হওঁতেই হাইদেৰীয়ে বৰদলৈক অসমৰ অনুপ্ৰবেশকাৰীৰ সমস্যাটো কেনেদৰে সমাধান কৰিব পাৰি তাৰ এটি ধাৰণা দিয়ে। হাইদেৰীৰ আঁচনিত বৰদলৈ একেবাৰে হতভম্ব হ'ল।[২৩] এই আঁচনিমতে বংগৰ বেদখলকাৰী আৰু আন অনুপ্ৰবেশকাৰীসকলক অসমৰ সংৰক্ষিত ৰিজাৰ্ভৰ পৰা বহিষ্কাৰ কৰিলেও অসমৰ পৰা

যাতে তেওঁলোকক খেদি পঠিওৱা নহয় আৰু সিবিলাকক যাতে ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰৰ জনজাতি এলেকাত স্থাপন কৰা হয় তাৰেহে চিন্তা আছিল। সেই সময়ত বসন্ত কুমাৰ দাস আৰু নিকলছ ৰয়ো নতুন দিল্লীত আছিল। তেওঁলোকেও বৰদলৈৰ উদ্বিগ্নতাত ভাগ লৈ হাইদেৰীৰ আঁচনি অসমৰ জনসাধাৰণৰ বাবে দুৰ্ঘোৰভাৱে অপ্ৰিয় হোৱাৰ উপৰি যে ভয়াবহ কাৰ্য্য হৈ দেখা দিব সেই কথা ক'লে। বৰদলৈয়ে হাইদেৰীক ক'লে এই বুলি ঃ "মই ভাবো, এই এলেকাবোৰৰ বাসিন্দাসকলৰ চিন্তা-অনুভূতি সম্পৰ্কে আপুনি বৰকৈ নাজানে। আনকি এতিয়াও সিবিলাকে বুটিছে তেওঁলোকৰ পৰা কৰ-কাটল আদায় কৰাৰ অধিকাৰ নাই বুলি জ্ঞান কৰে। ...মধ্যকালীন এই সময়ছোৱাত অন্য লোকৰ বসতিস্থলত অন্য মানুহৰ উপনিৱেশ স্থাপনৰ প্ৰস্তুতি তৎক্ষণাত বলপূৰ্বক আত্মসাৎ বুলি পৰিগণিত হ'ব আৰু ফলত আমি সেইসকলৰ মাজতেই আমাৰ প্ৰতিহিংসা আৰু বিদ্বেষৰ ভাব বঢ়াম, যাৰ প্ৰতি আচলতে আমাৰ সুমতিৰ বাহিৰে আন একো থকাটো উচিত নহয়।"[২৪] বৰদলৈৰ বিবেচনাত হাইদেৰীৰ চিন্তাই আচল সমস্যা কাটি কৰি গৈছে। তেওঁৰ মন্ত্ৰীসভা সেই সময়ত লীগে অসমক পাকিস্তানত সুমুওৱাৰ অভিপ্ৰায়েৰে সৃষ্টি কৰা আইন অমান্য আন্দোলন সমস্যাত নিমগ্ন, তেনে সময়ত জনপ্ৰিয় চৰকাৰ এটিয়ে হাইদেৰীয়ে দিয়া আঁচনিত লাগি পৰাৰ কথাই নাহে। এই কথা বৰদলৈয়ে হাইদেৰীক একেদিনাই খোলা-খুলিকৈ লিখিতভাৱে জনালে আৰু তেওঁক তেনে আঁচনি অন্ততঃ সদ্যহতে হ'লেও পৰিত্যাগ কৰিবলৈ অনুৰোধ কৰিলে।[২৫] বংগৰ বেদখলকাৰীয়ে সৃষ্টি কৰা অসমৰ মূল সমস্যাটো দূৰতে এৰি থৈ মাথোন বেদখলকাৰী সকলৰ সুবিধা-অসুবিধাৰ চিন্তাত নিমগ্ন হোৱা হাইদেৰীৰ ভাব-গতিয়ে বৰদলৈক মহা চিন্তাত পেলালে। তাতে যদিও হাইদেৰীয়ে হয়তো এই কথা নাজানিছিল, তেওঁ অসমৰ ৰাজ্যপাল হ'ব বুলি কথা ওলাওঁতেই অসমৰ মুছলিম লীগে প্ৰচাৰেই কৰি পেলাইছিল যে এই নিযুক্তিয়ে বুটিছে অসমক পাকিস্তান হ'বলৈকে এৰি দিয়াটোকেই প্ৰমাণ কৰে।[২৬] বৰদলৈক নতুন দিল্লীত এৰি হাইদেৰী অসমলৈ গ'লগৈ কাৰ্যভাৰ ল'বলৈ। যোৱাৰ আগতে বৰদলৈৰ চিঠিৰ প্ৰত্যুত্তৰত ধন্যবাদ জনাই কৈ গ'ল যে বৰদলৈ শ্বিলঙলৈ ঘূৰি নহালৈকে তেওঁ মাথোন বিষয়টোৰ সম্পৰ্কে সচিবালয় বা ৰাজহমন্ত্ৰী মেধীৰ হাতত থকা নথি-পত্ৰৰ পৰা তথ্যহে সংগ্ৰহ কৰিব, আন একো নকৰে। তেওঁৰ আঁচনিটোও যে মাথোন হঠাতে উদ্ৰেক হোৱা চিন্তাৰ বাক প্ৰকাশহে তাকো কৈ থ'লে।[২৭]

হাইদেৰী ৪ মে'ত শ্বিলং গৈ পায় আৰু সেইদিনাই ক্লাউৰ পৰা কাৰ্যভাৰ লয়। বৰদলৈ পায়হি এদিন পাছতহে ৫ মে'ত। আগদিনাৰ কাৰ্য্যভাৰ গ্ৰহণৰ অনুষ্ঠানত বৰদলৈৰ ওলগ বাণী মন্ত্ৰী বৈদ্যনাথ মুখাৰ্জীয়ে পঢ়ি শুনায়। বৰদলৈ আহি পাওঁতেই হাইদেৰীয়ে উচ্ছেদ সম্বন্ধীয় কথালৈ ৬ মে'ত তেওঁক লগ পাবলৈ বিচাৰিলে। তেওঁৰ

নতুন চিন্তাৰ এটি খচৰাও পঠিয়ালে। লগতে হাইদেৰীয়ে ক'লে যে বৰদলৈয়ে বিপদজনক বুলি গণ্য কৰা তেওঁৰ (হাইদেৰীৰ) পূৰ্ব আঁচনি তেওঁ সম্পূৰ্ণভাৱে পৰিত্যাগ কৰিছে।[২৮]

হাইদেৰীয়ে আগবঢ়োৱা নতুন আঁচনিখনৰ মূল কথাকেইটা হ'ল এই ঃ অসম মুছলিম লীগে তেওঁলোকৰ আইন অমান্য আন্দোলন বন্ধ কৰিব লাগে আৰু অসমত মাটিৰ পট্টন পোৱাৰ অভিপ্ৰায়েৰে আগত পাঁচ বছৰলৈ কোনো লোকক অসমলৈ নপঠাব বুলি প্ৰতিশ্ৰুতি দিব লাগে। অৱশ্যে তেওঁলোকক কোনো প্ৰতিজ্ঞাও দিয়া নহ'ব যে পাঁচ বছৰৰ পাছত বাহিৰৰ লোকে মাটি ল'বলৈ অবাধে আহিব পাৰিব। লীগে এই কথা মানি লৈ যদি সহযোগিতা আগবঢ়ায়, তেনেহলে অসম মন্ত্ৰীসভাই ১৫ মে' (১৯৪৭)লৈকে অহা অনুপ্ৰবেশকাৰীক উচ্ছেদ নকৰে। দ্বিতীয়তে, অসম চৰকাৰে জনজাতি অঞ্চলৰ বাহিৰত থকা অসমৰ সকলো আবাদী মাটিৰ এটি বৈজ্ঞানিক জৰীপ অনতি পলমে কৰিব আৰু অসমৰ সকলো সম্প্ৰদায়ৰ মাজত মাটিহীন কৃষক আছে নেকি তাৰ বিচাৰ ল'ব। এই অনুসন্ধানত যদি পোৱা হয় যে কোনো অনুপ্ৰবেশকাৰীয়ে এনে ঠাই দখল কৰি আছে যি ঠাইত খেতি কৰিলে ৰাজহুৱা স্বাৰ্থৰ ক্ষতি হয়, তেনেহলে সেই লোকক তাৰ পৰা উঠাই অন্য ঠাইত বহুৱাবলৈ চৰকাৰৰ অধিকাৰ থাকিব। এনে কৰোঁতে চৰকাৰে বাট-পথ নিৰ্মাণৰ দায়িত্ব ল'ব আৰু প্ৰয়োজন বুজি খাজনাৰো লাঘৱ কৰিব। যাতে ভৱিষ্যতেও অনুপ্ৰবেশকাৰীৰ অবাধ গতি হৈ নাথাকে তাৰ কাৰণে চৰকাৰে সকলো প্ৰবেশদ্বাৰতে প্ৰহৰী চকী নিৰ্মাণ কৰিব। যদি বৰ্তমান বেদখল এলেকাত থকা পূৰ্বৰ অনুপ্ৰবেশকাৰীক দেখা কৰিবলৈ পূৰ্বাঞ্চলৰ পৰা কোনো অঙহী-বঙহী, বন্ধু-বান্ধৱ আহে তেওঁলোকক মাথোন অতি কম সময়ৰ কাৰণে থাকিবলৈ অনুমতি দিয়া হ'ব। সেই নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত উভতি নগ'লে তেওঁলোকক বহিষ্কাৰ কৰা হ'ব। এনে প্ৰথা যে নতুন নহয় আৰু ইউৰোপৰ দেশবোৰত ই বাৰুকৈয়ে প্ৰচলিত তাকো হাইদেৰীয়ে ক'লে।[২৯]

হাইদেৰীৰ এই আঁচনি মূলতঃ প্ৰকাৰন্তৰে এটা কথাই আছিল ঃ অসম চৰকাৰৰ আত্মসমৰ্পণ। অসমক পূৰ্ব পাকিস্তানত ভুক্ত হ'বলৈ এৰি দিয়া। বৃটিছেও আনকি এনে এটি পৰিকল্পনা কৰিবলৈ সাহস কৰা নাছিল। এমাহৰ পূৰ্বে ক্লাউৱে কৰা আঁচনিখন আছিল সম্পূৰ্ণভাৱে বৰদলৈয়ে কৰা বিচাৰৰ আধাৰত ; অন্যহাতে হাইদেৰীৰ খন আছিল একেবাৰেই বৰদলৈৰ মূল নীতিৰ বিপৰীতে। আগৰ 'ৰক্ষিত' বেদখলকাৰীকেই মাথোন নহয় ভেতিয়ালৈকে আহি থকা সকলো লীগ পন্থী অনুপ্ৰবেশকাৰীকেই হাইদেৰীয়ে অসমত ৰখোৱাৰ দিহা কৰিলে। হাইদেৰীয়ে ক'লে যে তেওঁ অনুপ্ৰবেশকাৰীৰ প্ৰতি দেখুওৱা বিশাল উদাৰতাৰ অভিপ্ৰায় হ'ল এই যে

যিহেতু শ্ৰীহট্ট বাদে অসম পাকিস্তানত পৰাৰ ভয় এতিয়া একেবাৰে নাইকিয়া হ'ল আৰু অসম চৰকাৰেও এতিয়া স্বাধীনোত্তৰ অসম গঢ়াৰ কথাতহে সকলো শক্তি ব্যয় কৰিব তেনেস্থলত উচ্ছেদ সমস্যাটোৱে চৰকাৰক আমনি দি থাকিব নালাগে।[৩০]

হাইদেৰীৰ খচৰাৰ উত্তৰত বৰদলৈয়ে কি মন্তব্য কৰিলে তাৰ নথি-পত্ৰ আমি এতিয়ালৈকে পোৱা নাই। যিহেতু এনে সময়তেই শ্ৰীহট্টৰ ৰেফাৰেণ্ডাম সমস্যা আহি পৰিল উচ্ছেদ সংক্ৰান্তত একো কৰা নহ'ল। অকল যে আগৰ চুক্তি মতে উচ্ছেদ হ'বলগীয়া ব্যক্তিয়েই উচ্ছেদ নোহোৱাকৈ থাকিল এনে নহয়, পাছলৈ আহি থকা অনুপ্ৰবেশকাৰীকো বাধা দিয়াত কেন্দ্ৰীয় চৰকাৰে অসম চৰকাৰক সহায় নকৰিলে। ই উল্লেখযোগ্য যে তেতিয়াৰ পৰা আজিলৈকে পূৰ্ববংগৰ পৰা অসমলৈ আহি থকা অনুপ্ৰবেশকাৰী সকলৰ ক্ষেত্ৰত হোৱা সকলো আলোচনা বা চুক্তিয়েই একে গতি লৈ আহিছে। পুৰণি অনুপ্ৰবেশকাৰীক বহিষ্কাৰ কৰা দাবীৰ আধাৰত সৃষ্টি হোৱা চুক্তিবোৰে আগৰ অনুপ্ৰবেশকাৰীক উচ্ছেদ কৰাতো দূৰতেই থাওক আনকি পাছৰ অনুপ্ৰবেশকাৰীকো স্বীকৃতি দিবলগীয়া হৈ পৰিছে। ত্ৰিপাক্ষিক চুক্তি, নেহৰু-লিয়াকত চুক্তি, ইন্দিৰা-মুজিব চুক্তি, অসম ছাত্ৰ পৰিষদ-ভাৰত চৰকাৰ চুক্তি এই সকলোৰে গতি একে। হাইদেৰীৰ পৰিকল্পনাত বৰদলৈক আকৰ্ষণ কৰিব পৰা কথা এটাই আছিল। ই হ'ল প্ৰবেশ অনুমতি পত্ৰ প্ৰবৰ্তন। বৰদলৈয়ে ইয়াৰ কাৰণে ভাৰত চৰকাৰৰ লগত যুদ্ধ কৰিও, নেহৰুলৈ বহুবাৰ লিখিও, তাক নাপালে। সেই তেতিয়াৰে পৰা আজিলৈকে এই প্ৰবেশ পত্ৰ ব্যৱস্থা নহ'ল, যদিও হাইদেৰীয়ে কোৱাৰ দৰে এনে পাৰ্মিট ব্যৱস্থা পৃথিৱীৰ সৰ্বত্ৰতে বৰ্তি আছে।

---

## একাদশ অধ্যায়

# স্বাধীনতাৰ পুৱতি নিশাৰ ওলট-পালট ঃ শ্ৰীহট্ট বিচ্ছেদ আঁচনিত বিজুতি

## ১৯৪৬-১৯৪৭

এই পুথিৰ প্ৰাৰম্ভণী অংশত কোৱা হৈ গৈছে যে অসমৰ ভৌগোলিক, ভাষিক আৰু ঐতিহাসিক আদি বিভিন্ন কাৰণত সৃষ্টি হোৱা 'অসম সমস্যা' বৃটিছে ১৮২৬ চনত অসম বিজয় কৰা সময়ৰে পৰা চলি আহিছে আৰু পূৰ্ব বংগৰ পমুৱাই বা আজিৰ বাংলাদেশী অবৈধ প্ৰবজনৰ ফলতেই মাথোন এই সমস্যাৰ সৃষ্টি হোৱা নাই। খিলঞ্জীয়া অসমীয়াৰ, জনজাতি বা অজনজাতিয়েই হওক, প্ৰধান সমস্যাটো হৈছে নিজৰ ঘৰতেই বিদেশী হোবাৰ ভয়টো। সমস্যাটো প্ৰথমে গা কৰি উঠিছিল শ্ৰীহট্টৰ পৰা চাকৰিৰ খাতিৰত অহা হিন্দুসকলৰ মনোবৃত্তিৰ পৰা। তাৰ পাছত আহিল ধাৰাবাহিকভাবে পূৰ্ববংগৰ পমুৱা ; প্ৰথমে হাঁতত সাৰে, ভৰিত সাৰে, কিন্তু পাছলৈ ৰণদুন্দুভি বজাই। স্বাধীনতাৰ পাছত আহিল হিন্দু বাঙালী শৰণাৰ্থীসকল কেন্দ্ৰীয় চৰকাৰৰ নিৰ্দেশত। স্বভাৱত সোৰোপা, কাজত কানীয়া, বিপদ কালত একগোট হৈ থিয় দিব নোৱৰা, আত্মঘাতী অসমৰ খিলঞ্জীয়া সকলে ভেবালাগি চাই থাকোঁতেই সিবিলাকৰ সান্দহ খোৱা বালি তল যাওঁ যাওঁ হ'ল।

অৱশ্যে কংগ্ৰেছ আন্দোলনৰ ফলত ১৯২০ চনৰে পৰা অসমীয়াই এটা কথাত অলপ ক্ষান্ত আছিল এই ভাবি যে অন্ততঃ স্বাধীনতাৰ লগে লগে অসমৰ অতীজৰ ভাষা, কৃষ্টি, পৰম্পৰাৰ লগত সম্বন্ধ নথকা শ্ৰীহট্ট জিলাখন আঁতৰি যাব। কিন্তু বিভিন্ন কাৰণত ইও এটা আহুকলীয়া সমস্যা হৈ পৰিল। কেনেকৈ, তাক চোৱা যাওঁক ঃ

### ১। কেবিনেট মিছনৰ আগমুহূৰ্ত্তলৈকে অসমত শ্ৰীহট্ট সম্পৰ্কে শ্ৰীহট্টৰ হিন্দু, মুছলমান আৰু অসম কংগ্ৰেছৰ স্থিতি

১৮৭৪ চনত বৃটিছে অসমৰ লগতে শ্ৰীহট্ট আৰু গোৱালপাৰা জিলাকো

বংগৰ প্ৰশাসনৰ পৰা পৃথক কৰি তিনিওকে অসম নামকৰণেৰেই নতুনকৈ গঠন হোৱা চীফ কমিছনাৰ শাসিত প্ৰদেশখনৰ অন্তৰ্ভুক্ত কৰাৰে পৰা শ্ৰীহট্টৰ বাঙালীসকলে বংগৰ লগত পুনৰ সংযোগ হ'বলৈ আন্দোলন চলায়েই থাকিল - যদিও অৱশ্যে সময় অতিবাহিত হোৱাৰ লগে লগে শ্ৰীহট্টৰ হিন্দু আৰু মুছলমান সম্প্ৰদায়ৰ লোকসকলৰ অসম সম্পৰ্কে মতি গতি ভিন্ন ভিন্ন হৈ দেখা দিলে।

আদিতে মানে, ১৮৭৪ চনৰ পৰা ১৯০৫ চন মানলৈকে শ্ৰীহট্টৰ দুয়ো সম্প্ৰদায়ৰ লোকেই বংগৰ পৰা পৃথক হৈ পৰাত আৰু পশ্চাদগামী অঞ্চল অসমৰ লগত যোগ হ'ব লগা হোৱাত আপত্তি তুলিছিল। কিন্তু ১৯০৫ চনত কাৰ্জনে যেতিয়া বংগ পুনৰ বিভক্ত কৰি 'পূৰ্ববংগ আৰু অসম' প্ৰদেশখন পাতিলে, তেতিয়াৰে পৰা অসমক লৈ মুছলমান সম্প্ৰদায়ৰ ভাৱ-গতি লাগে লাহে সলনি হ'বলৈ ল'লে। কাৰ্জনৰ বংগ ভঙ্গৰ প্ৰতিবাদত বংগদেশত স্বৰাজ আৰু স্বদেশীক লৈ যি জাতীয়তাবাদী জোৱাৰ উঠিল সি চৰমপন্থী দল কেতবোৰকো জন্ম দিলে। সন্ত্ৰাসবাদতো আশ্ৰয় লোৱা এই চৰমপন্থী দলসমূহে হিন্দু ঐতিহ্য আৰু হিন্দু ধৰ্মীয় প্ৰতীক ব্যৱহাৰ কৰিলে। সেয়ে মুছলমান সম্প্ৰদায়ে লাহে লাহে বংগ-ভঙ্গ আন্দোলনৰ পৰা আঁতৰি আহিবলৈ ল'লে। ১৯১১ চনৰ ডিচেম্বৰ মাহত বহা দিল্লী দৰবাৰৰ পাছত যেতিয়া অসম আৰু বংগ পুনৰ গঠিত হ'ল তেতিয়া বংগৰ বাকী অংশ অসমৰ পৰা আঁতৰ হ'ল যদিও ১৮৭৪ চনৰ দৰে শ্ৰীহট্টক অসমৰ লগত সংযোগ কৰি ৰখা হ'ল। এই সময়তো শ্ৰীহট্টৰ মুছলমান সম্প্ৰদায়েও খন্তেকপৰ হিন্দু সম্প্ৰদায়ৰ দৰেই অসমৰ লগত সংযোগ হোৱাত আপত্তি কৰিছিল যদিও অনতি পলমে তেওঁলোকে নিজ স্বাৰ্থৰ খাতিৰতেই অসমতেই থকাৰ পক্ষ ল'লে।

এওঁলোকে এতিয়া অসমক নহয় নিজকে পিছপৰা বুলি ভাবিবলৈ ল'লে। শ্ৰীহট্ট সঁচাকৈয়ে আছিল বংগৰ ঘাটি অঞ্চল, ব্ৰহ্মপুত্ৰ উপত্যকাৰ অৰ্থনৈতিক সহায়বিনে ইয়াৰ গতি আছিল অচল। বংগৰ লগত যোগ হ'লে সংখ্যাগৰিষ্ঠ মুছলমানসকলে বহু কিছু হেৰুৱাব। প্ৰথমতে হেৰুৱাব বিনামূলীয়া মাতৃভাষাৰ শিক্ষা যিটো বংগত নাই। স্কুল মাচুলৰ উপৰি (১,২৫,৩০০ টকা) তেওঁলোকে ভৰিবলগীয়া হ'ব অধিক হাৰত চৌকিদাৰী কৰ আৰু নাও-ভুৰ ইত্যাদিৰ ওপৰত বহুওৱা কৰ। তাৰ উপৰি বংগৰ ৰায়তী আইন আৰু মাটিৰ মালিকৰ জুলুমৰ কথা আছেই। বৃটিছ চৰকাৰী বিষয়াৰ মতেও অসমৰ লগত যোগ হোৱাৰে পৰা শ্ৰীহট্টৰ শ্ৰীবৃদ্ধিহে হৈছিল ; বংগৰ লগত চামিল হোৱা হ'লে সি সম্ভৱ নহ'লহেঁতেন।

তথাপিও ১৯২৪ চনৰ জুলাই মাহত আৰু ১৯২৬ চনৰ জানুৱাৰী মাহত অসম ব্যৱস্থাপক সভাত শ্ৰীহট্ট অসমৰ পৰা বিচ্ছেদ হৈ বংগৰ লগত যোগ হ'ব লাগে

বুলি কৰা শ্ৰীহট্ট প্ৰস্তাৱ দুটি গৃহীত হয়। ১৯২৬ চনত তেনে এটি প্ৰস্তাৱ বংগৰ ব্যৱস্থাপক সভাতো গৃহীত হয়। বিষয়টোত সাম্প্ৰদায়িক ৰাজনীতি তেতিয়ালৈকে সোমোৱা নাছিল কাৰণেই শ্ৰীহট্টৰ মুছলমানে বিষয়টো তেতিয়ালৈকে অৰ্থনৈতিক দৃষ্টিৰে চালেও বংগৰ লগত থকা ভাষা আৰু কৃষ্টিগত আবেগক আওকাণ কৰিব পৰাও নাছিল। ১৯২৮ চনত চাইমন কমিছনৰ নিযুক্তিৰ সময়ত কিন্তু বিষয়টোত সাম্প্ৰদায়িক ৰাজনীতি বাৰুকৈয়ে সোমাল। অসম উপত্যকাৰ চৈয়দ ছাৰ মোহাম্মেদ সাদ্‌উল্লাই আছিল এই বিষয়ত প্ৰথম চিন্তক। সাদ্‌উল্লাৰ চিন্তাত যদি শ্ৰীহট্ট অসমত থাকে তেনেহ'লে প্ৰদেশখনৰ জনসংখ্যাৰ তিনিভাগৰ এভাগ মুছলমান হ'ব আৰু তেওঁলোকে তেতিয়া এটি সন্মানজনক সংখ্যালঘু জনগোষ্ঠী ৰূপে থিয় দি নিৰ্ব্বাচনী ৰাজনীতিলৈ সমতা আনিব পাৰিব। সাদ্‌উল্লাৰ এই তত্ত্বত সুৰমা উপত্যকাৰ মুছলিম লীগৰ নেতা আব্দুল মতিন চৌধুৰীয়েও বিশ্বাস ৰাখিছিল। এনে চিন্তাৰ প্ৰভাৱতেই সুৰমা উপত্যকাৰ খান বাহাদুৰ বখৎ মজুমদাৰে ১৯২৮ চনৰ ১৭ চেপ্তেম্বৰত শ্ৰীহট্ট আৰু কাছাৰ বংগত পুনৰ সোমাব নালাগে বুলি প্ৰস্তাৱ ব্যৱস্থাপক সভাত উঠাইছিল। কংগ্ৰেছৰ ভাষাৰ ভেটিত ৰাজ্য গঠন নীতিৰ বিপক্ষে যোৱা এই প্ৰস্তাৱক নবীন চন্দ্ৰ বৰদলৈয়ে সেই ব্যৱস্থাপক সভাতেই তীব্ৰ ভাষাৰে সমালোচনা আৰু উপলুঙা কৰিছিল।

সেই ১৯২৮ চনৰ পৰাই কেবিনেট মিছনৰ সময়লৈকে শ্ৰীহট্টৰ মুছলমানসকলৰ সংখ্যাগৰিষ্ঠ অংশই অসমতেই থাকিবলৈ বিচাৰিলে বা অসমক মুছলিম লীগৰ পৰিকল্পনাৰ পাকিস্তানত পাবলৈ বিচাৰিলে। আনহাতে, শ্ৰীহট্টৰ হিন্দুসকল অসমৰ পৰা বিচ্ছেদ হোৱাৰ চিন্তাত লাগি থকাৰ উপৰি অসমত থকা কালডোখৰত অসমৰ উন্নয়নত সদায়েই হেঙাৰ হৈ থাকিল। উদাহৰণস্বৰূপে, অসমত বিশ্ববিদ্যালয় বা উচ্চ ন্যায়ালয় আদি স্থাপনৰ পৰিকল্পনাত তেওঁলোকৰ বিৰোধ আছিল চিৰস্থায়ী। তেওঁলোকে অসমখনক বিদেশীৰ আৰু বহিৰাগত ভাৰতীয়ৰ, বিশেষকৈ হিন্দু-বাঙালীৰ উপনিবেশ হিচাবে গ্ৰহণ কৰিছিল আৰু চেটলাৰ্ছ এছোচিয়েশ্যনৰ সেই উদ্দেশ্যৰে গঠন কৰিছিল। কেবিনেট মিশ্বনৰ গ্ৰুপিং আঁচনি নাকচ হোৱাৰ পাচতহে শ্ৰীহট্টৰ হিন্দু-বাঙালীসকলক প্ৰয়োজন হ'ল অসমীয়াৰ সাহায্য আৰু তাকো তেওঁলোকে বিচাৰিলে দাবী, ধমকি, ইতিকিং আৰু দাম্ভিকতাৰে।

শ্ৰীহট্টৰ মুছলমান আৰু বাঙালী লোক সকলৰ বিপৰীতে অসম কংগ্ৰেছ বা বৰদলৈ চৰকাৰৰ শ্ৰীহট্ট সম্পৰ্কে মত আছিল সদায় এক আৰু দৃঢ়, অন্ততঃ ৰেফাৰেণ্ডামৰ সময়লৈকে ঃ শ্ৰীহট্ট অসমৰ পৰা বিচ্ছেদ হ'বই লাগিব। ১৯২০ চনত ভাৰতীয় জাতীয় কংগ্ৰেছে ভাষাৰ ভেটিতেই প্ৰদেশ গঠনত গুৰুত্ব আৰোপ কৰাৰে পৰাই অসমৰ কংগ্ৰেছ নেতৃবৃন্দই সৰ্বভাৰতীয় স্বাৰ্থৰ মাজতেই অসমৰ স্বাৰ্থ নিহিত

হৈ থকা দেখিলে। কোৱা বাহুল্য, অসমীয়া ভাষাকো অসমৰ ৰাজহুৱা ভাষা কৰিবৰ কাৰণে প্ৰথমতে প্ৰয়োজন হৈছিল অসমৰ ভূগোল, ইতিহাস আৰু ঐতিহ্যৰ সম্পৰ্ক নথকা আৰু বৃটিছে মাথোন বলেৰে অসমৰ লগত সাঙুৰি ৰখা শ্ৰীহট্টৰ বিচ্ছেদ। সেই গতিকেই শ্ৰীহট্টৰ ফালৰ পৰা যিমানেই অসমৰ লগত থকাৰ ইচ্ছা প্ৰকট হৈছিল সিমানেই অসমীয়াৰ ভয় বাঢ়িছিল আৰু তেওঁলোকৰ শ্ৰীহট্ট বিচ্ছেদ দাবীও তীব্ৰ হৈছিল। আনকি অসম উপত্যকাৰ মুছলিম ৰাজনৈতিক সন্মিলনেও শ্ৰীহট্ট বিচ্ছেদেই বিচাৰিছিল। শ্ৰীহট্ট বিচ্ছেদৰ লক্ষ্য আৰু আশাত অসমলৈ সেই ফালৰ লানি নিছিগাকৈ আহি থকা বাংলাদেশী প্ৰবজনকাৰীৰ সোঁতটোকো বাধা দিয়াৰ সম্ভাৱনা সোমাই আছিল।

১৯২৮ চনত অসম ব্যৱস্থাপক সভাত শ্ৰীহট্ট বংগৰ লগত পুনৰ সংযোগ হ'ব নালাগে বুলি কৰা উক্তিৰ উত্তৰত কংগ্ৰেছ নেতা নবীন চন্দ্ৰ বৰদলৈয়ে কৰা সমালোচনাৰ কথা কোৱা হৈছে। ১৯৩৪ চনত আৰু আকৌ ১৯৩৭ চনৰ সাধাৰণ নিৰ্ব্বাচনত অসম কংগ্ৰেছে শ্ৰীহট্ট বিচ্ছেদক তেওঁলোকৰ লক্ষ্য বুলি ঘোষণা কৰে। ইয়াক শ্ৰীহট্টৰ কংগ্ৰেছী লোক সকলেও মানি লয়। নিৰ্ব্বাচনৰ পাছত অসমত কংগ্ৰেছৰ ভৱিষ্যৎ কাৰ্য্যপন্থা স্থিৰ কৰিবলৈ সুৰমা আৰু ব্ৰহ্মপুত্ৰ উপত্যকাৰ কংগ্ৰেছ সংসদী বোৰ্ড দুখনৰ সদস্যসকল আৰু অসম বিধানসভালৈ নকৈ নিৰ্ব্বাচিত হোৱা দুয়ো উপত্যকাৰ কংগ্ৰেছ বিষয়াসকলৰ যি যুটীয়া সভা ব্ৰজেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ সভাপতিত্বত গুৱাহাটীত ২২ ফেব্ৰুৱাৰী (১৯৩৭) ত বহে, তাতো উত্তৰ কাছাৰ খণ্ড বাদ দি শ্ৰীহট্ট আৰু কাছাৰক অসমৰ পৰা বিচ্ছেদ কৰাটো অসমত কংগ্ৰেছৰ বিশেষ লক্ষ্যকেইটিৰ ভিতৰত ধৰা হয়। মুঠৰ ওপৰত শ্ৰীহট্ট বিচ্ছেদৰ দাবীত অসম কংগ্ৰেছৰ কোনো লুকা-ভাকু নাছিল - বিশেষকৈ যিহেতু শ্ৰীহট্টৰ কংগ্ৰেছ বিধায়ক আৰু আন কংগ্ৰেছী নেতাসকলেও তাক নিতান্তই বিচাৰিছিল।

১৯৩৭ চনৰ নৱেম্বৰ মাহত সেই সময়ৰ জাতীয় কংগ্ৰেছৰ সভাপতি জৱাহৰলাল নেহৰু যেতিয়া তেওঁৰ প্ৰথম অসম ভ্ৰমণৰ কাৰণে আহে, তেতিয়া তেওঁ অসমৰ সৰ্বত্ৰতে তিনিটা বিশেষ সমস্যাৰ বিষয়ে শুনে ঃ ১। কানি, ২। বংগৰ পৰা অহা প্ৰবজনৰ সোঁত, আৰু ৩। শ্ৰীহট্ট বিচ্ছেদ। যদিও ভাৰতৰ স্বাধীনতাৰ সমস্যাৰ সন্মুখত অসমৰ শ্ৰীহট্ট আৰু প্ৰবজনকাৰী সমস্যা দুটি নেহৰুৱে নগণ্য উপলব্ধি কৰিছিল, তথাপিও তেওঁ কৈছিল যে শ্ৰীহট্টৰ ক্ষেত্ৰত কংগ্ৰেছৰ সাধাৰণ নীতি তেনেই পৰিস্কাৰ। নেহৰুৱে ক'লে ঃ শ্ৰীহট্ট-বংগ প্ৰাদেশিক কংগ্ৰেছৰ অন্তৰ্গত হৈ আছেই, কাৰণ ই ভাষাৰ ফালৰ পৰা বাঙালী। এই কাৰণত মিল বাদ দিও কংগ্ৰেছৰ নীতি হৈছে স্বায়ত্ত শাসন আৰু সেই কাৰণে শেষ সিদ্ধান্ত লোৱা হৈছে সংশ্লিষ্ট জনসাধাৰণৰ ওপৰত। মই ধৰি

লৈছোঁ যে শ্ৰীহট্টৰ জনসাধাৰণে বংগৰ সৈতে সংযুক্ত হ'বলৈ বিচাৰিব। ই অৰ্থনৈতিক দিশৰ পৰাও বাঞ্চনীয়, যিহেতু চিৰস্থায়ী বন্দবস্তৰ এলেকা হোৱাৰ বাবে শ্ৰীহট্ট অসমতকৈ ইয়াৰ অৰ্থনৈতিক ব্যৱস্থাৰ লগতহে অধিককৈ খাপ খায়। হয়তো বিধানসভাৰ শ্ৰীহট্টৰ সদস্যসকলৰ কাৰণেই এই বিষয়ত প্ৰথম পদক্ষেপ লোৱাটো বাঞ্চনীয় হ'ব যদিও মই নাভাবো যে এই বিষয়টোলৈ নিকট ভৱিষ্যতে কোনো পৰিৱৰ্ত্তন আহিব।

ই প্ৰণিধানযোগ্য যে অসম কংগ্ৰেছৰ নেতাসকল যদিও শ্ৰীহট্ট বিচ্ছেদৰ প্ৰতি দৃঢ় আছিল, তেওঁলোকে কাছাৰ ভৱিষ্যতে অসম প্ৰদেশৰ অন্তৰ্গত হোৱা উচিত হ'বনে নহয় সেই বিষয়ে নিশ্চিত নাছিল। ১৯৩৭ চনৰ কংগ্ৰেছ বিধায়ক দলৰ কাৰ্য্যপন্থা আৰু লক্ষ্য স্থিৰ কৰোঁতে সুৰমা উপত্যকাৰ কংগ্ৰেছী নেতাসকলে বিচৰাৰ দৰেই অসম কংগ্ৰেছত উত্তৰ কাছাৰ বাদ দি কাছাৰৰ বাকী অংশ শ্ৰীহট্টৰে মিলি বংগলৈকে যাব লাগে বুলি ওপৰা-উপৰিভাৱে ধৰি লৈছিল যদিও ১৯৪০ চনত বৰদলৈকে ধৰি কেইজনমান অসমীয়া কংগ্ৰেছ নেতাই যোৰহাট কাৰাগাৰত ভৱিষ্যৎ অসম আৰু ভাৰতৰ সংবিধান সম্পৰ্কে আলোচনা কৰোঁতে বাস্তৱতালৈ পিঠি দি মাথোন ভাৱপ্ৰৱনতাৰে অতীত ইতিহাস সুঁৱৰি কাছাৰক অসম প্ৰশাসনৰেই অংগ কৰিব লাগে বুলি ভাবিছিল। কাছাৰ যে তেতিয়াও বংগৰে প্ৰাদেশিক কংগ্ৰেছৰ অন্তৰ্ভুক্ত আছিল সেই অৱস্থাৰ তাৎপৰ্য্যলৈ তেওঁলোকে চকুৱেই দিয়া নাছিল। (পাছলৈয়ো মানে স্বাধীনতাৰ কালতো অসম কংগ্ৰেছে কাছাৰ অসমৰ পৰা বাদ দিয়াৰ কথা নাভাবিলে।) ১৯৪৬ চনৰ নিৰ্ব্বাচনী কাৰ্য্যসূচীতো অসম কংগ্ৰেছে মাথোন শ্ৰীহট্ট বিচ্ছেদহে বিচাৰিলে। ১৯৪৬ চনৰ ১ এপ্ৰিলৰ দিনা কেবিনেট মিছনৰ আমন্ত্ৰণক্ৰমে বৰদলৈয়ে যেতিয়া বৰলাট আৰু কেবিনেট মিছনৰে সাক্ষাৎ হয় তাতো শ্ৰীহট্টহে অসমৰ পৰা বাদ পৰিব লাগে বুলি তেওঁ যুক্তি দৰ্শালে।

## ২। শ্ৰীহট্টৰ হিন্দু-বাঙালী নেতৃবৃন্দ আৰু কেবিনেট মিছনৰ আঁচনি

কেবিনেট মিছনৰ গ্ৰুপিং আঁচনিয়ে যি সময়ত অসমক আতঙ্কৰ গৰাহত থ'লে, সেই সময়ত শ্ৰীহট্টৰ বাঙালী সকল আছিল আনন্দত আপ্লুত হৈ। শ্ৰীহট্টৰ হিন্দু-বাঙালী সকলে আৰু লগতে বংগৰো কিছু নেতাই কেবিনেট মিছনৰ আঁচনিত আপ্লুত হৈছিল এই ভাবি যে ই শ্ৰীহট্টক পুনৰ বংগৰ লগত চামিল কৰিব। বংগৰ কিছু নেতাই অকল শ্ৰীহট্টকেই বংগত পাবলৈ বিচৰা নাছিল, বিচাৰিছিল অসমৰ আন কিছু বাংলাভাষা প্ৰচলিত অঞ্চলকো। বংগৰ কংগ্ৰেছী বিধায়ক কিৰণশংকৰ ৰয়ে যুক্তি

দৰ্শাইছিল কাছাৰ আৰু গোৱালপাৰা জিলা বংগত সোমাব লাগে।[১] তাকেই আগ্ৰহেৰে আৰু উত্তেজনাৰে দাবী কৰিছিল শ্ৰীহট্টৰ কংগ্ৰেছ কমিটিয়েও, বাংলা সংস্কৃতিৰ খাটিৰত।[২] বৃহত্তৰ বংগৰ সপোনে অনা এনে উত্তেজনাত উৎফুল্লিত হৈ থাকোঁতে শ্ৰীহট্টৰ হিন্দুখিনিয়ে পাহৰি থাকিল যে অসমীয়াৰো নিজা সংস্কৃতি বজাই ৰাখিবলৈ, নিজা ঘৰখনৰ সুৰক্ষা সাধিবলৈ আশা-আকাংক্ষা থাকিব পাৰে বা তেওঁলোকৰ তেনে হেঁপাহো তেওঁলোকৰ প্ৰাপ্য হ'ব পাৰে আৰু তাকেই খণ্ডন কৰিবলৈ ওলাইছে কেবিনেট মিছনৰ গ্ৰুপিং আঁচনিয়ে।

ই সঁচাকৈয়ে আশ্চৰ্য্যকৰ কেনেকৈ শ্ৰীহট্টৰ কিছু হিন্দু নেতাই অসমৰ অস্তিত্বৰ প্ৰশ্নটো অৱজ্ঞা আৰু তাচ্ছিল্যৰে চাবলৈ লৈছিল। শ্ৰীহট্টৰ হিন্দুখিনিয়ে অসমে কেবিনেট মিছনৰ গ্ৰুপিং আঁচনি মানি নোলোৱাত কিমান হিংসা আৰু বিৰোধিতা প্ৰদৰ্শন কৰিছিল তাক আজিও অসমীয়াই নাজানে, কাৰণ সেইবোৰৰ চৰ্চা এতিয়াও অসমীয়াই কৰা নাই। কেবিনেট মিছনৰ আগত ১ এপ্ৰিল ১৯৪৬ তাৰিখে যেতিয়া বৰদলৈয়ে ক'লে যে মাথোন শ্ৰীহট্টহে বংগত সোমাব - যিটো সেই সময়লৈকে সকলো পক্ষই বিচৰা এটা অবিবাদীয় স্বতঃসিদ্ধ কথা আছিল - অসম বিধানসভাৰ শ্ৰীহট্টৰ কংগ্ৰেছী বিধায়ক অবলাকান্ত গুপ্তই বিধানসভাত ক'লে যে বৰদলৈৰ উক্তিয়ে সুৰমা উপত্যকাৰ বাঙালীৰ আৰু অসমৰো বাঙালীৰ অনুভূতি প্ৰতিফলন নকৰে। "আমি ভাবো যদি গ্ৰুপিং হয়, তেনেহলে, প্ৰস্তাৱিত (কেবিনেট মিছনৰ দ্বাৰা) অসম আৰু বংগ গোটটোৱেই সবাটোকৈ আদৰণীয় হব।"[৩] এইবিলাক উক্তি কৰোঁতে শ্ৰীহট্টৰ হিন্দু বাঙালীৰ প্ৰতিনিধি সকলে ভাবি নাচালে শ্ৰীহট্টৰ মুছলমান আৰু হিন্দু সকলৰ দৰে বৰদলৈয়ে বা অসম কংগ্ৰেছে শ্ৰীহট্ট সংক্ৰান্তত কোনো নতুন কথা কোৱা নাই ; মাথোন তেওঁলোকৰ ন্যায্য, সঙ্গত পুৰণি দাবীকেই দোহাৰিছিল। ইয়াৰ বিপৰীতে শ্ৰীহট্টৰ হিন্দুসকলৰ দাবী আছিল অসম্ভৱভাৱে স্বাৰ্থপৰ। তেওঁলোকৰ মানত, তেওঁলোকৰ স্বাৰ্থৰ খাটিৰতেই অসম সম্পূৰ্ণৰূপে বংগত জাহ যাব লাগিছিল। সেই সময়ত শ্ৰীহট্টৰ 'বাৰ এছোছিয়েশ্যন' আছিল এক সন্মানীয় অনুষ্ঠান ; ৰাজহুৱা প্ৰশ্নত এই সংস্থাৰ মতৰ বল আছিল প্ৰচুৰ। বৃটিছৰ দিনত গুৰুত্বপূৰ্ণ কথাত এই সংস্থাৰ অভিমতো বিচৰা হৈছিল। ১৯৪৬ চনৰ ২৭ জুন তাৰিখে এই সংস্থাই লাৱণ্য চন্দ্ৰ গোস্বামীৰ সভাপতিত্বত এটি প্ৰস্তাৱ ল'লে কেবিনেট মিছনৰ আঁচনিৰ সম্পৰ্কত ব্ৰহ্মপুত্ৰ উপত্যকাত হোৱা জাগৰণক লৈ। সেই জাগৰণৰ প্ৰতি শত্ৰুতা দেখুওৱা প্ৰস্তাৱটোৰ কপি এটা বৰদলৈলৈকো পঠিয়ালে। প্ৰস্তাৱটো আছিল এই ঃ

> "যিহেতু সুৰমা উপত্যকাৰ লোক সকলে সদায়েই বংগৰ লগত চামিল হবলৈ বাঞ্ছা কৰি আহিছে আৰু যি হেতু দেখ দেখকৈ সুৰমা উপত্যকাৰ প্ৰগতিৰ

প্ৰতি শত্ৰুতা প্ৰদৰ্শন কৰা নিন্দনীয় মনোবৃত্তি এটি আনখন উপত্যকাত ক্ৰমান্বয়ে বাঢ়ি যাব লাগিছে, সেই গতিকে শ্ৰীহট্ট জিলাৰ এই বাৰ এছোচিয়েশ্যনৰ সভ্য সকলে তেওঁলোকৰ সুচিন্তিত মত লিপিবদ্ধ কৰিছে এই বুলি যে অসম উপত্যকাত চলি থকা অসম-বংগ গ্ৰুপিং বিৰোধী আন্দোলন সমৰ্থন কৰাটো অবাঞ্ছনীয় হ'ব আৰু অসমৰ বিধানসভাৰ সকলো সুৰমা উপত্যকাৰ সদস্যক অনুৰোধ কৰে তেওঁলোকে যেন প্ৰয়োজন সাপেক্ষে এইবাৰ এচোছিয়েশ্যনৰ মতামতক সমৰ্থন দিয়ে।[৪]

এইটো সাধাৰণ মনুষ্যৰ যুক্তিৰে বুজিবলৈ কঠিন কেনেকৈ অসম উপত্যকাৰ গ্ৰুপিং বিৰোধী আন্দোলন শ্ৰীহট্ট বা সুৰমা উপত্যকা বিৰোধী হ'ব পাৰে?

এইটো সন্দেহজনক গ্ৰুপিংৰ সপক্ষে উত্ৰাৱল হোৱা শ্ৰীহট্টৰ হিন্দু সমৰ্থক সকলে প্ৰকৃততে গ্ৰুপিং আঁচনিৰ লক্ষ্য বুজিব পাৰিছিল নে নাই। আঁচনিমতে লক্ষ্য আছিল এখন পাকিস্তান সৃষ্টি কৰা ভাৰতৰ ভিতৰতেই হওক বা বাহিৰতেই হওক।[৫] যিহেতু শ্ৰীহট্টৰ জনসংখ্যা ৬০ শতাংশ মুছলমান আছিল গতিকে ই যে পাকিস্তানত সোমাব সেইটো ধ্ৰুৱ আছিল। সেইকাৰণে শ্ৰীহট্টীয় হিন্দুৰ অসমীয়াৰ সহায়ৰ প্ৰয়োজন হৈছিল আৰু তাৰ কাৰণে অসমীয়াৰ জ্বলা জুইত ঘিউ ঢালিবলৈ নগে আৰু পুৰণা দ্ৰোহিতাও এৰি দুয়ো পক্ষৰে সুবিধাৰ অৰ্থে তেওঁলোকে মিলিজুলি এটা উমৈহতীয়া ফলপ্ৰসু উপায় উলিয়াবলৈ যত্ন কৰিব লাগিছিল। এনে যত্নৰ চিন্তা অৱশেষত দেখা দিলে বৰদলৈৰ বন্ধুত্বৰ পাশত থকা সুৰমা উপত্যকাৰ কেইজনমান হিন্দু বিধায়কৰ মাজত। বসন্ত কুমাৰ দাস আৰু বৈদ্যনাথ মুখাৰ্জীয়ে তাত আগভাগ ল'লে। এইটো মনত ৰখা প্ৰয়োজন এই বসন্ত কুমাৰ দাসেই ১৯৩৭ চনৰ পূৰ্বে অসমৰ নামটো সলাবৰ কাৰণে প্ৰস্তাৱ তুলিছিল যাতে এই নামেৰে অসমীয়াই অসমক নিজা সম্পত্তি বুলি গণ্য কৰিব নোৱাৰে।[৬] অৱশ্যে অসম আৰু শ্ৰীহট্টৰ বাহিৰতো কেইজনমান লোক আছিল যি সকলে অসমীয়াৰ সেই সময়ৰ নিঃসহায়তাক সহানুভূতিৰ চকুৰে চাইছিল। শৰৎচন্দ্ৰ বোস আৰু শ্যামাপ্ৰসাদ মুখাৰ্জী আছিল তাৰ মাজৰে প্ৰধান কেইজন।[৭]

এইটো অসম আৰু অসমীয়াৰ কাৰণে অতি সৌভাগ্যৰ কথা আছিল যে এই সময়টোত তেওঁলোকক নেতৃত্ব দিবলৈ গোপীনাথ বৰদলৈৰ দৰে এজন ব্যক্তি আছিল যি বিহ্বলতাৰ মাজতো আবেগিক সমতা বচাই ৰাখিব জানিছিল আৰু বিপদৰ পৰিবেশতো উপস্থিত বুদ্ধি আৰু আত্মনিয়ন্ত্ৰণ নেহেৰুৱাইছিল। তাতোকৈ ডাঙৰ কথাটো আছিল যে তেওঁ কেতিয়াও কৰ্ত্তব্যৰ পৰা পলাবলৈ ওলোৱা ব্যক্তি নাছিল। তাৰোপৰি সবাতোকৈ সুন্দৰ কথাটো আছিল এই যে শ্ৰীহট্টৰ হিন্দু আৰু মুছলমান দুয়োপক্ষই

বৰদলৈক তেওঁৰ নৈতিক আদৰ্শ আৰু পক্ষপাত শূন্য ৰাজনৈতিক বিচক্ষণতাৰ কাৰণে ভাল পাইছিল আৰু সন্মান কৰিছিল। সুৰমা উপত্যকাৰ স্থিৰ মস্তিষ্কৰ হিন্দুসকল আৰু বৰদলৈৰ মাজত হোৱা বুজাপৰাই অসমীয়া আৰু শ্ৰীহট্টৰ হিন্দুলৈও সুফল আনিলে। ১৬ জুলাই (১৯৪৬) তাৰিখে যেতিয়া ৰাজ্যপালে বিধানসভা আহ্বান কৰিলে গণ পৰিষদলৈ প্ৰদেশখনৰ প্ৰতিনিধি নিৰ্ব্বাচন কৰিবলৈ বৰদলৈয়ে তেওঁৰ বিখ্যাত নিৰ্দেশসূচক প্ৰস্তাৱটো উত্থাপন কৰিলে যিটোৱে অসমৰ সকলো গণপৰিষদলৈ নিৰ্ব্বাচিত হ্বলৈ ওলোৱা সদস্যক আগতীয়াকৈ বাধ্য কৰি থ'লে তাত এটি বিশেষ আচৰণ নীতিৰ বশবৰ্তী হৈ কাৰ্য্য কৰিবলৈ।[৮] অৱশ্যেই মুছলিম লীগৰ সদস্য সকলে ইয়াত আপত্তি দৰ্শালে[৯], তথাপিও বসন্ত কুমাৰ দাসে হয়ভৰ দি ক'লে যে সদস্যসকলক কোনো এটি বিশেষ কাম সমাধা কৰিবলৈ যাওঁতে চৰ্ত্ত বান্ধি দিয়াৰ ক্ষমতা সভাৰ আছে। বৈদ্যনাথ মুখাৰ্জী আৰু নিকলছ ৰয়ে দাসক সমৰ্থন জনালে।[১০] বিধানসভাৰ অধ্যক্ষই সেই প্ৰস্তাৱত বাধা দিবলৈ কোনো আপত্তি বিচাৰি নাপালে। প্ৰস্তাৱটো বিনা প্ৰতিবাদেৰে গৃহীত হ'ল, যিহেতু সাদ্‌উল্লা আৰু তেওঁৰ সঙ্গী সকলে প্ৰস্তাৱটোত আপত্তি কৰি সভাৰ কাৰ্য্যসূচীত ভাগ লবলৈ ইচ্ছা নকৰিলে। সভাই তেতিয়া গণ পৰিষদলৈ সদস্য নিৰ্ব্বাচন কৰিলে। বসন্ত কুমাৰ দাস আৰু অক্ষয় কুমাৰ দাস শ্ৰীহট্টৰ পৰা নিৰ্ব্বাচিত হ'ল।[১১]

## ৩। শ্ৰীহট্টৰ গণভোট

কেবিনেট মিছন আঁচনি ফলৱৰ্তী নহ'ল। হয়তো অসমৰ সবল বিৰোধেও এই বিফলতালৈ কিছু বৰঙনি যোগালে। কিন্তু বিফলতাৰ ঘাই কাৰণটো আছিল মধ্যকালীন কেন্দ্ৰীয় মন্ত্ৰীসভাত লীগ আৰু কংগ্ৰেছৰ মাজত চলি থকা অনৰ্গল অনৈক্য আৰু অপ্ৰীতি, যি চৰকাৰখনক অচল কৰি তুলিছিল। কংগ্ৰেছে লীগৰ মন্ত্ৰীসকলৰ পৰা পদ ইস্তফা বিচাৰিলে আৰু সেইটো নহ'লে নিজেই চৰকাৰখনৰ পৰা আঁতৰি যোৱাৰ ভাবুকি দিলে। লীগে তেতিয়া গণ পৰিষদত যোগ দিবলৈ অমান্তি হ'ল। এনেবোৰ বিপৰ্য্যয় চলি থাকোঁতেই বৃটিছ প্ৰধানমন্ত্ৰী এট্‌লিয়ে ১৯৪৭ চনৰ ২০ ফেব্ৰুৱাৰী তাৰিখে ঘোষণা কৰিলে ভাৰতৰ ক্ষমতা হস্তান্তৰ ১৯৪৮ চনৰ জুন মাহৰ আগতেই হ'ব বুলি। আগৰ বৰলাট ৱাভেলৰ ঠাইত লৰ্ড মাউন্টবেটেনে ১৯৪৭ চনৰ ২৪ মাৰ্চত ক্ষমতা গ্ৰহণ কৰি আগৰ কেবিনেট মিছন আঁচনি পৰিত্যাগ কৰি নিজা ভাৰত-বিভাজন আঁচনিৰে ক্ষমতা হস্তান্তৰ প্ৰক্ৰিয়া তেজী বেগেৰে আগুৱাই নিলে। মাত্ৰ দুমাহৰ ভিতৰতেই ভাৰতৰ ঘাই নেতৃবৃন্দৰ লগত আলোচনা কৰি তেওঁ জুন মাহৰ আৰম্ভত সাম্প্ৰদায়িক ভিত্তিত ভাৰত বিভাজনৰ আঁচনি ঘোষণা কৰিলে। ১ মে' তাৰিখে বৰদলৈৰ লগত

হোৱা আলোচনাত তেওঁ বৰদলৈক সুধিলে শ্ৰীহট্ট বংগলৈ পুনৰ ঘূৰি গ'লে তেওঁৰ আপত্তি থাকিব নেকি ? বৰদলৈৰ উত্তৰ আছিল নেতিবাচক যিহেতু সকলো পক্ষই তাকেই বিচাৰিছিল। তেওঁ অৱশ্যে লগতে যোগ দি কৈছিল যে তেওঁ সংযুক্ত বংগ ভাৰতত থকাটো বিচাৰে।[১২] যেতিয়া ৩ মে' তাৰিখে মাউন্টবেটেনে বৰদলৈক সোধা প্ৰশ্নটো কিৰণ শঙ্কৰ ৰয়কো সুধিলে, তেতিয়া এমাহৰ পূৰ্বে বৃহত্তৰ বংগৰ সপোন দেখা ৰয়ে ক'লে নতুন পৰিস্থিতিত তেওঁ বংগৰ বিভাজনহে বিচাৰিব।[১৩] যদি শ্ৰীহট্ট গণভোটত ভাৰতৰ বিপক্ষে যায় তেনেহলে জিলাখন পূব পাকিস্তানত পৰিব আৰু যদি গণভোট ভাৰতৰ সপক্ষে যায় তেনেহলে জিলাখন অসমৰ অঙ্গ হৈ পৰিব যদিও অৱশ্যে আইনমতে অসমৰ শ্ৰীহট্টক অসমৰ অন্তৰ্গত নকৰাৰো ক্ষমতা থাকিব।[১৪] হাইদেৰীয়েও কৈছিল যদিও অসমৰ অধিকাৰ আছে শ্ৰীহট্টক পৰিত্যাগ কৰিবলৈ ই হয়তো তেনে কৰিবলৈ ইচ্ছা নকৰিব।[১৫]

মাউন্টবেটেনে যেতিয়া ভাৰত বিভাজনৰ ব্যৱস্থা কৰিলে আৰু শ্ৰীহট্টত গণভোটৰ ঘোষণা কৰিলে তেতিয়া গ্ৰুপিঙৰ গ্ৰাসৰ পৰা উদ্ধাৰ পাই অসম কংগ্ৰেছ আৰু বৰদলৈয়ে সকাহ পালে যদিওসেই আনন্দ তেওঁলোকে ভোগ কৰিব নোৱাৰিলে। নতুন এটি সমস্যা বিশেষকৈ বৰদলৈৰ সন্মুখত উপস্থিত হ'ল ঃ অসমে যদি এই মুহূৰ্ত্তত শ্ৰীহট্টক বা শ্ৰীহট্টৰ কিছু অংশক অসমৰ লগত ৰাখিবলৈ যত্ন নকৰে, তেনেহলে সেই অংশকেইটি ভাৰতৰ পৰা কাটি যোৱাত অসম নৈতিকভাৱে দায়ী নহ'ব জানো ? ১৯৩৭ চনৰে পৰা বন্ধুত্বৰ পাশত বান্ধ খোৱা শ্ৰীহট্টৰ কংগ্ৰেছী বন্ধুসকলৰ প্ৰতিও বৰদলৈৰ গভীৰ অনুকম্পা আছিল। এই সৰ্বভাৰতীয়তা আৰু মানবীয়তাৰ পটভূমিত বৰদলৈয়ে নিশাৰ ভিতৰতে শ্ৰীহট্ট সম্পৰ্কে তেওঁৰ যুগমীয়া মনোবৃত্তি সলাই পেলালে। অসম কংগ্ৰেছৰ আন নেতাসকলৰ কাৰণেও প্ৰকাশ্যে অন্য মনোভাৱ পোষণ কৰাৰো উপায় নাছিল। জুন মাহৰ ৩ তাৰিখে গুৱাহাটীৰ অসমীয়া সমাজৰ মাজতেই বৰদলৈয়ে ৰাজহুৱা বিবৃতি দি শ্ৰীহট্টৰ বিচ্ছেদ নোহোৱাটোকে বিচাৰিলে।[১৬] বৰদলৈৰ মতে শ্ৰীহট্টৰ মুছলমান প্ৰধান অংশ পূৰ্ব পাকিস্তানত পৰিলেও হিন্দু প্ৰধান অঞ্চলকেইটা যেনে - বাতাবাৰী, পাথাৰকান্দি, বৰলেখা, কোলাওবা, কমলগছ, শ্ৰীমংগাল, থানাবোৰ কাছাৰৰ লগতহে যোগ হ'ব লাগে। তেওঁ এই বিষয়ে হাইদেৰী আৰু চৰ্দাৰ পেটেললৈ লিখিলে। তাৰোপৰি শাৰীৰিকভাৱেও বৰদলৈৰ কংগ্ৰেছ মন্ত্ৰীসভাই ৬ আৰু ৭ জুলাইত হোৱা গণভোটৰ সময়ত শ্ৰীহট্টক পাকিস্তানৰ গ্ৰাসৰ পৰা বচাবলৈ যত্নপৰ হ'ল। বসন্ত কুমাৰ দাস, বৈদ্যনাথ মুখাৰ্জীকে লৈ বৰদলৈ মন্ত্ৰীসভাৰ চাৰিগৰাকী সদস্য শ্ৰীহট্টলৈ গৈ গণভোটৰ প্ৰচাৰ কাৰ্য্যত যোগ দিলে।[১৭] সাম্প্ৰদায়িক সংঘৰ্ষৰ এই কালছোৱাত মুছলমান সংখ্যাগৰিষ্ঠ শ্ৰীহট্টক পাকিস্তানৰ আকৰ্ষণৰ পৰা আঁতৰাই অনাটো অৱশ্যেই

অসম্ভব আছিল। ১২ জুলাইত ৰাজ্যপাল হাইদেৰীলৈ গণভোটৰ যি ফলাফল আহিল সেইমতে পূৰ্ববংগত সোমোৱাৰ পক্ষে ভোট আছিল ২,৩৯,৬১৯ টি (৫৬.৬ শতাংশ) আৰু অসমত থকাৰ পক্ষে আছিল ১,৮৪,০৪১ টি (৪৩.৪ শতাংশ)। পাকিস্তান পক্ষই পালে ৫৫,৫৭৮ টি অধিক ভোট।[১৮] শ্ৰীহট্টৰ পাঁচখন মহকুমাত দেখা দিয়া ফলাফল আছিল এনেকুৱা ঃ[১৯]

| মহকুমাৰ নাম | সমূহ মুছলমান ভোটাৰ | সমূহ সাধাৰণ ভোটাৰ | পূৰ্ববংগৰ পক্ষে দিয়া ভোট | অসমত থকাৰ পক্ষে দিয়া ভোট |
|---|---|---|---|---|
| সদৰ | ৯২,২৬৮ | ৪৮,৮৬৩ | ৬৮,৩৮১ | ৩৮,৮৭১ |
| কৰিমগঞ্জ | ৫৪,০২২ | ৪৬,২২১ | ৪১,২৬২ | ৪০,৫৩৬ |
| ছবিৰ গঞ্জ | ৭৫,২৭৪ | ৬০,২৫২ | ৫৪,৫৪৩ | ৩৬,৯৫২ |
| দক্ষিণ চিলেট | ৩৮,২৯৭ | ৪১,৪২৭ | ৩১,৭১৮ | ৩৩,৪৭১ |
| সুনামগঞ্জ | ৫১,৮৪৬ | ৩৯,০৪৫ | ৪৩,৭১৫ | ৩৪,২১১ |

এমাহৰ আগতে হাইদেৰীয়ে ভাবিছিল শ্ৰীহট্ট অসমত থকা-নথকাৰ সম্ভাৱনা আছিল আধা-আধা।[২০] হয়তো অসম মন্ত্ৰীসভাৰ সুৰমা উপত্যকাৰ পৰা অহা চাৰিগৰাকী সদস্যৰ আশাবাদীতায়েই তেওঁক তেনেদৰে ভবাইছিল, কাৰণ পক্ষপাতী লোকৰ ওজৰ আপত্তি যিয়েই নহওক লাগিলে, গণভোটৰ ফলাফল ওলোটা হ'ব বুলি আন কোনেও আচলতে ভবা নাছিল। ফলাফলটো লোকসংখ্যাৰ সাম্প্ৰদায়িক লেখজোখেৰে মিলি পৰিছিল।

## ৪। শ্ৰীহট্টৰ গণভোটক লৈ হিন্দু-বাঙালীৰ মিছা প্ৰচাৰ

শ্ৰীহট্ট বিচ্ছেদ বিষয়টোৰ লগত পোনপটীয়াভাৱে সংলগ্ন হৈ থকা পক্ষকেইটিৰ ভিতৰত অসম কংগ্ৰেছে মাথোন গণভোটৰ আগলৈকে তেওঁলোকৰ ঘোষিত পুৰণি মত অবিচলিতভাৱে আৰু নৈতিকতাৰে পোষণ কৰি আছিল, কাৰণ ইয়াৰ লগত প্ৰকৃত অসম আৰু অসমীয়াৰ স্বাৰ্থ আৰু নিৰাপত্তা জড়িত আছিল। বাকী সংলগ্ন পক্ষ দুটিও - মানে তেতিয়াৰ সুৰমা উপত্যকাৰ বাঙালী মুছলমান আৰু বাঙালী হিন্দু সকল - তেওঁলোকৰ নিজা স্বাৰ্থতেই নিমগ্ন আছিল যদিও সেই স্বাৰ্থ আছিল প্ৰকাশ্যে সাম্প্ৰদায়িক আৰু সেয়ে সংকীৰ্ণ মনৰ। এই সাম্প্ৰদায়িক স্বাৰ্থৰ খাটিৰত এই পক্ষ দুটিয়ে ৰাজনৈতিক বায়ু-বতাহ সাপেক্ষে বিনা দ্বিধাই নিজা মতৰ ইলুটি-সিলুটি কৰি থাকোঁতে তেওঁলোকৰ নৈতিকতাত একো হানি-বিঘিনি দেখা পোৱা নাছিল।

আনহাতে অসম কংগ্ৰেছৰ লক্ষ্য অসম অঞ্চলৰ স্বাৰ্থৰ আধাৰত প্ৰতিষ্ঠিত হোৱাত সেই লক্ষ্যত আছিল সততা আৰু মহানতা। এই সততা আৰু মহানতাৰ গুণতেই মাউন্টবেটেনৰ আঁচনি মতে যেতিয়া অসমত নৰখোৱাকৈ শ্ৰীহট্টৰ কিছুমান হিন্দু প্ৰধান অংশ পাকিস্তানৰ গৰাহৰ পৰা ৰক্ষা কৰাটো কঠিন হ'ল, তেতিয়া সমগ্ৰ ৰাজনৈতিক জীৱনত শ্ৰীহট্ট বিচ্ছেদৰ পৃষ্ঠপোষকতা কৰি অহা বৰদলৈয়ে শ্ৰীহট্ট বিচ্ছেদৰ দাবী পৰিহাৰ কৰি শ্ৰীহট্টক পাকিস্তানৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিবলৈ যত্নপৰ হৈ পৰিছিল।

কিন্তু ই আচৰিত যে বৰদলৈৰ এনে মহান আচৰণৰ প্ৰশংসা হওক চাৰি শ্ৰীহট্ট বিচ্ছেদ সংক্ৰান্তত তেওঁ বা তেওঁৰ চৰকাৰে কৰা কাৰ্য্যত অযথা অবুজ কালিমা লাগি আছে। বৰদলৈ বা তেওঁৰ চৰকাৰলৈ এই বিষয়ত সমালোচনা দুফালৰ পৰা আহিছে। প্ৰথমটো হ'ল গোপন বা ভিতৰুৱা। আহিছিল অতি উচ্চ শিখৰৰ পৰা, ব্যক্তিগতভাৱে। গান্ধীজীৰ পৰা। ই আছিল গুৰুৱে ভিতৰুৱাকৈ তেওঁৰ এজন প্ৰিয় শিষ্যক দিয়া শিকনিৰ দৰে। এই ভিতৰুৱা কাহিনীটো বৰদলৈয়ে নিজেই লিখি থৈ নোযোৱা হ'লে ইয়াক পৃথিৱীত আজি কোনেও গম নাপালেহেঁতেন। দ্বিতীয়টোৰ ভিত্তি হৈছে শ্ৰীহট্ট হেৰুৱাই শ্ৰীহট্টৰ বা তেতিয়াৰ সুৰমা উপত্যকাৰ হিন্দু বাঙালীৰ বিষাদ-আবেগ-ক্ৰোধজড়িত ব্যক্তিনিষ্ঠ লিখনি আৰু সমসাময়িক আৰু পক্ষপাত দুষ্ট সংবাদ আৰু প্ৰচাৰ। আজিৰ কিছু পক্ষপাতী পণ্ডিতে এই ব্যক্তিনিষ্ঠ লিখনি আৰু প্ৰচাৰতেই ভেজা দি নিজা গৰল উগাৰি আছে।

গান্ধীজীয়ে অসম আৰু শ্ৰীহট্টৰ মাজৰ দীঘল কাহিনীটোৰ বিষয়ে ভালকৈ জনা নাছিল যিহেতুকে অসমৰ পৰা শ্ৰীহট্ট বিচ্ছেদ হব লাগে বুলি সংলগ্ন তিনিওটি ভাৰতীয় পক্ষই বিচাৰিছিল, গতিকে সি কেতিয়াও তেওঁলোকৰ মাজত, কেবিনেট মিছনৰ সময়লৈকে, প্ৰকৃত বিবাদৰ বস্তু হৈ পৰা নাছিল। সেই কাৰণেই বৰদলৈয়েও এই বিষয়ত গান্ধীজীৰ লগত বিশেষ আলোচনা কৰিবলগা হোৱা নাছিল। গতিকে শ্ৰীহট্ট বিচ্ছেদৰ সম্ভাৱনাতেই যে অসমত কংগ্ৰেছ আৰম্ভ হৈছিল আৰু ভাষাৰ ভেটিত প্ৰদেশ গঠনৰ প্ৰস্তাৱেই যে অসমত কংগ্ৰেছক সাবলীল কৰিছিল এই গুৰুত্বপূৰ্ণ কথাটো উপলব্ধি কৰিবলৈ কোনো পৰিস্থিতি আগতে গান্ধীজীলৈ অহা নাছিল।

আনহাতে কিন্তু শ্ৰীহট্ট গণভোটৰ সময়ত সাম্প্ৰদায়িক সম্প্ৰীতিৰ অৰ্থে নোৱাখালিৰ আশে-পাশে ঘূৰি ফুৰা গান্ধীজীয়ে পূৰ্ব বংগৰ বাঙালী হিন্দু সকলৰ পৰা শ্ৰীহট্টৰ হিন্দুখিনিৰ আগন্তুক আহুকালৰ কথা প্ৰতিদিনে শুনি আছিল। কিবা কাৰণে গান্ধীজীয়ে ভাবি লৈছিল যে বৰদলৈয়ে গণভোট নাকচ কৰি শ্ৰীহট্টক অসমত ৰাখিব পাৰিলে হয়। সেই কাৰণেই গণভোট সমাপ্ত হোৱাৰ পাছত ১৯৪৭ চনৰ জুলাই মাহত বৰদলৈয়ে যেতিয়া গান্ধীজীক তেওঁৰ আশ্ৰমত লগ ধৰে গান্ধীজীয়ে তেওঁক প্ৰশ্ন

কৰিলে ঃ "চিলেট বিচ্ছেদ সম্পৰ্কে মই তোমাৰ সকলো উদ্দেশ্য বুজি পাইছো। তুমি গণভোটত কিয় সন্মতি দান কৰিলা ?" বৰদলৈয়ে শ্ৰীহট্ট সম্পৰ্কত তেওঁৰ শেহতীয়া বিচাৰৰ কথা কৈ ক'লে যে তেওঁৰ সন্মতি তাত নাছিল। এই উত্তৰ শুনি গান্ধীজীয়ে তৎক্ষণাত প্ৰশ্ন কৰিলে ঃ "কোনো এখন প্ৰদেশত তাৰ প্ৰধানমন্ত্ৰীৰ সন্মতি নহলে এনেধৰণৰ ঘটনা হব পাৰেনে ?" বৰদলৈয়ে তেতিয়া গান্ধীজীক বুজাব লগীয়া হ'ল ভোজসভালৈ নিমন্ত্ৰণ কৰি মাউন্টবেটেনে কেনেকৈ তেওঁৰ লগত কথা হৈ শ্ৰীহট্ট পাকিস্তানলৈ যোৱা-নোযোৱাৰ সম্পৰ্কত তেওঁৰ উদাসীন ভাব লক্ষ্য কৰিছিল। বৰদলৈয়ে মাউন্টবেটেনক কৈছিল যে তেওঁ পাকিস্তান নিবিচাৰে কিন্তু ই যদি আহি পৰে শ্ৰীহট্টৰ হিন্দু অংশ বাদ দি বাকী অংশ পূব পাকিস্তানলৈ গ'লে তাত তেওঁৰ মাত মাতিবলৈ নাই। বৰদলৈয়ে গান্ধীজীক আৰু ক'লে যে অসম উপত্যকাৰ অধিকাংশ লোকেই শ্ৰীহট্টৰো হিন্দুসকলে সদায়েই শ্ৰীহট্ট বিচ্ছেদৰ পক্ষ লৈ আছে। বৰদলৈয়ে তেওঁৰ মন্ত্ৰীসভাৰ শ্ৰীহট্টীয় মন্ত্ৰী বসন্ত কুমাৰ দাসে গণভোটৰ পক্ষে মত দিয়াৰ কথা আৰু তাঁৰ পাছত কংগ্ৰেছ ৱৰ্কিং কমিটিয়েও উক্ত সিদ্ধান্তত সন্মতি জনোৱাৰ কথা কৈ ওলোটাকৈ গান্ধীজীক প্ৰশ্ন কৰিলে ঃ 'মই কংগ্ৰেছ ৱৰ্কিং কমিটিৰ বিৰুদ্ধে কেনেকৈ যুদ্ধ কৰো ?' উত্তৰত গান্ধীজীয়ে ক'লে ঃ 'মই তোমাক নকৈছিলোনে যে যিকোনো প্ৰকাৰৰ অসৎ আৰু অন্যায় কাৰ্য্যৰ বিৰুদ্ধে যুঁজ কৰিবলৈ প্ৰস্তুত হব লাগিব ? তুমি তাক নকৰিলা কিয় ?'[২১]

বৰদলৈ-গান্ধীৰ উপৰোক্ত কথোপকথনৰ পৰা হয়তো ইয়াকে জানিব পাৰি যে গান্ধীজীৰ মতে বৰদলৈয়ে আৰম্ভণীৰে পৰাই, বা হয়তো কেবিনেট মিছনৰ সময়ৰ পৰাই, শ্ৰীহট্টক অসমত ৰখাৰ ব্যৱস্থা লব লাগিছিল। এইটো আচহুৱা কথা। যিটো বিষয় অসমৰ কাৰণে বা ব্ৰহ্মপুত্ৰ উপত্যকাৰ কাৰণে সমস্যা হৈ ওলোৱাতকৈ পুৰণি সমস্যাৰ সমাধান হৈ ওলাইছিল তাক গণতান্ত্ৰিক বৰদলৈয়ে অন্য বিভিন্ন পক্ষৰ উপৰি তেওঁৰে নিজা নিৰ্ব্বাচনী জনসাধাৰণৰ বিপক্ষে গৈ নিজ প্ৰদেশৰ কাৰণে এটা নতুন সমস্যাৰ সৃষ্টি কৰিবলৈ যাব কিয় ? নলগা জেঙত লাগিবলৈ কিয় যাব ? অসমৰ মুখ্যমন্ত্ৰী স্বৰূপে সেইটো তেওঁৰ কৰ্ত্তব্য নাছিল। বৰদলৈৰ ৰাজহুৱা ব্যক্তি নহৈ সাধাৰণ (প্ৰাইভেট) ব্যক্তি হোৱা হ'লে কথাটো সুকীয়া হ'ল হয়।

দ্বিতীয় বিধৰ বৰদলৈৰ সমালোচনাহে আচলতে ৰাজনীতিৰ বস্তু। শ্ৰীহট্টৰ গণভোটৰ সময়ত তাৰ বাঙালী হিন্দু আৰু বাঙালী মুছলমান দুয়ো সম্প্ৰদায়েই তেওঁলোকে পোৱা ব্যৰ্থতাৰ কাৰণে অসম চৰকাৰক দোষী কৰিব বিচাৰিলে। প্ৰথমভাগে দোষ দিলে এই বুলি যে চৰকাৰত থকাসকলকে ধৰি অসমীয়াসকলে হিন্দু বাঙালীৰ উদ্দেশ্যৰ প্ৰতি উদাসীনতা দেখুৱালে। দ্বিতীয়ভাগে ঠিক বিপৰীত কাৰণে

অসমৰ কংগ্ৰেছ চৰকাৰক দুষিলে ঃ অসম চৰকাৰে হেনো সকলো চৰকাৰী ক্ষমতাৰে প্ৰথমভাগৰ পক্ষ মানে হিন্দুসকলৰ পক্ষ ল'লে। শ্ৰীহট্টৰ গণভোটৰ সময়ত তাৰ বহু আভ্যন্তৰীণ এলেকাত পক্ষ-বিপক্ষৰ আচৰণত কিছু অৰাজকতাই যে দেখা দিছিল তাত সন্দেহ নাই। জিলাখনৰ বাহিৰৰ পৰা তালৈ মুছলিম নেশ্বনেল গাৰ্ডৰ হেজাৰ হেজাৰ সৈন্য গৈ হেনো ভাবুকিৰে কোনো কোনো লোকক ভোট দিয়াৰ পৰা বিৰত ৰাখিছিল। ইতিমধ্যে মৰি যোৱা অসংখ্য লোকৰ নামো ভোটৰ তালিকাত ওলাইছিল আৰু সেই লোকসকলৰ হৈ ভোট দিয়া হৈছিল। বিশেষকৈ মুছলিম লীগৰ লোক এনে কাৰ্য্যত লিপ্ত আছিল বুলি কেন্দ্ৰীয় মধ্যকালীন মন্ত্ৰীসভাৰ মুৰব্বী জৱাহৰলাল নেহৰুলৈকো বহু লোকে পোনপটীয়াকৈ লিখিছিল। অসম মন্ত্ৰীসভাৰ কেইবাগৰাকী সদস্যই এনে অভিযোগ সঁচা বুলি জ্ঞান কৰাৰ কথা শুনি নেহৰুৱে অসমৰে ৰাজ্যপাল হাইদেৰীলৈ লিখিছিল যে তেওঁ তদন্ত কৰি অভিযোগবোৰৰ সত্যতা দেখিলে জনাব লাগে যাতে গণভোটৰ সত্যতা সম্পৰ্কে তেতিয়া দিল্লীত থকা বৰদলৈয়ে ওপৰ মহলত প্ৰশ্ন উঠাব পাৰে।[২২] নেহৰুৱে মাউন্টবেটেনলৈও সেই বিষয়ে লিখিলে আৰু শ্ৰীহট্টৰ পৰা তেওঁক দেখা কৰিবলৈ অহা হিন্দু আৰু মুছলমানৰ যুটীয়া সঁজাতি দলে কৰা প্ৰতিবেদনৰ কথা ক'লে।[২৩] নেহৰুৱে জনোৱা অভিযোগবোৰ আছিল একপক্ষীয় - মাথোন লীগবিৰোধী। আচলতে হিন্দু বাঙালীসকলৰ বিপক্ষেও আপত্তিও নোহোৱাকৈ নাছিল। প্ৰত্যুত্তৰত মাউন্টবেটেনে নেহৰুক জনালে যে অসম মন্ত্ৰীসভাই গণভোটৰ কাৰ্য্যত হস্তক্ষেপ কৰিছে বুলি জিন্না আৰু লিয়াকত আলি খাঁনে তেওঁৰ ওচৰত আপত্তি কৰি এটা তদন্ত কমিটিৰ দাবী কৰিছে - যদিও অৱশ্যে তেওঁ তাক নাকচ কৰিছে।[২৪] মাউন্টবেটেনে ক'লে যে যিহেতু এনে গণভোটত অভিযোগ স্বাভাৱিক, সেই গতিকেই ৰাজ্যপালৰ বিচাৰৰ ওপৰত নিৰ্ভৰ কৰাটো উচিত হ'ব।

ৰাজ্যপাল হাইদেৰীয়ে নেহৰুলৈ শ্ৰীহট্ট গণভোটৰ বিতং ফলাফল দি পূৰ্ব উল্লেখিত অৰাজকতা ইত্যাদিৰ বিষয়েও বিৱৰি ক'লে। হাইদেৰীৰ মতে প্ৰথমতে এইটো উল্লেখযোগ্য যে অধিকসংখ্যক লোকে (৭৭.৩৩ শতাংশ) গণভোটত ভাগ লৈছিল। দ্বিতীয়তে, প্ৰতি মহকুমাতে পূৰ্ববংগলৈ যাব বিচৰা আৰু অসমত থাকিব বিচৰা ভোটাৰৰ সংখ্যা মুছলমান আৰু সাধাৰণ দুয়োটা সমষ্টিতেই বিপুল আছিল। ই বুজায় যে আভ্যন্তৰীণ ঠাইকে লৈ সমগ্ৰ জিলাখনত ভোটাৰক ভোট দানৰ পৰা বিৰত ৰাখিবলৈ দিয়া ভাবুকি আৰু তেওঁলোকৰ প্ৰতি কৰা অত্যাচাৰ বৰ বেচি নাছিল বা থাকিলেও মিলিটেৰী আৰু পুলিচৰ তত্বাৱধান ব্যৱস্থাই তাক ভালকৈ চম্ভালিব পাৰিছিল। অভিযোগবোৰত প্ৰথমে সমৰ্থন জনোৱা মন্ত্ৰী বৈদ্যনাথ মুখাৰ্জীয়েও পাছত ৰাজ্যপালক কৈছিল যে গণভোটৰ ফলাফল সুদূৰব্যাপি হোৱাই ভাবুকিৰ অভিযোগ ভিত্তিহীন কৰি

পেলালে।[২৫] হাইদেৰীয়ে ৯ জুলাইৰ দিনটো শ্ৰীহট্টতে থাকি নেহৰুৱে পঠোৱা অভিযোগবিলাকৰ তদন্ততে কটাইছিল। সেই তদন্তত ভাগ লোৱা লোকসকলৰ ভিতৰত অসমৰ দুজন মন্ত্ৰীৰ (বসন্তকুমাৰ দাস আৰু বৈদ্যনাথ মুখাৰ্জীৰ উপৰি আছিল শ্ৰীহট্টত ৰক্ষিত সৈন্যৰ নায়ক কৰ্ণেল মহিন্দৰ সিং চোপ্ৰা, উপাযুক্ত ৰীড্, পুলিচ ডি আই জি আৰু গণভোট নিয়াৰিকৈ চলাই নিয়াত সহায় কৰিবলৈ বৰলাটে পঠোৱা চাৰিগৰাকী ইউৰোপীয় বিষয়া। এই সকলো বিষয়াই গণভোটৰ দিন দুটাত মহকুমাবোৰত ঘূৰি ফুৰিছিল। হাইদেৰীৰ তদন্ত মতে নেহৰুৱে শুনা অভিযোগবোৰ বাস্তৱতে অতিৰঞ্জিত আছিল। অধিকসংখ্যক মুছলিম নেশ্বনেল গাৰ্ডৰ সভ্যৰ উপস্থিতি আৰু তেওঁলোকৰ উদ্ধত আচৰণৰ কথাটো সঁচা যদিও তেওঁলোকক হেনো লাঠি এডালো হাতত ল'বলৈ দিয়া নহৈছিল। মুছলমান প্ৰধান এলেকাত কোনো কোনো হিন্দু ভোটাৰে তেওঁলোকৰ ঘৰৰ বা ঘৰৰ মহিলাসকলৰ নিৰাপত্তাৰ কথা ভাবি ভোট দিবলৈ নহাটো সঁচা, কিন্তু ভয় প্ৰদৰ্শনৰ সংকেত থাকিলেও কাৰ্য্যক্ষেত্ৰত অৰাজকতাৰ ঘটনা দুটাহে ঘটিছিল। এটাত পুলিচৰ গুলিচালনাত এজন মুছলমান লোক নিহত আৰু দুজন আহত হয়। আনটো ঘটনাত বাছ এখনৰ চৌপাশে গোট খোৱা দল এটাৰ মাজত হোৱা সংঘৰ্ষত ৮ জন আহত হয়। হাইদেৰীৰ পৰা সকলো জানি নেহৰুৱে মাউন্টবেটেনলৈ লিখিলে যে যদিও ভাবুকি, লোকৰ নামত ভোট দিয়া, আৰু বংগৰ পৰা অহা মুছলিম নেশ্বনেল গাৰ্ডৰ আক্ৰমণৰ কথা সন্দেহাতীত, তথাপিও ভোট দিয়া লোকৰ সংখ্যা আৰু ভোটৰ অনুপাতলৈ চাই ঘটনাবিলাকে গণভোটৰ ফলাফলত বিশেষ প্ৰভাৱ পেলালে বুলিব নোৱাৰি।[২৬] হাইদেৰীৰ পৰা বিতং বিৱৰণ পোৱাৰ পাছত নেহৰুৰ শ্ৰীহট্ট সংক্ৰান্ত উচ্পিচনিৰ কথা লৈ মাউন্টবেটেনে নিজৰ ১৮ জুলাইৰ ব্যক্তিগত টোকাত লিখি থ'লেঃ "It is a great pity that responsible ministers out here should lend their ear to baseless stories of this type"[২৭]

ইমানবোৰ পোনপটীয়া গুৰুত্বপূৰ্ণ তথ্যলৈ পিঠি দি সেই সময়ৰ সুৰমা উপত্যকাৰ দুই-এক ৰাজনৈতিক ব্যক্তিৰ একপক্ষীয়, আত্মনিষ্ঠ জীৱন সোঁৱৰণীত ভেজা লৈ 'প্লেন্টাৰ ৰাজ টু স্বৰাজ' পুথিখনত লিখক অমলেন্দু গুহই কিদৰে শ্ৰীহট্ট বিচ্ছেদ বিষয়টোত বৰদলৈ, অসম কংগ্ৰেছ আৰু অসমীয়াৰ গাত তথ্যশূন্যতাৰে নিজা ইচ্ছানুযায়ী কলংক সানিব খুজিছে তাকো চোৱা যাওঁক। ১৯৪৬ চনত কেবিনেট মিছনৰ লগত হোৱা সাক্ষাতত বৰদলৈয়ে শ্ৰীহট্টক অসমৰ পৰা আঁতৰাই নি পুনৰ বংগৰ লগত যোৰা লগালে অসমৰ আপত্তি নাথাকিব বুলি কোৱা কথাষাৰ দোহাৰি গুহই নিম্নোক্ত কথাখিনি তেওঁৰ পুথিত লিখিছেঃ "A year later under the changed circumstances, it was no longer possible for the A.P.C.C. to say

this openly. However, the congress control of Assam administration was so 'correctly' exercised that it hardly provided any advantage to the local congress during its campaign in sylhet to win the referendum. It was indeed a lifetime opportunity for the Assamese leadership to get rid of sylhet' and curve out a linguistically advantageous province"[২৮]

গুহৰ উপৰোক্ত বাক্য তিনিটিয়ে কি কয় ? স্বাধীনতা সংগ্ৰামৰ শেষ ভাগত অসম কংগ্ৰেছে অসম আৰু অসমীয়াৰ স্বাৰ্থৰ কাৰণে আজীৱন বিচাৰি অহা বস্তুটোকেই সৰ্বভাৰতীয় স্বাৰ্থৰ বেদীত আহুতি দিবলগীয়া হোৱা অৱস্থাটোৱেই গুহৰ মনত মাথোন কৌতুকৰহে উদ্ৰেক কৰিছে। তেওঁৰ প্ৰথম বাক্যটোৱে তাকেই কয়। আমি গুৰুত্ব দিয়া দ্বিতীয় বাক্যৰ বিদ্ৰূপাত্মক কথাখিনিয়ে আৰু বিশেষকৈ 'কাৰেক্টলী' শব্দটোৱে লিখকে বুজাব বিচাৰিছে যে যিহেতু শ্ৰীহট্ট জিলা কংগ্ৰেছ কমিটি অসম কংগ্ৰেছৰ অন্তৰ্গত নহৈ বংগ কংগ্ৰেছৰহে অন্তৰ্গত আছিল সেই গতিকে অসম কংগ্ৰেছে বা অসমৰ কংগ্ৰেছ প্ৰশাসনে শ্ৰীহট্টৰ গণভোটৰ সময়ৰ নিয়ম-কানুনৰ 'শুদ্ধতা'তে আশ্ৰয় লৈ গণভোটত জিকিবলৈ শ্ৰীহট্টক কংগ্ৰেছৰ সহায় নকৰিলে। যদি এই কথা সঁচাও হ'ল হয় যে বৰদলৈৰ কংগ্ৰেছ প্ৰশাসনে শ্ৰীহট্টক অসমত পাবলৈ প্ৰাণ দি নাখাটিলে, সেইটো জানো সঁচাকৈয়ে হাস্যপদ বিসংগতি হ'ল হয় ? শ্ৰীহট্ট বিচ্ছেদৰ সম্ভাৱনাতেই অসমত কংগ্ৰেছৰ আৰম্ভণি। গতিকে অসমীয়া কংগ্ৰেছী নেতাসকলে বা অসমীয়া জনসাধাৰণে অসমৰ ভূগোল-বুৰঞ্জী, কৃষ্টি-সংস্কৃতিৰে খাপ নোখোৱা বংগৰ ঠাইডোখৰ সাৱটি ল'বলৈ কিহৰ জগৰত হেঁপাহ কৰিব - তাতে তাৰেই নিবাসীসকলৰ যুগ যুগ ধৰি থকা ইচ্ছাৰ বিৰুদ্ধে ? সাধাৰণ অসমীয়াই শ্ৰীহট্টৰ গণভোটৰ সময়ত শ্ৰীহট্টক অসমত পাবলৈ নিবিচৰাত বিসংগতি একো থাকিব নোৱাৰে। বিসংগতি আছে মাথোন গুহৰ নিজা আচৰণতহে। তেওঁ তেওঁৰ পুথিত ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ মতেৰে কেবিনেট মিছনক আদৰিছে, মানে পূববঙ্গত এখন ইছলামী অঞ্চল হোৱাটো বিচাৰিছে। কিন্তু যেতিয়া পূব পাকিস্তান বাস্তৱ হৈ পৰিল তেওঁ থিতাতে শ্ৰীহট্টৰ মাথোন হিন্দু বাঙালীৰ পক্ষ ল'লে ঃ শ্ৰীহট্টৰ সংখ্যাগৰিষ্ঠ বাঙালী মুছলমানসকলৰ স্বাৰ্থলৈ পিঠি দিলে। কিয়? যদি এই কাৰণেই যে তেওঁলোকে বংগৰ একাংশ পাকিস্তানত পাবলৈ ওলাইছিল, তেনেহ'লে প্ৰশ্ন উঠে সেই একেখিনি লোকে সমগ্ৰ অসমখনকেই পাকিস্তান কৰিবলৈ ওলাওঁতে তেওঁৰ আচৰণ কি আছিল ? আৰু এটা কথা। গুহই এই সংক্ৰান্তত কোনো মূল নথি-পত্ৰ, দলিল ইত্যাদি পঢ়ি চোৱাৰ ইঙ্গিত নাই। তেওঁ মাথোন আগৰ অসম

বিধানসভাৰ শ্ৰীহট্টৰ হিন্দু কংগ্ৰেছী সদস্য ৰবীন্দ্ৰ নাথ আদিত্যই তেওঁৰ জীৱন সোঁৱৰণত লিখা তলৰ কথাখিনিকে তেওঁৰ বক্তব্যৰ অন্য পাকে পোনালে। আদিত্যই কৈছিল ঃ

> "The Assam leadership, too eager to get rid of Sylhet with a view to curving out a homogenous province, arranged little protection for minorities of Sylhet (Bengali Hindus) in the free exercise of their united francise. When the results of the referendum were declared, there was subdued sense of relief in the Assam Valley as the majority of the votes cast were in favour of Pakistan."[২৯]

এই কথাখিনিৰ প্ৰথমছোৱা তেনেই অবান্তৰ। শ্ৰীহট্টৰ লোকে সেই ৰেফাৰেণ্ডামত কেনেকৈ ভোট দিব তাত অসমৰ নেতৃবৃন্দৰ বা অসমীয়াৰ কোনো হাত থকাৰ কথাই নুঠে। থিক তেনেকৈয়ে অসমীয়া নেতৃবৃন্দৰ বা বৰদলৈৰ সেই ৰেফাৰেণ্ডামৰ প্ৰস্তুতি আৰু ব্যৱহাৰত কোনো ক্ষমতা বা দায়িত্ব নাছিল। তথাপিও অসম মন্ত্ৰীসভাৰ চাৰিজন সদস্যই ৰেফাৰেণ্ডামৰ সময়ত শ্ৰীহট্টক পাকিস্তানৰ পৰা বচাবলৈ যুঁজিছিল। উদ্ধৃতিৰ পাছৰ ডোখৰত মানে, শ্ৰীহট্ট অসমৰ পৰা বাদ যোৱাত কোনো অসমীয়াই যদি আনন্দ পাইছিল সেইটো জানো আচৰিত কথা হব পাৰে ? অসমীয়াই যদি শ্ৰীহট্ট, অসমৰ পৰা কাটি নিয়াত সকাহ নাপালে হয় সেইটোহে অস্বাভাৱিক হ'ল হয়। কিন্তু ইয়াৰ মানে এইটো নহয় যে শ্ৰীহট্টৰ হিন্দু সংখ্যাগৰিষ্ঠ অংশটো ভাৰতৰ পৰা বাদ যোৱাটো অসমীয়াই বা অসমীয়া নেতৃবৃন্দই বিচাৰিছিল। ই এটা জঘন্য অসৎ উক্তি হব। বৰদলৈৰ যত্নৰ কাৰণেই শ্ৰীহট্টৰ হিন্দু সংখ্যাগৰিষ্ঠ ঠাইবোৰ অসমত ৰৈ গ'ল। আদিত্যৰ কথাখিনিয়ে গুহক উচতাব নালাগিছিল, তাৰ ভৰতেই আৰু বহু অসমীয়া বিদ্বেষী মিছা কথা যোগ দিবলৈ। তেওঁ দেখোন নিজেই সেই একে পুথিতে অন্য প্ৰসঙ্গত আদিত্যক সংকীৰ্ণ সংৰক্ষণশীল মনৰ বুলি কৈ থৈছে।[৩০] যদিও আমি নিজে তেনে অভিযোগৰ প্ৰমাণ দেখা নাই।

গুহই তেওঁৰ পুথিত বসন্ত কুমাৰ দাসৰ গুণ গাই থৈছে আৰু ১৯৩৭ চনত দাস অসম বিধান সভাৰ কংগ্ৰেছ দলৰ দলপতি নোহোৱাত দুখ প্ৰকাশ কৰিছে। বৰদলৈৰ বন্ধু এই দাসে শ্ৰীহট্টৰ ৰেফাৰেণ্ডামৰ সময়ত শ্ৰীহট্টত থাকি অশেষ যত্ন কৰিছিল শ্ৰীহট্টক ভাৰতত ৰাখিবলৈ। দাসৰ ৰেফাৰেণ্ডাম অভিজ্ঞতা কেনে আছিল তাকো বুজিবলৈ গুহই যত্ন নকৰিলে। শ্ৰীহট্ট পূব পাকিস্তানত পৰাৰ বাবে কোনো

ষড়যন্ত্র কোনো ফালৰ পৰা হোৱা নাছিল বুলি দাসে অসমৰ ৰাজ্যপাল হাইদেৰীক দিয়া মন্তব্য এই ইতিহাসবিদ জনৰ কাৰণে গুৰুত্বপূৰ্ণ নহয়, হয় মাথোন আদিত্যৰ আবেগিক লিখনিত থকা অসমীয়া বিদ্বেষ। গ্ৰুপিংৰ সময়ত বৰদলৈয়ে বিধানসভাত তোলা আজ্ঞাধীন প্ৰস্তাৱ (ম্যানডেটৰী ৰেজলিউছন)ৰ সংক্ৰান্তত বৰদলৈয়ে কেনেকৈ বসন্ত কুমাৰ দাস আৰু বৈদ্যনাথ মুখাৰ্জীৰে মিলি-জুলি আলোচনা কৰিছিল সেই কথা কোৱা হৈছে। বসন্ত কুমাৰ দাস ৰেফাৰেণ্ডামৰ সময়ত শ্ৰীহট্টত থাকোঁতে নিখিল চক্ৰবৰ্তীও লগত গৈছিল। পাছৰ কালত এই বিখ্যাত সাংবাদিকজনে এই লিখকক দাস আৰু বৰদলৈৰ মাজত থকা গভীৰ বন্ধুত্বৰ কথা কৈছিল।[৩১]

গুহৰ আমি উদ্ধৃতি দিয়া বিষাক্ত কথাখিনিত ভৰ দি বহুতোৰ পুথি আৰু ৰচনা প্ৰকাশ হৈছে। তেওঁ পুতি যোৱা সাম্প্ৰদায়িক বিহ গছৰ পুলিটো আজি বহু দূৰলৈ শিপাই অসমীয়া-বাঙালী বিদ্বেষক চিৰস্থায়ী কৰিছে। শেহতীয়া উদাহৰণটো আহিছে শিলচৰ কেন্দ্ৰীয় বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য তপোধীৰ ভট্টাচাৰ্য্যৰ পৰা। ২০০৫ চনত তেওঁ যেতিয়া সেই বিশ্ববিদ্যালয়ৰ বাংলা ভাষাৰ অধ্যাপক আছিল, তেতিয়া তেওঁ বৰ্দ্ধমান বিশ্ববিদ্যালয়ত পাঠ কৰা এখন সাহিত্যৰ ৰচনাত কোনো নথি-পত্ৰ নেদেখুৱাই ভুটুংকৰে নিম্নোক্ত কথাটো কৈ দিলে ঃ

> "আসামের গোপীনাথ বরদলৈই সেদিন সর্বভারতীয় নেতাদের যোগসাজশে কী কী কুকাজ করেছিলেন, তার দলিল সহজেই পাওয়া সম্ভব।"[৩২]

গুহই লিখা কথাখিনিৰ বাহিৰে এই পণ্ডিতে জানো মূল তথ্যৰ আধাৰত বৰদলৈৰ এই বিষয়ৰ কুকৰ্মৰ প্ৰমাণ দিব পাৰিব ?

## ৫। অসম-পূব পাকিস্তান সীমাৰেখা নিৰ্ণয় সম্পৰ্কত বৰদলৈৰ চিন্তা আৰু নেহৰু-মাউন্টবেটেনৰ গাফিলতি

নেহৰুৱে শ্ৰীহট্টৰ ৰেফাৰেণ্ডাম সম্পৰ্কে কৰা ইটো-সিটো মন্তব্যৰ পৰা এইটো বুজিলে ভুল হ'ব যে তেওঁ সঁচাকৈয়ে গুৰুত্ব সহকাৰে এই বিষয়ত, বিশেষকৈ অসমৰ সুৰক্ষাৰ সম্পৰ্কত কোনো গভীৰ চিন্তা কৰিছিল বুলি। তেওঁ অসমৰ বিষয়ত আদিৰে পৰা জীৱনৰ শেষলৈকে উদাসীন মনোবৃত্তি ধাৰণ কৰিছিল আৰু নিজা বিপদৰ সময়ত বাঙালী হিন্দুৱে সৰ্বদায় প্ৰদৰ্শন কৰা একতাক সমীহ কৰি চলিছিল। সুভাষ চন্দ্ৰ বোস কংগ্ৰেছ সভাপতি হৈ থকাৰ সময়ত তেওঁৰ প্ৰতি দেখুওৱা নেহৰুৰ অৱজ্ঞা আৰু বিশ্বাসঘাতকতাই নেহৰুৰ এই সংকোচবোধত কিছু ক্ৰিয়া কৰিছিল যেন লাগে।

অসমৰ প্ৰতিটো গুৰুতৰ সমস্যাৰ প্ৰতি নেহৰু যে একেবাৰে উদাসীন আছিল

তাৰ যথেষ্ট প্ৰমাণ এই পুথিত আছে আৰু সেইবোৰে আজিকোপতি অসমীয়াক হতাশ কৰি থাকিবলৈ এৰা নাই ; যদিও অৱশ্যে শেষ বিবেচনাত অসমীয়াৰ নিজা অকৰ্মন্যতাই আৰু অনৈক্যতাই সেইবোৰৰ বাবে ঘাইকৈ দায়ী। বৰদলৈৰ ৰাজনীতিৰ বা প্ৰশাসনৰ প্ৰধান বৈশিষ্ট্য এটি আছিল এই যে প্ৰতিটো ভৱিষ্যতে দেখা দিব পৰা সমস্যাৰ ক্ষেত্ৰত তেওঁ আগতীয়া প্ৰতিষেধক ব্যৱস্থা ল'ব বিচাৰিছিল। শ্ৰীহট্ট গণভোটৰ আগে আগেই তেওঁ বিচাৰিছিল যে শ্ৰীহট্ট যদি অসমৰ পৰা পৃথক হয় তেনেহলে অসম আৰু পূববংগৰ মাজৰ সীমাৰেখা ঠিক কৰিবৰ কাৰণে যেন এখন সুকীয়া সীমা নিৰ্দ্ধাৰণ কমিছন গঠিত হয় - মানে পশ্চিম বংগ আৰু পূৰ্ববংগৰ মাজত সীমা নিৰ্ণয় কৰিবলৈ গঠিত হোৱা কমিছনেই যাতে অসম আৰু পূৰ্ববংগৰ মাজৰ সীমা নিৰ্ণয় নকৰে। পূব পাকিস্তান-পশ্চিমবংগ আৰু পূব পাকিস্তান-অসমৰ আন্তঃৰাষ্ট্ৰীয় সীমাৰেখা নিৰ্ণয় কাৰ্য্য মাউন্টবেটেনে খৰধৰকৈ সমাপ্ত কৰিবলৈ ওলাই বৃটিছ আইনজ্ঞ ছাৰ ছিৰিল ৰেডক্লিফৰ অধীনত এখন কমিছন পাতি দিছিল। ৰেডক্লিফৰ উত্তৰ-পূব ভাৰতৰ ভৌগোলিক, সাংস্কৃতিক পৰিস্থিতিৰ জ্ঞান একেবাৰেই নাছিল। গতিকে বংগৰ সীমাৰেখা নিৰ্ণয় কৰা কমিছনেই অসমৰো সীমাৰেখা নিৰ্ণয় কৰিলে আঁসোৱাহ থকি যাব বুলি জ্ঞান কৰি বৰদলৈয়ে নেহৰুৰ ওচৰত অসমৰ কাৰণে পৃথক কমিছনৰ দাবী কৰিলে।[৩৩] নেহৰুৱে বৰদলৈৰ আপত্তিৰ কথা মাউন্টবেটেনক এই বুলি ক'লে যে বৰদলৈৰ মতে 'বংগৰ লোকে অসমৰ কথাৰ বুজ হয়তো নাপাব বা তেওঁলোকৰ সেইবোৰলৈ বিশেষ ধাউতি নাথাকিব।' ইয়াৰ লগতে নেহৰুৱে তেওঁৰ ফালৰ পৰা এই কথা যোগ দিলে - 'আচলতে অসমীয়া আৰু বাঙালীৰ মাজৰ মতভেদ বহুদিনৰ পৰাই চলি আহিছে, তেহেলৈ মানুহখিনি হিন্দুৱেই হওক বা মুছলমানেই হওক।[৩৪] নেহৰুৰ যোগেদি অহা বৰদলৈৰ অসমৰ কাৰণে পৃথক কমিছনৰ দাবী গ্ৰহণ কৰিবলৈ মাউন্টবেটেন ইচ্ছুক নাছিল। যিহেতু তেওঁ খৰখেদাকৈ কামটো সমাপ্ত কৰিব খুজিছিল। সেইগতিকে নেহৰুক এটা তৰল যুক্তি দি ক'লে যে দুখন কমিছনেৰে কামটো সোনকালে সমাপ্ত হোৱাৰ আশা থাকিলেও তাক কাৰিকৰী কাৰণ বশতঃ কৰিব নোৱাৰি, যিহেতু বৃটিছ সংসদৰ বিধেয়কত মাথোন এখন কমিছনৰ (a boundary commission) কথাহে কোৱা হৈছে।[৩৫] ভাৰতৰ আন্তঃৰাষ্ট্ৰীয় সীমাৰেখা সম্বন্ধীয় এনে গুৰুতৰ কথাত নেহৰুৱে মাউন্টবেটেনৰ এনে তৰল যুক্তি মানি লোৱাত বৰদলৈ হতভম্ব হ'ল। বৰদলৈয়ে প্ৰত্যুত্তৰত ক'লে যে অসমক সেই কমিছনত প্ৰতিনিধিত্ব কৰিবলৈ অন্ততঃ দুজন পৰামৰ্শদাতা (assessors) কমিছনত ৰাখিব লাগিব। তৰ্ক-বিতৰ্ক, বাক-বিতণ্ডাই কাম ততাতৈয়াকৈ অন্ত পেলোৱাত সহায় নকৰিব বুলি ভাবি মাউন্টবেটেনে তাকো নাকচ কৰিলে।[৩৬] বৰদলৈয়ে এইবাৰ ক'লে যে অসমৰ পৰামৰ্শদাতাক যদি কমিছনত ঠাই দিয়া

নহয়, তেনেহ'লে বাউণ্ডেৰী কমিছনে অসম চৰকাৰক তেওঁলোকৰ মতামত দাঙি ধৰিবলৈ সুযোগ দিব লাগিব, নহ'লে অসমীয়াৰ স্বাৰ্থ বিপদাপন্ন হোৱাৰ ভয় আছে। এই কথাও নেহৰুৱে মাউন্টবেটেনৰ কাণ চুৱালে। তথাপিও কোনো ফল নধৰিলে, কাৰণ নেহৰুৱে নিজে গাত লাগি কামটো কৰা নাছিল। মাউন্টবেটেনৰ দৰে তেৰোঁ ভাবি লৈছিল যে সময়ৰ বাদ্ধোনক অৱজ্ঞা কৰি যদি স্থানীয় ওজৰ-আপত্তিক প্ৰশ্ৰয় দিয়া হয়, তেনেহ'লে এটা অকোৰা-পকোৰা জটিল সীমাৰেখাৰহে সৃষ্টি হ'ব। তেওঁ আকৌ ক'লে যে সমগ্ৰ প্ৰশ্নটোক এটা জাতীয় বিষয় বুলিহে গণ্য কৰি বিচাৰ কৰা উচিত, আঞ্চলিক স্বাৰ্থৰ বিষয় বুলি নহয়।[৩৭] বৰদলৈৰ চিন্তা সাধাৰণ অসমীয়া-বাঙালী ভেদাভেদৰ প্ৰতিচ্ছবি বুলি লৈ নেহৰুৱে অসমৰ স্বাৰ্থক অৱজ্ঞা কৰি কি ভাৰতীয় স্বাৰ্থ সবল কৰিলে সেই কথা বাংলাদেশ-অসমৰ সীমাৰেখাৰ অৱস্থাই আজিলৈকে দেখুৱাই আছে।[৩৮] ভাৰতীয় স্বাৰ্থক সবল কৰিবলৈ নেহৰুৱে স্থায়ী সীমাৰেখাৰ কোনো ব্যৱস্থা নল'লে।

নেহৰুৱে ভবাৰ দৰে বৰদলৈয়ে সীমা নিৰ্ণয় ক্ষেত্ৰত অকল অসমীয়াৰ কথাকে ভবা নাছিল, হিন্দু বাঙালী লোকৰ বসবাস অঞ্চল, খাচী জনজাতিৰ কিছু এলেকা আৰু আনকি তেতিয়া অসমৰ বাহিৰত থকা কিছু অঞ্চল পূব পাকিস্তানত যাতে নপৰে সেই বিষয়তো চিন্তিত হৈছিল। বৰদলৈ ক্ষান্ত নোহোৱাত নেহৰুৱে শেষত বৰদলৈকেই মাউন্টবেটেনক লগ ধৰিবলৈ ক'লে। বিভিন্ন ক্ষেত্ৰত আগৰ বৰলাট ৱাভেলৰ দৰে মাউন্টবেটেনেও বৰদলৈৰ ৰাজনীতি জ্ঞানৰ প্ৰখৰতা আৰু উদ্দেশ্যাত উপনীত হ'বলৈ থকা তেওঁৰ দৃঢ়তাৰ বিষয়ে গম পাইছিল। বৰদলৈৰ সাম্প্ৰদায়িকতাহীন সু-প্ৰশাসন আৰু তেওঁৰ দিনৰ অসমৰ সকলো চুক-কোণৰ সবিশেষ জ্ঞান তেওঁৰ নখৰ দৰ্পনত থকাৰ কথাও মাউন্টবেটেনে জানিছিল। বৰদলৈৰ লগত কথা হৈ তেওঁ উপলব্ধি কৰিলে যে অন্ততঃ অসমৰ ক্ষেত্ৰত বৰদলৈৰ উদ্বিগ্নতাৰ ঘাই কাৰণ আছিল ১৯৪৭ চনৰ মে' মাহত লিয়াকত আলী খানে 'contiguous majority areas' ৰ বিষয়ে কৰা মন্তব্যটো।[৩৯] খানে কৈছিল সীমাৰেখা নিৰ্ণয় কৰোঁতে শ্ৰীহট্টৰ উপৰিও শ্ৰীহট্টৰ কাষৰ মুছলমান বসতিৰ দুখন জিলা পূব পাকিস্তানত সোমাব লাগে।[৪০] যদিও বাউণ্ডেৰী কমিছনৰ ঘোষণাৰ আগতে সি কি হ'বগৈ সেই কথা মাউন্টবেটেনে বৰদলৈক ক'বলৈ নিবিচাৰিলে, তথাপিও পৰিসীমা সম্পৰ্কে বৰদলৈৰ উদ্বিগ্নতা আঁতৰাবলৈ মাউন্টবেটেনে আওপকীয়াকৈ ইঙ্গিত দিলে যে গোৱালপাৰা আৰু কাছাৰক লৈ তেওঁ উদ্বিগ্ন হোৱাৰ প্ৰয়োজন নাই।

নদ-নদী, পাহাৰ-পৰ্বত আদি প্ৰাকৃতিক উপাদানে গঢ়ি দিয়া সীমাৰেখা যে কৃত্ৰিম উপায়েৰে গঢ়া সীমাতকৈ উত্তম নেহৰুৱে কোৱা এই কথাটো অৱশ্যেই সম্পূৰ্ণ

শুদ্ধ। কিন্তু সেই সুবিধা পূবৰ ভাৰত-পাকিস্তান সীমাৰেখাত নাথাকিল বা তেনে ধৰণৰ সীমাৰেখাৰ কাৰণে দিয়া-নিয়া বুজা-পৰা হঠাতে গঢ়ি উঠাৰ প্ৰশ্নই নুঠে। কিন্তু তেনে প্ৰাকৃতিক সীমাৰেখাৰ অবিহনেও অন্য কি দ্বিতীয় সফল উপায় থাকিব পাৰে সেই বিষয়ে নেহৰুৱে কোনো চিন্তা-পৰামৰ্শ আগ নবঢ়ালে। আন্তৰ্জাতিক সীমৰেখাৰ দৰে গুৰুত্বপূৰ্ণ বিষয় এটাতো মাউন্টবেটেনে দিয়া টুলুঙা, পালমৰা যুক্তি এটা নেহৰুৱে বিনাবাক্যই গ্ৰহণ কৰি ভৱিষ্যতলৈও এটা ডাঙৰ সমস্যা এৰি থৈ গ'ল। আচলতে মাউন্টবেটেনে যিমান লৰালৰিকৈ তেওঁৰ ভাৰত বিভাজন কামটো সমাপ্ত কৰিব বিচাৰিছিল, নেহৰুৱেও সিমান সোনকালে ক্ষমতা খামুচি ল'বলৈ বাট চাই আছিল যেন লাগে। যাহওঁক, এই কথা পাহৰি থাকিলে নচলিব যে বৰদলৈৰ জোৰতেই ৰেডক্লিফ নিৰ্ণয় মতে শ্ৰীহট্ট জিলাৰ অন্ততঃ তিনিখন থানা, পাথাৰকান্দি, ৰাতাবাৰী আৰু বদৰপুৰ লগতে কৰিমগঞ্জ থানাৰ অৰ্দ্ধাংশ অসমত থাকি গ'ল।

---

## দ্বাদশ অধ্যায়

# শ্ৰীহট্টীয় হিন্দু চাকৰিয়ালৰ আন্দোলন, কেন্দ্ৰ আৰু বৰদলৈ চৰকাৰ

## ১৯৪৭-১৯৪৮

ই অখণ্ডনীয় সত্য যে অসমৰ থলুৱা অসমীয়াই বা সিবিলাকৰ নেতৃত্বই নিজা স্বাৰ্থৰ বিপৰীতে গৈও মানৱীয়তা আৰু সৰ্ব্বভাৰতীয় স্বাৰ্থৰ খাটিৰত দুটি বিশেষ সময়ত অসমৰ বাহিৰৰ পৰা অহা হিন্দু বাঙালী লোকলৈ বিশিষ্ট সহায় আগবঢ়াই থৈছে - ১৯৪৭ চনত শ্ৰীহট্টৰ চাৰিখন হিন্দু প্ৰাধান্য থানা গ্ৰহণ কৰি আৰু ১৯৫০ চনত বিপুল সংখ্যক হিন্দু-বাঙালী শৰণাৰ্থীক আশ্ৰয় দান কৰি। ইও সত্য যে এই সম্প্ৰীতিভাবাপন্ন আচৰণৰ পাছ মুহূৰ্ত্ততে দুয়োটি সময়তে অসমীয়াভাষী লোকলৈ আহিছিল মাথোন হিংসাত্মক অপবাদ আৰু গ্লানি। কিন্তু ভাৰতৰ স্বাধীনতাৰ প্ৰথম দিৱসৰ পৰতেই এটা ঘটনা ঘটিল যিটোত প্ৰথম দৃষ্টিত বৰদলৈ চৰকাৰ জগৰীয়া আছিল। তথাপিও ঘটনাবোৰক তন্ন তন্নকৈ আৰু যিমান পৰা যায় নিৰপেক্ষভাবে বিচাৰ কৰিলে, দেখা যাব যে সেই সময়ৰ কেন্দ্ৰ আৰু অসমৰ মাজত সংযোগৰ দুৰৱস্থা আৰু অসম সম্পৰ্কে কেন্দ্ৰই পাকিস্তানৰ সৈতে লোৱা কিছু সিদ্ধান্তৰ কথা বৰদলৈ আৰু অসম চৰকাৰৰ অগোচৰ হৈ থকাৰ বাবদহে ভুল বুজা-বুজিৰ প্ৰকোপ বাঢ়ি গৈছিল। তথাপিও জঞ্জালভৰা এই কালডোখৰত কিছু ভুল-ভ্ৰান্তি বৰদলৈ চৰকাৰৰ তৰফৰ পৰাও ঘটিছিল। কিন্তু সেইবোৰৰ উৎস অসমীয়াৰ বাঙালী বিদ্বেষ নাছিল।

## ১। শ্ৰীহট্টৰ চাকৰিয়াললৈ ভাৰত আৰু অসম চৰকাৰৰ গোহাৰি

১৯৪৭ চনৰ জুন মাহত, মানে সেই বছৰৰে ১৩ জুলাইত হোৱা শ্ৰীহট্টৰ গণভোটৰ আগে আগেই ভাৰত চৰকাৰে এটা সিদ্ধান্ত লৈ তেওঁলোকৰ তাত থকা চাকৰিয়াল সকলক সুধি পঠিয়ালে তেওঁলোকে ভাৰতত নে পাকিস্তানত থাকিবলৈ

বিচাৰিব আৰু ক'লে ভাৰত চৰকাৰে তেওঁলোকৰ সিদ্ধান্ত তেনেদৰে গ্ৰহণ কৰিব। ভাৰত চৰকাৰে তেওঁলোকৰ সিদ্ধান্তটো প্ৰাদেশিক চৰকাৰবোৰক জনালে, যদিও ইয়াত নক'লে প্ৰদেশবোৰেও - এই ক্ষেত্ৰত অৱশ্যে অসমেই - তেনে এটা প্ৰশ্ন তেওঁলোকৰ শ্ৰীহট্টীয় চাকৰিয়ালসকলক কৰিব লাগেনে নাই। (১৯৪৭ চনৰ নৱেম্বৰ মাহৰ দ্বিতীয় ভাগতহে ভাৰতৰ গৃহমন্ত্ৰী বল্লভভাই পেটেল আৰু বৰদলৈৰ মাজত হোৱা চিঠিৰ আদান-প্ৰদানৰ পৰা বুজা গ'ল যে গৃহদপ্তৰে প্ৰদেশ চৰকাৰলৈ পঠোৱা জাননীখন মাথোন এটি ভিতৰুৱা সংবাদহে আছিল আৰু তাৰ ভিত্তিত কোনো কাম প্ৰদেশ এখনৰ পৰা বিচৰা নাছিল।[১]) বৰদলৈ চৰকাৰে কিন্তু ভাৰত চৰকাৰৰ জাননীখনৰ অৰ্থ বুজিলে এনেদৰে যে তেওঁলোকেও তেনে এটা পদক্ষেপ লব লাগে। এই বুজি বৰদলৈ চৰকাৰেও অনাহক ব্যগ্ৰতাৰে তেওঁলোকৰ শ্ৰীহট্টীয় চাকৰিয়াল সকলক তাৰ গণভোটৰ আগতেই সুধি পঠিয়ালে তেওঁলোকৰো 'অপশ্বন' ভাৰত নে পাকিস্তান হ'ব। প্ৰায় সকলো হিন্দু চাকৰিয়ালেই ভাৰতত থাকিবলৈ বাঞ্চা কৰিলে। ফলত ১৯৪৭ চনৰ ১৪ আগষ্টৰ দিনা পাকিস্তানৰ জন্ম হোৱাত পাছদিনা পূৰ্ববঙ্গ চৰকাৰে ইতিমধ্যে ভাৰত 'ডমিনিয়ন'ত থাকিব বিচৰা সৰু-বৰ সকলো চৰকাৰী কৰ্ম্মচাৰীক কামৰ পৰা বৰ্খাস্ত দিলে। যদিহে বৰদলৈ চৰকাৰে ভাবিছিল যে তেওঁলোকৰ বহু শ্ৰীহট্টীয় চাকৰিয়ালে তাতেই থাকিব বিচাৰিব আৰু তাৰ ফলত নতুন নিযুক্তিৰ কাৰণে বহু খালী পদ ওলাব, তেনেহলে তেওঁলোকৰ আশাত চেঁচাপানী পৰিল। খালী পদ ওলাওক চাৰি সেই গোহাৰিৰ দ্বাৰা অসম চৰকাৰৰ দুৰৱস্থা সীমাতীত হৈ পৰিল। শ্ৰীহট্টৰ প্ৰায় এহেজাৰ চৰকাৰী কৰ্ম্মচাৰী অসমত উপস্থিত হ'লহি নতুন চাকৰি বিচাৰি। ইয়াৰে চাৰিশমান আছিল কেৰাণী, পঞ্চাশ-ষাঠিজন ওপৰ শ্ৰেণীৰ চাকৰিয়াল আৰু বাকীবোৰ নিম্নশ্ৰেণীৰ কৰ্ম্মচাৰী।[২] শ্ৰীহট্ট আঁতৰি যোৱাৰ পাছত সৰু হৈ পৰা প্ৰদেশখনত ইমানবোৰ চাকৰি ঘপকৰে কেনেকৈ ওলায় ?

সমস্যাটোৰ সমাধানৰ অৰ্থে অসম চৰকাৰৰ 'ছেপাৰেস্বন কাউন্সিল'ৰ প্ৰথম সভাখন ১৪ আগষ্টৰ দিনা পুৱাবেলা বহে। সদস্যকেইজন আছিল ঃ বৰদলৈ, বিষ্ণুৰাম মেধী আৰু তিনিজন বিষয়া - অনাথবন্ধু দত্ত, এছ.পি. দেশাই আৰু কাগ্‌তী।[৩] বৰদলৈ মন্ত্ৰীসভাই তেওঁলোকৰ 'অপস্বন' গোহাৰিখনে অনা বিপদক ভেটিবলৈ কেইবাটাও সিদ্ধান্ত ল'লে। প্ৰথমতে, যিবিলাক চাকৰিয়াল শ্ৰীহট্টৰ মানুহ আৰু তাতেই ১৯৪৭ চনৰ ১৪ আগষ্টলৈকে চাকৰি কৰিছিল, তেওঁলোক তাতেই থাকিব লাগে, তেওঁলোকৰ 'অপস্বন' যিয়েই নহওক লাগিলে আৰু তেওঁলোকক অসমৰ পৰা পাকিস্তানলৈ যাব খোজা চাকৰিয়ালৰ পদত লোৱা নহ'ব। 'ছেপাৰেশ্বন কাউন্সিল'ৰ বিবেচনাত অসমৰ বিভাজন প্ৰাদেশিক ভিত্তিত যে হৈছিল, সাম্প্ৰদায়িক ভিত্তিত নহয়।

'ছেপাৰেশ্বন কাউন্সিলে' পূব পাকিস্তান চৰকাৰকো অনুৰোধ কৰিলে ১৪ আগষ্টলৈকে শ্ৰীহট্টত চাকৰি কৰা লোকসকলক তেওঁলোকৰ পূৰ্ব্বস্থানত ৰাখিবলৈ। এই সভাই এই সিদ্ধান্ত ল'লে যে যিসকল অসমবাসী চাকৰিয়ালে পূব পাকিস্তানলৈ যাব বিচাৰিলে তেওঁলোককো সদ্যহতে এৰি দিয়া নহব।[৪] অসম চৰকাৰে তেওঁলোকৰ 'অপস্মন' গোহাৰিয়ে চপোৱা জঞ্জালক ভেটিবলৈ এটা তৰল যুক্তি দেখুৱালে এই বুলি যে যিহেতু শ্ৰীহট্ট জিলাৰ অসম চৰকাৰৰ কৰ্ম্মচাৰীসকলক তেওঁলোকৰ 'অপস্মন'ৰ কথাটো সুধি পঠোৱা গোহাৰিখন চৰকাৰৰ সেই বিষয়ত নিজা নীতি স্থিৰ হোৱাৰ আগতেই পঠোৱা হৈছিল, গতিকে বিষয়টো পুনৰ চিন্তা কৰি চাই সিদ্ধান্তত উপনীত হ'বলৈ শ্ৰীহট্টীয় চাকৰিয়ালসকলক আৰু ছয় সপ্তাহ সময় দিয়া হ'ব। লগতে অৱশ্যে ইয়াকো কৈ থোৱা হ'ল যে শ্ৰীহট্ট জিলাত এৰি থৈ অহা চৰকাৰী চাকৰিৰ বিনিময়ত সেইসকলে অসমৰ অন্য ঠাইত চাকৰি যে পাবই তাৰ নিশ্চয়তা নাই।[৫]

এই সকলোবোৰ সিদ্ধান্ত যে সেই সময়ত ভাৰত চৰকাৰে প্ৰণয়ন কৰি থোৱা আইনবো বিপৰীতে গ'ল তাক অসম চৰকাৰে নজনাকৈ আছিল। ১৫ চেপ্তেম্বৰ তাৰিখেহে পেটেলে বৰদলৈলৈ এই বিষয়ে লিখিলে।[৬] ভাৰত চৰকাৰে লোৱা সিদ্ধান্তসমূহ আছিল এই ঃ প্ৰথমতে, ১৯৪৭ চনৰ 'ভাৰত (অস্থায়ী সাংবিধানিক) নিৰ্দেশ'ৰ ৭ (১) অনুচ্ছেদ মতে কোনো সাধাৰণ বা বিশেষ ব্যৱস্থাৰ বশৱৰ্তী নাথাকিলে, শ্ৰীহট্টৰ পৰা অহা অসম চৰকাৰৰ চাকৰিয়ালসকলে তেওঁলোকৰ চাকৰি নেহেৰুৱায় আৰু তেওঁলোকে অসমত তদ্ৰূপ চাকৰি পাব। দ্বিতীয়তে, 'ভাৰত স্বাধীনতা (অধিকাৰ, সম্পত্তি আৰু দায়িত্ব) নিৰ্দেশ'ৰ ৮ (৪) অনুচ্ছেদ মতে চাকৰি সম্বন্ধে অসম চৰকাৰে কৰা চুক্তি পূৰ্ব্ববংগ চৰকাৰৰ দায়িত্ব হৈ পৰিব তেতিয়াহে যদিহে এই চুক্তি একচেতীয়াভাবে মাথোন পূৰ্ব্ববংগত পৰা এলেকাৰ কাৰণে কৰা হৈছিল।[৭] এই আইন দুখনৰ আধাৰত মাথোন শ্ৰীহট্টৰ বাবে নিযুক্ত হোৱা অসম চৰকাৰৰ কৰ্ম্মচাৰী সকলৰ বাদে শ্ৰীহট্টৰ অন্য সকলো চৰকাৰী কৰ্ম্মচাৰীৰ প্ৰতি অসম চৰকাৰৰ দায়িত্ব আছিল আৰু এই দ্বিতীয়বিধ কৰ্ম্মচাৰীলৈ ১৯৩৫ চনৰ ভাৰত অইনৰ ২৪০ আৰু ২৪১ ধাৰাই যুগুতোৱা নিৰাপত্তাও মজুত আছিল।[৮] এই ধাৰাকেইটাৰ আধাৰত ১৪ আগষ্টলৈকে শ্ৰীহট্টত চাকৰি কৰি অসমলৈ অহা লোকসকলক পুনৰ সেই জিলালৈ পঠিয়াবলৈ লোৱা অসম চৰকাৰৰ সিদ্ধান্ত আইন অসংগত হৈ পৰিল।[৯]

১৯৪৭ চনৰ ৫ ছেপ্তেম্বৰত যেতিয়া অসম চৰকাৰৰ 'ছেপাৰেশ্বন কাউন্সিল'ৰ পাছৰ সভাখন বহে, তেতিয়ালৈকে অসম চৰকাৰে সুধি পঠোৱা বহু প্ৰশ্ন আৰু অনুৰোধৰ উত্তৰ ভাৰতৰ গৃহমন্ত্ৰী পেটেল নাইবা পূব পাকিস্তানৰ মুখ্যমন্ত্ৰী খ্বাজা নাজিমুদ্দিনৰ পৰা নাহিল। বৰদলৈয়ে পেটেলৰ পৰা বিচাৰিছিল ১৯৪৭ চনৰ ভাৰত

(অস্থায়ী সংবিধান)ৰ নিৰ্দেশটোৰ এটি চৰকাৰী ব্যাখ্যা আৰু নাজিমুদ্দিনৰ পৰা বিচাৰিছিল বৰ্খাস্ত হোৱা অসম চৰকাৰৰ চাকৰিয়াল সকলক কিছু সময় তেওঁলোকৰ আগৰ চাকৰিত ৰাখিবলৈ। আচলতে পূৰ্ববংগ চৰকাৰে অসমৰ চাকৰিয়ালখিনিক প্ৰথমে ৰাখিছিলেই মাথোন অসম চৰকাৰৰ গণ্ডগোলীয়া অপস্বন গোহাৰিখনে সকলো পণ্ড কৰিলে। অসম চৰকাৰৰ ছেপাৰেশ্বন কাউন্সিলৰ দ্বিতীয় সভাত এটি শুধৰণী লোৱা হ'ল এই বুলি যে যিসকল বিষয়াই ভাৰতলৈ আহিব খুজিছে তেওঁলোকক লাহে লাহে অসমৰ পৰা পূৰ্ব বংগলৈ যাব খোজা বিষয়াই এৰি যোৱা ঠাইত লোৱা হব।[১০]

## ২। অসম চৰকাৰৰ বিৰুদ্ধে হিন্দু-বাঙালীৰ জাগৰণ

এইবোৰ সিদ্ধান্তৰ একো ফল নধৰিল। ভাৰত চৰকাৰে প্ৰণয়ন কৰা আইনৰ লগত অসম চৰকাৰৰ সিদ্ধান্তকেইটা দেখ দেখকৈ খাপ নোখোৱাত ইতিমধ্যে শ্ৰীহট্টীয় বাঙালী-হিন্দু কৰ্ম্মচাৰী সকলৰ হৈ গঢ়ি উঠা প্ৰতিবাদ আন্দোলনেৰে প্ৰচাৰ কাৰ্য্য আৰু ঘনীভূত হ'ল। বংগ আৰু অসমত বিৰাট ৰাজহুৱা মতামত গঢ়ি উঠিল অসম চৰকাৰৰ বিপক্ষে। বৰদলৈ চৰকাৰক দোষ দিয়া হ'ল শ্ৰীহট্টীয় বাঙালীৰ প্ৰতি বৈষম্যমূলক আচৰণ লোৱা বুলি। শ্বিলঙত ৰায় বাহাদুৰ দীনেশ চন্দ্ৰ দাসৰ অধীনত সুৰমা সন্মিলনীৰ এক বিৰাট ৰাজহুৱা সভা বহিল ২৩ আগষ্ট তাৰিখে।[১১] এই সভাই 'অপস্বন' কথাটোত আৰু 'অপস্বন' পোৱাৰ পাছত চৰকাৰে 'অপস্বন' নমনাৰ যুক্তিবোৰক তীব্ৰ সমালোচনা কৰিলে।[১২] অসম চৰকাৰৰ কোনো কোনো মন্ত্ৰীকো বিশেষভাৱে আক্ৰমণ কৰা হ'ল। উদাহৰণ স্বৰূপে, গড় কাপ্তানি মন্ত্ৰী নিকলছ্ ৰয়ক দোষিলে তেওঁ শ্ৰীহট্টৰ পৰা অহা কৰ্ম্মচাৰীসকলক তেওঁলোকৰ কামৰ পৰা আঁতৰাবলৈ লৈছে বুলি আৰু সেই নিৰ্দেশ মাথোন শক্তিশালী প্ৰতিবাদৰ পাছতেই ঘূৰাই লোৱা হ'ল বুলি। শ্বিলঙৰ ৰাজহুৱা সভাই মহাত্মা গান্ধী, চৰ্দাৰ পেটেল, জৱাহৰলাল নেহৰু, শ্যামাপ্ৰসাদ মুখাৰ্জী, প্ৰফুল্ল চন্দ্ৰ ঘোষৰ ওচৰলৈ সজাতি দল পঠিয়াবলৈ দিহা কৰিলে। গান্ধীজীক ইতিমধ্যে লগ ধৰা হৈছিলেই অসমীয়া মানুহৰ আৰু অসমীয়া প্ৰেছে বাঙালীৰ প্ৰতি জাতিগত আৰু প্ৰাদেশিক মনোবৃত্তিৰে চৰকাৰখনৰ ওপৰত প্ৰভাৱ পেলালে বুলি আৰু গুৱাহাটীত অসমৰ পৰা বাঙালীক খেদাবলৈ আয়োজন আৰম্ভণ হৈ গ'লেই বুলি।[১৩]

সমগ্ৰ শ্ৰীহট্টীয় সমস্যাটো বাঙালী সকলৰ মাজত অসমীয়াৰ ঠেক প্ৰাদেশিক মনোবৃত্তি আৰু তেওঁলোকৰ পৰম্পৰাগত বাঙালী বিদ্বেষৰ ফলাফল বুলি গণ্য হ'ল।[১৪] বহুতে বিশ্বাস নকৰিলে যে শ্ৰীহট্ট জিলাৰ পৰা উভতি অহা কৰ্ম্মচাৰী সকল, অসমৰ মুখ্যমন্ত্ৰী আৰু অসম চৰকাৰে কোৱা দৰে, সঁচাকৈয়ে অতিৰিক্ত হৈ পৰিল বুলি।[১৫] কিন্তু

যদিও কথাটো সঁচা, তেনেহলেও, তেওঁলোকৰ মতে শ্ৰীহট্টৰ পৰা বৰ্খাস্ত হৈ অহা চাকৰিয়ালখিনিয়ে নিবনুৱা অসমীয়াতকৈ কৰ্ম্মস্থলত আগভাগ পাব লাগিব যিহেতু নোপোৱাই নোপোৱাতকৈ পোৱাই হেৰুৱাটো অধিকতৰ দুখজনক - বিশেষকৈ শ্ৰীহট্টীয় লোকসকলৰ বিশেষ পৰিস্থিতিলৈ চাই।[১৬] সুৰমা সম্মিলনীৰ এজন প্ৰধান হোতা আছিল বৰদলৈৰ বন্ধু অৰুণ কুমাৰ চন্দৰ ভাতৃ, শান্তিনিকেতনৰ শিক্ষাভৱনৰ অধ্যক্ষ অনিল চন্দ। শ্ৰীহট্টীয় হিন্দু কৰ্ম্মচাৰী সকলে অনিল চন্দৰ লগত কথা হ'লত, বৰদলৈৰ লগত কোনো আগতীয়া কথা নোহোৱাকৈ তেওঁ ধৰি ল'লে, শ্ৰীহট্টীয় কৰ্ম্মচাৰী সকলৰ প্ৰচাৰেই প্ৰকৃত সত্য বুলি। অনিল চন্দ এই কথাত পতিয়ন গ'ল যে শ্ৰীহট্টৰ মানুহখিনিৰ অন্যায় সধা হ'ল এই কাৰণেই যে "কিছু অসমীয়া মানুহৰ মনত অসমৰ বাঙালীৰ প্ৰতি বিদ্বেষপূৰ্ণ মনোভাৱ সৰ্ব বৰ্তমান।"[১৭] তেওঁ বৰদলৈলৈ লিখিলে যে তেওঁ দিল্লী আৰু ব'ম্বেলৈ যাব কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য সকলক লগ ধৰিবলৈ আৰু তেওঁলোকৰ লগত বিষয়টো আলোচনা কৰিব। বৰদলৈৰ দৰে মানুহ এজনে যে শ্ৰীহট্টীয় সিদ্ধান্তবোৰৰ লগত জড়িত থাকিব পাৰে তাক অভাৱনীয় জ্ঞান কৰি তেওঁ বৰদলৈলৈ লিখিলে ঃ "আপোনাৰ চৰকাৰৰ এই নীতি সম্পৰ্কত আপুনিও যদি ব্যক্তিগতভাৱে জড়িত, তেনেহ'লে মই ধৰি ল'বলৈ বাধ্য হ'ম যে বিশৃংখলীজাকে নেতাক নেতৃত্ব দিয়াৰ ইয়ো এক উদাহৰণ - যিটো অৱশ্যে গণতন্ত্ৰৰ এটা শোকজনক পৰিণাম হিচাপে বিশ্বৰ সৰ্বত্ৰতে বৰ্তি আছে।"[১৮] চন্দই শ্ৰীহট্টৰ কোনবোৰ কৰ্ম্মচাৰীৰ দাবী ন্যায্য আৰু কোনবোৰৰ ন্যায্য নাছিল তাৰ সবিশেষ জানিবলৈ নিবিচাৰিও সকলো বাঙালী হিন্দু কৰ্ম্মচাৰীৰ দাবী আৰু গোচৰ সমীচীন বুলিয়েই জ্ঞান কৰিলে। বৰদলৈৰ লগত তেওঁৰ ইমান দিনে মধুৰ সম্পৰ্ক থকা সত্ত্বেও তেওঁ দেখা অসমীয়া বাঙালী বিদ্বেষৰ সম্পৰ্কত আনকি বৰদলৈয়ো সেই ভাবৰ পৰা সম্পূৰ্ণ মুক্ত নহয় বুলি সন্দেহ কৰিলে।

শ্ৰীহট্টীয় চাকৰিয়ালৰ সমৰ্থনত প্ৰচাৰ হোৱা প্ৰতিটো গুজবেই কেন্দ্ৰীয় নেতা সকললৈ পঠোৱা হৈছিল, অসম চৰকাৰক তেওঁলোকৰ চকুত হেয় কৰাৰ অৰ্থে। অসম চৰকাৰে থলুৱা লোকৰ আৰু অসমৰ সা-সুবিধাৰ কাৰণে লোৱা প্ৰতিটো ব্যৱস্থাকে শ্ৰীহট্টীয় বাঙালীৰ প্ৰতি অন্যায় ভাৱাপন্ন বুলি ধৰা হৈছিল। আন্দোলনকাৰী সকলে ক্ষোভ প্ৰকাশ কৰিলে যে শ্ৰীহট্টৰ ইমানবোৰ অতিৰিক্ত লোক মজুত থকাটো অসম চৰকাৰে নতুন নতুন চাকৰিৰ কাৰণে শ্ৰীহট্টৰ পৰা অহা লোকক নলৈ চাকৰিৰে খাপ খোৱা যোগ্য ব্যক্তি বিচাৰি ইস্তাহাৰ দিব লাগিছে। অসমীয়াৰ বাঙালী বিদ্বেষৰ চানেকী হিচাপে বাঙালী আন্দোলনকাৰীসকলে পশ্চিমবংগ আৰু কেন্দ্ৰৰ কংগ্ৰেছ নেতাসকললৈ পঠোৱা দলিল এখন আছিল বৰ বৰ আখৰেৰে টাইপ কৰা নিম্নোক্ত ইস্তাহাৰখন ঃ

'Quit Assam' ! Quit Assam ! Quit Assam ! To all

Marwaries, Panjabees, Bangalees and all other foreigners. We do not want to see any foreigners in Assam. You all are sucking our blood in any way. Go back to your own land you will loose your life and properties. We all drive you out from Assam like dogs as the Burmees did'.

'Quit Assam Party'
Assamese.

'শ্বিলং টাইমছ' কাকতখন বৰদলৈ আৰু বৰদলৈ চৰকাৰৰ বিপক্ষে এই বিষয়ত ভয়ানক হিংসুক হৈ উঠিছিল আৰু ই সুৰমা সম্মিলনীৰ মুখপত্ৰৰ নিচিনাই হৈ পৰিছিল। এই কাকতে যেনেদৰে অসম কংগ্ৰেছক আৰু বৰদলৈ চৰকাৰক বকিবলৈ ল'লে তাত বৰদলৈয়ে সততা আৰু সত্যতা একোকে নেদেখিলে। তাৰ উপৰি, এই কাকতৰ আৰু অন্যান্য প্ৰচাৰ কাৰ্য্যৰ ফলত এই সময়ত বৰদলৈলৈ মৃত্যুদণ্ডৰ জাননীয়ো আহিবলৈ ল'লে। ১৯৪৮ চনৰ ১১ জানুৱাৰী তাৰিখে বৰদলৈয়ে তেওঁৰ দিনলেখাত থৈ গ'ল এই টোকা ঃ

> 'শ্বিলং টাইমছে' অসত্য প্ৰচাৰ এতিয়াও এৰা নাই। ছিলেটীৰ বিভেদ মনোবৃত্তিৰ পৰিচায়ক স্বৰূপে মতামত প্ৰকাশ কৰি যথেষ্ট অন্যায় কৰিব লাগিছে। মই গণতন্ত্ৰত বিশ্বাস কৰো, সেই কাৰণে এই কাগজৰ বিপক্ষে একো কৰিব বিচৰা নাই। কিন্তু এনেদৰে চলিলে কি কৰা হ'ব ভাবিবলগীয়া হৈছে।'[১৯]

## ৩। বৰদলৈ চৰকাৰৰ হাৰাশাস্তি

শ্ৰীহট্টীয় চাকৰিয়ালৰ সমস্যাটো পশ্চিম বঙ্গত বিস্তৃতভাৱে প্ৰচাৰ হ'ল আৰু অসম চৰকাৰ আৰু অসমীয়া স্বভাৱত যে বাঙালী বিদ্বেষ যুগ-জোৰা স্বাভাৱিক পৰিস্থিতি তাকো পুনৰ আওৰোৱা হ'ল। চিঠি, তাঁৰ, সজাতি দলক গুৰুত্বপূৰ্ণ নেতাসকলৰ ওচৰলৈও পঠোৱা হ'ল।[২০] কিন্তু অচল পৰিস্থিতিতো বিচল হব নোখোজা বৰদলৈয়ে অসমীয়াৰ সাময়িক প্ৰাদেশিকতাৰ কথাটো নিখিল ভাৰত কংগ্ৰেছ কমিটিৰ সাধাৰণ সম্পাদকক বুজাবলৈ চেষ্টা কৰিলে এই বুলি যে নিজ প্ৰদেশ আৰু কেন্দ্ৰীয় বিভাগবোৰতো চাকৰি নাপাই তেওঁৰ প্ৰদেশৰ মধ্যবিত্ত সকলে বঞ্চনাৰ বিৰাগত ভুগিব লগা হৈছে।[২১]

তথাপিও অসমীয়া মধ্যবিত্তই শ্ৰীহট্টীয় চাকৰিয়ালৰ সমস্যাটো সৃষ্টি কৰা

নাছিল ; ইয়াৰ উদ্ভৱ হৈছিল কেন্দ্ৰীয় চৰকাৰে অসম চৰকাৰক নজনোৱাকৈ সেই চৰকাৰখনক কেন্দ্ৰীয় কিছু অত্যাধুনিক নীতি-নিয়মত বান্ধি ৰখাৰ কাৰণে আৰু সেই কথাও তপতে তপতে সেই চৰকাৰক জানিবলৈ নিদিয়াৰ কাৰণেহে। তাৰ পৰাই সৃষ্টি হৈছিল বৰদলৈ চৰকাৰৰ ভ্ৰান্তি সমূহ। আচলতে অসমীয়া মতামতে বৰদলৈ চৰকাৰকহে দুষিছিল সমস্যাটো অনাহকতে ক্ৰমে আচহুৱা কৰি নিয়াত। ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰধান ইংৰাজী বাতৰি কাকত 'আসাম ট্ৰিবিউন' কাকতখন 'অপশ্বন'ৰ বিপক্ষে আছিল আৰু সেই প্ৰতিবাদলৈ চৰকাৰে কানসাৰ নকৰাত খং খাইছিল।[২২] যদিও এইটো কোৱা কঠিন যে 'অপশ্বন' গোহাৰিৰ অবিহনে ঘটনাই অন্য গতি ল'লে হয়, কাকতখনে শ্ৰীহট্টৰ পৰা ই.এ.চি. শ্ৰেণীৰ পৰা নিম্নতৰ শ্ৰেণীকে ধৰি ইমানবোৰ মানুহক চৰকাৰে সংস্থাপন দিবলৈ ওলোৱাত দোষ ধৰিলে, যিহেতু অসম চৰকাৰত ইতিমধ্যেই অপৰ্য্যাপ্ত বাঙালী চাকৰিয়াল আছিল। শ্ৰীহট্ট চাকৰিয়ালে আনি দিয়া সমস্যাই অসমীয়াৰ দুৰ্ভাগ্য বহুকাললৈ চিৰস্থায়ী কৰিব পাৰে বুলি কাকতখনে ভয় খালে। কাকতখনে এটি সম্পাদকীয়ত লিখিলে যে বহিৰাগতৰ এনে ওপৰা-উপৰি নিযুক্তিৰ পৰিণাম এনে হ'বগৈ যে কেইবাপুৰুষলৈকো অসমীয়াই অসম চৰকাৰৰ চাকৰি পাবলৈ আশা কৰিব নোৱাৰিব। কাকতখনে ক'লে যে সংসদীয় গণতন্ত্ৰত মন্ত্ৰীসকলতকৈ বিভাগীয় উপৰিয়াল বিষয়াসকলেহে আচলতে প্ৰশাসন চলাই নিয়ে। অসমৰ ক্ষেত্ৰত এইটো অধিককৈ প্ৰযোজ্য এই কাৰণেই যে অসমৰ মন্ত্ৰীসকলৰ পোনপটীয়া প্ৰশাসনীয় অভিজ্ঞতা একেবাৰেই নথকাত তেওঁলোক বিভাগীয় বৰ বিষয়াসকলৰ ওচৰত সম্পূৰ্ণ নিৰ্ভৰশীল। গতিকে প্ৰাদেশিক স্বায়ত্তশাসনৰ অৰ্থ অসমীয়াৰ কাৰণে তেতিয়ালৈকে শূন্য হৈ থাকিব যেতিয়ালৈকে এই চৰকাৰী বৰ বিষয়াসকল অনা-অসমীয়া হৈ ৰ'ব।[২৩] অসমীয়াৰ স্বাৰ্থলৈ চকু দি কাকতখনে আৰু ক'লে যে স্বাধীনতা সংগ্ৰামৰ সময়ত অসমীয়া লোকে চৰকাৰী চাকৰিলৈ বৰকৈ মন নিদিলে, কিন্তু এতিয়া দেশ স্বাধীন হোৱাৰ লগে লগে অসমীয়াই তাক বিচাৰে আৰু সেই অনুযায়ী প্ৰশাসনীয় ধৰণ-কৰণ, নীতি-নিয়মৰ পৰিৱৰ্ত্তন বিচাৰে ; কাৰণ যেতিয়ালৈকে এনে হৈ নপৰে তেতিয়ালৈকে প্ৰদেশখনৰ চৰকাৰক প্ৰদেশখনৰ লোকেৰে চালিত আৰু প্ৰদেশখনৰ স্বাৰ্থত নিয়োজিত গণতান্ত্ৰিক চৰকাৰ বুলিব পৰা নাযাব। ৰাজহুৱা ধন ভাঙি গণভোটৰ সময়ত শ্ৰীহট্টক অসমত ৰখাবলৈ চেষ্টা চলোৱাৰ কাৰণে কাকতখনে এতিয়া বৰদলৈ চৰকাৰক গৰিহণা দিলে আৰু শ্ৰীহট্ট জিলাৰ চাৰিখন থানা অসমত সুমুৱাই ৰখাৰ কাৰণেই বৰ্তমানৰ দুৰৱস্থাটো হ'ল বুলি চৰকাৰক দোষী কৰিলে।

অসমত অসমীয়াৰ বৰ্তমান আৰু ভৱিষ্যত সম্পৰ্কে চিন্তা কৰা লোকসকলক প্ৰতিনিধিত্ব কৰি কেইদিনমান পাছতেই 'আসাম ট্ৰিবিউন' কাকতখনে আন এটি

সম্পাদকীয়ত অসম চৰকাৰক সতৰ্ক কৰি থ'লে যে স্বাধীনোত্তৰ অসমৰ প্ৰশাসনত বহিৰাগতৰ সংখ্যা কমাই আনি থলুৱা লোকৰ নিযুক্তি বঢ়াব লাগে বুলি যি আশা-আকাংক্ষা অসমৰ থলুৱা লোকে পুহি আহিছে তাক চৰকাৰে দমাই ৰখাৰ সময় পাৰ হ'ল আৰু 'জনমত'ক চৰকাৰৰ 'একান্ত বাধ্য সেৱক' কৰি ৰখাৰ দিনো উকলিল। কাকতখনৰ মতে এটি সাধাৰণ দৃষ্টিতেই ই সাব্যস্ত হয় যে চৰকাৰৰ কোনো বিশিষ্ট পদবীতেই অসমীয়া বিষযা নাই। আনকি ৰেল বা পোষ্ট আৰু টেলিগ্ৰাফৰ দৰে সৰ্বভাৰতীয় বিৰাট বিভাগ দুটিতো অসমত এজনহে মাথোন ওপৰ শ্ৰেণীৰ বিষয়া আছে। কাকতখনে ক'লে যে ইয়াৰ কাৰণ সৰ্বভাৰতীয় প্ৰতিযোগিতা নহয়, কাৰণ বেছিভাগ ক্ষেত্ৰতেই পদবী ভিতৰুৱা বাছনি আৰু পদোন্নতিৰ যোগেদিহে হয়। অসম চৰকাৰে সেই সময়ত অধিক দৰমহা দি কলিকতাৰ পৰা এজন ঔদ্যোগিক উপদেষ্টা অনোৱাৰ কথাটোকো এই কাকতে গৰিহণা দিলে। মূল বিষয়টোৰ সন্দৰ্ভত কাকতখনে এটি যুক্তিযুক্ত বিচাৰেই আগবঢ়ালে এই বুলি যে যদিহে শ্ৰীহট্টীয় চাকৰিয়ালৰ নব-নিযুক্তিৰ সমস্যাটোৰ অন্তৰালত ভাৰত চৰকাৰৰ 'অপশ্বন' সম্পৰ্কীয় কোনো গোহাৰি বা নিৰ্দেশ জড়িত আছে তেনেহ'লে ভাৰত চৰকাৰে শ্ৰীহট্টৰ অতিৰিক্ত কৰ্ম্মচাৰীসকলক অন্য প্ৰদেশত ভগাই দিয়াৰ আয়োজন কৰিব লাগে।[২৪]

অকল অসমীয়া প্ৰেছেই যে অসমীয়াৰ ভৱিষ্যৎ সম্পৰ্কে এই সময়টোত শংকাকুল হৈ পৰিছিল এনে নহয়। অসম কংগ্ৰেছৰ বহু আগশাৰীৰ নেতাও হতাশ হৈ পৰিছিল। উদাহৰণ স্বৰূপে ১৯৪৭ চনৰ ২২ আগষ্ট তাৰিখে অসম বিধানসভাৰ অধ্যক্ষ দেবেশ্বৰ শৰ্মাই যোৰহাটৰ পৰা বৰদলৈলৈ তাঁৰ যোগে জনালে যে বাহিৰৰ মানুহেৰে কেন্দ্ৰ আৰু প্ৰদেশৰ বিভাগবোৰৰ আনকি একেবাৰে নিম্ন শ্ৰেণীৰ চাকৰিও দখল হৈ থকাত অসমৰ থলুৱা লোক ক্ষুব্ধ হৈ আছে। কেন্দ্ৰীয় আবকাৰী শুল্ক বিভাগৰ পৰা উদাহৰণ এটা দি শৰ্মাই ক'লে দহজন ছুপাৰিনটেনডেন্টৰ আঠজন আৰু একৈশজন সহকাৰী ছুপাৰিনটেনডেন্টৰ বিশজনেই বংগ আৰু আন প্ৰদেশবোৰৰ পৰা অহা। শৰ্মাই লগতে ক'লে যে সেই বিভাগৰ অধিকসংখ্যাৰ নিৰীক্ষক আৰু ওপৰচামৰ কেৰাণীয়েই মাথোন নহয় আনকি পিয়ন সকলো বাঙালী। শৰ্মাই বৰদলৈক সতৰ্ক কৰি দিলে এই বুলি যে এনেস্থলত অসমত নতুনকৈ ওলোৱা চাকৰি শ্ৰীহট্টীয় লোকলৈ গ'লে ভয়াবহ পৰিস্থিতিয়ে দেখা দিব।[২৫]

## ৪। বাঙালী আন্দোলনৰ সম্পৰ্কে বৰদলৈৰ বক্তব্য আৰু কেন্দ্ৰৰ আচৰণ

পশ্চিমবংগ আৰু অসমৰ হিন্দু-বাঙালীৰ প্ৰতিবাদ আন্দোলন, থলুৱা

অসমীয়াৰ উৎকণ্ঠা আৰু মাথোন নিজে গঢ়া আইনৰ দফা-পৰিচ্ছেদত আবদ্ধ থাকি, প্ৰাদেশিক ঐতিহাসিক সমস্যাৰ প্ৰতি আওকাণ কৰা কেন্দ্ৰীয় চৰকাৰৰ হেঁচা - এই সকলোৰে বৰদলৈ চৰকাৰক বিবুদ্ধিত পেলালেও সততাৰে সমস্যাটোৰ সন্মুখীন হৈ তাক সমাধান কৰিবলৈ বৰদলৈয়ে চেষ্টাৰ ত্ৰুটি নকৰিলে। আন্দোলনটোৰ সম্পৰ্কত কংগ্ৰেছ সভাপতি ৰাজেন্দ্ৰ প্ৰসাদ, গৃহমন্ত্ৰী বল্লভভাই পেটেল, কংগ্ৰেছ সাধাৰণ সম্পাদক আদিয়ে আইন, নীতি-নিয়ম, নিৰ্দেশ আদি সম্পৰ্কে সুধি পঠোৱা প্ৰশ্নবোৰৰ উত্তৰ বৰদলৈয়ে যেনেদৰে দিলে তাৰ পৰা সেই সম্পৰ্কত তেওঁৰ চিন্তা কৰ্মৰ দিশটো স্পষ্ট হ'ল।

আমি আগতে 'ভ্ৰান্তজনক' বুলি কৈ অহা ১৯৪৭ চনৰ জুন মাহৰ গোহাৰিখনৰ সম্পৰ্কত বৰদলৈয়ে সঁচা কথাকেই ৰাজেন্দ্ৰ প্ৰসাদ আৰু চৰ্দাৰ পেটেলক জনালে যে গোহাৰিখনৰ অৰ্থ আন্দোলনকাৰীসকলে ভুলকৈ কৰিলে। সেইমতে ভাৰতত থাকিবলৈ মত প্ৰকাশ কৰাসকলে অসমৰ বাকী অংশত স্থায়ী চৰকাৰী চাকৰি পাব বুলি ভবাৰ স্থল নাই। বৰদলৈয়ে ক'লে যে সেই সময়ত শ্ৰীহট্ট ভাৰতত নাথাকিব বুলিও তেওঁৰ চৰকাৰে ভবা নাছিল। দ্বিতীয়তে, আদিতে নহ'লেও ১৯৪৭ চনৰ শেষৰ পিনে (নৱেম্বৰ মাহত) চৰ্দাৰ পেটেলেও বুজিলেগৈ যে 'অপস্বন' সংক্ৰান্তত বৰদলৈ চৰকাৰে জুন মাহত শ্ৰীহট্টীয় চাকৰিয়াললৈ পঠোৱা গোহাৰিখন সেই সময়ত কেন্দ্ৰীয় গৃহদপ্তৰৰ পৰাই অহা সংবাদ এটিৰ পৰা উদ্ভৱ হোৱা ভুল বুজা-বুজিহে। কেন্দ্ৰীয় চৰকাৰে হেনো 'অপশ্বন' কথাটো মাথোন সংবাদ হিচাপেহে পঠাইছিল - সেই সম্পৰ্কে প্ৰাদেশিক চৰকাৰে কোনো কাৰ্য্য হাতত ল'বৰ কাৰণে নহয়।

আমি কৈ অহা বৰদলৈ চৰকাৰৰ দ্বিতীয় ভুলটোৰ - মানে ভাৰতত থাকিবলৈ মত প্ৰকাশ কৰিলেও বৰ্খাস্ত হোৱা কৰ্মচাৰীসকল শ্ৰীহট্টতেই সম্প্ৰতি থাকিব লাগে বুলি কৰা সিদ্ধান্তটোৰ ক্ষেত্ৰতো বৰদলৈৰ চিন্তা উল্লেখনীয়। তেওঁ কংগ্ৰেছ সভাপতি ৰাজেন্দ্ৰ প্ৰসাদক জনালে যে তেওঁ প্ৰথমৰ পৰা শ্ৰীহট্টৰ জনসাধাৰণক ভাৰতত নে পাকিস্তানত থাকিবলৈ বিচাৰিব সেই কথা সুধি তেওঁলোকক পছন্দ মতে ইফালে-সিফালে যাবলৈ কোৱাটো ভ্ৰান্তিজনক জ্ঞান কৰিছিল, কাৰণ তেনেহ'লে বিপুলসংখ্যক লোকৰ বহিৰ্গমন ঘটিব আৰু সাধাৰণ কেৰাণীচামৰ বা তাতোকৈও নিম্ন শ্ৰেণীৰ কৰ্মচাৰীসকলৰেই ক্ষতি সীমাহীন হ'ব। এই লোকসকলে তেনেস্থলত নতুনকৈ ঘৰ-বাৰী পাতিব লগাত পৰিব। বৰদলৈয়ে ক'লে তেওঁ সেই কাৰণেই শ্ৰীহট্টৰ মাথোন ওপৰ শ্ৰেণীৰ বিষয়াসকলকহে তেওঁলোকৰ পছন্দ মতে অসমলৈ আহিবলৈ কৈছিল। তাৰ উপৰি যিহেতু শ্ৰীহট্টত চাকৰি কৰা কেৰাণী আৰু তাতোকৈ তলৰ শ্ৰেণীৰ লোকসকলৰ বহুসংখ্যক মাথোন শ্ৰীহট্ট জিলাৰ কাৰণেহে আদিতে নিযুক্ত হৈছিল আৰু

অন্য বহু লোক মাথোন অস্থায়ী চাকৰিতহে আছিল সেই গতিকে তেওঁলোকৰ দুখ-দুৰ্গতিৰ বিষয়ে চিন্তা কৰিয়েই তেনে গোহাৰি দিছিল। এই বিষয়ে পূব পাকিস্তানৰ প্ৰধানমন্ত্ৰী নাজিমুদ্দিনৰ লগত কথা হ'বলৈ তেওঁ ঢাকালৈও যোৱাৰ কথা বৰদলৈয়ে ৰাজেন্দ্ৰ প্ৰসাদক জনালে। বৰদলৈয়ে ৰাজেন্দ্ৰ প্ৰসাদক ক'লে যে তেওঁৰ চিন্তাত নাজিমুদ্দিন আৰু চৰ্দাৰ পেটেল কোনোজনেই সমৰ্থন নজনালে আৰু ফলস্বৰূপে অসমে পাকিস্তান-হিন্দুস্তান 'অপস্মন' ব্যৱস্থা আৰু তাৰ পৰিণতিকে মানি ল'ব লগাত পৰিল।[২৬] বৰদলৈয়ে উপৰোক্ত কথাখিনি প্ৰসাদলৈ লিখিছিল ১৯৪৮ চনৰ জুন মাহৰ আৰম্ভণীতে তেতিয়া প্ৰায় সকলো শ্ৰীহট্টীয় চৰকাৰী কৰ্মচাৰীকেই অসম চৰকাৰে কৰ্মস্থান দিবলৈ সমৰ্থ হৈছিল।[২৭]

যদিও কেন্দ্ৰীয় চৰকাৰে বৰদলৈৰ অগোচৰে লোৱা কিছু ব্যৱস্থা বৰদলৈৰ শ্ৰীহট্টীয় আহুকালৰ গুৰি আছিল তথাপিও কেন্দ্ৰীয় গৃহমন্ত্ৰী পেটেলে, প্ৰথমছোৱাত মাত্ৰ শ্ৰীহট্টীয় কৰ্মচাৰী সকলৰ দুৰ্দশাতহে মনোযোগ দিছিল বেছিকৈ, নিবনুৱা অসমীয়াখিনিৰ দুৰ্দশাৰ প্ৰতি নহয়। বৰদলৈয়ে কিন্তু নেৰিলে। তেওঁ পেটেলক ক'লে সমস্যাটোৰ যুক্তিযুক্তভাৱে সমাধান কৰিবলৈ, যিহেতু ভাৰত চৰকাৰেই 'অপস্মন' প্ৰশ্নটো প্ৰথমে উঠাইছিল আৰু তেওঁলোকেই পূৰ্ব পাকিস্তানৰ লগতে সিদ্ধান্তত উপনীত হৈছিল অসমৰ লগত পূৰ্ব আলোচনা নোহোৱাকৈয়ে। বৰদলৈয়ে ক'লে অসমৰ সকলো নতুন চাকৰি তেওঁ শ্ৰীহট্টৰ লোকক দিব নোৱাৰে ; ই হ'ব ওতঃপ্ৰোত ভাৱে ভুল নীতি, যদিও ইয়াকেই বাঙালী 'প্ৰপাগেণ্ডিষ্ট' সকলে অসম চৰকাৰৰ পৰা বিচাৰিছে। এজন গণতান্ত্ৰিক মুখ্যমন্ত্ৰী হিচাপে ই তেওঁৰ কাৰণে অসম্ভৱ কথা হ'ব, যদিহে চৰকাৰী চাকৰিত শ্ৰীহট্টৰ লোকক অতিৰিক্ত ধাৰত নিযুক্তি দি থলুৱা লোকক দূৰতে বিদূৰ কৰা হয়। এই থলুৱা লোক সকলেই জানো তেওঁৰ চৰকাৰখন নিৰ্বাচন কৰা নাই ?[২৮] বৰদলৈয়ে যুক্তি দৰ্শালে এইবুলি যে যিহেতু 'অপস্মন'ৰ কথাটো ভাৰত চৰকাৰ আৰু পাকিস্তানৰ মাজত হৈছিল, নিশ্চয় কেন্দ্ৰই আৰু কোনো কোনো আন প্ৰদেশে এই অতিৰিক্ত চাকৰিয়ালখিনিক স্থান দিব লাগে। বৰদলৈয়ে পেটেললৈ শ্ৰীহট্টৰ চৰকাৰী বিষয়াৰ এখন তালিকা পঠাই দিলে যাতে তাৰে কিছুক অন্ততঃ তেওঁলোকৰ যোগ্যতা অনুযায়ী অসমৰ বাহিৰত স্থান দিব পৰা যায়।[২৯] বৰদলৈয়ে লগতে পেটেলক অনুৰোধ কৰিলে এনেকৈ ঃ "শ্ৰীহট্টীয় পৰিস্থিতিয়ে আমাৰ কাৰণে গভীৰ আশঙ্কাৰ সৃষ্টি কৰিছে। যদিহে আপুনি অসম চৰকাৰক সহায় নকৰে, আমাৰ দ্বাৰা ইয়াক সমাধা কৰাটো অসম্ভৱ।"[৩০]

অন্ততঃ ১৯৪৭ চনৰ নৱেম্বৰ মাহত পেটেলে ভালকৈ বুজিলে যে অসম চৰকাৰৰ 'অপস্মন' গোহাৰিখনৰ অন্তৰালত বৰদলৈ চৰকাৰৰ কোনো সুদূৰ প্ৰসাৰী কু-অভিসন্ধি নাছিল।[৩১] পেটেলে ইয়াকো বুজিলে যে বৰদলৈ চৰকাৰৰ গোহাৰিখনৰ সাল-

সলনিৰ উদ্দেশ্য শ্ৰীহট্টীয় চাকৰিয়ালৰ প্ৰতি অন্যায় কৰাটো নাছিল সেইবোৰ সৰল মানৱীয়তাৰ পৰাহে উদ্ভৱ হৈছিল - যাতে পাঞ্জাব সদৃশ বিপুল জনসংখ্যাৰ স্থানান্তৰ নঘটে।[৩২] তথাপিও, পেটেলে শ্ৰীহট্টৰ ওপৰঞ্চি চাকৰিয়াল সকলৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ চাকৰি যোগাৰ কৰিব নোৱাৰিলে।[৩৩] তেওঁ মাথোন বৰদলৈক উপদেশ দিলে যে অতিৰিক্ত হৈ পৰা চাকৰিয়াল সকলক 'ৰিট্ৰেন্‌চ্‌ড্‌' (সংখ্যা হ্ৰাস কৰণৰ ফলত হোৱা চাকৰি সমাপ্তি) বুলি ধৰিবলৈ আৰু যিমান পৰা যায় সিবিলাকলৈ বিশেষ সা-সুবিধা আগবঢ়াবলৈ। তেওঁ অৱশ্যে জোৰ দিলে যে পাকিস্তানলৈ যাব বিচৰা অসমৰ মুছলমান চাকৰিয়াল সকলক সোনকালে যাবলৈ দিব লাগে আৰু তেওঁলোকৰ ঠাইত শ্ৰীহট্টৰ পৰা অহা হিন্দু কৰ্মচাৰীক লব লাগে।[৩৪] অসমীয়া লোকৰ নিযুক্তি সম্পৰ্কে পেটেলে ক'লে এনেকৈ ঃ "অসম চৰকাৰে তেওঁলোকৰ বিভাগবোৰ থলুৱা লোকেৰে পূৰাবলৈ কৰা ইচ্ছাটো মই উপলব্ধি কৰিব পাৰিছো। কিন্তু অৱস্থিত স্থায়ী কৰ্মচাৰীৰ ক্ষতি সাধি এনে কৰাটো উচিত নহ'ব। যদিও ভৱিষ্যতে হ'বলগীয়া খালী ঠাইত অসম চৰকাৰে মাথোন অসমৰ মানুহক নিযুক্তি দিয়াৰ ব্যৱস্থা ল'ব পাৰে। বৰ্তমানে, অসমৰেই হওক বা বাহিৰৰেই হওক অৱস্থিত সকলো চাকৰিয়ালকেই কামত ৰাখি তেওঁলোকৰ প্ৰতি সৎব্যৱহাৰ দেখুৱালে শেষত প্ৰাদেশিক চৰকাৰৰেই লাভবান হ'বগৈ।[৩৫]

বৰদলৈ চৰকাৰে পেটেলে দিয়া দিহামতেই কাম কৰিবলৈ প্ৰস্তুত হ'ল যদিও পাকিস্তানলৈ যাব খোজা অসমৰ পুৰণি বিষয়া কেইগৰাকীমানক শ্ৰীহট্টৰ লোকসকলে বিচৰাৰ দৰে খৰ খেদাকৈ বৰ্খাস্ত কৰিব নিবিচাৰিলে। ১৯৪৮ চনৰ মাজভাগৰ ভিতৰতেই শ্ৰীহট্টৰ পৰা বৰ্খাস্ত হৈ অহা লোকৰ অধিক অংশকেই পুনৰ নিযুক্তি দিব পৰা গ'ল। মুৰাৰীচান্দ কলেজৰ কেইজনমান অধ্যাপক আৰু শিক্ষাবিভাগৰ কিছু লোকক বাদ দি প্ৰায় সকলো ওপৰ শ্ৰেণীৰ লোকৰ কাৰণে চাকৰি ওলাল। মাথোন শ্ৰীহট্টৰ কাৰণে নিয়োগ হোৱা লোকসকলকহে এইখিনি সময়ৰ ভিতৰত নৱ-নিযুক্তি দিব পৰা নগ'ল। তাতে এইসকলৰ বহু অস্থায়ী চাকৰিতহে আছিল। মিতব্যয়িতাৰ নিয়মেৰে এমাহৰ দৰ্মহা দি এইসকলক অৱসৰ দিয়াৰ বাহিৰে অসম চৰকাৰৰ অন্য উপায় নাছিল। এই লৈ আৰু মুৰাৰীচান্দ কলেজৰ অধ্যাপক কেইজনমানক লৈ অসম চৰকাৰ বিৰোধী প্ৰচাৰ আৰু বহু দিনলৈ চলি থাকিল। বৰদলৈক মৃত্যুদণ্ডৰ ভাবুকি দিয়াৰ ওপৰিও অসম চৰকাৰৰ হাতত কংগ্ৰেছৰ সন্মান যে অটুট নাথাকিব তাকো প্ৰচাৰ কৰা হ'ল।[৩৬] অসম চৰকাৰ বিৰোধী বাঙালী প্ৰতিবাদে প্ৰচাৰ কৰিলে শ্ৰীহট্টৰ পৰা অহা চাকৰিয়ালৰ সংখ্যা (১৪৯৬) অসমৰ পৰা পূব পাকিস্তানলৈ যাবলৈ ওলোৱা চাকৰিয়ালৰ (১৮১২) তুলনাত বহুত কম। দ্বিতীয়তে, প্ৰতিবাদী সকলৰ মতে অসম চৰকাৰে শ্ৰীহট্টৰ চাকৰিয়ালক মাথোন পাকিস্তানলৈ যাব খোজা চাকৰিয়ালে এৰি থৈ

যোৱা স্থানতহে ল'ব বিচাৰিছে। তৃতীয়তে, শ্ৰীহট্টৰ পৰা অহা চাকৰিয়ালক কাম দিওঁতে সেই চাকৰিয়ালৰ পূৰ্বে কৰা কামৰ হিচাপ লৈছে ; চতুৰ্থতে, অসম চৰকাৰে পাকিস্তানলৈ যাব খোজা চাকৰিয়ালক তালৈ যাবলৈ এৰি দিয়া নাই।[৩৭]

যিহেতু এইবিলাক অভিযোগ কংগ্ৰেছ সভাপতি ৰাজেন্দ্ৰ প্ৰসাদৰ ওচৰতো ১৯৪৮ চনৰ আদিতে দাখিল কৰা হৈছিল, বৰদলৈয়ে ঘটনাৰ সবিশেষ প্ৰসাদক জনাই ক'লে যে মাথোন মুৰাৰীচান্দ কলেজৰ দুজনমান অধ্যাপকৰ কাৰণে স্থান উলিয়াব নোৱৰাৰ কাৰণে আন্দোলনটো ইমানদিনলৈ কিয় চলি থাকিব লাগে তাক তেওঁ বুজিব পৰা নাই। সেইকেইজনক যদি প্ৰসাদে আৰু পেটেলেও ভাৰতৰ কোনো ঠাইতে চাকৰি দিব নোৱাৰিলে, অসমে পাৰে কেনেকৈ ? বৰদলৈয়ে প্ৰসাদক প্ৰশ্ন কৰিলে যে যিহেতু শ্ৰীহট্টৰ চাকৰিয়াল সকলে ভাৰতত থকাৰ অপশ্যন দিছিল আৰু অসম সেই ভাৰতৰ মাথো এটি ক্ষুদ্ৰ অংশহে সেই গতিকে ভাৰতৰ আন অংশই অসমে ল'ব নোৱৰা বোজাটো নলয় কিয় ?[৩৮]

১৯৪৭ চনৰ ডিচেম্বৰ মাহত পেটেল অসমলৈও গৈছিল আৰু তাত ৰাজহুৱা ভাৱেও বৰদলৈ প্ৰশাসনক প্ৰশংসা কৰিছিল। কিন্তু এনে হোৱা সত্ত্বেও তেতিয়ালৈকে চাকৰি নোপোৱা মুৰাৰীচান্দ কলেজৰ শিক্ষককেইজনৰ প্ৰতিনিধিয়ে তেওঁৰ লগত সাক্ষাৎ হওঁতে (১৯৪৮ চনৰ জুন মাহৰ মাজভাগত) তেওঁ এইকথা শুনি আচৰিত হ'ল যে অসম চৰকাৰে পাকিস্তানলৈ যাব খোজা উচ্চ বিষয়া কেইজনমানক তেতিয়ালৈকে এৰি দিয়া নাছিল। পেটেলে শ্ৰীহট্টীয় প্ৰতিবাদীৰ পক্ষ লৈ ১৭ জুন ১৯৪৮ তাৰিখে বৰদলৈলৈ লিখিলে ঃ "পাকিস্তানলৈ যাব খোজা চাকৰিয়ালৰ প্ৰতি অনুশোচনা থকা আমাৰ প্ৰয়োজন নাই। যিমান সোনকালে সেইসকলক যাবলৈ দিব পাৰি সিমানেই মঙ্গল। তেতিয়া তেওঁলোকৰ ঠাইত শ্ৰীহট্টৰ লোকক নিযুক্তি দিয়া সম্ভৱ হ'ব।"[৩৯] ইয়াৰ উত্তৰত বৰদলৈয়ে কৈছিল যে মুৰাৰীচান্দ কলেজৰ শিক্ষককেইজন আৰু শিক্ষাবিভাগৰ আনকেইজনমানৰ বাহিৰে শ্ৰীহট্টৰ সকলো চাকৰিয়ালক নিযুক্তি দিয়া হৈ গৈছে। কলেজখনৰ আৰু শিক্ষাবিভাগৰ মানুহকেইজনৰ কাৰণে চাকৰি উলিয়াব পৰা নগ'ল এই কাৰণেই যে সেইকেইজনক আচলতে শ্ৰীহট্টৰ অনুষ্ঠানৰ কাৰণেহে মকৰল কৰা হৈছিল। গতিকে চৰকাৰে সেই পদকেইটাকে ১৯৪৮ চনৰ ১ এপ্ৰিলৰ পৰা ৰদ কৰিলে।[৪০] বৰদলৈয়ে অলপ খং নোখোৱাকৈ নাছিল এই দেখি যে শ্ৰীহট্টৰ প্ৰতিজন লোকৰ প্ৰতিটো ওজৰ-আপত্তি কেন্দ্ৰীয় কংগ্ৰেছ নেতাসকলে গভীৰ মনোযোগেৰে শুনিছিল আৰু তাৰ সু-নিষ্পত্তি তৎপৰতাৰে কৰিবলৈ বৰদলৈক অনুৰোধ কৰিছিল।

বৰদলৈয়ে অসম চৰকাৰে পাকিস্তানলৈ যাব খোজা কিছু বিষয়াক এৰি

নিদিয়াৰ কথাটোৰ বিষয়ে উত্তৰ পেটেলক নিদিলে। কিন্তু তাৰ কাৰণ তেওঁ প্ৰসাদলৈ দিয়া চিঠি এখনতো আছিল কাৰণে তাৰেই কপি এটা পেটেললৈ পঠিয়াই দিলে। বৰদলৈয়ে প্ৰসাদক কৈছিল যে অসম চৰকাৰে এই অভিজ্ঞ আৰু পাকৈত উচ্চ পদস্থ চাকৰিয়াল কেইজনক ততালিকে এৰি নিদিয়াৰ আৰু তেওঁলোকক ইচ্ছা কৰিলে অসমতে ৰখোৱাৰ সিদ্ধান্তটোৰ প্ৰধান কাৰণ হ'ল এই যে অসম আৰু অসম প্ৰশাসন ব্যৱস্থাৰ বিষয়ে বিশদ জ্ঞান আৰু অভিজ্ঞতা সম্পন্ন লোক অসম চৰকাৰত বেছি নাই। গতিকে এওঁলোক গুছি গ'লে প্ৰদেশখনৰ বিস্তৰ ক্ষতি হ'ব।[৪১] এই কথা যে অবিকল সঁচা সেই কথা অসমৰ তেতিয়াৰ মুখ্য সচিব মহাৰাষ্ট্ৰৰ পৰা অহা বিষয়া এছ.পি.দেশাইয়ে ১৯৬৫ চনত তেওঁৰ জীৱন সোঁৱৰণত লিখি থৈছে এনেকৈ ঃ "১৯৪৭ চনত দেশ বিভাজন আৰু ক্ষমতা হস্তান্তৰৰ সময়ত বহুবোৰ অভিজ্ঞ বৃটিছ আৰু মুছলমান বিষয়া আঁতৰি যোৱাত তেওঁলোকৰ ঠাই পূৰাব পৰাটো সহজ নাছিল। ততালিকে নতুন লোকক নিযুক্তি দিয়াৰ বাহিৰে অন্য উপায় নাছিল। কিন্তু এই নতুন বিষয়া সকলে ঘপহকৈ কেনেকৈ অভিজ্ঞতা লভিব। গতিকে শাসন ব্যৱস্থা বেছ কিছু বছৰলৈ অনভিজ্ঞ আৰু অল্প প্ৰশিক্ষণ প্ৰাপ্ত লোকেৰে চলাব লগীয়া হৈছিল।"[৪২]

## ৫। অকামিলা অসমীয়া জাতিৰ বহিৰ্জ্ঞান আৰু কেন্দ্ৰীয় চৰকাৰ

বাঙালী-হিন্দুৰ প্ৰচাৰ কাৰ্য্য যিমানেই প্ৰৱল নহওক লাগিলে অন্ততঃ চৰ্দাৰ বল্লভভাই পেটেলে শেষত সত্যটো দেখিলে। তেওঁ ভালকৈয়ে জানিলে গান্ধী শিষ্য বৰদলৈৰ চিন্তাত বাঙালীৰ প্ৰতি কোনো কপট ভাৱ নাছিল - সৰ্বভাৰতীয় আৰু তাতোকৈ ওপৰৰ মানৱীয়তাৰ খাটিৰততহে সৰু সৰু মানুহবোৰৰ আলৈ-আহুকাললৈ লক্ষ্য ৰাখিহে তেওঁ সেইসকল লোক শ্ৰীহট্টৰ পৰা চাকৰি বিচাৰি অসমলৈ নহাটো বিচাৰিছিল। আকৌ ঘটনাৰ গুৰি 'অপশ্বন'ৰ প্ৰস্তাৱটো বৰদলৈ চৰকাৰৰ নহয়। কিন্তু তথাপিও সেই পেটেলেই বৰদলৈ চৰকাৰৰ আচল আহুকালৰ কথাটো নুবুজিলে বা বুজিবলৈ নিবিচাৰিলে। স্বাধীনতাৰ আৰম্ভণীতে বৰদলৈৰ কংগ্ৰেছ চৰকাৰে যে মাথোন অসম ৰাজ্যৰ সৰ্বপ্ৰকাৰ বিকাশেই বিচাৰিছিল এনে নহয় ; এই চৰকাৰে চৰকাৰী ক্ষমতাৰে ব্ৰহ্মপুত্ৰ উপত্যকাৰ থলুৱা লোকক উন্নতিৰ পথলৈ অনাত নিমগ্ন আছিল। এই দ্বিতীয় উদ্দেশ্যত সদায় চহৰলৈ গতি কৰা, চৰকাৰী বা চহৰৰ অন্যান্য বে-চৰকাৰী চাকৰিৰ প্ৰতি লোলুপ দৃষ্টি ৰখা, তুলনামূলকভাবে থলুৱা প্ৰাৰ্থীতকৈ অধিক শিক্ষিত হিন্দু-বাঙালী লোকৰ ধাৰাবাহিক আগমন (সংবিধানে দিয়া অধিকাৰ) আছিল এটি ঘাই প্ৰতিবন্ধক। অন্ততঃ চৰকাৰী চাকৰিত থলুৱা লোকক ভৰ্ত্তি কৰিবলৈ যি সুযোগ শ্ৰীহট্ট

বিচ্ছেদে দিলে তাকো এতিয়া শ্ৰীহট্টীয় লোককেই দিবলগীয়া হোৱাটো এই চৰকাৰৰ কাৰণে কিমান হতাশাৰ কথা আছিল তাক বুজিবলৈ সহজ। স্বাধীনতাৰ দোকমোকালিৰ এই সময়খিনিত এজন অসমীয়াও অসম চৰকাৰৰ গুৰুত্বপূৰ্ণ পদবীত নাছিল ; সকলো বিভাগতে সুৰমা উপত্যকাৰ লোকৰ সংখ্যাই অধিক আছিল। এনেস্থলত থলুৱা লোকৰ ন্যায দাবীক নেওচা দি শ্ৰীহট্টৰ অতিৰিক্ত চাকৰিয়ালৰ বোজাটো ল'বলগীয়াত পৰি গণতান্ত্ৰিক বৰদলৈয়ে পেটেললৈ লিখিছিল ঃ "আমি চৰকাৰী চাকৰিত বহু সংখ্যক অতিৰিক্ত চাকৰিয়ালক ৰাখি থৈ নিগাজী লোকৰ নিযুক্তিত প্ৰতিবন্ধক হৈ থকাটো ন্যায়সংগত নহ'ব। এই থলুৱা লোকৰ সমৰ্থনৰ ভিত্তিতেই চৰকাৰ প্ৰতিষ্ঠিত।"

তাত্ত্বিকভাৱে শুদ্ধ এনে বচনেও কাম নিদিলে। পেটেলে মাথোন বৰদলৈক বুজালে ঃ পাছলৈ বাৰু যি কৰা কৰিবা এতিয়া শ্ৰীহট্টৰ চাকৰিয়ালখিনিক ল'লেহে অসমৰ কাৰণে মঙ্গল হ'ব। যিহেতু ভাৰতৰ স্বাধীনতা সংগ্ৰামত আগভাগ লওঁতে অসমৰ কংগ্ৰেছী সংগ্ৰামী সকলে স্বাধীনতাৰ পাছত লৰ্ড কাৰ্জনীয় 'অসমৰ ঠাইত শ্ৰীহট্ট ৰহিত পুৰণি পৰিসীমাৰ অসমখনকহে বিচাৰিছিল, সেই কাৰণে আৰু শ্ৰীহট্টৰ হিন্দু অংশ পাকিস্তানৰ কৱলৰ পৰা ৰক্ষা কৰাত অসম চৰকাৰে লোৱা ভূমিকাৰ শলাগ লৈও কেন্দ্ৰই শ্ৰীহট্টীয় চাকৰিয়ালে ভাৰত ডমিনিয়নৰ পক্ষে লোৱা 'অপশ্বন'টোৰ পৰা অহা বোজা অকল অসমৰ ওপৰতেই জাপি দিব নালাগিছিল। এই বিষয়ত কেন্দ্ৰীয় চৰকাৰ আৰু পেটেলৰ উক্তি আছিল দুমুখীয়া, অন্তঃসাৰশূন্য। শিক্ষাবিভাগৰ কিছু লোককে লৈ শ্ৰীহট্টৰ যিসকল লোকক বৰদলৈ চৰকাৰে থিতাতে চাকৰি দিব পৰা নাছিল সেই লোকসকলৰ তালিকাখন চায়েই পেটেলে বৰদলৈলৈ লিখিলে যে সেইবোৰ লোকৰ কাৰণে কেন্দ্ৰত চাকৰি যে ওলাব সন্দেহজনক। ই অত্যন্ত আচহুৱা যে সেই পেটেলেই বৰদলৈক কৈছিল শ্ৰীহট্টৰ লোকক চাকৰি দিওঁতে কামে-মানুহে একেবাৰে খাপখোৱা সম্পৰ্কে বৰ বাচ-বিচাৰ কৰিব নালাগে। তাৰ উপৰি পেটেলে অসমৰ নতুন চাকৰি বিলাকতো তেতিয়ালৈকে নিযুক্তি নোহোৱা শ্ৰীহট্টৰ লোকে অগ্ৰাধিকাৰ পোৱাটো বিচাৰিছিল।

কিয় অসমীয়াৰ ক্ষেত্ৰত কেন্দ্ৰই মাথোন তেওঁলোকে নিজে গঢ়া আইনতে আশ্ৰয় ল'লে আৰু বিষয়টোৰ সম্পৰ্কত অসমৰ ঐতিহাসিক সমস্যা আৰু বৰদলৈয়ে দেখুওৱা অসমীয়াৰ ভৱিষ্যত ভয়াবহতালৈ চকু নিদিলে ? এই প্ৰশ্নৰ উত্তৰ আন এটি প্ৰশ্নৰ উত্তৰত সোমাই আছে। প্ৰশ্নটো হৈছে ঃ কিয় বৰদলৈ চৰকাৰে কৰা অসমীয়াৰ অধিকাৰৰ দাবী হিন্দু-বাঙালীৰ আন্দোলনৰ সন্মুখত উফৰি পৰিল ? আমাৰ দৃষ্টিত ইয়াৰ কাৰণ ঘাইকৈ চাৰিটা ঃ ১। বাঙালী জাতিৰ গভীৰ স্বজাতি প্ৰেম, ২। বাঙালীৰ - বিশেষকৈ হিন্দু-বাঙালীৰ - বিশাল আন্দোলনৰ অভিজ্ঞতা, ৩। স্বাধীনোত্তৰ কালৰ

এই আগলি পৰত পশ্চিমবংগৰ কংগ্ৰেছৰ মাজত দেখা দিয়া অসামান্য একতা আৰু সংঘবদ্ধতা - যাৰ ফলত কেন্দ্ৰীয় কংগ্ৰেছে বা কেন্দ্ৰীয় চৰকাৰে এই কংগ্ৰেছক তলতীয়া-বহতীয়া কৰি ৰখাৰ কথা দূৰতে থাওক, আনকি ইয়াক সমীহ কৰিহে চলিছিল আৰু ৪। অসমৰ নেতৃবৃন্দৰ একগোট হৈ থিয় হোৱাৰ অপাৰগতা আৰু লগতে তেওঁলোকৰ চকুত অসমীয়াৰ নিযুক্তি যিমানেই নেকি প্ৰয়োজনীয় নহওঁক, বহি খাবলৈ লগা অসমীয়া ডেকাৰ চাকৰিৰ প্ৰতি থকা পৰম্পৰাগত অনিচ্ছা।

বাঙালীৰ স্বদেশ আৰু স্বজাতি প্ৰেম অতুলনীয়। কিন্তু বিপদ এয়েই যে ইয়াৰ দ্বাৰা দুৰ্ভোগ ভুগিব লগীয়া হয় অন্য জাতি বা ভাষী লোকেহে। বহু ঐতিহাসিক কাৰণত যুগ যুগ ধৰি বাঙালীয়ে ৰাজনৈতিক আন্দোলনৰ পৰিচালনাত দক্ষতা দেখুৱাই আহিছে আৰু ভাৰতীয় স্বাধীনতা সংগ্ৰামলৈ এই দক্ষতাই অপূৰ্ব বৰঙণী আগবঢ়াইছে। স্বাধীনতাৰ লগে লগে অহা বংগৰ বিভাজনে আৰু বিশেষকৈ বিভাজনৰ লগতে অহা অৰ্থনৈতিক ছেদেলি-ভেদেলি, কটাকটি-মৰামৰি ইত্যাদিয়ে, বাঙালী মধ্যবিত্তক একাধাৰে হতাশ আৰু কঠোৰ কৰি তুলিলে। ইতিমধ্যে শিক্ষাৰ বিস্তাৰে সৃষ্টি কৰা বৃহৎ মধ্যবিত্ত শ্ৰেণীত হাহাকাৰ লাগিল চাকৰি, ঘৰ-বাৰী, ল'ৰা-ছোৱালীৰ শিক্ষা-দীক্ষা ইত্যাদিৰ কাৰণে নতুন সুযোগ বিচাৰি। পূব পাকিস্তানৰ পৰা অহা শৰণাৰ্থীয়েও এই হাহাকাৰ গভীৰ কৰিলে। এনেস্থলত নিজৰ শ্ৰেষ্ঠতাৰ প্ৰতি সদ্য সজাগ বাঙালী মধ্যবিত্ত শ্ৰেণীয়ে তেওঁলোকৰ দেশ বিভজানৰ কাৰণে, দুখ-যাতনাৰ কাৰণে সৰ্বত্ৰতে ক্ষতিপূৰণ বিচাৰিলে - বিশেষকৈ কেন্দ্ৰীয় চৰকাৰৰ সহায়েৰে। তেওঁলোকে বিৰাট জন আন্দোলন, হৰতাল আদিৰ সংগঠন কৰিলে যাতে এইবোৰে সমগ্ৰ বাঙালী জনসংখ্যাকেই সামৰি লয়। এই আন্দোলনত ক্ষমতাধিষ্ঠ কংগ্ৰেছ দলো সংযুক্ত থকাত সফলতা বহু ক্ষেত্ৰত অনিবাৰ্য্য আছিল এই কাৰণেই যে পশ্চিম বংগত কংগ্ৰেছ দল এই সময়ত অত্যন্ত প্ৰতিপত্তিশালী আছিল। ইয়াৰ কাৰণ কেইবাটাও। পশ্চিমবংগ কংগ্ৰেছৰ ক্ষমতাৰ উৎস আছিল স্থানীয়, কেন্দ্ৰৰ নিৰ্ভৰশীল নহয়। বাঙালী কংগ্ৰেছ নেতাসকলৰ নিৰ্বাচনী সাফল্যতা নিৰ্ভৰ কৰিছিল নেতৃবৃন্দই নিজৰ মাজত গঢ়ি তোলা সংঘবদ্ধতাৰ ওপৰত। কেন্দ্ৰৰ পৃষ্ঠপোষকতা আৰু হস্তক্ষেপ দূৰতে বিদূৰ কৰি ৰাখিব পৰা অৱস্থাই পশ্চিমবংগ কংগ্ৰেছক কেন্দ্ৰীয় মতৰ, আনকি কেন্দ্ৰ-প্ৰদেশ সম্বন্ধ চলাই নিয়া সাংবিধানিক ধাৰা অনুচ্ছেদকো বহু ক্ষেত্ৰত আওকাণ কৰি চলিব পাৰিছিল। কেন্দ্ৰই বাট এৰি দিছিল। এইবোৰ প্ৰতিষ্ঠিত কথা। প্ৰখ্যাত মাৰ্কিন ৰাজনীতি আৰু সমাজবিজ্ঞানী মাৰ্কুচ ফ্ৰান্দা, মাইৰণ ৱাইনাৰ, বেনাৰ্ড কন আদিয়ে প্ৰায় আঢ়ৈ কুৰি বছৰৰ আগতে বৰ্ণাই থৈ যোৱা স্বাধীনোত্তৰ কালৰ পশ্চিমবংগ আৰু বাঙালীৰ এই ছবিখন সুপৰিচিত।

বাঙালী আৰু পশ্চিমবংগ কংগ্ৰেছৰ এনে প্ৰতিপত্তিৰ বিপৰীতে হিন্দু বাঙালীৰ

উত্তেজনা আন্দোলনৰ সন্মুখীন হ'বলৈ অসমীয়া বা অসমৰ কংগ্ৰেছী চৰকাৰৰ হাতত কেন্দ্ৰৰ ওচৰত কৰা আবেদন-নিবেদনৰ বাহিৰে আন একো নাছিল। স্বাধীনতা সংগ্ৰামত ইমান কষ্ট আৰু ত্যাগ বৰণ কৰিও আৰু স্বাধীনতাৰ আগমুহূৰ্তৰ পৰা একছত্ৰী শাসনত অধিষ্ঠিত থাকিও স্বাধীনোত্তৰ কালডোখৰত জাতি গঠনৰ কাৰণে প্ৰয়োজন হোৱা সংঘবদ্ধতা অসম কংগ্ৰেছৰ একেবাৰেই নাছিল। প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি মৌলানা তৈয়বউল্লাই মুখ্যমন্ত্ৰী বৰদলৈৰ প্ৰতি আগৰে পৰাই শত্ৰুতাভাব পুহি ৰাখিছিল। যি সময়ত বিভাগীয় কৰ্মচাৰীৰ আমোলাতান্ত্ৰিক ধৰণ-কৰণত সাধাৰণতে আস্থা নথকা জৱাহৰলাল নেহৰুৱে অভিজ্ঞতা সম্পন্ন বিভাগীয় বিষয়াক মূল্য দিবলৈ লৈছিল সেই সময়তে তৈয়বউল্লাই বৰদলৈক কৈছিল গান্ধী আদৰ্শৰ নামত বৃটিছৰ দ্বাৰা নিয়োজিত মুখ্য সচিব জনক আতৰাই সিদ্ধিনাথ শৰ্মাক মুখ্য সচিব পাতিবলৈ। অন্য এজন প্ৰখ্যাত আৰু সৎ মন্ত্ৰীয়ে অমুক কংগ্ৰেছ নেতাৰ পুত্ৰক কিয় চাকৰি দিয়া হ'ল, তমুক বিষয়াক তেওঁৰ লগত পৰামৰ্শ নকৰাকৈ কিয় তেওঁৰ বিভাগৰ পৰা স্থানান্তৰ কৰা হ'ল ইত্যাদি সৰু সৰু কথাও মুখ্যমন্ত্ৰীজনাৰে খুট-খাট লাগি আছিল। আৰু এজন কংগ্ৰেছ নেতাই প্ৰদেশখনত ইটো হোৱা নাই, সিটো হোৱা নাই বুলি মুখ্যমন্ত্ৰীলৈ চিঠি মাৰি আছিল, কিন্তু প্ৰদেশ কংগ্ৰেছলৈ সংঘবদ্ধতা আনিবলৈ বা প্ৰদেশখনত অসম জাতীয়তাবোধ গঢ়ি তুলিবলৈ অকণোকেই চেষ্টা কৰা নাছিল। এনেস্থলত হিন্দু বাঙালীৰ আন্দোলন ভেটিবলৈ অসম কংগ্ৰেছ আছিল অক্ষম। বৰদলৈয়ে পেটেলৰ ওচৰত আবেদন কৰাৰ বাহিৰে অন্য উপায় নাপালে। বৰদলৈৰ সততা আৰু প্ৰশাসনীয় দক্ষতাৰ ওপৰত পেটেলৰ গভীৰ আস্থা থাকিলেও কেন্দ্ৰৰ ওচৰত গোহাৰি মিনতি কৰিবলগীয়া হোৱা অৱস্থাই অসমীয়াক, অসম চৰকাৰক আৰু অসম কংগ্ৰেছক ক্ষতি নকৰাকৈ নাথাকিল। বৰদলৈৰ দিনতে অসমত কেন্দ্ৰ আৰু প্ৰদেশৰ মাজৰ সম্বন্ধ লৈ কেনে তিক্ততাদায়ক অৱস্থা আহিল তাক পাছৰ অধ্যায়কেইটাত কোৱা হ'ব।

---



কলকাতাত স্কটিছ চাচ কলেজৰ ছাত্ৰ বৰদলৈ। সৌফালৰ প্ৰথম শাৰীত হাতত ক্ৰিকেট বেট লৈ
(আলোক চিত্ৰ   ২)



কলকাতাত শিক্ষা সমাপ্তিৰ সময়ত বৰদলৈ
(আলোক চিত্ৰ - ৩)



১৯৩৮ চনত কংগ্ৰেছ সভাপতি সুভাষ চন্দ্ৰ বোসৰ লগত শ্বিলঙত বৰদলৈ
(আলোক চিত্ৰ - ৪)



১৯৪০ চনৰ ১১ ডিচেম্বৰত আৰম্ভ হোৱা অসমৰ সত্যাগ্ৰহ আন্দোলনৰ প্ৰথম সত্যাগ্ৰহী বৰদলৈ
(আলোক চিত্ৰ - ৫)



১৯৪৩ চনৰ জানুৱাৰী মাহত গুৱাহাটীৰ শৰনীয়া আশ্ৰমৰ কাষত
গান্ধীজীৰ প্ৰাতঃভ্ৰমণ। লগত বৰদলৈ
(আলোক চিত্ৰ - ৬)



'অসম বন্ধু' এছ পি দেশাই
(আলোক চিত্ৰ - ৭)



বেলিৰাম দাস
(আলোক চিত্ৰ - ৮)



১৯৪৫ চনত (২৫ জুন-১৪ জুলাই) ছিমলাত বহা সন্মিলনত চৈযদ ছাৰ মোহাম্মদ সাদউল্লা (বাওঁফালৰ পৰা চতুৰ্থজন)।
আনসকল হ'ল ঃ (বাওঁফালৰ পৰা) গোবিন্দবল্লভ পন্ত, মহম্মদ আলী জিন্না, ৰাজাগোপালাচাৰী, আবুল কালাম আজাদ আৰু খুবাজা নাজিমুদ্দিন।
(আলোক চিত্ৰ - ৯)

১৯৪১ চনত ১৮ আগষ্ট তাৰিখৰ বৰদলৈৰ পৰিপত্ৰৰ দুৰ্ঘোৰ বিৰোধী তৈয়বউল্লাই দেবেশ্বৰ শৰ্মালৈ দিয়া চিঠিৰ একাংশ

SARBAIBONDHA,

Confidential

For Srijut D. Sarma, M.L.A.

I herewith return Bardaloi's [illegible] with me yesterday by you, with my opinion.

At the outset, I feel I must affirm that there has been no change in the political situation warranting any "modification" whatsoever in the existing programme. From what I have gathered in my cell, I feel thoroughly satisfied with the progress of Satyagraha as conceived by Bapuji and I am full of faith.

Bardaloi's 'analysis' [illegible] mind is wholly wrong. There has been I am afraid a confusion [illegible] issues. Somewhere [illegible] an eclipse of faith. The issues raised in his [illegible] at this moment are not germane to the revolutionary mentality required for effective prosecution of Satyagraha.

Everything else must wait. The sole issue of Satyagraha and no other ought to be before the country.

Bapuji's directions are [illegible] clear. [illegible]

(চিঠি -ক)

## ১৯৪১ চনত বৰদলৈয়ে পুনৰ সত্যাগ্ৰহ কৰা সম্পৰ্কত গান্ধীজীৰ চিঠি

सेवाग्राम, वर्धा

Sevagram
SEGAON WARDHA

3-7-41

Dear Bardoloi,

Your letter. I am quite clear that you must not court imp till you are cured of all your illnesses. Please show this to the President.

Yours
Bapu

(চিঠি খ-১)

सेवाग्राम, वर्धा

30. 6. 45
Sevagram
SEGAON WARDHA

My dear Bardoloi,

I replied to your wire, I wire & then I had a note from the Sec. off. that you had left and that the wire was posted to you. You must have got it. In view of the notice given by you, I suppose you must court imp. But if the Govt. had good grounds for releasing you, it would be violence to court imp. But you are the best judge. Please keep me informed of your movements & doings. This is a long drawn out struggle in which there need be no haste. Everyone will have all the opportunity he needs to show his mettle.

Yours
Bapu

(চিঠি নং-২)

## ত্ৰয়োদশ অধ্যায়

# স্বাধীনতাৰ আগলি পৰত পূব পাকিস্তানৰ পৰা অসমলৈ অহা হাৰাশাস্তি আৰু নেহৰুৰ উদাসীনতা ১৯৪৭-১৯৫০

১৯৪৭ চনৰ জুলাই মাহত, ভাৰতে স্বাধীনতা পোৱাৰ এমাহৰ আগতে, নেহৰুৱে প্ৰাদেশিক মুখ্যমন্ত্ৰী সকললৈ লিখিলে যে তেওঁ সিবিলাকৰ লগত সঘন সম্পৰ্কত থাকিব বিচাৰে। সেই উদ্দেশ্যৰে তেওঁ প্ৰস্তাৱ দিলে যে তেওঁৰ ফালৰ পৰা দেশৰ গৃহ আৰু বহিঃ-বিভাগত ঘটা বিশিষ্ট ঘটনা সমূহক লৈ নিয়মীয়াকৈ এখন পষেকীয়া পৰিপত্ৰ তেওঁলোকলৈ লিখিব আৰু তেওঁলোকেও যেন প্ৰদেশবোৰত ঘটা ঘটনা আৰু নেহৰুৰ চিঠিত পোৱা সম্বাদৰ বিষয়েও মন্তব্য দিয়ে।[১] মুখ্যমন্ত্ৰী বৰদলৈৰ কাৰণে এই প্ৰস্তাৱ অতিকৈ মনঃপূত হ'ল। সেই সময়ত পূব পাকিস্তানৰ আগমনে অসমৰ লগত ভাৰতৰ ঘাই ভূমিৰ যোগাযোগ প্ৰায় নাইকিয়া হৈ পৰাত বৰদলৈৰ মনত নেহৰুৰ এই যোগাযোগেই যেন সোঁৱৰাই থাকিব যে অসম ভাৰতৰেই অঙ্গ। নেহৰুৰ প্ৰস্তাৱটোক স্বাগতম জনাই বৰদলৈয়ে তেওঁৰ প্ৰথম চিঠিখনত দেশৰ বাকী অংশৰ পৰা বিচ্ছিন্ন থাকি মাথোন ৰেডিঅ' আৰু বাতৰি কাকতত পোৱা সংক্ষিপ্ত খবৰৰ পৰা সমগ্ৰ দেশখনৰ অৱস্থা অনুধাৱন কৰি থাকিব লগীয়া হোৱাৰ অৱস্থাটো বৰ্ণালে। নেহৰুৰ প্ৰস্তাৱত সুখী হৈ তেওঁ ক'লে ঃ "ৰাজ্যপালে আমাক দিয়া খবৰৰ বাহিৰে ভাৰত চৰকাৰে কিনো কৰি আছে তাক আমি একোৱেই গম নাপাওঁ। বহু কথাই আমাৰ কাৰণে অস্পষ্ট হৈ ৰয়।"[২]

অন্য প্ৰদেশবোৰৰ মুখ্যমন্ত্ৰীসকলে নেহৰুৰ পৰিপত্ৰৰ উত্তৰত নিয়মমতে কিবা লিখেই বা নিলিখক বা নেহৰুৱেই বা বৰদলৈৰ সকলো চিঠিৰ সকলো কথাত গুৰুত্ব দিয়কেই বা নিদিয়ক, বৰদলৈয়ে কিন্তু তেওঁৰ জীৱনৰ অৱসান নোহোৱালৈকে প্ৰদেশখনৰ সকলো কথা সামৰি আৰু নেহৰুৰ পৰিপত্ৰত পোৱা কথাৰ ওপৰত মন্তব্য দি তেওঁলৈ পষেকীয়া চিঠিখন নিয়মমতে পঠিয়াই থাকিবলৈ নেৰিলে।

## ১। পূব পাকিস্তানৰ অসমৰ ভূমি আত্মসাৎ কৰাৰ প্ৰয়াস আৰু ই চপোৱা অৰ্থনৈতিক বিপদ

সেই সময়ত পঞ্জাব বিভাজনৰ শোকাবহতাই নেহৰুক সোঁৱৰাই আছিল এটা কথাকেই ঃ ভাৰতৰ সংখ্যালঘু মুছলমান সকলক সুৰক্ষা দিবই লাগিব। তেওঁৰ ধাৰণাত এই বিষয়টো অতি গভীৰ সহানুভূতিৰে বিচাৰ কৰিব লাগে। অক্টোবৰ মাহৰ (১৯৪৭) তেওঁৰ পৰিপত্ৰখনত এই বিষয়টোক লৈ তেওঁ লিখিলে যে ভাৰত চৰকাৰে মুছলমানৰ প্ৰতি তোষণ নীতি লৈছে বুলি ভাৰতত যি প্ৰচাৰ হব লাগিছে সি 'সম্পূৰ্ণ বিবেকহীন'। তেওঁৰ মতে পাকিস্তান যেনে ভাবেই উত্তেজিত নহওঁক লাগিলে আৰু যিমানেই নেকি অপমান আৰু তীব্ৰ ঘৃণা ই অ-মুছলমান প্ৰাণত নবঢ়াওক লাগিলে, আমি সংখ্যালঘুক সভ্যভাৱে ব্যৱহাৰ কৰিবই লাগিব। আমি তেওঁলোকক সংৰক্ষণ আৰু গণতান্ত্ৰিক ৰাষ্ট্ৰৰ নাগৰিকৰ স্বত্ব দিবই লাগিব।[৩]

নেহৰুৰ এই কথাত পূৰ্ণ সমৰ্থন জনাই বৰদলৈয়ে উত্তৰত লিখিলে যে তেওঁৰ প্ৰদেশত মাথোন কেইজনমান উৎকট সাম্প্ৰদায়িক মনৰ ব্যক্তিৰ বাহিৰে আন কোনেও নেহৰুৰ পঞ্জাব নীতিত আস্থা নেদেখুৱাকৈ থকা নাই। বৰদলৈয়ে নিজৰ তৰফৰ পৰাও ক'লে যে নেহৰুৱে সমস্যাটো যিদৰে চম্ভালিছে সি সকলো বিবেকবান লোকৰ সন্মতি পাবৰ যোগ্য। সাম্প্ৰদায়িক মনোবৃত্তিৰ বিষয়েও বৰদলৈয়ে তেওঁৰ নিজৰ প্ৰদেশত চলি থকা দস্তুৰটোৰ বিষয়ে ক'লে এনেকৈ ঃ

> "আমি আমাৰ প্ৰদেশত ৰাজহুৱা সেৱা সাম্প্ৰদায়িক ৰাজনীতিৰ বিষাক্ত প্ৰভাৱৰ পৰা সম্পূৰ্ণভাৱে নিলগত ৰাখিবলৈ বিশেষ গুৰুত্ব প্ৰদান কৰি আহিছো আৰু মই ভাবো যে আমি এই দিশত দেশৰ সকলোবোৰ প্ৰদেশৰ ভিতৰতে একক স্থান লৈ আছো।"[৪]

তেওঁৰ চৰকাৰত কটকটীয়া চেকুলাৰ বা ধৰ্ম-নিৰপেক্ষ নীতি আৰু অ-সাম্প্ৰদায়িক প্ৰবৃত্তি প্ৰতিষ্ঠিত থকাৰ কাৰণেই বৰদলৈয়ে সাহ কৰিলে সেই সময়ত পূব পকিস্তানে অসমক যোগোৱা সমস্যা বিলাকৰ কথা ক'বলৈ। তেওঁ নেহৰুলৈ তেতিয়াৰে পৰা প্ৰায় তিনি বছৰলৈ লিখা চিঠি সমূহৰ প্ৰায় প্ৰতিখনতেই পূব পাকিস্তানৰ পৰা অহা বিভিন্ন সমস্যা আছিলেই। লৰা-ঢপৰাকৈ জধে-মধে তৈয়াৰ কৰা পূব পাকিস্তান আৰু অসমৰ মাজৰ সীমাৰেখাই পূব পাকিস্তানক ভাৰতৰ মাটি সঘনে কাঢ়ি থাকিবলৈ সুযোগ দিলে। তাৰোপৰি ব্ৰহ্মপুত্ৰ উপত্যকালৈ আহি থকা আগৰ অবৈধ প্ৰবজনৰ সোঁতটো কোনো বাধা নপৰিল।

ভাৰতৰ ভূমি আয়ত্ত কৰিবলৈ আৰু অসমলৈ অৰ্থনৈতিক হাঁহাকাৰ আনিবলৈ

পূব পাকিস্তানৰ ক্ষমতা আছিল প্ৰচুৰ আৰু সমগ্ৰ ভাৰতত ইয়াৰ প্ৰতি কোনো ভ্ৰূক্ষেপেই নাছিল। শ্ৰীহট্ট বিভাজনৰ সময়ৰে পৰা বৰদলৈলৈ ভাৰতীয় চৰকাৰী গুপ্ত সংবাদ বিভাগৰ পৰা ৰিপৰ্ট আহিয়েই থাকিল পূব পাকিস্তানে সীমান্তৰ অ'ত ত'ত ভূমি হস্তক্ষেপ কৰাৰ কথাৰে। প্ৰথমে এই কাম ঘটিল ত্ৰিপুৰাত। ত্ৰিপুৰাৰ কিছু জমিদাৰী ভূমি শাৰীৰিকভাবে ভাৰতৰ পৰা প্ৰায় বিচ্ছেদ হৈ পৰিছিল ; মাথোন এডোখৰ ক্ষুদ্ৰ যাতায়ত শূন্য এলেকা অসমৰ সীমাত ৰৈ গৈছিল। সেইবাবে ত্ৰিপুৰাৰ প্ৰশাসনে তাত কাশ্মীৰ সদৃশ পৰিস্থিতিয়ে গঢ় লব বুলি ভয় কৰিছিল। বৰদলৈয়ে সেই গতিকে ৰাজ্যপাল ছাৰ আকবৰ হাইদেৰী (১৮৯৪-১৯৪৮)ক আৰু কেন্দ্ৰীয় গৃহমন্ত্ৰী বল্লভভাই পেটেলক এই বিষয়ে সতৰ্ক কৰিলে। বৰদলৈয়ে আসাম ৰাইফলছৰ এটা বেটেলিয়ন ত্ৰিপুৰালৈ পঠিয়াবলৈ প্ৰস্তাৱ দিলে।[৫] এই সিদ্ধান্তই আৰু সেইমতে পঠিওৱা সেনাই অসমক বৃহত্তৰ বিপদৰ পৰা বচালে। কিয়নো বৰদলৈয়ে সেই সৈন্য পঠিওৱাৰ সময়তেই কেন্দ্ৰীয় গোপন সংবাদ সংস্থাৰ পৰা পাকিস্তানৰ ত্ৰিপুৰা আক্ৰমণ আৰু আত্মসাৎ কৰাৰ পৰিকল্পনাৰ খবৰো পাইছিল।[৬] পূব পাকিস্তানে সীমাৰেখা কমিছনে অসমত পোৱা পূৰ্ব্বৰ শ্ৰীহট্টৰ অংশ কৰিমগঞ্জ চহৰখনৰো দাবী কৰি বহিল এইবুলি যে সেই কমিছনে কৰা কুশিয়াৰা নদী সীমাৰেখা শুদ্ধ নহয়।[৭] তাৰোপৰি প্ৰতি দিনে আহিছিল পূব পাকিস্তান পাৰ হৈ ৰেলেৰে বাহিৰলৈ যোৱা ভাৰতীয় যাত্ৰীৰ ওপৰত হোৱা বিভিন্ন জুলুম আৰু আক্ৰমণৰ কথা। এইবোৰে বৰদলৈক বাধ্য কৰালে ভাৰতীয় যাত্ৰীক ৰক্ষা কৰিবলৈ অস্ত্ৰচালনাত প্ৰশিক্ষণপ্ৰাপ্ত হোমগাৰ্ডচৰ গঠনত।[৮] পাছত 'হোমগাৰ্ডচ্' বিলখনেও অসম বিধানসভাত স্বীকৃতি পালে আৰু ভাৰত চৰকাৰেও অসমত থকা তেওঁলোকৰ দুটা সমৰিক আবাস গৃহ সেই উপলক্ষ্যে অসম চৰকাৰৰ হাতত গতালে।[৯]

উপৰোক্ত ঘটনাসমূহে সেই সময়ত অসম চৰকাৰক হাৰাশাস্তি কৰিবলৈ পূব পাকিস্তানক উচতাইছিল। কিন্তু সেইবোৰতেই পূব পাকিস্তান ক্ষান্ত নাছিল। বৰদলৈয়ে কেন্দ্ৰীয় চোৰাংচোৱা বিভাগৰ পৰা এই খবৰো পাইছিল যে পূব পাকিস্তানে অসমৰ মুছলিম লীগৰ বহুতকে পঞ্চম বাহিনী বা ঘৰ শত্ৰু গঢ়ি তুলিবলৈ পাকিস্তানত পতা প্ৰশিক্ষণ কেন্দ্ৰলৈ পঠিওৱাৰ দিহা কৰিছিল। এনে প্ৰশিক্ষণ প্ৰাপ্ত লোক সকলক ৰাস্তা, পথ দলং ইত্যাদিত বহুৱাবলৈ আৰু তেনে এলেকাৰ পৰা খাছী অঞ্চলৰ চিয়েম সকলৰ মাজত প্ৰচাৰ কাৰ্য্যৰে ভাৰতৰ বিপক্ষে বিক্ষোভ গঢ়ি তুলিবলৈ। খাছীয়া পাহাৰৰ হাট-বজাৰত কৰ আদি তোলাটো আছিল আন এটা উৎপীড়ন। বৰদলৈয়ে নিজেই পূব পাকিস্তান-অসম সীমাৰেখাৰ অসমৰ পাৰৰ প্ৰায় সকলো অঞ্চল ঘূৰি-পকি দেখিছিল যে পাকিস্তানৰ মুছলিম লীগে পাহাৰৰ সৰল লোক সকলক

তেওঁলোকৰ প্ৰভাৱলৈ অনাৰ চেষ্টা চলাই আছিল। বৰদলৈয়ে নিজ চকুৰে দেখি অহা ঘটনাবোৰ নেহৰুক জনালে।[১০]

বৰদলৈয়ে তেতিয়াৰ সমগ্ৰ অসম-পূৰ্ববঙ্গ সীমাত হোৱা পাকিস্তানী দুষ্কৰ্ম নিজ চকুৰে দেখি আহি তাৰ এটা সংক্ষিপ্ত বৰ্ণনা দিলে। দক্ষিণ লুচাই পাহাৰত আৰু চিতাগঙৰ পাহাৰী এলেকাৰ পৰা লুচাই পাহাৰলৈ বেহা-বেপাৰৰ কাৰণে অহা সামগ্ৰীৰ পথ সুগম হৈ নৰ'ল। আনকি তেওঁলোকৰ নিজৰেই চিতাগঙৰ পাহাৰী এলেকাত থকা বৌদ্ধ চাকমা সকলকো তেওঁলোকে লুচাই পাহাৰলৈ ঠেলি পঠিয়াব খোজা দেখা গ'ল। উত্তৰলৈ আগুৱাই সীমাৰেখাৰ কাছাৰ-শ্ৰীহট্ট খণ্ডত বৰদলৈ নিশ্চিত হ'ল যে অৰ্থহীন কুশিয়াৰা বিতৰ্কৰ অন্তৰালত পাকিস্তানত আছিল ঘাইকৈ অকল জোৱাই আৰু কৰিমগঞ্জই নহয় সেই দুখন ঠাইৰ চুবুৰীয়া অঞ্চল সমূহো। তাৰো ওপৰলৈ আগুৱাই গৈ বৰদলৈয়ে দেখিলে খাচী পাহাৰৰ সীমাৰ ভিতৰৰ থকা পৰম্পৰাগত হাট-বজাৰবোৰ পাকিস্তানৰ ফালৰ মানুহে বহিষ্কাৰ কৰি তেওঁলোকৰ সীমাৰ ভিতৰত হাট পাতিলে আৰু তালৈ বেহা-বেপাৰ কৰিবলৈ যোৱা ভাৰতীয়ক বিভিন্ন ধৰণে জুলুম কৰিবলৈ ল'লে আৰু মহিলাৰ ওপৰতো আক্ৰমণ বাদ নপৰিল। এনে এটা ঘটনাও ঘটিল য'ত দুজন নিৰ্দোষী ভাৰতীয় নেপালী হাটৰ পৰা ঘূৰি যাওঁতে তেওঁলোকক গুলীয়াই মাৰিলে। সীমাৰেখাৰ আন কিছু খাছী আৰু গাৰো গাৱঁত জুই লগোৱা, লুণ্ঠন আৰু বলাৎকাৰ সম্পদ লুটি নিয়া ঘটনাও পাকিস্তানীয়ে কৰিলে। বৰদলৈয়ে দেখিলে পাকিস্তানীয়ে নিজ সীমাৰ অন্তৰ্গত হাজং সম্প্ৰদায়ৰ লোককো মিলিটেৰীৰ সহায়ত গাৰো পাহাৰলৈ ঠেলি পঠিয়ালে এইবুলি যে সেই সকল কমিউনিষ্ট ভাবাপন্ন আছিল।[১১]

১৯৪৭ চনৰ শেষৰ পিনে ভাৰতৰ গৃহমন্ত্ৰী চৰ্দাৰ পেটেল অসমলৈ যাওঁতে গাৰোপাহাৰত পূব পাকিস্তানে অৰাজকতা সৃষ্টি কৰিবলৈ কৰা প্ৰচেষ্টাৰ খবৰ চোৰাংচোৱা বিভাগে শ্বিলঙলৈ পঠিয়াইছিল। অসমৰ পৰা পেটেলে দিল্লীলৈ প্ৰত্যাৱৰ্তন কৰা দিনাই তাৰ খবৰ ল'বলৈ বৰদলৈ নিজেই গাৰোপাহাৰলৈ যায়। তেওঁ তাত স্বচক্ষে দেখিলেগৈ কেনেকৈ কিছুমান পূব-পাকিস্তানী চৰকাৰী বিষয়াই গোপনে গাৰো পাহাৰত উশৃঙ্খল বুলি খ্যাত মানুহ কিছুমানৰে যোগ হৈছিল। সমভূমি এলেকাত বৰদলৈয়ে মুছলমান প্ৰবজনকাৰীয়ে বাস কৰা কিছু ঘৰত বগা পতাকা উৰি থকা দেখিলে। বৰদলৈয়ে জানিব পাৰিলে যে সেই কাম পূৰ্বৰ মুছলিম লীগৰ সভাপতি 'ডাইৰেক্ট একশ্যন' আন্দোলনৰ সভাপতি মৌলানা আব্দুল হামিদ খানৰ পৰামৰ্শত হৈছিল।[১২] চোৰাংচোৱা বিভাগৰ বিষয়াই বৰদলৈক ক'লে এই বগা পতাকা বিলাকে বুজাইছিল ভাৰত সীমাৰ দুই তিনি মাইলৰ ভিতৰত পতা পূব পাকিস্তানৰ প্ৰশিক্ষণ কেন্দ্ৰবোৰলৈ পূব পাকিস্তানৰ পৰা অহা মুছলিম লীগৰ স্বেচ্ছাসেৱক সকলৰ সুৰক্ষিত বাসস্থানৰ

সংকেত দিবলৈ। ইতিমধ্যে পূব পাকিস্তানৰ চৰকাৰেও কিছু ঠাই বাছি ল'লে তেওঁলোকৰ সশস্ত্র পুলিচ বাহিনীক থিতাপি দিবলৈ। এই পুলিচ বাহিনীৰ বিপক্ষে থিয় দিবলৈ সীমান্তৰ অসম চৰকাৰৰ কোনো সৈন্য বাহিনী নাছিল, মাথোন দুই তিনিটা চকী আছিল প্রদেশখনৰ পৰা ধান-চাউল ৰপ্তানীৰ নিয়ন্ত্রণ কৰিবলৈ।[১৩] সঁচাকৈয়ে সীমান্তত বৰদলৈৰ উপস্থিতি ভাগ্যক্রমে অত্যন্ত উপযুক্ত সময়তে ঘটিল। তেওঁ তত্তাতৈয়াকৈ তালৈ ১৫০ জনীয়া অস্ত্রধাৰী পুলিচ বাহিনী পঠালে। ৰাজ্যপাল হাইদৰীও সন্মত হ'ল অসম ৰাইফলছৰ দুটি পদাতিক প্লেটুন গাৰো পাহাৰত স্থাপন কৰিবলৈ যাতে তেওঁলোকো কামত আহিব পাৰে যদিহে পুলিচে পৰিস্থিতি চম্ভালিব নোৱাৰে।

বৰদলৈয়ে নেহৰুক অনুৰোধ কৰিলে যাতে কেন্দ্রই অতি কমেও দুশ লোকে ব্যৱহাৰ কৰিব পৰাকৈ অস্ত্র-শস্ত্র অনতি পলমে অসমলৈ পৰাপক্ষে বিমান যোগে পঠায় অসমৰ পুলিচ বাহিনীক সজ্জিত কৰিবলৈ আৰু তেওঁ লগতে ক'লে যে কেন্দ্র সাজু থাকিব লাগিব অসমক পাকিস্তানৰ লগত থকা অসমৰ সীমা ৰক্ষা কৰিবৰ কাৰণে।[১৪] বৰদলৈয়ে জোৰ দি ক'লে যে জেনেৰেল ৰাজেন্দ্র সিং নিজে আহি পৰিস্থিতিৰ বুজ লৈ যোৱা উচিত আৰু এটা বিগ্রেড অসমত স্থাপন কৰিবলৈ। জেনেৰেল জনে কিন্তু এই অনুৰোধ ৰক্ষা কৰিবলৈ অপাৰগ হ'ল। তেওঁ ক'লে তেওঁৰ হাতত ইমান সৈন্য নাই আৰু অধিককৈ অধিক তেওঁ মাথোন ভৱিষ্যতলৈহে দুটা বেটেলিয়ান অসমত ৰখাৰ ব্যৱস্থা কৰিব পাৰিব।[১৫]

সেই সময়ত পূব পাকিস্তান চৰকাৰৰ পক্ষে অসমক অৰ্থনৈতিক উন্নতিৰ দিশত পঙ্গু কৰি পেলোৱাৰ সক্ষমতা আছিল আৰু সেই ক্ষমতা ই খুচীমতে ব্যৱহাৰ কৰিছিল। ১৯৪৮ চনৰ ফেব্রুৱাৰী মাহত ৰেলৱেৰ ঘাই বাণিজ্যিক বিষয়াজনে বৰদলৈক ক'লে কলকতাৰ পৰা অসমলৈ অহা খাদ্য আৰু আন আন সামগ্ৰীবোৰ কঢ়িয়াবলৈ পূব পাকিস্তানে যান-বাহন দিবলৈ অপ্রস্তুত এই উজুহাতত যে তেওঁলোকৰ মাল টনা ৰেলগাড়ীৰ নাটনি। পূব পাকিস্তানে অসমৰ পৰা ৰপ্তানী সামগ্ৰীৰ কাৰণেও আগৰ দিনে ৫০টা ৱেগনৰ ঠাইত ২৫টাহে দিব পাৰিব বুলি জনালে।[১৬] খাছী পাহাৰৰ দক্ষিণ গৰাত বাস কৰা মানুহখিনিলৈ পৰম্পৰা ভাবে খাদ্য সামগ্ৰী আৰু জীৱনধাৰণৰ কাৰণে প্রয়োজনীয় আন আন সামগ্ৰী শ্ৰীহট্ট জিলাৰ পৰা আহিছিল কিন্তু যিহেতু এতিয়া আগৰ সংযোগ কটা গ'ল, এটা দুঃসহ সমস্যাই দেখা দিলে। যদিহে অধিক খাদ্য সামগ্ৰী সেই ঠাইলৈ ভাৰতৰ পৰা পঠোৱা নহয়, তেতিয়া সেই মানুহখিনিয়ে পাকিস্তানলৈকে শেষ ত্রাণকর্তা হিচাপে চাব।[১৭]

বৰদলৈৰ হয়তো ভাব হৈছিল যে যি কোনো কাৰণতেই নহওঁক, কেন্দ্র আৰু বিশেষকৈ নেহৰু, অসমৰ সীমান্ত সমস্যাৰ প্রতি কণমানো সহানুভূতিশীল নহয়।

কাশ্মীৰত কি ঘটিছিল সেই বিষয়ত সম্পূৰ্ণ সজাগ থাকি ১২ ফেব্ৰুৱাৰী তাৰিখে (১৯৪৮) বৰদলৈয়ে নেহৰুলৈ এখন দীঘল বিশ্লেষণী আৰু আবেগপূৰ্ণ চিঠি পঠিয়ালে আৰু যুক্তি দৰ্শালে কিয় পকিস্তানৰ লগত থকা অসমৰ সীমাই কেন্দ্ৰৰ বিশেষ দৃষ্টি আকৰ্ষণ কৰিব লাগে ঃ

> "মই ভাবো যে এইটো উল্লেখ কৰা অত্যাৱশ্যকীয় যে সীমান্তৰ সমস্যাবিলাক বিশেষকৈ অসম সীমান্তৰ সমস্যাবিলাক, ইটোৰ পৰা সিটোক পৃথক কৰি চাব নালাগে। যদিও অৱশ্যে প্ৰত্যেকটোৰেই গুৰুত্বতা ভিন্ন ভিন্ন। এই সমস্যাবিলাকৰ কোনোটোকেই তুচ্চ জ্ঞান কৰিব নোৱাৰি, বিশেষকৈ অসমৰ দৰে প্ৰদেশ এখনত। অসম আজি সম্পূৰ্ণৰূপে ভাৰতৰ পৰা শাৰীৰিক ভাৱে বিচ্ছিন্ন। যি কোনো এজন মানুহ যদি আজি পূব পাকিস্তান পাৰ হৈ অসমলৈ আহে, তেওঁৰ লগত অহা যেই কোনোকেই অস্ত্ৰ বুলি অনুমান কৰি তেওঁক ততালিকে গ্ৰেপ্তাৰ কৰা হয় আৰু তেওঁ পূব পাকিস্তানৰ চৰকাৰৰ পৰা লঘু-লাঞ্চিত হ'ব লগা হয়। পূব পাকিস্তান চৰকাৰৰ কাৰণে কেন্দ্ৰীয় পাকিস্তান চৰকাৰৰ লগত সাগৰেদি আৰু ভূমিদিও যোগাযোগ কৰাৰ সুবিধা আছে। পাহাৰীয়া ৰিজাৰ্ভক লৈ হোৱা সামান্য কাজিয়াখনে দেখুৱালে আমি কেনেকৈ লাঞ্চনা ভুগিব লাগিছো। এনে হৈ থাকিলে আৰু আমি যদি আমাৰ নিজা সীমা ৰক্ষা কৰাত সবলতা দেখুৱাব নোৱাৰো তেনেহলে জনসাধাৰণেও আত্মবিশ্বাস হেৰুৱাই পেলাব।"[১৮]

বৰদলৈ অৱশ্যেই জধে-মধে আৰু খৰখেদাকৈ তৈয়াৰ কৰা ভাৰত পূব পাকিস্তান সীমাৰেখাত প্ৰথমৰ পৰাই সুখী নাছিল, বিশেষকৈ অসমত পৰা ডোখৰৰ অৱস্থান লৈ। মাউন্টবেটেনে অসম-পূব পাকিস্তানৰ সীমাৰেখা লৰা-ঢপৰাকৈ কৰি শেষ কৰাৰ কাৰণে দিয়া অবুজ যুক্তিটো নেহৰুৱে সহজে মানি লোৱাত বৰদলৈয়ে একেবাৰে ভাল পোৱা নাছিল। মাউন্টবেটেনৰ যুক্তি আছিল যে তেওঁ ক্ষমতা হস্তান্তৰৰ দিন আগতেই লণ্ডনক জনাই থোৱাৰ কাৰণেই সেই তাৰিখ বদলাব নোৱাৰে। এনে মামুলি কথা এটিৰ বাবে সীমাৰেখাৰ দৰে কাম এটি প্ৰণালীবদ্ধতাৰে নকৰাৰ ফল অসমে আজিকোপতি ভুগি আছে। সীমাৰেখা পতাৰ দিন ধৰি ইডোখৰ সিডোখৰ মাটিক লৈ পূব পকিস্তান আৰু অসমৰ মাজত দাবী আৰু প্ৰতিদাবী চলি থাকিল আৰু বৰদলৈয়ে কাষত থকা পাথৰিয়া ৰিজাৰ্ভক লৈ হোৱা কাজিয়াত পূব পাকিস্তানে সৈন্য বাহিনী এটি বিবাদ সংক্ৰান্ত ঠাইডোখৰলৈ পঠোৱাৰ কথাটো সহিব নোৱাৰিলে। যেতিয়া বৰদলৈয়ে ৯ জানুৱাৰী (১৯৪৮) তাৰিখে গাৰো পাহাৰত ভ্ৰমণ কৰি থাকোঁতে কথাটো গম পালে, তেওঁ ততালিকে ৰাজ্যপাল আৰু মুখ্য সচিব দেশাইৰ লগত কথা হৈ এটা

পুলিচ বাহিনী ঘটনা স্থলীলৈ পঠিয়ালে আৰু তাক সহায় কৰিবলৈ আসাম ৰাইফলছ সাজু কৰি ৰাখিলে। তেওঁ তেওঁৰ সিদ্ধান্তত অলৰ-অচৰ হৈ ৰ'ল।[১৯] নেহৰুৱে তেওঁক মাথোন 'কন্দুৰা কেচুৰা' বুলি ল'ব পাৰে বুলি ভাবি তেওঁ ওপৰত উদ্ধৃতি দিয়া চিঠিখনৰেই এটা অংশত লিখিলে ঃ

"মই তেনে লোক সকলৰ ভিতৰত নপৰো যি তাৰ চুবুৰীয়া প্ৰদেশ বা দেশ এখনৰ লগত সৰু-সুৰা আৰু অনাৱশ্যকীয় কথা লৈ কাজিয়া কৰিব বিচাৰে আৰু মই প্ৰতিপক্ষক সন্তুষ্ট কৰিবলৈ যুক্তি সম্পন্নতাৰে যিমান দূৰ পৰা যায় সিমান দূৰলৈ যোৱা ধৰণৰ মানুহ। কিন্তু দেখ দেখকৈ আমাৰ ক্ষতি সাধিবলৈ উদ্যত হোৱা চৰকাৰখনৰ কামৰ গতি বুজিব নোৱৰাটো হ'ব বাস্তৱতাক অগ্ৰাহ্য কৰা।"[২০]

বৰদলৈয়ে নেহৰুক অনুৰোধ কৰিলে চাৰিটি দিশতেই কাৰ্য্য খৰখেদাকৈ কৰি শেষ কৰিবলৈ ঃ

১) ৰেল সংযোগ, ২) ৰাস্তাৰ সংযোগ, ৩) পাকিস্তানৰ লগত সামগ্ৰীৰ অসমলৈ আৰু অসমৰ পৰা আমদানি আৰু ৰপ্তানী বিষয়ত স্থায়ী ব্যৱস্থা, আৰু ৪) অসমৰ সীমান্তত শান্তি বজাই ৰাখিবৰ কাৰণে এটি ব্ৰিগেড ৰখা।[২১]

ৰাজ্যপাল ছাৰ আকবৰ হাইদেৰী আছিল নিৰপেক্ষ দৰ্শক আৰু নিজেই এজন মুছলমান। এই বিষয়ত তেওঁৰ মতামত আছিল, বৰদলৈৰ লগত অবিকল একে। ১৯২৮ চনৰ মাৰ্চ মাহত অসমৰ সীমাৰ সমস্যা বিলাকক লৈ তেওঁ নেহৰুলৈ লিখিলে ঃ

"গোৱালপাৰাৰ পৰা ত্ৰিপুৰালৈকে অসমৰ পশ্চিম সীমাৰ অৱস্থা বৰ মঙ্গলদায়ক নহয়। সীমান্তৰ এলেকা বিলাক পূব পাকিস্তানৰ পৰা বহু আহুকাল ভুগিব লগা হৈছে। সহজে পুৰণি হাট-বজাৰৰ বিকল্প এটি গঢ়ি নুঠে। সামগ্ৰী যোগান ধৰাৰ নতুন উৎস পোৱা নাযায়। মই এইটো ভাবিবলৈ বাধ্য হৈছো যে আমাৰ পশ্চিম সীমাৰ আপদীয়া ঘা হৈ ৰ'ব যেতিয়ালৈকে পূব পাকিস্তানক কিবা চুক্তিৰ দ্বাৰা বা অন্যধৰণৰে বাধ্য কৰোৱা নহয় অকপট চিত্তে তাৰ স্থানীয় বিষয়াসকলে সৃষ্টি কৰা অৰাজকতাৰ পৰিবেশ অন্ত পেলাবলৈ আৰু তাৰ নেশ্যনেল গাৰ্ডচ বোৰক সংযম কৰিবলৈ বা সমূলি বহিষ্কাৰ কৰিবলৈ।"[২২]

হাইদেৰীয়ে কেন্দ্ৰীয় চৰকাৰে অসম চৰকাৰৰ লগত কোনো আলোচনা নকৰাকৈ সীমান্তৰ কথাত নিজৰ সিদ্ধান্ত লোৱাৰ দস্তুৰটোকো দুষিলে, কাৰণ ই অসমৰ কাৰণে বিপদসঙ্কুল হৈ পৰিব পাৰে। ১৯৪৮ চনৰ এপ্ৰিল মাহত তেওঁৰ নেহৰুলৈ লিখা পষেকীয়া চিঠিখনত তেওঁ এনেকুৱা দুটা উদাহৰণ দিলে। কেন্দ্ৰীয় চৰকাৰে

টেৰিটৰিয়েল সৈনবাহিনী এটা গঢ়িবলৈ আঁচনি লৈছে বুলি ভাবি তেওঁ ক'লে যে দায়িত্বত থকা মন্ত্ৰালয়ে যাতে তেওঁলোকৰ অভিপ্ৰায় প্ৰাদেশিক ৰাজ্যপালে আৰু মুখ্যমন্ত্ৰীক জনাই থয়। এনে হ'লে, ই প্ৰথমতে প্ৰদেশবোৰক সুবিধা দিব তেওঁলোকৰ নিজা মন্ত্ৰণা বেকত কৰিবলৈ যি হয়তো কেন্দ্ৰৰ বাবেও অতি মূল্যবান হৈ পৰিব পাৰে। দ্বিতীয়তে, এনে হ'লে প্ৰদেশবিলাকৰ ৰাজ্যপাল আৰু মুখ্যমন্ত্ৰী সকলেও কেন্দ্ৰই কিনো ভাবিছে তাৰ আগজাননী পাব আৰু প্ৰাদেশিক জনসাধাৰণক সেইবোৰ বিষয়ত তেওঁলোকৰ মনোভাৱ ব্যক্ত কৰিবলৈ সুবিধা দি জনমত গঢ়িব পাৰিব।[২৩] হাইদেৰীয়ে ক'লে যে অসমক অকণোকে আগজাননী নিদিয়াকৈ অলপতে ঘপককৰে পাকিস্তানক বিদেশী ৰাজ্য বুলি ঘোষণা কৰি কেন্দ্ৰীয় চৰকাৰে একে ৰাতিৰ ভিতৰতে উত্তৰ-পূবৰ অৰ্থনৈতিক স্থিতাৱস্থা থানবান কৰি পেলাই যি দুৰ্গতি চপালে তাৰ কুফলৰ পৰা প্ৰদেশখন এতিয়াও সকাহ পোৱা নাই। "চূড়ান্ত সিদ্ধান্তটো পোৱাৰ আগতে যদি অসমৰ লগত আঁগতীয়া আলোচনা হ'ল হয় আমি তেতিয়াহ'লে কিছু সালসলনিৰ পৰামৰ্শ দিব পাৰিলোহয় আৰু হয়তো আগতীয়া ব্যৱস্থা ল'ব পাৰিলোহয় যিবোৰৰ অনুপস্থিতিত আমি এতিয়া অৰ্থনৈতিক খেলিমেলি, অৰাজকতা ভোগ কৰি আছো।"[২৪]

নেহৰুৱে পাকিস্তানৰ অভ্যন্তৰীণ সমস্যাৰ বিষয়ে কিছু গম নোপোৱাকৈ নাছিল। ১৯৪৭ চনৰ অক্টোবৰ মাহতেই প্ৰাদেশিক মুখ্যমন্ত্ৰী সকললৈ পঠোৱা তেওঁৰ পৰিপত্ৰখনত তেওঁ লিখিছিল "দেখাৰ উদাহৰণে সাব্যস্ত কৰে যে পকিস্তানত প্ৰশাসন বিভিন্ন বিভাগত খেলিমেলি হৈ পৰিছে আৰু চৰকাৰে সেইবোৰক নিয়ন্ত্ৰণ কৰিব পৰা নাই। আপোনালোকে দেখিছেই ছাগে যে জিন্নাই নিজেই বৰ্ণাইছে বিভিন্ন বিভাগত দেখা দিয়া বিশৃংখলতাৰ কথা, যিটো এতিয়াই পাকিস্তানৰ পক্ষে মূৰ কামোৰণি হৈ পৰিছে আৰু ই হয়তো ভৱিষ্যতলৈ বেছি ভয়ানক হৈ পৰিব।"[২৫] তথাপিও নেহৰুৱে বৰদলৈয়ে অসম আৰু উত্তৰ পূবত পূব পাকিস্তানে ঘটোৱা অৰাজকতাত আৰু অসমৰ সুৰক্ষাৰ বিষয়ে লিখা তেওঁৰ চিন্তাত বিশেষ মনকাণ নকৰিলে। ত্ৰিপুৰাৰ কথাত নেহৰুৱে খাৰাংখাছ ভাৱে কৈ দিলে ঃ "মই ভাবো এই বিষয়ত সামান্যতমো আশা নাই যে আমাৰ ৰক্ষণ বিভাগে অসমত এটা বিগ্ৰেড দি থ'বলৈ সক্ষম হব।"[২৬] বৰদলৈয়ে লিখা ভাৰতীয় যাত্ৰীয়ে পূব পাকিস্তানত ভোগা নিৰ্য্যাতনৰ কথাটো নেহৰুৰ প্ৰতিক্ৰিয়া আছিল একেধৰণেৰে শুষ্ক ঃ "আমি যাত্ৰীৰ নিৰ্য্যাতনৰ ৰিপৰ্টত দুখ পাইছো। আপুনি জানে যে এনেবোৰ কথা আলোচনা কৰিবৰ কাৰণে কলিকতাত এখন সন্মিলন পতা হৈছে আৰু মই ধৰি লৈছো আপুনিও তাত আছে।"[২৭] একমাত্ৰ ইতিবাচক প্ৰতিক্ৰিয়া নেহৰুৱে দেখুৱালে এটা কথাত, যেতিয়া বৰদলৈয়ে তেওঁক অসমত নতুন খনিজ তেল পোৱাৰ সম্ভাৱনাৰ সংবাদটো দিলে ঃ "মই আনন্দিত হৈছো যে অসমত

অধিক তেল পোৱাৰ সম্ভাৱনা হৈছে। আপুনি এই সন্ধানত আগবাঢ়ি যাব লাগে কাৰণ তেল হ'ল এটা সামগ্ৰী যিটো আমাৰ নাই আৰু ই অতি আৱশ্যকীয়।"[২৮]

সীমান্তৰ সুৰক্ষাৰ কথাই সকলো ঠাইৰ মানুহৰ ওপৰত কোনো পোনপটীয়া প্ৰভাৱ নেপেলাব পাৰে, কিন্তু স্বাধীনতা পোৱাৰে পৰা যিমানবোৰ সামাজিক আৰু অৰ্থনৈতিক দুৰ্য্যোগ অসমৰ খিলঞ্জীয়া মানুহখিনিলৈ আহিছিল তাৰ মূলতে আছিল এই গণ্ডগোলীয়া ভাৱে তৈয়াৰ হোৱা সীমাৰেখা আৰু তাৰ সুৰক্ষাৰ প্ৰতি ভাৰত চৰকাৰৰ সম্পূৰ্ণ উদাসীনতা। ১৯৪৭ চনৰ ১৪ ডিচেম্বৰ তাৰিখে কলকতা আৰু অসমৰ মাজত ডাক সংযোগ প্ৰথম আৰম্ভ হয় স্বাধীনতাৰ পাছত, কিন্তু ইও যোগাযোগৰ সকলো সুবিধা জনগণলৈ নানিলে। যি বায়ু জাহাজ এই ক্ষেত্ৰত ব্যৱহাৰ কৰা হ'ল সি দহ বা পোন্ধৰ মোনতকৈ অধিক ডাক পঠিয়াব নোৱাৰিলে। ভাৰতৰ লগত অসমৰ ৰেল বা ৰাস্তা পথৰ যোগাযোগ তেতিয়াও অচল অৱস্থাত। আৰু যেতিয়ালৈকে যোগাযোগৰ এই অসুবিধা থাকিব তেতিয়ালৈকে বাহিৰৰ পৰা খাদ্য আৰু আনবোৰ সামগ্ৰীৰ ওপৰত নিৰ্ভৰশীল হৈ থকা অসমৰ মানুহখিনিৰ দুৰ্গতি নুগুছিব। সামগ্ৰীৰ আমদানিৰ অবিহনে বস্তুৰ দাম অসমত ভাৰতৰ অন্য ঠাইতকৈ বহুগুণে বাঢ়ি গ'ল। বৰদলৈয়ে অভিযোগ কৰিলে যে যেতিয়ালৈকে পৰ্য্যাপ্ত পৰিমাণে ৰেল ডবা অসমৰ কাৰণে ৰখা নহয় পুৰণি ডবাবোৰৰ মেৰামতিৰ কাৰণে অসমত ভাল কাৰখানা পতা নহয় তেনেহ'লে ৰেল যোগাযোগৰ ক্ষেত্ৰত ক্ষিপ্ৰ উন্নতি আশা কৰিব নোৱাৰি।

## ২। ইন্টাৰ ডমিনিয়ন কনফাৰেন্স আৰু বৰদলৈৰ ক্ৰমবৰ্দ্ধমান হতাশা

নেহৰুৱে ভাবিছিল - বা অন্ততঃ তেওঁ বৰদলৈক ভবাবলৈ বিচাৰিছিল - যে পূব পাকিস্তানৰ পৰা অসমলৈ অহা সকলোবোৰ অশান্তি কলকতাতে ১৪ পৰা ১৯ এপ্ৰিললৈকে (১৯৪৮) বহা তথাকথিত ডমিনিয়ন সন্মিলনৰ যোগেদিয়েই সমাধা হৈ যাব। প্ৰকৃতপক্ষে এইটোহে সত্য যে সন্মিলনখনৰ প্ৰস্তুতকাৰী সকলে বৰদলৈৰ লগত সেই সন্মিলন বহাৰ কথা পতাই নাছিল।[২৯] তেওঁক মাথোন দৈবক্ৰমেহে শেষ মুহূৰ্ত্তত আমন্ত্ৰণ কৰিছিল দৰ্শক প্ৰতিনিধি হিচাপে। সন্মিলনখন বহিছিল আচলতে পশ্চিম বঙ্গৰ পৰা অহা দুজন কেন্দ্ৰীয় মন্ত্ৰীৰ তত্ত্বাৱধানতহে আৰু ই ঘাইকৈ পশ্চিমবঙ্গ আৰু পূববঙ্গ চৰকাৰৰ মাজৰ আহুকালবোৰ গুচাবৰ অৰ্থেহে। আনকি কেন্দ্ৰীয় গৃহমন্ত্ৰী পেটেলেও তাৰ ভূ পোৱা নাছিল বৰদলৈয়ে তেওঁক নজনোৱালৈকে। কেন্দ্ৰীয় উদ্যোগ আৰু যোগান মন্ত্ৰী শ্যামাপ্ৰসাদ মুখাৰ্জীয়েই বৰদলৈক প্ৰৰোচিত কৰিছিল তাত যোগ দিবলৈ আৰু সেই অনুৰোধ ৰক্ষা কৰিবৰ কাৰণেই বৰদলৈ তালৈ গৈছিল। বৰদলৈয়ে

আৰম্ভণীতে গম পালে যে কেন্দ্ৰীয় মন্ত্ৰী নিয়োগীৰ উদ্দেশ্য আছিল মাথোন দুয়ো বঙ্গৰ মাজত ভাবৰ আদান-প্ৰদান হোৱা আৰু অসমক শেষত যোগ কৰা হ'ল নামতহে। তথাপিও বৰদলৈয়ে ভাবিলে যে পূব বঙ্গই কৰা কিছু কুকৰ্মৰ কথা তেওঁ মুকলিকৈ প্ৰকাশ কৰিব পাৰিব। বৰদলৈয়ে সন্মিলনখন লক্ষ্যহীন ভাবেহে আগবঢ়া দেখা পাই খোলাখুলি ভাৱে পূব পাকিস্তান চৰকাৰক ক'লে খাছী পাহাৰক পাকিস্তানত সুমুৱাবলৈ তেওঁলোকে আৰম্ভ কৰা প্ৰচাৰ কাৰ্য্য বন্ধ কৰিবলৈ। তেওঁ পূব পাকিস্তানক অসমলৈ প্ৰবজনকাৰীকো পঠিওৱাটো বন্ধ কৰিবলৈ ক'লে। পূব পাকিস্তানৰ প্ৰতিনিধিয়ে বৰদলৈৰ প্ৰথম দোষাৰোপটোৰ কথা নজনাৰ ভাও ধৰিলে আৰু দ্বিতীয়টোৰ, মানে অসমলৈ অহা পূব বঙ্গৰ প্ৰবজনকাৰীৰ বিষয়ে ক'লে যে অসমেহে ৫ লাখ মুছলমান পূব পাকিস্তানলৈ পঠিয়াবলৈ জোৰ দি আছে আৰু তাক পূব পাকিস্তানে কোনোপধ্যে মানি লব নোৱাৰে। হয়তো পূব পাকিস্তানৰ প্ৰতিনিধিয়ে এই বিষয়ত ১৯৪৫ চনৰ ত্ৰিপাক্ষিক চুক্তিয়ে অবৈধ বুলি গণ্য কৰা প্ৰবজনকাৰী সকলৰ কথা মনত পেলাইছিল।[৩০]

ডমিনিয়ন সন্মিলনৰ গতি বিধি দেখি বৰদলৈৰ বুজিবৰ বাকী নাথাকিল যে অসম আয়োজক সকলৰ চিন্তাতো নাছিল আৰু কামতো নাছিল। আনকি বৰদলৈয়ে এই সন্মিলনে অসমৰ লগত আলোচনা নকৰাকে অসমৰ হৈও সিদ্ধান্ত লৈ থ'ব বুলি ভয় খালে আৰু আগৰ শ্ৰীহট্টৰ ক্ষেত্ৰত হোৱাৰ দৰে আনকি অসমক লেঠাত পেলাইও কোনো সিদ্ধান্তত উপনীত হব পাৰে। এই সন্দেহ বৰদলৈৰ মনত দৃঢ় হ'ল যেতিয়া বৰদলৈয়ে অবৈধ প্ৰবজনৰ কথা ওলোৱাত পূব পাকিস্তান প্ৰতিনিধিয়ে আন এখন ডমিনিয়ন সন্মিলন কামনা কৰিলে আৰু ভাৰতীয় আয়োজকে তাত সন্মতি দিলে। ১৯৪৬ চনৰ গ্ৰুপিং সংক্ৰান্তত নেহৰুৱে কেনেকৈ ভুৱা দি অসমক বিপদত পেলাইছিল সেই কথা মনত পৰাত বৰদলৈৰ অশান্তিয়ে শীৰ্ষ বিন্দু চুলেগৈ। বৰদলৈ সন্মিলনত দৰ্শক হিচাপে আৰু থাকিব নোৱাৰিলে আৰু তেওঁৰ অনুপস্থিতিত কেন্দ্ৰীয় মন্ত্ৰীয়ে অসমৰ হৈ মাত মাতে বুলি ভয় খাই তেওঁ জনাই দিলে সেই সন্মিলনৰ কোনো গুৰুত্বপূৰ্ণ সিদ্ধান্ত অসমক গ্ৰহণ কৰিবলৈ বাধ্য কৰিব নোৱাৰিব যেতিয়ালৈকে অসম মন্ত্ৰীসভাই নিজেই সেইবোৰৰ ওপৰত নিজা সিদ্ধান্ত নলয়।[৩১]

যদিও বৰদলৈ বিশেষকৈ বিচলিত হৈছিল ইন্টাৰ ডমিনিয়ন সন্মিলনে অসমত পূব পাকিস্তানীয়ে প্ৰবজন অটুট ৰখাত সহায় কৰিব বুলি তেওঁ কিন্তু এই সন্মিলনে লোৱা গতিত সৰ্বভাৰতীয় পৰিস্থিতিলৈও কিবা অনুচিত বিপৰ্য্যয় আনিব পাৰে বুলি ধাৰণা কৰিছিল। তেওঁৰ মনৰ অশান্তি পেটেলক ভাঙি ক'লে এনেকৈ ঃ

"মোৰ প্ৰথমৰ পৰাই এই ভাব হৈছিল যে এই সন্মিলন অকল বঙ্গৰ

ৰাজনৈতিক সমস্যাৰ কাৰণেই বহিছিল। কিন্তু মই হঠাৎ দেখিলো আমি যেন একোখন ইন্টাৰ ডমিনিয়ন সন্মিলন বিহাৰ, বঙ্গ, দিল্লী, উত্তৰ প্ৰদেশ আৰু অসমৰ কাৰণেও পাতিবলৈও অনুমোদন জনাবলৈ লৈছো। মোৰ ধাৰণা হৈছে পাকিস্তানে যেন প্ৰচেষ্টা চলাইছে ভাৰতৰ সমগ্ৰ মুছলমান সকলৰ সমস্যা তেওঁলোকৰ দায়িত্বলৈ আনিবলৈ, সেই কথা প্ৰাদেশিক চৰকাৰ বা ভাৰত চৰকাৰৰে আলোচনা নকৰাকৈ।"[৩২]

বৰদলৈয়ে ক'লে যদি পাকিস্তানক ভাৰতীয় মুছলমানৰ কথাত মাত মাতিবলৈ অনুমতি দিয়া হয়, যেনেকৈ জিন্না আৰু মুছলিম লীগে প্ৰাক স্বাধীনতা কালত দাবী কৰিছিল, সেইটো হব ভাৰতীয় প্ৰদেশ বিলাকৰ মাজত ভাঙনি সৃষ্টিৰ আৰম্ভণ। এই সন্দৰ্ভত বৰদলৈয়ে ধাৰণা কৰিলে অসমৰ স্থিতি আৰু তেওঁ বিহ্বল হৈ পৰিল। বৰদলৈয়ে পেটেললৈ লিখিলে ঃ

"আপুনি ভালকৈয়ে জানে, অসমখন বিভিন্ন সম্প্ৰদায় আৰু জাতিৰে বিভক্ত। এই প্ৰদেশখনলৈ শান্তি আৰু ইয়াৰ বিভিন্ন সম্প্ৰদায়ৰ মাজত সমন্বয় আনিবৰ কাৰণে আৰু এতিয়া ইয়াক উন্নয়ন আৰু গঠনমূলক কামলৈ প্ৰস্তুত কৰিবৰ কাৰণে মোৰ জীৱনৰ তেজ ঢালি দিলো, হয়তো জীৱনটোকে দিলো। এতিয়া মই দেখিছো মোৰ সকলো প্ৰচেষ্টা যেন অথলে যাবলৈ ওলাইছে, যদিহে ইন্টাৰ ডমিনিয়ন সন্মিলনৰ বিবেচনাবোৰ অসমৰ দৰে প্ৰদেশবোৰৰ ওপৰত জাপি দিয়া হয়।"[৩৩]

স্বাধীনতা আৰ্জনৰ পাছত বৰদলৈয়ে পৰিকল্পনা কৰি থৈছিল তেওঁৰ ৰাজনৈতিক জীৱনৰ দ্বিতীয় পৰ্য্যায় অসমৰ নতুন গঠনৰ কামত উচৰ্গা কৰিবলৈ যাতে ই গান্ধী আদৰ্শৰ অনুষ্ঠানেৰে পূৰ্ণ এখন আধুনিক প্ৰদেশ হৈ উছে। মাথোন এই উদ্দেশ্য আগত ৰাখিহে স্বাস্থ্যৰ অৱস্থা বেয়া হোৱাতো তেওঁ প্ৰশাসনীয় ক্ষমতা গ্ৰহণ কৰিবলৈ আগ্ৰহান্বিত হ'ল ১৯৫১ চনত আহিব লগা স্বাধীনোত্তৰ প্ৰথম সাধাৰণ নিৰ্বাচনৰ আগলৈহে।[৩৪] কিন্তু ইন্টাৰ ডমিনিয়ন সন্মিলনৰ অভিজ্ঞতাই তেওঁৰ সপোন যেন ভাঙি চুৰমাৰ কৰি পেলালে। বৰদলৈয়ে ক'লে যে পূব পাকিস্তানে অসমৰ বিৰুদ্ধে উঠোৱা ওজৰ-আপত্তিবোৰেই সন্মিলনত ভাৰতৰ মন্ত্ৰীসকলে যি নিষ্ঠাৰে শুনিলে তেনে ধৰণৰ সন্মান অসমৰ পুৰণি বিধানসভাত মুছলিম লীগৰ সদস্য সকলেও পোৱা নাছিল। তেওঁ সেই কাৰণে অসমৰ ভৱিষ্যত আন্ধাৰ দেখিলে, যদিহে ইন্টাৰ ডমিনিয়ন সন্মিলনক পূব বঙ্গই যুগুৱা সমস্যাৰ বিষয়ত অসমৰ ভাগ্য নিৰূপন কৰিবলৈ এৰি দিয়া হয়। ১৯৪১ চনৰ পৰা হৃদৰোগৰ দীৰ্ঘদিনীয়া ৰোগী বৰদলৈক এই বিভীষিকাময় ধাৰণাই অত্যন্ত

শোকাকুল কৰি তুলিলে। পেটেললৈ লিখা তেওঁৰ চিঠিখনৰ একাংশত তেওঁ আবেগ বিহ্বল হৈ উথলি উঠিল ঃ

"মোৰ শৰীৰৰ অৱস্থা অত্যন্ত বেয়া। মোৰ ভাঙি যোৱা হৃদপিণ্ড হয়তো মেৰামতিৰো বাহিৰত। সাধাৰণ কামতেই মোৰ হৃদস্পন্দন মিনিটত ১০০ৰ পৰা ১১০ লৈ যায়। শেহতীয়াকৈ মই চৰকাৰী কামৰ গধুৰ দায়িত্ব বহন কৰিবলৈ অসুবিধা পাই আহিছো আৰু ভাবিছো মোৰ অৱসৰ লোৱাৰ বা দীঘল ছুটী লোৱাৰ বাহিৰে অন্য বিকল্প নাই, যদিহে অৱশ্যে মই দীৰ্ঘ কাললৈ মাথোন সহজ কামতহে লিপ্ত থাকিব পাৰো। মোৰ কামৰ সময় সাধাৰণতে প্ৰতিদিনে ১৪ৰ পৰা ১৬ ঘণ্টাকৈ। মই এতিয়া দেখিছো যে মই ৮ৰ পৰা ১০ ঘণ্টাৰ অধিক সময় কাম কৰিব নোৱৰা হৈ পৰিছো। মই মোৰ কামত আৰু দায়িত্ব বহনত সন্তুষ্ট হ'ব পৰা নাই। মই আপোনাৰ ব্যক্তিগত পৰামৰ্শ বিচাৰিছো, মই অৱসৰ লব পাৰোনে সেই কথাটোৰ বিষয়ে। মই হুৰমুৰকৈ কিবা এটা কৰি পেলাব খোজা নাই, কিন্তু মই বৰ কৃতজ্ঞ হ'ম যদি আপুনি মোৰ অৱস্থাটো চিন্তা কৰি মোক আপোনাৰ অভিমত জানিবলৈ দিয়ে।"[৩৫]

এই চিঠি পাই পেটেল প্ৰকাশ্যভাৱে উদ্বিগ্ন হৈ পৰিল। ১৯৩৭ চনৰ পৰা তেওঁ বৰদলৈক ৰাজনৈতিক বিষয়েও পৰামৰ্শ দি আহিছে। বৰদলৈৰ কৰ্মপটুতা, সততা আৰু ভাৰত আৰু অসমৰ স্বাৰ্থত তেওঁৰ অকুণ্ঠ ত্যাগ আৰু সেৱাৰ কথা পেটেলে ভালকৈ জানিছিল। উদ্বিগ্নতাৰে তেওঁ বৰদলৈলৈ লিখিলে ঃ

"তোমাৰ ৰোগীয়া স্বাস্থ্যৰ কথা পঢ়ি মই অতি দুঃখিত। অসমক তোমাৰ প্ৰয়োজন আৰু আমিও বিচাৰো যাতে তুমি তাৰ কৰ্ণধাৰ হৈ থাকা। তথাপিও তুমি তোমাৰ স্বাস্থ্যলৈ সযত্নে চকু ৰখাটো প্ৰয়োজন হৈ পৰিছে। মই সেই কাৰণে তোমাক উপদেশ দিওঁ তুমি অৱসৰ ল'ব নালাগে কিন্তু মাত্ৰ দিক নিৰ্ণয়ৰ ক্ষমতা আৰু কেইটিমান আৱশ্যকীয় কামৰ বাহিৰে তোমাৰ বহুখিনি কাম যাতে তুমি অন্য মন্ত্ৰীসকলৰ মাজত ভগাই দিয়া।"[৩৬]

বৰদলৈৰ অসুস্থতাৰ বিষয়ে পেটেলে ৰাজ্যপাল হাইদেৰীলৈও সেই একে উদ্বিগ্নতাৰে লিখিলে।[৩৭] এইটো অৱশ্যেই স্বাভাৱিক যে ইণ্টাৰ ডমিনয়ন সন্মিলনে অসমলৈ একো উপকাৰেই নাসাধিলে। এই সন্মিলনৰ এঘাৰমাহ পাছতো বৰদলৈয়ে নেহৰুলৈ লিখিবলগীয়া হ'ল অসমৰ যাতায়তৰ আহুকাল আৰু অসমৰ মানুহৰ সেই লৈ দুৰ্গতিৰ বিষয়ে ঃ

"প্ৰদেশখনৰ জনসাধাৰণে বাহিৰৰ পৰা অহা বস্ত্ৰ আৰু আন দৈনন্দিন

ব্যৱহাৰৰ সামগ্ৰী যোগানৰ অভাৱত কষ্ট পাইয়েই আছে। এতিয়াও আমাৰ কলকতাৰ এজেন্টৰ হাতত বস্ত্ৰৰ বিৰাট ভাণ্ডাৰ আবদ্ধ হৈ আছে। আমাৰ ভাগত পৰা ঘৰ নিৰ্মাণৰ আহিলা পাতি আমি আনিব পৰা নাই পৰিবহন অসুবিধাৰ বাবে। পাকিস্তানে সৃষ্টি কৰা যাতায়তৰ লেধামি কাৰবাৰবোৰ এতিয়াও বৰ্তি আছে। কলিকতাৰ পৰা অসমলৈ অহা সামগ্ৰীৰ বিষয়ত ইন্টাৰ ডমিনিয়ন সন্মিলনৰ চুক্তি সমূহৰ কোনো ফল নধৰিল ; কাৰণবোৰ তেহেলৈ যিয়েই নোবোলক।"[৩৮]

পূব পাকিস্তানৰ কবলত পৰি কলকতা আৰু অসমৰ মাজত যান-বাহনৰ সুচল সুবিধা নোহোৱা হৈ যোৱাত কিমান যে বিভিন্ন ধৰণৰ অৰ্থনৈতিক ক্ষতি আৰু দুৰ্গতি অসম চৰকাৰে ভুগিব লগীয়া হৈছিল আৰু সেই বিপদৰ পৰা ৰক্ষা পাবলৈ বৰদলৈ চৰকাৰে লোৱা সজ মানৱতাধৰ্মী উপায়ো কেনেকৈ ভাৰত চৰকাৰৰ উদাসীনতাৰ বাবদ অথলে যোৱাই নহয় অসম চৰকাৰো অপদস্থ হৈছিল তাক এটা ঘটনাই ক'ব। বস্ত্ৰৰ অনাটন আৰু মূল্য বৃদ্ধিৰ কাৰণে অসম চৰকাৰে গাৱঁৰ মানুহক সহায় কৰিবৰ কাৰণে ১৯৪৮ চনত ১৪ জুলাই তাৰিখে প্ৰধান মন্ত্ৰী জৱাহৰলাল নেহৰুৰ আশীৰ্বাদেৰে কিছুমান সমবায় বেপাৰ কেন্দ্ৰ খুলিবলৈ লৈছিল আৰু তাক আৰম্ভ কৰিছিল সমবায় সপ্তাহ পাতি। যিহেতু ভাৰত চৰকাৰে বস্ত্ৰৰ ওপৰত বহুৱা নিয়ন্ত্ৰণ বহু সময়লৈকে থাকিব বুলি বাৰম্বাৰ জনাই থৈছিল বৰদলৈ চৰকাৰে দিহা কৰিলে সমবায় কেন্দ্ৰৰ যোগেদি সুলভ মূল্যৰ বস্ত্ৰ বিকিবলৈ। এই উদ্দেশ্যৰে ইয়াৰ উদ্দেশ্য আছিল বস্ত্ৰ বিক্ৰীৰ ক্ষেত্ৰত কপট ব্যৱসায়ীয়ে তেওঁলোকৰ গুপ্ত ভাণ্ডাৰত বস্ত্ৰ লুকুৱাই ৰাখি তাৰ দাম দুশ বা তিনিশ শতাংশ কৰাৰ দুৰ্গতি দুৰ্নীতি ধংশ কৰি ৰাইজক কিছু সকাহ দিয়া। অসম চৰকাৰে এই উদ্দেশ্য আগত ৰাখি অসমে ইম্পেৰিয়েল বেঙ্ক অফ ইণ্ডিয়াৰ পৰা ধন ধাৰ লৈ তেওঁলোকৰ ভাগত পৰা পাঁচ মাহৰ বস্ত্ৰ কিনি কলিকতাৰ গুদামত থলে যাতে তাৰ পৰা এইবোৰ সময়ৰ হিচাপে ১৯৪৯ চনৰ এপ্ৰিল আৰু মে' মাহৰ ভিতৰত অসমলৈ যায়। কাপোৰৰ বিৰাট বিৰাট দ'ম চৰকাৰী খৰছত বিভিন্ন গুদামত থোৱা হয় সমবায় বেপাৰ কেন্দ্ৰবোৰত সেইবোৰ নিয়ন্ত্ৰিত মূল্যত বিক্ৰী কৰিবলৈ। অসম চৰকাৰে এনেদৰে আৰম্ভ কৰা সমবায় আন্দোলনে ৰাইজৰ জনপ্ৰিয় হবলৈ লওঁতেই ভাৰত চৰকাৰে হঠাতে সিদ্ধান্ত লৈ পেলালে যে মিল মালিক সকলৰ সুবিধাৰ কাৰণে বস্ত্ৰৰ ওপৰত নিয়ন্ত্ৰণ উঠাই ল'বলৈ। মিল মালিক সকলেও এতিয়া তেওঁলোকৰ নিজৰ প্ৰচেষ্টাৰ যোগেদি ইতিমধ্যে উপচি পৰা বস্ত্ৰ বিতৰণ কৰিবলৈ সুবিধা পালে। মিল মালিক সকলে এতিয়া অসম চৰকাৰে পোৱাতকৈও অধিক ৰেহাই মূল্য নতুন এজেন্ট বিলাকক দিলে। ফল স্বৰূপে অসম চৰকাৰৰ আঁচনি বিফলে গ'ল। অসম

চৰকাৰে এতিয়া বিৰাট লোকচানেই নহয় লজ্জাকৰ পৰিস্থিতিৰো সন্মুখীন হ'ল। ছছিয়েলিষ্ট আৰু কমিউনিষ্ট সকলে তাৰ ফয়দা উঠালে। বৰদলৈয়ে কেন্দ্ৰীয় মন্ত্ৰী শ্যামাপ্ৰসাদ মুখাৰ্জীক অনুৰোধ কৰিলে বস্ত্ৰৰ ওপৰত নিয়ন্ত্ৰণ উঠাই লোৱাৰ ঘোষণাটো অসমৰ ক্ষেত্ৰত অন্ততঃ তিনিমাহলৈ বলবৎ নকৰিবলৈ যাতে চৰকাৰে কিনি সংগ্ৰহ কৰি ৰখা বস্ত্ৰ বিক্ৰী কৰি অৰ্থনৈতিক লোকচানৰ কিছু লাঘৱ কৰিব পাৰে 'নৈতিক সন্মান'ৰ ক্ষতি হ'লেও। যিহেতু নেহৰুৱে বৰদলৈক কৈছিল বস্ত্ৰৰ ওপৰত থকা নিয়ন্ত্ৰণ সোনকালে নুঠে বুলি, বৰদলৈয়ে এতিয়া খোলাখুলি কথাৰে নেহৰুকে দুষিলে ঃ

> "কিন্তু মই এইটো পুনৰ কওঁ যে এনেধৰণৰ কামে প্ৰাদেশিক আৰু কেন্দ্ৰীয় চৰকাৰৰ খ্যাতি নবঢ়ায়। মই দুঃখিত এই কথা আপোনাক ক'বলৈ বাধ্য হোৱাত।"[৩৯] এই ঘটনাই দেখুৱালে অসমৰ প্ৰতি ভাৰত চৰকাৰ কেনে অনুভূতিহীন হ'ব পাৰে। যোগানৰ দুৰৱস্থাই অসমৰ মানুহক এনেয়েই হতভাগা কৰি ৰাখিছিল এতিয়া আনকি ভাৰত চৰকাৰৰ গুৰুত্বপূৰ্ণ আঁচনিৰ লগত অসমক খাপ খুৱাই লোৱাৰো কোনো প্ৰয়াস দেখা নগ'ল।

১৯৫০ চনৰ মাৰ্চ মাহলৈকে, মানে বৰদলৈৰ মৃত্যুৰ চাৰিমাহ আগলৈকে, অসমৰ মানুহে পূব পাকিস্তানে কৰা যাতায়তৰ দুৰৱস্থাৰ কাৰণে অপাৰ দুৰ্ভোগ ভুগিবলগীয়া হৈছিল দৈনন্দিন প্ৰয়োজনীয় আহিলা-পাতিৰ নাটনিত। বৰদলৈয়ে সেই সময়ত বিধানসভাত কৈছিল কেনেকৈ আগৰ জাহাজ আৰু ৰেলৰ যাতায়াত প্ৰায় ভঙ্গ হৈ পৰিল আৰু নতুনকৈ বন্ধোৱা ৰেল লাইনেও আশানুৰূপভাৱে প্ৰয়োজনীয় সকলো বস্তুকেই যথা সময় আৰু পৰিমাণত আনি দিব নোৱৰাত অসমৰ মানুহে পোৱা কষ্টৰ কথা। কিছু প্ৰকৃত সংখ্যাৰে কথাটো বুজাব পাৰি। ভাৰত চৰকাৰে ১৯৪৯ চনত অসমৰ ভাগৰ ৬ হাজাৰ টন চেনী তিনি কিস্তিত দিবলৈ ওলাল। ২ হাজাৰ টনৰ প্ৰথম কিস্তি ডিচেম্বৰ মাহৰ মাজভাগত পঠিয়ালে আৰু ই অসম আহি পালে ১৯৫০ চনৰ ফেব্ৰুৱাৰী মাহৰ অন্তত। ই নাটনিৰ যি নাট মেলিলে তদ্ৰূপ হ'ল বস্ত্ৰৰ ক্ষেত্ৰতো, যাতায়তৰ অভাৱত। সাধাৰণ ৰাইজৰ এই দুৰৱস্থালৈ আঙুলিয়াই বিপক্ষ দলৰ ইমৰান হুছেইন চৌধুৰী আৰু সাদুউল্লাই বিধানসভাৰ মজিয়াত ক'লে চেনী আৰু কাপোৰ পাকিস্তানত সস্তা। এনে কথাত কোনো কোনো কংগ্ৰেছ সদস্যই ক'লে যে তেনে মানসিক স্থিতিৰ লোকসকল পাকিস্তানলৈ বাট বুলিলেই হয় দেখোন। কিন্তু বৰদলৈৰ কাৰণে বিষয়টো অত্যন্ত গুৰুত্বপূৰ্ণ, ৰগৰ কৰিবৰ লায়ক নহয়। তেওঁ মাথোন ক'লে যে পৰিস্থিতিটোৰ কাৰণে অসম চৰকাৰক সমালোচনা কৰাটো অনৰ্থক। "এই চৰকাৰে পৰিস্থিতি সাপেক্ষে যিমানখিনি কৰিব পৰাত আছিলে সেইখিনি কৰিলে। চৰকাৰে এই বিষয়ত লোৱা নীতি অত্যন্ত কৰ্ত্তব্যনিষ্ঠা আৰু সৰ্বাধিক মনোযোগিতাৰে পালন কৰিছে।"[৪০]

## ৩। অসমত পাকিস্তানী অনুপ্ৰৱেশকাৰী আৰু নেহৰুৰ মনোবৃত্তি

আমি দেখিলো স্বাধীনোত্তৰ কালডোখৰত অসমৰ বিভিন্ন সমস্যাক লৈ কেনেকৈ বৰদলৈ আৰু অসমৰ প্ৰথম ৰাজ্যপাল হাইদেৰীৰ চিন্তাৰ অবিকল মিল আছিল। হাইদেৰীয়ে কেন্দ্ৰক পৰামৰ্শ দিছিল অসম বা অসম সীমান্তক লৈ ভাৰত চৰকাৰে ল'ব খোজা সকলো গুৰুত্বপূৰ্ণ কামত অসম চৰকাৰৰ লগত প্ৰথমে আলোচনা কৰিবলৈ। নেহৰুৱে কিন্তু অসমে পূব পাকিস্তানৰ পৰা পোৱা অসুবিধাবিলাকক কোনো গুৰুত্বই নিদিলে, বিশেষকৈ পাকিস্তানী অনুপ্ৰবেশকাৰীৰ বিষয়টোত তেওঁৰ নৈমিত্তিক উচ্চাৰণবোৰে চৰম উদাসীনতাৰ সাক্ষ্য বহন কৰিলে। পূব পাকিস্তানৰ পৰা অবিৰাম আহি থকা আৰু তেতিয়া বিদেশীও হৈ যোৱা প্ৰব্ৰজনকাৰী সকলক লৈ অসহায় হৈ পৰা বৰদলৈলৈ তেওঁ ১৯৪৮ চনৰ মাৰ্চ মাহৰ মাজভাগত লিখিলে এনেকৈ ঃ

> "অসমলৈ গতি কৰা হিন্দু আৰু মুছলমান দুয়োবিধৰ প্ৰব্ৰজনে আপোনাক অসুবিধাত পেলাবৰেই কথা। আমিও তদ্ৰূপ অসুবিধা ইয়াত পাইছো। ব্যক্তিৰ অহা-যোৱাত কোনো বাধা নাই, কিন্তু মই ভাবো আপুনি দল বান্ধি অহা ডাঙৰ গোটক বাধা দিয়াটো ন্যায় সংগত হ'ব, যদিহে তেওঁলোক আপোনাৰ অনুমতি পাই নাই অহা।"[৪১]

নেহৰুৱে যে এই অৰ্থহীন, অবান্তৰ বাক্যকেইটি লিখিলে মাথোন বিষয়টোৰ পৰা ফালৰি কাটি যাবলৈকে, তাত সন্দেহ নাই। ই অভাৱনীয় উদাসীনতা। বৰদলৈয়ে কেনেকৈ, কিদৰে বিদেশীক বাধা দিব তেওঁৰ হাতত সেই ক্ষমতা নায়েই যেতিয়া ? সেই ক্ষমতা আইনে তেওঁক দিয়াহেতেন তেওঁ নেহৰুৰ কাষ চাপিব নালাগিলে হয়। সেই একে মাহতে নেহৰুৱে খাটাংকৈ প্ৰকাশ কৰিছিল যে অসম আৰু পূব পাকিস্তানৰ মাজৰ আন্তৰ্জাতিক সীমাৰেখাৰ ওপৰত চকু দিবলৈ প্ৰতিৰক্ষা বিভাগৰ কোনো সৈন্য নাই।[৪২] অসমত সোমোৱা অনুপ্ৰবেশকাৰীৰ সংখ্যা সেই সময়ত বৰ কম নাছিল। বৰদলৈৰ দিনত অসমৰ বহু জিলাত উপায়ুক্ত হিচাপে কাম কৰা বিষয়া আৰ.বি. ভাগাইৱালাই পূব পাকিস্তানৰ পৰা অহা অনুপ্ৰবেশকাৰীৰ হিচাপ এটা দি কৈছিল ঃ

> "গোৱালপাৰা জিলাৰ উপায়ুক্ত হিচাপে কাম কৰোঁতে প্ৰথম কেইটামান মাহত শ শ মানুহে ৰেলেৰে আহি অসম সোমোৱা মই নিজ চকুৰে দেখিছো। ১৯৪৮-৪৯ ৰ কালত মই যেতিয়া কাছাৰত উপায়ুক্ত হৈ আছিলো তেতিয়াও মোৰ তেনে অভিজ্ঞতা হৈছিল, যেতিয়া শ শ মুছলমান প্ৰব্ৰজক নিয়মমতে বদৰপুৰত ৰেল ধৰি লামডিংলৈ যোৱা দেখিছিলো অসম উপত্যকাত থিতাপি ল'বৰ উদ্দেশ্যৰে।"[৪৩]

১৯৪৮ চনৰ এপ্ৰিল মাহত নেহৰুৱে বৰদলৈক জানিবলৈ দিলে পাকিস্তানক লৈ চলি থকা সকলো সমস্যাৰ ওৰ পৰিব ভাৰত আৰু পাকিস্তানৰ মাজত আহিব লগা ইণ্টাৰ ডমিনিয়ন সন্মিলনত।[৪৪] কিন্তু ইতিমধ্যে বৰদলৈয়ে যোৱা এপ্ৰিল মাহত সেই সন্মিলনত উপস্থিত থাকি পোৱা তিতা লগা অভিজ্ঞতাৰ কথা কোৱা হৈছে। ৰাজ্যপাল হাইদেৰী আৰু বৰদলৈ দুয়োৰে মত আছিল এই যে তেনে সন্মিলনত ভাগ লৈ অসমে অব্যাহত থকা সমস্যাৰ সমাধানতো কৰিব নোৱাৰিবই, আনকি নতুন সমস্যাহে মাতি আনিব।[৪৫] পূৰ্ববঙ্গৰ বাঙালী প্ৰবজনকাৰী সকলৰ বিষয়ে থকা তেওঁৰ যুগ জোৰা অভিজ্ঞতাৰ পৰা এইটো বৰদলৈৰ জ্ঞাত আছিল যে অসমে পোনপটীয়া ক্ষমতা নাপালে সমস্যাটো আঁতৰ নহ'ব। তেওঁ সেই কাৰণে পেটেললৈ লিখিলে ঃ

> "অসমলৈ আহি থকা সংখ্যাবহুল মুছলমান অনুপ্ৰবেশকাৰীৰ সমস্যাটো বিশ্লেষণ কৰিবলৈ কঠিন যদিহে আমি ইয়াক পাকিস্তান নে হায়দাৰাবাদ বা কাশ্মীৰত কি কৰি আছে তাৰ আৰু বিভাজনৰ আগত পাকিস্তান পক্ষই আসামত কি আশা কৰিছিল তাৰ হিচাপ নলওঁ। আমি এই সাৰাংশত উপনীত হৈছো যে যদি অসম ভাৰতৰ অঙ্গ হৈ ৰ'ব লাগে, ইয়ালৈ প্ৰবজন কৰা মানুহৰ নিয়ন্ত্ৰণ কৰিবলৈ আমাক ক্ষমতা দিয়া উচিত, অকল প্ৰদেশখনৰ অৰ্থনৈতিক দিশত অচল হৈ পৰিবলৈ নিদিবলৈকে নহয়, সাম্প্ৰদায়িক সম্প্ৰীতি ৰক্ষা কৰিবৰ কাৰণেও - যিটো ইমান দিনলৈ অসমত মজবুত হৈ আছিল। বাহিৰৰ পৰা অহা হিন্দু আৰু মুছলমানে সাম্প্ৰদায়িক সংঘৰ্ষ সৃষ্টি কৰিবলৈ চেষ্টা কৰি থকাতো।"[৪৬]

কোনো এটা সময়ত প্ৰবজনক নিয়ন্ত্ৰণ কৰিবৰ কাৰণে অসমক 'এগজিকিউটিভ একশ্বন' (বিশেষ প্ৰশাসনীয় ক্ষমতা) দিব পৰা যায় বুলি নেহৰুৱে এবাৰ কথাটো উলিয়াইছিল কিন্তু ই নিশ্চিত নাছিল তেনে ক্ষমতা কেনেকৈ কাৰ্য্যত ব্যৱহাৰ হব। তেওঁৰ এই সম্পৰ্কে আগেয়ে কৰা উক্তিটোৰ দৰে এই উক্তিও আছিল আগ-পাছ চিন্তা বিহীন মাথোন খন্তেকতে ওপজা এটা উৰণীয়া চিন্তা। যা হওক, অসম চৰকাৰৰ প্ৰধান সচিব এছ. পি. দেশাইয়ে পৰীক্ষা কৰিলে এই 'এগজিকিউটিভ একশ্বন'ৰ প্ৰচলন কৰিব পৰা হব নেকি। কিন্তু সীমান্তৰ জিলা কেইখনৰ উপায়ুক্ত সকলে ক'লে তাক কামত খটুৱাবলৈ তেওঁলোকৰ কোনো প্ৰশাসনীয় আৰু ন্যায়িক ক্ষমতা নাই। বৰদলৈয়ে সেইকাৰণে নেহৰুক ক'লে যে যদি কিবা 'পাছ' বা 'পাৰমিট' ব্যৱস্থা প্ৰচলিত কৰা নহয়, অসমৰ সংৰক্ষণ ৰাজনৈতিক আৰু অৰ্থনৈতিক দুয়োপিনৰ পৰা বিপন্নমুখী হৈ ৰ'ব।[৪৭]

১৯৪৯ চনৰ ২৪ জানুৱাৰী তাৰিখে নেহৰুৱে তেওঁৰ মুখ্যমন্ত্ৰী সকললৈ লিখা

পষেকীযা চিঠিত প্ৰচাৰ কৰিলে যে সদ্যহতে ৺ৰাছীত বহি যোৱা ভাৰত পাকিস্তানৰ ম'জৰ ডমিনিযন সন্মিলনে "পৰ্য্যাপ্ত সফলতা আৰ্জিলে আৰু আমি পাকিস্তানৰ লগত থকা সকলো সমস্যা সমাধান কৰাৰ পথত উত্তীৰ্ণ।[৪৮] সেই বছৰতে মে' মাহৰ আৰম্ভণীত বৰদলৈযেও সুখী হ'ল ভাৰত আৰু পাকিস্তানৰ মাজৰ সম্বন্ধ কিছু উন্নত হোৱাত। কিন্তু তেওঁ দুখ প্ৰকাশ কৰিলে যে অসম আৰু পূব পাকিস্তানৰ মাজত সম্বন্ধ একে থাকিল তাৰ উন্নতি নহ'ল। পূব পাকিস্তানৰ পৰা আগৰ দৰে অনুপ্ৰবেশ চলিযেই থাকিল। বৰদলৈযে নেহৰুক ক'লে যে পৰিস্থিতি এনে হ'বলৈ লৈছে যে পূব পাকিস্তান চৰকাৰৰ মুখ্যমন্ত্ৰীৰ সচিব আৰু তেওঁৰ পৰিযাল শ্ৰীহট্টৰ উপাযুক্তৰ সৈতে শ্বিলঙলৈ আহে আৰু তাত বহুদিন থাকে কোনো কৰ্তৃত্তৰ পৰা অনুমতি নোলোৱাকৈ। তেওঁলোকে কোনো চোৰাংচোৱা কামত লিপ্ত হলেও আৰু চৰকাৰৰ হাতত কোনো ক্ষমতা নাই তেওঁলোকক বাধা দিবলৈ।"[৪৯]

অশান্ত সীমান্ত কাষৰ প্ৰদেশ এখনৰ মুখ্যমন্ত্ৰী আৰু পৌঢ় সৰ্বভাৰতীয় জাতীয় নেতা হিচাপে বৰদলৈযে নিজকে ভাৰতৰ স্বাৰ্থত নিমগ্ন সীমান্তৰ প্ৰহৰী হিচাপে জ্ঞান কৰিছিল। কিন্তু নেহৰুৱে বৰদলৈৰ ধাৰণা আৰু পৰামৰ্শবোৰক বৰকৈ মূল্য দিব নুখুজিছিল। নেহৰুৱে লিখিলে ঃ

> "আপুনি লিখিছে পাকিস্তানে অসমত গোৱেন্দাগিৰিৰ কাম কৰিছে। মই ভাবো, কম বেছি পৰিমাণে এইটো পাকিস্তানে সমগ্ৰ ভাৰততে চলাই আছে আৰু ই হোৱাৰেই কথা। অৱশ্যে আমাৰ ক্ষেত্ৰত আমি ইযাক বন্ধ কৰিবলৈ চেষ্টা কৰিব লাগিব বা বিচাৰি উলিয়াব লাগিব তেওঁলোকৰ লক্ষ্য কি? ব্যক্তি পাকিস্তানৰ পৰা ভাৰতলৈ অহাত আমাৰ আপত্তি নাই। কিন্তু যদি উচ্চ বিষযা ভাৰতলৈ আহিব খোজে আৰু তাত দীঘল সময কটায তেনেহলে সেই বিষয়টোৰ অনুসন্ধান হোৱা যুগুত।"[৫০]

এনে অনুসন্ধান কেনেকৈ হ'ব , যেতিয়া নেহৰুৱে নিজেই বৰদলৈক সুধি ঘটনাৰ সুংসূত্ৰ উলিয়াবলৈ নিবিচাৰে? পূব পাকিস্তানৰ অনুপ্ৰবেশকাৰীক অসমলৈ আহি তাত নিগাজীকৈ বহি লোৱাত বাধা দিয়াৰ প্ৰয়োজন সম্পৰ্কে নেহৰুৰ আচৰণ যদি এনে হয় তেওঁ কেনেকৈ অসমৰ প্ৰবজন সম্বন্ধীয় সমস্যাটোৰ কথা বুজিব ? নেহৰুৰ কথাই দেখুৱালে যে ভাৰত চৰকাৰে ভাৰত-পাকিস্তান সম্পৰ্কে দুটি পৃথক মানদণ্ড বজাই ৰাখিছে, এটা হ'ল, পশ্চিম পাকিস্তান আৰু ভাৰতৰ ক্ষেত্ৰত আৰু আনটো পূব পাকিস্তান আৰু ভাৰতৰ মাজত। নেহৰুৱে কেতিয়াও প্ৰকৃততে অসমৰ সীমান্তৰ সমস্যাৰ বিষয়ে জানিবলৈ-বুজিবলৈ আগ্ৰহ নেদেখুৱালে। বৰদলৈয়ে কৰি থকা অনুৰোধবোৰৰ উত্তৰত সেই কাৰণেই তেওঁ সদায় গা এৰা দিয়া কথা কিছুমানকেই

কৈ থাকিছিল। ১৯৪৯ চনৰ মে’ মাহত তেওঁ বৰদলৈক কোৰৈ কথাৰ পৰা দিয়া নিম্নোক্ত উদ্ধৃতিযেই জলন্ত চানেকি ঃ

> “মই এইটো জানি আচৰিত হৈছো যে আপুনি মুছলমান প্ৰবজনকাৰীৰ আগমনক চম্ভালিব নোৱাৰি অসহায় হৈ পৰিছে। আপুনি জানে আমাৰ পাৰ্মিট ব্যৱস্থা আছে পশ্চিম পাকিস্তান আৰু ভাৰতৰ মাজত। মই নাভাবো যে পূব পাকিস্তান আৰু পশ্চিমবঙ্গৰ মাজত এনে পাৰ্মিট ব্যৱস্থা আছে। হয়তো তেনে ব্যৱস্থা অসমৰ ক্ষেত্ৰতো নাই। মই ভাবো আপুনি বিষয়টো মিঃ গোপালস্বামী আয়েঙ্গাৰৰ লগত আলোচনা কৰিব লাগে। এই বিষয়টো অৱশ্যে আমাৰ পশ্চিমত থকা পাৰ্মিট ব্যৱস্থাৰ লগত কোনো সম্বন্ধই নাই। আপুনি আপোনাৰ সমস্যাটো বেলেগ ধৰণে চম্ভালিব লাগিব। কেনেকৈ সমাধা কৰিব পৰা যায় সেই বিষয়ত আমি নিশ্চয় আপোনাক পৰামৰ্শ দিব পাৰিম।”[৫১]

নেহৰুৰ চিঠিৰ এই অংশটোৱে দেখুৱালে অসমৰ পূব পাকিস্তানে যোগোৱা সমস্যাবিলাকৰ প্ৰতি তেওঁ কিমান অন্যমনস্ক আৰু আন্তৰিকতাহীন হৈ থাকিল, বৰদলৈয়ে বাৰম্বাৰ কৰা বিশ্লেষণ সত্ত্বেও। সমস্যাটো বুজিবলৈ তেওঁ কেতিয়াও প্ৰয়াস নকৰিলে ; তাক দঢ়তাৰে চম্ভালিবলৈ আগবঢ়াৰ কথা দূৰতে থাওক। এবাৰ অসমৰ মুখ্য সচিবে কেন্দ্ৰৰ বৈদেশিক আৰু গৃহ মন্ত্ৰণালয়ৰ লগত আলোচনা কৰোঁতে বৈদেশিক মন্ত্ৰালযে সমস্যাটো সমাধানৰ কাৰণে এখন ‘অৰ্ডিনেঞ্চ’ (জৰুৰী বিধি) প্ৰস্তুতিৰ প্ৰস্তাৱ দিছিল। কিন্তু যদিও নেহৰুৱেই আছিল বৈদেশিক মন্ত্ৰালয়ৰ ঘাই ব্যক্তি তথাপিও কোঁবনেটে প্ৰস্তাৱটো নাকচ কৰিলে আৰু ফলাফলহীন পূৰ্বৰ ‘এগজিকিউটিভ একশ্বন’ৰ প্ৰস্তাৱলৈকে ঘূৰি গ’ল। নেহৰুৰ পৰামৰ্শমতে বৰদলৈয়ে কেইবাবাৰো কেন্দ্ৰীয় যাতায়ত মন্ত্ৰী গোপালস্বামী আযেঙ্গাৰকো লগ ধৰিলে, কিন্তু ফল একো নধৰিলে। কেন্দ্ৰৰ কোনোৱেই আইন বা অৰ্ডিনেঞ্চৰ যোগেৰে অসমৰ সমস্যা বিলাকৰ সমাধান নিবিচাৰিলে।[৫২]

অৱশেষত ১৯৪৮ চনৰ নৱেম্বৰত গোপালস্বামী আয়েঙ্গাৰ আৰু কেন্দ্ৰীয় বিত্ত সচিব দুযো অসমলৈ গ’ল পূব পাকিস্তানৰ অনুপ্ৰবেশকাৰীয়ে তাত চপোৱা সমস্যাটো অধ্যযন কৰিবলৈ। যি সময়ত গৃহ সচিবে সমস্যাটো সম্পৰ্কে তথ্য সন্ধান কৰিলে আয়েঙ্গাৰ আৰু পশ্চিমবঙ্গৰ মুখ্যমন্ত্ৰী বিধানচন্দ্ৰ ৰয়ে অসম চৰকাৰৰ লগত আলোচনা কৰিলে পাৰ্মিট ব্যৱস্থাৰ প্ৰচলন সম্পৰ্কে। পশ্চিম বঙ্গ চৰকাৰে আকোৰগোজ আপত্তি দৰ্শালে পাৰ্মিট ব্যৱস্থাৰ বিপক্ষে। তেওঁলোকৰ মতে অসমত এনে ব্যৱস্থা হ’লে হিন্দু ভগনীয়াৰে পশ্চিমবঙ্গ ভৰি পৰিব। এনে যুক্তিত বৰদলৈ বিবুদ্ধিত পৰিল। তেওঁ

নেহৰুক ক'লে পূব পাকিস্তানে 'ইভাকুৱি প্ৰপাৰ্টি এক্ট' আদি আইন-বিধিৰে তাৰ হিন্দু ভাৰতলৈ গ'লে পূৰ্ব বঙ্গত সকলো সম্পত্তি হেৰুৱাব লগা অৱস্থাত থোৱাত পশ্চিম বঙ্গলৈ হিন্দু ভগনীয়া সেই সময়ত আগৰ অনুপাততকৈ কম যোৱা সত্ত্বেও অসমৰ পাৰ্মিট ব্যৱস্থাই কেনেকৈ হঠাতে পশ্চিম বঙ্গত হিন্দু শৰণাৰ্থীৰ সংখ্যা বঢ়াব তাক তেওঁ নুবুজিলে।[৫৩] বৰদলৈৰ বিচাৰত উৰহীৰ ওৰ অন্যতহে। কিছু পশ্চিম বঙ্গৰ জমিদাৰে তেতিয়াও পূব বঙ্গত পৰা তেওঁলোকৰ সম্পত্তি চোৱা-মেলা কৰি থকাৰ সুবিধা পাই আছিল। যদি পূব বঙ্গইও পাৰ্মিট ব্যৱস্থা গ্ৰহণ কৰে এই জমিদাৰ সকলে তেওঁলোকৰ ব্যৱসায় পূব বঙ্গত চলাই থকাত অসুবিধা হ'ব আৰু সেই কাৰণেই পাৰ্মিট ব্যৱস্থাৰ প্ৰতি তেওঁলোকৰ আপত্তি। বৰদলৈয়ে ক'লে পশ্চিম বঙ্গৰ কিছু লোকৰ কাৰণে পাৰ্মিট ব্যৱস্থাই আনিব পৰা কষ্টৰ তুলনাত সমগ্ৰ প্ৰদেশ এখনে পূব পাকিস্তানৰ পৰা পাই থকা ধাৰাবাহিক জুলুমখিনি যে বহুগুণে গুৰুতৰ তাক বুজিব লাগে।[৫৪] আয়েঙ্গাৰে যা হওক পাৰ্মিট ব্যৱস্থাৰ বিকল্প এটা উলিয়ালে। যিটোৱে অসম চৰকাৰক ক্ষমতা দিব সেইবোৰ লোকক প্ৰদেশৰ পৰা বাহিৰ কৰিবলৈ যদিহে অসম চৰকাৰে সেই বহিস্কাৰৰ যথাৰ্থতা প্ৰমাণ কৰিব পাৰে। বৰদলৈয়ে ক'লে যে যদিও তেনে এটা ব্যৱস্থাই অসমক সহায় কৰিব তথাপিও এনে এটা ব্যৱস্থাহে অসমৰ আকাঙ্খিত দাবী হৈ ৰ'ব যিটোৰ দ্বাৰা অবাঞ্চিত কোনো লোককেই ভাৰতত সোমাবলৈ দিয়া নহব।[৫৫] আয়েঙ্গাৰে বৰদলৈক আশ্বাস দিলে যে বিষয়টো কেবিনেটত পুনৰ বিচাৰ হ'ব।[৫৬] সৰ্বশেষত কেন্দ্ৰীয় চৰকাৰে বৰদলৈৰ নেৰানেপেৰা কাকুতি-মিনতিলৈ কাণ দিলে আৰু ১৯৫০ চনৰ ফেব্ৰুৱাৰী মাহত ইমিগ্ৰেন্টছ্ (এক্সপালশ্যন ফ্ৰম আসাম) আইনখন জাৰি কৰিলে। ইয়াৰ দ্বাৰা অসম চৰকাৰে সকলো অবৈধ প্ৰবজনকাৰীকে অসমৰ পৰা আঁতৰ কৰিবলৈ ক্ষমতা পালে, যিবোৰ সাধাৰণ ৰাইজ বা অসমৰ জনজাতিৰ স্বাৰ্থৰ বাবে হানিকৰ বুলি জ্ঞান হয়। কিন্তু এই আইনখন দৃঢ় সংকল্পতাৰে ব্যৱহাৰ হোৱাৰ আগতেই নেহৰুৱে পাকিস্তানৰ প্ৰতি দেখুওৱা তোষণ নীতিয়ে আইনখনৰ সকলো সুবিধা ওলটাই নিলে। নেহৰুৰ লিয়াকৎ চুক্তিয়ে অসমৰ আইনখন পাখি কটা চৰাইৰ দৰে অকামিলা কৰি পেলালে।

## ৪। ধৰ্মীয় সাম্প্ৰদায়িকতা আৰু নেহৰুৰ আচহুৱা সিদ্ধান্ত

১৯৪৮ চনৰ পৰা ১৯৫০ চনৰ শেষলৈকে অসমত দেশদ্ৰোহী কমিউনিষ্ট সকলে অৰাজকতাৰ সৃষ্টি কৰি আছিল। অসমৰ অৰ্থনৈতিক দুৰ্ভোগ, মানসিক জৰ্জৰতা, সামাজিক বিশৃংখলতা কমিউনিষ্ট সকলৰ কাৰণে হৈ পৰিল গাখীৰতে ম'হৰ খুটি।

ভাৰতৰ স্বাধীনতা স্বীকাৰ নকৰা এই ষ্টালিন আৰু মাওৰ ভক্তসকলে হিংস্ৰতা আৰু অমানবীয়তাৰে গণতান্ত্ৰিক চৰকাৰখন ওফৰাবলৈ আয়োজন কৰিছিল। এই কমিউনিষ্ট সকলৰ লগত জড়িত আছিল হিন্দু বাঙালী শৰণাৰ্থী সকলৰ লবীটো, যাৰ লগত আকৌ ঘনিষ্ঠ সম্পৰ্ক আছিল কলকাতা প্ৰেছৰ। অসমৰ থলুৱা বাসিন্দা পূব পাকিস্তানৰ আচৰণৰ পৰা অহা অভাৱ-অনাটন আৰু পশ্চিম বঙ্গৰ পৰা অহা কমিউনিষ্ট নেতাৰ কু-কীৰ্ত্তিত জুৰুলা হৈ পৰাৰ সময়তে হঠাতে আহি পৰিল ১৯৫০ চনৰ মাৰ্চ মাহত হিন্দু-মুছলমানৰ মাজত ধাৰ্মিক সাম্প্ৰদায়িক সংঘৰ্ষ বিশেষকৈ কাছাৰ, গোৱালপাৰা আৰু কৰিমগঞ্জত। ইয়াৰ আগলৈকে অসমত ধৰ্মীয় সাম্প্ৰদায়িক সংঘৰ্ষ প্ৰায় নাছিলেই বুলি ক'ব পাৰি।

এই সাম্প্ৰদায়িক সংঘৰ্ষৰ দ্বিতীয় আচহুৱা লক্ষণটো হ'ল এই যে ইয়াৰ উদ্ভৱ হৈছিল হঠাতে আৰু ইয়াত কোনো পোনপটীয়া স্থানীয় কাৰক উপস্থিত নাছিল।[৫৭] ১৯৫০-চনৰ ১৪ মাৰ্চ তাৰিখে বৰদলৈয়ে ঠিকেই কৈছিল ঃ

> "লক্ষণীয় কথাটো হ'ল এই যে সংঘৰ্ষৰ প্ৰতিটো ঘটনাৰেই অন্তৰালত কোনো নিৰ্দ্দিষ্ট স্থানীয় কাৰণ বিচাৰি পোৱা নগ'ল।" প্ৰথমতে সংঘৰ্ষ আৰম্ভ হ'ল অসমৰ এটি ডাঙৰ ৰেল জংচন লামডিঙত। ইয়াত পাকিস্তানলৈ যোৱা দুজন মুছলমান যাত্ৰীক আক্ৰমণ কৰা হয় আৰু তেওঁলোকৰ মাল-পত্ৰ বলপূৰ্বকভাৱে অপহৰণ কৰা হয়। এই কথা জনা গ'ল যে আক্ৰমণকাৰী কেইজন অসমৰ বাসিন্দা নাছিল আৰু আক্ৰমণৰ কাৰণটোৰ লগতো অসমৰ সম্বন্ধ নাছিল। উদ্দেশ্যটো আছিল বোলে কলিকতীয়া প্ৰেছে প্ৰচাৰ কৰা হিন্দু বাঙালীৰ ওপৰত পূব পাকিস্তানে কৰা নিৰ্য্যাতনৰ প্ৰতিশোধ লোৱা। কেইদিনমানৰ পাছত কাছাৰৰ কৰিমগঞ্জ হ'লগৈ সংঘৰ্ষ থলী। দুগৰাকী ৰেলৰে যাত্ৰীৰ পৰা মানুহে জানিব পাৰিলে যে দুজন হিন্দু যাত্ৰীক মাৰি পেলোৱা হ'ল আৰু তেওঁলোকৰ শ কেইটা ৰেলৰ খিৰিকীৰে পানীত পেলাই দিয়া হ'ল। এই বাতৰিয়ে হিন্দু আৰু মুছলমান দুয়ো সম্প্ৰদায়ৰ লোকৰ মাজতে উত্তেজনাৰ সৃষ্টি কৰিলে। হিংসা কাৰ্য্যত যোগ দিবলৈ ওলোৱা সকলক দমাবলৈ পুলিচে যেতিয়া শান্তিৰক্ষাৰ কাৰণে গুলী চলাবলগীয়া হ'ল, তেতিয়া বজাৰত লুট আৰু জুই জলোৱা কাম আৰম্ভ হ'ল। এই হিংসাত্মক অৰাজকতা বদৰপুৰ আৰু হাইলাকান্দিলৈকো বিয়পিল, কাৰণ এই দুখনৰ কৰিমগঞ্জৰ লগত ওচৰ সম্বন্ধ আছিল। পুলিচৰ গুলীচালনাত এজন মানুহৰ মৃত্যু হয়।[৫৮]

ব্ৰহ্মপুত্ৰ উপত্যকাত মাত্ৰ উত্তৰ গোৱালপাৰা জিলা আৰু তাৰ কাষৰ কামৰূপ

জিলাৰ বৰপেটা মহকুমাহে (এতিয়াৰ জিলা) সংঘৰ্ষৰ পৰা প্ৰভাৱিত হয়। ইয়াতো কোনো পোনপটীয়া স্থানীয় কাৰণ নাছিল। তথাপিও পশ্চাৎ চিন্তাত বৰদলৈৰ মনলৈ আহিল যে খিলঞ্জীয়া জনজাতি সকল বিহ্বল হৈ পৰিছিল ভাৰত-পাক সীমাত নেপালী আৰু খাচী লোক কিছুমানক মৰাত। সশস্ত্ৰ পাকিস্তানী সৈন্যই হাজং জনগোষ্ঠী উচ্ছন্ন কৰি পেলাবলৈ লোৱা কাৰ্য্যইও মানুহক অতীষ্ঠ কৰি তুলিছিল। বৰদলৈৰ ধাৰণাত আন এটি কাৰণ ইও হব পাৰে যে চৰকাৰে অবৈধ প্ৰবজনকাৰীক আঁতৰোৱাৰ ব্যৱস্থা লোৱা বুলি শুনি তেওঁলোকওে নিজেই তেওঁলোকৰ ঠাইৰ পৰা তেনে প্ৰবজনকাৰী খেতিয়কক উঠাবলৈ নিজা প্ৰচেষ্টা চলাইছিল, অবৈধ প্ৰবজনকাৰীৰ ঘৰ-বাৰী আদি জ্বলাই দি। আৰু এটা কাৰণ আছিল হয়তো এই যে জনজাতি সকলক আনে উচটাই দিছিল। পূব গোৱালপাৰাৰ কিছু গাৱঁত আৰু বৰপেটাত মুছলমান সকলে প্ৰতিশোধ লৈছিল যদিও সেই প্ৰতিশোধৰ উত্তৰত দুগুণ হানি অনিষ্টকাৰী সকলে তেওঁলোকলৈ আনিছিল।[৫৯]

বৰদলৈয়ে নিজেই গোৱালপাৰা জিলাত হোৱা কিছুমান দুৰ্ঘটনা নিজ চকুৰে দেখিছিল। যিহেতু তেওঁ সেই সময়ত (২৯ জানুৱাৰীৰ পৰা) ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনজাতি অঞ্চল ভ্ৰমণ কৰি থাকোঁতেই তাত কিছু ঘটনা ঘটিছিল। কিছু ঠাইত বৃহৎ সংখ্যক মুছলমান অভিবাসীয়ে প্ৰতিশোধী প্ৰত্যাক্ৰমণেৰে লুণ্ঠন কাৰ্য্যত লিপ্ত হৈছিল, যদিও তেওঁলোকেই ঘাইকৈ নিপীড়িত হৈছিল। তেওঁলোকৰ ঘৰ-বাৰী বহু ঠাইত জ্বলাই দিয়া হৈছিল। বাসুগাৱঁত যেতিয়া ভয়াকুল মুখেৰে অভিবাসী মুছলমান সকলে বৰদলৈক লগ ধৰিছিল বৰদলৈৰ এনে লাগিছিল যেন কোনোবাই তেওঁৰ হিয়ালৈ শৰ এপাতহে এৰি দিছিল। তাৰ পাছত বৰদলৈয়ে ধেনু-কাড়েৰে সজ্জিত বড়ো সকলৰ দলবদ্ধ দল এটা লগ পালে। তেওঁলোকে বৰদলৈৰ আগত স্বীকাৰ কৰিলে অভিবাসী লোকৰ ঘৰত জুই লগাই দিয়াৰ কথা। কাৰণটো সোধাত ক'লে তেওঁলোকে অভিবাসী সকলক ভয় কৰে।[৬০] জনজাতিৰ লোকেৰে ভৰা বিৰাট ৰাজহুৱা সভাত বক্তৃতা দি বৰদলৈয়ে তেওঁলোকক খোলাখুলিকৈ ক'লে যে চৰকাৰে অপৰাধক প্ৰশ্ৰয় নিদিব আৰু সকলো অপৰাধীকে শাস্তি বিহিবলৈ বাধ্য। প্ৰতিখন সভাতে তেওঁ দঢ়াই ক'লে হিন্দু-মুছলমান দুয়ো সম্প্ৰদায়ে একেলগে কাম-কাজ কৰিব লাগিব আৰু লুট-লুণ্ঠন অগ্নিদাহত লিপ্ত থাকিব নোৱাৰিব। শান্তি ৰক্ষা কৰা আৰু পৰস্পৰৰ মাজত আস্থা বঢ়োৱাই আছিল তেওঁৰ বক্তব্যৰ সাৰাংশ। বৰদলৈয়ে সেই প্ৰবজনকাৰী সকলকো লগ ধৰিলে যি সকল উভতি যাবলৈ ওলাইছিল। বৰদলৈয়ে কিন্তু তেওঁলোকক থাকিবলৈ ক'লে। তেওঁলোক যোৱাৰ সুৰক্ষিত ব্যৱস্থা চৰকাৰে নকৰালৈকে।[৬১]

এই গণ্ডগোল আৰু পাকিস্তানে কৰিমগঞ্জত সৃষ্টি কৰা সমস্যাবিলাকৰ মাজতে নেহৰুৱে বৰদলৈক মাতি পঠিয়ালে কলকাতালৈ আৰু তাতে তেওঁক ৬ মাৰ্চ

তাৰিখে লগ ধৰিবলৈ। বৰদলৈ তালৈ গ'ল আৰু তেওঁৰ স্থিতি প্ৰকাশ কৰি ক'লে যে অলপতে গ্ৰহণ কৰা অবৈধ প্ৰব্ৰজনকাৰী আইনখন কামত নলগোৱাৰ বাবেই তেনে বিস্ফোৰক পৰিস্থিতিয়ে গঢ় ল'লে আৰু সমগ্ৰ ৰাজ্যখনত অৰাজকতা বিস্তাৰ হ'ল। নেহৰুৱে সেই আলোচনাত ভাগ লোৱা লোক সকলক সুপ্ৰশস্ত বহু কথা ক'লে কিন্তু অসমত খাটাং ব্যৱস্থা কি হ'ব লাগে তাক ক'বলৈ একেবাৰেই অপাৰগ হ'ল। শ্ৰীমতী এম. চাৰাভায়ে বৰদলৈক ক'লে যে গোলোৱালকৰে সেই গণ্ডগোলৰ অন্তৰালত কাম কৰিছিল। পশ্চিম বঙ্গৰ ৰাজ্যপাল কে.এন. কাট্‌জুৰ মতে সমগ্ৰ প্ৰশ্নটো এটা সৰ্বভাৰতীয় সমস্যা তাৰ কাৰণে সৰ্বভাৰতীয় সমাধানৰ প্ৰয়োজন। নেহৰুৱে বৰদলৈক ক'লে ক্ষতি হোৱা লোকক ক্ষতিপূৰণ দিব লাগে আৰু প্ৰব্ৰজনকাৰী বহিষ্কৰণৰ আইনখন সদ্যহতে কামত খটুৱাব নালাগে। বৰদলৈয়ে কিন্তু নেহৰুক ক'লে যে "ভগনীয়া সংস্থাপনৰ প্ৰশ্ন আহিব আইন আৰু শৃংখলা ৰক্ষা হোৱাৰ পাছতহে।"[৬২] ঠিক কলকাতাত ১৯৪৮ চনত বহা ইন্টাৰ ডমিনিয়ন সন্মিলনৰ দৰে বৰদলৈয়ে দেখিলে পাছদিনা পুৱা যে আগদিনা হোৱা আঁলোচনাৰ প্ৰেছ সংবাদত বৰদলৈয়ে লোৱা স্থিতি আৰু পন্থা সম্পূৰ্ণৰূপে বাদ দিয়া হ'ল বিশেষকৈ এই কথাটো যে অসমত ঘটি যোৱা অপৰাধবোৰ আছিল প''কিস্তানত হিন্দুৰ প্ৰতি লোৱা কাৰ্য্যবোৰৰ প্ৰতিফলন হিচাপে।[৬৩]

১৪ মাৰ্চ তাৰিখে অসম বিধানসভাত চলি থকা সাম্প্ৰদায়িক সংঘৰ্ষৰ সম্পৰ্কত বৰদলৈয়ে প্ৰাথমিক নাগৰিক স্বত্বৰ কথা কৈ ধৰ্মনিৰপেক্ষ আৰু ধৰ্মৰ ভেটিত স্থাপিত ক্ৰমে ভাৰত আৰু পাকিস্তানৰ সাংবিধানিক পাৰ্থক্যৰ কথা ক'লে[৬৪] আৰু পূব পাকিস্তানত হোৱা হিন্দুৰ প্ৰতি ব্যৱহাৰেও অসমৰ ধাৰ্মিক সাম্প্ৰদায়িক সংঘৰ্ষত প্ৰভাৱ পেলালে বুলি ধাৰণা কৰিলে। বৰদলৈয়ে অৱশ্যে পূব বঙ্গ-অসম সীমাৰেখা অৰক্ষিত হৈ থকাৰ কাৰণে প্ৰব্ৰজন বছৰে বছৰে বাঢ়ি গৈ থকাৰ কথাও ক'লে। তেওঁ ক'লে অসম চৰকাৰে ভাৰত চৰকাৰৰ ওপৰত ১৯৪৮ চনৰ পৰাই হেঁচা দি আহিছে এই প্ৰব্ৰজন বন্ধ কৰিবলৈ। কিন্তু ভাৰত চৰকাৰে হয়তো সমগ্ৰ ভাৰতে অসমৰ দাবী মানি লোৱালৈ বাট চাই আছে।[৬৫] তেওঁ ক'লে অসমৰ সমস্যা সম্পূৰ্ণভাৱে সমাধান কৰিবলৈ কেন্দ্ৰই কোনো ইচ্ছা দেখুওৱা নাই।[৬৬] ১৯৫০ চনৰ ফেব্ৰুৱাৰী মাহত গৃহীত হোৱা ইমিগ্ৰেন্টছ্ এক্সপালশ্যন আইনখনৰ কথা তেওঁ ক'লে যদিও সেইখন যে নেহৰুৱে এসপ্তাহৰ আগতে ব্যৱহাৰ কৰিবলৈ মানা কৰিলে সেই কথা তেওঁ বিধানসভাৰ পৰা লুকুৱাই ৰাখিলে হয়তো নেহৰুক অপদস্থ বা ৰাইজক আতংকিত নকৰিবলৈ।

সংঘৰ্ষৰ অমানুষিক দিশটোৰ বিষয়ে, মানে হিংসা আৰু অৰাজকতাৰ প্ৰসঙ্গত বৰদলৈ প্ৰকাশ্যে বিহ্বল আৰু শোকাকুল হৈ পৰিল। "মোৰ পৰা ওলোৱা শব্দই সঠিককৈ প্ৰকাশ কৰিব নোৱাৰিব চৰকাৰ হিচাবে কৰুণ ঘটনা সমূহৰ আমি পোৱা বিষাদ

আৰু লজ্জা।" বৰদলৈ চৰকাৰে প্ৰেছ সংবাদৰ যোগে ঘোষণা কৰিলে যে যি সকল অভিবাসীয়ে ঘৰ-বাৰী বান্ধিছিল তেওঁলোকলৈ আহ্বান কৰিলে পুনৰ ঘূৰি আহিবলৈ। বৰদলৈয়ে গভীৰ চিন্তা সহকাৰে কিছু কথা আচুতীয়াকৈ নতুনকৈ বহা পমুৱা সকলৰ সম্পৰ্কে ক'লে ঃ

> "তেওঁলোক সদায়েই অনবৰতে মুছলিম লীগৰ প্ৰভাৱত থাকিল আৰু তেওঁলোক আছিল পূৰ্বতে পাকিস্তান ধাৰণাৰ সমৰ্থক। তেওঁলোকৰ যি সকল এতিয়াও পাকিস্তান ধৰ্মী হৈ আছে আৰু পাকিস্তানৰ কামত লাগি আছে, তেওঁলোকৰ কাৰণে পাকিস্তানলৈ গতি কৰাই শ্ৰয় হব। হয়তো তেওঁলোকৰ মাজত এনে কিছু লোক আছে যি সকলে অসমতে বসতি কৰিবলৈ লব আৰু অসমকে তেওঁলোকৰ ঘৰ বুলি মানিব। তেওঁলোকে এনে কৰিব পাৰিব মাথোন ভাল অসমীয়া আৰু ভাল ভাৰতীয় হৈহে। তেওঁলোকে তেওঁলোকৰ স্বাৰ্থ জনজাতিৰ লোকসকলকে ধৰি আন সকলো ভূমি সন্তানৰ স্বাৰ্থৰ লগত মিলাই এক কৰি ল'ব লাগিব; এই দেশৰ আইন-কানুন আৰু অন্যহাতে বৰ্ত্তমানে চৰকাৰে গ্ৰহণ কৰা ৰীতি মানি চলিব। যদি কোনোৱে ভাবে যে তেওঁলোকে এইবোৰ নামানি অন্য ধৰণেও চলিব পাৰে, সি হ'ব সংক্ষেপতে ক'বলৈ গ'লে অস্বাভাৱিক। ভাৰতৰ বাহিৰৰ কোনো শক্তিয়েই তেওঁলোকক সহায় কৰিব নোৱাৰে এনে কাম কৰিবলৈ। সেই কাৰণেই তেওঁলোকে পাকিস্তানী ৰাজনীতিক সকলৰ বা মোল্লা মৌলানাৰ পোচাক পিন্ধা তেওঁলোকৰ বহুতীয়াৰ লগত সংযোগ এৰি পেলালেই মঙ্গল হব। আনকি আধ্যাত্মিক আদৰ্শ বিচাৰিও তেওঁলোক পাকিস্তানৰ কাষ চাপিবৰ প্ৰয়োজন নাই, কিয়নো পাকিস্তানত যিমানখিনি মুছলমান আছে ভাৰততো সিমানেই আছে। আনন্দ আৰু ঐশ্বৰ্য্যৰ ভাগ লোৱাৰ অধিকাৰ নিৰ্ভৰ কৰে বেজাৰ আৰু বিপত্তিৰো সম্পূৰ্ণ অন্তঃকৰণেৰে ভাগ লবলৈ প্ৰস্তুত থকাৰ ওপৰত। ইয়াক তেওঁলোকে গভীৰ ভাবে চিন্তা কৰি চাব লাগিব আৰু সেই মতে বাচি লব লাগিব (তেওঁলোকৰ ভৱিষ্যত বাসস্থান)।"[৬৭]

যেতিয়া নেহৰুৱে বৰদলৈক ১৯৫০ মাৰ্চ মাহত কলকতাত ক'লে সদ্যহতে গৃহীত হোৱা 'ইমিগ্ৰেন্টছ্ (এক্সপালশ্যন ফ্ৰম আসাম) আইনখন কামত নখটুৱাবলৈ, তেওঁ বৰদলৈক কোনো ইঙ্গিত দিয়া নাছিল যে তেওঁ আইনখনক বস্তুতঃ কাৰ্য্যানুপযোগী কৰি পেলাব খুজিছিল ইয়াৰ দ্বাৰা অসমে পোৱা সকলো সুবিধা অন্যপ্ৰকাৰে ওফৰাই পেলাবলৈ। অসমত সেই সময়ত ঘটা সাম্প্ৰদায়িক সংঘৰ্ষৰ কোনো স্থানীয় কাৰণ নাই বুলি বৰদলৈয়ে সঁচা অৰ্থতেই কৈছিল ; ই হৈছিল ভাৰত-

পাকিস্তানৰ সম্বন্ধৰ ফলাফল হিচাবে। নেহৰুৱে পাঙি আছিল এই সমস্যা পাকিস্তানৰ প্ৰধানমন্ত্ৰী লিয়াকৎ আলী খানৰে আলোচনা হৈ নিষ্পত্তি কৰিবলৈ। নেহৰুৱে তেওঁৰ প্ৰতি থকা বৰদলৈৰ গভীৰ শ্ৰদ্ধা অসৎভাৱে খটুৱাই আৰু তেওঁৰ ভিতৰুৱা অভিপ্ৰায় বৰদলৈৰ আগত ঢাকি ৰাখি অসমক আইনখন ব্যৱহাৰ নকৰিবলৈ কৈছিল তেওঁক আৰু লিয়াকৎৰ মাজত বহিব লগা আলোচনাৰ কাৰণে সুন্দৰ বাতাবৰণ সৃষ্টি কৰিবলৈ। পোনপটীয়া ভাষাত ই আছিল চয়তানী মনোবৃত্তি যিটো তেওঁ শ্ৰীপ্ৰকাশ আৰু পেটেলৰ ক্ষেত্ৰতো খটুৱাইছিল। ৮ এপ্ৰিল তাৰিখে, ঠিক নেহৰু বৰদলৈৰ কথাবাৰ্ত্তাৰ এমাহ পাছতেই আহিল নেহৰু-লিয়াকৎ চুক্তি। সেই মতে ভাৰত আৰু পাকিস্তান চৰকাৰে সন্মতি দিলে দুয়োঠাইতে হিন্দু-মুছলমানৰ সম নাগৰিকত্ব। দুয়ো দেশে আকৌ সংখ্যালঘু কমিছন গঠন কৰিবলৈ আৰু চৰকাৰতো সংখ্যালঘুৱে প্ৰতিনিধিত্ব পোৱাৰ ব্যৱস্থা কৰিবলৈ সন্মতি দিলে। তথাপিও, যদিও নেহৰুৰ ওপৰত ভাৰতত হেচা দিয়া হ'ল ভাৰতলৈ পাকিস্তানৰ পৰা হিন্দু ভগনীয়াৰ সোঁতক বন্ধ কৰিবলৈ, নেহৰু-লিয়াকৎ চুক্তিয়ে এইকাম কৰিব নোৱাৰিলে। চুক্তিখনে এই বিষয়ত একোৱে কৰিব নোৱাৰিলে। অতি কম সংখ্যক হিন্দুৱেহে পূব পাকিস্তানলৈ ঘূৰিল যি পাকিস্তানৰ পৰা অহা মুছলমান প্ৰব্ৰজনকাৰীৰ তুলনাত আছিল নগণ্য। সেই কাৰণেই নেহৰু-লিয়াকৎ চুক্তি ভাৰতত জনপ্ৰিয় নোহোৱাৰেই কথা। কিন্তু নেহৰুক তেনেই অপদস্থ হৈ পৰিবলৈ দিব নিবিচাৰি চৰ্দাৰ পেটেল পশ্চিম বঙ্গলৈ গ'ল সেই চুক্তিৰ প্ৰতি সন্মতি লাভ কৰিবলৈ। চৰ্দাৰ পেটেলে সেই কাম কৰিলে পশ্চিম বঙ্গক ভগনীয়া সংস্থাপনৰ কাৰণে সকলো সুবিধা দিয়াৰ প্ৰতিশ্ৰুতিৰেই। ভাৰত চৰকাৰে মুক্তহস্তে পশ্চিম বঙ্গক সকলো বিপদত সহায় কৰিবলৈ ইমানকৈ লাগি গ'ল যে সেই চৰকাৰৰ অসমে পোৱা আহুকালত সহায় কৰাৰতো কথাই নাই, তেওঁলোকে অসমক বাধ্য কৰাব খুজিছে পশ্চিম বঙ্গক সকলো প্ৰকাৰে সহায় কৰিবলৈ প্ৰস্তুত থাকিবলৈ।

অসমত পূব বঙ্গৰ প্ৰব্ৰজনকাৰী, অনুপ্ৰবেশকাৰীৰ ধাৰাবাহিক আগমনত, বৰদলৈৰ জীৱনৰ বাকী থকা মাহকেইটাত কোনো পৰিবৰ্তন নঘটিলে। ১৯৫০ চনৰ ১৩ চেপ্তেম্বৰ তাৰিখে, মানে বৰদলৈৰ মৃত্যুৰ এমাহৰ পাছত কেন্দ্ৰীয় চোৰাংচোৱা বিভাগৰ দ্বাৰা পূৰ্ববঙ্গৰ পৰা আহি অসমত সোমোৱা মুছলমান অনুপ্ৰবেশকাৰীৰ এটি দিনজোৱা জৰীপ লোৱা হয়। তাৰ পৰা জনা গ'ল যে সেই দিনটোত ১,৪২৮ গৰাকী মুছলমান লোক অসমত সোমাল, তাৰ ভিতৰত ১,০৯৩ গৰাকী আছিল অসমৰ পৰা পূব পাকিস্তানলৈ গৈ ঘূৰি অহা মুছলমান আৰু ৩৩৫ গৰাকী নতুনকৈ অহা। এই সংখ্যাকেইটাৰ ওপৰত শ্বিলঙৰ চাবচিডিয়েৰি ইনটেলিজেঞ্চ ব্যুৰ'ৰ সহকাৰী ডাইৰেক্টৰ পি.ভি.ভাস্কৰণে ক'লে যে ৩৩৫ জন নতুন অনুপ্ৰবেশকাৰীৰ ১২০ জনে ক'লে

তেওঁলোকে অসমত চিৰস্থায়ীভাবে থাকিবলৈকে আহিলে। বাকীকেইজন আহিছিল অস্থায়ী প্ৰদৰ্শক হিচাপে। ভাস্কৰণৰ সমীক্ষা যেতিয়া কেন্দ্ৰীয় গৃহ দপ্তৰ পালেগৈ, ইয়াক গৃহমন্ত্ৰী পেটেলে 'বেচ অশান্তিকৰ' জ্ঞান কৰিলে আৰু সমীক্ষাটো নেহৰুলৈ পঠিয়াই দিলে এই মন্তব্যৰে ঃ

"অসমৰ দুয়ো হাত আবদ্ধ। এহাতে ভগনীয়া আনহাতে ভূমিকম্প আৰু বানপানীত জুৰুলা হোৱা সকল। এনে অৱস্থাতে এতিয়া উপস্থিত হৈছে এই মুছলমান প্ৰবজনকাৰী সকল। এওঁলোক বিৰক্তিকৰেই মাথোন নহয়, অবাঞ্চনীয়ও। আমি হয় এনে লোকক আহিবলৈ বাধা দিবলৈ ক'ব লাগিব বা অসম চৰকাৰক ক'ব লাগিব এই সকলক ওভোতাই পঠিয়াবলৈ।"[৬৮] কিন্তু নেহৰুৰ চকুত পৰিস্থিতি অকণোৱেই গুৰুত্বপূৰ্ণ বুলি দেখা নিদিলে। নেহৰুৱে উত্তৰত লিখিলে ঃ

> "তাত কোনো পাৰ্মিট ব্যৱস্থা নাই আৰু মানুহ মুক্তভাবে এখন ঠাইৰ পৰা আনখনলৈ অহা-যোৱা কৰিব পাৰে। অসম চৰকাৰৰ কোনো ধৰণৰেই দায়িত্ব নাই সেই মানুহবোৰৰ বিষয়ত আৰু এনে কোনো উপায়ো নাই যাৰ দ্বাৰা এই লোকসকলক আহিবলৈ নিৰুৎসাহ কৰিব পাৰি।" ইয়াৰ উপৰিও, এটা দিনত ১২০ জন অনুপ্ৰবেশকাৰী নেহৰুৰ চকুত বিপৰ্য্যয়সূচক নাছিল।[৬৯]

পেটেললৈ দিয়া নেহৰুৰ উত্তৰত অসমৰ সুবিধা-অসুবিধাৰ কোনো চিন্তাই নাই। তেওঁ পেটেললৈ এনেভাৱে উত্তৰ দিলে যেন গোটেই বিষয়টোৰ মূল কথা হ'ল ভাৰতত মুছলমান লোকৰ সংখ্যা কমিছেনে বাঢ়িছে তাক লৈহে। তেওঁ উত্তৰটোৰ সামৰণিত লিখিলে ঃ "মই জানিব পাৰিছো যে গড় হিচাপে দিনে দুশ মুছলমান ভাৰতৰ পৰা পশ্চিম পাকিস্তানলৈ গৈছে। সিন্দ সীমাৰে।"[৭০] ইয়াৰ মানে কি ? তেওঁ ইয়াকে সঁচাই ক'ব খুজিছিল নে যে অসম সেই কাৰণে সুখী হ'ব লাগে ? সেই তেতিয়াৰ (১৯৫০) পৰা ১৯৬১ চনলৈ ২,২১,০০০ হাজাৰ পূব বঙ্গৰ মুছলমান অসমত সোমাল, প্ৰায় সকলো অবৈধ ভাবে।[৭১] এই কথা কৈছে ১৯৬১ চনৰ পিয়লে। নেহৰু-লিয়াকৎ চুক্তি আৰু ১৯৫০ চনৰ অবৈধ প্ৰবজন আইন কোনোটোৱেই অসমক সহায় নকৰিলে। নেহৰু-লিয়াকৎ চুক্তিয়ে ক্ষীপ্ৰতাৰে মুছলমান প্ৰবজনকাৰী সকলক অসমলৈ আনিলে আৰু তাক বন্ধ কৰিবলৈ কেন্দ্ৰই কোনো কাৰ্য্যপন্থাই নল'লে। নেহৰুৱে তাক সমস্যা বুলি গণ্যই নকৰিলে।[৭২]

---

## চতুৰ্দশ অধ্যায়

# নতুন অসম গঢ়াৰ পথত বৰদলৈৰ উদ্যম আৰু কেন্দ্ৰৰ কাৰ্পণ্যতা

## ১৯৪৮ -১৯৫০

"১৯৪৬ চনত দ্বিতীয়বাৰ মুখ্যমন্ত্ৰিত্ব গ্ৰহণ কৰোঁতে বৰদলৈৰ নতুন অসম গঢ়াৰ প্ৰতি উৎসাহ আছিল প্ৰচুৰ। ঘৰুৱা পৰিস্থিতিও আগৰবাৰতকৈ উত্তম আছিল। প্ৰথমতে, তেওঁৰ এইখন মন্ত্ৰীসভা সম্পূৰ্ণ কংগ্ৰেছী মন্ত্ৰীসভা আছিল। দ্বিতীয়তে, গ্ৰুপিঙৰ সময়ত তেওঁ যি বিচক্ষণতাৰে অসমক পাকিস্তানৰ গ্ৰাসৰ পৰা বচালে সেই কৃতকাৰ্য্যতাই তেওঁক অসমৰ অ-প্ৰতিদ্বন্দ্বী নেতা কৰি তুলিলে যাক কংগ্ৰেছ সংগঠনৰ বৰমূৰীয়া সকলে আগৰ দৰে উলাই কৰিব নোৱৰা হ'ল। জনতাৰ কাৰণে অসমৰ একমাত্ৰ নেতা আছিল বৰদলৈহে। তৃতীয়তে, তেওঁ নিজেই অসম কংগ্ৰেছ সংগঠনৰ নেতৃবৃন্দক কৈ থৈছিল যে তেওঁ মাথোন এটা কালতে শাসনভাৰ লব ; আৰু পাছৰটো নিৰ্ব্বাচনত তেওঁ প্ৰাৰ্থী নহ'ব। ই নিশ্চয় গাদীলোভী আন সকলক ক্ষান্ত কৰিলে। স্বাধীনতাৰ কাৰণে ইমান দিনে যুঁজি উঠি গঠনশিল্পী বৰদলৈয়ে মন দিবলৈ ওলাল ৰাজ্যখনক প্ৰকৃততে ভাৰতৰ আনবোৰ ৰাজ্যৰ দৰে প্ৰকৃত ৰাজ্য কৰি তোলা। ইয়াৰ মানে এখন ৰাজ্যত থাকিব লগীয়া কিন্তু অসমত তেতিয়ালৈকে নথকা প্ৰতিবিধৰ বুনিয়াদী (ইন্‌ফ্ৰাষ্টাকচাৰেল) সংগঠন সমূহ গঢ়ি তোলা। বাট-পথ, স্কুল-কলেজ, বিশ্ববিদ্যালয় আদি প্ৰাথমিক ন্যূনতাখিনিৰ দূৰীকৰণেই মাথোন নহয়, তেওঁৰ পৰিকল্পনাত আছিল প্ৰদেশখনৰ বিভিন্ন জাতি-জনজাতি, সম্প্ৰদায়-গোষ্ঠীৰ মাজত ভাতৃত্বৰ ভাব গঢ়ি তুলি বিকেন্দ্ৰীক প্ৰশাসনৰ যোগেদি সকলো মৌলিক অনুষ্ঠান প্ৰতিষ্ঠান গঢ়ি তোলা। তেওঁ মনৰ নিভাঁজ কোণত লুকাই থকা গঠন শিল্পীজনৰ কথা তেওঁ নিজেই এবাৰ তেওঁৰ বন্ধু বিদায়ী ৰাজ্যপাল শ্ৰীপ্ৰকাশক কৈছিল এনেকৈ ঃ "মই এজন কল্পনাপ্ৰৱন ব্যক্তি। মোৰ হিয়াই সততে বিচাৰে কিবা গঢ়িবলৈ, কিবা নিৰ্মাণ কৰিবলৈ।"[১] এই নিৰ্মাণ কাৰ্য্যবোৰকে আৰম্ভ কৰিবৰ কাৰণে তেওঁ স্বাধীনতাৰ পাছত এবাৰ মুখ্যমন্ত্ৰিত্বৰ দায়িত্ব বহন কৰিবলৈ বিচাৰিলে।

আজি ভাবিবলৈকে কিবা লাগে যে ১৯৪৮ চনৰ পূৰ্বে অসমত নাছিল এখন বিশ্বাবিদ্যালয়, এখন চিকিৎসা বিজ্ঞানৰ মহাবিদ্যালয়, এখন ইঞ্জিনিয়াৰিং মহাবিদ্যালয়, এখন কৃষি মহাবিদ্যালয়, এখন পশু চিকিৎসা মহাবিদ্যালয়, এখন আয়ুৰ্বেদিক মহাবিদ্যালয়, এখন সংস্কৃত মহাবিদ্যালয়। উচ্চ প্ৰযুক্তি বিদ্যাৰ মহাবিদ্যালয় আৰু উচ্চ ন্যায়ালয় নথকাৰ কথা বাদেই দিয়ক। বিভিন্ন জাতি-উপজাতি- জনজাতিৰ মাজত সমন্বয়ৰ সেতু বান্ধিবলৈ কোনো গাঁও উন্নয়ন আঁচনিও নাছিল। অভ্যন্তৰীণ অঞ্চলত বাট-পথ, যাতায়ত আদিৰো সুবিধা নাছিল। এই সকলোবোৰ আৰু ততোধিক প্ৰতিষ্ঠান গঢ়িবলৈ বৰদলৈয়ে পাণ্ডি আছিল।

১৯৪১ চনতেই যোৰহাট কাৰাবাসত তেওঁৰ কংগ্ৰেছ সঙ্গীবৃন্দৰ সৈতে প্ৰতিদিনে এঘন্টা সময় স্বাধীনোত্তৰ অসমৰ সংবিধান কেনেকৈ প্ৰস্তুত কৰিব আৰু সেই অসমৰ প্ৰশাসন কেনে ধৰণৰ হ'ব সেই বিষয়ে আলোচনা কৰিছিল।[২] স্বাধীনতাৰ পাছত বৰদলৈ আৰু তেওঁৰ কাৰাগাৰৰ সঙ্গীবৃন্দই বিচৰা প্ৰাদেশিক স্বায়ত্ত্ব শাসন নাহিল ; নতুন সংবিধানৰ বিত্তীয় দফাবোৰে অসমৰ দৰে প্ৰাকৃতিক সম্পদৰে চহকী কিন্তু অনুন্নত ৰাজ্যখনত প্ৰগতিৰ বিষয়ত প্ৰায় সম্পূৰ্ণৰূপে কেন্দ্ৰৰ শৰণাপন্ন কৰি ৰাখিলে। তাৰোপৰি বৰদলৈৰ স্বাধীনোত্তৰ তিনি বছৰতকৈও কম শাসন কালৰ কোনো সময়তেই অসমে নিৰাপত্তা দেখা নাপালে। অশান্তি অৰাজকতা, অন্যায়, বৈৰী-ভাৱ, দোষাৰোপ, হিংসা, দুষ্কৰ্মই অসমৰ থলুৱা মানুহখিনিক ঘেৰি ৰাখিছিল। এই অৱস্থাৰ কথা এই পুথিৰ প্ৰতি অধ্যায়তেই বৰ্তমান। অসমৰ প্ৰতি কেন্দ্ৰৰ উদাসীনতাই আৰু আনকি কৰ্কশতাই তেওঁৰ হিয়া প্ৰতি অৰ্থতেই ভাঙি পেলালে আৰু তেওঁক মৃত্যুৰ গৰাহত থ'লেগৈ। তথাপিও তেওঁ নতুন অসম গঢ়াত ব্ৰতী থাকিল। এই অধ্যায়ৰ শেষ অংশত আমি দেখিমগৈ কেনেকৈ শত সহস্ৰ কাকুতি ভ্ৰূকুটিৰ মাজেৰে জীৱনটো পাত কৰি হ'লেও বৰদলৈয়ে আধুনিক অসমৰ বুনিয়াদ গঢ়ি গ'ল।

## ১। খচৰা সংবিধানৰ বিত্তীয় দফাবোৰ আৰু অসমৰ বিলৈ

বৃটিছ শাসনৰ দিনৰ পৰাই কেন্দ্ৰীয় চৰকাৰৰ অসমৰ লগত থকা বৈষম্য-জড়িত, ন্যায়-অসঙ্গত আৰু সামঞ্জস্যবিহীন বিত্তীয় ব্যৱস্থাৰ ফলত অসম এখন অনুন্নত প্ৰদেশ হৈ থাকিল। ১৯১৯ আৰু ১৯৩৫ চনত দেখা দিয়া বিত্তীয় সংস্কাৰে ৰাজহৰ উৎসৰ বাবে প্ৰদেশ খনত বহল থলী তৈয়াৰ কৰিব নোৱাৰিলে। স্বাধীনোত্তৰ কালৰ প্ৰথম বিত্তমন্ত্ৰী বিষ্ণুৰাম মেধীয়ে ক'বৰ দৰে সেই সংস্কাৰ দুটাই প্ৰদেশ খনত প্ৰয়োজনীয় অৰ্থ লাভৰ কোনো উপায় নুলিয়াই, মাথোন এটি ওপৰ গধুৰ প্ৰশাসনীয়

বোজা সৃষ্টি কৰি এফালে খৰছ বঢ়ালে আৰু আনফালে দৰিদ্ৰতা, অপৰিচ্ছন্নতা, অস্বাস্থ্যকৰ পৰিবেশ, নিৰক্ষৰতা, খাদ্যাভাৱ আৰু নিবনুৱাত্বও গুচাব নোৱাৰিলে।[৩] অসমে কৰা বিত্তীয় সাহায্যৰ দাবী বৃটিছ চৰকাৰে অৱশ্যে মানি লৈ অসমৰ ঘাটি বাজেটলৈ বছৰি ৬৫ লাখ টকা দিয়াৰ ব্যৱস্থা লৈছিল যদিও মাথোন ১৯৩৫-৩৬ বছৰটোৰ বাজেটৰ ওপৰত ভিত্তি কৰি ছাৰ অ'টো নীমায়েৰ কমিছনে অসমৰ ঘাটিৰ পৰিমাণ বছৰি ৪৭ লাখলৈ কমালে। এই অৱস্থাই প্ৰদেশখনৰ সমাজ সেৱা আৰু উন্নয়ন পৰিকল্পনালৈ বিশেষ প্ৰগতি আনিবলৈ অক্ষম হৈ থাকিল। পৰিস্থিতিলৈ অলপ সকাহ আনিবলৈ ১৯৩৫ চনৰ ভাৰত আইনে আয়কৰ, ৰপ্তানী শুল্ক আৰু আবকাৰী শুল্কৰ পৰা অহা ৰাজহ কেন্দ্ৰ আৰু প্ৰদেশবোৰৰ মাজত ভাগ কৰিবলৈ দিহা কৰাত অসমে ঘাটি বাজেটৰ পৰিপূৰক হিচাপে পোৱা ৪৭ লাখ টকা কটা গ'ল আৰু অসমক প্ৰতি বছৰে ৩০ লাখ টকা আৰ্থিক সাহায্য দিয়াৰ ব্যৱস্থা হ'ল। এই ন্যূনতম সাহায্যৰ বিপৰীতে কেন্দ্ৰই অসমৰ উৎপন্ন সামগ্ৰীৰ পৰা বছৰি ৭ ৰ পৰা ১০ কোটি টকা উপাৰ্জন কৰিলে। অকল অসমৰ খনিজ তেলৰ আবকাৰী শুল্কৰ পৰাই কেন্দ্ৰই বছৰি দুই কোটি টকা লাভ কৰিলে আৰু তাৰ পৰা প্ৰদেশখনক ৰয়েল্‌টিৰ বাবদ মাথোন তুচ্ছ ৬ লাখ টকা দিলে।[৪] কোৱা বাহুল্য যে অ'টো নীমায়েৰ ব্যৱস্থাই অসমৰ অৰ্থনৈতিক উন্নয়ন ৰোধ কৰি সকলো দিশতেই ভাৰতৰ অন্য ৰাজ্যসমূহৰ তুলনাত সবাতোকৈ পশ্চাতগামী কৰি পেলালে। স্বাধীন উত্তৰ বৰদলৈৰ কংগ্ৰেছ মন্ত্ৰীসভাই স্থিৰ কৰিলে যে অন্ততঃ অসমৰ খনিজ তেল আৰু চাহপাতৰ পৰা উঠা ৰপ্তানী কৰৰ ৭৫ শতাংশ আৰু অসমৰ আনবোৰ সামগ্ৰীৰ পৰা উঠা আবকাৰী শুল্কৰ ৫০ শতাংশ আৰু লগতে পৰ্য্যাপ্ত বাৰ্ষিক অৰ্থ সাহায্য কেন্দ্ৰই দিলেহে অসমৰ যাউতি যুগীয়া দুৰৱস্থা আঁতৰিব।[৫] ১৯৪৮ চনৰ মাৰ্চ মাহত অসম বিধানসভাত বিত্তমন্ত্ৰী মেধীয়ে ক'লে কিয় এনে আৰ্থিক ব্যৱস্থা প্ৰদেশখনৰ কাৰণে আশিস প্ৰয়োজন হৈ পৰিছে। প্ৰথমতে, অসম ভাৰতৰ মূল অংশৰ পৰা ৰেল বা ৰাস্তাৰে সংযোগবিহীন হৈ থকা সীমান্তৰ প্ৰদেশ ; দ্বিতীয়তে, পূব পাকিস্তানৰ লগত তিনিশ মাইল দীঘল সীমাৰেখাৰে ই সামৰিক আৰু প্ৰতিৰক্ষা বিষয়ত বিশেষ গুৰুত্বপূৰ্ণ প্ৰদেশ ; তৃতীয়তে, যদিও ইয়াৰ আনুমানিক জনসংখ্যা মাথোন ৭৬ লাখহে ই হ'ল এখন ৬০,০০০ বৰ্গমাইল জোৰা ডাঙৰ অঞ্চল ; চতুৰ্থতে, বিশ্ববিদ্যালয়, উচ্চ ন্যায়ালয় আদি লাগতীয়াল অনুষ্ঠান-প্ৰতিষ্ঠান ৰহিত হৈ থকাত ইয়াৰ চৰকাৰে ৰাইজলৈ পৰ্য্যাপ্ত সেৱা এতিয়ালৈকে আগবঢ়াব পৰা নাই ; পঞ্চমতে, ইয়াৰ লগত দহ লাখ জনসংখ্যাৰে ২০,৮১৬ বৰ্গমাইল জোৰা পাহাৰীয়া জনজাতিৰ বিভিন্ন বসতি অঞ্চল যোগ হৈ আছে।[৬]

স্বাধীন ভাৰতৰ সংবিধান প্ৰস্তুতি সভাৰ (গণ পৰিষদ) বৰদলৈ এজন বিশিষ্ট

সদস্য হোৱাৰ কাৰণে তেওঁ তাত অসমৰ হৈ দক্ষতাৰে মাত মাতিব পাৰিছিল। এই গণ পৰিষদত যেতিয়া আবকাৰী শুল্কৰ ওপৰত খচৰা সংবিধানৰ ২৫৩ অনুচ্ছেদৰ ২য় দফা (অন্তিম সংবিধানৰ ২৭২ অনুচ্ছেদ)ক লৈ আলোচনা চলি আছিল তাত কোৱা হ'ল যে ১৯৩৫ ৰ ভাৰত আইনে প্ৰস্তাৱ কৰা মতে সেই শুল্কৰ পৰা অহা ধন কেন্দ্ৰ আৰু প্ৰদেশৰ মাজত ভাগ বিতৰণ হ'ব পাৰিব যদিহে কেন্দ্ৰীয় সংসদে সেই ধৰণেৰে আইন প্ৰস্তুত কৰে।[৭] প্ৰাদেশিক স্বাৰ্থৰ উৎসাহী যুঁজাৰু উত্তৰ প্ৰদেশৰ মুখ্যমন্ত্ৰী গোবিন্দ বল্লভ পন্ত আৰু মাদ্ৰাজৰ (আজিৰ তামিলনাডু) বিত্তমন্ত্ৰীয়ে সংসদলৈ পুনৰ বিষয়টো নথৈ আগৰ পদ্ধতি (১৯৩৫ আইনে দিয়া) বাহাল ৰাখিবলৈ ক'লে। বৰদলৈয়ে তাতোকৈ এখোজ আগবাঢ়ি ক'লে যে সেই ভাগ-বিতৰণ বাধ্যতামূলক হ'ব লাগিব আৰু কেন্দ্ৰীয় সংসদ-নিৰ্ভৰ হ'ব নোৱাৰে।[৮] তেওঁ এইটোও ক'লে যে অনুচ্ছেদটো এনেভাৱে সলনি কৰিব লাগে যাতে পেট্ৰোলিয়াম আৰু কেৰাচিন উৎপন্ন কৰা প্ৰদেশে আবকাৰী শুল্ক হিচাবে কেন্দ্ৰই উঠোৱা ৰাজহৰ পৰা সত্তৰ শতাংশ ঘূৰাই পাব লাগে। উৰিষ্যাৰ বিশ্বনাথ দাস আৰু উত্তৰ প্ৰদেশৰ শীব্বন লাল চাক্সেনাই বৰদলৈৰ মন্তব্য সমৰ্থন কৰিলে যে প্ৰদেশ এখনৰ পশ্চাদগামিতা আঁতৰ কৰিবলৈ লক্ষ্য ৰাখি এই ৰাজহ যথাযথ ভাৱে কেন্দ্ৰ আৰু ৰাজ্যৰ মাজত ভাগ হোৱা উচিত।[৯] কিন্তু গণপৰিষদৰ খচৰা সমিতিয়ে দেশৰ সেই সময়ৰ পৰিস্থিতিলৈ চাই এই সংশোধন প্ৰস্তাৱবোৰ গ্ৰহণ নকৰিলে।[১০]

বৰদলৈ তথাপিও ক্ষান্ত নহ'ল। তেওঁ আকৌ বিচাৰিলে মৰাপাটৰ বা মৰাপাটেৰে গঢ়া সামগ্ৰীৰ ওপৰত বহুওৱা ৰপ্তানী শুল্কৰ বাবষ্ঠি শতাংশ বা তাৰো অধিক উৎপন্নকাৰী প্ৰদেশ বিলাকলৈ ঘূৰি যাব লাগে বুলি। খচৰা সংবিধানৰ ২৫৪ অনুচ্ছেদ (অন্তিম খচৰাৰ ২৭৩ অনুচ্ছেদ)ক লৈ হোৱা আলোচনাত তেওঁ এই দাবী কৰে। লগতে তেওঁ  ক'লে চাহ ৰপ্তানী শুল্কৰো পয়সত্তৰ শতাংশ বা তাৰো অধিক চাহ উৎপন্নকাৰী ৰাজ্যই প্ৰতি বছৰে ঘূৰাই পাব লাগে। খচৰা সমিতিয়ে এই সংশোধনো অগ্ৰাহ্য কৰে এই বুলি যে ৰাজহৰ ভাগ বতৰাত তেতিয়াৰ স্থিতি অব্যাহত থাকিবলৈ দিব লাগে। কে.সান্তানাম, এম. অনন্তসায়ানাম্ আয়েঙ্গাৰ আৰু শ্ৰীমতী দুৰ্গাবাই (পাছলৈ দেশমুখ) য়েও মৰাপাট আৰু মৰাপাট উৎপন্নকাৰী প্ৰদেশৰ পক্ষে মাত মাতি ক'লে যে অন্ততঃ পঞ্চাশ শতাংশ ৰপ্তানী কৰৰ ভাগ তেনে প্ৰদেশে পোৱা উচিত। কিন্তু ভাৰতৰ সেই সময়ৰ অতিশয় প্ৰতিৰক্ষা আৰু অন্য খৰছলৈ চাই খচৰা সমিতিয়ে অসমৰ বিশেষ পৰিস্থিতি অৱজ্ঞা কৰিলে।[১১]

বৰদলৈয়ে অকণমান সুখ পালে এই কথাত যে খচৰা সংবিধানৰ ২৫৫ অনুচ্ছেদ (অন্তিম ২৭৫ অনুচ্ছেদ)ত অসমৰ জনজাতি আৰু তপছিলভুক্ত অঞ্চলৰ

উন্নয়নৰ বিষয়ত কিছু অনুদানৰ কথা ভবা হ'ল। এই অনুচ্ছেদত কোৱা হ'ল যে সংবিধানৰ প্ৰস্তুতিৰ সময়ৰ পৰা যদি অসম চৰকাৰে আগৰ তিনি বছৰ গড় হিচাপতকৈ বেছি খৰছ সেই অঞ্চলৰ উন্নয়ন আঁচনিত কৰে, তেতিয়া হ'লে সেই ওপৰঞ্চি খৰছ কেন্দ্ৰই সম্পূৰ্ণ পূৰণ কৰিব, যদিহে সেই আঁচনিসমূহে কেন্দ্ৰৰ আগতীয়া অনুমতি পায়। ইয়াৰ উদ্দেশ্য আছিল পাছ পৰা অঞ্চলসমূহক আন অঞ্চলৰ লগত সমাৱস্থালৈ অনাটো।[১২] বৰদলৈয়ে কিন্তু প্ৰতিবাদ কৰিলে এই বুলি যে যিহেতু তেওঁৰ সমগ্ৰ প্ৰদেশখনৰ সকলো অঞ্চলেই পিছপৰা, গতিকে জনজাতি অঞ্চলৰ উন্নয়নৰ কাৰণে অনুদানৰ কথা চিন্তা কৰোঁতে অসমৰ বাকী অংশত হোৱা খৰছৰ লগত তুলনা কৰিব নালাগে। বৰদলৈ চৰকাৰৰ যুক্তি হ'ল অনুচ্ছেদত উল্লেখ কৰা অনুদান সিমানেই হব লাগে যিমানখিনিয়ে প্ৰদেশখনৰ চৰকাৰক সক্ষম কৰিব পাৰে ভাৰতৰ আন প্ৰদেশৰ সমপৰ্য্যায়লৈ আহি সেৱা আগবঢ়াবলৈ। যিহেতু অসমৰ জনজাতি অঞ্চল অন্য অঞ্চলতকৈ পিছ পৰি আছিল - যেনেদৰে আছিল অসম প্ৰদেশখনো আনবোৰ প্ৰদেশৰ তুলনাত - সেই গতিকে বৰদলৈৰ মতে পিছপৰা জনজাতি অঞ্চল সমূহক অসমৰ আন অঞ্চলেৰে মিলাবলৈ হ'লে সেই অঞ্চলসমূহে ভাৰত চৰকাৰৰ পৰা আচুতীয়া অনুদান পাওঁতে অসম চৰকাৰে সেই অঞ্চলত খৰছ কৰিব পৰা ধনৰ পৰিমাণৰ লগত তুলনা কৰিব নালাগে। বৰদলৈয়ে এনে অনুদানৰ পৰিমাণ নিৰ্দ্ধাৰণ কৰিবলৈ বিশেষজ্ঞ সমিতি এখনৰো প্ৰস্তাৱ দিলে।[১৩]

অসমৰ অনুন্নত অৱস্থাৰ প্ৰতি কোনো বিশেষ কাণ নিদি তাৰ উৎপন্ন সামগ্ৰী চাহ, পেট্ৰ'লিয়াম আদিৰ পৰা আহৰণ কৰা ৰপ্তানী আৰু আবকাৰী শুল্কৰ যথোচিত ভাগ অসমক ঘূৰাই দিবলৈ ইচ্ছা নকৰি নতুন সংবিধানৰ খচৰা সমিতিয়ে অসমক তেনে অৱস্থাতেই থলে, যি অৱস্থা ১৯৩৫ চনৰ ভাৰত আইনেও দিছিল।[১৪] ইয়াৰ মানে অসমৰ সম্পূৰ্ণভাৱে আৰু সৰ্বদায় কেন্দ্ৰীয় সাহায্যৰ ওপৰত নিৰ্ভৰ কৰিবলগীয়া অৱস্থা হ'ল। বৰদলৈয়ে ভয় কৰিলে যে এই নতুন অৱস্থা আগতকৈও বেয়াৰ ফাললৈ যাবলৈ ওলাইছে। যিহেতু স্বাধীনোত্তৰ কালত তেওঁ আৰম্ভ কৰা উন্নয়ন আঁচনিবোৰ অচল হৈ পৰিব। এনে অৱস্থাত তেওঁৰ মন্ত্ৰীসভাই এখন স্মাৰক পত্ৰ খচৰা সমিতিলৈ লিখিলে আৰু তাত ক'লে যে আগত বছৰৰ (১৯৪৯) বাজেটৰ ধন মাথোন ৬৩০ লাখ টকা হব বুলি ধাৰণা কৰা হৈছে[১৫] যদিও অসমে লোৱা নতুন আঁচনিসমূহ জীয়াই ৰাখিবলৈ হ'লে অতি কমেও অসমক প্ৰয়োজন হব বছৰি ৮০০ লাখ টকা অন্ততঃ কিছু বছৰলৈ। কিন্তু অসমে ৪৯৮ লাখতকৈ অধিক ধন ৰাজহৰ সাধাৰণ উৎসৰ পৰা পাব নোৱাৰে। ইয়াৰ ফলত ৩০০ লাখ টকাৰ ঘাটি হ'ব।[১৬] খচৰা সমিতিয়ে অসমৰ বিশেষ পৰিস্থিতিলৈ মন নকৰাত অসম চৰকাৰ ক্ষুব্ধ হ'ল।[১৭] আৰু এনে অৱস্থাত বৰদলৈয়ে

পৰামৰ্শ দিলে যাতে অসমৰ সমগ্ৰ বিত্তীয় পৰিস্থিতিটো এটি বিত্তীয় কমিছনৰ দ্বাৰা সংবিধান প্ৰস্তুতি হোৱাৰ লগে লগেই বিচাৰ কৰিবলৈ। পৰামৰ্শ দিলে মানে, সংবিধানৰ ২৬০ (১) অনুচ্ছেদে (শেষ খচৰা ২৮০ অনুচ্ছদ) ধাৰ্য্য কৰা মতে সংবিধান প্ৰচলন হোৱাৰ পাঁচ বছৰৰ পাছত নহয়।[১৮] কিন্তু খচৰা সমিতিয়ে ইয়াকো অগ্ৰাহ্য কৰিলে যদিও বৰদলৈৰ বিক্ষোভলৈ কিছু কাণ দি অনুচ্ছেদটোৰ গাঠনিটো অলপ সলনি কৰি ক'লে যে তেনে কমিছন এখন ৰাষ্ট্ৰপতিয়ে "যেতিয়াই প্ৰয়োজন তেতিয়াই পাতিব পাৰিব" সংবিধান প্ৰচলন হোৱাৰ পাঁচ বছৰৰ ভিতৰত।[১৯] খচৰা সমিতিৰ বিত্তীয় বিধানবোৰে বৰদলৈক ইমান মনোকষ্ট দিলে যে তেওঁ বিষাদত ডুব গৈ ১৯৪৮ চনৰ ২৫ ফেব্ৰুৱাৰী তাৰিখে তেওঁৰ দিনলেখাত লিখি থ'লে এনেকৈ ঃ

> "Draft Constitution 1 Financial Arrangement টো আজি ভালকৈ পঢ়ি চোৱা হ'ল। আমাৰ পক্ষে একেবাৰে ভাল নহয়। মনটো বৰ বেয়া লাগি আছে। এইটোকেহে কাৰণ কৰি ইস্তফা দিম হ'ব পায়। পদ মানুহে কামৰ নিমিত্তে লয়, কিন্তু কাম কৰিব নোৱাৰিলে পদৰ মূল্য কি ?"[২০]

খচৰা সংবিধানৰ ২৫৩, ২৫৪, ২৫৫ আৰু ২৬৬ অনুচ্ছেদবোৰৰ ক্ষেত্ৰত বৰদলৈয়ে আগবঢ়োৱা সংশোধনখিনি নাকচ কৰি স্থিতাবস্থা অন্ততঃ পাঁচ বছৰলৈ বজাই ৰখাবলৈ খচৰা সমিতিৰ প্ৰয়াসৰ গুৰি কাৰণ আছিল ভাৰতৰ সেই সময়ৰ অশান্ত পৰিস্থিতি, যাৰ কাৰণে প্ৰয়োজন হৈছিল সাবলীল কেন্দ্ৰ।[২১] খচৰা সমিতিৰ মাথোন এজন সদস্যইহে বৰদলৈ বা অসমৰ পক্ষ লৈছিল। তেওঁৱেই আছিল বৰদলৈৰ পূৰ্বৰ প্ৰতিদ্বন্দ্বী ছাৰ মোহাম্মদ সাদ্উল্লা, যিজনে ভালকৈ জানিছিল স্থিতাবস্থাৰ প্ৰবৰ্তন হৈ থাকিলে অসমৰ অৱস্থা কি হ'ব। ১৯৪৮ চনৰ ২৭ মাৰ্চত বহা খচৰা সমিতিৰ বৈঠকত সাদ্উল্লাই তেওঁৰ সংগীবৃন্দক ক'লে যে সমিতিয়ে ভবাৰ বিপৰীতে ভাৰত চৰকাৰৰ কেইটিমান কাৰ্য্যৰ দ্বাৰা স্থিতাবস্থাই অসমত ইতিমধ্যে অগতিৰ পথলৈ নিলেই। তেওঁ সেই কাৰণে ক'লে যে বৰদলৈৰ সকলোবোৰ প্ৰস্তাৱ মানি ল'ব লাগে। কিন্তু সংখ্যাগৰিষ্ঠতাৰে সমিতিয়ে সেই প্ৰস্তাৱ নাকচ কৰিলে।[২২]

১৯৪৯ চনৰ ২১ ৰ পৰা ২৪ জুলাইলৈকে প্ৰদেশসমূহৰ মুখ্যমন্ত্ৰীসকলক নিমন্ত্ৰণ কৰা হ'ল খচৰা সমিতিৰ সদস্য সকলেৰে আৰু কেন্দ্ৰীয় চৰকাৰৰ প্ৰতিনিধিৰে বিতৰ্কমূলক বিধানবোৰৰ বিষয়ে আলোচনা কৰিবলৈ। বৰদলৈৰ লগত গ'ল তেওঁৰ বিত্তমন্ত্ৰী বিষ্ণুৰাম মেধী। ইয়াত কেন্দ্ৰীয় মন্ত্ৰী কেইজনমানৰ আকোৰগোজ আচৰণে নতুন আশংকাৰ জাননী দিলে। প্ৰথমেই কেন্দ্ৰীয় বিত্তমন্ত্ৰীয়ে মৰাপাট ৰপ্তানী শুল্কক মৰাপাট উৎপন্ন কৰা প্ৰদেশবোৰৰ লগত ভাগ কৰিবলৈ অমান্তি হ'ল। কাৰণটো মাথোন ইয়েই যে এনে হ'লে অসম আৰু মাদ্ৰাজে (তামিলনাডু) প্ৰশ্ৰয় পাব চাহ ৰপ্তানী শুল্কৰ

ভাগ পাবলৈ। সেই মন্ত্ৰালয়ৰ মতে তেনে সংলগ্ন প্ৰদেশক এটা নিৰ্দ্দিষ্ট সময়ৰ কাৰণেহে মাথোন ক্ষতিপূৰণ দিব লাগে।[২৩] এই মন্ত্ৰালয়ে ইয়াতো অসন্তোষ প্ৰকাশ কৰিলে খচৰা অনুচ্ছেদ ২৫৫ অসমৰ জনজাতিৰ ক্ষেত্ৰত দিয়া অনুদান স্থিৰ কৰি পেলালে যিহেতু ই পূব পাঞ্জাৱত স্থানচ্যুত লোকসকলৰ পুনৰ সংস্থাপনৰ কাৰণেও অনুদানৰ দাবী আনিলে। মন্ত্ৰালয়ে বিচাৰিলে যাতে বিষয়টো সংসদৰ হাতত থোৱা হয় যাতে ই ভৱিষ্যতলৈ বিত্তীয় কমিছনৰ দৰে নিৰপেক্ষ সংস্থাৰ পৰামৰ্শৰ দৰে সমাধা কৰিব পাৰে।[২৪] তেতিয়া বৰদলৈয়ে ২২ জুলাই তাৰিখে পুনৰ ৰপ্তানী শুল্কৰ অংশ বিচাৰিলে। সংলগ্ন প্ৰদেশকেইখনৰ বাবে বাণিজ্যমন্ত্ৰী কে.চি.নিয়োগীয়ে ক'লে মাথোন কিছু কেন্দ্ৰীয় সাহায্যৰ হে প্ৰয়োজন শুল্কৰ অংশ নহয়।[২৫] বৰদলৈ আৰু মেধীয়ে ২৫৪ অনুচ্ছেদত চাহকো সংলগ্ন কৰিব বিচাৰিছিল কিন্তু কেন্দ্ৰীয় বিত্তমন্ত্ৰীয়ে আকোৰগোজভাবে সেই শুল্কৰ ভাগ বিতৰণ কৰিবলৈ ৰাজী নোহোৱাত সিও অগ্ৰাহ্য হ'ল।[২৬]

১৯৪৯ চনৰ গ্ৰীষ্মত খচৰা সমিতিয়ে প্ৰাদেশিক চৰকাৰ সমূহৰ পৰামৰ্শ বিচাৰিলে প্ৰাদেশিক বিক্ৰী কৰ, প্ৰাদেশিক চৰকাৰী স্থাৱৰ সম্পত্তি আদিৰ পৰা কেন্দ্ৰই পাব পৰা আয় ইত্যাদিৰ কথাত। আগষ্ট মাহৰ মাজভাগত অসম চৰকাৰে তাৰে কিছু অনুচ্ছেদত আপত্তি দৰ্শালে।[২৭] খচৰা সংবিধানৰ ২৬৪ নং অনুচ্ছেদ মতে প্ৰদেশত থকা কেন্দ্ৰীয় সম্পত্তিৰ ওপৰত প্ৰাদেশিক কৰ নবহিব যেতিয়ালৈকে সংসদে আইনৰ দ্বাৰা তেনে নিবিচাৰে কিন্তু যদি নতুন সংবিধানৰ প্ৰচলনৰ আগতে ব্যৱস্থাটো বেলেগ আছিল তেনেহলে আগৰ ব্যৱস্থা বৰ্তি থাকিব সংসদে অন্য বিচাৰ নকৰালৈকে। অসম চৰকাৰ এই ব্যৱস্থাত মান্তি হ'ল যদিহে কেন্দ্ৰত থকা প্ৰদেশৰ সম্পত্তিৰ ওপৰত তদ্ৰূপ আচৰণ দেখুওৱা হয়। ১৯৪৯ চনৰ নৱেম্বৰ মাহত হোৱা পৰিবৰ্তিত অনুচ্ছেদত (অনুচ্ছেদ ২৮৫ (২)) প্ৰাদেশিক চৰকাৰক অনুমতি দিয়া হ'ল কেন্দ্ৰীয় সম্পত্তিৰ ওপৰত কৰ বহুৱাবলৈ যেতিয়ালৈকে সংসদে অন্য সিদ্ধান্ত নলয়।[২৮] সামগ্ৰীৰ বেচা-কিনা বিষয় খচৰা অনুচ্ছেদ ২৬৪ (A)য়ে অসমকে ধৰি কেতবোৰ প্ৰদেশক বেছ কিছু জুলুম দিছিল। এই অনুচ্ছেদে প্ৰদেশকেইখনক কিছু বস্তু কিনা-বেচাৰ ওপৰত কৰ বহুৱাবলৈ নিষেধ কৰিছিল।[২৯] অসম চৰকাৰে বিশেষভাৱে বিৰোধ কৰিছিল অনুদফা (ক) সম্পৰ্কে যি প্ৰদেশখনক বিক্ৰী কৰ বহুৱাবলৈ নিষেধ কৰিছিল। অসম চৰকাৰে ভয় কৰিছিল এই অনুচ্ছেদে সেই চৰকাৰে ব্যৱহাৰ কৰি অহা অধিকাৰৰ ওপৰত হস্তক্ষেপ হোৱা বুলি আৰু সেই সময়ত প্ৰস্তুত হোৱা অসম বিক্ৰী কৰ বিলখনলৈ অথন্তৰ আনিব বুলি। তেওঁলোকে সেইকাৰণে পৰামৰ্শ দিলে অনুচ্ছেদটোক উঠাই ল'বলৈ। কিন্তু সংশোধিত অনুচ্ছেদটোৱে (২৮৬) শেষত কেন্দ্ৰীয় বিত্ত মন্ত্ৰালয়ৰ দাবীকে মানিলে। যি হওক ই

ৰাষ্ট্ৰপতিক অধিকাৰ দিলে কোনো প্ৰদেশক ১৯৫১ চনৰ মাৰ্চ মাহলৈকে বেচা-কিনা বিষয়ত যিকোনো কৰ বহুৱাবলৈ যদিহে তেনে কৰা আগতে আইন সংগত আছিল।[৩০]

খনি, বিজুলী শক্তি আদিৰ তত্ত্বাৱধানত থকা কেন্দ্ৰীয় মন্ত্ৰালয়ৰ প্ৰস্তাৱৰ দ্বাৰা অহা ২৬৫ (ক) অনুচ্ছেদে সংগৃহীত পানী আৰু বিজুলীৰ উৎপাদন, ব্যৱহাৰ, বিতৰণ আৰু বিক্ৰীৰ ওপৰত কৰ নিষেধ কৰিবলৈ ওলোৱাতো অসম চৰকাৰ সুখী নাছিল।[৩১] এই অনুচ্ছেদটো খচৰা অনুচ্ছেদ ২৬৫ ৰ অংশ আছিল। বৰদলৈ চৰকাৰে এই অনুচ্ছেদৰ অন্তৰ্নিহিত চিন্তা স্বীকাৰ কৰিলেও বিনিময়ত বিচাৰিছিল জলসিঞ্চন, বিদ্যুৎ পৰিবহন আদি প্ৰদেশখনৰ প্ৰথম শ্ৰেণীৰ ৰাজহুৱা সেৱা যাতে কেন্দ্ৰীয় কৰৰ পৰা ৰক্ষা পৰে।[৩২]

কেন্দ্ৰীয় বিত্ত মন্ত্ৰালয়ে যেতিয়া ২৬৬ নম্বৰৰ অনুচ্ছেদটোৰ সম্পৰ্কত প্ৰথম সংশোধনটো আগবঢ়াই প্ৰাদেশিক চৰকাৰৰ বেপাৰ ও বাণিজ্যৰ উদ্যোগবোৰৰ পৰাও, বে-চৰকাৰী ব্যক্তিগত উদ্যোগবোৰৰ পৰা লোৱাৰ দৰে, কেন্দ্ৰীয় কৰ দাবী কৰিলে এই বুলি যে সেইবোৰ সাধাৰণ চৰকাৰী কাৰ্য্যত নপৰে, বৰদলৈ আৰু মেধী অত্যন্ত নিৰুৎসাহ হৈ পৰিল। কেন্দ্ৰীয় মন্ত্ৰালয়ৰ তেনে উদ্যোগৰ তালিকাত জলবিদ্যুৎ, বিজুলী পৰিবহণ, পানী পৰিবহণ, যাতায়ত, ফেৰীঘাট ব্যৱস্থা, নৌ ভ্ৰমণ, জলসিঞ্চন, গাঁও আৰু চহৰত ঘৰ নিৰ্মাণ, বিলাতী মাটি, ধান-চাউলৰ মিল ইত্যাদিও আছিল।[৩৩] কেন্দ্ৰীয় বিত্ত মন্ত্ৰালয়ে এইটো আওকাণ কৰিলে যে এনেবোৰ উদ্যোগে ৰাজহুৱা সেৱা আগবঢ়াইছিল আৰু তাৰে কিছুমান জাতীয়কৰণত সহায় কৰিছিল। কেন্দ্ৰীয় বিত্ত মন্ত্ৰালয়ে প্ৰাদেশিক চৰকাৰৰ জাতি গঠন আৰু জাতীয়তাবোধৰ আদৰ্শকো এনেদৰে উপলুঙা কৰাত অসম চৰকাৰ বাৰুকৈয়ে ক্ষুব্ধ হৈছিল আৰু কটু ভাষাৰে কেন্দ্ৰীয় নীতি আৰু সিদ্ধান্তক "মূলতে ভুল" আখ্যা দিছিল।[৩৪] এই সমালোচনাত অসমেই মাথোন নাছিল, আন কেইবাখনো চৰকাৰে কেন্দ্ৰীয় বিত্ত মন্ত্ৰালয়ৰ বিবেচনাত বিবেকহীনতা দেখা পাইছিল।[৩৫] ফলস্বৰূপে ১৯৪৯ চনৰ ২৯ আগষ্টৰ দিনা কেন্দ্ৰীয় মন্ত্ৰী বিত্ত মন্ত্ৰালয় পিছ হুঁহকিল।[৩৬] ২৬৬ অনুচ্ছেদটোৰ অন্তিম খচৰাত (অনুচ্ছেদ ২৮৯) যদিও কিছু ক্ষেত্ৰত কেন্দ্ৰই কৰ পাবলৈ সুবিধা পালে কিন্তু অনুচ্ছেদটো আদৰ্শহীন আৰু ভয়ঙ্কৰ হৈ পুনৰ নোলাল।

কেন্দ্ৰীয় মন্ত্ৰীসকলৰ বিশাল ক্ষমতাৰ প্ৰতি ধাউতি আৰু খচৰা সমিতিত সেই ধাউতিৰ লগত উজাই যোৱাৰ ইচ্ছাই ১৯৫০ চনত ভাৰতৰ সংবিধানে কেন্দ্ৰক ১৯৩৫ চনৰ ভাৰত আইনতকৈও অধিক শক্তিশালী কৰি তুলিলে আৰু তাতেই আছিল অসমৰ বিশেষ দুৰ্ভাগ্য। খনিজ তেল, চাহ, মৰাপাট, বনজ সম্পদ আদিৰে ভৰপূৰ হৈও অসমে ১৯৫০ ৰ সংবিধানৰ পৰা সুফল নাপালে আৰু অসমৰ যুগ জোৰা বিশেষ পৰিস্থিতি আৰু দ্বিতীয় মহাযুদ্ধ আৰু দেশ বিভাজনে অসমলৈ অনা অভাবনীয় ক্ষতি আৰু

দুৰ্য্যোগৰ প্ৰতি কণমানো চিন্তা কেন্দ্ৰীয় মন্ত্ৰীসকলৰ চিন্তা আৰু কাৰ্য্যত দেখা পোৱা নগ'ল। ১৯৪৮ চনত তৈল পথাৰ (নিয়ন্ত্ৰণ আৰু উন্নয়ন) আইনখনে কেন্দ্ৰীয় চৰকাৰক ক্ষমতা দিলে অসমে পাবলগীয়া ৰয়েলটি নিৰ্দ্ধাৰণ কৰিবলৈ। ই হ'লগৈ বিশ্ববজাৰৰ মূল্যৰ মাথোন ১০ শতাংশহে। ঠিক তেনেকৈয়ে সংবিধান প্ৰস্তুতি সভাৰ খচৰা সমিতিয়ে এইটো ভাবিয়েই নাচালে যে চাহ আদি অসমৰ সম্পদৰে ধন ঘটা বহুবোৰ কোম্পানীয়ে তেওঁলোকৰ ঘাই কাৰ্য্যালয় কলকতাত পতাৰ কাৰণে তেওঁলোকে আয়কৰ সোধাইছিল কলকাতাতহে, অসমত নহয়। সেই আয়কৰৰ পৰা যুগ যুগ ধৰি অসম চৰকাৰ বঞ্চিত হৈ ৰ'ল। বৰদলৈ চৰকাৰে সেই সময়ৰ বৃহত্তৰ অসমৰ বিভিন্ন জাতি, সম্প্ৰদায় গোষ্ঠীৰ কাৰণে কৰা ত্যাগৰ আৰ্হি ভাৰতত বিৰল। গণ পৰিষদৰ এখন সভাত বৰদলৈয়ে কৈছিল ঃ

> "দেশ বিভাজনৰ পাছত আমি ভাৰতৰ পৰা একেবাৰে কটা গৈছিলো আৰু যদিও সংযোগটো কেন্দ্ৰীয় চৰকাৰৰ খৰচত হ'ল, প্ৰদেশ খনৰ বহু ধন সেই প্ৰক্ৰিয়াত সোমাল। ২০০ মাইলৰ সমগ্ৰ সীমান্ত অঞ্চল পাকিস্তান, চীন আৰু ব্ৰহ্মদেশক চুইছে। পাকিস্তানৰ লগত থকা সীমা পাহাৰেদিও গৈছে। সেই পাহাৰীয়া অঞ্চলৰ সমগ্ৰ অৰ্থনীতি থানবান হৈ পৰিছিল বিভাজনৰ ফলত। দুখীয়া জনসাধাৰণক, বিশেষকৈ পাহাৰী এলেকাত থকা সকলে, খাদ্য আৰু অন্য সামগ্ৰীৰ ক্ষেত্ৰত সম্পূৰ্ণভাৱে নিৰ্ভৰ কৰিছিল অসমৰ ওপৰত, যিহেতু শ্ৰীহট্ট আৰু মৈমনসিংহৰ লগত আগৰ বেপাৰ-বাণিজ্য বন্ধ হৈ গৈছিল। এই এলেকাবোৰক বাট-পথেৰে সুগম কৰি ৰখাটো অত্যন্ত আৱশ্যকীয় হৈ পৰিছিল আৰু অসম চৰকাৰে সেই কাম মূৰ পাতি লৈছিল।"[৩৭]

## ২। অসমৰ যুদ্ধোত্তৰ উন্নয়ন আঁচনিসমূহৰ প্ৰতি কেন্দ্ৰৰ অৱহেলা

গোপীনাথ বৰদলৈ এনে এজন দূৰদৰ্শী ৰাজনীতিক আছিল, যিজনে বিপদৰ আগলি সংকেত পোৱাৰ লগে লগেই বিপদ ভেটিবৰ কাৰণে আগতীয়া ব্যৱস্থা লৈ থৈছিল। স্বাধীনতাৰ পাছতেই নতুন অসম গঢ়াৰ পথত তেওঁ দেখিলে কেনেকৈ কাশ্মীৰ সমস্যাৰ বাবে ভাৰত চৰকাৰৰ কাৰণে ধনৰ অভাৱ ঘটিল। তথাপিও ভাৰত চৰকাৰৰ সাহায্য ব্যতিত দুখীয়া অসমে যে প্ৰগতিও নেদেখিব সিও আছিল সত্য। এনে দুঃচিন্তাত কটাওঁতেই তেওঁ তেতিয়াও গোপন হৈ থকা কথা এটাৰ গম পালে। নতুন দিল্লীত গণ পৰিষদত ভাৰতৰ নতুন সংবিধান প্ৰস্তুতি কাৰ্য্যত লাগি থাকোতেই, ১৯৪৮ চনৰ আগলি পৰত তেওঁ জানিবলৈ পালে যে যুদ্ধোত্তৰ উন্নয়ন আঁচনি নামেৰে আঁচনি এখন

আহিব লাগিছে বৃটিছ চৰকাৰৰ সাহায্যৰে। সেই চৰকাৰে পাঁচশ কোটি টকা আগবঢ়ালে দ্বিতীয় মহাযুদ্ধত ভাৰতৰ সম্পদ ব্যয় কৰাৰ ক্ষতিপূৰণ স্বৰূপে আৰু সেই ধন বোলে জনসংখ্যাৰ ভিত্তিত ভাৰতৰ প্ৰদেশ সমূহৰ মাজত বিতৰণ হব।[৩৮] বৰদলৈয়ে ইয়াকো গম পালে যে সেই আঁচনিৰ অন্তৰ্গত গঢ়ি উঠা যোজনাৰ সকলো খৰছ অন্ততঃ অসম, পশ্চিমবঙ্গ, পুব পঞ্জাব আৰু উৰিষ্যাৰ ক্ষেত্ৰত কেন্দ্ৰই বহণ কৰিব।

এই কথা গম পায়েই বৰদলৈ ততাতৈয়াকৈ দিল্লী এৰি অসম পালেগৈ তেওঁৰ মন্ত্ৰীসকল আৰু কেইজনমান উচ্চ পদস্থ বিষয়াৰ লগত আলোচনা কৰিবলৈ। সমন্বয় সাধন (কো-অৰ্ডিনান্স) নামৰ এটি নতুন প্ৰশাসনীয় বিভাগ ততালিকে গঢ়া হ'ল,[৩৯] যুদ্ধোত্তৰ উন্নয়ন আঁচনিত সোমাব পৰা যোজনাবোৰ বাছি উলিয়াবলৈ। এই বিভাগটোৰে এখন তালিকা প্ৰস্তুত কৰিলে কেন্দ্ৰীয় চৰকাৰৰ অনুমোদনৰ কাৰণে বৰদলৈয়ে পাণ্ডি থোৱা অসমৰ সকলো অনুষ্ঠানেই এই আঁচনিত ঠাই পালে। প্ৰাথমিক আৰু উচ্চ শিক্ষাৰ অনুষ্ঠান সমূহ, গাঁও উন্নয়ন আৰু বিভিন্ন প্ৰশিক্ষণ কেন্দ্ৰ এই আঁচনিৰ ভিতৰলৈ আহিল। ১৯৪৬-৪৭ আৰু ১৯৪৭-৪৮ ৰ কাল ডোখৰত পোন্ধৰটা আঁচনিক ভাৰত চৰকাৰে অনুমোদন কৰি থৈছিলেই। ১৯৪৯ চনত অসমৰ আন ৭৮ টা আঁচনি ভাৰত চৰকাৰে অনুমোদন কৰাত যুদ্ধোত্তৰ আঁচনিৰ সংবাদটোৱেই অসমত স্বাধীনতাৰ প্ৰথম শুভফল বুলি দেখা দিলে।[৪০]

এইখিনিতে এই কথাটো কৈ থ'ব লাগিব বৃটিছ চৰকাৰৰ দিব খোজা ৫৩০ কোটি টকাৰ সিদ্ধান্তটো সলনি হৈছিল। ধন নিদি সেই চৰকাৰে উদ্যোগৰ কাৰণে সা-সঁজুলিহে যোগাৰ দিব বুলি ক'লে। তথাপিও স্বাধীন ভাৰতৰ চৰকাৰে আদি পৰিমাণতকৈ কমকৈ হ'লেও পূৰ্বৰ প্ৰতিশ্ৰুতি বজাই ৰাখি ৫০০ কোটিৰ ঠাইত ২৫০ কোটি টকা আগবঢ়াবলৈ মনস্থ কৰিলে। এই ধনৰো মাথোন ২০৪ কোটিহে আচলতে প্ৰদেশবোৰৰ মাজত ভগোৱাৰ দিহা লৈ বাকীখিনি কেন্দ্ৰই নিয়ন্ত্ৰণ আৰু পৰিদৰ্শনৰ বাবে ৰাখিলে। সেই সময়ত কেন্দ্ৰীয় যোজনা আয়োগ স্থাপিত হোৱা নাছিল। কেন্দ্ৰীয় যোজনাত আৰু উন্নয়ন মতে প্ৰদেশবিলাকৰ আঁচনিসমূহ অনুমোদন কৰি অৰ্থ সাহায্য ধাৰ্য্য কৰিছিল।

বৰদলৈ চৰকাৰৰ সমন্বয় সাধন সমিতিখনে কৰা নতুন যোজনাৰ তালিকাখনত সেৱাৰ প্ৰায় সকলো অনুষ্ঠানেই সোমাই আছিল - যিবোৰৰ অশেষ প্ৰয়োজন থাকিলেও চৰকাৰখনে ৰাজহৰ পৰা অহা ধনেৰে সেইবোৰ একে সময়তে প্ৰতিষ্ঠা কৰিবলৈ অক্ষম আছিল। বৰদলৈয়ে তেওঁ পাণ্ডি থোৱা কিছু প্ৰিয় আঁচনিও ইয়াৰ অন্তৰ্গত কৰিছিল। বৰদলৈ চৰকাৰে আশা কৰিছিল যে যিহেতু তেওঁৰ প্ৰদেশখনে দ্বিতীয় মহাযুদ্ধ আৰু দেশ-বিভাজনত সীমাহীন কষ্ট বৰণ কৰিবলগীয়া হৈছিল, সেই

গতিকে তেওঁৰ চৰকাৰে আগবঢ়োৱা আঁচনি সমূহ উদ্যোগ উপাৰ্জন বিধৰ নহলেও কেন্দ্ৰৰ সন্মতি পাব।[৪১]

অসম আৰু ভাৰত চৰকাৰৰ মাজত হোৱা ব্যৱস্থা মতে অসমে ১৯৫২ চনত শেষ হোৱা প্ৰথম পাঁচ বছৰত পাঁচ কোটি পঞ্চাশ লাখ টকা যুদ্ধোত্তৰ আঁচনি মতে পোৱাৰ কথা আছিল। বৰদলৈয়ে কেন্দ্ৰীয় বিত্তমন্ত্ৰীক অনুৰোধ কৰিলে এই পৰিমাণটো ১০ কোটিলৈ উঠাবলৈ।[৪২] তথাপিও যিহেতু এনেবোৰ কাম সুপৰিকল্পনা আৰু উন্নত কাৰিকৰী নিপুণতাৰে অনতি পলমে সমাধা কৰিবলৈ অসমত সুবিধা নাছিল, ১৯৪৬-৪৭ চনত অসমে পোৱা ৯৫ লাখ টকাৰ মাথোন ৩৯ লাখ টকাৰ ব্যৱহাৰ কৰিব পাৰিলে। পাছৰ বছৰ ১৯৪৭-৪৮ কালত অসমে পোৱা ১৯৭ লাখৰ ৮৫ লাখহে ব্যৱহাৰ কৰিলে।[৪৩] কিন্তু ১৯৪৮-৪৯ ৰ কালত যেতিয়া অসমত কাম পূৰ্ণোদ্যমে চলিবলৈ আৰম্ভ কৰিলে আৰু কিছু নতুন আঁচনিও হাতত লোৱা হ'ল, তেনেতে বিপদে দেখা দিলে। প্ৰথমে যিহেতু এই উন্নয়ন আঁচনিৰ ধন প্ৰদেশৰ জনসংখ্যাৰ আধাৰত কৰা হৈছিল, অসমৰ আটাইতকৈ অধিক জনসংখ্যাৰ জিলা শ্ৰীহট্ট কটা যোৱাত কেন্দ্ৰীয় বিত্ত মন্ত্ৰালয়ে সুবিধা উলিয়ালে অসমে পাব লগীয়া ধনৰ পৰিমাণ কমাবলৈ। তাতে কাশ্মীৰ যুদ্ধ, ভাৰতৰ খাদ্য সংকট আৰু হিন্দু শৰণাৰ্থীৰ আগমনকো কাৰণ দেখুওৱা হ'ল যুদ্ধোত্তৰ আঁচনিৰ খৰছ কমাবলৈ।[৪৪] অসম চৰকাৰে ইতিমধ্যে আৰম্ভ কৰা যোজনা বিলাকত খৰছৰ পৰিমাণ ১৯৪৮-৪৯ ৰ কালত নিৰ্দ্ধাৰণ কৰা হৈছিল অতি কমেও ২ কোটি ৫০ লাখ টকা। কিন্তু কেন্দ্ৰই তাৰ আধাও দিবলৈ ৰাজী হ'ব নোৱাৰিলে। ১৯৪৮ চনৰ আগষ্ট মাহত কেন্দ্ৰীয় বিত্ত মন্ত্ৰালয়ে প্ৰদেশ বিলাকৰ বিত্ত মন্ত্ৰীৰ সৈতে আলোচনাত বহোঁতে যিটো নতুন ব্যৱস্থা অসমৰ কাৰণে নিৰ্দ্ধাৰণ কৰা হৈছিল সেই মতে ১৯৪৮-৪৯ কালত অসমে ১ কোটি ১৫ লাখ পোৱাৰ কথা আছিল। এই পৰিমাণ অসমে আৰম্ভ কৰা আঁচনি বিলাকৰ কাৰণে যৎসামান্য আছিল গতিকে বৰদলৈয়ে নেহৰু আৰু কেন্দ্ৰীয় মন্ত্ৰী কেইজনমানক লগ ধৰি আলোচনা কৰিলে উপায় উলিয়াবলৈ। বৰদলৈয়ে ক'লে অন্ততঃ এক কোটি ষাঠি লাখলৈ পৰিমাণটো বৃদ্ধি কৰিব লাগে।[৪৫] কেইমাহ মানৰ ভিতৰতে অসম চৰকাৰে দেখিলে যে আনকি এই পৰিমাণেৰে চলিত আঁচনি সমূহক জীয়াই ৰখাটো একেবাৰে কঠিন। ১৯৪৯ চনৰ মাৰ্চ মাহত বৰদলৈয়ে নেহৰুক ক'লে যে ভাৰত চৰকাৰে অনুদান এক কোটি ষাঠি লাখৰ পৰা দুই কোটিলৈ বৃদ্ধি কৰিলেও অসমৰ বাজেটত সত্তৰ লাখ টকা ঘাটি পৰি থাকিব।[৪৬]

ধনৰ অভাৱত শিক্ষা প্ৰতিষ্ঠানকেইটি বিপদত পৰাৰ উপৰিও বৰদলৈৰ প্ৰিয় গাঁও উন্নয়ন আঁচনিতো পোটোকা পৰিল। সমতলৰ জনজাতি অঞ্চলত জলসিঞ্চন আৰু বাট-পথ নিৰ্মাণৰ পৰিকল্পনা একেবাৰে বাদ দিবলগীয়া হ'ল। কিন্তু আৰম্ভ হৈ যোৱা

প্ৰতিষ্ঠানসমূহক একেবাৰে পৰিত্যাগ কৰাটো সম্ভৱ নাছিল। অসমৰ ৰাজহো কোনো নতুন উপায়েৰে বঢ়োৱাৰ উপায় নাছিল।[৪৭] হতভম্ব হৈ বৰদলৈয়ে আকৌ নেহৰুক মঞ্জুৰিটো বৃদ্ধি কৰিবলৈ খাটিলে।[৪৮] তেওঁ বাৰম্বাৰ কেন্দ্ৰীয় বিত্ত মন্ত্ৰীৰো কাষ চাপিল। এই মন্ত্ৰালয়ত তেওঁক এবাৰ কোৱা হ'ল যে 'অসম হেন (সৰু) প্ৰদেশ এখনৰ কাৰণে ১ কোটি ১৫ লাখ সংখ্যাটো প্ৰাপ্যতকৈ অধিক।' ইয়াৰ প্ৰত্যুত্তৰত বৰদলৈয়ে কৈছিল যে কেন্দ্ৰই অসমক প্ৰথমতে প্ৰদেশৰ শাৰীলৈ আনিব লাগিব, তাৰ পাছতহে অন্যবোৰ প্ৰদেশৰে তুলনা সম্ভৱ হ'ব। নেহৰুৱে বৰদলৈক পৰামৰ্শ দিলে যে তেওঁ ইতিমধ্যে লোৱা আঁচনিবোৰ একেবাৰে পৰিত্যাগ নকৰি মাথোন লাহে লাহে খোজ দিলেই ভাল হ'ব।[৪৯] বৰদলৈৰ আতুৰতা দেখি এবাৰ নেহৰুৰ মনত খেলালে কেন্দ্ৰৰ পৰা অসম চৰকাৰক এটা ঋণ দিয়াৰ উপায়ৰ কথা। কি দৰে অসমক সহায় কৰিব পৰা যাব সেই লৈ এইদৰে জল্পনা-কল্পনা চলি থাকোঁতেই ১৯৪৯ চনৰ নৱেম্বৰ মাহত পৰিস্থিতি সম্পূৰ্ণ হতাশাৰ পিনে ঢাল খালে। কেন্দ্ৰীয় বিত্ত মন্ত্ৰালয়ে অসম চৰকাৰক জনালে যে অসমে ১৯৪৯-৫০ বিত্তীয় বছৰৰ বাবে ১ কোটি ৬০ লাখতকৈ কম পাব আৰু ১৯৫০-৫১ বছৰটোত একোৱেই নাপাব। এই সংবাদে সমগ্ৰ অসমক নিৰাশাৰ ক'লামেঘৰ ৰূপ লৈ আছন্ন কৰিলে। পৰিস্থিতিটো বৰ্ণাই বৰদলৈয়ে নেহৰুলৈ লিখিলেঃ

> "এই বছৰ ১৯৪৮-৪৯ কেন্দ্ৰই আমাক দিয়া ১ কোটি ৬০ লাখৰ উপৰিও আমাৰ পৰা উন্নয়ন আঁচনিত অতিৰিক্ত ৮০ লাখ টকা খৰচ হ'ব এই কাৰণেই যে আমি আদিতে প্ৰতিজ্ঞাবদ্ধ হৈ থকা আঁচনি কেইটামানৰ কাৰণে কেন্দ্ৰৰ অনুমোদন নাপালো আৰু অন্য কিছুমানতো কেন্দ্ৰই ঋণ দিবলৈ মান্তি নহ'ল। যদি বাকী থকা আঁচনিকেইটাকো ক্ষীণকায় কৰি মাথোন জঁকাকেইটাকেহে ৰখা হয়গৈ, তথাপিও আমাক কমেও কেন্দ্ৰৰ পৰা ৭৫ লাখ টকাৰ প্ৰয়োজন। পৰিস্থিতিটো শোকাকুল এই কাৰণেই যে এই আঁচনিবোৰৰ প্ৰায়বোৰেই শিক্ষা-প্ৰতিষ্ঠান নিৰ্মাণ আৰু প্ৰশিক্ষণ সম্বন্ধীয়। অসমৰ ঘাটি বাজেটে এইবোৰক চম্ভালিব নোৱৰাৰ কাৰণেই এইবোৰক যুদ্ধোত্তৰ পুনৰ নিৰ্মাণ আঁচনিৰ অন্তৰ্গত কৰা হৈছিল। এতিয়া ভাৰত চৰকাৰে এইবোৰলৈ অৰ্থ সাহায্য অগ্ৰাহ্য কৰাত আমাৰ সমগ্ৰ পৰিকল্পনা ধুলিসাৎ হ'বলৈ ওলাল। শিক্ষা প্ৰতিষ্ঠানৰ উপৰিও গাঁও পঞ্চায়ত আৰু সমবায় কাৰ্য্যৰ সম্প্ৰসাৰণ, কুটীৰ শিল্প আদি বিষয়তো আঁচনি লোৱা হৈছে। কেন্দ্ৰীয় অৰ্থ সাহায্য আঁতৰাই নিলে এই সকলোবোৰ বাদ দিব লাগিব।"[৫০]

অৰ্থনৈতিক সংকটৰ বাবে অসম চৰকাৰৰ তৰফৰ পৰাও যে ব্যাপকৰূপে কৰ্তন আৰু মিতব্যয়িতাৰ নিয়ম প্ৰণালী গ্ৰহণ কৰা হৈছে তাকো বৰদলৈয়ে নেহৰুক

জনালে। অতি কমেও এহেজাৰ লোকক এই নিয়ম প্ৰণালীয়ে অসুবিধাত পেলালে। বৰদলৈয়ে নেহৰুক ক'লে যে প্ৰদেশখনৰ প্ৰত্যেকটো গঠনমূলক কামতেই যদি এনেদৰে আদিতেই ঘুণে ধৰিবলৈ দিয়া হয় তেনেহলে প্ৰদেশখনৰ কাৰণে আদৰ্শনীয় একো নাথাকিবগৈ। কমিউনিষ্ট ভয়াবহতা আৰু তেওঁলোকৰ প্ৰচাৰলৈ উদ্দেশি বৰদলৈয়ে দুখ কৰি ক'লে যে এনে হ'লে তেওঁৰ প্ৰদেশখন মাথোন এখন 'পুলিছৰাষ্ট্ৰ'তহে পৰিণত হ'বগৈ।[৫১]

এমাহৰ ভিতৰতে অসমৰ অৰ্থনৈতিক অৱস্থাই ভয়াবহ ৰূপ ল'লে। দুগৰাকী মন্ত্ৰী আৰু তিনি গৰাকী সংসদীয় সচিবকো মিতব্যয়িতাৰ কঠোৰ প্ৰণালীয়ে চুলে আৰু তেওঁলোকে অৱসৰ লব লগা হ'ল। মন্ত্ৰীসকলে স্ব-ইচ্ছাৰে তেওঁলোকৰ মাহিলিৰ চাৰে বাৰ আৰু দহ শতাংশ বৰ্জন কৰিলে। বিধানসভাৰ অধ্যক্ষ আৰু এডভোকেট জেনেৰেলে পূৰ্বতকৈ কম মাহিলিত সন্তুষ্ট হ'ল। এই অসাধাৰণ অৱস্থাটোৰ বিচাৰ কৰিবৰ কাৰণে অসম কংগ্ৰেছ ৱৰ্কিং কমিটি আৰু বিধানসভাৰ কংগ্ৰেছ দলৰ কাৰ্য্যনিৰ্বাহক সমিতিৰ মাজত এখন জৰুৰী যুটীয়া বৈঠক বহে। ইয়াত মিতব্যয়িতাৰ নামত লোৱা নিয়ম-প্ৰণালী অপৰিহাৰ্য্য বুলি গণ্য হ'ল যদিও সভাই বিশেষকৈ গাঁও অঞ্চলত হ'ব লগা উন্নয়ন আঁচনিসমূহ ত্যাগ কৰাটো নিবিচাৰিলে ; কাৰণ তেনে কৰিলে দলে জনসম্পৰ্ক একেবাৰেই হেৰুৱাই পেলাব। সভাত কেন্দ্ৰৰ পৰা অসম চৰকাৰে বিচৰা ৭৫ লাখৰ ঋণ টোৰ কাৰণে পুনৰ অনুৰোধ কৰাৰ প্ৰস্তাৱ লোৱা হ'ল। বৰদলৈৰ সেই বৃহত্তৰ অসম মন্ত্ৰীসভা মাথোন সাতজন লোকেৰে গঠিত হোৱাতো (১৯৭০ চনৰ মহেন্দ্ৰমোহন চৌধুৰী মন্ত্ৰীসভাত আছিল ১৩ জন কেবিনেট মন্ত্ৰী, ৮ জন সাধাৰণ মন্ত্ৰী আৰু ৩ জন উপমন্ত্ৰী) বৰদলৈয়ে পাছত নেহৰুলৈ লিখোঁতে কৈছিল যে মিতব্যয়িতাৰ নামত তেওঁ তেওঁৰ মন্ত্ৰীসভাকো সৰু কৰিলে হয় যদিহে অসমৰ সকলো গুৰুত্বপূৰ্ণ জাতি-উপজাতি আৰু সম্প্ৰদায়ৰ প্ৰতিনিধিত্ব কৰাৰ আৱশ্যকতাটো নাথাকিলে হয়।[৫২] অৱশেষত, বৰদলৈৰ খাটনিৰ ফলত কেন্দ্ৰৰ বিত্ত মন্ত্ৰালয়ৰ যোগেৰে অসমক সহায় কৰিবৰ কাৰণে এটা উপায় উলিয়ালে। বিত্ত মন্ত্ৰী জন মাথাইয়ে কোনো অনুদান দিবলৈ ৰাজী নহ'ল কিন্তু এটা ধাৰৰ ব্যৱস্থা কৰিলে। বৰদলৈ চৰকাৰ এনে দুৰৱস্থাত পৰিছিল যে যেই কোনো সহায়েই হৈ পৰিছিল আপুৰুগীয়া। বৰদলৈয়ে অৱশ্যে যুদ্ধোত্তৰ উন্নয়ন আঁচনিৰ বাবদ পাবলগীয়া ২ কোটি ৮২ লাখৰ ঠাইত অন্ততঃ ৭৫ লাখ টকা বিচাৰিলে।

হতাশা আৰু নিৰাশাৰ সীমা নোহোৱা এনে অৱস্থাতো বৰদলৈ অধৈৰ্য্য হৈ পৰা নাছিল। ইমান দিনে কংগ্ৰেছ আন্দোলনৰে সংলগ্ন থকাৰ পাছত মাথোন অসমৰ এই বিপদৰ কাৰণেই কেন্দ্ৰীয় কংগ্ৰেছক ৰাইজৰ আগত অপদস্থ কৰিবলৈ নিবিচাৰিছিল। কেন্দ্ৰৰ মঞ্জুৰি বন্ধ হোৱা আৰু তাৰ ফলত উন্নয়ন আঁচনিবোৰলৈ অহা বিপদৰ কথা

১৫ মার্চ (১৯৪৯) তাৰিখে বিধানসভাৰ মজিয়াত ব্যক্ত কৰোঁতে বৰদলৈয়ে দঢ়াই-দঢ়াই কৈছিল যে অসমৰ দুৰৱস্থাৰ প্ৰতি প্ৰধান মন্ত্ৰী নেহৰু আৰু উপ প্ৰধান মন্ত্ৰী পেটেল সম্পূৰ্ণ সজাগ আৰু অসমৰ প্ৰতি তেওঁলোক অত্যন্ত সহানুভূতিশীল। মাথোন অসাধাৰণ জাতীয় দুৰ্য্যোগহে অসমৰ দুৰৱস্থাৰ কাৰণ।[৫৩] এনে আদৰ্শনীয় আত্মসংযমে বৰদলৈৰ চৰিত্ৰৰ মহানতা প্ৰকট কৰি দেখুৱালে।

১৯৫০ চনত যেতিয়া বৰদলৈ ঢুকায় অসম বিধান সভাত আগৰ মুখ্যমন্ত্ৰী সাদ্উল্লাই অসমৰ সেই সময়ৰ অৰ্থনৈতিক দুৰ্গতিৰ সন্দৰ্ভত কৈছিল "আমাৰ ৰাজহৰ ভাণ্ডাৰ যি সময়ত তলি ফুটা... আমাৰ ঘাটি যেতিয়া আমাৰ সমগ্ৰ আয়ৰ ২০ শতাংশ, আমাৰ প্ৰয়োজন গোপীনাথ বৰদলৈৰ দৰে এজন জনপ্ৰিয় ব্যক্তিত্বৰ পুৰুষক, কেন্দ্ৰৰ লগত আমাৰ অৰ্থ সাহায্যাৰ্থে আলোচনা কৰিবলৈ। আমাক লাগে গোপীনাথ বৰদলৈৰ কৌশল আৰু বিচক্ষণতা এনে সমস্যাক ভেটিবলৈ....।"[৫৪]

বৰদলৈ অৱশ্যে এটা কথাত খাটাং আছিল আৰু তাক কেন্দ্ৰীয় মন্ত্ৰীসকলৰ আগত সততে দোহাৰিছিল। যি নীতিক লৈ কেন্দ্ৰই বিভিন্ন ৰাজ্যত ধনৰ ভাগ বিতৰণ কৰে সেই সাধাৰণ নিয়ম অসমৰ দৰে এখন ৰাজ্যত খটুৱাব নোৱাৰি। অসমে ইয়াৰ বিশেষ পৰিস্থিতিৰ কাৰণে বিশেষ ব্যৱস্থা পাবই লাগিব।[৫৫]

স্বাধীনোত্তৰ এই আৰম্ভণি কালছোৱাত কিছু কেন্দ্ৰীয় মন্ত্ৰালয়ে প্ৰদেশৰ প্ৰতি দেখুওৱা আচৰণত বিশেষকৈ অসমৰ ক্ষেত্ৰত খুউব সমীচীন আছিল বুলি ক'ব পৰা নাযায়, তেওঁলোকে দেখুওৱা সৰ্বভাৰতীয় স্বাৰ্থত সৰ্বভাৰতপ্ৰিয়তা নাছিল যেন লাগে। সমগ্ৰ দেশখনৰ সৰ্বাঙ্গীন উন্নয়ন আৰু উন্নতিৰ কথা তেওঁলোকে কৰা নাছিল, ভাবিছিল মাথোন নিজা বিভাগটোৰ আৰ্থিক অৱস্থা বা কোনো কোনো মন্ত্ৰীয়ে মাথোন তেওঁৰ নিজৰ প্ৰদেশখনৰ কথা। তেওঁলোকৰ কৃপণতা কিছুক্ষেত্ৰত নীচমনা হৈ ওলাই পৰিছিল। উদাহৰণ স্বৰূপে, ত্ৰিপুৰালৈকে যোৱা শ্বিলং, জোৱাই, হাফলং, শিলচৰ পথটো কেন্দ্ৰীয় পৰিবহন মন্ত্ৰালয়ে বান্ধিছিল এই চৰ্তত যে ই দুই তৃতীয়াংশ খৰছ বহন কৰিব আৰু বাকীখিনি অসম চৰকাৰে। কিন্তু এই মন্ত্ৰালয়ে অসমৰ আৰ্থিক দুৰাৱস্থাৰ বিষয়ে ভালদৰে জনাতো পথটোৰ প্ৰয়োজনীয় মেৰামতিৰ কাৰণে হোৱা খৰছ সেই একে পৰিমাণে বহন কৰিবলৈ অমান্তি হ'ল।[৫৬]

## ৩। ১৯৪৭-৫০ কালৰ বৰদলৈ চৰকাৰৰ উন্নয়ন কাৰ্য্যৰ বিশালতা

আগৰ কেইটা অধ্যায়ত আমি দেখি আহিছোঁ আৰু পৰবৰ্তী অধ্যায়বোৰত আমি দেখিমগৈ যে গঠনমূলক কামবোৰ কৰি যাবলৈ যিমান নিৰাপত্তাৰ প্ৰয়োজন

আছিল তাৰ লেশমানো বৰদলৈৰ ভাগ্যত নঘটিল। জীৱনৰ অন্তিম মুহূৰ্ত্তলৈকে আক্ষৰিক ভাৱে এটাৰ পাছত এটা আৰু প্ৰায়ে কেইবাটাও সমস্যা একেলগে আহি তেওঁক জুমুৰি দি থাকিবলৈ নেৰিলে। দেশ বিভাজনৰ সময়ত অসম ভাৰতৰ ঘাই অংশৰ পৰা কাটি পৰাত সকলো প্ৰকাৰৰ সংযোগৰ অভাৱ, পূব পাকিস্তানে চপোৱা বাণিজ্যিক যাতনা, মাটি আত্মসাতৰ প্ৰয়াস, অনুপ্ৰবেশকাৰী প্ৰেৰণ, সীমাৱৰ্তী জনজাতিলোকৰ প্ৰতি জুলুম আৰু সৰ্বপ্ৰকাৰৰ শত্ৰুতালি ; বাঙালী-হিন্দু শৰণাৰ্থীৰ লবী আৰু কলকতা প্ৰেছৰ অসম বিৰোধী প্ৰচাৰ ; কমিউনিষ্ট সকলৰ অপপ্ৰচাৰ আৰু বাঁও হঠকাৰিতাৰ নামত নিৰ্ঘাত দেশদ্ৰোহ ; হিন্দু-বাঙালীৰ পূৰ্বাচল প্ৰদেশ গঠনৰ পৰিকল্পনা ; কেন্দ্ৰীয় চৰকাৰৰ আৰ্থিক অভাৱৰ পৰা উদ্ভৱ হোৱা কাপৰ্ণ্য ; আৰু সৰ্বশেষত বৰদলৈৰেই পৰম শ্ৰদ্ধাৰ ব্যক্তি নেহৰু আৰু পেটেলৰ অসমৰ প্ৰতি অবুজ মইমতালি আৰু প্ৰভূত্বশালী আচৰণ (পাছৰ অধ্যায়ত) এই সকলোবোৰ হেঙাৰৰ মাজেদি গৈও বৰদলৈয়ে একনিষ্ঠভাৱে আধুনিক অসম গঢ়াৰ চিন্তা কৰ্মৰ পৰা নাতৰিল। নিজা খহি পৰা স্বাস্থ্যলৈকো কাণ নকৰি তেওঁ অসমক যি দি গ'ল তাক আজি বিশ্বাস কৰিবলৈকে কঠিন। তেওঁৰ স্বাধীনোত্তৰ কাণে কাণ মাৰি তিনিবছৰৰ শাসনকালত অসমে পালে প্ৰথম বিশ্ববিদ্যালয়, প্ৰথম চিকিৎসা মহাবিদ্যালয়, প্ৰথম পশু চিকিৎসা মহাবিদ্যালয়, প্ৰথম কৃষি মহাবিদ্যালয়, প্ৰথম আয়ুৰ্ব্বেদ মহাবিদ্যালয়, প্ৰথম সংস্কৃত মহাবিদ্যালয়, প্ৰথম ইঞ্জিনিয়াৰিং স্কুল, প্ৰথম বন বিভাগীয় প্ৰশিক্ষণ কেন্দ্ৰ, প্ৰথম আৰক্ষী প্ৰশিক্ষণ মহাবিদ্যালয়, প্ৰথম সমবায় প্ৰশিক্ষণ, প্ৰথম সমবায় বেঙ্ক (এপেক্স বেঙ্ক), উচ্চ ন্যায়ালয় এখন। এই বিলাকৰ উপৰিও বৰদলৈৰ বিশেষ চিন্তা, উৎসাহ আৰু পৰিশ্ৰমেৰে আৰু অমল প্ৰভা দাসৰ সুপৰিচালনাৰে গুৱাহাটীৰ শৰণীয়া পাহাৰত গঢ়ি উঠিছিল অসমৰ নাৰী জাগৰণৰ প্ৰতি উচৰ্গিত গান্ধী আদৰ্শৰ কস্তুৰবা গান্ধী আশ্ৰম।

এই সকলোবোৰ প্ৰশিক্ষণ কেন্দ্ৰৰ মূল উদ্দেশ্য আছিল ভৱিষ্যতলৈ যাতে অসমত উপযুক্ত শিক্ষক আৰু অন্যান্য কৰ্ম্মচাৰীৰ নাটনি নঘটে আৰু প্ৰদেশখনৰ লোকেই যাতে তেনে কাৰ্য্যত নিযুক্তি পায়।[৫৭] কিন্তু প্ৰশিক্ষণৰ অনুষ্ঠান সমূহতেই বৰদলৈৰ গঠনমূলক কামৰ সমাপ্তি হোৱা নাছিল। স্বাধীনতাৰ পোহৰ যাতে সাধাৰণ ৰাইজে সতকাই উপলব্ধি কৰিব পাৰে, সিও আছিল বৰদলৈৰ উদ্দেশ্য। ই প্ৰকাশ পাইছিল তেওঁৰ প্ৰশাসনে আগবঢ়োৱা সমাজ উন্নয়নৰ কৰ্মৰাজিত। কানি বৰবিহক অসমৰ পৰা সমূলঞ্চে আঁতৰাবৰ অৰ্থে যি প্ৰচেষ্টা অসমৰ কংগ্ৰেছ আন্দোলনৰ আৰম্ভণিতে ঘটিছিল তাৰ বাকী অংশ এই সময়তে সমাধা হয়। ১৯৪৭ চনতেই কানি নিবাৰণ আইন প্ৰণয়ন হয়। ১৯৪৯ চনৰ ফেব্ৰুৱাৰী মাহৰ পৰা বাধ্যতামূলক প্ৰাথমিক শিক্ষা আইন বলবৎ হয় আৰু ইয়াৰ ফলত ১৯৪৯-৫০ ৰ কালত

১৩৮৯ খন গাঁও আৰু ১০ খন চহৰ তাৰ অন্তৰ্গত হয়। ১৯৪৮-৫০ ৰ কালডোখৰত পিচ পৰা অঞ্চল, জনজাতি অঞ্চল আৰু চাহ বাগিছাৰ অঞ্চলত ২০০০ খন প্ৰাথমিক পঢ়াশালি স্থাপন কৰাৰ আঁচনি লোৱা হয়। (ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনজাতিৰ সুৰক্ষা আৰু উন্নয়নৰ কামৰ লেখ পাছৰ অধ্যায়ত দিয়া হৈছে) প্ৰদেশখনৰ ঘাই ৰাজ আলিয়েদি চলা বাছ পৰিবহন ব্যৱস্থাক ৰাষ্ট্ৰীয়কৰণ কৰা, স্বাস্থ্য, পানী-যোগান, বাট-পথ নিৰ্মাণ, বোৱা-কটা শিল্প, পাট পলু পোহা আদি কাৰ্য্যৰ অগ্ৰগতি, নয়া তালিমী শিক্ষাৰ বাবে আঁচনি প্ৰস্তুত আৰু পৰীক্ষামূলক কেন্দ্ৰ স্থাপন আছিল বৰদলৈ প্ৰশাসনৰ এই কাল ডোখৰৰ জনহিতকৰ কাৰ্য্য। চৰকাৰী প্ৰচাৰ পত্ৰিকা হলেও বৰদলৈ প্ৰশাসনে কৰা এখন দলিলত সঁচা কথাটোৱেই কোৱা হৈছে এইদৰে ঃ "যদিহে দেশত নতুন সমস্যা আৰু বাধা বিঘিনিয়ে দেখা নিদিলেহেঁতেন - যেনে হঠাতে যুদ্ধোত্তৰ পৰিকল্পনাৰ কামবোৰৰ বা (ভাৰত চৰকাৰে) মঞ্জুৰি কৰা টকা বন্ধ, সমাজদ্ৰোহী সকলৰ আইন আৰু শৃংখলাৰ ব্যাঘাত, ভগনীয়া সমস্যাৰ বাবে উদ্বেগ ইত্যাদি - তেন্তে এই গভৰ্ণমেন্টে আৰু বহুতো কাম কৰি দেখুৱাব পাৰিলেহেঁতেন।"[৫৮]

১৯৪৮-৫০ ৰ এই সময়ছোৱাত বৰদলৈ সংবিধান প্ৰস্তুতিৰ কামত দিল্লীলৈ অহা-যোৱা কৰি থাকিবলগীয়া হৈছিল। দিল্লীতো তেওঁৰ ঘাই চিন্তা আছিল অসমৰ উন্নয়ন। ১৯৪৯ চনৰ ১৯ মে' তাৰিখে তেওঁ দিল্লীৰ পৰা অসম বিধানসভাৰ কংগ্ৰেছী দলৰ সদস্য সকললৈ লিখা এখন পৰিপত্ৰত তেওঁৰ প্ৰশাসনে লোৱা দুৰ্নীতি নিবাৰণীক লৈ বিভিন্ন জনহিতকৰ কামৰ সম্পৰ্কত কংগ্ৰেছ সদস্য সকলৰ কৰ্ত্তব্য সোঁৱৰাই লিখিলে ঃ

> "আপোনালোকক সোঁৱৰাই দিয়াটো আৱশ্যক যে ৰাইজে আমাক অকল স্বাধীনতা লাভৰ বাবেই বিধান সভালৈ পঠোৱা নাছিল। ভগৱন্তৰ কৃপাত আৰু মহাত্মা গান্ধীৰ নেতৃত্বত আমাৰ হাজাৰ হাজাৰ শ্বহীদৰ ত্যাগৰ ফলত আমি স্বাধীনতা পালো। আমাৰ ৰাইজে আশা কৰিছে যাতে আমাৰ আপ্ৰাণ চেষ্টাত দেশৰ পৰা অজ্ঞতা আৰু অভাৱ দূৰ হব, দৰিদ্ৰতা আৰু নাথাকিব, বেমাৰ-আজাৰ গুচিব, জীৱন নিৰ্বাহৰ মানদণ্ড বাঢ়িব. ...ইয়াৰ বাবে আমি যি কোনো ধৰণে চলি থকা দুৰ্নীতি দূৰ কৰিবলৈ অহোপুৰুষাৰ্থ কৰিব লাগিব। এইটো দেখি শুনি দুখ হয় যে দুৰ্নীতি গুচাবৰ বাবে চৰকাৰে কৰা যাৱতীয় প্ৰচেষ্টাৰ ফলতো আমাৰ বহু লোক সেই প্ৰভাৱৰ পৰা মুক্ত হব পৰা নাই। মোৰ বিশ্বাস আপোনালোক সকলোৱে দুৰ্নীতি নিবাৰণৰ বাবে আন্দোলনৰ প্ৰয়োজন বুলি বিবেচনা কৰে আৰু এই পাপ সমাজৰ পৰা আঁতৰ কৰিবলৈ চেষ্টা কৰিছে আৰু আগলৈও কৰি থাকিব। ...ইয়াৰ বাহিৰেও চৰকাৰে

কিছুমান সমবায় সমিতি, গাঁও পঞ্চায়ত আদি পাতি এনে সুবিধা দিছে যাতে দুর্নীতি পৰায়ণ লোকৰ পৰা হাত সাৰিব পৰা যায়। কিন্তু ৰাইজে যদি চৰকাৰৰ মনোভাৱ বুজি এইবোৰত সহযোগ নিদিয়ে অনুষ্ঠানবোৰে গা কৰি উঠিব নোৱৰিব। সেই কাৰণে আমাৰ বন্ধুসকলে একেবাৰে ভিতৰ গাৱঁৰ ৰাইজৰ লগত সহযোগ ৰখাটো এটা ডাঙৰ কৰ্ত্তব্য। ....মই আশা কৰো আপোনালোকে .... মাহৰ ভিতৰত কেইটামান দিন অন্ততঃ গাঁৱত সোমাই গাঁৱৰ লগত সংযোগ ৰক্ষা কৰিবলৈ চেষ্টা কৰিব।”[৫৯]

বৰদলৈয়ে এই পত্ৰৰ এঠাইত লিখিছিল ঃ “মহাত্মা গান্ধীৰ আদৰ্শবাদ গ্ৰহণ কৰি আমি গাঁৱৰ ভিতৰত সোমাই কাম কৰাৰ ওপৰতেই কংগ্ৰেছ অনুষ্ঠানৰ মৰ্য্যাদা নিৰ্ভৰ কৰে।”

সতীৰ্থলৈ লিখা উপৰোক্ত পত্ৰখনত প্ৰকাশ পাইছে সত্যাগ্ৰহী বৰদলৈৰ গান্ধী আদৰ্শৰে দেশখনৰ প্ৰতি থকা অবিচলিত নিষ্ঠা, প্ৰদেশখনৰ গাঁৱলীয়া ৰাইজৰ প্ৰতি থকা (তেতিয়াৰ অসমৰ নবৈ শতাংশ লোকেই আছিল গাৱঁৰ) তেওঁৰ অপাৰ স্নেহ আৰু দায়বদ্ধতা, তেওঁ গঢ়া সামাজিক অনুষ্ঠান সমূহৰ নিৰাপত্তাৰ প্ৰতি উদ্বিগ্নতা আৰু সেই অনুষ্ঠান সমূহ জীয়াই ৰাখিবলৈ প্ৰয়োজন হোৱা আদৰ্শ ব্যক্তিৰ সহযোগৰ আকুলতা।

---

## পঞ্চদশ অধ্যায়

# ভৈয়ামৰ জনজাতীয় সমস্যাৰ সমাধানত আৰু আসামৰ সমূহ খিলঞ্জীয়াৰ জাতীয় সংহতিৰ গঠনত আত্মনিয়োগ ১৯২৪-১৯৫০

গোপীনাথ বৰদলৈ যদিও তেওঁৰ দিনৰ বৃহত্তৰ অসমৰ, মানে আজিৰ উত্তৰ-পূব ভাৰতৰ পাঁচখন ৰাজ্যই সামৰি লোৱা এক বৃহৎ অঞ্চলৰ মুখ্যমন্ত্ৰী আছিল আৰু এই অঞ্চলৰ পাহাৰ-ভৈয়ামৰ নিভৃত কোণটো তেওঁ প্ৰশাসনীয় কালত সঘনে ভ্ৰমণ কৰি ফুৰিছিল, সাধাৰণ ৰাইজৰ লগত সংস্পৰ্শ ৰাখি চলিবলৈ, তথাপিও তেওঁৰ ৰাজনৈতিক জীৱনৰ প্ৰধান লক্ষ্য আছিল ব্ৰহ্মপুত্ৰ উপত্যকাৰ প্ৰধান সমস্যা তিনিটি তেওঁৰ প্ৰশাসন কালতেই সমাধা কৰি যোৱা। সেই কাৰণেই এই তিনিটি পৃথক সমস্যাক এক গোট কৰি আমি নাম থৈছো 'অসম সমস্যা' বুলি। এই অসম সমস্যাৰ প্ৰথমটো, মানে পুব বঙ্গৰ পৰা অহা প্ৰবজন আৰু অনুপ্ৰবেশৰ সমস্যাটো তেওঁ সমাধা কৰিছিল যদিও নেহৰু-লিয়াকৎ চুক্তিয়ে সমস্যাটো কেনেকৈ ঘূৰাই আনিলে সেই কথা কোৱা হৈ গৈছে। অসমত যুগজোৰা হিন্দু-বাঙালী আৰু অসমীয়াৰ মাজত চলি থকা তেল-পানীৰ সম্পৰ্কটোৱে যোগোৱা দ্বিতীয় সমস্যাটো কেনেকৈ কিছু নতুন পৰিস্থিতিৰ আগমনত জটিলতৰ হৈ পৰিল সেই বিষয়ে পৰৱৰ্তী অধ্যায়ত কোৱা হ'ব। মাথোন তৃতীয় সমস্যাটোৰ ক্ষেত্ৰত, মানে ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনজাতি আৰু অ-জনজাতি খিলঞ্জীয়া সকলক পূৰ্বৰ দৰে এক গোট এক জাতি কৰিবলৈ থকা তেওঁৰ লক্ষ্যটোত তেওঁ সম্পূৰ্ণভাৱে ফলবান হ'ল, হয়তো এই কাৰণেই যে এই ক্ষেত্ৰত বাহিৰৰ লোকে বিধি-পথালি দিয়াৰ সুবিধা নাছিল। কেন্দ্ৰীয় আৰ্থিক সাহায্যৰ নাটনিয়ে বৰদলৈৰ উদ্যম আৰু কৰ্ম পন্থাত হেঙাৰ দিব নোৱাৰিলে।

### ১। কুৰি শতিকাৰ দ্বিতীয় দশকত ভৈয়ামৰ জনজাতি, অ-জনজাতিৰ মাজৰ সম্পৰ্ক

প্ৰসঙ্গটোৰ আদিতে কুৰি শতিকাৰ দ্বিতীয় দশকলৈ ভৈয়ামৰ জনজাতি, অ-জনজাতি খিলঞ্জীয়া সকলৰ মাজৰ সম্পৰ্কৰ বিষয়ে কব লাগিব। 'মহাভাৰত' আৰু

'ৰামায়ণ' এই দুই মহাকাব্যত আজিৰ আসাম বা অসমক প্ৰাগজ্যোতিষ বা কামৰূপ নামেৰে চিনাকী কৰা হৈছে। আৰ্য্য ভিন্ন লোকৰ বসতিভূমি হ'লেও তাৰ ৰজাসকলে উত্তৰ ভাৰতৰ আৰ্য্য ৰজাসকলৰ লগত নিকট সম্বন্ধ ৰখাৰ কথাও প্ৰমাণ হৈছে। তথাপিও ব্ৰহ্মপুত্ৰ উপত্যকাৰ আদি সভ্যতা এই আৰ্য্য-ভিন্ন লোক সকলৰেই দান বুলি কব পাৰি।

দূৰ অতীতৰ পৰা, মানে খৃষ্টপূৰ্ব হাজাৰ বছৰৰ আগৰে পৰা ব্ৰহ্মপুত্ৰ উপত্যকাত অষ্ট্ৰো-এছীয়, দ্ৰাবিড়, তিৰ্বত-বৰ্মী, মংগোলীয় আৰু আৰ্য্য জনগোষ্ঠীৰ বিভিন্ন উপজাতি বা ফৈদে বসবাস কৰি আহিছে। সকলোৱেই প্ৰবজনকাৰী, কিছু আগৰ, কিছু পাছৰ। সুদূৰৰ পৰা ঠাই বাগৰি বাগৰি অহাৰ বাবে কোনো গোষ্ঠীয়েই মূলৰ বিশুদ্ধতা ৰক্ষা কৰি অহা নাছিল। সবাতোকৈ আগৰ জনগোষ্ঠীটো আছিল অষ্ট্ৰো-এছীয়। পাছৰ প্ৰবজনে এওঁলোকক হেনো পাহাৰলৈ ঠেলি পঠিয়ালে। দ্ৰাবিড়সকলৰ সতি-সন্ততিসকল আজিৰ বণিয়া আৰু কৈৱৰ্ত সম্প্ৰদায়ত পোৱা যায় বুলি পণ্ডিতসকলে কয়। মংগোলীয়সকল তিৰ্বত-বৰ্মীসকলৰ লগা-ভগা। কিৰাট নামেৰে পৰিচিত এওঁলোকৰ বিভিন্ন ঠালে বা ফৈদে যুগ যুগ ধৰি ব্ৰহ্মপুত্ৰ উপত্যকাত কৃষি সংস্কৃতি, ৰাজনীতি গঢ় দি আহিছে। আজিৰ বড়ো-কছাৰী, ডিমাচা, ৰাভা, লালুং, মৰাণ আৰু চুতীয়াসকল এওঁলোকৰেই বিভিন্ন উপজাতিৰ সতি-সন্ততি। কছাৰীসকল ব্ৰহ্মপুত্ৰ উপত্যকাত বড়ো নামেৰে আৰু উত্তৰ কাছাৰ পাহাৰত ডিমাচা নামেৰে পৰিচিত। কোচ সকলত হেনো দ্ৰাবিড় আৰু মংগোলীয় উপাদানৰ মিশ্ৰণ ঘটিছে। এওঁলোক গোৱালপাৰা জিলাৰ পশ্চিম অংশত ৰাজবংশী নামেৰে জনাজাত। কোচ, বড়ো আৰু চুতীয়া জনগোষ্ঠীয়ে উপত্যকাৰ বহু অংশত ৰাজ্যও পাতিছিল।[১]

আৰ্য্য জনগোষ্ঠীৰ লোকসকল ব্ৰহ্মপুত্ৰ উপত্যকালৈ প্ৰথম কেতিয়া গৈছিল সেই বিষয়ত কোনো সঠিক উত্তৰ নাই, কিন্তু আৰ্য্য সভ্যতাৰ বিস্তৃতিলৈ চাই এওঁলোকৰ আগমন খৃষ্টপূৰ্ব বহু দশকৰ আগেয়েই হৈছিল বুলি পণ্ডিতসকলে ঠাৱৰ কৰিছে। প্ৰাচীন কামৰূপ বা প্ৰাগজ্যোতিষপুৰৰ ৰজাসকল নিশ্চয় আৰ্য্য গোষ্ঠীৰ নাছিল। কিন্তু তেওঁলোকে যে আৰ্য্য-প্ৰভাৱিত আছিল সি নিশ্চিত। বৰ্মন বংশৰ শেষজন ৰজা ভাস্কৰ বৰ্মন (আনুমানিক ৬০০-৬৫০ খৃঃ) কনৌজৰ ৰজা বিখ্যাত হৰ্ষবৰ্ধনৰ সমসাময়িক আৰু তেওঁৰ মিত্ৰ আছিল। তেওঁৰ দিনত উত্তৰ বংগৰ বহু অংশ কামৰূপৰ অন্তৰ্ভুক্ত হৈছিল। কামৰূপ আৰু কপিলীপাৰৰ ডবকাৰ ৰজাই গুপ্তসম্ৰাটৰ ৰাজসভাতো সমাদৰ পাইছিল আৰু তেওঁলোকে গুপ্ত ৰাজসভাত প্ৰচলিত হিন্দু ধৰণ-কৰণ আৰু সংস্কৃত শাস্ত্ৰৰ প্ৰতি অনুৰাগ দেখুৱাইছিল। আনকি তাৰো আগেয়েই বৰ্মন বংশৰ ষষ্ঠজন ৰজা মহেন্দ্ৰ বৰ্মনে (৪৮০-৫০০খৃঃ) কামৰূপত বৈদিক প্ৰথাৰে অশ্বমেধ যজ্ঞ পাতিছিল। যেতিয়া ৬৪০

খৃষ্টাব্দত চীনা পৰিব্ৰাজক হিউয়েন ছাং ৰজা ভাস্কৰ বৰ্মনৰ অনুৰোধত প্ৰাগজ্যোতিষপুৰলৈ যায়, তাত তেওঁ আৰ্য্য সভ্যতা আৰু সংস্কৃত ভিত্তিৰ ভাষা এটাৰ প্ৰচলন দেখা পাইছিল। ইয়াৰ পৰাই বুজা যায় যে আজিৰ অসমীয়া ভাষাটোৰ গজালি তেতিয়াই মেলিছিল, যদিও অৱশ্যে তেতিয়া তিৰ্বত-বৰ্মী আৰু মংগোলীয় জনগোষ্ঠীৰ লোকেই উপত্যকাটোত সংখ্যাগৰিষ্ঠ আছিল। ১৩শ শতিকাৰ আগভাগত যেতিয়া পূবৰ পাটকাই পৰ্বত পাৰ হৈ গৈ শান আহোমসকলে ব্ৰহ্মপুত্ৰ উপত্যকাৰ উত্তৰ-পূব দিশত থিতাপি ল'লে, তেতিয়া সেই সময়ৰ (আৰু এতিয়াৰো) উপত্যকাৰ সংখ্যাবহুল আৰু বহু প্ৰভাৱী জনগোষ্ঠী বড়োসকলে আহোম বসতিৰ অঞ্চলটোক তেওঁলোকৰ ভাষাৰে 'হা শ্যাম', অৰ্থাৎ শ্যাম বা শানসকলৰ বসতি ভূমি বুলিলে। এই 'হা শ্যামে'ই যেতিয়া পশ্চিমলৈ বাঢ়ি গৈ উপত্যকাৰ নামনি অংশকো চুলেগৈ, তেতিয়া সেই 'হা শ্যামে'ই যে আসাম হ'লগৈ তাক সহজে অনুমান কৰিব পাৰি।[২] যিহেতু ইতিমধ্যে, খৃষ্টীয় দশম শতিকাত প্ৰচলিত সংস্কৃতভিত্তিক ভাষাটোও পুৰঠ হ'বলৈ লৈছিল, সেই কাৰণে আহোম ৰজাঘৰেও নিজা ভাষাটো এৰি অসমীয়াকেই ৰাজ ভাষা বুলি ল'লে আৰু ই উপত্যকাটোৰ উমৈহতীয়া ভাষা হৈ পৰিল।

দেখা গ'ল যে আৰ্য্য-ভিন্ন জনগোষ্ঠীৰ আৰ্য্য সভ্যতাৰ প্ৰতি থকা সন্মানসূচক প্ৰতিক্ৰিয়াৰ ফলতেই আৰ্য্য সভ্যতা ব্ৰহ্মপুত্ৰ উপত্যকাত বিয়পিব পাৰিলে আৰু আৰ্য্য-ভিন্ন জনগোষ্ঠীবোৰে স্ব-ইচ্ছাৰেই আৰ্য্যকৰণ অথবা সংস্কৃতকৰণৰ প্ৰতি আকৃষ্ট হ'ল। সমন্বয়ৰ এই পৰম্পৰাতেই আৰ্য্য জনগোষ্ঠীয়েও আৰ্য্য-ভিন্ন জনগোষ্ঠীৰ পৰা বিভিন্ন সামাজিক আৰু সাংস্কৃতিক উপাদান গ্ৰহণ কৰিলে। বিহু আদি সামাজিক উৎসৱ আৰু আৰ্য্য-ভিন্ন ভাষাৰ শব্দ সম্ভাৰৰ যোগেদি সমৃদ্ধ হোৱা অসমীয়া ভাষাটো অসমৰ খিলঞ্জীয়া সকলো জনগোষ্ঠীৰ উমৈহতীয়া সম্পত্তি হৈ পৰিল। আজি কিছু বছৰৰ পৰা বহু পণ্ডিতে এই কথাও ক'বলৈ লৈছে যে প্ৰাচীন কামৰূপলৈ অহা আদি আৰ্য্যসকলৰ কিছু লক্ষণো বিভিন্ন জাতি-গোষ্ঠীৰ মাজত সমন্বয়ৰ ভাব বঢ়োৱাত সহায়ক আছিল।[৩] এই পৰিবেশতেই ১৫শ শতিকাত আৱিৰ্ভাৱ হ'ল নৱবৈষ্ণৱ ধৰ্মৰ প্ৰৱৰ্তক কবি, পণ্ডিত, সংগীতজ্ঞ, শিল্পী শংকৰদেৱৰ (১৪৪৯-১৫৬৮), যিজনৰ সহজ-সৰল এক ঈশ্বৰবাদী ভক্তিধৰ্মই আৰ্য্য হিন্দু আৰু আন জনগোষ্ঠীৰ মাজত সমন্বয়ৰ ভাবটো গাঢ় কৰিবলৈ চেষ্টা কৰিলে। মোগল আক্ৰমণৰ সময়ত অসমলৈ আহি তাতে থাকি যোৱা কেইগৰাকীমান পীৰেও শংকৰদেৱ আৰু তেওঁৰ শিষ্য মাধৱদেৱৰ (১৪৮৯-১৫৯৬) ভক্তি গীতৰ আৰ্হিত চুফি আদৰ্শৰ ভক্তিগীত (জিকিৰ) ৰচনা কৰি সমন্বয়ৰ পৰিধি বঢ়ালে। জাৰ্মেনিৰ মাৰ্টিন লুথাৰৰ (১৪৮৩-১৫৪৬) দৰেই শংকৰদেৱ ধৰ্ম সংস্কাৰকহে আছিল, সমাজ সংস্কাৰক নাছিল। কিন্তু লুথাৰে বাইবেল জাৰ্মান ভাষালৈ অনুবাদ কৰি

জাৰ্মান জাতি-গোষ্ঠীবোৰলৈ একতা অনাদি শংকৰদেৱেও তেওঁৰ ভক্তিধৰ্ম আৰু সাহিত্যকৃতিৰ যোগেদি ব্ৰহ্মপুত্ৰ উপত্যকাৰ খিলঞ্জীয়া লোকসকলক সমন্বয় আৰু মানৱতাৰ পথ দেখুৱালে।[৪]

অন্ততঃ ১৬শ শতিকাৰ শেষলৈকে ব্ৰহ্মপুত্ৰ উপত্যকা গংগোপত্যকাত বৰ্ত্তি থকা হিন্দু ধৰ্মৰ গোড়ামি দিশটোৰ প্ৰভাৱৰ পৰা ৰক্ষা পৰি আছিল, বিশেষকৈ বৰ্ণবৈষম্যকে ধৰি কিছু কঠোৰ প্ৰামাণিক আচাৰ-বিচাৰৰ পৰা। কিন্তু ১৭শ শতিকাৰ আৰম্ভণীতে আহোম প্ৰশাসনে বঙ্গৰ বহু হিন্দু লোকক নিযুক্তি দিবলৈ ল'লে আৰু শতিকাটোৰ মাজভাগত আহোম ৰজাঘৰেও হিন্দু (শাক্ত) ধৰ্ম গ্ৰহণ কৰিলে। ফলস্বৰূপে, বঙ্গৰ হিন্দু পুৰোহিত শ্ৰেণীবো অসমলৈ আগমন ঘটিল। তেওঁলোকৰ প্ৰভাৱত পূজা-পাতল, যাগ-যজ্ঞ, জাত-পাতৰ বিচাৰ বাঢ়ি গ'ল।[৫] বৰ্ণবৈষম্যৰ নতুন মাত্ৰাই যে অকল হিন্দু আৰু অহিন্দু জনগোষ্ঠীৰ মাজতহে বিভেদ-বিদ্বেষ চপালে এনে নহয়, হিন্দুসকলৰ মাজতো বিভেদ গাঢ় কৰিলে। ১৯শ শতিকাৰ মাজভাগৰে পৰা অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ হিন্দুৱে উচ্চ শিক্ষাৰ কাৰণে কলকতালৈ যাবলৈ আৰম্ভ কৰিলে। তেওঁলোকেও তাৰ পৰা ধৰ্মৰ সংৰক্ষণশীলতা নিজ প্ৰদেশলৈ আমদানি কৰিলে। নিজ প্ৰদেশৰ আগৰ কিছু উদাৰ সামাজিক প্ৰথাক এওঁলোকে এতিয়া অসভ্য বুলি ভাবিবলৈ ল'লে আৰু বঙ্গীয় হিন্দু সামাজিক আচাৰ-বিচাৰত কঠোৰ হ'লেও মান্যতা প্ৰদান কৰিবলৈ ল'লে।[৬] কোৱা বাহুল্য, এনে পৰিস্থিতিয়ে উপত্যকাৰ সকলো খিলঞ্জীয়া হৈ পৰা লোকৰ মাজত বৈষম্যৰ এখন প্ৰাচীৰ গঢ়ি তুলিলে।

কুৰি শতিকাৰ দ্বিতীয় আৰু তৃতীয় দশকত যেতিয়া আৰ্য্য-ভিন্ন জনগোষ্ঠীৰ মধ্যশ্ৰেণীৰ পৰা, বিশেষকৈ অগ্ৰণী বড়ো কছাৰী সকলৰ পৰা উচ্চ শিক্ষিত লোক ওলাবলৈ ল'লে আৰু সিবিলাকেও তেওঁলোকৰ জনগোষ্ঠীক শিক্ষাৰ যোগেদি প্ৰগতিৰ পথেদি আগুৱাই নিবলৈ দৃঢ়প্ৰতিজ্ঞ হ'ল, তেতিয়া একাংশ হিন্দু সংৰক্ষণশীল লোকে সিবিলাকক হিংসাৰ ভাবেৰে চাবলৈ ল'লে। ১৯২৪ চনত গোৱালপাৰা জিলাৰ শিক্ষিত বড়ো সকলে বাংলা ভাষাত 'বিবাৰ' নামৰ এখন আলোচনী উলিয়াওঁতে, কিছু অসমীয়া হিন্দুৱে তাক অসমীয়া বিদ্বেষী জ্ঞান কৰি তিৰস্কাৰ কৰিবলৈ উদ্যত হ'ল আৰু এজনে 'অসমীয়া' কাকতত 'বিবাৰ'ৰ প্ৰতি বক্ৰোক্তি কৰিলে।[৭] যি হওঁক, বিভেদ ভাবটোৱে বৰকৈ মুৰ দাঙি উঠিব নোৱাৰিলে এই কাৰণেই যে 'বিবাৰ'ৰ ফালৰ পৰা অতি সম্ভ্ৰম আৰু সুৰুচিপূৰ্ণ শব্দ গাঠনিৰে শুৱলা অসমীয়া ভাষাত যুক্তি-যুক্তভাৱে উত্তৰ দিয়াজন আছিল তেতিয়াৰ বাইছ বছৰীয়া বড়ো ডেকা আৰু পাছলৈ অসমৰ কেইবাখনো মন্ত্ৰীসভাত দক্ষতাৰে ভাৰ লোৱা ৰূপনাথ ব্ৰহ্ম (১৯০২-১৯৬৮)। ব্ৰহ্মাই ক'লে যে তেওঁলোকৰ লক্ষ্য আছিল বড়ো সমাজৰ পশ্চাদগামিতা দূৰ কৰা, যাক মাথোন শিক্ষাৰ

জৰিয়তেহে কৰা সম্ভৱ। বাংলা ভাষা ব্যৱহাৰ কৰাৰ উদ্দেশ্যৰ বিষয়ে ক'লে যে তেওঁলোকে বঙ্গ দেশতো থকা বড়ো সকলকো আকৰ্ষণ কৰিবলৈ বিচাৰিছিল। যিহেতু গোৱালপাৰা জিলাৰ বড়ো সকলৰ কাৰণে ভাষাটো আচহুৱা নহয়, গতিকে উদ্দেশ্যটো আছিল মাথোন কাৰ্য্যকৰী আৰু তাত অসমীয়া ভাষাৰ প্ৰতি অৱজ্ঞাৰ ভাব নাছিল। তাতে অসমীয়া ভাষা বড়ো পঢ়াশালিত ঠাই পোৱাৰ তেতিয়া দহ বছৰ হোৱা নাছিল। 'অসমীয়া' কাকতত বক্ৰোক্তি কৰাজনক ব্ৰহ্মাই এনেকৈ সম্ভ্ৰমেৰে জনালে ঃ

> "প্ৰাদেশিক অসমীয়া ভাষাৰ প্ৰতি আমাৰ অগাধ শ্ৰদ্ধা আৰু অনুৰাগ আছে-আগলৈও থাকিব। শৰ্মা ডাঙৰীয়াই (পত্ৰ লেখকজন আছিল জনৈক গৌৰীকান্ত দেৱশৰ্মা) ভৱিষ্যতে ইয়াৰ যথাৰ্থতা উপলব্ধি কৰিব পাৰিব। আসাম বড়োৰ জন্মভূমি। অসমীয়া ভাষাৰ লগত বড়ো সকলৰ প্ৰাণে প্ৰাণে সম্পৰ্ক আছে, বড়ো ভাষাৰ লগত আচল অসমীয়া ভাষাৰ ঘনিষ্ঠ সম্পৰ্ক ৰৈ গৈছে।"

ব্ৰহ্মাই অৱশ্যে ক'লে যে শিক্ষা প্ৰচাৰৰ বাহিৰে বড়ো জাতীয় আন কোনো বিষয়ত যেন অসমীয়াই হাত নিদিয়ে। "এতিয়া আমাৰ সকলোতকৈ লাগতিয়াল বস্তু হৈছে শিক্ষা। সভ্যতাৰ উপাদান আমাৰ লগত সম্পূৰ্ণ বৰ্তমান। আমাক এতিয়া লাগে শিক্ষা। শিক্ষা হ'লে আমাৰ বিচাৰ শক্তি হ'ব। বিচাৰ শক্তি হ'লেই আমাৰ জ্ঞান হ'ব। জ্ঞান লাভ হ'লেই আমি সত্যক অনুসন্ধান কৰি প্ৰকৃত উন্নতিৰ পথত আগবাঢ়িম।"[৮]

জ্ঞান আহৰণৰ যোগেদি নিজক, নিজ সম্প্ৰদায়ক, লগৰীয়া জনগোষ্ঠীক বুজিবলৈ, জানিবলৈ আৰু আধুনিক পথেদি আগবাঢ়িবলৈ বড়ো ৰূপনাথ ব্ৰহ্মাই যি আদৰ্শ দেখুৱাই উপৰিউক্ত কথাখিনি ক'লে ঠিক সেই সময়তে সেই ভূখণ্ডৰ আন এটা সম্প্ৰদায়ৰ পৰা অহা ৰাজনৈতিক ব্যক্তি গোপীনাথ বৰদলৈও সময়ৰ শিকনি লৈ আগবাঢ়িল অসমৰ সকলো জনগোষ্ঠীৰ মাজৰ ঐতিহাসিক মিলখিনি গাঢ় কৰিবলৈ আৰু অমিল খিনি নিৰ্মূল বা নিৰ্মল কৰিবলৈ। সমাজ গঠনত শিক্ষাৰ সম্প্ৰসাৰণৰ অপৰিহাৰ্য্যতাৰ বিষয়ে ব্ৰহ্মাই যি কথা ১৯২৪ চনত ক'লে, ঠিক সেই বছৰতে আজীৱন শিক্ষা বিষয়ক কথাত উৎসাহিত হৈ থকা বৰদলৈও[৯] সদস্য ৰূপে সোমাই পৰিছিল কামৰূপ জিলাৰ লোকেল ব'ৰ্ড আৰু গুৱাহাটী মিউনিচিপেলিটিৰ প্ৰশাসন কাৰ্য্যত। আঞ্চলিক স্বায়ত্ত্ব শাসনৰ এই দুটা প্ৰতিষ্ঠানৰ যোগেদি তেওঁ শিংৰা, ক্ষেত্ৰী, সোনাপুৰ, বকো, ডিম্‌ৰীয়া আদি জিলাখনৰ জনজাতি প্ৰধান অঞ্চলৰ উন্নয়ন কাৰ্য্যত লিপ্ত হৈছিল। সেইবোৰ অঞ্চলত পঢ়াশালি, দলং, ডাক্তৰখানা, কুঁৱা আদি নিৰ্মাণত তেওঁ মনোযোগ দিছিল।[১০]

জনজাতিৰ প্ৰতি বৰদলৈৰ এই আকৰ্ষণ আৰু সৎভাৱ আকস্মিকো নাছিল

আৰু কোনো ৰাজনৈতিক লক্ষ্যত উপনীত হোৱাৰ চাল-কৌশলো নাছিল। ই আছিল তেওঁৰ কাৰণে সময়ৰ আহ্বান। হাজাৰতকৈও অধিক বছৰ সমন্বয়ৰ উত্থান-পতনৰ মাজেদি আগবঢ়া ব্ৰহ্মপুত্ৰ উপত্যকাৰ খিলঞ্জীয়া জনগোষ্ঠীবোৰে যদি আধুনিক যুগতো পুৰণিকলীয়া দস্তুৰ এৰি একগোট হৈ সমূহীয়া এটা জাতি গঢ়ি তুলিব নোৱাৰে তেনেহলে সাম্ৰাজ্যবাদী শক্তিবোৰ আৰু বহিঃশত্ৰুৰহে সুবিধা হ'ব। পূৰ্ববঙ্গৰ পৰা অহৰহ আহি থকা প্ৰব্ৰজনে সেই সময়ত অসমৰ বহু অঞ্চল দখল কৰিবলৈ আৰম্ভ কৰিলে। সেই পৰিস্থিতিত পূৰ্বৰ পৰম্পৰাগত জনজাতি বসতি অঞ্চলবোৰ বিপদাপন্ন হৈ পৰিছিল। এনে অৱস্থাত তুলনামূলকভাবে আগবাঢ়ি থকা হিন্দু মধ্যবিত্তই যদি জনজাতি সমস্যাটো নিজৰ বুলি নলয়, তেনেহলে খিলঞ্জীয়া সকলো লোকৰেই বিপদ। আচলতে হিন্দু মধ্যবিত্ত শ্ৰেণীটোৰ আপোনপেটীয়া ভাবত জনজাতি শিক্ষিত চামটো অতিষ্ঠ হৈ পৰিছিলেই। ১৯২৯ চনত সদৌ অসম কছাৰী সংঘৰ সাধাৰণ সম্পাদক যাদৱ চন্দ্ৰ খাকলাৰীয়ে চাইমন কমিছনৰ ওচৰত কৰা প্ৰতিবেদনত জনজাতি সকলৰ কাৰণে পৃথক সমষ্টি দাবী কৰিলে।[১১] ১৯৩৩ চনত ৰূপনাথ ব্ৰহ্ম, তেওঁৰ জোঁৱায়েক ভীমবৰ দেউৰী আৰু আন কিছু জনজাতি নেতা মিলি 'ট্ৰাইবেল লীগ' গঠন কৰি হিন্দুসকলৰ পৰা পৃথক সমষ্টিৰ দাবীটো সাৱলীল কৰিলে।[১২] তেওঁলোকে আৰ্য্য-ভিন্ন জনগোষ্ঠীবোৰৰ লোকক জনজাতি বুলি চিনাকী দিবলৈ আহ্বান জনাই সংস্কৃতকৰণৰ গতি ৰোধ কৰিবলৈ বিচাৰিলে। হিন্দুসকলৰ যুগজয়ী অনাগ্ৰহ আৰু উদাসীনতাই তেওঁলোকক প্ৰজা হিচাপে সাম্ৰাজ্যবাদী চৰকাৰৰ পৰা তেওঁলোকৰ ৰাজনৈতিক প্ৰাপ্য আদায় কৰিবলৈ ঠেলি পঠিয়ালে।

এলি কেডউৰিয়ে (Elie Kedouric) তেওঁৰ জাতীয়তাবাদ সম্পৰ্কে লিখা বিখ্যাত ৰচনাখনত কৈছে যে মিশ্ৰিত জনগোষ্ঠীৰ বসতি অঞ্চলৰ এটা গোটে তেওঁলোকৰ প্ৰাপ্য এখন জাতীয় চৰকাৰতকৈ সাম্ৰাজ্যবাদী চৰকাৰ এখনৰ পৰা সহজে লাভ কৰে। সাম্ৰাজ্যবাদী চৰকাৰৰ চকুত সকলো গোটেই সমান সুযোগ সুবিধা পোৱৰ অধিকাৰ থাকে। জাতীয় চৰকাৰে সকলো নাগৰিকক সমান চকুৰে চাই বুলি সততে দাবী কৰিলেও তাত এটা গোটৰ ওপৰত আনটোৰ দমন সততে বিদ্যমান।[১৩] ইতিহাসৰ ছাত্ৰ বৰদলৈয়ে তেওঁৰ ৰাজনীতি জ্ঞানেৰে বুজিলে যে জনজাতীয় নেতাসকল সাময়িক জাতীয়তাবাদী আন্দোলনৰ পৰা আঁতৰি গ'লে, অসমীয়া জাতি গঠন বা জাতীয়তা সৃষ্টি হ'ব নোৱাৰে। তেওঁৰ চিন্তাত এতিয়া জনজাতিসকলক অসমীয়া মূলসুঁতিৰ লগত বান্ধ খুৱাই ৰখাৰ আৰু অসমীয়া একত্ৰ সমাজৰ ওপৰত তেওঁলোকৰ আস্থা পুনৰ ঘূৰাই অনাৰ প্ৰয়োজনটো আন কোনো কালেও ইমান অত্যাৱশ্যকীয় হৈ পৰা নাছিল। সেই তেতিয়াই, জনজাতিৰ সমস্যাৰ সমাধানৰ তেওঁৰ ৰাজনীতিৰ এটি ঘাই লক্ষ্য হৈ পৰিল।

## ২। ট্ৰাইবেল লীগ, বৰদলৈ আৰু পৰম্পৰাগত জনজাতি অঞ্চলৰ সুৰক্ষা

ট্ৰাইবেল লীগ গঠনৰ উদ্দেশ্য আছিল ইতিমধ্যে গঢ়ি উঠা জনজাতীয় গোষ্ঠীবোৰৰ নিজা সুকীয়া সন্মিলনসমূহক লৈ এটি সমূহীয়া ৰাজনৈতিক সংঘ গঢ়ি তোলা, যি জনজাতিসমূহৰ আৰ্থ-সামাজিক দুৰৱস্থা দূৰীকৰণত একেলগে মনোযোগ দিব পাৰিব। যিহেতু ৰাজনীতিৰ পথাৰখনত কংগ্ৰেছ আৰু সাদ্‌উল্লা, এই দুটা প্ৰতিষ্ঠিত দলে, জনজাতিৰ সমস্যাবোৰ আওকাণ কৰি আহিছে, তেওঁলোকৰ ওপৰত হেঁচা দিবলৈকে এনে এটা শক্তিৰ প্ৰয়োজন হৈ পৰিছিল। ট্ৰাইবেল লীগে বিশেষকৈ বিচাৰিছিল জনজাতি অঞ্চলত প্ৰাথমিক শিক্ষাৰ প্ৰচাৰ, কানি নিবাৰণ আৰু লাইন প্ৰথাৰ সুৰক্ষা আৰু তাৰ কটকটীয়া পালন, যাতে পূৰ্ববংগৰ পৰা ধাৰাবাহিকভাৱে আহি পৰা পমুৱাই জনজাতি অঞ্চল অধিকাৰ কৰিবলৈ নাপায়। চাইমন কমিছনে তেওঁলোকৰ পৃথক সমষ্টিৰ দাবী মানি লোৱাত ১৯৩৫ চনৰ ভাৰত আইনৰ জৰিয়তে আহিব লগা আগন্তুক বিধানসভাৰ নিৰ্বাচনত (১৯৩৭) তেওঁলোকৰ চাৰিজন অসম বিধান সভালৈ সদস্যৰূপে নিৰ্বাচিত হ'ল। এওঁলোক আছিল ৰূপনথ ব্ৰহ্ম (গোৱালপাৰা), ৰবি চন্দ্ৰ কছাৰী (কামৰূপ), কৰ্ক দলে মিৰি (লক্ষীমপুৰ) আৰু ধীৰ সিং দেউৰী (নগাঁও)। পিছপৰা পাহাৰ অঞ্চলৰ পৰা নিৰ্বাচিত হোৱা পাঁচজন সদস্যৰ এজন মিকিৰ পাহাৰৰ (আজিৰ কাৰ্বি আংলং) খৰসিং টেৰণ্ডো উপৰিউক্ত ভৈয়ামৰ চাৰিজনৰে সৈতে মিল হ'ল।

ভৈয়ামৰ জনজাতিৰ হিন্দু সম্প্ৰদায়ৰ পৰা পৃথক হোৱা কথাটোৱে কিছু গোড়া হিন্দুক অস্বস্তিত পেলাইছিল। বৰদলৈয়েও বেজাৰ পালে। কিন্তু তেওঁৰ বেজাৰ পোৱাৰ কাৰণ জনজাতিসকল নাছিল, আছিল জনজাতিৰ লোকসকলক তেনে পৰিস্থিতিলৈ অনাত আন অসমীয়াখিনিৰ উদাসীনতা আৰু জাত্যাভিমানহে। বৰদলৈয়ে ভালকৈ জানিছিল যে অসমীয়াই সেই সময়ত দেশ ৰক্ষাৰ কাৰণে একেলগে যুঁজিব লাগিব আৰু প্ৰবজনে আনি দিয়া সংকটময় অৱস্থাৰ পৰা জনজাতিসকলে ৰক্ষা পাব কংগ্ৰেছৰ আন্দোলনৰ জৰিয়তেহে, সাদ্‌উল্লাৰ দলৰ সাময়িক নীতিৰ যোগেদি নহয়। কিন্তু ১৯৩৭ চনৰ নিৰ্বাচনত অসম কংগ্ৰেছ একক বৃহত্তম দল হোৱা স্বত্ত্বেও কংগ্ৰেছে কেন্দ্ৰীয় কংগ্ৰেছ সভাপতি নেহৰুৰ মতত ভৰ দি মন্ত্ৰিত্বৰ কথা নাভাবি বিধানসভাৰ ভিতৰৰ পৰাই ১৯৩৫ চনৰ ভাৰত আইনৰ নিৰৰ্থকতা প্ৰতিপন্ন কৰাতহে লাগিবলৈ স্থিৰ কৰিলে। ই আছিল অসমীয়া ৰাজনীতিক সকলৰ দুৰ্ভগীয়া স্থিতি। যি হওঁক, বিধানসভাৰ কংগ্ৰেছ (বিপক্ষ) দলৰ নায়ক হৈ বৰদলৈয়ে এই নীতি নিষ্ঠাৰে এবছৰ কাল পালন কৰি দেখিলে যে যিহেতু সাদ্‌উল্লা দলৰ চৰকাৰখন মাথোন ইউৰোপীয়

গোষ্ঠীৰ বলতেই আৰু তেওঁলোকৰ স্বাৰ্থতেই বৰ্তি আছে, তাক ভাঙি অসম আৰু সমূহ অসমীয়াৰ স্বাৰ্থৰ কাৰণে এখন মন্ত্ৰীসভা গঢ়িবই লাগিব আৰু তেতিয়াহে হ'ব প্ৰাদেশিক স্বায়ত্বশাসনৰ সুব্যৱহাৰ। যিহেতু প্ৰবজনৰ সমস্যাটো সমূহ অসমীয়াৰ সমস্যা আছিল আৰু তাৰ পৰা জনজাতি অসমীয়াই অধিকতৰ দুৰ্যোগ ভুগিবলগীয়া হৈছিল, সেই সমস্যাৰ সমাধানৰ কাৰণেই অনতি পলমে এখন অসমীয়াৰ চৰকাৰৰ প্ৰয়োজন হৈছিল। ১৯৩৮ চনৰ ২৬ জুন তাৰিখে যেতিয়া ট্ৰাইবেল লীগৰ দ্বিতীয় অধিবেশন কোকৰাঝাৰত বহিল, তাত সাদ্উল্লা আৰু বৰদলৈ দুয়ো উপস্থিত আছিল। বৰদলৈয়ে এই সভাত ভৈয়ামৰ জনজাতি অঞ্চলত শিক্ষা প্ৰচাৰৰ দুৰৱস্থাৰ কথা আঙুলিয়াই দেখুৱালে আৰু বংগৰ পমুৱাই জনজাতি অঞ্চল অধিকাৰ কৰাৰ পৰা হোৱা সমস্যাৰ কথাও ক'লে। বৰদলৈ আৰু ট্ৰাইবেল লীগৰ মাজত মিত্ৰভাৱ গঢ়ি উঠিল।[১৪] ছেপ্তেম্বৰ মাহত (১৯৩৮) বৰদলৈয়ে তেওঁৰ কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভা গঢ়োতে ৰূপনাথ ব্ৰহ্মাক বন বিভাগৰ মন্ত্ৰী পাতিলে। বৰদলৈৰ এই মন্ত্ৰীসভাৰ গুৰিয়েই আছিল 'লাইন প্ৰথা' বা প্ৰবজনৰ সমস্যাটোৰ অন্তৰালত সোমাই থকাঅসমৰ পতিত মাটিৰ বিতৰণৰ নীতি আৰু খিলঞ্জীয়াসকলৰ স্বাৰ্থ।

এই পুথিৰ ষষ্ঠ অধ্যায়ত আমি ইতিমধ্যে কৈ থৈছো কেনেকৈ বৰদলৈ বিৰোধী অসম কংগ্ৰেছৰ এটা চক্ৰই অসমৰ স্বাৰ্থক দলিয়াই থৈ তেওঁলোকে ভাবি লোৱা ভাৰতৰ স্বাৰ্থত নিমগ্ন হৈছিল। সেই চক্ৰই নিজকে 'অতি ভাৰতীয়' আৰু 'অতি কংগ্ৰেছী' বুলি প্ৰদৰ্শন কৰিবলৈ গৈ বৰদলৈ চৰকাৰে ঘোষণা কৰিবলৈ লোৱা 'লাইন প্ৰথা' বা প্ৰবজন নীতিকো সমূলঞ্চে ধ্বংস কৰিবলৈ বৰদলৈক আদেশ দিছিল। ১৯৩৯ চনৰ ৪ নৱেম্বৰ তাৰিখে এই নীতিৰ আধাৰত জনজাতি বসতি অঞ্চলৰ পৰা সকলো আইন ভঙ্গকাৰী দখলদাৰীক বহিষ্কাৰ হোৱাৰ দিহা হৈছিল।[১৫] কিন্তু ব্যক্তিগত সত্যাগ্ৰহৰ সময়ত বৰদলৈ চৰকাৰে ক্ষমতা এৰি দিয়াত জনজাতি অঞ্চলৰ অৱস্থালৈ পৰিবৰ্তন নাহিল। সমস্যাটো ভয়াবহহে হৈ পৰিল এই কাৰণেই যে ১৯৪১ চনতেই ৩০-৩১ জানুৱাৰীত অসম প্ৰাদেশিক মুছলিম লীগৰ দ্বিতীয় অধিবেশনত সাদ্উল্লাই কৈছিল যে যদি মুছলমান সকল বংগ আৰু অসমত সংখ্যাগৰিষ্ঠ হ'ব পাৰে, ই উত্তৰ-পূবত আন এখন মুছলমান প্ৰদেশ গঢ়াত সহায় কৰিব। তেওঁ উত্তৰ-পশ্চিম সীমান্ত প্ৰদেশ, পঞ্জাব, সিন্দ আৰু বালুচিস্তানক লৈ উত্তৰ-পশ্চিমতো এখন মুছলমান প্ৰদেশৰ কথা ক'লে। গতিকে বৰদলৈৰ মনত ই নিশ্চিত হৈ পৰিল যে সাদ্উল্লাৰ চলি থকা তৃতীয় মন্ত্ৰীসভাখনক বাধা দিয়াৰ ব্যৱস্থা নকৰিলে ই অসমীয়ালৈ চিৰস্থায়ী অনিষ্ট আনিব। বংগৰ মুছলিম লীগ চৰকাৰ আৰু অসমৰো নৱনিৰ্মিত মুছলিম লীগ দলে সাদ্উল্লাৰ ওপৰত দি থকা হেঁচাই অসমীয়াৰ বিশেষকৈ জনজাতি অসমীয়াৰ দুৰ্যোগৰ ইংগিত

দিলে। এই পুথিৰ সপ্তম অধ্যায়ত বৰ্ণোৱা হৈছে কেনেকৈ সৰ্বদলীয় সন্মিলনৰ ত্ৰিপাক্ষিক চুক্তি আৰু সৰ্বদলীয় মন্ত্ৰীসভাৰ জৰিয়তে বৰদলৈয়ে পূৰ্ববংগৰ পমুৱাৰ বাধাহীন আগমন বন্ধ কৰিবলৈ আৰু অসমৰ বনাঞ্চল, চৰণীয়া পথাৰ আৰু জনজাতি বসতি অঞ্চল বহিৰাগতৰ গ্ৰাসৰ পৰা ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল।

১৯৪৫ চনৰ ত্ৰিপাক্ষিক চুক্তিখন অচল অৱস্থাতেই থাকিল যদিও কংগ্ৰেছৰ তৰফৰ পৰা বাছি দিয়া মন্ত্ৰীকেইজনেই ঘাই আসনত থকাত সাদ্‌উল্লাই ইচ্ছা থকাতো পমুৱালৈ অসমৰ প্ৰৱেশ দ্বাৰ সম্পূৰ্ণৰূপে খুলি দি অসম পাকিস্তানৰ অংশ কৰি জনজাতি সকলৰ অঞ্চলকো পূব বংগৰ পমুৱালৈ এৰি দিব পৰাত নাথাকিল। যুদ্ধৰ অন্তত ১৯৪৬ চনৰ সাধাৰণ নিৰ্বাচনত অসমত কংগ্ৰেছ দলে সংখ্যাগৰিষ্ঠতা লাভ কৰিলে আৰু ফলত ফেব্ৰুৱাৰী মাহৰ প্ৰথমভাগত গোপীনাথ বৰদলৈৰ অধীনত প্ৰথম সম্পূৰ্ণ কংগ্ৰেছ চৰকাৰ স্থাপন হ'ল। বছৰটো অসমৰ কাৰণে অতি ভয়াবহ বছৰ আছিল, অন্ততঃ কেবিনেট মিছনৰ আঁচনিক লৈ মে' মাহৰ মাজভাগৰ পৰা। তথাপিও দেশপ্ৰাণ বৰদলৈৰ চিন্তা আৰু কৰ্মত জাতি গঠন আছিল প্ৰধান বিষয়। জাতিটোৱেই যদি নাথাকে দেশখন কাৰ বাবে ?

জনজাতি-অজনজাতিৰ মিলনত বৰদলৈৰ যুগমীয়া কীৰ্তি হ'ল প্ৰথমতে জনজাতীয় নেতাসকলক কংগ্ৰেছলৈ আনি অসমৰ সমূহীয়া ৰাজনীতিত তেওঁলোকক প্ৰতিষ্ঠা কৰা। বৰদলৈয়ে জনজাতিৰ হিতাৰ্থে ইমান দিনে কৰি অহা কাৰ্য্যই আৰু তেওঁৰ একান্ত সাধুতা আৰু আন্তৰিকতাই জনজাতিৰ অগ্ৰণী নেতাসকলক এনেকৈ মুহিলে যে তেওঁলোকে বৰদলৈৰ অনুৰোধত পৃথক সমষ্টি নিবিচাৰি সাধাৰণ (হিন্দু) সমষ্টিৰে অন্তৰ্গত হ'বলৈ সন্মতি দিলে। বৰদলৈয়ে সেই সাধাৰণ সমষ্টিবোৰতেই জনজাতিৰ বাবে আচুতীয়া আসন ৰখাৰ প্ৰতিশ্ৰুতি দিলে। বৰদলৈৰ চেষ্টাতে এনেকৈয়ে ট্ৰাইবেল লীগে কংগ্ৰেছত যোগ দিলে আৰু সংস্কৃকৰণৰ পথটোও বন্ধ নহ'ল। জনজাতি আৰু অজনজাতি খিলঞ্জীয়াৰ মাজত মিত্ৰতা বঢ়াই এটা অসমীয়া জাতি গঠনৰ উদ্দেশ্যৰে ১৯৪৬ চনৰ আগষ্ট মাহত বড়ো-কছাৰী জনগোষ্ঠীৰ প্ৰখ্যাত নেতা, ডিব্ৰুগড়ৰ সৰবৰহী উকীল, ভীমবৰ দেউৰীক (১৯৩৫-১৯৪৭) তেওঁৰ মন্ত্ৰীসভালৈ আমন্ত্ৰণ কৰিলে। এই সম্পৰ্কত আৰু অসমীয়া জাতি গঠনৰ প্ৰসংগত দেউৰীয়ে ১৯৪৬ চনৰ ১৫ আগষ্ট তাৰিখে লিখা (ইংৰাজীত) চিঠি এখনত বৰদলৈৰ প্ৰতি থকা জনজাতি নেতৃবৃন্দৰ অগাধ নিষ্ঠা আৰু শ্ৰদ্ধা এনেদৰে প্ৰকাশ পাইছে ঃ

> "মই বুজিব পাৰিছো যে আপুনি মোৰ নিযুক্তিৰ যথাৰ্থতাক জনজাতিৰ লোকসকলে কিদৰে ল'ব এই কথা সৰ্তকতাৰে গুণাগঁথা কৰি আৰু ভাৰসাম্য ৰাখিহে মোক ল'ব খুজিছে। মই আপোনাৰ সতৰ্কতাৰ শলাগ লৈছোঁ। ময়ো

মোৰ দায়িত্বৰ প্ৰতি সজাগ - ভৈয়ামৰ আটাইবোৰ জনজাতিক আমাৰ দৃষ্টিভংগীলৈ আনিবলৈ। বিভিন্ন জিলাত থকা ভৈয়ামৰ জনজাতি নেতাসকলক মই লগ ধৰি আলোচনা কৰিছো। মই নিশ্চিন্ত হৈছো যে আপোনাৰ সহায় আৰু পৰিচালনাত আমি সকলোকে আমাৰ লগলৈ আনিব পাৰিম। মই এই কথা মোৰ পূৰ্ণ বিশ্বাসেৰে আৰু পূৰ্ণ দায়িত্ববোধেৰে কৈছো। আমাৰ কংগ্ৰেছ ভুক্তিৰ যোগেদি ১৯৪০ চনৰে পৰাই মই যি মানসিক আৰু আধ্যাত্মিক অস্থিৰতাত ভুগিছিলো সি আঁতৰি গ'ল। ট্ৰাইবেল লীগ আৰু কংগ্ৰেছৰ এই মিলনত মোতকৈ বেছি কোনো সুখী হ'ব নোৱাৰে।"[১৬]

ইয়াৰ পাছত ১৯৪৭ চনত আহিল সাদ্উল্লাৰ সৰ্বদলীয় মন্ত্ৰীসভাই গঠন কৰিবলৈ অপাৰগ হোৱা জনজাতীয় বেল্ট আৰু ব্লকৰ দৃঢ় গঠন। ই আছিল পৰম্পৰাগত চলি অহা জনজাতি আৰু তপছিলভুক্ত লোকসকলৰ অঞ্চলবোৰত তেওঁলোকৰ বসতি আৰু কৃষিভূমি ভৱিষ্যতলৈও সুৰক্ষিত কৰি থোৱাৰ ব্যৱস্থা। এই কাৰণে ১৮৮৬ চনৰঅসম ভূমি আৰু ৰাজহ নিয়মাৱলীত এটি নতুন অধ্যায় (দশম অধ্যায়) সংযোজন কৰা হ'ল। ইয়াৰ ১৬৩ (১) দফাই শিক্ষা আৰু সম্পদৰ অভাৱত অৰ্থনৈতিকভাবে অনগ্ৰসৰ আৰু আদিম সমাজ ব্যৱস্থাৰ মাজেৰে চালিত আৰু (পুৰণি পদ্ধতিৰে কৰা) খেতিয়েই জীৱনধাৰণ আৰু উন্নতিৰ একমাত্ৰ আহিলা হৈ থকা জাতিসমূহৰ কাৰণে পৰ্য্যাপ্ত ভূমি সংৰক্ষিত কৰি ৰাখিবলৈ চৰকাৰক ক্ষমতা দিলে। ১৬০ (২) দফাই পিছপৰি থকা শ্ৰেণীৰ কাৰণে সময়ে সময়ে এনেকৈ ভূমি সংৰক্ষণ কৰি চৰকাৰী ঘোষণা পত্ৰৰ যোগেদি প্ৰচাৰ কৰিবলৈ চৰকাৰক ক্ষমতা দিলে। ১৬১ দফাই চৰকাৰক এনে অনুন্নত শ্ৰেণীসমূহৰ বসতি অঞ্চলত বেল্ট (বেষ্টনী) আৰু ব্লক (বস্তি) পাতি সেইবোৰ ঠাই ভৱিষ্যতলৈও বাহিৰৰ পৰা অহা লোকৰ হস্তক্ষেপৰ পৰা সংৰক্ষিত কৰি ৰাখিবলৈ পুনৰ ক্ষমতা দিলে। বৰদলৈ চৰকাৰে পঞ্চাশ শতাংশৰ ওপৰ জনজাতি বসতি অঞ্চলবোৰত একোটা বেষ্টনী পাতিলে আৰু জনজাতি বসতিৰ সৰু সৰু অঞ্চলক জনজাতি গাঁও বা ব্লক বুলি লৈ সেইবোৰ ঠাইত নতুনকৈ অহা লোকে মাটি পোৱাটো বন্ধ কৰিলে। গোৱালপাৰা (অবিভক্ত), দৰং, কামৰূপ, উত্তৰ কাছাৰ আৰু নগাঁও জিলাত এনে বেল্ট আৰু ব্লক গঢ়ি উঠিল। এই এলেকাবোৰত বসতি কৰা জনজাতিৰ লোকেও তেওঁলোকৰ মাটি বাহিৰৰ লোকলৈ হস্তান্তৰ কৰিব নোৱৰা হ'ল। চৰকাৰী পৰিকল্পনাত পোনতে এই সংৰক্ষিত শ্ৰেণীসমূহৰ ভিতৰত আছিল ভৈয়ামৰ খিলঞ্জীয়া জনজাতি, পাহাৰীয়া জনজাতি, চাহ জনজাতি তপছিলভুক্ত শ্ৰেণী, নেপালী গ্ৰেজিয়াৰ আৰু চাওতাল জনজাতি। উপৰিউক্ত দফা দুটিৰ ভিত্তিত ১৯৪৭ চনৰ পৰা ১৯৫১ চনলৈকে এই প্ৰথম চাৰি বছৰত অসম চৰকাৰে ৩১ টা বেষ্টনী আৰু সিমান সংখ্যক

বস্তি বা গাঁও গঠন কৰিলে। এই বেষ্টনী আৰু গাঁওবোৰত সোমাই পৰা মাটিৰ পৰিমাণ আছিল ১৫,০০০ বৰ্গ কিল'মিটাৰ আৰু গাৱঁৰ সংখ্যা আছিল ২৭৯৫ খন।[১৭] বৰদলৈৰ পাছতে ১৯৫০ চনত মুখ্যমন্ত্রী হোৱা বিষ্ণুৰাম মেধীৰ দিনত নতুন বেল্ট আৰু ব্লকৰ সংখ্যা বৰকৈ নাবাঢ়িলেও সেই ব্যৱস্থাবোৰত অন্ততঃ ঘূণে ধৰা নাছিল। কিন্তু তাৰ পাছৰ মন্ত্রীসভাবোৰৰ দিনত এনে সংৰক্ষিত অঞ্চলৰ লাখ লাখ বিঘা মাটি চৰকাৰৰ চকুৰ আগতে বেদখলকাৰীৰ হাতলৈ গ'ল, হয়তো কংগ্রেছী চৰকাৰবোৰৰ পৃষ্ঠপোষকতাতেই। অৱশ্যে এইবোৰৰ বিচাৰ এই ৰচনাৰ উদ্দেশ্য নহয়। জনজাতি মানুহখিনিয়ে নিজৰ মাটি-বাৰী ৰক্ষণাবেক্ষণ দিব নোৱৰাৰ বাবেও তেওঁলোক বহুলাংশে দায়ী। বেল্ট আৰু ব্লকৰ মাটি তেওঁলোকে অবৈধ লোকক বিক্রী নকৰিলে আনে জোৰকৈ কিনিব নোৱাৰে।[১৮]

## ৩। ভাৰতৰ প্ৰথম গান্ধী আদৰ্শৰ আইন ঃ অসম গাঁও পঞ্চায়ত আইন

বৰদলৈয়ে নজনাকৈ নাছিল যে বেল্ট আৰু ব্লক মাথোন জনজাতীয় আৰু অন্যান্য পিছপৰি থকা সম্প্রদায়বোৰৰ বাস আৰু কৃষিভূমি ৰক্ষাৰ কবচহে। এইবিলাকহে পোনে পোনে অঞ্চলসমূহৰ লোকসকলক অর্থনৈতিক, সামাজিক উন্নতি আনি নিদিয়ে। অকল জনজাতিৰ মাজতেই নহয়, অসমৰ সকলো গাৱঁলীয়া সমাজৰ মাজত সমাজ চিন্তা, ৰাজনীতি চিন্তা, জাতিপ্রেম, দেশপ্রেম বঢ়াবাৰ কাৰণে বৰদলৈয়ে এতিয়া চিন্তা কৰিলে গাঁৱৰ ৰাইজক আঞ্চলিক প্রশাসনত পোনপটীয়াভাৱে নিযুক্ত কৰিবলৈ। বৰদলৈ আছিল গান্ধীজীৰ বিকেন্দ্রীকৃত শাসন ব্যৱস্থাৰ নিষ্ঠাবান ভক্ত আৰু সকলো ধৰণৰ কেন্দ্রীভূত শাসন ব্যৱস্থাৰ বিৰোধী। ১৯৩৯ চনত সেৱাগ্রামলৈ গৈ তাত শাসন ব্যৱস্থাৰ বিকেন্দ্রীকৰণ সম্পর্কে চলি থকা পৰীক্ষা প্রণালীবোৰ চাই অহাৰ আগতেই সেই পৰীক্ষা প্রণালী বিষয়ক পুথিবোৰ তেওঁ পঢ়িছিল। হাড়ে-হিমজুৱে গণতান্ত্রিক ব্যক্তি বৰদলৈক গান্ধী আদর্শৰ 'গ্ৰাম্য স্বৰাজ' এ প্রবলভাবে আপ্লুত কৰি ৰাখিছিল। কিন্তু ১৯৪৭ চনৰ ৭ জুন তাৰিখে নতুন দিল্লীৰ সংবিধান প্রস্তুতি সভাৰ (গণ পৰিষদ) কেন্দ্রীয় সংবিধান প্রস্তুতি সমিতি আৰু প্রাদেশিক সংবিধান সমিতিৰ যুটীয়া বৈঠকত ভাৰতত কেন্দ্রীভূত ফেডাৰেল ৰাষ্ট্র গঢ়াৰ যি সিদ্ধান্ত লোৱা হ'ল, তাত তেতিয়ালৈকে নাভুত-নাশ্রুত হৈ থকা এই সিদ্ধান্তই বৰদলৈৰ লগতে সকলো প্রাদেশিক স্বায়ত্ত্ব শাসনত বিশ্বাসী প্রবক্তাকেই হতাশ কৰিলে। নেহৰু আৰু তেওঁৰ ভক্তবৃন্দই গান্ধীজীৰ চিন্তাৰ বিপৰীতে ভাৰতক এখন কেন্দ্রীভূত ৰাষ্ট্র কৰাত বৰদলৈ অন্ততঃ তেওঁৰ প্রদেশখনত ক্ষমতাৰ বিকেন্দ্রীকৰণত কর্মৰত হ'ল। তেওঁ ভাবিলে জনজাতি-অজনজাতি

সকলো গাঁৱতেই যদি শাসন ক্ষমতাৰ বিকেন্দ্ৰীকৰণ হয়, তেনেহ'লে গাঁওবাসীয়ে গণতান্ত্ৰিক প্ৰশাসনৰ সোৱাদ পোনে পোনে পাব আৰু তাক নিজা বলেৰেই নিজা উন্নতিত খটুৱাব।[১৯]

যিহেতু গাঁৱতেই প্ৰদেশখনৰ ৯০ শতাংশ লোক বাস কৰে, সেই কাৰণে তেওঁলোকৰ জীৱন ধাৰণৰ মান বঢ়াবৰ উদ্দেশ্যে বৰদলৈ চৰকাৰে ১৯৪৭ চনৰ ২ অক্টোবৰ তাৰিখে, মানে গান্ধীজীৰ ৭৯ তম জন্মদিনতেই প্ৰদেশখনৰ গাঁও অঞ্চলৰ কাৰণে এটা পঞ্চবাৰ্ষিক পৰিকল্পনা হাতত ল'লে আৰু তাক ১৯৪৭-৪৮ চনৰ কালডোখৰত ৬ লাখ ৯৫ হাজাৰ টকাৰ এখন বাজেট প্ৰস্তুত কৰিলে। উদ্দেশ্যবোৰ আছিল এনেধৰণৰ ঃ

১) গাঁও উন্নয়ন কেন্দ্ৰ গঠন

২) আদৰ্শ গাঁও গঠন

৩) কুটীৰ শিল্পৰ বস্তুৰ বেচা-কিনা কেন্দ্ৰ স্থাপন

৪) কুটীৰ শিল্প প্ৰস্তুতিৰ বাবে কৰ্মশালা, গৱেষণা আৰু সঁজুলিৰ প্ৰস্তুতি

৫) গাৱঁৰ স্বাৱলম্বী উদ্যোগৰ প্ৰতি সাহায্য

৬) গাৱঁৰ শিল্প কৰ্মৰ প্ৰচাৰ, বিজ্ঞাপন, প্ৰদৰ্শনী আৰু মেল

৭) গাঁও উন্নয়ন কৰ্মীৰ কাৰণে প্ৰশিক্ষণৰ ব্যৱস্থা।[২০]

১৯৪৮ চনৰ ১১ মাৰ্চ তাৰিখে অসম বিধান সভাত উপৰিউক্ত উপাদানখিনিৰ আধাৰত তেওঁৰ 'অসম গাঁও পঞ্চায়ত বিল'খন দাঙি ধৰে। এই বিলখন সেই বছৰতেই আইন হৈ পৰিল আৰু বিষয়টো যুদ্ধোত্তৰ উন্নয়ন আঁচনিত অন্তৰ্ভুক্ত কৰা হয়। এই বিলখন বিধান সভাত আগবঢ়াই তাৰ গান্ধীবাদী উৎসৰ বিষয়ে বৰদলৈয়ে ক'লে যে গান্ধীজীয়ে বিচাৰিছিল যাতে দুখীয়া-নিচলা এজনেও 'এইখন মোৰ দেশ' বুলি ক'ব পাৰে, যাক গঢ়াত তেওঁৰ মাতৰো মূল্য আছে। উচ্চ-নীচ শ্ৰেণীৰ বিভেদভাব ভাঙি সত্য আৰু অহিংসাৰ মাজেৰে দেশ গঢ়াৰ যি সপোন গান্ধীজীৰ আছিল তাৰেই অনুপ্ৰেৰণাত এই বিলখন গঢ়া হৈছিল বুলি বৰদলৈয়ে ক'লে। গাওঁবাসীক তেওঁলোকৰ নিজা বিষয়বোৰত গণতান্ত্ৰিকভাবে নিমগ্ন হ'বলৈ সুবিধা কৰি দিয়াই বিলখনৰ উদ্দেশ্য বুলি বৰদলৈয়ে ক'লে যাতে স্বাস্থ্য, বাট-পথ, যান-বাহন, খাদ্য, শিক্ষা আদি বিষয়বোৰ পঞ্চায়তত আলোচনা হয়। এই নতুন ব্যৱস্থামতে অসমৰ সমগ্ৰ গ্ৰাম্যাঞ্চলক ৭৪২ খন গাঁও পঞ্চায়ত অঞ্চলত ভাগ কৰা হয় যাতে প্ৰতিখন পঞ্চায়তত কিছু সংখ্যক গাঁৱৰ একোটা গোট সোমাই পৰে, যাৰ জনসংখ্যা, মুনিহ, তিৰোতা আৰু ল'ৰা-ছোৱালীকে লৈ দহ হাজাৰমান হ'ব। প্ৰতি পঞ্চায়তৰ অন্তৰ্গত প্ৰতিখন গাঁৱত প্ৰাপ্তবয়স্ক মুনিহ-তিৰোতাক লৈ একোখন প্ৰাথমিক পঞ্চায়ত আৰু এখন কাৰ্য্যকৰী সমিতি থাকিব।

আইনখনৰ মতে প্ৰতিখন পঞ্চায়তৰ এটি গাঁও উন্নয়ন সংস্থাও থাকিব আৰু তাৰ সম্পাদকজনেই হ'ব মুৰব্বী। সাধাৰণতে ঘটি থকা সৰু-সুৰা গোচৰবোৰ বিচাৰ কৰিবলৈ এখন পঞ্চায়তত এখন আদালত থাকিব। এই বিল আৰু আইনৰ জৰিয়তে বৰদলৈয়ে গণতান্ত্ৰিক আদৰ্শ গাৱঁৰ লোকৰ মাজত ওপৰৰ পৰা জাপি নিদি তেওঁলোকৰ নিজৰ ফালৰ পৰা তাক বুজিবলৈ, জানিবলৈ আৰু তাক নিজৰ স্বাৰ্থত খটুৱাবলৈ প্ৰস্তুত কৰাটো বিচাৰিছিল। এনে হ'লে গাঁৱৰ লোকে নিজেই তেওঁলোকৰ বিষয়বোৰত নিজা মাত প্ৰথমে মাতিব আৰু লগতে চৰ্চা আৰু কৰ্মৰ মাজেদি সমূহীয়া মতামতত উপনীত হ'ব। বৰদলৈৰ ভাষাৰে - "গাঁওবাসীয়ে নাগৰিক হিচাপে প্ৰদেশখনত তেওঁলোকৰ ক্ষমতা উপলব্ধি কৰিব লাগিব, যাতে তেওঁলোক প্ৰদেশখনৰ পৰিচালনাত বুদ্ধিসম্পন্ন সহযোগী হৈ পৰে।" আকৌ, "স্বাধীন অসম দৰাচলতে স্বাধীন হৈ থাকিব পাৰে যদিহে আমি গাঁওবোৰৰ উন্নতি সাধনত লাগো, কাৰণ সেইবোৰেই হ'ল প্ৰশাসনৰ গুৰি। গছজোপা সুকলমে বাঢ়িবলৈ হ'লে আমি শিপাত বা গুৰিত পানী দিব লাগিব, ফুল-পাতত নহয়। গাঁওবাসী প্ৰদেশখনৰ গুৰি আৰু তাতেই আমাৰ যত্ন সমৰ্পিত হ'ব লাগিব। আমি অসমক মঙ্গলময় কৰিব পাৰিম, যদিহে আমি গাৱঁৰ জনসংখ্যাৰ দৈনন্দিন জীৱনলৈ পাৰিপাট্য আনিব পাৰিম ; বাহিৰৰ পৰা জাপি দিয়া কোনো বাধ্যবাধকতাৰ মাজেৰে নহয়, গান্ধীজীয়ে তেওঁৰ কৰ্মাদৰ্শৰে দেখুৱাই যোৱা, সামাজিক-নৈতিক-অৰ্থনৈতিক শৃংখলাৰ মাজেৰে।"[২১]

কেন্দ্ৰই অসমৰ যুদ্ধোত্তৰ উন্নয়ন প্ৰকল্পবোৰৰ সমগ্ৰ খৰছ বহন কৰিব বুলি দিয়া পূৰ্ব প্ৰতিশ্ৰুতি ধনৰ অভাৱত উঠাই নিয়াত আৰু পাছলৈ নিয়মীয়া অনুদানৰ অংশও নিৰ্মমভাৱে কৰ্তন কৰাত অসমৰ আনবোৰ যুদ্ধোত্তৰ প্ৰকল্পৰ দৰে গাঁও পঞ্চায়ত প্ৰকল্পয়ো বহু আলৈ আথানি ভুগিব লগা হ'ল। গাঁও উন্নয়ন আঁচনিখন সম্পূৰ্ণৰূপে কামত লগোৱাত অৰ্থৰ দুৰ্ঘোৰ অভাৱ ঘটিল। তদুপৰি অসমত তেনে ধৰণৰ কৰ্মত গা লাগি কাম কৰিবৰ কাৰণে আদৰ্শ বিষয়াৰ নাটনি আছিল। প্ৰায় নাছিলেই। স্বাধীনতাৰ দোকমোকালিত অসমৰ বিত্তীয় পৰিস্থিতি অতিকৈ দুখ লগা আছিল। অৰ্থাভাৱত বৰদলৈয়ে অত্যন্ত দুৰ্দশা আৰু অশান্তিত ভূগিছিল, বিশেষকৈ জনজাতীয় আৰু গাঁও সম্বন্ধীয় তেওঁৰ সকলো আশা আকাঙ্খাক সজীৱ কৰি তুলিব নোৱৰাত। দুৰ্ভগীয়া অসম ! এনেবোৰ আহুকালৰ সময়তেই বংগৰ পৰা অহা কমিউনিষ্ট সকলে মস্কোৰ আদেশতে কৃষক বিদ্ৰোহৰ ভাও দি প্ৰদেশখনত বহু সময় ধৰি অৰাজকতাৰ সৃষ্টি কৰাত আৰু কেন্দ্ৰইও তাক দমাবলৈ সাহায্য নিদিয়াত বৰদলৈয়ে অসমক ক্ষুদ্ৰ ৰাজহৰ পৰাই কমিউনিষ্ট দমনতো ধন খৰছ কৰিব লগা হ'ল। একেবাৰেই 'ল এণ্ড অৰ্ডাৰ'ৰ মানুহ নোহোৱা বৰদলৈয়ে বিধানসভাত কৈছিল - "এইটো বৰ দুখৰ বিষয় যে 'ল এণ্ড

অৰ্ডাৰ'ৰ কাৰণে ১ কোটি ১২ লাখ টকা খৰছ কৰিব লাগিছো, অথচ জাতি গঠনৰ কামত সেই পৰিমাণ খৰছ কৰিব পৰা নাই। কিন্তু ইয়াকো মানিব লাগিব যে বৰ্তমান যি পৰিস্থিতিত পৰিছো সেই খৰছ নকৰিলেও নহয়, কাৰণ আমাৰ অস্তিত্ব ৰাখিবই লাগিব। তাৰ পাছতহে উন্নতি।"

বৰদলৈয়ে এই কথা কৈছিল ১৯৪৮ চনৰ ২৭ মাৰ্চ তাৰিখে বিধানসভাৰ জনজাতীয় সদস্য কৰ্ক সিং দলে মিৰিৰ এটা প্ৰশ্নৰ উত্তৰত। মিৰিৰ প্ৰশ্নটো আছিল মাজুলীৰ জনজাতি অঞ্চলত পানী যোগানৰ অসুবিধা সম্পৰ্কে। বৰদলৈৰ উত্তৰটোত তেওঁৰ জনজাতীয় ৰাইজৰ সুবিধা-অসুবিধাৰ বিষয়ত থকা সম্পূৰ্ণজ্ঞান আৰু জনজাতি-অজনজাতি মিলি প্ৰদেশখনক উন্নতিৰ পথত আগুৱাই নিয়াৰ প্ৰয়াস এনেকৈ প্ৰকাশ পাইছে ঃ "প্ৰস্তাৱকে তেখেতৰ প্ৰস্তাৱত মাত্ৰ কেইটামান কথাহে উল্লেখ কৰিছে, ভাল যাতায়ত, পৰিস্কাৰ-পৰিচ্ছন্নতা, বাধ্যতামূলক প্ৰাথমিক শিক্ষা ইত্যাদি। মোৰ মনেৰে জনজাতিসকলৰ বসতি অঞ্চলত কৰিবলগীয়া অনেক কাম বাকী আছে। তাত জলসিঞ্চন আৰু নৰ্দমা খন্দা আদি বহু কাম আছে। সেইদৰে ব্যাধি নিবাৰণ আৰু চিকিৎসাৰ কাম আছে এই আটাইবিলাক কাম ৩-১০ বছৰৰ ভিতৰত কৰিবৰ কাৰণে আঁচনি ল'ব লাগিব। আমাৰ ডাঙৰ কাম সেইটো। যদি উপযুক্ত আঁচনি আমি গ্ৰহণ কৰি সেইবিলাকক বাস্তৱত পৰিণত কৰিব পাৰোঁ তেন্তে জনজাতি আৰু অজনজাতি সম্বন্ধে আমি আমাৰ ভিতৰত যি বিভিন্ন মনোবৃত্তি সৃষ্টি কৰি আছোঁ সেইবোৰ দূৰ হ'ব আৰু সকলোৱে মিলি এক অসমৰ সন্তান বুলি ভাৰতবৰ্ষৰ আগত থিয় দিব পাৰিম। মই আশাকৰোঁ মাননীয় সদস্যসকলে আমাৰ এই সফলতাৰ নিমিত্তে চেষ্টা আৰু সহায় কৰিব।"

বৰদলৈৰ গাঁও পঞ্চায়ত বিলখন ভাৰতৰ প্ৰথম গান্ধী আদৰ্শৰ আইন, এই কথা ভাৰতৰ আন কোনোৱে নাজনাটো আচৰিত কথা নহয়। কিন্তু এই কথা যে আজিকোপতি অসম কংগ্ৰেছৰ মানুহেই নাজানে সি বুজায় - অসমীয়াসকল নিজ দেশৰ বিষয়ে কিমান অবুজ আৰু কিমান অজ্ঞান। কেইদিনমানৰ আগেয়ে যোৱা ২৫ জুন, ২০০৭ তাৰিখে (মই জাৰ্মেনিত এই লিখা লিখি আছোঁ আজি ৪ জুলাই, ২০০৭ তাৰিখে) গুৱাহাটীত কেন্দ্ৰীয় পঞ্চায়তীৰাজ মন্ত্ৰী মনিশংকৰ আয়াৰে ১৯৯২ চনত ভাৰতত পঞ্চায়তী ৰাজৰ ব্যৱস্থা কৰা হ'ল বুলি ক'লে আৰু ৰাজ্য চৰকাৰে ১৭ টা বিভাগৰ ২৩ টা বিষয় পঞ্চায়তসমূহলৈ হস্তান্তৰ কৰাত ওলগ জনালে। অসমৰ মুখ্যমন্ত্ৰী গগৈয়ে 'আজিৰ দিনটোত গান্ধীৰ সপোনৰ পঞ্চায়তীৰাজৰ প্ৰকৃত ৰূপায়ণৰ বাবে বলিষ্ঠ পদক্ষেপ" লোৱা হ'ল বুলি আত্মসন্তুষ্টি লভিলে। সমগ্ৰ অনুষ্ঠানটোৰ বিৱৰণবোৰ মই ইন্টাৰনেটত পঢ়িলো। ক'তো গোপীনাথ বৰদলৈৰ নাম-গুণেই নাই। এনে ধিক জাতিৰ উন্নতি কোনোবাদিনা হ'বনে?*

ভাৰতত পঞ্চায়তীৰাজৰ প্ৰথম আইনখন অসমত আকস্মিকভাবে হোৱা নাছিল, বিশেষ পৰিকল্পিতভাৱেই হৈছিল। বৰদলৈয়ে গাঁও পঞ্চায়ত বিলখন প্ৰস্তুত কৰি থাকোঁতেই ১৯৪৮ চনৰ ৩০ জানুৱাৰী তাৰিখে গান্ধীজীক হত্যা কৰা হয়। সেই সময়ত গান্ধীজীৰ অন্যতম শিষ্যা মাৰ্গাৰেট বেন (মীৰা বেহেন) শ্বিলঙত আছিল। তেওঁৰ আৰু বৰদলৈৰ মাজত এই বিল আৰু গান্ধী আদৰ্শৰ আন আন গঠনমূলক কামৰ বিষয়ে আলোচনা হৈছিল। শ্বিলং এৰাৰ আগেয়ে মাৰ্গাৰেট বেনে নিম্নোক্ত কথাখিনি লিখি থৈ গ'ল ঃ

"প্ৰিয় বৰদলৈ,

মই আজি আগতকৈ অধিকভাৱে অনুভৱ কৰিছোঁ, আপোনালোকে - মানে গান্ধীজীৰ বন্ধু আৰু অনুগামীসকলে গান্ধীজীৰ জীৱন পথ ৰাজনৈতিক জগতলৈ কঢ়িয়াবলৈ প্ৰয়াস কৰি কি গভীৰ কৰ্তব্যৰ বোজা বহন কৰিব লগাত পৰিছে। তেওঁ যেতিয়া আমাৰ মাজতেই আছিল, তেওঁৰ পৰা সততে দিহা-পৰামৰ্শ আৰু শক্তি আহৰণ কৰিবলৈ তেতিয়াও হয়তো অত্যন্ত কঠিন আছিল আৰু আজি তেওঁৰ অবিহনে ইয়াক কৰাটো প্ৰায় দুঃসাধ্য হৈ পৰিল।"[২২]

কিন্তু হৃদৰোগী আৰু শৰীৰত আন বহু অসুখ বছৰৰ পাছত বছৰ বহন কৰিও বৰদলৈ আছিল অদমনীয় শক্তিৰ আৰু অফুৰন্ত প্ৰেৰণাৰ মালিক। ১৯৫০ চনত ৰাজ্যপাল শ্ৰীপ্ৰকাশলৈ লিখা এখন বিদায়ীপত্ৰত বৰদলৈয়ে লিখিলে ঃ

"মই এজন কল্পনাপ্ৰৱণ ব্যক্তি ; মোৰ হিয়াই সততে বিচাৰে কিবা গঢ়িবলৈ কিবা নিৰ্মাণ কৰিবলৈ। সেয়ে যেতিয়া ১৯৪৬ চনৰ আৰম্ভণীতে ক্ষমতা আমালৈ আহিল, মই কল্পনা কৰিলো বিকেন্দ্ৰীকৃত গাঁওবোৰকে ধৰি এক শাসন ব্যৱস্থাৰ ...বিশ্বাস ৰাখিলো সমন্বয়ৰ ভিত্তিত গঢ়া এখন সমাজৰ ...গান্ধীজীয়ে এনেবোৰ পৰীক্ষা সেৱাগ্ৰামত কৰিছিল। আমি মনস্থ কৰিলো আমিয়েই যেন প্ৰথম প্ৰদেশ হওঁ এই পৰীক্ষা আগবঢ়াই নিয়াত।"[২৩]

## ৪। গোপীনাথ বৰদলৈৰ জাতি গঠন কৰ্ম আৰু অসমৰ বৌদ্ধিক সমাজ

১৯৪৩ চনৰ পৰা ১৯৫০ চনলৈকে এই দহটা বছৰ অসমৰ সকলো খিলঞ্জীয়া লোকৰ কাৰণে অতি সংকটজনক কাল আছিল। আচলতে ১৯শ শতিকাৰ প্ৰথমভাগত দেখা দিয়া মানৰ তিনিটা আক্ৰমণে অনা উৎপাত আৰু উৎপীড়নৰ পাছত এই কালছোৱাই আছিল অসমীয়াৰ মহা আতঙ্কৰ সময়। মুছলিম লীগৰ নেতাসকলৰ

উচতনিত বঙ্গৰ পৰা অসমলৈ অহা আক্ৰমণকাৰী সকলে অসমখন কাঢ়ি ল'বলৈ উদ্যত হৈছিল আৰু তাত এখন হাড়ে-হিমজুৰে বিদেশী ৰাজ্য স্থাপন কৰিব খুজিছিল। এই বাক্য কোনো হিংসা উদ্ৰেককাৰীৰ সাম্প্ৰদায়িক মনৰ পৰা উদ্ভৱ হোৱা উচ্চাৰণ নহয় ; ই জীয়া তথ্য। এই উৎপীড়নকাৰী সকলৰ লীডাৰ আব্দুল হামিদ খানৰ তিৰস্কাৰ সনা চিৎকাৰত ই সজীৱ হৈ আছে ঃ "স্বাধীনতা হয়তো হিন্দু-মুছলমানৰ একতাৰ মাধ্যমেদি আহিব পাৰে, কিন্তু পাকিস্তানক মানি লোৱাৰ ভিত্তিতহে।"

মুছলিম লীগৰ নেতাৰ উচতনিত আৰু সাদ্উল্লা চৰকাৰৰ প্ৰশ্ৰয়ত পূব বঙ্গৰ পৰা অহা পমুৱাৰ কাৰণে অসমৰ জনজাতি অঞ্চল দখল কৰাত অসুবিধা নাছিল, কিয়নো শুকান খেতিত অভ্যস্ত কোনো কোনো জনগোষ্ঠীয়ে খেতিৰ স্থান বদলাই থকাত খালী পৰি থকা মাটিবোৰ দখল কৰিবলৈ এই পমুৱা সকলৰ কাৰণে সহজলভ্য হৈ পৰিছিল। বঙ্গৰ পমুৱাৰ আগমনত সৃষ্টি হোৱা সংকটময় পৰিস্থিতিত গোপীনাথ বৰদলৈয়ে বুজি উঠিলে যে সেই সময়টোত অসমীয়াৰ প্ৰধান প্ৰয়োজনটো হ'ল জাতীয় একতা ; জনজাতি-অজনজাতিৰ মাজত সকলো বিভেদ ভাৱ আঁতৰাই সকলো খিলঞ্জীয়াকে এদাল ডোলেৰে বন্ধাৰ সময় আহি পৰিল, বাহিৰৰ বেদখলকাৰীক ভেটিবলৈ বৰদলৈৰ মানত অসাম্প্ৰদায়িক মনেৰে আৰু অহিংস নীতিৰে এই কামটো কৰিব লাগে কংগ্ৰেছেহে, কোনো সাম্প্ৰদায়িক গোষ্ঠী বা প্ৰতিষ্ঠানে নহয়। কিন্তু ইৰ্ষা, হিংসা, অজ্ঞানতা, পৰশ্ৰীকাতৰতা, ভীৰুতা, শংকা, অভিমান, গৰ্ব আদিৰ ভৰত ডুবি থাকি অসমৰ কংগ্ৰেছ সংগঠনৰ প্ৰায়বোৰ আগশাৰীৰ নেতাসকলে সত্যাগ্ৰহৰ সময় ডোখৰত অসম চিন্তাক কেনেকৈ জলাঞ্জলি দি থৈছিল সেই কথা ইতিমধ্যে ষষ্ঠ আৰু সপ্তম অধ্যায়ত কোৱা হৈছে। সভাপতিজন আকৌ ব্যস্ত আছিল তেওঁৰ অনিয়মত যোৱা বৰদলৈক শাস্তি বিহিবলৈ। এইবোৰে বৰদলৈক কণমানো বিচলিত কৰিব নোৱাৰিলে। জনজাতি সমস্যা বিষয়ত গঠনশিল্পী বৰদলৈয়ে তেওঁৰ অফুৰন্ত জনজাতি প্ৰেম , গান্ধী আদৰ্শ আৰু সৃষ্টিকামী মনোবলেৰে অভিনৱ আৰু অপূৰ্ব সফলতা লাভ কৰিলে।

বৰদলৈৰ এই সাফল্যৰ গুৰিতে আছিল তেওঁৰ চৰিত্ৰৰ গুণবোৰ, বিশেষকৈ তেওঁৰ দূৰদৰ্শিতা, কৰ্ত্তব্যনিষ্ঠা আৰু কৰ্মতৎপৰতা। বৰদলৈ আছিল সম্পূৰ্ণৰূপে জাত্যাভিমান ৰহিত আৰু অসাম্প্ৰদায়িক। তেওঁৰ মনত অসমৰ সকলো খিলঞ্জীয়া লোকেই আছিল তেওঁৰ ককা-আইতা, ভাই-ককাই আৰু বাই-ভনী। তদুপৰি অসমীয়া মাত-কথাৰে অসমীয়া হৈ যোৱা অসমৰ সকলো সম্প্ৰদায়ৰ লোকেই আছিল তেওঁৰ কাৰণে অসমীয়া। আহোম সকলৰ এজন বিশিষ্ট ৰাজনীতিবিদে এবাৰ আন আন অসমীয়াৰ সৈতে পৃথক হোৱাৰ মনোভাৱ দেখুৱাওঁতে তেওঁ আহোম সকলক তেওঁৰ

'গাৰ মঙহ' বুলিছিল।[২৪] ঠিক তেনেকৈয়ে তেওঁ এবাৰ নেহৰুক কৈছিল যে কোচ-ৰাজবংশীসকল 'হাড়ে-তেজে অসমীয়া।'[২৫] বড়ো-কছাৰী আৰু মিচিংসকলৰ বহু লোক তেওঁৰ বাল্যবন্ধু হোৱাই নহয়, এই সম্প্ৰদায়ৰ বহুতো লোকৰ প্ৰতি থকা তেওঁৰ আজীৱন মৰম-স্নেহ-শ্ৰদ্ধাৰ কথা তেওঁৰ ডায়েৰী বহীত জিলিকি আছে। এই সম্প্ৰদায়ৰ লোকে যে এদিন তেওঁলোকৰ নিজা বলেৰে উন্নতিৰ পথত আগুৱাই যাব সেই বিষয়ে বৰদলৈ নিশ্চিত আছিল।[২৬] আনকি সেই সময়ৰ পাহাৰীয়া নেতাসকলৰো বৰদলৈৰ প্ৰতি শ্ৰদ্ধা-মৰম আছিল অপাৰ। এবাৰ গণ পৰিষদৰ এখন সভাত (৬ ছেপ্তেম্বৰ ১৯৪৯) খাছী নেতা ৰেভাৰেণ্ড নিকলছ ৰয়ে ঈশ্বৰৰ প্ৰতি কৃতজ্ঞতা জনাইছিল বৰদলৈৰ দৰে জনজাতিৰ প্ৰতি প্ৰগাঢ় সহানুভূতি থকা এজন নেতা অসমক দিয়াত।[২৭] অসমত নিগাজী হৈ যোৱা নেপালী সম্প্ৰদায়ৰ লোকসকল আৰু বৰদলৈৰ মাজত কি মধুৰ সম্পৰ্ক আছিল সেই কথা ধনবাহাদুৰ সোনাৰ, হৰিপ্ৰসাদ গোৰ্খাৰাই, দানবৰ সিং গুৰুং আদিয়ে তেওঁলোকৰ শুৱলা অসমীয়াত লিখা লেখাসমূহত বৰ্ণাই গৈছে।[২৮] সেই কাৰণে এনে এজন মানুহেই যে জনজাতি-অজনজাতি বা খিলঞ্জীয়া আৰু ন-অসমীয়াৰ মাজত সমন্বয় স্থাপন কৰিবলৈ সৰ্বোৎকৃষ্ট ব্যক্তি হ'ব সি নিশ্চিত আছিল। বৰদলৈৰ বেল্ট, ব্লক আৰু গাঁও পঞ্চায়তৰ ব্যৱস্থাবিলাকৰ মাহাত্ম্য তেওঁৰ পাছত অহা কংগ্ৰেছ মন্ত্ৰীসভাবিলাকে বুজি নাপালে। সেই আইন দুখনক জহি-খহি যাবলৈ এৰি দিলে। বিমলা প্ৰসাদ চলিহাক বৰদলৈয়ে ৱাৰ্দ্ধালৈ পঠিয়াই গ্ৰাম পঞ্চায়তৰ কামৰ প্ৰশিক্ষণ লোৱাই আনি 'পাৰ্লিয়ামেণ্টেৰী চেক্ৰেটেৰী' পাতিছিল আৰু গাঁও পঞ্চায়ত আইনখনৰ অন্তৰ্গত কামবোৰত লগোৱাইছিল। কিন্তু সেই চলিহা পাছত চৈধ্য বছৰ কাল মুখ্যমন্ত্ৰী হৈ থাকিও গাঁও পঞ্চায়তৰ একো নকৰিলে আৰু ব্লক বেল্টৰ কথাও পাহৰি থাকি 'ভোট বেংক' ৰাজনীতিক প্ৰশ্ৰয় দি প্ৰব্ৰজন অনুপ্ৰৱেশলৈ দুৱাৰ সম্পূৰ্ণৰূপে মুকলি কৰি দিলে।

গোপীনাথ বৰদলৈৰ কালত বা তাৰ আগেও নিশ্চয় কোনো কোনো বিশিষ্ট অসমীয়া আছিল যি জনজাতীয়-অজনজাতীয় অসমীয়াৰ মাজত থাকিব লগা, কিন্তু নথকা সমন্বয়ৰ বিষয়টোৰ সন্দৰ্ভত সাধাৰণতে উচ্চাৰিত হৈ থকা আবেগিক উক্তিবোৰৰ ব্যতিৰেকে গভীৰ চিন্তা কৰিছিল, বিশেষকৈ বিষয়টোৰ লগত যোগ হৈ থকা জাতি গঠনৰ কথাটোক লৈ। ১৯৩৬ চনতে পৰলোক প্ৰাপ্তি হোৱা আৰু বৰদলৈৰ দৰে গান্ধীজীক বুজা এজন অসাধাৰণ অসমীয়া চিন্তাশীল ব্যক্তি, কমলাকান্ত ভট্টাচাৰ্য্যই (১৮৫৫-১৯৩৬) কোৱা এষাৰ কথাত এই ইংগিত আছে ঃ "বৰ্তমান যুগ সমস্যা যি স্থলত অসমীয়া জাতিৰ পক্ষে সংকটজনক হৈ উঠিছে, এই সময়ত আমাৰ ঘাই আৱশ্যক হৈছে জাতীয় একতাৰ। ইয়াক প্ৰেমে মাথোন থাপনা কৰিব পাৰে। ইটি সিটিৰ দোষ ধৰাধৰি নিন্দাবাদৰ কথা, চকু চৰহা স্বভাৱ, অহংকাৰ আৰু ঘিণৰ ভাব দূৰ কৰিব

নোবাৰিলে আমাৰ জাতীয় একতা দুৰাশা মাথোন।"[২৯] জ্যোতিপ্ৰসাদ আগৰৱালাই (১৯০৩-১৯৫১) ১৯৪৩ চনত ল'ৰাই আবৃত্তি কৰিবৰ কাৰণে লিখা এটা কবিতাতো তেনে ধৰণৰ চিন্তা সোমাই আছে ঃ

ভৈয়ামৰ মিৰি

সোৱণশিৰীয়া ডেকা,

বিজয়ী আহোম কছাৰী-কোঁচৰ

মেছৰ কুমাৰ মই

ৰাজবংশী ৰাভা

কপালত জ্বলে শত গৌৰৱৰ আভা।"

........ইত্যাদি।[৩০]

কিন্তু গোপীনাথ বৰদলৈয়েই অসমৰ সমগ্ৰ ইতিহাসত প্ৰথমজন ব্যক্তি আছিল যি নিৰৱে আৰু ধীৰেৰে অসমীয়া জাতি গঠনৰ প্ৰথম সবল, ৰাজনৈতিক হস্তক্ষেপ ল'লে, জনজাতি-অজনজাতিৰ মাজৰ দূৰত্ব আপোচ আৰু আঁচনিৰ জৰিয়তে চপাই আনি দুয়োকে একেটি ডোলেৰে বান্ধিলে। তেওঁৰ আগেয়ে মাথোন শংকৰদেৱেহে ধাৰ্মিক দিশেদি অসমত বাস কৰা বিভিন্ন জাতি আৰু সম্প্ৰদায়ৰ মানুহখিনিক হৰিনাম কীৰ্ত্তনত সমদৃষ্টিৰে লৈছিল।

আমি জনাত অসমত মাথো তিনিজন চিন্তাশীল ব্যক্তিয়েহে আজিলৈকে অসমীয়া জাতি গঠনত বৰদলৈয়ে দেখুওৱা বিচক্ষণতা উপলব্ধি কৰিব পাৰিছে। হিন্দুত্ব ধাৰণাৰ চেকা লগা ইতিহাসৰ তীব্ৰ সমালোচক বড়ো সম্প্ৰদায়ৰ পৰা অহা বিশিষ্ট অসমীয়া সাহিত্যিক মেদিনী চৌধুৰীয়ে শংকৰদেৱৰ পাছৰকালৰ অসমৰ দুৰ্ভাগ্য সুঁৱৰি বৰদলৈৰ এই কৃতিত্বৰ বিষয়ে লিখিছে - "শেষত যেনিবা গোপীনাথ বৰদলৈ ডাঙৰীয়াৰ দৰে বিচক্ষণ আৰু দূৰদৰ্শিতা সম্পন্ন ব্যক্তি এগৰাকী অসমৰ ৰাজনৈতিক নেতৃত্বলৈ আহিছিল। মোৰ ধাৰণা মতে তেওঁ অন্ততঃ দহটা বছৰ জীয়াই থকা হ'লেও অসমৰ ইতিহাস, ভূগোল দুয়োটাই এতিয়াতকৈ একেবাৰে বেলেগ হ'লহেঁতেন।"

অন্য এঠাইত চৌধুৰীয়ে আকৌ লিখিছে - "Democracy is in essence, majority rule and minority rights." এই জ্ঞান উপলব্ধি কৰিছিল আৰু মনে প্ৰাণে বিশ্বাস কৰিছিল অসমৰ এগৰাকী ৰাজনৈতিক নেতাই। যি গৰাকী নেতা আছিল জনজাতিৰ দৰে নানান ঐতিহাসিক কাৰণে অসুবিধাগ্ৰস্ত কৰি ৰখা নিঃসহায় সমাজবোৰৰ প্ৰকৃত হিত চিন্তাকাৰী বন্ধু আৰু দূৰদৰ্শী ৰচনাত্মক কৰ্ম আঁচনি যুগুতোৱাত সবাতোকৈ দক্ষ ৰাজনীতিজ্ঞ। তেওঁ আছিল লোকপ্ৰিয় বৰদলৈ। অসমৰ দুৰ্ভাগ্য, দেশ স্বাধীন হোৱাৰ লগে লগে ১৯৫০ চনতে তেওঁৰ দেহাৱসান হ'ল। স্বাধীনতাৰ দোকমোকালিতে অসমৰ জনসাধাৰণ, বিশেষকৈ জনজাতিসকল ঘাট-মাউৰা হ'ল।"[৩১]

নিবাৰণ বৰা (১৯২১-২০০৫) আছিল বিধানসভাৰ বাহিৰত ব্যস্ত এজন কৰ্মতৎপৰ সমাজবাদী ৰাজনীতিক আৰু বিদ্বত লোক। তেওঁৰ ৰাজনৈতিক জীৱনৰ সবাতোকৈ চিত্তাকৰ্ষক কাহিনীটো হ'ল এই যে ভাৰত স্বাধীন হোৱাৰ দিনটোতেই, মানে ১৯৪৭ চনৰ ১৫ আগষ্টৰ দিনা বৰদলৈৰ কংগ্ৰেছ চৰকাৰে তেওঁক বে-আইনী শ্ৰমিক আন্দোলনত যুক্ত হোৱাৰ বাবে গ্ৰেপ্তাৰ কৰিছিল। সেই নিবাৰণ বৰাই বৰদলৈৰ জনজাতি নীতিৰ প্ৰশংসাত পঞ্চমুখ হৈ তেওঁৰ স্বকীয় অসমীয়া -ইংৰাজী মিশ্ৰিত সাৱলীল গদ্যত লিখিছিল - "স্বৰ্গীয় বৰদলৈ ডাঙৰীয়াই আপ্ৰাণ চেষ্টা কৰিছিল অসমৰ সাবেক অধিকাৰী জনজাতি সকলৰ লগত মিলিজুলি অসমত মন্ত্ৰীসভাই নহয় অসমখনকেই ৰক্ষা কৰিবলৈ। সেই সিদ্ধান্ত শুদ্ধ আছিল এটা অৰ্দ্ধ শতাব্দীৰ বাবে until the invalid, the ignorant, the mediocre, the underrated entered the regal arena, বৰদলৈ অসমৰ ইতিহাস আৰু জনগোষ্ঠী সম্পৰ্কে সজাগ আছিল। অসমৰ সাবেক অধিবাসী জনগোষ্ঠী সকলৰ বিনে অসম ৰক্ষা কৰিব নোৱাৰি সেই কথা হৃদয়ঙ্গম কৰিছিল........ মই উল্লেখ কৰিবলৈ লাজ পাইছো যে বৰদলৈ অসমৰ তেনে এটা সংখ্যালঘু সম্প্ৰদায়ৰ লোক আছিল, যাৰ সংখ্যা ১৯৪৭ চনত বৰ বেছি নাছিল। সম্প্ৰদায়টো আছিল মস্তিষ্কযুক্ত। যিটো মস্তিষ্কৰ আৱশ্যক নহ'ল অসমীয়াৰ। ফালটু বাজাৰী মস্তিষ্ক হ'লেও বহুত হোৱা যেন হ'ল।"[৩২]

বৰদলৈৰ জনজাতীয় নীতিত বিচক্ষণতা দেখা পোৱা অসমৰ আন এজন বিদ্বত লোক হ'ল আজীৱন কমিউনিষ্ট ৰাজনীতিত লিপ্ত গৌৰীশংকৰ ভট্টাচাৰ্য্য। যোৱা বিশ্ব যুদ্ধৰ আগে আগে 'ট্ৰাইবেল লীগ'ৰ অধিবেশন এখনত বৰদলৈয়ে দিয়া ভাষণ এটি মনত পেলাই ভট্টাচাৰ্য্যই ক'লে যে বৰদলৈয়ে জনজাতি আৰু অজনজাতিৰ সমন্বয়ৰ কথাটো এনেভাৱে বৰ্ণালে যে তেওঁৰ বিশুদ্ধ আন্তৰিকতা দেখি ভীমবৰ দেউৰীয়ে হেনো সভামণ্ডপতেই বৰদলৈক সাবটি ধৰিলে। ভট্টাচাৰ্য্যই বৰদলৈৰ শেষ মূল্যায়ন এনেভাৱে কৰিছে - "বহু কাম অপূৰ্ণ বা অসম্পূৰ্ণ থাকিলেও গোপীনাথ বৰদলৈয়ে অসমৰ বহুমুখী বিকাশৰ কাৰণে যি কৰি গ'ল তাৰ মূল্যায়ন কৰিলে এই কথা নিঃসন্দেহে ক'ব পাৰি যে অসমীয়া জাতিটোক গঢ়ি তোলাৰ ক্ষেত্ৰত তেখেতৰ অৱদান মহাপুৰুষ শংকৰদেৱৰ পিছতে।"[৩৩]

১৯৯১ চনত যেতিয়া তুলনামূলকভাৱে অনুন্নত পূব জাৰ্মেনি বাৰুকৈয়ে উন্নত পশ্চিম জাৰ্মেনিৰ লগত পুনৰ চামিল হ'ল, তেতিয়া আন্তৰ্জাতিক খ্যাতিসম্পন্ন জাৰ্মান সমাজবাদী নেতা ভিলি ব্ৰাণ্টে এটি যুগমীয়া বাক্য গঢ়িছিল ঃ "যি সকল লোকে লগে-ভাগে বাস কৰে, তেওঁলোকে লগে-ভাগেই আগুৱাই যাব লাগিব।" ব্ৰাণ্টতকৈ পাঁচ দশক আগতে অসমৰ গোপীনাথ বৰদলৈয়েও অবিকল একে ধৰণেৰে ভাবিছিল।

---

## ষোড়শ অধ্যায়

# শৰণাৰ্থী লবীৰ প্ৰচাৰ, কমিউনিষ্ট সন্ত্ৰাসবাদ আৰু অন্যান্য বঙ্গ সংলগ্ন সমস্যা আৰু নেহৰু-পেটেলৰ অশালীন কৰ্তৃত্ববাদিতা

### ১৯৪৮-১৯৫০

১৯৪৭ চনৰ আগষ্ট মাহৰ পৰা ১৯৫০ চনৰ আগষ্ট মাহৰ বৰদলৈৰ মৃত্যুৰ দিনটোলৈকে অবাৰিত আৰ্থিক, অৰ্থনৈতিক, সাম্প্ৰদায়িক, ৰাজনৈতিক অপায় অমঙ্গলে অসমৰ খিলঞ্জীয়া মানুহখিনিক আৰু বৰদলৈৰ কংগ্ৰেছ চৰকাৰক এনেভাৱে জুৰুলা কৰি ৰাখিলে যে প্ৰদেশখনলৈ শান্তি আৰু নিৰাপত্তা নাহিলেই - স্বাধীনতাৰ সোৱাদ উপভোগ কৰাটো দুৰৰেই কথা। অৰ্থাভাৱত বৰদলৈয়ে তেওঁৰ গঠনমূলক উন্নয়ন আঁচনিবোৰকো মূল পৰিকল্পনাৰ আধাৰত গঢ় দিব নোৱৰা হৈ পৰিল ; কেন্দ্ৰীয় সাহায্যৰ পূৰ্ব প্ৰতিশ্ৰুতি আধা বাটতে ৰ'ল। এনে হোৱাতো বৰদলৈৰ স্বৰাজোত্তৰ নতুন অসম গঢ়াৰ হেঁপাহ জহি নগ'ল। কিন্তু ১৯৪৮ চনৰ মাজভাগত পূব পাকিস্তানৰ পৰা অহা বাঙালী হিন্দু শৰণাৰ্থী আৰু একে সময়তে ঘাইকৈ পশ্চিম বঙ্গৰ কমিউনিষ্ট সকলৰ উচতনিত গঢ়ি উঠা দেশদ্ৰোহী বাঁও হঠকাৰিতাই অসমলৈ অনা সীমাহীন যাতনাৰ ক্ষেত্ৰত কেন্দ্ৰই যি হিংসুক, পক্ষপাতী আৰু কৰ্তৃত্ববাদী আচৰণ ল'লে, আৰু নেহৰুৱে বিশেষকৈ, যি অবুজ, অশালীন ভাষাৰে এটাৰ পাছত এটাকৈ কলিকতা প্ৰেছ আৰু ভগনীয়া লবীয়ে অসমীয়ালৈ অনা অপযশক সঁচা বুলি মানি লৈ বৰদলৈ চৰকাৰক প্ৰতিশোধী ভাবুকি আৰু আনকি ঠগ প্ৰবঞ্চনাতো প্ৰবৃত্ত হ'ল তাৰ তুলনা হয়তো ভাৰতৰ আন কোনো এখন প্ৰদেশতো পোৱা নাযাব।[1] নেহৰুৰ এনে আচৰণৰ লগত কিছুদূৰ পেটেলৰো সংযোগ আছিল যদিও, পেটেলে অসমৰ প্ৰতি নিৰ্দয়ী নাছিল। তেওঁৰ বৰদলৈৰ প্ৰতি অকৃত্ৰিম স্নেহ আৰু শ্ৰদ্ধা সদায় অটুট আছিল। ভগনীয়া সমস্যাই আৰু ইয়াৰ লগত অবিৰাম সংযোগ হৈ থকা বিভিন্ন ধ্বনি প্ৰতিধ্বনিৰে হোৱা কুৎসাৰটনা, হিংসা আৰু ষড়যন্ত্ৰই অসমীয়াক বা অসমৰ কংগ্ৰেছ চৰকাৰখনক টেঁটু চেপি নিঃশেষ কৰি পেলাব

নোৱাৰিলেও কংগ্ৰেছ আৰু গান্ধী আদৰ্শৰ একান্ত ভক্ত, অসম আৰু অসমীয়াৰ ৰক্ষক আৰু আধুনিক অসমৰ খনিকৰ বৰদলৈৰ পৰা সকলো শক্তি শুহি নি তেওঁক যে নিৰ্দয়ভাৱে মৃত্যুৰ গড়াহত পেলালে তাত সন্দেহ নাই।

নেহৰু আৰু পেটেল দুয়ো সেই সময়ত পশ্চিম বঙ্গক সুখী ৰখাত ব্যস্ত আছিল। কিন্তু দুয়োৰে উদ্দেশ্য এনে নাছিল। পেটেলৰ পশ্চিম বঙ্গীয় চিন্তাত আছিল সমগ্ৰ ভাৰতৰ স্বাৰ্থ আৰু দেশ বিভাজনৰ ফলত হোৱা বাঙালী সকলৰ দুৰ্ভাগ্যৰ প্ৰতি অনুকম্পা। ইয়াৰ বিপৰীতে নেহৰুৰ চিন্তাত আছিল তেওঁৰ সেই সময়ত কেন্দ্ৰত আৰু আনকি নিজৰ মন্ত্ৰীসভাতেই উৰলি যোৱা জনপ্ৰিয়তাক ৰক্ষা কৰাৰ কৌশল। সাধাৰণতে কোৱা হয় দুই ম'হৰ মাজত যুঁজ হ'লে বিৰিণাৰ মৰণ ; কিন্তু দুয়ো ম'হে প্ৰেম কৰিলেও যে বিৰিণাৰ মৰণ হয় সেইটোও ঠিক। পশ্চিম বঙ্গক লৈ পেটেল আৰু নেহৰুৰ মাজত হোৱা খন্তেকীয়া গভীৰ মিত্ৰতাই অসম বিৰিণাক কেনেকৈ ধ্বংস কৰিবলৈ ওলাল সেই কাহিনী এই আৰু পাছৰ অধ্যায়ত বিতংকৈ কোৱা হওক।[২]

## ১। বাঙালী-হিন্দু শৰণাৰ্থীৰ প্ৰচাৰ কাৰ্য্য আৰু অসমৰ প্ৰতি নেহৰুৰ কদৰ্য হুঙ্কাৰ ১৯৪৮-৪৯

এই পুথিৰ একাদশ আৰু দ্বাদশ অধ্যায়ত অসমৰ বাঙালী হিন্দুৰ ঐতিহাসিক প্ৰভাৱ আৰু আচৰণৰ কথা কোৱা হৈছে। অসমীয়া আৰু বাঙালীৰ মাজত যুগ যুগ ধৰি বৰ্ত্তি থকা ভিতৰুৱা বিভেদভাৱৰ উৎস আৰু উদাহৰণো তাত দিয়া হৈছে। ব্ৰহ্মপুত্ৰ উপত্যকাত স্বাধীনতাৰ সংগ্ৰামখন আগুৱাই নিছিল ঘাইকৈ অসম কংগ্ৰেছ আৰু অসমীয়া নেতৃবৃন্দই। উপত্যকাৰ হিন্দু-বাঙালী সকলে তেতিয়া বৃটিছ সাম্ৰাজ্যবাদৰ অনুচৰ হৈ 'ছেটেলাৰ্ছ এছোছিয়েছন' পাতি নিজৰ গোষ্ঠীগত আৰু সাম্প্ৰদায়িক স্বাৰ্থত নিযুক্ত আছিল আৰু সময়ে সময়ে আনকি স্বাধীনতা সংগ্ৰামৰ বিপক্ষে থিয় দিছিল। কিন্তু যেতিয়া স্বাধীনতা অৱশ্যম্ভাৱী হৈ পৰিল আৰু ৰাজ্যখনৰ ৰাজনৈতিক ক্ষমতা অসমীয়া কংগ্ৰেছ নেতাৰ হাতলৈ অহাৰ সম্ভাৱনা হ'ল, তেওঁলোক তেতিয়া অস্থিৰ হৈ পৰিল। কেবিনেট মিছনৰ গ্ৰুপিং আঁচনি অসমীয়া কংগ্ৰেছ নেতাই বঙ্গৰ লগত জোঁট বান্ধিবলৈ অস্বীকাৰ কৰাৰ সময়ৰে পৰা ব্ৰহ্মপুত্ৰ উপত্যকাৰ হিন্দু-বাঙালীৰ অসমীয়া বিদ্বেষ প্ৰকাশ্যে প্ৰবল হ'বলৈ ল'লে। শ্ৰীহট্ট চাকৰিয়ালৰ আন্দোলনে এওঁলোকক অসমীয়াৰ এখন কুৰূপ ছবি ভাৰতৰ সৰ্বত্ৰতে প্ৰচাৰ কৰিবৰ কাৰণে যথেষ্ট সম্বল যোগালে। এনে সময়তে, ১৯৪৮ চনৰ মাজ ভাগৰ পৰা পূব পাকিস্তানৰ পৰা আহিব ধৰিলে হিন্দু বাঙালী শৰণাৰ্থীৰ সোঁত।

ঘটনাটোক ৰাষ্ট্ৰীয় বিপদ গণ্য কৰি বৰদলৈ চৰকাৰে শৰণাৰ্থী সকলক অনতি পলমে অস্থায়ীভাৱে বহুৱালে আৰু তেওঁলোকৰ দুখ-যন্ত্ৰণা লাঘৱৰ কাৰণে যথাসাধ্যে প্ৰাথমিক সহায় আগবঢ়ালে। তেওঁলোকৰ কাৰণে অসমৰ কেইবাখনো জিলাৰ অস্থায়ী 'ৰিলিফ কেম্প' খোলা হ'ল। ১৯৪৯ চনৰ মে' মাহত অসমলৈ অহা হিন্দু-বাঙালী শৰণাৰ্থীৰ সংখ্যা আছিল আঢ়ৈ লাখ ;[৩] পাছত সেই সংখ্যা দুই লাখ চৌসত্তৰ হাজাৰ চাৰিশ পাঁচপন্ন (২,৭৪,৪৫৫) হ'লগৈ। অসম চৰকাৰে ভাবিছিল যে পূৰ্ব বঙ্গৰ পৰা ইতিমধ্যে অব্যাহত থকা অবৈধ অনুপ্ৰবেশকাৰীয়ে সৃষ্টি কৰা সমস্যা আৰু লগতে পূব পাকিস্তান গঠন হ'বৰে পৰা অসমৰ যোগান, যাতায়ত, খাদ্য-বস্ত্ৰ আদিৰ ক্ষেত্ৰত দেখা দিয়া আহুকাল অনাটনলৈ চাই কেন্দ্ৰীয় চৰকাৰে এই শৰণাৰ্থী সকলৰ সকলোকে নহ'লেও বহুখিনিক লাহে পৰে অন্য প্ৰদেশলৈ নি স্থায়ী সংস্থাপন দিব আৰু অসমৰ ওপৰত আকৌ এটা নতুন সমস্যা লগাই নথ'ব।

পশ্চিম বঙ্গলৈ যোৱা শৰণাৰ্থীৰ তুলনাত অসমলৈ যোৱা সকলৰ সংখ্যাটো অৱশ্যেই নিচেই তাকৰ আছিল, কিন্তু সমস্যা হিচাপে ই অসমৰ কাৰণে কোনোপধ্যে সামান্য নাছিল। মনস্তাত্ত্বিক ভাৱেও এই ঘটনাৰ উপস্থিতিয়ে, সেই সময়ত অসমৰ খিলঞ্জীয়া মানুহখিনিৰ ওপৰত তীব্ৰ আঘাত হানিছিল। তেওঁলোকে বাঙালী মুছলমান প্ৰব্ৰজনকাৰী আৰু অনুপ্ৰবেশকাৰীৰ উপৰিও এতিয়া বাঙালী হিন্দুৰ আগমন দেখি হতাশ হৈ পৰিছিল।[৪] বাঙালীৰ সংস্পৰ্শত ঘটা ঐতিহাসিক মনোমালিন্যৰ উপৰিও অসমলৈ অহা এচাম শৰণাৰ্থীৰ সামাজিক শ্ৰেণী আৰু ব্যৱসায়ৰ উমান পাই সাধাৰণ অসমীয়াই ভাবিবলৈ বাধ্য হ'ল যে সেইসকল অপমানিত হোৱা সৰ্বহাৰা লোক নাছিল ; আছিল মধ্যবিত্ত শ্ৰেণীৰ আঢ্যৱন্ত লোকহে। এওঁলোকৰ পূব পাকিস্তান এৰাৰ কাৰণ তাত ঘটা কোনো সংঘৰ্ষ বা বিৰাট হিংসা প্ৰদৰ্শন নাছিল। তেওঁলোকৰ ভয় হৈছিল তেওঁলোকে যুগ যুগ ধৰি তুচ্চ-তাচ্ছিল্যতাৰ দৃষ্টিৰে চাই অহা সাধাৰণ মুছলমান সম্প্ৰদায়ৰ লোক সকলে এতিয়া তেওঁলোকৰ ওপৰত প্ৰতিশোধ লব পাৰে বুলি।[৫] তাৰোপৰি হিন্দু শৰণাৰ্থী সকলে অসম আহি পোৱাহি মাত্ৰেই তেওঁলোক বা তেওঁলোকৰ লবীয়ে এনে আচৰণ দেখুৱবলৈ ল'লে যে যিহেতুকে তেওঁলোক লুণ্ঠন, অৱজ্ঞা আদি সকলো ধৰণৰ নিৰ্য্যাতনৰ বলি তেওঁলোকে তত্তালিকে পূব পাকিস্তানত হেৰুৱাই অহা ঘৰ, মাটি, চাকৰি, মান, মৰ্য্যাদা অসমত পাব লাগে ক্ষতিপূৰণ হিচাপে। তেওঁলোকে কৰা সকলো দাবীকেই প্ৰাপ্য জ্ঞান কৰিব লাগে, ইয়াৰ দ্বাৰা অন্য জনগোষ্ঠীৰ যিমানেই অসুবিধা নহওঁক লাগিলে। এই মনোবৃত্তিয়ে অসমীয়া সকলক গভীৰ বেথা দিলে কাৰণ তেওঁলোকৰ দুৰ্দশাৰ কাৰণে মাত মাতিবলৈ ভাৰতত কোনো কালে কোনো নাছিল। আনকি জাতীয় কংগ্ৰেছৰ কৰ্ণধাৰ সকলেও অসমৰ খিলঞ্জীয়া সকলৰ যাতনাৰ কথা

নাভাবিলে। এনে হৈও সেই কেন্দ্ৰীয় চৰকাৰেই অসম চৰকাৰক আদেশ দিলে শৰণাৰ্থী সকলৈ সকলো ধৰণৰ সুবিধা দিলেহে কেন্দ্ৰই অসমৰ অসুবিধাৰ কথা ভাবিব। যুক্তি সেই শ্ৰীহট্টৰ চাকৰিয়াল সকলৰ ক্ষেত্ৰত উঠোৱা যুক্তিটোৱেই ; নোপোৱাই নোপোৱাতকৈ পাই হেৰুওৱা সকলৰ কষ্টোপলব্ধি অধিক গতিকে তেওঁলোকৰ দাবীয়ে অধিক মান্যতা পাব লাগিব। কেন্দ্ৰই দাবী কৰিলে নতুন মাটি পট্টনত, নতুন চাকৰিয়ালৰ নিযুক্তিত শৰণাৰ্থীয়ে অগ্ৰভাগ পাব লাগিব। ইয়াৰ কিবা হেৰফেৰ হ'লেই শৰণাৰ্থী লবী আৰু কলকতা প্ৰেছ মজুত আছিলেই শৰণাৰ্থীৰ আপত্তি-অসন্তুষ্টিৰ ভেটিত মাত্ৰাহীন হিংসা উদ্দীপক কাহিনীৰে অসম চৰকাৰ আৰু অসমীয়া লোকক গৰিহণা দিবলৈ। এনে হোৱাত ই খাটাং আছিল যে নিজ প্ৰদেশতে অনাদৃত হৈ পৰা অসমীয়া সকলৰ কিছুৱে বিশেষকৈ যুৱক সকলে তেওঁলোকৰ সঞ্চিত হতাশা আৰু বিতৃষ্টিক কিবা অঘটনেৰে প্ৰকাশ কৰিব বিচাৰিব।

১৯৪৮ চনৰ মাজ ভাগত এনে এটা অপ্ৰীতিকৰ কাণ্ড গুৱাহাটী চহৰত ঘটিল। ১৮ মে'ৰ দুপৰীয়া বেলা গুৱাহাটীৰ পৰা আৰক্ষীয়ে ৰাজধানী শ্বিলঙত থকা মুখ্যমন্ত্ৰী বৰদলৈক কিছু ৰেলৱে বিষয়া আৰু ছাত্ৰৰ মাজত হোৱা সংঘৰ্ষ এটিৰ কথা জনালে। একেদিনাই বিয়লি বেলা বৰদলৈয়ে ৰেলৱে বিষয়া সকলৰ পৰাও খবৰ পালে তেওঁলোকক হেনো আৰক্ষীয়ে অপব্যৱহাৰ কৰিলে। যিহেতু অসমৰ ৰেলৱে বিষয়া কৰ্মচাৰী সকলৰ সংখ্যাগৰিষ্ঠ অংশই বাঙালী আছিল আৰু ৰেলৱে শ্ৰমিক সংঘও বাঙালী কমিউনিষ্টৰ কবলত, বৰদলৈয়ে সেইটো অসমীয়া আৰু বাঙালীৰ মাজৰ সংঘৰ্ষ বুলি অনুমান কৰিলে। গুৱাহাটীৰ আৰক্ষী চুপাৰিনটেণ্ডেণ্টও সেই দিনাৰ সম্পূৰ্ণ বিৱৰণ দি বৰদলৈক ফোনযোগে জনালে যে উজান বজাৰৰ ফেৰীঘাটৰ পৰা গুৱাহাটী ঘাই ৰেলৱে ষ্টেশ্যনলৈ ৰেলৱে কৰ্মচাৰীক অনা-নিয়া কৰা শ্বাটল্ ট্ৰেইনখনৰ পৰা সেইদিনা ৪টা বজাত প্ৰায় দুশমান কৰ্মচাৰী ওলাই আহি দহজনমান মানুহক আক্ৰমণ কৰে আৰু ফলস্বৰূপে এজন কলেজীয়া ছাত্ৰ আৰু এজন পুলিচ কলিষ্টবলে গুৰুতৰ আঘাত পায়। এই সম্পৰ্কত আৰক্ষীয়ে সাতজন লোকক গ্ৰেপ্তাৰ কৰে। বৰদলৈয়ে আৰক্ষীৰ সহকাৰী ইন্সপেক্টৰ জেনেৰেলক গুৱাহাটীলৈ যাবলৈ ক'লে। তেওঁ বাঙালী ভদ্ৰলোক হোৱা হেতুকে তাঁলৈ যাবলৈ দ্বিধাবোধ কৰিলে। বৰদলৈৰ বুজিবলৈ বাকী নাথাকিল যে ঘটনাটোৰ উৎস অসমীয়া বাঙালী বিদ্বেষভাবেই। যিহেতুএজন অসমীয়া মানুহৰ মৃত্যু হ'ল বুলি এটা উৰা বাতৰি ওলাই গ'ল, প্ৰায় এহেজাৰমান অসমীয়া ছাত্ৰ জজ্ ফিল্ডত গোট খায় আৰু তাৰ পাছতেই সচৰাচৰ হোৱা দৰে চহৰৰ বাঙালী দোকানৰ ওপৰত লুট-পাত কৰি এটা দল পাণ্ডুৰ ৰেলৱে কলনি পালেগৈ। সাম্প্ৰদায়িক সংঘৰ্ষক দমন কৰিবলৈ বৰদলৈৰ নীতি আছিল স্থিৰ। বৰদলৈয়ে ৰাজ্যপালক 'আসাম ৰাইফলছ্'ৰ দুটা

প্লেটুন বৰপেটাৰ পৰা গুৱাহাটীলৈ পঠিয়াবলৈ পৰামৰ্শ দিলে। যেতিয়া আৰক্ষীয়ে সুৰক্ষাৰ বাবে গুলী চলাব লগীয়া হ'ল গনেশ শৰ্মা নামৰ এজন ল'ৰা এনে বেয়াকৈ আহত হ'ল যে তেওঁৰ এখন ভৰি কাটি পেলাব লগীয়া হ'ল। আন দুজন ল'ৰাই কিছু পৰিমাণে আঘাত পালে।[৬]

সাম্প্ৰদায়িক সংঘৰ্ষৰ ফলত চালুকীয়া হ'লেও ল'ৰাজনে ভৰি এখন হেৰুওৱাৰ ঘটনাই বৰদলৈক বেজাৰ দিলে। তেওঁৰ মতে ৰেলৰে বিষয়া কৰ্মচাৰীসকলৰ গোপন ষড়যন্ত্ৰই হওক বা অসমীয়া ল'ৰাৰ উদ্ভণ্ডালিয়েই হওক, অসমৰ প্ৰগতিৰ কাৰণে কোনোটোৰেই প্ৰয়োজন নাই। ১৯ মে' তাৰিখে তেওঁ দিনলেখাত লিখি থ'লে এনেকৈঃ

> "মোৰ মনত এনে অৱসাদ আৰু নিৰাশাৰ ভাব আহিছে যে মই ইয়াত প্ৰকাশ কৰিব নোৱাৰো। ৰেলৱেৰ বাঙালী ষড়যন্ত্ৰ এপিনে, আমাৰ ছাত্ৰ আৰু ডেকা দলৰ উদ্ভণ্ডালি আনপিনে মিলি আমাক ব্যতিব্যস্ত কৰি তুলিছে।" পাছদিনাৰ দিনলেখাত বৰদলৈয়ে লিখিছে ঃ "মোৰ মন্ত্ৰিত্ব কৰি থকাৰ ইচ্ছা একেবাৰেই কমি আহিছে।"[৭]

গুৱাহাটীৰ ঘটনাই ভগনীয়াৰ লবীটোক আৰু কলকতা প্ৰেছক সুৱৰ্ণ সুযোগ দিলে অসমীয়াৰ বিৰুদ্ধে বাহিৰত মিছা আৰু সজা কথা প্ৰচাৰ কৰিবলৈ। এই অপপ্ৰচাৰৰ লগত বান্ধ খাই আছিল পশ্চিম বঙ্গত উদ্ভৱ হোৱা এটি জাগৰণ যাৰ লগত পশ্চিমবঙ্গৰ চৰকাৰো জড়িত আছিল। উদ্দেশ্যটো আছিল সকলোপিনৰ পৰা কেন্দ্ৰীয় চৰকাৰৰ ওপৰত জোৰ দিয়া যাতে বঙ্গ ভঙ্গৰ বাবে পশ্চিমবঙ্গক যথোচিত ক্ষতিপূৰণ দিবলৈ কেন্দ্ৰীয় চৰকাৰ বাধ্য হয়। বৰদলৈয়ে এইটো আদিতেই লক্ষ্য কৰিছিল। ২৯ মে' তাৰিখে তেওঁৰ দিনলেখাত তেওঁ লিখি থৈছিল। "কলিকতাৰ কাগজবিলাকে গুৱাহাটীৰ ঘটনা সম্বন্ধে নানা ৰকমৰ মতামত আৰু অসত্য কথা প্ৰচাৰ কৰিছে। মই তেওঁলোকৰ এনে কাৰ্য্য সম্বন্ধে যেতিয়া গৱৰ্ণমেন্টৰ প্ৰতিনিধিয়ে আপত্তি কৰে, তেতিয়া মিছা বুলি ভাবিছিলো, কিন্তু এতিয়া দেখিছো তেওঁলোকৰ আপত্তিৰ ভিত্তি থকাটো একেবাৰেই সম্ভৱ।"[৮] এনে অৱস্থাই অসমীয়াকো যে উত্তেজিত কৰিব সেইটো নিশ্চিত আছিল বুলি বৰদলৈয়ে জানিছিল। তথাপিও অসমীয়াই যে এনে বিষয়ত "বঙ্গবাসীক পিছ পেলাব নোৱাৰে" তেওঁ তাকো জানিছিল। গান্ধীবাদী বৰদলৈয়ে বেজাৰেৰে উক্তি কৰিলে এনেকৈ "সামান্য হ'লেও গুৱাহাটীৰ ঘটনাই মোৰ মনত বিশেষভাৱে দুখ দিছে। এই হিংসা ভাবৰ প্ৰকাশৰ কাৰণেও আমি স্বৰাজ বাঞ্ছা কৰিছিলোনে ?"[৯]

কেন্দ্ৰৰ তিনিজন গুৰুত্বপূৰ্ণ ব্যক্তি বাঙালীৰ আহুকালৰ প্ৰতি এই সময়ত বিশেষ সহানুভূতিশীল আছিল। বঙ্গৰ লগত ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদৰ কলিকতাত পঢ়া কালৰ পৰাই নিকট সংযোগ আৰু সদ্ভাৱ আছিল। গৃহমন্ত্ৰী পেটেলে বিশেষকৈ উদ্বিগ্ন

হৈছিল বাঙালী শৰণাৰ্থীৰ পুনৰ সংস্থাপনৰ সমস্যাটো অনতি পলমে আৰু সুচাৰুৰূপে সমাধান কৰি পশ্চিম বঙ্গলৈ স্থিৰতা আৰু মঙ্গল ঘূৰাই আনিবলৈ। নেহৰু বহুকালৰে পৰা পশ্চিম বঙ্গত জনপ্ৰিয় নাছিল বিশেষকৈ সুভাষ চন্দ্ৰ বোসৰ প্ৰতি তেওঁ কৰা পূৰ্বৰ আপচু ব্যৱহাৰৰ কাৰণে। গতিকে তেওঁ এতিয়া নিজৰ ভাৱমূৰ্ত্তি পশ্চিম বঙ্গত উন্নত কৰিবৰ কাৰণে শৰণাৰ্থী সমস্যাটোত পেটেলে লোৱা সকলো ব্যৱস্থালৈ তেওঁৰ সম্পূৰ্ণ সমৰ্থন জনালে। শ্ৰীহট্টৰ হিন্দু-বাঙালী চাকৰিয়ালৰ আন্দোলনৰ কথাত ইতিমধ্যে দেখুওৱা হৈছেই কেনেকৈ প্ৰসাদ আৰু পেটেলে প্ৰতিজন বাঙালী চাকৰিয়ালৰ ওজৰ আপত্তি কাণ পাতি শুনাই নহয়, সেই বিষয়ত বৰদলৈৰ লগত সঘনে যোগাযোগ কৰিছিল আবেদনকাৰী সকলৰ পক্ষে ওকালতি কৰি। কেনেকৈ মে' মাহত গুৱাহাটীত বঙালী ৰেলৱে কৰ্মচাৰী আৰু অসমীয়া যুৱকৰ মাজত হোৱা সামান্য সংঘৰ্ষটোকো পশ্চিম বঙ্গ চৰকাৰে সেই সৰ্ব্বব্যাপী বাঙালী প্ৰচাৰ আন্দোলনৰ উদ্দেশ্যত খটুৱাইছিল তাক পৰিস্কাৰকৈ ক'ব নিম্নোক্ত কাহিনীটোৱে। ই লগতে দেখুৱাব সেই প্ৰচাৰ কাৰ্য্যৰ টেক্‌নিক্ ক্ষমতা আৰু সফলতা।

১৯৪৮ চনৰ জুন মাহত সুধীন্দ্ৰ কুমাৰ দত্ত গুপ্ত নামৰ এজন চিকিৎসকে কলিকতাৰ পৰা পশ্চিম বঙ্গৰ আইন মন্ত্ৰী নিহাৰেন্দু দত্ত মজুমদাৰলৈ এখন চিঠি লিখিলে ১৮ মে'ত গুৱাহাটী সংঘৰ্ষৰ সম্পৰ্কত। তেওঁৰ মতে গুৱাহাটীৰ সংঘৰ্ষ ২৬ মে'লৈকে বৰ্ত্তি আছিল আৰু সেই ঘটনাই তেওঁক তেওঁৰ গুৱাহাটীত কৰা ছবছৰ ছমাহৰ ডাক্তৰী ব্যৱসায় এৰি দি যাবলৈ বাধ্য কৰালে। নিজৰ পৰিচয় দি দত্ত গুপ্তই লিখিলে গুৱাহাটীলৈ যোৱাৰ আগতে তেওঁ হেনো কলকতা মেডিকেল কলেজত চিনিয়ৰ হাউচ চাৰ্জন আছিল। ডাক্তৰজনে বৰ্ণোৱা অভিযোগবোৰ আছিল এই ঃ ১) ১৮ মে'ৰ পৰা ২৬ মে'লৈকে সকলো বাঙালী লোকৰ জীৱনৰ আৰু সম্পত্তি বিপদাপন্ন আছিল ; ২) কোনো বাঙালী মহিলাৰ সন্মান আৰু মৰ্য্যাদা ঘৰতেই বা ৰাজহুৱা পথত সুৰক্ষিত নাছিল ; ৩) বাঙালী প্ৰেছে খবৰ বিলাক প্ৰকাশ নকৰালৈকে প্ৰশাসনৰ পৰা সাধাৰণ কোনো বাঙালী ভুক্তভোগীয়েই কোনো সহায় পোৱা নাছিল ; ৪) দোষী লুণ্ঠনকাৰী, আইন ভঙ্গকাৰী সকলক গ্ৰেপ্তাৰ কৰি শান্তি ঘূৰাই আনিবলৈ প্ৰশাসনে কোনো উল্লেখযোগ্য প্ৰচেষ্টা লোৱা দেখা নগ'ল। তেওঁৰ মতে আচহুৱা কথাটো আছিল গ্ৰেপ্তাৰ হোৱা বুজন সংখ্যক লোকেই আছিল সেইসকল যি দুৰ্বৃত্তৰ হাতৰ পৰা নিজৰ ঘৰ আৰু পৰিয়ালৰ ৰক্ষা কৰিবলৈ চেষ্টা কৰিছিল ; ৫) নোৱাখালীৰ বিপৰ্য্যয়ত বলি হোৱা সকলে গুৱাহাটীৰ দুৰ্বৃত্তৰ হাতত আকৌ এবাৰ ভুগিব লগা হ'ল। ডাক্তৰজনে অসমৰ প্ৰশাসনৰ ওপৰত আৰু এটি তিৰ্য্যক মন্তব্য দিলে এই বুলি - "কৰ্তৃপক্ষই ব্যৱহাৰ কৰা পদ্ধতিবোৰ আছিল বঙ্গৰ কলঙ্ককাৰী লীগ মন্ত্ৰীসভাই লোৱা পদ্ধতিৰ সমগোত্ৰীয়।"[১০]

উপৰোক্ত চিঠিখন পশ্চিমবঙ্গৰ আইন মন্ত্ৰীয়ে কেন্দ্ৰীয় গৃহমন্ত্ৰী পেটেললৈ পঠিয়াই দিওঁতে পত্ৰ লেখক ডাক্তৰ জনক পৰিচয় কৰি দিলে এইবুলি ঃ "এতিয়া কলিকতাত ভগনীয়া কিন্তু আগৰ গুৱাহাটীৰ এজন পৰম সন্মানীয় ডাক্তৰ।" তাতেই তেওঁ ক্ষান্ত নাথাকিল। তেওঁ লগতে ক'লে যে "ডাক্তৰজনে লিখা "প্ৰতিটো বাক্যই, মই ভাবো, সযত্নৰে পঢ়িবৰ যোগ্য, তাত ফুটি উঠিছে ভুক্তভোগী এজনে দিয়া চাক্ষুষ সাক্ষ্যৰ প্ৰতিচ্ছবি।"[১১]

আচলতে গুৱাহাটীৰ ১৮ মে'ৰ ঘটনাটোৰ সন্দৰ্ভত পাণ্ডুৰ ৰেলৱে ঘাই কেন্দ্ৰৰ কৰ্মচাৰী সকলে হৰতাল কৰিছিল আৰু তাৰ এটা সমদলে চহৰৰ কিছু ঠাই ভ্ৰমণ কৰিছিল। সকলোৰেই আছিল বাঙালী। প্ৰশাসনীয় বিষয়াই বাঙালীৰ প্ৰতি অভদ্ৰ ব্যৱহাৰ কৰা কথাটো একেবাৰে সজা কথা আছিল। প্ৰকৃততে ওলোটাটোহে সত্য। বাঙালী ৰেলৱে বিষয়াই আৰক্ষীক ৰেলৱে ক'লনীত সোমাবলৈ নিদিলে এইবুলি যে সেই ঠাই আছিল প্ৰাদেশিক চৰকাৰৰ ক্ষমতাৰ বাহিৰত।[১২] ১৯৭৯ চনত যেতিয়া এই লিখকে দত্ত গুপ্তই লিখা কথাৰ সুংসূত্ৰ উলিয়াবলৈ কিছু গৱেষণা কৰিছিল তেওঁৰ গুৱাহাটীৰ ডাক্তৰী সংস্থাৰ কোনো এজনেই এই 'পৰম সন্মানীয়' ডাক্তৰজনৰ কথা একো ক'ব নোৱাৰিলে। চহৰখনৰ সন্মানিত বাঙালী সমাজতো তেওঁক চিনি পোৱা মানুহ এই লিখকে বিচাৰি নাপালে।[১৩]

পশ্চিমবঙ্গৰ আইন মন্ত্ৰী দত্ত মজুমদাৰে পেটেলক এই বতৰাও দিছিল যে তেওঁ অসমৰ বাঙালী বিৰোধী উচ্ছৃংখলতাৰ বিষয়ে আন আন উৎসৰ পৰাও বহুত জানিব পাৰিলে আৰু তাৰ ভিত্তিতেই তেওঁ এই কথা দৃঢ়তাৰে কব পাৰে যে গুৱাহাটীৰ উচ্ছৃংখলাৰ সময়ত চহৰৰ উপায়ুক্ত, পুলিচ ছুপাৰিনটেণ্ডেন্ট আৰু প্ৰত্যেকজন সামৰিক ও অসামৰিক উচ্চ বিষয়া আছিল মুছলমান আৰু তেওঁলোকৰ প্ৰবৃত্তি উৎসাহ আৰু সমৰ্থন পূৰ্বৰ মুছলিম লীগ চৰকাৰৰ প্ৰতি প্ৰবল আছিল। তেওঁ আৰু ক'লে "বহুতো দায়িত্বশীল ভুক্তভোগীয়ে এইটো নিৰ্দ্দিষ্টকৈ ভাবে যে ই (গুৱাহাটীৰ ঘটনা) কোনো দৈৱক্ৰমে ঘটা ঘটনা নহয় যিহেতু ১৯৪৬ চনৰ আগষ্ট মাহৰ কলকতাত সংগঠিত হোৱা মুছলিম লীগৰ 'ডাইৰেক্ট একশ্যন'ৰ সকলো উপাদান যেনে গোপন আয়োজন আৰু কৰ্তৃপক্ষৰ ইচ্ছাকৃত আওকাণ ইয়াত সোমাই আছে। বাঙালী বিদ্বেষী এই উচ্ছৃংখলাটো মাথোন প্ৰাৰম্ভণী খোজহে, ইয়াৰ আঁৰত লুকাই আছে সুদূৰ প্ৰসাৰী অমঙ্গল সূচক উদ্দেশ্য।"[১৪] এইবোৰ আছিল দায়িত্বপূৰ্ণ পদবীত নিযুক্ত পশ্চিম বঙ্গৰ এজন মন্ত্ৰীৰ পৰা অহা অদ্ভুত উক্তি। এইটো সঁচা যে ১৯৪৮-৪৯ত কামৰূপ জিলাৰ উপায়ুক্তজন আৰু ১৯৪৭ৰ পৰা ১৯৪৯ চনলৈ পুলিচ ছুপাৰিনটেণ্ডেন্টজন মুছলমান সম্প্ৰদায়ৰ লোক আছিল।[১৫] কিন্তু সেইবাবেই কি সূত্ৰে তেওঁলোকক কলকতাত ১৯৪৬ চনৰ আগষ্ট

মাহত ঘটা 'ডাইৰেক্ট একশ্যন'ৰ লগত বা গুৱাহাটীত ঘটা অসমীয়াৰ বাঙালী বিদ্বেষী কামৰ লগত জড়িত কৰিব পাৰি ?

পেটেলে ৰাজ্যপাল হাইদেৰীক ক'লে উপৰিউক্ত দোষাৰোপবোৰৰ বিচাৰ কৰি তেওঁক তাৰ ওপৰত কৰা মন্তব্য এটি দিবলৈ।[১৬] হাইদেৰী এই সময়ত দেশীয় ৰাজ্য কোচবিহাৰ, মণিপুৰ আদিৰ বিষয়ত আৰু লগতে বৰদলৈয়ে দিয়া পদ ইস্তফাৰ কথাত ব্যস্ত থাকিবলগীয়া হোৱাত এই বিষয়টোত হয়তো বিশেষ মনোযোগ দিবৰ প্ৰয়োজন নেদেখিলে। মুছলিম লীগৰ মনোবৃত্তি বৰদলৈ চৰকাৰত দেখা দিয়া কথাটোও আছিল বিবেকহীন আৰু অবাস্তৱ তাত গুৰুত্ব দিবলৈ। অসমৰ বাঙালী লোক সকলৰ বিষয়ে যে হাইদেৰীৰ কব লগা নাছিল এনে কিন্তু নহয়। এই সম্পৰ্কে হাইদেৰীৰ মন্তব্য অলপ পাছতেই দিয়া হ'ব তেওঁৰ কোচবিহাৰ, ৰেলৱে কৰ্মচাৰী আদিৰ সংক্ৰান্তত কৰা মন্তব্যৰ লগতে। অৱশ্যে এইটো ঠিক যে এই সময়ত বাঙালী বিৰোধী ভাব এটা অসমীয়াৰ নথকা নহয়। কিন্তু তাৰ আঁৰত কোনো বাঙালী বিৰোধী কাৰ্য্যৰ পৰিকল্পিত আঁচনি নাছিল। অন্যহাতে বাঙালীৰ ফালৰ পৰা অসমক লৈ এটা সুপৰিকল্পিত ষড়যন্ত্ৰ আছিল। এই সময়তেই কিছু মণিপুৰীৰে লগ হৈ বাঙালী সকলে পূৰ্বাচল নাম দি এখন বাঙালী সংখ্যাগৰিষ্ঠ ৰাজ্য গঢ়িব খুজিছিল কাছাৰ, মণিপুৰ, ত্ৰিপুৰা, লুচাই পাহাৰ (আজিৰ মিজোৰাম) আৰু কৰিমগঞ্জক লগ কৰি।[১৭] পাছত ১৯৫০ চনৰ জুন মাহত সেই একেজন পশ্চিম বঙ্গৰ মন্ত্ৰী নিহাৰেন্দু দত্ত মজুমদাৰে পেটেলৰ ওচৰত আকৌ দাবী কৰিলে ত্ৰিপুৰা আৰু মণিপুৰ পশ্চিমবঙ্গৰ লগত চামিল কৰিবলৈ। তেওঁ ক'লে ঃ "দাঁতিকাষৰীয়া বাংলাভাষী এলেকাডোখৰ (কাছাৰ)ৰ সৈতে মণিপুৰৰ সম্বন্ধ অসমৰ লোকতকৈ সৰ্বদায় ঘনিষ্ঠ হৈ আহিছে। তাৰোপৰি তাৰ বৈষ্ণৱ পৰম্পৰা, সহানুভূতি আদিৰ জৰিয়তে মণিপুৰ সদায় বঙ্গৰ লোকেৰে সৈতে ৰাজনৈতিক ভাবেও ওচৰ সম্বন্ধীয়া হৈ আছে।[১৮] অসমৰ যেইকোনো এজন বাঙালী নাগৰিকে তেওঁৰ চকুত বাঙালীৰ প্ৰতি অসুবিধাজনক হৈ দেখা দিয়া প্ৰতিটো কথাক লৈ পশ্চিম বঙ্গৰ বা ভাৰতৰ উচ্চতম খলপত গোচৰ তৰি মনোযোগ আকৰ্ষণ কৰিব পাৰিছিল। সেই ১৯৪৮ চনৰে মাৰ্চ মাহত এজন বাঙালী লোকে অসম চৰকাৰৰ জাননী এখনৰ বিৰুদ্ধে প্ৰতিবাদ কৰি পশ্চিমবঙ্গৰ মুখ্যমন্ত্ৰী বিধান চন্দ্ৰ ৰয়লৈ লিখিলে। তেওঁ আপত্তি দৰ্শালে যে অসম চৰকাৰৰ এখন জাননী যোগেৰে গোৱালপাৰা জিলাৰ বাঙালী ছাত্ৰক বাধ্য কৰাব খুজিছে অসমীয়া ভাষাক আচুতীয়া বিষয় হিচাপে লবলৈ। পত্ৰ লিখকে ভাবি ল'লে যে অসম চৰকাৰৰ এই অশোভনীয় শীঘ্ৰতাৰ কাৰণ এইটোৱেই যে ৰাজ্য পুনৰ গঠনত এই জিলাখনৰ বাঙালী অংশ পশ্চিম বঙ্গত চামিল হব পাৰে।" বিধান ৰয়ে পত্ৰ লিখকৰ দূৰদৰ্শিতা দেখি চিঠিখন ৰাষ্ট্ৰপতি ৰাজেন্দ্ৰ প্ৰসাদলৈ পঠিয়াই দিলে।[১৯]

যি সময়ত পশ্চিম বঙ্গৰ মন্ত্ৰীসকলে অসমত বাঙালীৰ প্ৰতি অসমীয়াই কৰিব পৰা অমঙ্গলীয়া আচৰণৰ সম্ভাৱনা দেখিছিল, সেই সময়ত অসম চৰকাৰৰ মুৰব্বী গোপীনাথ বৰদলৈ এই চিন্তাত দগ্ধ হৈ পৰিছিল যাতে ষড়যন্ত্ৰ, অবোধ প্ৰচাৰ, অবোধ অবিশ্বাস আৰু ভগনীয়া সকলৰ সন্দেহজনক পৰিস্থিতি আদিক লৈ হোৱা ওজৰ আপত্তি, হৈ হাল্লাই নিৰ্ভেজাল শৰণাৰ্থীলৈ পুনৰ আহুকাল নানে। গান্ধীবাদী বৰদলৈয়ে তেওঁ ৩ মে' তাৰিখৰ ডায়েৰীত লিখি থৈছিল ঃ

> "কেৱল একেটা কথাই মনটো অস্থিৰ কৰি ৰাখিছে - ভগনীয়াৰ নামত বাঙালী মুছলমান আৰু বাঙালী হিন্দু অসমলৈ অহা সমস্যা। ইপিনে ভাৰত চৰকাৰৰ Neogy এ হিন্দুসকলক ভগনীয়া বুলি জ্ঞান কৰি তেওঁলোকৰ শুশ্ৰূষাৰ ব্যৱস্থাতো কৰিবলৈ কৈছেই, তাৰোপৰি তেওঁলোকৰ চাকৰি বেপাৰ-বাণিজ্য বিচাৰি দিবলৈ অনুৰোধ কৰিছে। তথাপি ভাবি চালে আমাৰ এই বিৰোধিতা কিমান দূৰ সত্যৰ ওপৰত প্ৰতিষ্ঠিত এই কথাটো মনলৈ আহে। যদি মনুষ্য মাত্ৰেই ঈশ্বৰৰ সৃষ্টি জীৱ হয় তেন্তে আচল ভগনীয়াৰ প্ৰতি হিংসাৰ ভাব কেনেকৈ পোষণ কৰো? বাঙালী লোকবোৰৰ জোৰত অসমীয়া আৰু অসম চৰকাৰক সঙ্কীৰ্ণ প্ৰাদেশিকতাৰ দোষত দুষিত কৰা হৈছে। এই বদনাম আজি সমস্ত ভাৰততে প্ৰকাশিত হৈছে।"[২০]

ভগনীয়া সমস্যাৰ লগে লগে আৰম্ভ হোৱা বাধাহীন বাঙালী আক্ৰমণী প্ৰচাৰ কাৰ্য্যক কেন্দ্ৰই সহানুভূতিৰে চোৱাত আৰু সেইবোৰত অত্যাধিক গুৰুত্ব দিয়াত বৰদলৈ অতিশয় দুঃখিত হ'ল। বহু প্ৰচাৰিত এটা গুজব আছিল এই যে অসম চৰকাৰে তেওঁলোকৰ বাঙালী বিষয়া সকলক বিশ্বাস নকৰে। যেতিয়া নেহৰুৱে এই বিষয়ত হাইদেৰীৰ পৰা জানিব বিচাৰিলে, তেতিয়া ৰাজ্যপালজনে ক'লে যে কথাটোত কণমানো সত্যতা নাই। তেওঁ ক'লে চৰকাৰৰ পাঁচজন সচিবৰ ভিতৰত দুজন বাঙালী। তাৰোপৰি, সহকাৰী ইন্সপেক্টৰ জেনেৰেলজন আৰু কেবিনটে চেক্ৰেটেৰীজনো বাঙালী। কিন্তু হাইদেৰীৰ বিচাৰ নেহৰুৰ বিশ্বাসযোগ্য হয়তো নহ'ল।[২১]

এবছৰ মানৰ পাছত, ১৯৪৯ চনৰ গ্ৰীষ্মত কেন্দ্ৰীয় পুণৰ্সংস্থাপন মন্ত্ৰী মোহনলাল ছাক্সেনা অসমলৈ গ'ল তাত থকা ভগনীয়াৰ অৱস্থাৰ বিষয়ে জানিবলৈ আৰু লগতে অসম চৰকাৰেনো কিমান মাটি ভগনীয়াক দিব পাৰিব সেই বিষয়ে আলোচনা কৰিবলৈ। সেই সময়ত স্থানীয় মাটিহীন লোকক মাটি দিবলৈ অসম চৰকাৰে মাটিৰ আবাদীকৰণ আৰম্ভ কৰিছিল। সেই মাটি ছাক্সেনাৰ চকুত পৰিল আৰু তেওঁ সেই মাটি ভগনীয়াৰ কাৰণে বিচাৰিলে। অসম চৰকাৰে বিশেষকৈ ৰাজহ মন্ত্ৰী মেধীয়ে অসন্তোষ প্ৰকাশ কৰিলে স্থানীয় মাটিহীন লোকক সেই মাটিৰ পৰা বঞ্চিত কৰিবলৈ।[২২]

ছাক্সেনা সুখী নহ'ল। তেওঁ দিল্লীলৈ ঘূৰি গৈ নেহৰু-পেটেলৰ ওচৰত গোচৰ দিবগৈ বুলি ভাবি বৰদলৈয়ে নিজেই আগতীয়াকৈ নেহৰুক অসমৰ সমস্যাটোৰ বিষয়ে জনালে। বৰদলৈৰ স্পষ্টীকৰণে নেহৰুৰ ওপৰত কোনো সু-প্ৰভাৱ পেলাব নোৱাৰিলে। নেহৰুৱে ইতিমধ্যে কলকাতাৰ প্ৰচাৰৰ প্ৰভাৱত ভগনীয়াৰ প্ৰতি অসমে 'সংকীৰ্ণমনৰ' আৰু 'প্ৰাদেশিকতাবাদী' আচৰণ ল'লে বুলি ধৰি লৈছিলেই। বৰদলৈৰ পৰা অসম চৰকাৰৰ যুক্তি পঢ়ি তেওঁ খং খাই বৰদলৈলৈ উত্তৰ দিলে এনেকৈ ঃ

> "আপুনি কৈছে অসমত আৰু মাটি নাই। এইটো হ'ল এটা প্ৰকৃত স্থিতাৱস্থাৰ প্ৰশ্ন যাক অতি অনায়াসে স্থিৰ কৰিব পৰা যায়। এইটো অৱশ্যে সৰ্বজনবিদিত, যে যদি অসম মাটি পোৱা নাযায় তেনেহ'লে ভাৰতৰ বাকী অংশত তাতোকৈও কম মাটি সুলভ, কাৰণ সেই ঠাইবোৰ অতিৰিক্তভাৱে জনবহুল, মৰুভূমি আৰু পৰ্বতবোৰ বাদ দি। আমি তেনেহ'লে এই মিলিয়নতকৈও অধিক ভগনীয়াক লৈ কি কৰিম, কেনেকৈ আমি তেওঁলোকক সংস্থাপন দিম ? ... এই ভগনীয়াবোৰ ক'লৈ যাব, যদি প্ৰত্যেকখন প্ৰদেশে অসমে লোৱাৰ দৰে মনোবৃত্তি পোষণ কৰে ? আমি তেওঁলোকক ভাৰতৰ পৰা বাহিৰ কৰি পঠিয়াম নেকি বা অনাহাৰত মৰি যাবলৈ এৰি দিম ?"[২৩]

নেহৰুৰ এই ভাষা আছিল অতিকৈ কৰ্কশ আৰু অনাহকতে বিদ্রূপাত্মক, বিশেষকৈ এই কাৰণে যে তেতিয়ালৈকে অসমৰ স্বাধীনোত্তৰ অভাৱনীয় দুৰ্দশাবোৰত তেওঁৰেই বা ভাৰত চৰকাৰৰ সহানুভূতি প্ৰকৃতপক্ষে নাছিলেই ; সাহায্যও আছিল ন্যূনতম। তাৰোপৰি বৰদলৈৰ দৰে এজন সম্ভ্ৰান্ত আৰু সৰ্বভাৰতীয় নেতাৰ প্ৰতি এনে ভাষা তেওঁ ব্যৱহাৰ কৰিব পাৰিলে কেনেকৈ ? এই ভাষা তেওঁ বিধান চন্দ্ৰ ৰয়ৰ ক্ষেত্ৰত ব্যৱহাৰ কৰিবলৈ সাহস কৰিলেহেঁতেননে ? কিন্তু নেহৰু সিমানতে নৰ'ল। তেওঁৰ সুৰ ক্ৰমাগতভাৱে আক্ৰমণাত্মক হৈ গৈ থাকিল। তেওঁ লগতে ক'লে ঃ

> "মই শুনিছো আপোনাৰ চৰকাৰে বা আপোনাৰ কোনো মন্ত্ৰীয়ে হেনো ৰাজহুৱাভাৱে কৈছে যে তেওঁলোকে পূব বঙ্গৰ হিন্দুতকৈ তাৰ মুছলমান সকলক অধিকতৰ পচন্দ কৰে। যদি অন্ততঃ মই সদায় ৰাজহুৱা স্বাৰ্থত সাম্প্ৰদায়িকতাৰ অনুপস্থিতিৰ ইচ্ছাত সুখী হওঁ, তথাপি মই স্বীকাৰ কৰো যে মই পূৰ্ব বঙ্গৰ পৰা অহা হিন্দু ভগনীয়াৰ প্ৰতি এই শক্তিশালী বিৰোধ ভাৱ বুজিব নোৱাৰো। মই দেখিছো সংকীৰ্ণ নীতিৰ দ্বাৰা অসমে এটা বদনাম আনিছে।"[২৪]

প্ৰদেশ এখনৰ অতি জনপ্ৰিয় মুখ্যমন্ত্ৰী এজনৰ প্ৰতি অশিষ্টভাৱে কৰা

এনেবোৰ দোষাৰোপতেই নেহৰু ক্ষান্ত নাথাকিল, তেওঁ আনকি নিম্নোক্ত ভাবুকিটোকো সমীচীন জ্ঞান কৰিলে ঃ

> "ভগনীয়া সমস্যাটো আমাৰ দুটা বা তিনিটা সমস্যাৰ ভিতৰত যাৰ ওপৰত আমি এই সময়টোত প্ৰাধান্য দিব লাগিব। আমাৰ আৰ্থিক সম্পদো এই বিষয়ত ব্যয় হব। আমাৰ উন্নয়ন আঁচনিবোৰো কিছু দূৰ ভগনীয়া সমস্যাক লৈ হ'ব। যদি অসমে ভগনীয়াক সহায় কৰিবলৈ অপাৰগ হোৱাৰ মনোবৃত্তি এটা লয়, তেনেহ'লে অসমৰ আৰ্থিক সাহায্যৰ দাবীয়েও নিশ্চয় স্বাভাৱিকতে জীয়াতু ভুগিব।"[২৫]

আমি আগৰ এটি অধ্যায়ত কৈ থৈছো যে ভগনীয়া সংস্থাপনৰ লগত যুদ্ধোত্তৰ উন্নয়ন আঁচনিবোৰৰ কোনো সম্বন্ধ নাছিল। সেইবোৰক অনুমোদন দিয়াৰ দিহা আগতেই কৰা হৈছিল অসমে যুদ্ধত ভোগা ক্ষতিপূৰণ হিচাপে। তাতে, অসমৰ কাৰণে এইবোৰ অনুমোদন প্ৰয়োজন হৈছিল এই কাৰণেই যে যুদ্ধ আৰু বিভাজনে অসমলৈকো অপাৰ দুৰ্য্যোগ আনিছিল। তাৰোপৰি অসমে ইয়াৰ প্ৰাকৃতিক সম্পদেৰে ভাৰত চৰকাৰৰ ধনৰ পেৰাকো সাৱলীল কৰিছিল। গতিকে অসমে কেন্দ্ৰীয় অৰ্থ সাহায্য পোৱা-নোপোৱাৰ ক্ষেত্ৰত নেহৰুৱে নতুনকৈ যোগ দিয়া চৰ্তটো আছিল দেখদেখকৈ নিকৃষ্ট 'ব্লেকমেইল' বা ভীতি শোষণ। ইয়াৰ উপৰিও সামন্ত জাগীৰদাৰ সদৃশ এনে উচ্চাৰণ গণতান্ত্ৰিক নেতাৰ ক্ষেত্ৰত শোভাতো নেপায়েই, ইয়াক সভ্য ভাষা বুলিও গণ্য কৰিব নোৱাৰি।

এনে অশোভনীয় বিস্ফোৰণত বৰদলৈ অৱশ্যেই হতভম্ব হ'ল। কিন্তু তেওঁ ঠাণ্ডাভাৱেই নেহৰুক তেওঁৰ চৰকাৰৰ মাটি সংস্থাপন নীতিক পুনৰ এবাৰ বুজাবলৈ যত্ন কৰিলে।[২৬] তেওঁ নেহৰুক জনজাতি আৰু পাহাৰ এলেকা আৰু চৰণীয়া পথাৰ বাদে অসমত থকা তেতিয়াৰ খেতি উপযোগী ওপৰঞ্চি মাটিৰ পৰিসংখ্যা এটা দি ক'লে যে দুই লাখ একৰতকৈ অধিক খালী মাটি অসমত নাই।[২৭] এই ঠাইবোৰৰ বেছিভাগেই বিভিন্ন ব্লকত সিঁচৰতি হৈ আছে আৰু তাৰে অতি বেছি ছটা গোটতহে এহজাৰ একৰতকৈ অধিক মাটি আছে। মুঠতে ২৫,০০০ একৰ মাটি আবাদীকৰণৰ উপযোগী। কিন্তু এই চন পৰি থকা মাটিৰ পৰিমাণৰ অনুপাতে সাতখন সমভূমিৰ জিলাত ১৮৬,১২১ মাটিহীন খেতিয়ক পৰিয়াল আছে যিসকলৰ প্ৰতিটিক ১০ একৰকৈ মাটি দিবলৈ চৰকাৰে মনস্থ কৰিছে আৰু তাৰ কাৰণে ১৮,৬১,২১০ একৰ মাটিৰ প্ৰয়োজন হ'ব। তাৰোপৰি আগৰ বছৰৰ বানপানীত ৫০,০০০ হাজাৰ খেতিয়ক পৰিয়াল গৃহহাৰা হ'ল। তেওঁলোকৰো পুণৰ্সংস্থাপনৰ প্ৰয়োজন। বৰদলৈয়ে সেইকাৰণে যুক্তি দৰ্শাই ক'লে যে অসমৰ অৰ্থনীতি যিহেতু সম্পূৰ্ণভাৱে কৃষি নিৰ্ভৰ, এখন গণতান্ত্ৰিক চৰকাৰৰ কাৰণে

থলুৱা মাটিহীন লোকক বঞ্চনা কৰিব পৰা নাযায়। বৰদলৈয়ে লগতে ক'লে যে প্ৰদেশখনৰ ঔদ্যোগিক বিকাশে হয়তো এই দুখাৱস্থাৰ লাঘৱ কৰিলেহয়, কিন্তু এই দিশত উধাবলৈ কেন্দ্ৰীয় সাহায্যৰ প্ৰয়োজন আৰু তাৰ পৰা অসম বঞ্চিত হৈ আহিছে।[২৮]

অসমৰ ওপৰত গালি বৰষিবৰ পৰত নেহৰুৱে ইয়াকো নাজানিছিল যে অসমলৈ অহা মধ্যবিত্ত শ্ৰেণীৰ হিন্দুসকল আছিল ঘাইকৈ কাৰিকৰ, হস্তশিল্পী, দোকানদাৰ। এওঁলোকে খেতিৰ মাটি বিচৰা নাছিল ; চহৰতহে থাকিব বিচাৰিছিল। আৰ্থিকভাৱে উন্নত তেওঁলোকৰ কিছুৱে চহৰত মাটি পাবলৈ ধন ভগন কৰিবলৈও প্ৰস্তুত আছিল। এই তথ্যখিনি আহিছিল অসমৰ ৬ খন জিলাৰ উপায়ুক্ত সকলৰ পৰা, যিসকল দুজনৰ বাদে আনকেইজন অনা-অসমীয়া আছিল।[২৯]

অসমৰ চন পৰি থকা মাটিৰ হিচাপ আৰু অসমৰ শৰণাৰ্থীসকলৰ প্ৰবৃত্তিৰ কথা বিৱৰি কোৱাৰ পাছত বৰদলৈয়ে নেহৰুৱে অসমীয়াৰ গাত সনা সাম্প্ৰদায়িকতাৰ প্ৰলেপটোৰ কাৰণে তেওঁক সুদাই নেৰিলে। তেওঁৰ মানত অসমীয়াই হিন্দু শৰণাৰ্থীতকৈ মুছলমান প্ৰবজনকাৰীক বেছি পচন্দ কৰাৰ অভিযোগটো পক্ষপাতদুষ্ট আৰু নীচমনা প্ৰচাৰ কাৰ্য্যৰ বাদে একো নহয়। বৰদলৈ বৰদলৈ হৈ নাথাকিব যদিহে এনে অপপ্ৰচাৰৰ সন্মুখত তেওঁৰ মুখ বন্ধ হৈ থাকে। অসত্যক প্ৰশ্ৰয় নিদিয়াৰ শিক্ষা তেওঁ গান্ধীজীৰ পৰা পুৰামাত্ৰাই আহৰণ কৰিছিল। সেইগতিকে গ্ৰুপিঙৰ সময়ত নেহৰুৰ চেকা লগা আচৰণ সুৱঁৰি শালীন কিন্তু বলিষ্ঠ ভাষাৰে বৰদলৈয়ে নেহৰুক কৈ দিলে ঃ

> "মই নিজে আৰু মোৰ চৰকাৰে কেবিনেট মিছনৰ গ্ৰুপিং দফাৰ বিৰুদ্ধে প্ৰাণে-পণে যুঁজ দিছিলো। তেতিয়া আপুনি আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্য সকলৰ দৃষ্টিভঙ্গী আমাৰ প্ৰতি দয়ালু হোৱা যেন দেখা নগৈছিল। অসমৰ এই চৰকাৰেই পূৰ্ব বঙ্গৰ পৰা অহা অবৈধ পমুৱাৰ বহিষ্কাৰ নীতি গ্ৰহণ কৰিছিল।"[৩০]

বৰদলৈয়ে অৱশ্যেই ভালদৰে জানিছিল যে অসম চৰকাৰৰ প্ৰতি এই সকলো অপপ্ৰচাৰ, অভিসন্ধিৰ মূলতে আছিল হিন্দু-বাঙালীৰ সংগঠন 'ছেটলাৰ্চ এছোছিয়েশ্যন'। তেওঁ ইয়াকো জানিছিল যে অসমত শৰনাৰ্থী পৰিস্থিতি পৰীক্ষা কৰিবৰ কাৰণে অহা কেন্দ্ৰীয় মন্ত্ৰী মোহনলাল ছাক্সেনাৰ অধীনত গঢ়ি উঠা কমিছনে ছেটলাৰ্চ এছোছিয়েশ্যনৰ সৈতে মিলিজুলি কাম কৰিছিল অসম চৰকাৰৰ বিষয়াক একেবাৰে একাষৰীয়া কৰি। বৰদলৈ আচৰিত হৈছিল অসম চৰকাৰে শৰণাৰ্থীতকৈ মুছলমানক অধিক গুৰুত্ব দিয়া বুলি প্ৰচাৰ হোৱা উৰা বাতৰিটোক কেন্দ্ৰীয় চৰকাৰৰ মুৰব্বী সকলেও

সত্য বুলি বিশ্বাস কৰাত। আচৰণত সদায় সৰ্ব ভাৰতীয়, বৰদলৈ আছিল গণতান্ত্ৰিক আৰু ন্যায় নিষ্ঠ প্ৰশাসক। সেই কাৰণেও তেওঁৰ প্ৰতি হোৱা পক্ষপাত দুষ্ট আৰু সংকীৰ্ণ মনৰ অভিযোগ তেওঁ লঘু ভাবে লব নোৱাৰিলে, তেওঁ নেহৰুলৈ তীব্ৰ ভাষাৰে লিখিলেঃ

> "মই ভাবো, শৰণাৰ্থী সংস্থাপনৰ বিষয়টোক যে বহল দৃষ্টিভঙ্গীৰে চাব লাগে সেই কথাটো আমাক বুজোৱাৰ আৱশ্যক নকৰে। অসমৰ দৰে ভাৰতৰ আন কোনো ঠাইৰ মানুহে পৰস্পৰ বন্ধুত্ব আৰু সমন্বয়ৰ ভাবেৰে বসবাস কৰা নাই আৰু আৱশ্যক নকৰে যে আমি আমাৰ এই প্ৰবৃত্তি পৰিবৰ্তন কৰিম। যদি কোনো ভিন্ন সম্প্ৰদায়ে তেওঁলোকে বিচৰা বস্তু হাতে হাতে নাপাই হৈ হাল্লা কৰে তেনেহলে দোষটো নিশ্চয় আমাৰ চৰকাৰৰ ওপৰত নপৰে।"[৩১]

বৰদলৈয়ে অৱশ্যেই তুলনামূলকভাৱে মুছলমান প্ৰবজনকাৰীৰ মাজত দেখা পোৱা কিছু ইতিবাচক আচৰণ নেহৰুক নজনোৱাকৈ নাথাকিল ঃ

> "সঁচা কথা ক'বলৈ হ'লে এইটো স্বীকাৰ কৰিবই লাগিব যে পূব বঙ্গৰ পৰা বুজন সংখ্যক মুছলমান লোক অসমত কংগ্ৰেছ অনুগামী হ'বলৈ লৈছে আৰু আমাৰ চৰকাৰৰ কাৰ্য্যসূচীৰে খোজত খোজ মিলাই সাধাৰণ মানুহৰ জীৱন ধাৰণাৰে অৱস্থা উন্নত কৰিবলৈ গাঁও পঞ্চায়তৰ গঠন আৰু গাঁৱলীয়া বেহা-বেপাৰৰ কাৰণে স্থাপিত সমবায় কাৰ্য্যকৰী কৰি তোলাত তেওঁলোকে অঞ্চলটোৰ ভাষা গ্ৰহণ কৰিছে আৰু স্থানীয় লোকৰে লগ হৈ কাম কৰাৰ ইচ্ছা দেখুৱাইছে। যদিও তেওঁলোকৰ প্ৰকৃত উদ্দেশ্য সম্পৰ্কে অভিমত দিয়াৰ সময় এতিয়াও হোৱা নাই তথাপিও অসাম্প্ৰদায়িক প্ৰশাসন চলাবলৈ ওলোৱা এখন চৰকাৰে কোনো এটা সম্প্ৰদায়কেই বিশেষ মান্যতা দিব নোৱাৰে মাথোন এই কাৰণেই যে সেই সম্প্ৰদায়টো এটি বিশেষ ধৰ্মৰ অন্তৰ্গত। মই সেইকাৰণে ভাবো যে যি 'বদনাম'ৰ কথা আপুনি আপোনাৰ চিঠিত ব্যক্ত কৰিলে সি আমাৰ চৰকাৰৰ সংকীৰ্ণ নীতিৰ পৰা উদ্ভৱ হোৱা নাই, হৈছে আচলতে আপোনাৰ কাণত পৰিবলৈ আৰু আপোনাৰ মন বিষাক্ত কৰিবৰ কাৰণে হোৱা এখন প্ৰদেশৰ বিপক্ষে কৰা এটি কপট প্ৰচাৰ কাৰ্য্যৰ পৰা, যদিও এই প্ৰদেশখনে সমস্যাটোৰ সমাধানত সিমানেই কৰিছে, যিমান আন প্ৰদেশবোৰে কৰিছে আৰু সিও প্ৰদেশখনৰ নিজৰ বিভিন্ন জটিল সমস্যাৰ মাজেদিও।"[৩২]

নেহৰুৰ চিঠিত থকা অৰ্থনৈতিক ভয় প্ৰদৰ্শনৰ কথাটোতো বৰদলৈ অত্যন্ত

ক্ষুব্ধ হ'ল। তেওঁ নেহৰুলৈ লিখিলে ঃ

> "মই অতি কষ্ট অনুভৱ কৰিলো, যেতিয়া আপুনি ক'লে যে উন্নয়নৰ কাৰণে অসমৰ প্ৰয়োজনীয় অৰ্থ সাহায্যৰ অনুৰোধ অগ্ৰাহ্য হৈ ৰ'ব যদিহে আমি শৰণাৰ্থী সমস্যাক সহায় কৰিবলৈ অসমৰ্থ হওঁ।"[৩৩]

কোনো প্ৰকাশ্য খং বা কাঢ়া শব্দ ব্যৱহাৰ নকৰাকৈ নেহৰুৰ ভীতি প্ৰদৰ্শনৰ প্ৰতি বৰদলৈয়ে লোৱা সন্মানজনক স্থিতি আছিল এই ঃ

> "মই এই সম্পৰ্কত ইয়াকেই উল্লেখ কৰা উচিত যে অসম আৰু অসমৰ মানুহ অতিকৈ অতিথি পৰায়ণ। অসমৰ দৰে আন কোনো প্ৰদেশৰ চৰকাৰী চাকৰিত অন্য প্ৰদেশৰ পৰা অহা মানুহে ইমানকৈ ঠাই পোৱা নাই। তেওঁলোকে চৰকাৰৰ পৰা পোৱা বিশ্বাসনিৰ্ভৰতাও কোনোগুণে কম নহয়। সেই কাৰণেই শৰণাৰ্থী সমস্যাৰ সন্দৰ্ভত দেখা দিয়া মনোবৃত্তিৰ গুৰি সম্পূৰ্ণভাৱে এই প্ৰদেশৰ অৰ্থনীতি। প্ৰদেশখনৰ জীৱন আৰু ক্ৰমবিকাশৰ কাৰণে প্ৰয়োজন হোৱা সাহায্য নামঞ্জুৰ কৰি প্ৰদেশখনক টেটু চেপি মাৰিবলৈ আপোনাৰ কাৰণে সহজ ; কিন্তু মই আশা কৰোঁ এইটো কৰা নহ'ব, অন্ততঃ এই যুক্তিত যে আমি কিবা এটা সমস্যা সমাধানত ব্যৰ্থ হ'লো।"[৩৩(ক)]

অসমৰ পৰিস্থিতিৰ বাবদ কেন্দ্ৰই যে পোনতে জগৰীয়া সেই কথা প্ৰকাৰান্তৰে বৰদলৈয়ে নেহৰুক জনালে এনেকৈ ঃ

> "মই এই বিষয়ত নিশ্চিত যে যদি আমি বেছি কিবা কৰিব নোৱাৰিলো (ভাৰতৰ শৰণাৰ্থী সমস্যাৰ সমাধানৰ ক্ষেত্ৰত) ই সম্পূৰ্ণভাৱে প্ৰদেশখনৰ অনুন্নতিৰ বাবেই। এখন বিকশিত প্ৰদেশে হয়তো আমাতকৈ বেছি সাহায্য দিব পাৰিব সমস্যাটোৰ সমাধানত।"[৩৪]

বৰদলৈৰ এই যুক্তিৰ কোনো প্ৰত্যুত্তৰ নেহৰুৰ পৰা নাহিল, কিন্তু আমি দেখিমগৈ তেওঁ কেনেকৈ প্ৰতিশোধৰ অগনি জ্বলাই ৰাখিছিল।

## ২। কমিউনিষ্ট সন্ত্ৰাসবাদীসকল, শৰণাৰ্থী ক'লনি আৰু অসমৰ প্ৰতি নেহৰুৰ অবিৰাম অনাস্থা ১৯৪৮-১৯৪৯

বিশেষকৈ পূৰ্ববঙ্গৰ শৰণাৰ্থী সম্পৰ্কত বৰদলৈৰ কংগ্ৰেছ চৰকাৰৰ প্ৰতি নেহৰুৰ কৰ্তৃত্ববাদী আৰু দমনকাৰী আচৰণ ক্ৰমে বাঢ়ি গৈ থকাৰ সময়তো বৰদলৈয়ে পূৰ্বৰ নিয়মানুবৰ্তিতাৰে তেওঁৰ প্ৰিয় 'পণ্ডিতজী'লৈ পৰেকীয়া চিঠিখন পঠিয়াই

থাকিবলৈ নেৰিলে। আগৰ দৰেই তাত থাকিল প্ৰদেশখনত ঘটা বিভিন্ন ঘটনাৰ কথা আৰু নেহৰুৰ মুখ্যমন্ত্ৰী সকললৈ পঠিওৱা পৰিপত্ৰৰ ওপৰত মন্তব্য। ইও আশ্চৰ্য্যকৰ যে নেহৰুৱে কৰা অশালীন ব্যৱহাৰৰ পাছতো নেহৰুৰ প্ৰতি থকা তেওঁৰ ব্যক্তিগত শ্ৰদ্ধাত কোনো পোটোকা নপৰিল, যদিও অৱশ্যে বৰদলৈয়ে নেহৰুৰ অসমীয়াৰ প্ৰতি দেখুওৱা অনাহক খং আৰু কৰ্কশতাক প্ৰতিবাদ কৰিবলৈ আৰু তাৰ সমুচিত নিৰ্ভীক প্ৰত্যুত্তৰ দিবলৈকো নেৰিলে। তথাপিও নেহৰুৰ হৃদয় কোমল কেতিয়াও নহ'ল ; বৰদলৈৰ অগ্ৰাহ্যকৰণে নেহৰুক অতিকৈ হিংসা প্ৰিয়হে কৰি তুলিলে। শৰণাৰ্থী লবীক আৰু কলকাতা প্ৰেছৰ অসমৰ বিৰুদ্ধে কৰা হিংসুক প্ৰচাৰবিলাক নেহৰুৰ হাতত অসম চৰকাৰক কোবাবলৈ অস্ত্ৰ স্বৰূপ হৈ পৰিল।

১৯৫০ চনত অসম চৰকাৰ আৰু কেন্দ্ৰীয় চৰকাৰৰ মাজত শৰণাৰ্থী সংস্থাপনৰ এটা মীমাংসা নোহোৱালৈকে কেন্দ্ৰীয় চৰকাৰে অসমৰ বিভিন্ন চহৰত থকা ৰেলৱে কলনিবোৰৰ আশে পাশে অস্থায়ীভাৱে শৰণাৰ্থী বহুৱাবলৈ ল'লে, যিহেতু সেইবোৰ ঠাই ৰেলৱে কৰ্তৃপক্ষৰ অন্তৰ্গত হোৱাৰ কাৰণে কেন্দ্ৰীয় চৰকাৰৰ সম্পত্তি বুলি গণ্য কৰা হৈছিল। কিন্তু সমস্যাটো তাতে অন্ত নপৰিল। সেই সময়ত আৰু হয়তো অসমৰ ৰেলৱে কৰ্মচাৰী সকলৰ প্ৰায়বোৰেই আছিল হিন্দু বাঙালী আৰু তাৰ ষাঠি শতাংশ আছিল কমিউনিষ্ট ধৰ্মী। লগতে যিহেতু বিধান চন্দ্ৰ ৰয়ৰ পশ্চিম বঙ্গ চৰকাৰে কমিউনিষ্ট পাৰ্টিক আইন অসঙ্গত কৰিলে, পশ্চিম বঙ্গৰ বহু কমিউনিষ্ট ক্ৰিয়াশীল কৰ্মী আহি অসম সোমালহি।[৩৫]

দ্বিতীয় মহাযুদ্ধৰ পাছত, ভাৰতৰ কমিউনিষ্ট বিলাকে কংগ্ৰেছৰ লগত যুদ্ধ পূৰ্বৰ বন্ধুত্ব কিছুদিনলৈ ঘূৰাই আনিলে হয, কিন্তু ১৯৪৭ চনৰ শেষৰ পিনে, মস্কোৰ আদেশত, চি.পি.আইৰ কেন্দ্ৰীয় সমিতিৰ চৰমপন্থী সকলে এই অৱস্থান গ্ৰহণ কৰিলে যে ভাৰত এখন পুঁজিবাদী দেশ য'ত বুৰ্জোৱা সকলে সাম্ৰাজ্যবাদী পন্থা ল'লে। ১৯৪৭ চনৰ ছেপ্তেম্বৰ মাহত ষ্টালিনৰ আদেশত পোলেণ্ডত পৃথিবীৰ বহু কমিউনিষ্ট পাৰ্টিয়ে ভাগ লোৱা এখন সন্মিলনত 'কমিনফৰ্ম' স্থাপন হ'ল।[৩৬] ই এটা সংক্ষেপ কৰণহে। কমিনফৰ্ময়ে বুজায় কমিউনিষ্ট তথ্য কাৰ্য্যালয়। সন্মিলনখনত ভাগ লোৱা সদস্য সকল আহিছিল বুলগেৰিয়া, চেক'শ্লোভেকিয়া, ফ্ৰান্স, হাঙ্গেৰী, ইটালী, পোলেণ্ড, ৰোমানিয়া, ছোভিয়েট ইউনিয়ন আৰু যোগস্লাভিয়াৰ পৰা। এই সভাই ঠিৰাং কৰিলে যে পৃথিৱীখন দুটা শিবিৰত বিভক্ত ঃ সমাজবাদী আৰু পুঁজিবাদী। আৰু সেই কাৰণে প্ৰথম শিবিৰে দ্বিতীয় শিবিৰৰ বিৰুদ্ধে অবিৰাম শত্ৰুতা চলাই নিবলৈ পণ কৰিলে।[৩৭] ভাৰতৰ কমিউনিষ্ট তত্ত্ববিদসকলে পৰামৰ্শ দিলে যে তাৰ চৰকাৰৰ প্ৰতি সকলো দিশতেই আৰু সকলো স্তৰতেই প্ৰচণ্ড বিৰোধ জাগি উঠিব লাগে "দাসত্ব নিয়ন্ত্ৰণ কৰা স্বাধীনতাৰ

মুখাখনে ঢাকি ৰখা সাম্ৰাজ্যবাদক" অনতি পলমে মষিমূৰ কৰিবলৈ। ইয়াকে শিৰত লৈ চি.পি.আইয়ে বাঁও হঠকাৰিতাৰ আঁচনি গ্ৰহণ কৰিলে ১৯৪৮ চনৰ মাৰ্চ মাহত। এই আঁচনিৰ কাৰ্য্যসূচীয়ে গ্ৰহণ কৰিলে বিক্ষিপ্ত হৰতালৰ পৰা আৰম্ভ কৰি যুদ্ধৰত কৃষক আন্দোলনলৈকে বিভিন্ন কাৰ্য্য। এইবোৰ সংগঠিত হ'ল ভাৰতৰ দক্ষিণ, উত্তৰ আৰু উত্তৰ-পূবৰ বহু ঠাইত। বিশেষকৈ টেলেঙ্গানা, ত্ৰিভাস্কুৰৰ কোচিন, মালাবাৰ, পশ্চিম বঙ্গ, মনিপুৰ আৰু ত্ৰিপুৰাত এইবোৰে ভয়াবহ ৰূপ লোৱাৰ কাৰণে কৰ্তৃপক্ষই কমিউনিষ্ট পাৰ্টিক আইন অসঙ্গত কৰাৰ কথাও ভাবিলে। তথাপিও পশ্চিম বঙ্গৰ বাহিৰে আন ঠাইবোৰে নেহৰুৰ বুজনিত তেনে চৰম পন্থা নল'লে নাগৰিক স্বাধীনতাক মান্যতা দি।[৩৮]

মণিপুৰ আৰু ত্ৰিপুৰাৰ দৰে কমিউনিষ্ট কৰ্মীৰ হিংসাত্মক কাৰ্য্যৰ ফলত অসম অন্ততঃ ১৯৪৮ চনলৈ বৰ বেয়াকৈ আক্ৰান্ত হোৱা নাছিল। সেই বছৰ চি.পি.আইৰ কেন্দ্ৰীয় সমিতিৰ সদস্য বিশ্বনাথ মুখাৰ্জীৰ উপস্থিতিত গুৱাহাটীত বহা অসম প্ৰাদেশিক চি.পি.আইৰ সন্মিলনত কেন্দ্ৰীয় সমিতিৰ উগ্ৰ পন্থাৰ সিদ্ধান্তটো মানি লোৱা হ'ল।[৩৯] কমিউনিষ্ট বদ কাৰ্য্যৰ কাৰণেই নাগৰিক স্বত্বত আঘাত দিব পৰা কোনো পন্থা নলবলৈ বৰদলৈয়ে লোৱা স্থিতিটো নেহৰুৱে সৈতে একে আছিল, যদিও তেতিয়াৰ পশ্চিম বঙ্গৰ গভৰ্ণৰ ৰাজাগোপালচাৰি আৰু অসমৰো গভৰ্ণৰ হাইদেৰীয়ে বৰদলৈক পৰামৰ্শ দিছিল পশ্চিম বঙ্গৰ উদাহৰণ লৈ কমিউনিষ্ট পাৰ্টিক বে-আইনী কৰিবলৈ।[৪০] বৰদলৈয়ে কিন্তু কমিউনিষ্ট হিংস্ৰতা ইতিমধ্যে বৰ্ত্তি থকা সাধাৰণ আইনৰ জৰিয়তে সমাধা কৰাৰ কথা ভাবিছিল। তেওঁ মাথোন দুখ কৰিলে এইবুলি যে তেওঁৰ তলি ফুটা বাজেটে যথোচিত জাগ্ৰত প্ৰহৰীৰ দল গঢ়ি তুলি চক্ৰান্তকাৰীসকলক নজৰত ৰাখিবলৈ নোৱাৰিবও পাৰে।[৪১] কোৱা বাহুল্য যে বৰদলৈ সমূলি 'ল এণ্ড অৰ্ডাৰ'ত মগ্ন থকা লোক নাছিল ; এনে আচৰণ তেওঁৰ স্বভাৱ-অসুলভ। যেতিয়া আৰক্ষীয়ে এবাৰ বিবুদ্ধিত পৰি ব্যাপক হাৰে উগ্ৰবাদীক গ্ৰেপ্তাৰ কৰিব লগা হ'ল, বৰদলৈয়ে তেতিয়া পৰিস্থিতিৰ উপশম ঘটাবৰ কাৰণে এজন উচ্চ-ন্যায়ালয়ৰ ন্যায়াধীশ আৰু চৰকাৰৰ মুখ্য সচিবৰে এখন উপদেষ্টা সমিতি পাতি দিছিল গোচৰ কেইটা ন্যায়ালয়ত বিচাৰ হোৱাৰ আগতে এবাৰ পুনৰ পৰীক্ষা কৰি চাবলৈ। বৰদলৈৰ উদ্দেশ্য আছিল এনে কামেৰে সাধাৰণ ৰাইজক আৰক্ষীৰ কামক সন্মতিসূচক ভাৱে চাবলৈ আহ্বান কৰিবলৈ। ইও এক আধুনিক গণতান্ত্ৰিক পদ্ধতি।[৪২] যুদ্ধ পৰিচালনাৰ কৌশল-পদ্ধতিৰ এজন দক্ষ চিন্তক হিচাপে (অষ্টম অধ্যায় দ্ৰষ্টব্য) বৰদলৈয়ে মণিপুৰ আৰু ব্ৰহ্মদেশৰ কমিউনিষ্ট সকলৰ কাৰ্য্য-কলাপলৈ চাই কিছু মানসিক অশান্তিত ভুগিছিল কিন্তু তথাপিও প্ৰথম অৱস্থাত তেওঁ অসম আৰু পশ্চিম বঙ্গৰ চি.পি.আই আৰু আৰ.চি.পি.আইয়ে (ভাৰতৰ বিপ্লৱী

কমিউনিষ্ট পার্টি) তেওঁৰ প্ৰদেশত পাছত ঘটোৱা দৰে ভয়ঙ্কৰ অমানুষিক ঘটনাবোৰ সংগঠিত কৰিব বুলি ভাবিব পৰা নাছিল। ১৯৫০ চনত নিৰ্দ্দিষ্ট সময়ৰ মূৰে মূৰে আহি থকা ভাৰত আৰু অসম চৰকাৰতো আৰক্ষী চোৰাংচোৱা বিভাগৰ পৰা ৰিপৰ্টবোৰৰ মতে কমিউনিষ্ট সকলে পৰিকল্পনা কৰি থৈছিল অসমৰ ভিতৰুৱা অংশত কেইবাটাও "স্বাধীন এলেকা" সৃষ্টি কৰিবলৈ আৰু প্ৰদেশখনে তেতিয়া ভুগি থকা অৰ্থনৈতিক, ৰাজনৈতিক, সামাজিক আৰু বুনিয়াদী অসুবিধাবোৰৰ সুবিধা লৈ নিৰ্মমভাৱে আৰু প্ৰবঞ্চক ৰূপে আগবাঢ়ি সমূহ ৰাজ্যখনতে বৃহৎ আকাৰৰ অৰাজকতা সৃষ্টি কৰিবলৈ। ভাৰত স্বাধীন হোৱাৰ দিনাৰে পৰা অসমৰ দাঁতিকাষৰীয়া ঠাইবোৰক, বিশেষকৈ মণিপুৰ, পূব পাকিস্তান সীমা আৰু বৰ্মাক কমিউনিষ্ট সকলে ব্যৱহাৰ কৰিছিল অস্ত্ৰ-শস্ত্ৰ লাভ কৰাৰ ঠাই হিচাপে। কমিউনিষ্ট সকলৰ বন্দুক-বাৰুদ যোগাৰ কৰিবলৈ প্ৰয়োজন হোৱা ধন আহিছিল চুৰি-ডকাইতিৰ পৰা, যাৰ ফলত বহু চহকী খেতিয়কে কমিউনিষ্টৰ হাতত প্ৰাণ হেৰুওৱাব লগাত পৰিছিল।[৪৩]

১৯৪৯ চনৰ আদিতে চি.পি.আই আৰু আৰ.চি.পি.আইয়ে কামৰূপ, দৰং আৰু শিৱসাগৰ জিলাত আৰম্ভ কৰিলে অস্ত্ৰ-সম্বিত দেখ দেখ প্ৰতিৰোধ ব্যৱস্থা। সশস্ত্ৰ সংগ্ৰাম, ডকাইতি ইত্যাদিৰ উপৰিও তেওঁলোকে নগা আৰু বৰ্মাৰ কাচিন সকলৰ পৰা অস্ত্ৰ যোগাৰ কৰাত লাগিল।[৪৪] এই কমিউনিষ্ট সকলে বিশেষকৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনজাতি এলেকাবোৰত যি সকলে মাটি চহ কৰে সেই সকলেই মাটিৰ মালিক আদি শ্লোগানেৰে প্ৰচাৰ কাৰ্য্য চলালে। ই থিতাতে আচহুৱা আছিল যে জমিদাৰী প্ৰথাৰ ঠাই বঙ্গৰ পৰা অহা কমিউনিষ্ট কৰ্মী সকলে এনে কাৰ্য্য অসমত কৰিবলৈ আহিল, তেওঁলোকৰ নিজৰ প্ৰদেশত নকৰি। তাতহে প্ৰয়োজন আছিল এনে শ্লোগানৰ, যিহেতু তাত চলিছিল জমিদাৰী ব্যৱস্থাৰ শোষণ, উৎপীড়ন, অসমত নহয়। তাৰোপৰি, বৰদলৈ চৰকাৰে তেতিয়া অসমৰ একমাত্ৰ জমিদাৰী ব্যৱস্থাৰ জিলা গোৱালপাৰাত সেই ব্যৱস্থাৰ ওৰ পেলাবলৈ ঠিৰাং কৰিছিল আৰু তাৰ কাৰণে আইনৰ প্ৰস্তুতি চলি আছিল। কমিউনিষ্ট সকলে সংগঠিত কৰা উৎপীড়ন, বলাৎকাৰ আৰু উদ্ভগুালিয়ে বৰদলৈৰ উদাৰ জনমুখী চৰকাৰক এটি জোকাৰ দিলে। কিন্তু গান্ধী-আদৰ্শৰ বৰদলৈৰ স্থিৰতা আৰু ধীৰতা লৰাব নোৱাৰিলে। তেওঁ নেহৰুলৈ সেই সময়ত লিখিলে ঃ "অসমৰ দৰে প্ৰদেশ এখনত এনে পৰিস্থিতি চম্ভালিবলৈ আমি দেখুৱাব লাগিব সবাতোকৈ অধিক ধৈৰ্য্য, সংযম আৰু কৌশল।" বৰদলৈয়ে আত্মবিশ্বাস হেৰুওৱা নাছিল ; তেওঁ মাথোন আশঙ্কা কৰিছিল ভৱিষ্যতে কি গতি লবগৈ পাৰে সেই ভাবিহে। তেওঁ নেহৰুক পুনৰ ক'লে ঃ "আমি সদায়েই আমাৰ ক্ষমতা সাপেক্ষে যি পাৰো তাকে ভালকৈ কৰিবলৈ চেষ্টা কৰি আছো, কিন্তু মই নাজানো সঘনে ব্যাপকতা লাভ কৰি থকা পৰিস্থিতিলৈ

চাই আমি কিমান দূৰলৈ এই মনোবৃত্তি পোষণ কৰি থাকিব পাৰিম।”[৪৫] বৰদলৈয়ে আশংকা কৰিছিল বিপ্লৱী কমিউনিষ্ট সকলে ডাক, টেলিগ্ৰাম আৰু ৰেলৱে সেৱাকে সাঙুৰি এটা বৃহৎ হৰতালৰ সংকল্প কৰি থৈছিল বুলি। কিন্তু তাৰ পৰিবৰ্ত্তে তেওঁ জানিবলৈ পালে অসম, পশ্চিম বঙ্গ আৰু ব্ৰহ্মদেশৰ কমিউনিষ্টৰ মাজত হোৱা সংযোগৰ কথা এই অভিপ্ৰায়েৰে যাতে ব্ৰহ্মদেশেদি অসমৰ জনজাতি এলেকাত অনুপ্ৰবেশ কৰিবৰ সুবিধা ওলায় এই খবৰে আৰু চুবুৰীয়া মণিপুৰত কমিউনিষ্ট প্ৰভাৱৰ জ্ঞানে বৰদলৈক ভীষণভাৱে চিন্তিত কৰিলে যিহেতু মণিপুৰৰ কৰ্তৃপক্ষইনো কি মনোবৃত্তি লব সেই বিষয়ে বৰদলৈৰ একো জনা নাছিল।[৪৬] বৰদলৈয়ে ভবাৰ দৰে কমিউনিষ্টে ৯ মাৰ্চ তাৰিখে (১৯৪৯) ৰেলৱে হৰতাল এটা সংগঠিত কৰিলে। কিন্তু ই ব্যৰ্থ হ'ল। কিন্তু বৰদলৈয়ে ভবা নাছিল ই কমিউনিষ্ট সকলক নিৰুৎসাহ কৰিব বুলি। তেওঁ ভাবিলে ই মাথোন শত্ৰুপক্ষৰ এটা চালহে ইয়াকে জানিবলৈ যে কমিউনিষ্ট দমনত চৰকাৰ কিমাননো আগবাঢ়িবলৈ সক্ষম হব। তাৰোপৰি তেওঁ চোৰাংচোৱা বিভাগৰ পৰা জানিব পাৰিছিল যে ইম্ফলৰ উত্তৰ-পূব আৰু দক্ষিণ পূবত মণিপুৰ কৰ্তৃপক্ষৰ পৰা কোনো বাধা নোপোৱাকৈ ইতিমধ্যে ব্ৰহ্মদেশৰ পৰা কমিউনিষ্টৰ তৰফৰ পৰা কিছু অনুপ্ৰবেশ হৈছিলেই।[৪৭] এই সকলোবিলাক ঘটনাই বৰদলৈক ভবুৱালে আৰু কিমান দূৰলৈ কমিউনিষ্টসকলক মুক্ত ভাৱে তেওঁলোকৰ দুষ্কৰ্ম কৰি যাবলৈ এৰি দিয়া যাব পাৰে, অসমৰ দৰে এখন প্ৰদেশত য'ত খাদ্য-বস্ত্ৰৰ, আৰু দৈনন্দিন ব্যৱহাৰৰ আন আন সামগ্ৰীৰ নাটনিৰ পৰা জনসাধাৰণ আহুকালত ভুগি থাকিবলগীয়া হৈ আছে। এই সকলো বস্তুৱেই অসমলৈ বাহিৰৰ পৰা আহে আৰু যাতায়ত-যোগানৰ অভাৱত অসমৰ লোক সীমাহীন যন্ত্ৰণাত ভুগি থাকিবলগীয়া হৈ আছে।[৪৮]

এই সময় ডোখৰত আন্তৰ্জাতিক কমিউনিষ্ট আন্দোলনত বহুকাল বিমুগ্ধ হৈ থকা নেহৰুৱেও কমিউনিজমত আস্থা হেৰুৱাবলৈ লৈছিল। ভাৰতৰ কমিউনিষ্ট নেতৃবৃন্দত তেওঁ নৈতিক আদৰ্শ আৰু ভাৰতৰ মঙ্গলৰ চিন্তা নোহোৱা হৈ পৰা দেখা পাইছিল।[৪৯] তথাপিও বৰদলৈয়ে পুনঃ পুনঃ কাকুতি-মিনতি কৰিও নেহৰুক আৰু ভাৰতীয় সামৰিক বাহিনীৰ উচ্চতম বিষয়াক পতিয়ন নিয়াব নোৱাৰিলে ৯৫ প্লেটুন বলী আসাম ৰাইফলছ্‌ৰ লগত আৰু বিছ বা পঞ্চাশটা প্লেটুন যোগ দি ব্ৰহ্মদেশীয় কমিউনিষ্টৰ অনুপ্ৰবেশত বাধা দিবৰ কাৰণে অসম-ব্ৰহ্মদেশ সীমান্তত ৰাখিবলৈ।[৫০] তাতোকৈ আচৰুৱা কথা এই যে নেহৰুৱে বৰদলৈক বিশ্বাসত লৈ তেওঁক আনকি উপদেশও নিদিলে তেওঁৰ ধাৰণাত বিপদটো চম্ভালিবৰ কাৰণে বৰদলৈয়ে কিনো ব্যৱস্থা লব লাগে। ঠিক পূব পাকিস্তানৰ পৰা অহা মুছলমান অনুপ্ৰবেশকাৰীৰ সমস্যাটোৰ ক্ষেত্ৰত হোৱাৰ দৰে নেহৰুৱে একোৱেই নক'লে বা নকৰিলে। বৰদলৈলৈ লিখা তেওঁৰ

১৮ মে' (১৯৪৯) তাৰিখৰ এখন চিঠিনেহৰুৱে প্ৰধানকৈ শৰণাৰ্থী সমস্যাৰ কথাহে ক'লে অসমক ভাবুকি দি যি কথা আমি আগতে কৈ থৈছো। অসমৰ কমিউনিষ্ট উপদ্ৰৱৰ বিষয়টোক কটাক্ষ আৰু ভেঙুচালিৰ দৃষ্টিৰে চাই নেহৰুৱে বৰদলৈক ক'লেঃ

> "আপুনি কৈছে কমিউনিষ্ট উপদ্ৰৱৰ ইত্যাদিৰ কথা। ই বিনা সন্দেহে এটা বেলেগ সমস্যা। কিন্তু ইও মই কৈ থকা সমস্যাৰে সংলগ্ন।"[৫১]

নেহৰুৱে যেন এনেকৈহে বুজাব বিচাৰিছিল যে অসমৰ কমিউনিষ্ট উপদ্ৰৱৰ সমস্যাটো শৰণাৰ্থীক অসমে মাটি দিব নোৱৰাৰ কাৰণেহে ঘটিছে।

নেহৰুৱে উদাসীনতা দেখুৱালেও বৰদলৈ চৰকাৰে কমিউনিষ্ট উৎপাতক প্ৰশ্ৰয় দিব নোৱাৰিলে। ১৯৪৯ চনৰ মে' মাহত যেতিয়া শ্বিলঙৰ চি.পি.আই অফিচ পুলিচে খানাতালাচ কৰে তাত দেখাৰ পৰিপত্ৰ দলিল, পুথি প্ৰচাৰ পত্ৰিকা, ফটো আৰু আগন্তুক সংঘৰ্ষৰ পৰিকল্পনা সম্বন্ধীয় কাগজ-পত্ৰ আৰক্ষীয়ে বাজেয়াপ্ত কৰিলে। ই দলটোৰ প্ৰগতিৰ কাৰণে এটি বিৰাট অন্তৰায় হৈ দেখা দিলে, কাৰণ ইয়েই হৈ পৰিল দলটোৰ বিচ্ছিন্ন হৈ পৰাৰ প্ৰাৰম্ভিক খোজ। ইয়াৰ ফলতেই আৰু কিছুমান নেতাৰ দ্বিধাগ্ৰস্ততা আৰু বিপথগামিতাৰ কাৰণেও বহু কেইজনমান পাৰ্টি কৰ্মী দলৰ পৰা বহিস্কাৰ হ'ল আৰু দলটোও থান-বান হৈ পৰাৰ উপক্ৰম হ'ল। কিছুমানে কমিউনিষ্ট দলৰ পৰা ওলাই ছছিয়েলিষ্ট সকলৰ লগ লাগিল।[৫২] দোষী কমিউনিষ্টে গ্ৰেপ্তাৰ, দীঘলীয়া আটক, বহিষ্কাৰ ইত্যাদি শাস্তি পাৰ্টি আৰু চৰকাৰৰ পৰা ভুগিব লগীয়া হোৱাত বৰদলৈ চৰকাৰে বহুখিনি সকাহ পালে, কিন্তু বৰদলৈয়ে জানিছিল যে যেতিয়ালৈকে জীৱন-ধাৰণৰ মানদণ্ড প্ৰদেশখনত বঢ়াব পৰা নাযাব, সাধাৰণ ৰাইজ অসন্তুষ্ট হৈ থাকিব, প্ৰদেশখন কেন্দ্ৰৰ আৰ্থিক সাহায্যৰ পৰা বঞ্চিত থাকিব আৰু কেন্দ্ৰ আৰু প্ৰদেশৰ মাজত ফলপ্ৰসূ যোগাযোগৰ অভাৱ থাকিব তেতিয়ালৈকে ঘাই অমঙ্গলৰ পৰা অসমে সকাহ নাপাব। সেয়ে তেওঁৰ মানত কমিউনিষ্ট সকলৰ দুৰ্দশাৰ পৰা আহি পৰা শাস্তি খন্তেকীয়া আছিল।[৫৩]

শ্বিলঙৰ ঘটনাৰ এমাহৰ পাছত এটা ডাঙৰ ঘটনা ঘটিল। ১৫ আৰু ১৬ জুলাই তাৰিখে (১৯৪৯) ভাৰতীয় গণ নাট্য সংঘৰ (আই.পি.টি.এ) অসম শাখাই দ্বিতীয় বাৰ্ষিক অধিবেশন পাতিলে ডিব্ৰুগড়ৰ নালিয়াপুলত থকা ৰেলৱে ক'লনিত। এই গণনাট্য সংঘ আছিল কমিউনিষ্ট পাৰ্টিৰ অংশ আৰু ইয়াৰ স্থাপন হৈছিল ১৯৪৩ চনত। ডিব্ৰুগড়ৰ অধিবেশনত অকল স্থানীয় কমিউনিষ্ট সদস্যই নহয়, অসমৰ বিভিন্ন ঠাইৰ ৰেলৱে কেন্দ্ৰৰ পৰা কৰ্মী, সহযোগী ও প্ৰতিনিধি তাত উপস্থিত আছিল। ১৬ জুলাই তাৰিখৰ সামৰণি পৰ্বত সাংস্কৃতিক সভা এখন পতা হৈছিল যিখন কিন্তু ৰাইজলৈ মুকলি নাছিল, যদিও গণ নাট্য সংঘৰ ঘোষিত নীতি আছিল সংস্কৃতি সাধাৰণ জনগণৰ

ওচৰলৈ নিয়াৰ। সেই গতিকেই সংগঠনকাৰী আৰু একাংশ জনতাৰ মাজত কিছু হতাহতি হ'ল আৰু ফলত কিছুলোক জখমো হ'ল। পুলিচৰ ওচৰৰ কিছুলোকে গোচৰ দিলে ক'লনিৰ কিছু মানুহক অন্যায়ভাৱে আটক কৰি ৰাখিছে বুলি আৰু হাঙ্গামাৰ উপক্ৰম হৈছে বুলি। এই গোচৰৰ বুজ ল'বলৈ পুলিচে ১৭ জুলাই তাৰিখে এটি সৰু দল পঠিয়ালে। কথা নাই, বতৰা নাই, হঠাতে এইনিৰস্ত্ৰ পুলিচৰ দলটোক ৰেলৱে ক'লনিৰ বাসিন্দাই হৈ হাল্লাৰে আগচি ধৰিলে আৰু তেওঁলোকক ক'লনিৰ ভিতৰলৈ নি গালৈ এচিদ বাল্ব দলিয়ালে আৰু লগতে লাঠীৰে তেওঁলোকক প্ৰহাৰ কৰিলে। গোবিন্দ দাস নামৰ পুলিচ চাব্ ইন্সপেক্টৰ এজনক ক'লনিৰ ভিতৰলৈ টানি নিলে আৰু পুলিচ দলৰ বাকী কেইজন সাৰি পলাব পাৰিলে যদিও তেওঁলোক জখম নোহোৱাকৈ নাছিল।

এই পৰিস্থিতিৰ ফলত আৱশ্যক হ'ল উচ্চ স্থানীয় পুলিচ বিষয়াৰ ঘটনাস্থলীলৈ যাত্ৰা। পুলিচ চুপাৰিনটেণ্ডেন্ট আৰু অতিৰিক্ত চুপাৰিনটেণ্ডেন্টৰ লগত গ'ল জিলাৰ উপায়ুক্ত, স্থানীয় ৰেলৱে বিষয়া, মেজিষ্ট্ৰেট আৰু কিছু পৌৰসভাৰ বিষয়াও। ঘটনাস্থলীত উপস্থিত হৈ তেওঁলোকে দেখিলে ক'লনিলৈ সোমোৱা বাট-চ'ৰাটো কাঠৰ তক্তা আদিৰে বন্ধ কৰি ৰখা হৈছে। সিপাৰত ৰৈ আছে হিংস্ৰ, দলবদ্ধ আক্ৰমণকাৰী, এচিদ বাল্ব, এচিদ ভৰা বাল্টি, শিলগুটিৰ দ'ম আদিৰে সজ্জিত হৈ। যেতিয়া আবেদন আৰু সাৱধানীকৰণে কাম নকৰিলে, আৰক্ষীক লাঠী চাৰ্জৰ আদেশ দিয়া হ'ল। বহু মহিলা আগত লৈ গোট খোৱা ক'লনিৰ বাসিন্দা সকলে অকল শিলগুটি দলিয়াই বা এচিদ বাল্ব, এচিদ স্প্ৰে আদি অমানুষিকভাৱে ব্যৱহাৰ কৰিয়েই ক্ষান্ত নাথাকিল। হঠাতে ৰিভলভাৰৰ আৱাজো শুনা গ'ল, আৰু ফলত কেইজনমান আৰক্ষীৰো জখম হ'ল। পুলিচে তেতিয়াহে প্ৰত্যুত্তৰত গুলী বৰষিলে। এগৰাকী মহিলাৰ ততালিক মৃত্যু হ'ল আৰু আন এগৰাকী পাছত ঢুকাল। এজন মুনিহৰো জখম হ'ল। তেতিয়াহে খঙাল ক'লনি বাসিন্দা সকল আঁতৰিল।[৫৪]

পিছত যেতিয়া ক'লনিৰ ভিতৰত তালাচী আৰম্ভ হ'ল, পুলিচে ব্যৱহৃত-অব্যৱহৃত ৰিভলভাৰৰ গুলি বৃহৎ পৰিমাণৰ এচিদ আৰু এচিদ ভৰোৱা বাল্ব, মেগাফোন, ৱায়াৰলেচ সৰঞ্জাম, কমিউনিষ্ট প'ষ্টাৰ আৰু পুস্তিকাৰ লগতে চাব ইন্সপেক্টৰ গোবিন্দ দাসৰ বিচ্ছিন্ন অংগ সহ ক্ষত-বিক্ষত মৃতদেহটোও পোৱা গ'ল।[৫৫] ৪২৫ জন লোক আৰু তাৰ ভিতৰত বহু কমিউনিষ্ট আন্দোলনকাৰী সেই ক'লনিত গ্ৰেপ্তাৰ হ'ল। বৰদলৈয়ে অতি বেজাৰ পালে তেওঁৰ প্ৰদেশখনৰ ঠিক কলিকতাৰ দৰে দশা হোৱাত। বৰদলৈয়ে নেহৰুলৈ লিখিলে ঃ

"মই এনে এটা পৰিস্থিতিলৈ সদায় ভয় কৰি আছিলো। মই অত্যন্ত

শোকাকুল হৈ পৰিছো সিয়েই হোৱা দেখি যি হোৱাটো আমি নিবিচাৰিছিলো।"[৫৬] যি হেতু এই সকলোবিলাক হ'বলৈ পালে বাঙালী ৰেলৱে বিষয়াৰ মৌন সমৰ্থনৰ কাৰণে, যাৰ ফলত পূব আৰু পশ্চিম বঙ্গৰ ইমানবোৰ কমিউনিষ্ট কৰ্মীয়ে ৰেলৱে ক'লনিত সোমাই পৰিব পাৰিলে, বৰদলৈয়ে অভিযোগ কৰিলে যে এই বাঙালী উচ্চ বিষয়া সকলৰ কোনো জনেই স্থানীয় আৰক্ষীক সহায় নকৰিলে। এনে পৰিস্থিতিত বৰদলৈয়ে ৰেলৱে ক'লনিটোত অতিৰিক্ত তিনিটা শৰণাৰ্থী কেন্দ্ৰ পাতিবলৈ লোৱা কেন্দ্ৰীয় সংস্থাপন মন্ত্ৰীৰ আঁচনি খনকলৈ অনুশোচনা কৰিলে।[৫৭]

ই প্ৰণিধানযোগ্য যে নালিয়াপুলৰ ঘটনাৰ তিনিদিন পাছত কেন্দ্ৰীয় গৃহদপ্তৰৰ চোৰাংচোৱা বিভাগে অসম চৰকাৰক জনাইছিল যে সেই ঘটনাৰ কিছুদিন পূৰ্বে বহু সংখ্যক কমিউনিষ্ট পূব আৰু পশ্চিমবঙ্গৰ পৰা আহি অসমত সোমাইছিলহি আৰু তেওঁলোকক বসবাসৰ সুবিধা দিছিল অসমৰ ৰেলৱে, চাহবাগান, বেঙ্ক, বীমা কোম্পানী, তেল কোম্পানী, জুইশালা ফেক্টৰী আৰু দোকানত কাম কৰা কিছু সংখ্যক বাঙালী কৰ্মচাৰীয়ে। এক বুজন সংখ্যক কমিউনিষ্টে বাস কৰিছিল আমিনগাঁও, পাণ্ডু ৰেলৱে ক'লনিত, গুৱাহাটী ৰেলৱে ক'লনিত আৰু গুৱাহাটীৰ আন আন ঠাইত। এই অনুপ্ৰবেশৰ উদ্দেশ্য আছিল প্ৰদেশখন পৈণত আৰু পৰিপক্ক কমিউনিষ্টৰে ভৰাই পেলাই, স্থানীয় কৰ্তৃপক্ষৰ ওপৰত বিৰামহীন কাৰ্য্যকৰী আক্ৰমণ, লুণ্ঠন আৰম্ভ কৰা আৰু প্ৰদেশখনক সৰ্বত্ৰতে অৰাজকতা সৃষ্টি কৰা। এই কাৰ্য্যপন্থা লোৱা হৈছিল অলপতে কলিকতাত বহা দলৰ কেন্দ্ৰীয় সমিতিৰ সিদ্ধান্ত ক্ৰমে। সেই সভাত অসমৰ কমিউনিষ্ট নেতা বীৰেশ মিশ্ৰ, অচিন্ত ভট্টাচাৰ্য্য আৰু গৌৰীশংকৰ ভট্টাচাৰ্য্য উপস্থিত আছিল।[৫৮] কেন্দ্ৰীয় চোৰাংচোৱা বিভাগে সেই কাৰণে বৰদলৈ চৰকাৰক পৰামৰ্শ দিলে তেওঁলোকে বাছি দিয়া ঠাইবোৰত একে সময়ত ঘটাকৈ ঘৰে ঘৰে পুঙ্খানুপুঙ্খ ভাৱে খানাতালাচ কাৰ্য্য আৰম্ভ কৰিব লাগে আৰু তাৰ পাছতেই ধাৰাবাহিক আক্ৰমণ অভিযান চলাই নিব লাগে যেতিয়ালৈকে মিছা কৈফিয়ৎ দি লুকাই থকা প্ৰায় সকলো কমিউনিষ্টক আৰু তেওঁলোকৰ হাতত থকা বিভিন্ন ধৰণৰ অবৈধ অস্ত্ৰ-শস্ত্ৰবিলাক চিনাক্ত নহয়। এই কেন্দ্ৰীয় চোৰাংচোৱা বিভাগৰ ৰিপৰ্টে পুনৰ পৰামৰ্শ দিলে যে যি সকল লোকে সন্দেহযুক্ত লোক সকলক মিছা পৰিচয়েৰে বসবাস দিছিল তেওঁলোকৰ ওপৰতো আইন সঙ্গত ব্যৱস্থা লব লাগে যাতে এনে অনুপ্ৰবেশ আগলৈ নঘটে।[৫৯]

কেন্দ্ৰীয় গৃহ মন্ত্ৰালয়ৰ চোৰাংচোৱা বিভাগে অসমত কমিউনিষ্ট অনুপ্ৰবেশকাৰীৰ অভিসন্ধিৰ সম্বন্ধে দিয়া ৰিপৰ্টত এই কথাও আছিল যে তেওঁলোকে বলপূৰ্বকভাৱে আৰক্ষী কাৰ্য্যালয় বিলাক অধিকাৰ কৰি চৰকাৰখনৰেই আত্মবিশ্বাস সমূলি নাশ কৰিব বিচাৰিছিল। বৰদলৈ দৃঢ়সংকল্পিত হ'ল এই কমিউনিষ্ট উপদ্ৰৱৰ

বিৰুদ্ধে যুদ্ধ দিবলৈ। তেওঁৰ পূৰ্বধাৰণা আৰু মতামতৰ বিপৰীতে গৈ বৰদলৈ এতিয়া ভাবিবলৈ বাধ্য হ'ল যে হয়তো এয়েই সময় কমিউনিষ্ট সংগঠন কেইটাক, মানে চি.পি.আই. আৰু আৰ.চি.পি.আই.ক অবৈধ বুলি পৰিগণিত কৰিবলৈ। তেওঁ অৱশ্যে নেহৰুক জনালে যে জনসাধাৰণে ডিব্ৰুগড়ত কমিউনিষ্টে কৰা কাৰ্য্যক গৰিহণা দিলে আৰু তেওঁলোক সম্পূৰ্ণভাৱে চৰকাৰৰ পক্ষত আছে।[৬০]

নালিয়াপুলৰ কাণ্ডই আৰু কেন্দ্ৰীয় গৃহদপ্তৰৰ চোৰাংচোৱা বিভাগৰ ৰিপৰ্টে অসমৰ চৰকাৰৰ মুখ্য সচিব এছ.পি. দেশাইক বাধ্য কৰালে কেন্দ্ৰীয় শৰণাৰ্থী সংস্থাপনৰ মন্ত্ৰালয়ৰ সচিবলৈ অসমৰ ৰেলৱে ক'লনিত শৰণাৰ্থীক সংস্থাপন দিয়াৰ বিষয়টো পুনৰ বিবেচনা কৰি চাবলৈঃ

> "১৯৪৮ চনৰ মে' মাহত কোনো কাৰণ নোহোৱাকৈ বা জাননী নিদিয়াকৈ হৰতাল কৰা আৰু তেওঁলোকে পূব বঙ্গৰ পৰা অহা শৰণাৰ্থী সকলৰ মাজত কমিউনিজমৰ বীজ সিঁচিবলৈ কৰা কাৰ্য্যৰ সন্দৰ্ভত অসম চৰকাৰৰ মতামত এই যে মন্ত্ৰালয়ে ৰেলৱে ক'লনিত শৰণাৰ্থীক আশ্ৰয় দিলে ভাৰতৰ এই প্ৰান্তত অন্তৰীণ সুৰক্ষালৈ বিপদ আহিব।"[৬১]

মহাৰাষ্ট্ৰীয় আই.চি.এছ. বিষয়া আৰু চৌত্ৰিশ বছৰ কাল অসমৰ প্ৰশাসনত নিযুক্ত অভিজ্ঞ দেশাইৰ তথ্য ভিত্তিক এই চিঠিখন যেতিয়া শৰণাৰ্থী মন্ত্ৰালয়ৰ পৰা বাগৰি গৈ নেহৰুৰ ওচৰ পালেগৈ তেওঁ খণ্ডত অগ্নিশৰ্মা হৈ পৰিল আৰু ততালিকে বৰদলৈলৈ লিখিলে ঃ

> "আপোনাৰ মুখ্য সচিবে আমাক জনাইছে যে অসম চৰকাৰ আমাৰ প্ৰস্তাৱত (ৰেলৱে ক'লনিৰ ওচৰে-পাজৰে শৰণাৰ্থীৰ কাৰণে উপনগৰ পতাৰ) সন্মতি জনাবলৈ অসন্মত হৈছে। অন্তৰীণ সুৰক্ষাৰ কাৰণত। এই কাৰণবোৰ হ'ল এই যে ৰেলৱেই বহু বাঙালীক চাকৰি দিব। তাতে বাঙালী সকল সাধাৰণতে কমিউনিষ্ট আৰু সেই কাৰণে তেওঁলোকে জঞ্জাল দিবও পাৰে। এই যুক্তিয়ে আমাক লৈ যায় আচহুৱা সমিধানলৈ। ইয়াৰ মানে এই যে আমি বাঙালীক ভাৰতৰ ক'তো চাকৰিত নিযুক্তি দিব নালাগে কাৰণ তাৰ ফলত কমিউনিজম বিয়পিব কিয়নো প্ৰতি বাঙালীকে কমিউনিষ্ট বুলি ধৰি ল'ব পৰা যায়। মই বুজিব পাৰো যদি আপুনি কয় কমিউনিষ্টক নিযুক্তি নিদিয়াই ভাল হ'ব আৰু এই বিষয়ত সতৰ্ক থাকিব লাগে। কিন্তু সকলো বাঙালীকে কমিউনিষ্ট বুলি ধৰি লোৱাটো হ'ব বিষয়টোক অবাবতে বহু দূৰলৈ ঠেলি নিয়া।"[৬২]

নেহৰুৱে দেখ দেখকৈ তথ্যক সম্পূৰ্ণ ওলট-পালট কৰি আৰু তেওঁৰ মনে

পতা ধাৰণাৰে কথাখিনি সজালে অসমক এজাউৰি কটু বাক্য শুনাবলৈ, হয়তো এনে এটা জঁক তেওঁ পুহি ৰাখিছিল আৰু এতিয়া তাক ব্যক্ত কৰিবলৈ এটা চেলু ওলাল। দেশাই বা বৰদলৈ, কোনোজনেই কোৱা নাছিল যে বাঙালী মাত্রেই কমিউনিষ্ট। তেওঁলোকে মাথোন কৈছিল অসমৰ প্ৰায়বোৰ ৰেলৱে বিষয়া কৰ্মচাৰীয়েই বাঙালী বুলি আৰু অধিক অংশই কমিউনিজমৰ প্ৰভাৱত আচ্ছন্ন বুলি। এই কথাটো যে তথ্য ভিত্তিক তাক তেওঁলোকৰ (কেন্দ্ৰৰ) চোৰাংচোৱাই কৈ দিলে আৰু এই চোৰাংচোৱা বিভাগৰ মানুহখিনিও প্ৰায়েই বাঙালী আছিল। তথাপি তেওঁলোকে তেওঁলোকৰ বক্তব্যও প্ৰাঞ্জল ভাষাত প্ৰকাশ কৰিছিল।

নেহৰু যে আংশিক ভাৱে হ'লেও শৰণাৰ্থী সকলে বা তেওঁলোকৰ কলকাতাস্থ লবীয়ে কৰা অসম বিৰোধী প্ৰচাৰ কাৰ্য্যৰ দ্বাৰা প্ৰভাৱিত হৈছিল তাক বুজা যায় কাৰণ তেওঁ বৰদলৈলৈ লিখিছিল যে অলপতে কলকতালৈ যাওঁতে তাত তেওঁ অসমৰ বাঁঙালী বিদ্বেষক লৈ হোৱা এটা তীব্ৰ অনুভূতিয়ে বিৰাজ কৰা দেখিছিল আৰু সেই বিষয়ে তেওঁক বিভিন্ন উদাহৰণো দেখুওৱা হৈছিল। হয়তো সেইবোৰ সেই একেবোৰ উদাহৰণেই যিবোৰ আমি আগেয়ে দেখি অহাৰ দৰে গৃহমন্ত্ৰী পেটেলকো জনোৱা হৈছিল। কিন্তু যি ধৰণে নেহৰুৱে বৰদলৈলৈ লিখা চিঠি খনৰ সামৰণি মাৰিলে সি অকল যে গাম্ভীৰ্য্যহীনেই আছিল এনে নহয়। ই আছিল যথাৰ্থতে অ-সংস্কৃত, অভদ্ৰ। বৰদলৈ আৰু তেওঁৰ বাঙালী কংগ্ৰেছ সঙ্গীবৃন্দৰ মাজত সদায়েই সুন্দৰ সম্বন্ধ থকাৰ কথাটো হয়তো নেহৰুৱে একেবাৰেই নাজানিছিল। সকলো কথাতে কৰ্তৃত্ববাদী আৰু সামন্তবাদীৰ দৰে কেন্দ্ৰৰ প্ৰাধান্যতা দাবী কৰিবলৈ ওলোৱা নেহৰুৱে লিখিলেঃ

> "যদি অসমে অধিক এৰি এটা সংকীৰ্ণ প্ৰাদেশিক নীতি অনুসৰণ কৰে, তেনেহলে অসমৰ বিৰুদ্ধে এটা তীব্ৰ প্ৰতিক্ৰিয়া ভাৰতৰ বিভিন্ন ঠাইত জাগি উঠিব। তেতিয়া কেন্দ্ৰীয় চৰকাৰৰ কাৰণে অসুবিধা হৈ পৰিব অসমত কোনো আঁচনি হাতত লবলৈ। এনে নীতিৰ ফলাফল কি হ'ব তাক মই আপোনাক আৰু আপোনাৰ চৰকাৰক যত্ন সহকাৰে ভাবি চাবলৈ কম।"[৬৩]

নেহৰুৱে কলিকতাত অসমক লৈ শুনা সকলো কথাকেই সঁচা বুলি লৈছিল বুলি ভাবিবলৈ টান কাৰণ, সেই নেহৰুৱেই ঠিক সেই সময়তেই তেওঁৰ বহুকালৰ বন্ধু কৃষ্ণ মেননক আৰু তেওঁৰ অতিকৈ সন্মানীয় ব্যক্তি ৰাজাগোপালাচাৰীক বাঙালী সকলৰ মাত্ৰাধিক আবেগ বিহ্বলতাৰ আৰু তেওঁলোকৰ কমিউনিষ্ট কৰ্মশীলতাৰ অদ্ভুত ধৰণ-কৰণৰ বিষয়ে নিজেই কৈছিল। ১৯৪৯ চনৰ ১৬ জুলাই তাৰিখে তেওঁ মেননলৈ লিখিছিল ঃ

> "বাঙালী সকলৰ উগ্ৰ আবেগ অনুভূতিৰে ভৰা সন্ত্ৰাসবাদী মানসিকতা

প্ৰতিফলিত হয় তেওঁলোকৰ তথাকথিত কমিউনিষ্ট দৃষ্টিভঙ্গীত আৰু সেইবোৰে তেওঁলোকক কেতিয়াবা প্ৰায় বিবেকহীন ৰূপে থিয় কৰায়। তাতে থাকে চকুৰেদি বাগৰি যোৱা হিংস্ৰতা আৰু তীব্ৰ দ্বেষ।" ১৯৫০ চনৰ ৩ জুলাই তাৰিখে তেওঁ ৰাজাজীলৈ লিখিলে যে মাৰ্কিনসকল "জাতি হিচাবে অদম্য ভাবাবেগ প্ৰকাশ কৰাত অন্য প্ৰায় সকলো মানুহতকৈ উপযুক্ত, হয়তো মাথোন বাঙালী সকলৰ বাদে।"[৬৪]

নেহৰুৰ দৰে বৰদলৈয়ে কোনো সম্প্ৰদায়ৰ আনকি কোনো ব্যক্তিৰ প্ৰতিও কেতিয়াও এনে চৰিত্ৰহনন কৰা নাছিল। সন্দেহ ওপজে হয়তো নেহৰুৰ বৰদলৈৰ প্ৰতি এটা আখেজ কেবিনেট মিছনৰ সময়ৰ পৰা থাকি গৈছিল। তাতে বৰদলৈয়ে নেহৰুৰ অসম আৰু অসমীয়াৰ প্ৰতি কৰা সাম্প্ৰতিক অমাৰ্জিত আৰু অবাঞ্চিত দোষাৰোপৰ প্ৰত্যুত্তৰত নেহৰুক পুনৰ কেবিনেট মিছনৰ কথা সোঁৱৰাই দিয়াত খং খাই আছিল।[৬৫] ইংৰাজীত এষাৰ কথা আছে "তোমাৰ বন্ধুক তেওঁৰ দোষবোৰ আঙুলিয়াই দিয়া, বন্ধুয়ে তেওঁৰ দোষখিনি হয়তো মাৰ্জন কৰিবলৈ চেষ্টা কৰিব কিন্তু তোমাক সুদাই নেৰিব।" নেহৰুৰ স্বভাৱত প্ৰতিশোধৰ লক্ষণ নথকা নহয়। ১৯২৯ চনত তেওঁৰ বন্ধু বীৰেন্দ্ৰনাথ চট্টোপাধ্যায়ে তেওঁৰ ভুল এটিক লৈ তেওঁক কটুবাক্য শুনোৱাত তেওঁ এনে খং খালে যে স্বাধীনতাৰ পাচতো চট্টোপাধ্যায়ে ভাৰতৰ স্বাধীনতাৰ কাৰণে বিদেশত কৰা প্ৰচাৰ কাৰ্য্যৰ প্ৰতি প্ৰাপ্য সন্মান দিয়াৰ কথা নেহৰুৱে নাভাবিলে।[৬৬]

ওপৰত উল্লেখ কৰা নেহৰুৰ বৰদলৈলৈ লিখা ১৯৪৯ চনৰ ৭ আগষ্ট তাৰিখৰ চিঠিখনত যি অমাৰ্জিত ভাষা ব্যৱহৃত হ'ল সেই ভাষা আৰু বক্ৰোক্তি তেওঁৰ অসম সংক্ৰান্ত কথাত সততে দেখা দিবলৈ ল'লে। আনকি সেই একেদিনাই আৰু এজাউৰি বিষাক্ত ভয় প্ৰদৰ্শন তেওঁৰ পৰা বৰদলৈলৈ গ'ল। কেনো বাঙালী চক্ৰই 'শিৱসাগৰৰ ৰাইজ' নাম দি এখন তাঁৰ নেহৰুলৈ পঠিয়ালে ৰোহিনী কুমাৰ চৌধুৰীয়ে কিবা ৰাজহুৱা সভাত কোৱা কথাৰ প্ৰতিবাদ কৰি।[৬৭] চৌধুৰীয়েনো ক'ত কি ক'লে তাৰ বিচাৰ লোৱাৰ আগতেই নেহৰুৱে যেন খণ্ডত জপিয়াই উঠি বৰদলৈলৈ লিখিলেঃ

> "মই আপোনালৈ লিখিবলৈ ওলাইছো অত্যন্ত দৃঢ়তাৰে ইয়াকে ক'বলৈ যে অসমে শৰণাৰ্থীৰ আৰু আনৰ প্ৰতি দেখুওৱা সংকীৰ্ণ নীতিৰ কাৰণে কণমানো সুনাম অৰ্জা নাই।[৬৮] মই অলপতে শুনিলো এটি ৰেলৱে আঁচনি তাত আগবাঢ়িব পৰা নাই এই কাৰণেই যে অসমীয়াই তাত বাঙালী নিযুক্তি দিয়াত বাধা দিছে। ই মাথোন ইয়াকে বুজায় যে ভাৰতৰ প্ৰগতিৰ কাৰণে লোৱা আঁচনিবোৰৰ পৰা আমি অসমক বাদ দি থ'বই লাগিব। হয় অসমে নিজেই যি কৰে কৰক, নহয় অসমে ভাৰতৰ বোজা কঢ়িওৱাত ভাগ ল'ব আৰু তাৰ বাবে ভাৰতৰ পৰা সহায় ল'ব।"

অসমৰ ওপৰত তেওঁৰ ক্ষমতা দেখুৱাবলৈ যাওঁতে অসমৰ সম্পত্তি যে ভাৰতেহে প্ৰধানকৈ ভোগ কৰি আছে সেই ভাবটো নেহৰুৰ কৰ্তৃত্ববাদী চিন্তাত নোসোমাল, তাৰোপৰি এই চিঠিত অসমৰ প্ৰতি আৰু এটা নতুন দোষাৰোপেও দেখা দিলে ঃ নেহৰুৱে ক'লে ঃ

"আৰু এটা আচহুৱা প্ৰস্তাৱ অসমৰ পৰা আহিছে। ই বিচাৰিছে যুগ্ম নাগৰিকত্ব। ই যিহকেই নুবুজাওক, মই ধৰি লৈছো কোনো এটা দিনত অসমে আমাৰ পৰা স্বাধীনতা বিচাৰিব।"[৬১]

আমি বহু ঠাইত বাৰম্বাৰ কৈ আহিছো যে নেহৰুৰ প্ৰতি বৰদলৈৰ অতি গভীৰ শ্ৰদ্ধা আৰু উচ্চ ধাৰণা সদায়েই আছিল আৰু থাকি গৈছিল। তথাপিও বৰদলৈ এনে মানুহ নাছিল যি মিছাক প্ৰশ্ৰয় দিব আৰু অন্যৰ মিছা অবাস্তৱ কথাৰ ভিত্তিত কৰা কাৰোবাৰ অভিযোগো হেলাৰঙে লব। মাত্ৰাধিক গুৰুত্ব দি অনামী তাঁৰ বাৰ্তাটোৰ ওপৰত বৰদলৈয়ে সদ্যহতে একো নক'লে যিহেতু তাৰ আঁতিগুৰি তেওঁ নাজানিছিল। কিন্তু ৰোহিনী কুমাৰ চৌধুৰীৰ পৰা তেওঁ জানিলে চৌধুৰীয়ে কৰা উক্তিৰ বিষয়ে আৰু কলকতাত প্ৰেছে তাক বিৰূপ ব্যাখ্যা দিয়াৰ কথা। তথাপিও বৰদলৈৰ কাৰণে সবাতোকৈ ডাঙৰ অভিযোগটো হ'ল তথাকথিত 'পিপল্ অফ্ শিবসাগৰ'য়ে বাতৰিটো কিয় অসম চৰকাৰলৈ নপঠিয়ালে। আৰু নেহৰুৱেইবা তাৰ ওপৰত মন্তব্য দিয়াৰ আগতে বাতৰিটোৰ বিষয়ে বৰদলৈক সুধি নল'লে কিয়? উত্তৰত বৰদলৈয়ে দৃঢ়ভাৱে নেহৰুক ক'লে ঃ

"আপুনি অসমৰ মানুহৰ প্ৰতি অবিচাৰ কৰিছে এইটো ভাবি লৈ যে অসমৰ মানুহে যুগ্ম নাগৰিকত্ব বিচাৰিছে। যদি কোনোবা উদ্ভট চিন্তাৰ ব্যক্তিয়ে প্ৰেছ বা অন্য বিবৃতিত তেনে এটি কথা প্ৰকাশ কৰে তেনেহলে অসমৰ সকলো মানুহ জগৰীয়া হয় কেনেকৈ?" অভিজ্ঞ প্ৰশাসনীয় জ্ঞানেৰে নেহৰুৰ মুখত সোপা দি বৰদলৈয়ে ক'লে ঃ "মোৰ মনে ধৰে আমি যি কোনো ব্যক্তিয়ে যিহকে পায় তাকে চিঠি বা তাঁৰ এখনত প্ৰকাশ কৰিলে বুলিয়েই তাত অনাৱশ্যকীয় গুৰুত্ব দিবলৈ ওলাইছো।[৭০] যিজন লোকক ইয়াত বৰদলৈয়ে "অদ্ভুত চিন্তাৰ ব্যক্তি" বুলিলে সেইজন সাধাৰণ ব্যক্তি নাছিল ; তেওঁ আছিল এজন প্ৰখ্যাত দেশহিতৈষী জনপ্ৰিয় কবি, চিন্তক, স্বাধীনতা সংগ্ৰামৰ অগ্ৰণী ব্যক্তি আৰু তেওঁ নিজৰেই বাল্যকালৰে পৰা বন্ধু অম্বিকাগিৰি ৰায় চৌধুৰী। বৰদলৈয়ে তেওঁৰ প্ৰতি এই কটু সংজ্ঞাটো ব্যৱহাৰ কৰিছিল দুটা কাৰণে। প্ৰথমতে, বৰদলৈয়ে যে নিৰ্মল প্ৰাদেশিক স্বায়ত্ত্ব শাসন বিচাৰিলেও ভাৰতৰ পৰা বিভক্ত হোৱাৰ কথা কেতিয়াও নাভাবিছিল। দ্বিতীয়তে, বৰদলৈৰ

চিন্তাত অসমৰ সেই সৰ্বপ্ৰকাৰৰ আহুকালৰ দিনত তেনে উচ্চাৰণেৰে ভাৰত চৰকাৰৰ লগত এখন অনাৱশ্যকীয় যুদ্ধ আৰম্ভ কৰাৰ কোনো মানে নহয়। যুগ্ম নাগৰিকত্বৰ কথাটো অঙ্কুৰতেই নিষ্পত্তি কৰি থবৰ উদ্দেশ্যেৰে বৰদলৈয়ে নেহৰুক ক'লে যে তেওঁ ইতিমধ্যে ৰায়চৌধুৰীক সতৰ্কবাণী দি থৈছেই যে তেওঁৰ তেনে ধৰণৰ উচ্চাৰণে যদি অসমৰ সংহতিত বিধি-পথালি দিয়ে তেতিয়া চৰকাৰে তাৰ বিপক্ষে ব্যৱস্থা লবলৈ বাধ্য।[৭১]

ধৈৰ্য্যেৰে বৰদলৈয়ে আকৌ এবাৰ নেহৰুক বুজাবলৈ বিচাৰিলে অসমীয়াৰ সংকীৰ্ণ নীতি সম্পৰ্কে তেওঁৰ বদ্ধমূল ধাৰণাটোৰ বিষয়ত। ২৯ মে' (১৯৪৯) তাৰিখে বৰদলৈয়ে নেহৰুলৈ লিখিলে ঃ

"মই এই বিষয়ত আপোনালৈ আগতেও লিখিছো। হয়তো মোৰ চিঠিৰ দীৰ্ঘতাই আপোনাক সম্পূৰ্ণকৈ পঢ়িবলৈ আমুৱালে।" বৰদলৈয়ে ক'লে যে সংকীৰ্ণ প্ৰাদেশিকতাবোধত লিপ্ত হৈ থকা দূৰৰে কথা, তেওঁৰ চৰকাৰে কাম কৰে এটাই মাথোন লক্ষ্য চকুৰ আগত ৰাখি, ই হৈছে প্ৰদেশখনৰ বিভিন্ন গোষ্ঠীৰ মাজত এক ভাৰতৰ নাগৰিক হিচাপে সমভাৱ গঢ়ি তুলি অসমৰ উন্নতি সাধা।[৭২] তেওঁ লগতে ক'লে যে এই কাম এনেয়েই সহজ নহয়, কিন্তু ই অধিকতৰ জটিল হৈ পৰিছে কিছুমান স্থানীয় বাঙালীলোকৰ মনোবৃত্তিয়ে আৰু প্ৰেছে। বৰদলৈয়ে ক'লে ঃ "মই দৃঢ়তাৰে কব পাৰিম যে চৰকাৰী চাকৰি, ঠিকা আৰু অন্যান্য সুবিধাবোৰত বাঙালী সকল কোনো প্ৰকাৰেই অৱহেলিত হোৱা নাই বা অন্যতকৈ কম পৃষ্ঠপোষকতা পোৱা নাই, যদিও অকল তেওঁলোকেই চৰকাৰৰ বিপক্ষে প্ৰচাৰ কাৰ্য্য চলাই আছে।" বৰদলৈয়ে নেহৰুলৈ দিয়া চিঠিত কেন্দ্ৰীয় চৰকাৰক ওভোটাই সুধিলে কিয় তেওঁলোকে অসমৰ বিপক্ষে চলা হিংসুক প্ৰচাৰত ইমানকৈ বিশ্বাস কৰিব লাগে। "মই সঁচাকৈয়ে অতিপাত নিৰুৎসাহ হৈ পৰো যেতিয়া মই দেখো অসমৰ বিৰুদ্ধে হোৱা এই অতিৰঞ্জিত আৰু মিছা প্ৰচাৰবোৰ কৰ্তৃত্বত থকা লোকেও বিশ্বাস কৰে। এনে প্ৰচাৰকাৰীক সাহায্য দি আছে ক্ষমতাশীল প্ৰেছে। লগতে সমগ্ৰ ভাৰতৰ উচ্চ পৰ্য্যায়তো সিবিলাকৰ সম্বন্ধ অতি ওচৰ। মই মাথোন দুঃখী যে আপুনিও ভাবিবলৈ লৈছে যে আমি অসমত এটা সংকীৰ্ণ প্ৰাদেশিক নীতিত মজি আছো। মই মাত্ৰ ইয়াকেহে ক'ব পাৰো যে আমি তেনে এটা নীতি অনুসৰণ কৰি থকা নাই। সেই কাৰণে এনে সমালোচনাৰ লায়ক আমি নহওঁ। অন্যক অনিষ্ট কৰাতকৈ আমাৰ ওপৰতহে অনিষ্ট চলি আছে।"[৭৩] বৰদলৈয়ে তেওঁৰ মুখ্য সচিবকো প্ৰতিৰক্ষা দিলে তেওঁৰ ওপৰত হোৱা ভুল

বুজাবুজি আৰু অ-প্ৰাপ্য সমালোচনাৰ কাৰণে ঃ তেওঁ নেহৰুলৈ লিখিলে ঃ

"মই আশা কৰো আপুনি মোক ক্ষমা কৰিব যদি মই আমাৰ চৰকাৰৰ ২৫ জুলাইৰ (১৯৪৯) চিঠিখনৰ ওপৰত কৰা আপোনাৰ মন্তব্যটো আমাৰ চিঠিখনৰ মূল কথা আৰু আমাৰ উদ্দেশ্যক ভুল বুজাৰ ফলত হোৱা বুলি কওঁ। মই ধৰি লৈছো চিঠিখনৰ তথ্যখিনিক মিছা বুলি লোৱা হোৱা নাই (সেইবিলাক কেন্দ্ৰীয় আৰু প্ৰাদেশিক চোৰাংচোৱা বিভাগৰ পৰা অহা আৰু সেই অনুষ্ঠানবোৰৰ সৰহ ভাগ লোকেই বাঙালী) এই তথ্যবিলাক অৱশ্যেই সঙ্গতিপূৰ্ণ। অধিক কি, আমাৰ চৰকাৰৰ শংকা ভৱিষ্যতবাণী হৈ পৰিল। সেই আঁচনি ডিব্ৰুগড়ক লৈ আছিল আৰু সেই ডিব্ৰুগড় ৰেলৱে ক'লনিতেই কমিউনিষ্ট সকলৰ ষড়যন্ত্ৰ, প্ৰচাৰ কাৰ্য্য আৰু হিংস্ৰতা সৃষ্টি কৰা আয়োজনক আশ্ৰয় দিয়া হৈছিল।"[৭৪]

বৰদলৈয়ে নেহৰুলৈ দিয়া এই চিঠিৰ দুদিন পূৰ্বে পাণ্ডুৰ ৰেলৱে ক'লনিত থকা চি.পি.আইৰ অসমৰ প্ৰধান কাৰ্য্যালয় খানাতালাচ কৰি যি পোৱা গ'ল সি অসম চৰকাৰক হতভম্ব কৰিছিল। বাজেয়াপ্ত কৰা বস্তু বিলাকৰ ভিতৰত আছিল সামৰিক আৰু অসামৰিক উৎসৰ পৰা গোপনে সংগ্ৰহ কৰা তথ্য, মানচিত্ৰ, নক্সা ইতাদি, শাখা কাৰ্য্যালয় বোৰলৈ দিয়া নিৰ্দেশ আৰু আদেশ, সন্ত্ৰাসবাদী কাৰ্য্যৰ কাৰণে তৈয়াৰ হোৱা আঁচনি ইত্যাদি। কিছু লোককো এই সম্পৰ্কত গ্ৰেপ্তাৰ কৰা হৈছিল। এই ঘটনাৰ খবৰ দিওঁতে বৰদলৈয়ে নেহৰুক চিধা-চিধি ভাৱেই সুধিলে ঃ "এনে স্থলতো ইয়াক বিশ্বাস কৰিব পাৰিনে যে ৰেলৱে কলনিৰ কোনো এজনেও এই সমগ্ৰ দীঘল সময়চোৱাত তাত নো কি ঘটি আছিল তাৰ একোৱেই গম পোৱা নাছিল ?" বৰদলৈয়ে ৰেলৱে কলনিৰ কাষত শৰণাৰ্থীৰ সংস্থাপনৰ পৰিকল্পনাৰ সম্পৰ্কত পুনৰ যুক্তি দৰ্শালে এই বুলি যে যদি এতিয়া ৰেলৱে ক'লনিবোৰক নিয়ন্ত্ৰণ কৰাটো ৰেলৱে প্ৰশাসন আৰু প্ৰাদেশিক পুলিচৰ কাৰণে কষ্টসাধ্য হৈছে, তেনেহলে এইটো সহজেই অনুমেয় যে ই বহু গুণ বেছি সমস্যাবহুল হৈ পৰিবগৈ যেতিয়া এইবোৰক বেৰি ৰাখিবৰ কাৰণে ভৱিষ্যতে উপনগৰ গঢ়ি উঠিব য'ত বসবাস কৰিব অসমলৈ অহা এনেবোৰ লোকে যিসকল অসন্তুষ্ট আৰু স্থানীয় স্বাৰ্থৰ প্ৰতি উদাসীন। বৰদলৈয়ে নেহৰুক ক'লে যে কেন্দ্ৰীয় যাতায়ত মন্ত্ৰী গোপালাস্বামী আয়েঙ্গাৰে অসমৰ সমস্যাটো বুজিলে আৰু ৰেলৱে কৰ্মচাৰীক নিয়ন্ত্ৰণত ৰাখিবলৈ চোৰাংচোৱাকে লৈ বিভিন্ন ব্যক্তি নিযুক্ত কৰাৰ কথা ভাবিছিল। বৰদলৈয়ে কিন্তু বিচাৰিলে এনে নিয়ন্ত্ৰণৰ ক্ষমতা প্ৰদেশখনৰ চৰকাৰে পোৱা উচিত। বৰদলৈয়ে নেহৰুক ক'লে ঃ

"এইটো সজ কাম হোৱা যেন নালাগিল যে আমি এহাতে কমিউনিষ্ট সকলৰ

প্ৰভাৱ বাঢ়ি যোৱাত আৰু ৰেলবেৰ ওপৰত তেওঁলোকৰ প্ৰভূত্ব বিস্তাৰ হোৱাত সুবিধা দি থাকিম , আৰু আনহাতে তেওঁলোকৰ নিয়ন্ত্ৰণৰ কাৰণে হোৱা খৰছৰ পৰিমাণ বঢ়াই যাম।"[৭৫]

যিহেতু কিছু আগতে নেহৰুৱে অসম চৰকাৰে কেইটিমান কেন্দ্ৰীয় মন্ত্ৰালয়ৰ আগত কৰা যোগাযোগৰ ভুল ব্যাখ্যা দি গৰজি উঠিছিল সেই কাৰণে বৰদলৈয়ে শৰণাৰ্থীৰ কাৰণে পাতিবলৈ লোৱা উপনগৰৰ উদাহৰণেৰে দেখুৱালে কেন্দ্ৰৰ মইমতালি স্বভাৱৰ নমুনা ঃ

"ই কেন্দ্ৰীয় পুনঃ সংস্থাপন মন্ত্ৰালয়ৰ কাৰণে ন্যায় সঙ্গত হ'লহেতেন যদিহে তেওঁলোকে আমাক সেই উপনগৰ স্থাপনৰ কাৰণে বিকল্প ঠাইৰ কথা সুধিলে হয়। কিন্তু এইটো মই বিনম্ৰভাবে দাখিল কৰিম যে আমাৰ চিঠিৰ উদ্দেশ্য সন্দেহ কৰিবলৈ আৰু তাৰ বিৰূপ অৰ্থ উলিয়াবলৈ তেওঁলোকৰ কোনো সকাম নাই। আপুনি আমালৈ যেনেভাৱে লিখিছে তাৰ পৰা ওলাই পৰিছে যে তেওঁলোকে আমাৰ কথাৰ ভ্ৰমপূৰ্ণ বৰ্ণনৰ বাবেও দোষী। অসম চৰকাৰৰ চিঠিখনৰ যুক্তিটোত বাঙালীৰ নিযুক্তিৰ কথা নাছিল, ই আছিল মাথোন ৰেলৱে কলনিবোৰক নিয়ন্ত্ৰণত ৰখাৰ অসুবিধাৰ বিষয়ে যদিহে সেইবোৰক একে উপাদানেৰে যুক্ত উপনগৰে বেৰি ৰাখে।"[৭৬]

বৰদলৈয়ে আগ্ৰহান্বিত ভাৱে আশা কৰিছিল যাতে নেহৰুৱে অসমৰ দৃষ্টিকোণটো বস্তুনিষ্ঠতাৰে আৰু নিৰপেক্ষভাবে বুজে, কাৰণ তেওঁ প্ৰকৃততে নেহৰুৰ ব্যক্তিত্বক অতি সন্মান কৰিছিল সেই কাৰণে উপৰি উক্ত চিঠিখনৰ সামৰণি মাৰিলে নিম্নোক্ত আবেগপূৰ্ণ বাক্যকেইটিৰে ঃ

"মই সামৰণি মৰাৰ আগতে, আপোনাক অনুৰোধ কৰো চিঠিখন দীঘল হোৱাৰ কাৰণে মোক ক্ষমা কৰিবলৈ। মই জানো আপুনি কিমান ব্যস্ত আৰু কিমান যে সমস্যাই আপোনাক মনোযোগ দাবী কৰি আপোনাক ক্লান্ত কৰি পেলাইছে। আপোনাৰ চিঠিৰ ধ্বনিৰ পৰা মই এইটো বুজিব পাৰিছো। তথাপিও এইটো আপোনাৰ প্ৰতিও আৰু মোৰ ইয়াৰ মানুহখিনিৰ বাবেও অহিত হব যদি মই আপোনাক ঘটনাবিলাকৰ প্ৰতিক্ৰিয়া এই ফালে কেনে হৈছে তাক ব্যাখ্যা নকৰো। আমি বিচাৰো আপুনি যাতে আমাক বুজে আৰু ভুল নুবুজে। যি কণমান দায়িত্বৰ বোজা আমাৰ ভাগত পৰিছে সিও অসহনীয় হৈ উঠিব যদি আমাক ভুল বুজা হয়।"[৭৭]

এই চিঠিৰ এক পষেকৰ পাছত এটা চাঞ্চল্যকৰ ঘটনা ঘটিল। গুৱাহাটীৰ কাহৰীয়া পাণ্ডুত নতুনকৈ পতা চি.পি.আইৰ গোপন প্ৰাদেশিক কাৰ্য্যালয় পুলিচে বিচাৰি

উলিয়াই আৰু খানাতালাচ কৰি যিবোৰ গোপন দলিল আৰু অন্য সৰঞ্জাম পালে, সেইবোৰ অসমত কমিউনিষ্ট সকলে কৰি অহা নিকৃষ্ট দেশদ্ৰোহিতাৰ নিলৰ্জ্জ ছবিখন পুনৰ প্ৰকট কৰি দেখুৱালে। কমিউনিষ্ট সকলে অত্যন্ত কাৰ্য্য দক্ষতাৰে অসম দখলৰ এখন আঁচনি কৰিছিল আৰু এই লক্ষ্যত উপনীত হবলৈ যিকোনো হিংসুক উপায় অৱলম্বন কৰিবলৈ কণমানো যে দ্বিধা নকৰিলেহেঁতেন তাকো বাজেয়াপ্ত হোৱা কাগজ পত্ৰই দেখুৱালে।[৭৮] প্ৰদেশখনৰ বহু ঠাইত, বিশেষকৈ জনজাতি আৰু পাহাৰীয়া অঞ্চলত তেওঁলোকে বহু গোপন স্থলী পাতিছিল আৰু তাত কমিউনিষ্ট কৰ্মীসকলে বাস কৰিছিল। কাষৰ আন মানুহে তেওঁলোকৰ বিষয়ে একোকে নাজানিছিল। কৰ্মীসকলৰ স্থান, মান স্তৰগত জখলাত বন্ধা আছিল আৰু সকলোৰে ওপৰত থকা নায়কে কাম বিভিন্ন কৰ্মীৰ পাৰ্গতালি আৰু স্তৰ অনুসৰি বিতৰণ কৰি দিছিল। প্ৰাদেশিক মুৰব্বীয়ে কেন্দ্ৰীয় পুলিট ব্যুৰোৰ লগত সঘনে সম্পৰ্ক ৰাখিছিল নিয়মমতে হোৱা সংবাদ যোগাযোগেৰে। চি.পি.আইৰ লগতে অসমৰ আৰ.চি.পি.আৰয়েও অমানুষিক কাৰ্য্য একে সময়তে কৰিছিল।[৭৯]

অসমত চি.পি.আইৰ ধ্বংসমুখী কাৰ্য্যৰ পৰিকল্পনাৰ ভিতৰত প্ৰথমটো আছিল প্ৰদেশখনক বিভিন্ন ঠাইত তথাকথিত 'লিব্ৰেটেড জোন্‌চ' বা স্বাধীন এলেকা স্থাপন কৰা ; প্ৰায় বিলাকেই আছিল জনজাতি অঞ্চলবোৰত। তাৰে এটা আছিল পুব পাকিস্তান আৰু গাৰো পাহাৰৰ সীমান্তৰ হাজোং জনজাতিৰ বসতি অঞ্চলত। ইয়াত চিপি.আইক পুব পাকিস্তানৰ মৈমনসিং জিলাৰ কমিউনিষ্ট সকলেও সহায় কৰিছিল। হাজোং সকলক গৰিলা যুদ্ধৰ কাৰণে প্ৰশিক্ষণ দিয়া হৈছিল যাতে তেওঁলোক তেলেঙ্গানাক অনুসৰণ কৰিবলৈ সক্ষম হয়। অসংখ্য পৰিমাণৰ চোৰাং বন্দুক-বাৰুদ সেই ঠাইলৈ পঠিওৱা হৈছিল, ধুবুৰী আৰু তুৰাৰ মাজেদি। পশ্চিম বঙ্গ আৰু পুব বঙ্গৰ কমিউনিষ্ট সকল আছিল এই গোপন কেম্পবোৰৰ পৰিচালনাত। আন এটা তেনে অঞ্চল আছিল কামৰূপ জিলাৰ বেলতলাত। তাত জনজাতীয় কৃষক সকলক অৰাজকতা সৃষ্টি কৰিবলৈ উত্তেজিত কৰি তোলা হৈছিল। লগতে চিপি.আইয়ে এফালে পুব বঙ্গৰ ভগনীয়াক সহায় কৰিছিল তেওঁলোকৰ সাহায্য আৰু সংস্থাপনৰ দাবীত। আনফালে সেই একেটি পাৰ্টিয়েই কাছাৰত সেই সময়ত চলি থকা সাম্প্ৰদায়িক উত্তেজনাৰ সুবিধা লৈ মুছলমান সকলৰ ওপৰত বিশ্বাস জন্মাবলৈ চেষ্টা কৰিছিল এই বুলি যে চি.পি.আইয়েই হ'ল একমাত্ৰ ৰাজনৈতিক দল যি তেওঁলোকক প্ৰতিৰক্ষা দিব কাৰণ তেওঁলোকৰ আদৰ্শই হেনো আছিল সম্পূৰ্ণ অসাম্প্ৰদায়িক।[৮০]

বৰদলৈয়ে আশা কৰিছিল চি.পি.আই.ৰ গোপন কাৰ্য্যালয়ত পোৱা তথ্য পাতিয়ে তেওঁলোকৰ কাৰ্য্যপ্ৰণালী আৰু লক্ষ্যত উপনীত হবলৈ তেওঁলোকে লোৱা

উপায়ক অসমক কৰাৰ দৰে অন্য প্ৰদেশকো - বিশেষকৈ পশ্চিম বঙ্গক - সচকিত আৰু সতৰ্ক কৰিব।[৮১] তেওঁ খবৰটো বিতংকৈ নেহৰুক ১৪ ছেপ্তেম্বৰত (১৯৪৯) লিখা চিঠি এখনত দিলে। কথাটো জানি নেহৰু অপ্ৰস্তুত হৈছিল নে নাই তাক জনা নাযায়। আচলতে তেওঁ লাজহে পাব লাগিছিল তেওঁৰ ইমান দিনৰ উদ্ধৃত কথাবোৰৰ অপ্ৰাসঙ্গিকতা উপলব্ধি কৰি। পাণ্ডুৰ তথ্য-পাতিবোৰে অসমক ৰেলৱে কলনি আৰু কমিউনিষ্টৰ ভয়ানক ষড়যন্ত্ৰবোৰৰ মাজত থকা গাত গা লগা সংযোগটো ফট্‌ফটীয়া কৰি দিলে। মাথোন এটি বাক্যহে নেহৰুৱে ব্যয় কৰিলে বৰদলৈয়ে দিয়া বৃহৎ বিৱৰণ সম্পৰ্কে ঃ "আৱিষ্কাৰ হোৱা কমিউনিষ্ট আঁচনি আৰু কাগজ পত্ৰবোৰ গুৰুত্বপূৰ্ণ আৰু ইয়াৰ পৰা আমি সুবিধা লোৱা উচিত।"[৮২] তথাপিও বৰদলৈয়ে অত্যন্ত সকাহ লভিলে কমিউনিষ্ট সকলৰ দেশদ্ৰোহী কাৰ্য্যবোৰৰ অন্ত হৈ পৰাৰ সম্ভাৱনা দেখি। অক্টোবৰ মাহৰ মাজভাগত তেওঁ নেহৰুলৈ লিখিলে যে 'কমিউনিষ্ট উপদ্ৰৱ' উচ্ছেদ হ'ল আৰু তেওঁৰ প্ৰদেশলৈ অভ্যন্তৰিক সুৰক্ষা সদ্যহতে পুনৰ ঘূৰি আহিল। পাৰ্টিৰ কিছু গুৰুত্বপূৰ্ণ সদস্য তেতিয়াও গোপনে পলাই ফুৰিছিল যদিও বৰদলৈয়ে আশা কৰিলে যে অনতি পলমে অন্ততঃ তেওঁলোকৰ কিছুক বিচাৰি উলিয়াব পৰা হব।[৮৩] জনজাতি এলেকাৰ কেইটিমান কণ কণ ঠাইত কমিউনিষ্টে তেওঁলোকৰ গোপন প্ৰচাৰ কাৰ্য্য চলাই থকিলেও ব্ৰহ্মপুত্ৰ উপত্যকাৰ আন অংশ দুষ্কৰ্মৰ পৰা মুক্ত হ'ল। কেন্দ্ৰীয় গৃহ সচিবে অক্টোবৰ মাহত অসম ভ্ৰমণ কৰি তেনে মন্তব্যই কৰিলে। বৰদলৈয়ে আনন্দ লভিলে যে শ্বিলঙস্থ কেন্দ্ৰীয় চোৰাংচোৱা দপ্তৰ আৰু বিশেষকৈ অসম আৰক্ষীৰ তৎপৰতাৰ বাবহে পাণ্ডুৰ খানাতালাচৰ দৰে কাৰ্য্য সিদ্ধি হব পাৰিলে।[৮৪]

কিন্তু কমিউনিষ্টৰ বিভেদকামী বা বিচ্ছিন্নবাদী কাৰ্য্যৰ বিৰুদ্ধে যুঁজিবলৈ যে অ-কমিউনিষ্ট চৰকাৰৰ অৰ্থনৈতিক উন্নয়নৰ প্ৰয়োজন তাক বৰদলৈয়ে ভালকৈ জানিছিল বিশেষকৈ অসমৰ অৰ্থনৈতিক পৰিস্থিতি অতিকৈ দুখ লগা আছিল বাবে। খাদ্য বস্ত্ৰৰ বিশেষকৈ সৰিয়হ তেল আৰু চেনিৰ মূল্য বৃদ্ধি আৰু আন আন সামগ্ৰীৰ নাটনিয়ে চৰকাৰক জুৰুলা কৰিলে। ১৯৪৯ চনৰ নৱেম্বৰ মাহৰ মাজভাগত নেহৰুৰ মুখ্যমন্ত্ৰী সকললৈ লিখা পৰিপত্ৰৰ উত্তৰত সমগ্ৰ ভাৰতৰ আৰু অসমৰো পৰিস্থিতি একেলগে সাঙুৰি বৰদলৈয়ে ক'লে ঃ

> "আমি যেন দুটি বিপৰীত বিন্দুৰ মাজত স্থিতি লৈছো। এফালে আমি আন্তৰ্জাতিক ৰাজনীতিত আপোনাৰ ব্যক্তিত্ব, দূৰদৃষ্টি, জ্ঞান আৰু কৰ্মপটুতাৰ জৰিয়তে মান্যতা পাইছো আৰু বিভিন্ন প্ৰদেশবোৰক এক জাতিত বান্ধ খুৱাইছো, আনফালে কেন্দ্ৰ আৰু প্ৰদেশবোৰৰ অভ্যন্তৰীণ ক্ষেত্ৰত কেন্দ্ৰই বা প্ৰদেশবোৰে জনগণৰ মঙ্গলৰ কাৰণে বিশেষ একো কৰিব পৰা নাই।"[৮৫]

পাণ্ডুত বাজেয়াপ্ত হোৱা তথ্যই আৰু তাৰ পাছত অসম চৰকাৰে 'মেইনটেনান্স অফ্ পাবলিক্ অৰ্ডাৰ' আইনখনৰ অন্তৰ্গত হোৱা বিভিন্ন ব্যৱস্থাই চি.পি.আই.ৰ সংগঠন ছিন্ন-ভিন্ন কৰি পেলালে আৰু এই পাৰ্টি আগত বহু বছৰলৈ অসমৰ ক্ষতি কৰিবলৈ অক্ষম হ'ল, যদিও অৱশ্যে মাওঁ চে টুংৰ আৰ্হিৰ কিছুকাম গোপনে চলি থাকিল।[৮৬] চি.পি.আই এনেভাৱে আঁতৰ হোৱাৰ লগে লগে কিন্তু আৰ.চি.পি.আইয়ে তেওঁলোকৰ কূটাঘাতমূলক কাৰ্য্য প্ৰদেশখনত বঢ়ালে। ১৯৪৯ চনৰ শেষৰ পিনে আৰু ১৯৫০ চনৰ আগলি মাহকেইটাত বঙ্গৰ পৰা আৰ.চি.পি.আইৰ নেতা আৰু কৰ্মীসকল বিশেষভাবে কৰ্মৰত হৈ পৰিল। সেই সময়ত অসম চৰকাৰ বিশেষকৈ ধৰ্মীয় সাম্প্ৰদায়িক গণ্ডগোলক লৈ ব্যস্ত থকাৰ সুবিধা আৰ.চি.পি.আইয়ে সম্পূৰ্ণ ভাৱে ল'লে। অস্ত্ৰ-শস্ত্ৰৰে ডকাইতি, প্ৰতিশোধ-বধ আৰু সেইবোৰ কাম সুচাৰু ৰূপে সমাধা কৰিবলৈ প্ৰয়োজন হোৱা প্ৰয়োগিক সৰঞ্জামৰ প্ৰস্তুতি বেছ উদ্যমেৰে আগবঢ়াই নিয়া হ'ল। আৰক্ষীয়ে সেই সময়ত বাজেয়াপ্ত কৰা পান্নালাল দাসগুপ্তই লেখা বুলি সন্দেহ কৰা আৰ.চি.পি.আইৰ এখন গোপন দলিলত কোৱা হৈছিল যে তেনে চাঞ্চল্যকৰ ৰহিত কাৰ্য্য দ্ৰুগতিৰ হলেও আৱশ্যকীয় কিয়নো পুঁজিপতিক আৰু আন ব্যৱসায়ীৰ মনত সন্ত্ৰাস স্থাপন কৰাটো, সিহঁতক নিষ্পত্তি কৰাটো, আৰু সিহঁতক ভয়াতুৰ কৰি ৰখাটো অত্যাৱশ্যকীয় যাতে সিহঁত চকিত হৈ পৰে আৰু সিহঁতৰ অৰ্থনীতিৰ অৱনতি ঘটে। এই দলিলে নিৰ্দেশ দিলে অসমৰ চাহ বাগিছা আৰু অন্যান্য ব্যৱসায় কেন্দ্ৰত তেনে সন্ত্ৰাস কাৰ্য্য আৰম্ভ কৰিবলৈ আৰু প্ৰতিশোধ হিচাপে তেনে কাৰ্য্য আৰক্ষী বুৰ্জোৱা নেতা আৰু বিশেষকৈ কংগ্ৰেছী নেতাৰ ওপৰত কৰিবলৈও আদেশ হ'ল। এই দলিলে ইয়াকো ক'লে যে দেশত বুৰ্জোৱাই তেওঁলোকৰ সশস্ত্ৰ সৈন্য দলক অধিক শক্তিশালী কৰিবলৈ লৈছে আৰু সেইকাৰণেই আগন্তুক নিৰ্বাচনত তেওঁলোক ক্ষমতালৈ আহিলে তেওঁলোক হৈ পৰিব নিষ্ঠুৰ। সেই কাৰণেই প্ৰদেশখনৰ কিছুমান অভ্যন্তৰীণ ঠাইত 'স্বাধীন খণ্ড' গঠন কৰাটো অপৰিহাৰ্য্য হৈ পৰিছে। কিন্তু কৃষক জনগণৰ সাহায্যত যিহেতু তেওঁলোকৰ অসমৰ দলে এখন উন্মুক্ত সংঘৰ্ষ ঘটাব নোৱাৰে তেওঁলোকে এখন দীঘল সংগ্ৰামলৈ সাজু হব লাগিব আৰু দলৰ ঘাটিবোৰ বিস্তাৰিত হৈ থাকিব লাগিব ধোঁৱাজালৰ আঁৰত। এই দলিলে গুৰুত্ব দিলে সৈন্য বাহিনী, চাহ বাগিছা আদি ঠাইতো অনুপ্ৰবেশৰ আৱশ্যকতা। চহৰত আৰু শত্ৰুৰ ঘাটিত সময়ে সময়ে লুণ্ঠনৰ কাৰণে পাহাৰীলোক, জনজাতিৰ লোক আৰু পূৰ্ব বঙ্গৰ পৰা অহা শৰণাৰ্থীক ৰণৰ আগশাৰীলৈ আনি সেই কামত লগাব লাগে। কৰ, টেক্স, ভাৰা নিদিয়া আলোড়নৰ লগত ও এওঁলোকক সংযোগ কৰিব লাগে। শস্যৰ গুদামঘৰত লুট কৰিব লাগে আৰু শত্ৰুৰ স্থানীয় চোৰাংচোৱাকো বধ কৰিব লাগে।[৮৭]

স্বাধীনতাৰ এই আগলি পৰৰ অসমত পশ্চিম বঙ্গ, পূব বঙ্গৰ মৈমনসিং জিলা আৰু অসমৰো বাঙালী কমিউনিষ্ট নেতাসকলে কিছু অসমীয়া কমিউনিষ্ট কৰ্মীকো লগত লৈ সৃষ্টি কৰা বিসম্বাদী ৰাজদ্ৰোহিতা আৰু লগতে পূব বঙ্গৰ হিন্দু শৰণাৰ্থী আৰু মুছলমান পমুৱাৰ পক্ষে লোৱা ভূমিকাৰ কথা সেই সময়ৰ কেন্দ্ৰীয় গৃহ দপ্তৰৰ চোৰাংচোৱা ৰিপ'ৰ্টবোৰৰ জল্‌জল্ পট্‌পট্ হৈ ওলাই আছে। এই অনিষ্টকাৰী কাৰ্য্যবোৰে বৰদলৈ চৰকাৰক এনে অৱস্থাত পেলাইছিল যে সেই চৰকাৰে কমিউনিষ্ট বিদ্ৰোহক আৰু শৰণাৰ্থী সমস্যাৰ ইটোৰ পৰা সিটোক পৃথক কৰি চাবৰ কোনো উপায়েই নাছিল। যদি পেটেল আৰু নেহৰুৱে যত্ন কৰিলে হয় এই গৃহদপ্তৰৰেই চোৰাংচোৱা বিভাগৰ অসম সংক্ৰান্ত ৰিপৰ্টবোৰ নিৰপেক্ষভাৱে পঢ়িবলৈ, তেতিয়া হলে তেওঁলোকে জানিলে হয় অসমে কেনে পৰিস্থিতিত ভুগিছিল। কিন্তু শীঘ্ৰে সমাধানলৈ ডিঙি মেলি থকা শৰণাৰ্থীৰ ভয়ানক সমস্যাই তেওঁলোকক সেই সুযোগ নিদিলে। তথাপিও কেন্দ্ৰৰ সামৰিক সহায় নাপাইও আৰু কমিউনিষ্ট বিদ্ৰোহীৰ কাৰণে কোনো বিশেষ আইন প্ৰণয়ন নকৰিও বৰদলৈয়ে তেওঁৰ মৃত্যুৰ আগতেই অসমক কমিউনিষ্ট দেশদ্ৰোহী সকলে চপোৱা দুৰ্গতিৰ পৰা বচালে, যদিও অৱশ্যে সময়ে সময়ে অ'ত ত'ত আৰ.চি.পি.আই সন্ত্ৰাসবাদীৰ নীচমনা, কাপুৰুষালি আৰু বিবেকহীন মৰা-কটা কিছুদিন চলি থাকিল।[৮৮]

বৰদলৈৰ অৱশ্যে শৰণাৰ্থী লবীৰ আৰু কলকতা প্ৰেছৰ অপপ্ৰচাৰৰ পৰা ৰক্ষা পোৱাৰ কোনো উপায় নাছিল। কমিউনিষ্ট সকলে অৱশ্যেই বুজি পালে যে যেতিয়ালৈকে বৰদলৈ ক্ষমতাত থাকিব তেতিয়ালৈকে তেওঁলোকৰ আকাঙ্খিত অৰাজকতা আৰু বিশৃংখলতা নাহিব। এই জানিয়েই তেওঁলোকে শৰণাৰ্থী লবীৰ লগত যোগ দিলে কিবা নহয় কিবা উপায়েৰে বৰদলৈৰ সন্মান কেন্দ্ৰৰ দৃষ্টিত হ্ৰাস কৰিবলৈ। ১৯৪৯ চনৰ দুই ডিচেম্বৰৰ দিনা বৰদলৈয়ে গুৱাহাটীৰ পৰা ৩৮ মাইল আঁতৰত থকা চমতাত বহা এখন ৰাজহুৱা সভাত অসমৰ ভৌগোলিক অৱস্থিতি আৰু ইয়াৰ সুৰক্ষাৰ বিষয়ে কিছু কথা ৰাইজক বুজালে। সেই বক্তৃতাত তেওঁ ৰাইজক ক'লে যে চীন, তিৰ্ব্বত, ব্ৰহ্মদেশ, পাকিস্তান আদি অসমৰ চুবুৰীয়া বিদেশী ৰাষ্ট্ৰ সমূহত দেখা দিয়া ৰাজনৈতিক পৰিস্থিতিলৈ লক্ষ্য ৰাখি ৰাইজে নিজ প্ৰদেশৰ অভ্যন্তৰীণ সুৰক্ষালৈও চকু দিব লাগে। চুবুৰীয়া বিদেশী দেশকেইখনৰ পৰিৱৰ্ত্তে ভাৰত যেন গণতান্ত্ৰিক দেশ আৰু তাত চৰকাৰৰ সাল-সলনি গণতান্ত্ৰিক পদ্ধতিৰে হয়, সামৰিক বলেৰে নহয় সেয়েই আছিল বৰদলৈৰ বক্তৃতাৰ বিষয়। কিন্তু কোনোবাই নেহৰুক খবৰ দিলে যে বৰদলৈৰ বক্তৃতাই বৈদেশিক বিষয় সাঙুৰিছে।[৮৯] খবৰটো নিশ্চয় কমিউনিষ্ট শৰণাৰ্থী লবীৰ পৰাই গৈছিল ; যিহেতু সেই বিষয়ত নেহৰুৱে বৰদলৈৰ পৰা কৈফিয়ৎ বিচাৰিলে। নিজৰ

সাংবিধানিক ক্ষমতা আৰু কৰ্ত্তব্যৰ প্ৰতি সদ্য সজাগ বৰদলৈয়ে তাৰ উত্তৰত নেহৰুক এনেকৈ ক'লে ঃ

"ব্যক্তিগত ভাৱে মই গৃহ যুদ্ধত বিশ্বাস নকৰো। চৰকাৰ এখনৰ সলনি এই প্ৰথাৰে অনাৰ ধৰণ মই নামানো। যদি মই মোৰ প্ৰদেশত সাধাৰণ আইন আৰু শৃংখলা বজাই ৰাখিব লাগে, মই ভাবো মই মোৰ কৰ্ত্তব্যৰ খাটিৰত আৰু প্ৰদেশৰ লোকৰ খাটিৰত এই কথা তেওঁলোকক ক'বই লাগিব। এইটো কামেই মই কৰিছিলো যেতিয়া মই এলানি সভাত মাত মাতিব লগীয়া হৈছিল ৰাইজক প্ৰদেশখনত দেখা দিয়া বিশৃংখলতাৰ প্ৰতি সতৰ্ক হ'বলৈ। যদি মোৰ বক্তৃতাত অন্য অৰ্থ সনা হৈছে, তেনেহলে মোক ভুল ৰিপ'ৰ্টেৰে প্ৰকাশ কৰা হৈছে বা মোক ভুল বুজা হৈছে। বক্তৃতা বিলাকৰ আটাইকেইটি অসমীয়াত দিয়া হৈছিল। অসমৰ এই সময়ত যি পৰিস্থিতি তাক সমাজৰ সকলো শ্ৰেণীৰ লোকৰ মাজত চৰকাৰী বিষয়া, ব্যবসায়-বাণিজ্যৰ লোক আৰু সাধাৰণ ৰাইজ একতাৰ প্ৰয়োজন হৈ পৰিছে, কাৰণ এই একতাইহে ভাৰতৰ কমিউনিষ্ট সকলে প্ৰজাৰ পৰিস্থিতিৰ সুবিধা লৈ বিস্তাৰ কৰা অবিশ্বাস, ঘৃণা আৰু হিংস্ৰতাৰ আবহাৱাক ভেটা দিব পাৰিব। মই তাকে কৰিছিলো আৰু আশা কৰো যাতে মোক ভুল বুজা নহয়। যদি অৱশ্যে মোৰ এই অধিকাৰ নাই বুলি ধৰা হয়, মই কৃতজ্ঞ হ'ম সেই কথা অনুগ্ৰহ কৰি মোক জানিবলৈ দিলে।"[১০]

বৰদলৈয়ে নেহৰুলৈ আসাম ট্ৰিবিউন কাকত খনত প্ৰকাশ হোৱা তেওঁৰ বক্তৃতাৰ সাৰাংশ এটাও পঠিয়াই দিলে।[১১]

'শিৱসাগৰ ৰাইজ'ৰ নামত দিয়া দেখ দেখকৈ ভেজাল টেলিগ্ৰাম এখনৰ ওপৰত ভৰ দি শৰণাৰ্থী লবীৰ কুপ্ৰচাৰক প্ৰশ্ৰয় দি আৰু চমতাৰ বক্তৃতাক লৈ কৰা অবিশ্বাস আদিৰে নেহৰুৱে বৰদলৈৰ দৰে এজন জনপ্ৰিয়, প্ৰবীণ, গুৰুগম্ভীৰ আৰু অভিজ্ঞ প্ৰদেশিক নেতাৰ প্ৰতি যি মনোবৃত্তি দেখুৱালে সি ভাৰতৰ কেন্দ্ৰ-ৰাজ্যৰ মাজৰ সম্বন্ধলৈ উপযুক্ত বৰঙণি আগবঢ়ালে বুলি ক'ব নোৱাৰি। তাৰোপৰি, বৈদেশিক সম্বন্ধৰ বিষয়ত এনে স্পৰ্শকাতৰ আচৰণ দেখুওৱা নেহৰুৱে তেওঁৰ দপ্তৰত কি ঘটে তাকো হয়তো ভালকৈ নাজনিছিল। তেওঁৰ স্বীকৃতিপ্ৰাপ্ত জীৱনীকাৰেই কৈছে যে "এইটো অৱশ্যেই নিশ্চিত মনেৰে ধৰি ল'ব পাৰি যে ১৯৪৬ চনৰ পৰা ১৯৫৯ চনলৈ নেহৰুৰ সচিবালয়ৰ মাজেদি যোৱা প্ৰতিখিলা কাগজ চাওঁ বুলিলেই চি.আই.এ.য়ে চাব পৰা ক্ষমতাত আছিল।"[১২] মানুহ চিনিব পৰা ক্ষমতা নেহৰুৰ কিমান আছিল ভাবিলগীয়া।

বৰদলৈ তেওঁৰ কৰ্ত্তব্যৰ প্ৰতি সদায় সজ্ঞান আছিল। তেওঁ তেওঁৰ

সাংবিধানিক কৰ্ত্তব্যৰ প্ৰতিয়েই মাথোন নহয়, সাংবিধানিক অধিকাৰৰ প্ৰতিও সজাগ আছিল। এই বিষয়ত নেহৰুও তেওঁৰ হাতত হাৰ মানিব লগাত পৰিছিল। অসম চৰকাৰৰ পোনপটীয়া ক্ষমতাত নপৰা কিন্তু অসমত প্ৰভাৱ পেলাব পৰা কোনো বিষয় যদি কেন্দ্ৰই তেওঁক জ্ঞাত নকৰে বৰদলৈয়ে তেওঁৰ বিৰক্তি তুৰন্তে প্ৰকাশ কৰিছিল। অভিমানী নেহৰুৱে এই কথা যে ভাল নাপাইছিল সেইটো এই অধ্যায়ত সুন্দৰকৈ ওলাই পৰিছে। ৰাজাজী গৱৰ্ণৰ জেনেৰেল হৈ থাকোঁতে তেওঁ এনে বিষয়ত বৰদলৈৰ শুদ্ধতা আৰু নেহৰুৰ অশুদ্ধতা দেখুৱাই কৈছিল যে তেনে ধৰণৰ বিষয়ত মুখ্যমন্ত্ৰীজনৰ লগত পূৰ্বালোচনা আৰু তেওঁৰ মতামত লোৱাটো প্ৰয়োজন। কেনেবাকৈ অন্য ফালৰ পৰা বৰদলৈয়ে কথাটো গম পাব পাৰে বুলি নেহৰুৱে ৰাজাজীৰ মন্তব্যটো বৰদলৈকো জনাই থলে।[৩]

## ৩। অসমত পূৰ্ববঙ্গৰ শৰণাৰ্থীৰ সংস্থাপন সম্পৰ্কত নেহৰু-পেটেলৰ স্বৈৰাচাৰী স্থিতি, ১৯৫০

অসম চৰকাৰে নিজা মাটিহীন লোকৰ কাৰণে ১৯৪৯ চনত নতুনকৈ চহ কৰা মাটিৰ আধাভাগ পূৰ্ববঙ্গৰ পৰা অহা শৰণাৰ্থীৰ কাৰণে ভাৰত চৰকাৰে বিচৰাৰ কথা আগতে কোৱা হৈছে। অসমৰ ৰাজহ মন্ত্ৰী বিষ্ণুৰাম মেধী যেতিয়া তাক কৰিবলৈ অমান্তি হ'ল, তেতিয়া কেন্দ্ৰীয় সংস্থাপন মন্ত্ৰী মোহনলাল ছাক্সেনাই অসম চৰকাৰক নোসোধা-নোপোচাকৈ সুৰমা উপত্যকাৰ চাহবাগিছাবোৰৰ উপচি থকা মাটি খেতিৰ কাৰণে ল'বলৈ দিহা কৰিলে মাথোন বাগিছাৰ মালিক সকলৰ লগত যোগাযোগ কৰি। উদ্দেশ্য আছিল ৩,৫৫০ পৰিয়ালক বা ১৭,৫০০ লোকক কৃষক হিচাপে তাত বহুৱাবলৈ। এই প্ৰচেষ্টা সফল হ'ল। ১৯৫০ চনৰ গ্ৰীষ্মত যেতিয়া শৰণাৰ্থীৰ নতুন ঢল অসমলৈ আহে ছাক্সেনাৰ উত্তৰাধীকাৰী অজিত প্ৰসাদ জৈনে পুনৰ অসমত শৰণাৰ্থীৰ সংস্থাপনৰ বিষয়ে কথা আৰম্ভ কৰিলে। কেন্দ্ৰই ৰাজেশ্বৰ দয়ালক অসমত হোৱা সংস্থাপনৰ কাম পৰিদৰ্শন কৰিবলৈ পঠিয়ালে। দয়াল আছিল বৈদেশিক দপ্তৰৰ মানুহ, তেওঁ তাৰ আগতে কিছু সময় মস্কোত থকা ভাৰতীয় দূতাবাসত কাম কৰিছিল। ছাক্সেনাক অনুসৰণ কৰি দয়ালে ভাৰতীয় চাহ বাগিছা সংস্থাৰ লগত বন্দবস্ত কৰি ১২,০০০ পৰিয়ালৰ কাৰণে ব্ৰহ্মপুত্ৰ উপত্যকাৰ চাহ বাগিছাৰ অতিৰিক্ত মাটিৰ যা-যোগাৰ কৰিলে। ইতিমধ্যে এই গোপনে ঘটা ব্যৱস্থাৰ কথা ৰাজহ মন্ত্ৰী বিষ্ণুৰাম মেধীৰ কাণত পৰিল। তেওঁ খবৰ ল'লে ভাৰতীয় চাহ সংস্থাৰ কোনেনো তেনে গোপন ব্যৱস্থা অসম চৰকাৰক নজনোৱাকৈ কৰিলে আৰু তেনে কাম নকৰিবলৈ সাৱধান কৰি দিলে।

এনে হোৱাত ভাৰতীয় চাহ সংস্থা পিছ হুঁহকিল। ইয়াৰ পাছত নেহৰুৱে বৰদলৈ আৰু জৈনক একেলগে কলকাতাত দেখা কৰিলে আৰু সেই মেলৰ সিদ্ধান্ত হ'ল যে চাহ বাগিছাৰ পৰা উদ্ধাৰ হোৱা পঞ্চাশ শতাংশ মাটি শৰণাৰ্থীয়ে পাব। যেতিয়া মেধীয়ে তাৰ ওপৰত এটা অতিৰিক্ত চৰ্ত্ত গাঠি দিলে এইবুলি যে জৈনে শৰণাৰ্থীৰ কাৰণে কেন্দ্ৰই স্থাপন কৰিব খোজা ঔদ্যোগিক আৰু সমবায় সংগঠনবোৰত কিছু পৰিমাণে স্থানীয় লোকক নিযুক্তি দিব লাগিব, জৈনে ক'লে তেওঁ মান্তি হ'ব যদিহে মেধীয়ে অসম চৰকাৰে আগতে চহ কৰি থোৱা মাটিত শৰণাৰ্থীবোৰ বহুৱায়।[৯৪]

নেহৰু আৰু পেটেল দুয়োজনেই কেন্দ্ৰীয় সংস্থাপন বিভাগৰ মন্ত্ৰীসকলে অসম চৰকাৰক একো নজনোৱাকৈ কৰি থকা অসমৰ মাটিৰ লেনদেনৰ কোনো আসোঁৱাহ নেদেখিলে। কিন্তু দুয়োজনেই অসমৰ ৰাজহ মন্ত্ৰীয়ে ভাৰতীয় চাহ সংস্থাই অসমত কৰা কামত হাত দিয়াত খঙত জাঙুৰ খাই উঠিল। কেন্দ্ৰীয় গৃহমন্ত্ৰী পেটেলে পোৱা তথ্যৰ মতে মেধীয়ে হেনো চাহ বাগিছাবোৰৰ ওপৰঞ্চি মাটিত প্ৰথমতে স্থানীয় মাটিহীন লোকক, তাৰ পাছত চাহ জনজাতিৰ শ্ৰমিকক আৰু সৰ্বশেষতহে শৰণাৰ্থীক ঠাই দিয়াৰ কথা ভাবিছিল।[৯৫] পেটেলৰ মতে মেধীয়ে ভাৰতীয় চাহ সংস্থাক সাৱধান বাণী শুনোৱাৰ আগতে কেন্দ্ৰীয় চৰকাৰৰ কাষ চাপিব লাগিছিল। তাৰোপৰি তেওঁৰ মতেৰে মেধীৰ আঁচনি আছিল কেন্দ্ৰৰ নিৰ্দেশৰ পৰা মূলগত আঁতৰত। সংযমহীন ভাষাৰে তেওঁ বৰদলৈলৈ লিখা চিঠিত ক'লে ঃ "বিষয়টো আমালৈ আলোচনাৰ বাবে পঠিওৱাৰ আগতে মেধীয়ে আমাৰ বিচাৰৰ বিপৰীতে যাব নালাগিছিল বা আমাৰ আধিপত্য উলংঘা কৰা নিৰ্দেশক তেওঁৰ মগজুত ঠাই দিব নালাগিছিল।"[৯৬] যিহেতু কেইমাহমান আগতে মেধীয়ে ৰাজ্যপাল শ্ৰীপ্ৰকাশলৈ কেন্দ্ৰই অসমত শৰণাৰ্থী সংস্থাপনৰ কাৰ্য্যত বিৰাট সংখ্যক হিন্দু বাঙালী ভদ্ৰলোকক বাহিৰৰ পৰা আনি নিয়োগ কৰাত অসম কংগ্ৰেছৰ সাধাৰণ সদস্য সকল উদ্বিগ্ন হৈ পৰাৰ কথা কৈছিল আৰু মেধীৰ উদ্বিগ্নতাত সহাৰি জনাই শ্ৰীপ্ৰকাশেও কথাটো পেটেলক জনাইছিল,[৯৭] পেটেলে এতিয়া সুবিধা পালে মেধীক 'সঙ্কীৰ্ণমনৰ প্ৰাদেশিকতাবাদী' বুলি গণ্য কৰিবলৈ।[৯৮]

এনে কথা লিখোঁতে পেটেলে ভাবি নাচালে যে কেন্দ্ৰই অসম চৰকাৰৰ পৰা ফালৰি কাটি তেওঁলোকৰ বিষয়াক অসমলৈ পঠিয়াইছিল সেই চৰকাৰৰ অগোচৰে বিভিন্ন চুক্তিত লিপ্ত হবলৈ। শৰণাৰ্থী সংস্থাপনৰ বিষয়টো যিমানেই সৰ্বভাৰতীয় আৰু গুৰুত্বপূৰ্ণ নহওক লাগিলে, গণতান্ত্ৰিক অসমৰ চৰকাৰী বা অন্য মাটি বিতৰণৰ ক্ষেত্ৰত অসমৰ ৰাজহ মন্ত্ৰীয়ে কেন্দ্ৰৰ লগত আলোচনা কৰিব লাগিছিল বোলা পেটেলৰ দাবীত খঙাল কেন্দ্ৰীয় কৰ্তৃত্ববাদ উপচি থাকিলেও তাত প্ৰাদেশিক ক্ষমতাৰ প্ৰতি নূন্যতম শ্ৰদ্ধাও নাছিল। শালীনতাৰ পিনেদি চালেও কথাটো ৰাজনৈতিক সংস্কৃতিৰ এটা নিকৃষ্ট

নিদৰ্শন। পেটেলে মনত ৰাখিব লাগিছিল যে মেধী এটা গুৰুত্বপূৰ্ণ সময়ত অসম কংগ্ৰেছৰ সভাপতি হৈ নিঃস্বাৰ্থভাৱে দেশৰ হকে বহু ত্যাগ কৰা প্ৰবীন ৰাজনীতিক আৰু কংগ্ৰেছ সেৱক আছিল।

বৰদলৈয়ে অৱশ্যেই তেওঁৰ বিত্ত আৰু ৰাজহ মন্ত্ৰীক ৰক্ষণাবেক্ষণ দিলে। অত্যন্ত সততা আৰু আন্তৰিকতাৰে তেওঁ পেটেলক জনালে যে মেধীয়ে ইচ্ছাকৃতভাৱে শৰণাৰ্থীৰ দাবীক অৱমাননা কৰিব বিচৰা নাছিল, ভূমি অধিগ্ৰহণ আৰু প্ৰদত্তৰ অইনখন ১৯৪৮ চনতেই গৃহীত হৈছিল, মানে ভগনীয়াক মাটি দিয়াৰ কথাটো ওলোৱাৰ আগতেই।[৯৯] বৰদলৈয়ে লগতে ক'লে যে, অসম চৰকাৰে ইতিমধ্যে ডেৰ বছৰৰ আগতে অহা ১,২৫,০০০ হাজাৰ আৰু এতিয়া নতুনকৈ অহা ১,০০,০০০ ভগনীয়াৰ দায়িত্ব লৈছেই আৰু আগৰ ভাগৰ দহ হাজাৰমান লোকক মাটিবাৰীও দিছে। তদুপৰি, কিছু প্ৰান্তীয় সমস্যালৈও গণতান্ত্ৰিক চৰকাৰে আওকাণ কৰিব নোৱাৰে। স্থানীয় মাটিহীন কৃষকে মাটি পাবৰ কাৰণে হা-হুতাশ কৰি আছে আৰু এই সুবিধাকে লৈ কমিউনিষ্ট আৰু ছছিয়েলিষ্ট সকলে 'আইন অমান্য' আন্দোলনৰ ভাবুকি দিছে। বৰদলৈয়ে পেটেলক ইয়াকো ক'লে যে যদি কেন্দ্ৰই কেন্দ্ৰীয় পুনঃসংস্থাপন মন্ত্ৰীয়ে দাবী কৰাৰ দৰে ভগনীয়াক অসমৰ ভূমি পুত্ৰতকৈও ওখ মৰ্য্যাদা দিব লাগে বুলি কয়, তেতিয়া হলে তেওঁ আৰু তেওঁৰ সংগীবৃন্দই অহা নিৰ্বাচনত নানামিব।[১০০]

এই চিঠিয়ে ভাৰতৰ 'লৌহমানৱ'জনক শান্ত কৰাতকৈ তেওঁক অধিক অগ্নিশৰ্মাহে কৰি তুলিলে। নেহৰুতকৈ পেটেলৰ বাস্তৱধৰ্মী ৰাজনীতিজ্ঞান প্ৰখৰ আছিল। নেহৰুৱে এটা চকু আন্তৰ্জাতিক ৰাজনীতিত থৈ বিশ্বত ভাৰতৰ বা তেওঁৰ নিজৰ নাম যশলৈ চকু দি যেতিয়া অনৰ্থক নেহৰু-লিয়াকৎ চুক্তি আদিত লাগি আছিল সেই সময়ত পেটেলে যথাৰ্থতে পাকিস্তানৰ পৰা বিপদহে দেখা পাইছিল আৰু সেই কাৰণেই ভগনীয়া সমস্যাটো সোনকালে নিষ্পত্তি নকৰিলে ই পাকিস্তানক ভাৰতৰ ঘৰুৱা অশান্তি বঢ়াবলৈ সুযোগ দিব বুলি হয়তো ভাবিছিল। তেওঁৰ কথা হ'ল ভগনীয়া সমস্যাটোৰ অনতি পলমে সমাধান হ'ব লাগে আৰু অন্ততঃ বৰদলৈৰ দৰে এজন শীৰ্ষস্থানীয় নেতাই ইয়াৰ গুৰুত্ব বুজি স্থানীয় লোকক মান্তি কৰোৱাত নিমগ্ন হ'ব লাগে। ৩ জুলাই তাৰিখে পেটেলে বৰদলৈলৈ লিখা চিঠি এখনত মেধীক আকৌ তীব্ৰভাৱে গৰিহণা দিলে। যদিও ইতিমধ্যে অসমৰ ৰাজ্যপাল শ্ৰীপ্ৰকাশে অসমত ভগনীয়া সমস্যাটোৰ সূক্ষ্মতা আৰু জটিলতালৈ দৃষ্টি ৰাখি মেধীক সহানুভূতিৰে চাবলৈ পেটেলক অনুৰোধ কৰিছিল, পেটেল কিন্তু আগবাঢ়িল মেধীৰ গাত পুনৰ এচমকা গ্লানি সানিবলৈহে ঃ "মই জানো মেধীয়ে এই দৃষ্টি পোষণ কৰে যে অসমৰ কোনো অতিৰিক্ত ভূমিয়েই 'বহিৰাগতসকলে' পাব নোৱাৰে। তেওঁৰ সমগ্ৰ প্ৰশাসনীয় দৃষ্টিভঙ্গী এই

পক্ষপাতী ধাৰণাৰে চালিত যেন লাগে।” পেটেলে সিদ্ধান্ত ল'লে চাহ্ বাগিছাৰ পৰা পোৱা মাটি পঞ্চাশ শতাংশ শৰণাৰ্থীয়ে পাবই লাগিব। এই কথা তেওঁ অজিত প্ৰসাদ জৈনলৈ লিখিলে আৰু ক'লে ঃ “অসম চৰকাৰে শৰণাৰ্থীৰ প্ৰতি তেওঁলোকৰ দায়িত্ব সম্পূৰ্ণভাৱে পালন কৰিবই লাগিব।” জৈনে বৰদলৈৰ অসুবিধাখিনি ভালকৈ বুজিছিল। তথাপিও তেওঁ দেখিলে যে যদি শৰণাৰ্থীক স্থানীয় লোকৰ লগত সম চকুৰে চোৱা নহয় সমস্যাটো সমাধান হোৱাটো অসম্ভৱ।[১০১]

এই সময়তে কেন্দ্ৰই অসমৰ ওপৰত কৰা আন এটা প্ৰকাশ্য অপমান আছিল কেইগৰাকীমান পশ্চিম বঙ্গৰ বাঙালী হিন্দুক (মিঃ মুখাৰ্জী নামৰ এজনক মুৰব্বী পাতি) নেহৰু-লিয়াকৎ চুক্তি (১৯৫০) ৰ অনুসন্ধান কৰিবলৈ অসমলৈ পঠোৱাটো।[১০২] এই ‘কমিছন'ত অসমৰ এজনো লোকক লোৱা নাছিল, কিন্তু এই কমিছন ছেটলাৰ্ছ এছোছিয়েশ্যনৰ সান্নিধ্যত আছিল। সেই সময়টোত কলকাতা প্ৰেছ আৰু ভগনীয়া লবীৰ অসম বিৰোধী প্ৰচাৰ কাৰ্য্যই অসমত অসমীয়া-বাঙালী সম্বন্ধটো তেনেই অসন্তোষীয়া অৱস্থাত থৈছিল। নেহৰু আৰু পেটেলে এই পৰিস্থিতিৰ বিষয়ে সুন্দৰ ভাৱে জানি থাকিও এনে সূক্ষ্ম কামত অসমীয়াৰ অনুভূতি গচকি ফেদেলি পেলালে। অন্ততঃ শৰণাৰ্থী প্ৰসঙ্গত নেহৰু আৰু পেটেল এক মন এক প্ৰাণ হৈ থকাত তেওঁলোকৰ চিন্তাত কেন্দ্ৰীয় কৰ্তৃত্ববাদেহে মাথোন উচ্চ আসন পালে। এনে সময়তে ঘটিল অসমৰ মুখ্য সচিব এছ.পি. দেশাইক লৈ কেন্দ্ৰৰ দ্বিতীয় ক্ষোভটো। দেশাইয়ে আগতে কেন্দ্ৰীয় শৰণাৰ্থী সংস্থাপনৰ মন্ত্ৰালয়লৈ দিয়া চিঠি এখনৰ ওপৰত নেহৰুৰ উৎকট, অদ্ভুত, অতিৰঞ্জিত আৰু অশালীন চিৎকাৰৰ কথা কোৱা হৈছে। এইবাৰ দেশাইয়ে তেনেকুৱা অন্য এখন চিঠি কেন্দ্ৰীয় গৃহ মন্ত্ৰণালয়ৰ সচিব আয়েংগাৰলৈ তেওঁৰ তিনি দশককতকৈও অধিক কালৰ অসমৰ প্ৰশাসনীয় অভিজ্ঞতাৰে আন এটি অসমৰ সমস্যাক লৈ লিখিলে।[১০৩] দেশাইয়ে কেন্দ্ৰীয় গৃহ সচিবক ক'লে যে অসমক লৈ কেন্দ্ৰই কিবা ভাবোঁতে ই যে এখন সীমান্ত ৰাজ্য সেই কথাটোলৈ বিশেষভাৱে মন দিব লাগে। অন্ততঃ পাকিস্তান পৰিস্থিতিক লৈ কেন্দ্ৰই যি ভাবে সি অসমৰ অভিজ্ঞতাৰে নিমিলিবও পাৰে। দেশাইয়ে ক'লৈ ঃ

> “পাকিস্তানৰ লগালগি হৈ থকাত অসম চৰকাৰৰ সুযোগ ঘটিছে ভাৰতৰ এই প্ৰান্তত বিভিন্ন শক্তিয়ে কৰা কাৰ্য্য কলাপৰ ওপৰত দৃষ্টি ৰাখি প্ৰশাসন চলোৱাত। যুগ্ম বিচাৰৰে সত্য উদ্ধাৰ কৰি তাৰ ভিত্তিত শান্তি আৰু সুৰক্ষাকে লৈ সকলো প্ৰশাসনীয় ব্যৱস্থা লব লগা হয়।”[১০৪]

দেশাইয়ে কেন্দ্ৰীয় চৰকাৰক ক'লে অসম বিৰোধী লবীক প্ৰশ্ৰয় দি প্ৰদেশখনলৈ আৰু অপকাৰ নানিবলৈ ঃ

"চুক্তিৰ (নেহৰু-লিয়াকৎ) কেইমাহমান আগৰ পৰা আমাৰ অভিজ্ঞতা আছিল এই যে বাঙালী হিন্দু সকলৰ মন বিভিন্ন ভাৱে আক্ৰান্ত হৈ আছিল। বাতৰি কাকত আৰু সেইবোৰৰ সংবাদ দাতা সকলে দায়িত্বহীন ভাৱে অতিৰঞ্জনা আৰু সত্যৰ ব্যভিচাৰত ব্যস্ত আছিল। আনকি চৰকাৰী কৰ্মচাৰীও এনেবোৰ কামত হাত নিদিয়াকৈ নাছিল। আৰক্ষী বিষয়াইও কৰ্ত্তব্য পালন নকৰাৰ গোচৰ আছে। আনকি চোৰাংচোৱা বিভাগৰ বিষয়াও তেনে কামত লিপ্ত থকাৰ আৰু বিকৃত সংবাদ পৰিবহন কৰাৰ অভিযোগ আছে।"[১০৫]

এনে পৰিস্থিতিত দেশাইয়ে কেন্দ্ৰীয় চৰকাৰক সতৰ্ক কৰিলে এনেদৰে ঃ "ভাৰত চৰকাৰে এই অংশৰ পৰা বহু আঁতৰত অৱস্থিত হোৱাৰ কাৰণে তেওঁলোকৰ দ্বাৰা প্ৰতিষ্ঠিত কিছু সংস্থাই তেওঁলোকক ভুল পথে নিব খুজিছে।"[১০৬]

যদিহে দেশাইয়ে ভাবিছিল যে তেওঁৰ চিঠিয়ে কেন্দ্ৰক বিষয়টোক নতুনকৈ চিন্তা কৰি চাবলৈ উদ্‌গাব তেনেহলে সেইটো আছিল আকাশত চাং পতা সদৃশ। পেটেলে সেই চিঠি পঢ়ি খঙত জ্বলি পকি উঠিল। "মই ভাবো বিষয়টো অন্তিম পৰ্য্যায়লৈ আহিল", তেওঁ বৰদলৈলৈ লিখিলে, আৰু ক'লে যে দেশাই হ'ল "এনে প্ৰবৃত্তিৰ মানুহ যি দেখুৱায় তেওঁ নতুনকৈ কোনো কথা শিকিবলৈকো নোখোজে আৰু ভুলকৈ শিকাখিনিও পাহৰিব নোখোজে। তেওঁ ভাবে তেৱেঁই সত্যৰ ঠিকা কৰি বহিছে আৰু ভাৰত চৰকাৰে তেওঁলোকৰ কাম কি নাজানে।"[১০৭] পেটেলে দাবী কৰিলে যে দেশাই কামৰ পৰা যাবই লাগিব আৰু যিমান সোনকালে যায় সিমানেই মঙ্গল।"[১০৮] পেটেলৰ আকোঁৰগোজ দাবীত বৰদলৈ হতভম্ব হ'ল। ১৯৩৭-৩৮ চনৰে পৰা পেটেল তেওঁৰ হিতাকাঙ্খী, বিপদৰ বন্ধু আৰু পৰামৰ্শদাতা হৈ আহিছে। অসমৰ ৰাজ্যপাল হিচাপে শ্ৰীপ্ৰকাশৰ উত্তৰাধিকাৰী জয়ৰামদাল দৌলতৰামক বৰদলৈয়ে ক'লে যে যদিও খোলাখুলিকৈ কথা কোৱাটো দেশাইৰ স্বভাৱ আৰু কেতিয়াবা তেওঁৰ প্ৰকাশভঙ্গী অতি ভোটা, তেওঁ হ'ল এজন অতি কৰ্মঠ আৰু সৎ বিষয়া যাৰ গাত প্ৰাদেশিক সংকীৰ্ণ ভাবৰ কণমানো বীজ নাই। তেওঁ এজন বাঙালীক, এজন অসমীয়াতকৈ ওপৰত ঠাই দিব পাৰে যদি তাৰ বাবে কাৰণ থাকে। সেই একেদৰে তেওঁ এজন অসমীয়াক এজন বাঙালীতকৈ ওপৰত থ'ব পাৰে যদি তথ্যই তেওঁৰ সিদ্ধান্ত ন্যায়সঙ্গত বুলি কয়।[১০৯] কিন্তু পেটেলৰ চকুত দেশাইৰ ঘৃণনীয় পাপ হ'ল তেওঁৰ "কেন্দ্ৰীয় চৰকাৰৰ প্ৰতি সন্মান পূৰ্বক মনোবৃত্তিৰ অভাৱ।"[১১০] তেওঁ দৌলতৰামলৈ লিখিলে "মই প্ৰত্যয় গৈছো এই কথাত যে দেশাই আঁতৰ হ'বই লাগিব, ততালিকে।"[১১১]

কেনেকৈ পেটেল আৰু নেহৰু দুয়োয়ে অসমত দেশাইক গুচাই নিজা মতৰে এজন অসম জ্ঞান শূন্য মুখ্য সচিব স্থাপন কৰিব খুজিলে সেই কথা পাছৰ অধ্যায়ত

কোৱা হব। ইয়াত দুটা গুৰুত্বপূৰ্ণ সংলগ্ন কথা ভাবি চাবলৈ আছে। প্ৰথমতে, নেহৰু আৰু পেটেলে অসমৰ মাটিৰ ওপৰত বঙ্গীয় শৰণাৰ্থীৰ আগ্ৰাসন দাবী কৰোঁতে ইচ্ছাকৃত ভাবে উপেক্ষা কৰিলে যে অসমৰ গণতান্ত্ৰিক চৰকাৰৰো কিছুমান নিজা সমস্যা আছিল যিবিলাকেও তৎক্ষাণিক সমাধান বিচাৰিছিল আৰু সিহঁতক পিছুৱাই থ'ব পৰা নগৈছিল। এনে এটা হ'ল প্ৰদেশখনলৈ বাহিৰৰ পৰা হিন্দু বাঙালীৰ সংখ্যা সীমিত কৰি ৰখা যাতে সিবিলাকৰ বহুল উপস্থিতিয়ে অসমত ইতিমধ্যে বসবাস কৰি থকা বাঙালী মধ্যবিত্ত শ্ৰেণীটোক অত্যাধিক সবল কৰি খিলঞ্জীয়া মানুহখিনিৰ অপকাৰ নাসাধে। খিলঞ্জীয়া মানুহখিনিক যেতিয়ালৈকে সম্পূৰ্ণভাৱে একত্ৰ কৰি জাতি গঠন কৰিব নোৱাৰি বাহিৰৰ পৰা নতুনকৈ অহা মানুহখিনিয়ে স্বাধীনোত্তৰ খিলঞ্জীয়া একতাৰ আঁচনিক পুনৰ ছেদেলি-ভেদেলি কৰি দিব। বৰদলৈয়ে এই সমস্যাৰ কথা সৰ্বদায় মনত ৰাখিছিল। তথাপিও সৰ্বভাৰতীয় চিন্তাৰে তেওঁ ২,৩৫,০০০ শৰণাৰ্থীক ১৯৫০ চনতেই ঠাই দিছিল আৰু তাৰে ১০,০০০ হাজাৰক মাটিও দিয়া হৈছিল।[১১২]

দ্বিতীয়তে, নেহৰু আৰু পেটেলে শৰণাৰ্থী সমস্যাৰ ক্ষেত্ৰত অসমক গালি শপনিৰে থকা-সৰকা কৰি থাকিল অসমে সৰ্বভাৰতীয় সমস্যা এটাৰ সমাধানত যথাবিহিত সহায় নকৰিলে বুলি, কিন্তু দুয়োয়ে সৰ্বভাৰতীয় ক্ষমতাৰে আৰু নিজা চাৰিত্ৰিক বৈশিষ্ট্যৰে অসমৰ সমস্যাবিলাকক সৰ্বভাৰতীয় দৃষ্টিভঙ্গীৰে সমাধান কৰাৰ কথাটো একেবাৰে নাভাবিলে। দুয়োজন যেন লগ হ'ল অসমক শাস্তি বিহিবলৈহে। নেহৰু পেটেলৰ এই মিতিৰালিত আছিল মাথোন নিজা হুজুগ (fad)ক লৈ কেন্দ্ৰীয় ক্ষমতাৰ অপপ্ৰয়োগ। নেহৰুক প্ৰয়োজন হৈছিল পেটেলৰ বন্ধুত্ব সেই সময়ত জনসাধাৰণৰ মাজত সম্পূৰ্ণ অপ্ৰিয় হৈ উঠা তেওঁৰ পাকিস্তানৰ লগত পতা চুক্তিখন কাৰ্য্যত লগাবলৈ। সেই চুক্তি জনপ্ৰিয় নহ'বৰে কথা, কাৰণ সেইখনত ভাৰতৰ স্বাৰ্থ নাছিল ; আছিল নেহৰুৰ নিজৰ বৈদেশিক নীতিক বাহিৰত মহান কৰি দেখুওৱাৰ প্ৰয়াস। পেটেলে তেওঁৰ লগত যোগ দিলেও সেই চুক্তিত পেটেলৰ হৃদয় একেবাৰে নাছিল। এই দুজনৰ বিপৰীতে গান্ধীবাদী বৰদলৈয়ে অধিক আৰু সঁচা মানৱীয়তা দেখুৱালে, কাৰো পৰা বাহ্ বাহ্ পাবলৈ নহয় ; নিজৰ নৈতিকতা জলাঞ্জলি নিদিবলৈহে। নেহৰু-লিয়াকৎ চুক্তিমতে ভাৰতৰ পৰা পাকিস্তানলৈ যোৱা বা পাকিস্তানৰ পৰা ভাৰতলৈ অহা মানুহখিনিয়ে ১৯৫০ চনৰ ডিচেম্বৰ মাহৰ ভিতৰত যদি তেওঁলোকৰ শেষ বসবাসৰ দেশখন বাছি লৈ তালৈ যায় তেনেহলে তাত থকা তেওঁলোকৰ আগৰ সম্পত্তি ঘূৰাই পাব।[১১৩] চুক্তিখন মানি বৰদলৈ চৰকাৰে যি সকল মুছলমানলোক অসমৰ পৰা ঘৰ-বাৰী এৰি পাকিস্তানলৈ গৈছিল তেওঁলোকে তেওঁলোকৰ ভূ-সম্পত্তি তেনেভাৱে ঘূৰাই পাব বুলি জাননী দিলে আৰু পূৰ্ব বঙ্গৰ চৰকাৰলৈ লিখিলে

যে যদি কোনো বৈধ প্ৰবজনকাৰী অসমৰ পৰা পূব পাকিস্তানলৈ ভাগি গৈছে তেওঁলোকে ইচ্ছা কৰিলে ঘূৰি আহিব পাৰে। মনোযোগ দি পঢ়া পাঠকৰ নিশ্চয় মনত পৰিব যে ১৯৪৮ চনৰ শ্ৰীহট্ট চৰকাৰী চাকৰিয়ালৰ আন্দোলনৰ আগতে বৰদলৈৰ গোহাৰিখনৰ অন্তৰালত এনে চিন্তাই আছিল। বৰদলৈয়ে নিজেই সংঘৰ্ষ হোৱা এলেকাত ঘূৰাৰ কথা আগতে কোৱা হৈছে। অসমৰ কোনো কোনোৱে বৰদলৈৰ সেই কাৰ্য্যক নিন্দা কৰোঁতে বৰদলৈয়ে কৈছিল যে তেওঁ গান্ধীজীৰ পৰা ইয়াৰ বাদে অন্য শিক্ষা পোৱা নাছিল।[১১৪] ইয়াৰ বিপৰীতে চুক্তিত মন নথকা কিন্তু তথাপিও অসমক চাবুক মাৰিবলৈ তত নোপোৱা আৰু নেহৰুৰ চুক্তিখন বঙ্গত গ্ৰহণযোগ্য কৰিবলৈ ওলোৱা চৰ্দাৰ পেটেলে বৰদলৈৰ গান্ধী আদৰ্শৰে চালিত নৈতিক পথক উপলুঙা কৰি আৰু নেহৰুৰ চুক্তিকো কাৰ্য্যতঃ আওকাণ কৰি অসমৰ ৰাজ্যপাল দৌলতৰামলৈ লিখিলেঃ

> "মই এইটো ক'বই লাগিব যে তুমি এইটো কথাত তোমাৰ চকু ৰাখিব লাগিব যে এই মাটিবোৰ (যিবোৰ খালী পৰি আছে বিশেষকৈ বৰপেটা মহকুমাত) যাতে খালী পৰি নাথাকে মুছলমান মানুহবোৰে নিজৰ খুচি মতে পাছে পৰে ঘূৰি আহি পুনৰ ঘূৰাই পাবলৈ। এইবোৰ মাটি শৰণাৰ্থীক দি দিব লাগে যাতে সেইবোৰত তেওঁলোকে খেতি আৰম্ভ কৰিব পাৰে যাতে শস্য আৰু মৰাপাটৰ উৎপাদনত ভাৰতৰ কোনো ক্ষতি নহয়। প্ৰাদেশিক মন্ত্ৰী পৰিষদৰ স্থানীয় কৃষকক অগ্ৰাধিকাৰ দিয়াৰ ইচ্ছাটোক কোনো পধ্যে ইমান দূৰলৈ নিবলৈ দিয়া নহ'ব ভাৰতৰ অৰ্থনৈতিক ক্ষতি সাধি।"[১১৫]

নেহৰু-লিয়াকৎ চুক্তি অৱজ্ঞা কৰাৰ উপৰিও পেটেলৰ এই কথাখিনিয়ে একাধিক নীতি ভ্ৰষ্ট কৰিছে। প্ৰাদেশিক গণতান্ত্ৰিক চৰকাৰ আৰু স্থানীয় কৃষকৰ অধিকাৰৰ প্ৰতি কদৰ্য্য অনুভূতি আৰু অনুকম্পাহীনতা, তাৰে প্ৰথমটো। 'অধিক শস্য উৎপাদন'ৰ আঁৰত লুকাই ৰখা বৈধ মুছলমান পমুৱাৰ প্ৰতি কপটতাচাৰণটো হ'ল তাৰ দ্বিতীয়টো। অসমে 'গ্ৰো ম'ৰ ফুড'ৰ আঁৰত সোমাই থকা বহু উদ্দেশ্য আগতে দেখি থৈছে, এতিয়া তাক পেটেলে খটুৱালে অসমৰ মাটিত শৰণাৰ্থীয়ে অগ্ৰাধিকাৰ পোৱাৰ যুক্তিত। ভীতিগ্ৰস্ত বৈধ মুছলমান প্ৰবজনকাৰীৰ প্ৰতি থকা বৰদলৈৰ অনুকম্পাৰ (তেনে অনুকম্পা বৰদলৈৰ হৃদয়ত হিন্দু শৰণাৰ্থীলৈও পূৰামাত্ৰাই আছিল) কথা কেনেবাকৈ শুনি হয়তো পেটেলে বৰদলৈলৈ লিখা এখন চিঠিত নিম্নোক্ত কথাখিনিও ক'লে, আওপাকে তেওঁক সাবধান কৰি ঃ

> "দুখৰ বিষয় এই সময়ত আমি বহু লোকক লগ পাবলৈ লৈছো যি সকলে তেওঁলোকৰ কাম কাজ মহাত্মাৰ শিক্ষা আৰু সংবিধানত সংশ্লিষ্ট হোৱা মূলনীতিৰে সাব্যস্ত কৰিব বিচাৰে।"[১১৬]

দেখা গ'ল, ভুল হওক শুদ্ধ হওক নিজৰ মতত আকোৰগোজ হৈ থকা স্বভাৱটো নেহৰু আৰু পেটেল দুয়োজনৰে গাত সমানে আছিল। দুয়োজনেই আছিল বৰদলৈৰ কাৰণে অতি সন্মানীয় ব্যক্তি, কিন্তু তুলনাত নৈতিক আদৰ্শৰ ক্ষেত্ৰত বৰদলৈ আছিল বহু ওপৰত।

## ৪। কোচ বিহাৰক লৈ কেন্দ্ৰৰ গোপন খেলা

শ্ৰীহট্টীয় চাকৰিয়ালৰ আন্দোলন, অবৈধ প্ৰব্ৰজন অন্ত পেলাবলৈ হোৱা আইনখনৰ হত্যা, শৰণাৰ্থীৰ লগত অহা বিভিন্ন সমস্যা, কমিউনিষ্ট সকলৰ অত্যাচাৰ-উৎপীড়ন এই বঙ্গ-সংলগ্ন বিষয়কেইটাত অসমে কেন্দ্ৰৰ পৰা সুবিচাৰ নোপোৱাই নহয়, অপাৰ অবিচাৰ, অৱজ্ঞা আৰু অযথা দুৰ্ভোগ ভু গিলে। এই বিষয়কেইটাত কেন্দ্ৰৰ আচৰণ আছিল প্ৰত্যক্ষভাৱে নিষ্ঠুৰ, প্ৰতিশোধী আৰু পক্ষপাত দুষ্ট। কিন্তু ১৯৪৮-৫০ৰ কাল ডোখৰত গোপনে বা দুৰ্ভাগ্যক্ৰমে সৰু-বৰ এনে পৰিস্থিতিয়েও দেখা দিছিল যাৰ ফলত অসমীয়াই আশা কৰি থকা মতে কিছু ঘটনা নঘটিল। সেইবোৰো কিছুদুৰ প্ৰত্যক্ষ বা পৰোক্ষভাৱে বঙ্গ সম্পৰ্কীয়। কোচবিহাৰ বিষটো ইয়াৰে প্ৰথমটো।

যিধৰণে কেন্দ্ৰই কোচবিহাৰ দেশীয় ৰাজ্যখন পশ্চিমবঙ্গৰ লগত চামিল কৰাৰ সিদ্ধান্ত ল'লে সি বৰদলৈৰ মানত আছিল স্বেচ্ছাচাৰী আৰু দাম্ভিকতাপূৰ্ণ, এই কাৰণেই যে কোচবিহাৰৰ থলুৱা মানুহখিনিয়ে অসমৰ লগতহে চামিল হবলৈ বিচাৰিছিল। ভাৰত স্বাধীন হোৱাৰ দহ দিনৰ পাছত, অসমৰ ৰাজ্যপাল ছাৰ আকবৰ হাইদেৰীয়ে অসমৰ বিপদকালৰ প্ৰয়োজনীয় আৱশ্যকতালৈ আৰু ভাৰতৰ আন অংশৰ লগত এই প্ৰদেশৰ যোগাযোগৰ পৰিস্থিতিলৈ লক্ষ্য ৰাখি এটি শান্ত, সুস্থিৰ আৰু সুবুদ্ধিপূৰ্ণ মন্তব্য কৰিলে এনেকৈ ঃ

> "পাকিস্তানৰ এটি ক্ষুদ্ৰ অংশই পশ্চিমবঙ্গৰ পৰা জলপাইগুৰি পৃথক কৰাত, সাধাৰণ জ্ঞানে ইয়াক কয় যে জলপাইগুৰি অসমত পৰিব লাগে যিহেতু ই অসমৰ সীমামূৰীয়া হৈ ইয়াৰ লগতে মিলি যায়। তেওঁ ক'লে যে ইয়াক আৰু লগতে কোচবিহাৰক অসমৰ লগত সংযোগ কৰিলে ভাৰতৰ সেই অংশৰ লগত পূব সীমান্তৰ সংযোগ উন্নত আৰু সুৰক্ষিত হব।"[১১৭]

এই কথা কৈয়েই হাইদেৰীয়ে অৱশ্যে এটি ভৱিষ্যতবাণী উচ্চাৰিলে এনেকৈ ঃ

> "কিন্তু মই ধৰি লৈছো, যিহেতু শৰৎ বোসে যুদ্ধৰ পথ লৈছেই আৰু বাঙালীসকলে, তেওঁলোকে পূৰ্ববঙ্গৰ হাতত হেৰুওৱা অঞ্চলসমূহৰ ক্ষতি পুৰণ পাবলৈ চিঞৰ বাখৰ কৰিছে সাধাৰণ জ্ঞানে হয়তো আবেগলৈ ঠাই এৰি দিব, সেই কাৰণে এই প্ৰশ্ন এতিয়া নুঠুৱাই ভাল।"[১১৮]

শৰৎ চন্দ্ৰ বোসক সেই কথাত পতিয়ন নিয়াব পৰাটো বিশেষ কষ্টকৰ হলহেঁতেন বুলি সঠিককৈ কোৱা টান। এই কথা স্বীকাৰ কৰিব লাগিব যে তেওঁৰ ভাতৃ সুভাষ চন্দ্ৰৰ দৰে তেওঁও অসম আৰু অসমীয়া হিতৈষী আছিল আৰু আনকি গ্ৰুপিঙৰ সমস্যাটো তেওঁ অসমৰ বা বৰদলৈৰ পথকেই স্বীকৃতি দিছিল। গতিকে তেওঁ কোচবিহাৰৰ প্ৰশ্নত সম্পূৰ্ণ অসম বিৰোধী হয়তো নহলহেঁতেন। কিন্তু অসমীয়াই সেই সময়ত ইমানবোৰ জঞ্জালত ডুব গৈ আছিল যে কোচবিহাৰক লৈ বিশেষ চিন্তা কৰিবৰ তেওঁলোকৰ অৱসৰেই নাছিল, যিহেতু প্ৰশ্নটো তেতিয়ালৈকে উত্থাপন হোৱা নাছিল। পেটেলেও শুই থকা কুকুৰক শুই থাকিবলৈ দি হাইদেৰীলৈ লিখিলে ঃ "জলপাইগুৰিৰ পৰিস্থিতি অতি সূক্ষ্ম। মোৰ সন্দেহ যে অসমীয়াই নিজেই এই বাঙালীখিনিক তেওঁলোকৰ মাজলৈ অহাটো নিবিচাৰিব। তেওঁলোকে ইতিমধ্যে বাঙালীৰ পৰা মুক্ত হৈছেহে মাথোন। মই আপোনাৰ লগত সন্মত যে আমি প্ৰশ্নটো এতিয়া নুঠুৱাই ভাল।"[১১৯]

১৯৪৮ চনৰ জুন মাহত হাইদেৰীয়ে কোচবিহাৰ দৰ্শন কৰিলে। কেন্দ্ৰীয় চৰকাৰে তেওঁক ক'লে ভাৰতৰ লগত দেশীয় ৰাজ্যখনৰ সম্বন্ধটোৰ বিষয়ে ভালকৈ জানি আহিবলৈ। এই যাত্ৰাত তেওঁ কোচবিহাৰত বাঙালী প্ৰভাৱ সম্পৰ্কে পোনপটীয়া অভিজ্ঞতা আৰ্জিলে। দেশীয় ৰাজ্যখনৰ সৰ্বমুঠ জনসংখ্যা ৬ লাখৰ ভিতৰত মাথোন ৩০ হাজাৰ লোকহে বাঙালী আৰু তথাপিও বাঙালীৰ প্ৰচাৰ কাৰ্য্য এনে যেন তেওঁলোকেই ৰাজ্যখনত প্ৰাধান্যতা বিস্তাৰ কৰি আছে।[১২০] জনসংখ্যাৰ সৰ্বাধিক লোকেই হ'ল ৰাজবংশী আৰু মুছলমান। দুয়ো সম্প্ৰদায়ৰ মাজত সদ্ভাৱেই মাথোন নহয়, সামাজিক সংযোগও সুন্দৰ। হাইদেৰীৰ চকুত বিপদটো হৈছে বাঙালী কংগ্ৰেছ নেতাসকলে কোচবিহাৰক পশ্চিম বঙ্গত সুমুৱাবলৈ প্ৰচাৰ কাৰ্য্য চলাই আছে। পশ্চিম বঙ্গৰ কংগ্ৰেছ নেতাৰ আক্ৰমণী মনোবৃত্তিয়ে আৰু তাৰ লগতে যোগ দিয়া কলকাতা প্ৰেছে তেওঁ লোকৰ নিজৰ বিৰুদ্ধেই শত্ৰুতা বঢ়াইছে। হাইদেৰীয়ে ক'লে যে তেওঁক কোচবিহাৰী সকলে অতি আদৰ সম্ভাষণ জনালে তেওঁ কোনো বিশেষ গুণেৰে গুণী বুলি নহয় মাথোন এই কাৰণেই যে তেওঁলোকে তেওঁক (হাইদেৰীক) দেখি সকাহ পাইছিল এইবুলি যে এই আগমনৰ পৰা তেওঁলোকে ইয়াকে বুজিছিল যে কেন্দ্ৰই কোনো চিন্তা নকৰাকৈ তেওঁলোকক পশ্চিম বঙ্গৰ বাহুৰ মাজলৈ আনিব বিচৰা নাই বুলি।[১২১]

হাইদেৰীৰ কোচবিহাৰ ভ্ৰমণৰ পাছতহে বৰদলৈয়ে নেহৰুলৈ লিখিলে মধ্যযুগৰ পৰা কোচবিহাৰৰ অসমৰ লগত থকা সম্বন্ধৰ বিষয়ে। যিহেতু তেতিয়ালৈকে কোচবিহাৰী সকলে নিজেই অসমৰ লগত সংযোগ হ'বলৈ হেঁপাহ কৰিছিল, তেওঁ

কোচবিহাৰৰ প্ৰতি অসমৰ দাবীটো উঠোৱা নাছিল এই কাৰণেই যে তাত নিশ্চয় গণভোট হব আৰু সেই গণভোটে অসমৰ লগত চামিল হোৱাটো বিচাৰিব। ১৯৪৯ চনৰ মে' মাহত বৰদলৈয়ে নেহৰুলৈ অসম আৰু কোচবিহাৰৰ মাজৰ সম্বন্ধৰ কিছু ঐতিহাসিক তথ্য দিলে - কেনেকৈ আহোম অসম আৰু কোচ কমতাপুৰ লগালগিকৈ আছিল আৰু কেনেকৈ ১৬শ শতিকাত পশ্চিম অসম কোচ ৰজাৰ তলত আছিল। সেই দুই অঞ্চলৰ বিভিন্ন উপভাষাবোৰৰ সমিল-মিলৰ বিষয়েও ক'লে। তাৰোপৰি অসমৰ বৈষ্ণৱ সাহিত্যৰ প্ৰস্তুতি আৰু প্ৰসাৰণত কমতাপুৰৰ কোচ ৰাজবংশৰ বৰঙণিৰ বিষয়ে বৰ্ণালে। বৰদলৈয়ে ক'লে তেওঁৰ চকুত কোচ ৰাজবংশীসকল হাড়ে-তেজে অসমীয়া আৰু সেই কাৰণেই অসমতকৈ আন কোনো অঞ্চলত থাকিব নোৱাৰে যাৰ লগত কোচবিহাৰ নিৰ্বিঘ্নে চামিল হব পাৰে। তথাপিও বৰদলৈয়ে ক'লে যে তেওঁ কথাটো কোচবিহাৰী সকলৰ নিজ বিচাৰলৈ থ'লে।[১২২]

কিন্তু যিহেতু ইতিমধ্যে কোচবিহাৰক পাবলৈ পশ্চিমবঙ্গৰ আটাহ বাঢ়ি গৈ আছিল বৰদলৈ চিন্তিত হৈ পৰিল। কেন্দ্ৰই বা কি কৰে ?[১২৩] তেওঁ নেহৰুলৈ লিখিলে গণতান্ত্ৰিকভাৱে বিষয়টো কোচবিহাৰীৰ বিচাৰৰ ওপৰত থবলৈ। যেতিয়া নেহৰুৱেও কলকাতাত দিয়া এটা বক্তৃতাত ক'লে যে গণতান্ত্ৰিক পদ্ধতিতেই কোচবিহাৰৰ ভৱিষ্যত নিৰ্ভৰ হব, বৰদলৈ সন্তুষ্ট হ'ল।[১২৪] ঠিক সেই সময়তে পশ্চিমবঙ্গৰ ৰাজ্যপাল কৈলাশনাথ কাটজুৱে লিখিলে যে স্বাধীন-অস্বাধীন কালৰ সাক্ষ্য প্ৰমাণে কয় কোচবিহাৰৰ পশ্চিমবঙ্গৰ লগত চামিলকৰণ স্থানীয়ভাৱে জনপ্ৰিয় নহ'ব। "এইটো এটা জটিল সমস্যা আৰু আমি এই বিষয়ে ভাবিব-গুণিব লাগিব।"[১২৫]

কেন্দ্ৰীয় চৰকাৰে প্ৰথমতে সিদ্ধান্ত ল'লে এই বুলি যে সীমান্ত শান্তি স্থাপন নোহোৱালৈকে কোচবিহাৰ চীফ কমিছনাৰৰ প্ৰদেশ হৈ ৰ'ব। দেশীয় ৰাজ্যখনৰ ৰজাই ভাৰতৰ লগত সংলগ্ন চুক্তি ৩০ আগষ্ট (১৯৪৯) ৰ দিনা চহী কৰিলে আৰু ১২ ছেপ্তেম্বৰৰ দিনা কোচবিহাৰ এখন প্ৰদেশ হৈ পৰিল।[১২৬] পাছৰ মাহত, অৱশ্যে পেটেলে পশ্চিমবঙ্গৰ মুখ্যমন্ত্ৰীৰ লগত কথা হৈ হঠাতে সিদ্ধান্ত ল'লে যে কোচবিহাৰ পশ্চিমবঙ্গৰ লগত চামিল হ'ব। বৰদলৈয়ে নেহৰুলৈ লিখিলে যে সেই বাতৰিয়ে অসমৰ মানুহক "গভীৰ তলিলৈকে জোকাৰি পেলালে।"[১২৭] নেহৰুৰ কলকাতাত কৰা মন্তব্যত নিৰ্ভৰ কৰি বৰদলৈয়ে গণভোট হোৱাৰ আশা কৰিছিল। তথাপিও এতিয়া নেহৰুৰ ঘোষণাৰ এই দুই-তিনি মাহৰ ভিতৰত সমগ্ৰ বিষয়টোৱে এনে ৰূপ কিয় ল'বলৈ পালে তাক তেওঁ নেহৰুক সুধিলে আৰু ক'লে যে গণতন্ত্ৰ সম্পৰ্কে কৰা উচ্চাৰণ কাৰ্য্যেৰে সম্পূৰ্ণ হ'ব লাগিছিল ঃ

> "সকলো সন্মান ৰাখি মোক এই কথা ক'বলৈ অধিকাৰ দিয়ক যে এনে ধৰণৰ দৃষ্টান্তহে চৰকাৰৰ ঘোষণা আৰু কাৰ্য্যৰ প্ৰতি সন্মান খহাই নিয়ে। মই

সেই নীতিলৈহে আঙুলিয়াইছো যিটোৱে গণতান্ত্ৰিক চৰকাৰক চালিত কৰে। মই এতিয়াও কওঁ যে আজিও যদি সম্ভৱ হয় জনতাৰ মতামত কিবা উপায়েৰে লৈ সিদ্ধান্তত উপনীত হ'বলৈ, তেনেহ'লে তেনে উপায় ল'ব লাগে চামিলকৰণ হ'বলৈ দিয়াৰ আগতে।"[১২৮]

কিন্তু কেন্দ্ৰৰ সিদ্ধান্ত সলনি হোৱাৰ আশা নাথাকিল। পেটেল, নেহৰু দুয়োৱে মাথোন পশ্চিমবঙ্গক সন্তুষ্ট কৰাত ব্যস্ত। সিদ্ধান্তটো কাৰ্য্যকৰী কৰা হ'ল ১৯৫০ চনৰ ১ জানুৱাৰী তাৰিখে ১৯৩৫ চনৰ ভাৰত আইনৰ ২৯০ (ক) ধাৰাৰ জৰিয়তে।[১২৯] কোনো গণভোট লোৱা নহ'ল ; অসমৰ লগতো কোনো আলোচনা নহ'ল। বৰদলৈৰ মৃত্যুৰ কেইদিনমানৰ পাছত কোচবিহাৰৰ এজন পূৰ্বৰ মন্ত্ৰী আন কিছু কোচবিহাৰী নেতাৰ সৈতে অসমলৈ গৈ তাৰ নেতা সকলক লগ ধৰিলে যাতে তেওঁলোকে বিষয়টো পুনৰ বিবেচনাৰ দাবী কৰে। কিন্তু বৰদলৈৰ মৃত্যুৰ পাছতে কোনেও তেনে কাম কৰিবলৈ সাহ নকৰিলে।[১৩০] অসমৰ নতুন মুখ্যমন্ত্ৰী মেধী এনেয়েও দুইজন কেন্দ্ৰীয় শীৰ্ষ নেতাৰ কোপদৃষ্টিত আছিল। হাইদেৰীলৈ যেনেকৈ নিলিখক লাগিলে পেটেলে হয়তো প্ৰথমৰ পৰাই কোচবিহাৰক পশ্চিমবঙ্গৰ হাতত গটাবলৈ পাঙি আছিল। তেওঁ আৰু নেহৰুৱে বৰদলৈৰ লগত আগতীয়া আলোচনা নকৰাৰ কাৰণ বা যুক্তি আছিল হয়তো এয়েই যে তেওঁলোকৰ মানত ভগনীয়াৰ প্ৰতি সহায়ৰ ক্ষেত্ৰত অসমে তেওঁলোকৰ আদেশ মতে উঠ-বহ নকৰিলে।

১৯৫৫ চনত পশ্চিমবঙ্গ চৰকাৰে ৰাজ্য পুনৰ্গঠন কমিছনৰ পৰা আনকি অসমৰ গোৱালপাৰা জিলাকো দাবী কৰি বহিল আৰু লগতে আৰু চাৰিখন বিহাৰৰ জিলাৰ সৈতে।[১৩১] তেওঁলোকৰ যুক্তি আছিল নিৰ্ভেজাল আৰু আত্মকেন্দ্ৰিক। তেওঁলোকে ক'লে এইবোৰৰ প্ৰয়োজন হৈছিল প্ৰশাসনীয় সুবিধাৰ কাৰণে যাতে পশ্চিমবঙ্গৰ অৰ্থনৈতিক উৎকৰ্ষ সাধন হয়। গোৱালপাৰাৰ খিলঞ্জীয়া মানুহে ৰাজ্য পুনৰ্গঠন কমিছনৰ আগত পশ্চিমবঙ্গৰ চামিলকৰণৰ বিপক্ষে গ'ল ইয়াকো দৰ্শাই যে অকল তেওঁলোকৰেই ভাষাই নহয়, কোচবিহাৰ আৰু জলপাইগুৰিৰো ভাষাৰ বাংলাতকৈ অসমীয়াৰ লগতহে অধিক মিল।[১৩২]

## ৫। ৰাজ্যভাষা মতানৈক্য

পূৰ্ববঙ্গৰ হিন্দু শৰণাৰ্থীৰ প্ৰতি অসমীয়াৰ অসন্তুষ্টি আৰু প্ৰতিৰোধ অসমীয়াৰ কোনো স্বভাৱজাত বদ্ধমূল হিংসা বা অমানৱীয়তাৰ পৰা উদ্ভৱ হোৱা নাছিল ; ইয়াৰ সৃষ্টি হৈছিল যুগ যুগ ধৰি অসমীয়াই এটাৰ পাছত এটাকৈ একেফালৰ পৰা আহি থকা

দুৰ্য্যোগত উপায় নোহোৱা হৈ পৰা অৱস্থাৰ কাৰণেহে। সকলো পিনেদি সফল জাতি বাঙালী সকলৰ কাৰণে মাত মাতিবলৈ সদৌ ভাৰতবৰ্ষত সিঁচৰতি হৈ থকা বৃহৎ বাঙালী জাতিটো আছে কিন্তু অসমীয়াৰ দুখৰ ভাগ লবলৈ ভাৰতত কোনো নাই। বঙ্গৰ পৰা অহা পমুৱা-অনুপ্ৰবেশকাৰী, কমিউনিষ্ট জঞ্জাল, শৰণাৰ্থী সমস্যা আৰু কোচবিহাৰৰ হস্তান্তৰৰ পাছত অসমলৈ আহিল অতিকৈ দুখলগা ৰাজ্যভাষা সমস্যা। ১৯২০ চনত অসমীয়াই শ্ৰীহট্ট বিচ্ছেদ আৰু অসমীয়াক ৰাজ্যভাষা কৰাৰ লক্ষ্য লৈ কংগ্ৰেছৰ স্বাধীনতা সংগ্ৰামত যোগ দিছিল। কিন্তু সেই সংগ্ৰামৰ শেষত অহা স্বাধীনতা প্ৰাপ্তিত অসমীয়াৰ প্ৰায় একো নোপোৱাৰ দৰেই হ'ল। শ্ৰীহট্ট বিচ্ছেদ হ'ল, কিন্তু পূৰ্বৰ বাঙালী হিন্দুৱে সৃষ্টি কৰা সমস্যাখিনি থাকি গ'ল আৰু ১৯৪৯ চনৰ মাজভাগত কেন্দ্ৰীয় কংগ্ৰেছ চৰকাৰে ভাষাৰ ভেটিত ৰাজ্য গঠনৰ নীতিও পৰিহাৰ কৰিলে।

১৯৪৮ চনৰ ভাৰতীয় জাতীয় কংগ্ৰেছে জয়পুৰ অধিবেশনত পট্টভি সীতাৰামায়া, বল্লভভাই পেটেল আৰু জৱাহৰলাল নেহৰুক সেই সময়ৰ পৰিস্থিতিলৈ চাই ভাষাৰ ভিত্তিত ৰাজ্য গঠনৰ বিষয়টোক পুনৰ বিবেচনা কৰিবলৈ দিলে। ১৯৪৯ চনৰ ১ এপ্ৰিল তাৰিখে তেওঁলোকে তেওঁলোকৰ ৰিপ'ৰ্ট দাখিল কৰি পৰামৰ্শ দিয়ে যে বিষয়টো কিছু বছৰলৈ স্থগিত ৰাখিব লাগে।[১৩৩] ইতিমধ্যে সংবিধান প্ৰস্তুতি সভাই (গণ পৰিষদ) স্থাপন কৰা এছ.কে.ডৰ সমিতিয়ে সেই একেটা বিষয়ত অনুসন্ধান কৰি আৰু বিশেষকৈ অন্ধ্ৰ, কেৰেলা আৰু মহাৰাষ্ট্ৰৰ পৰিস্থিতিলৈ চাই মতামত দিয়ে যে মাথোন ভাষাৰ ভেটিত ৰাজ্য গঠিত হ'লে সি বৃহৎ ভাৰতীয় জাতীয়তাবোধ গঠনত বৰ উপকাৰ নাসাধিব।[১৩৪]

সেই সময়ৰ ভাৰতত যদি এনে এখন প্ৰদেশ আছিল যিখন ভাষাৰ ভেটিত ৰাজ্য গঠন কৰিবলৈ সবাতোকৈ অনুপযোগী, সেইখনেই আছিল অসম। তথাপি ১৯৫০ চনৰ মাজ ভাগত, অসমৰ সৰ্ববিশিষ্ট ৰাজহুৱা অনুষ্ঠান অসম সাহিত্য সভাই (প্ৰতিষ্ঠা ১৯১৭) ১৬ জুলাই দিনটোক ৰাজ্যভাষা দিৱস বুলি পালন কৰিলে। দিৱসটো পতাৰ আগতে বৰদলৈয়ে অনুষ্ঠানটোৰ কাৰ্য্যনিৰ্বাহক সমিতিক সতৰ্ক কৰি থ'লে যে কোনোপধ্যে যাতে তেওঁলোকৰ সভা আৰু সমদলে অন্য ভাষী সম্প্ৰদায়ৰ অনুভূতিক আঘাত নিদিয়ে আৰু তেওঁলোকৰ প্ৰতি আক্ৰোশমূলক হৈ নুঠে।[১৩৫] বৰদলৈ সুখী হ'ল দিনটো সুকলমে পাৰ হৈ যোৱাত। তথাপিও কলকাতাৰ প্ৰেছে বাতৰি উলিয়ালে যে অসমত চৰকাৰ অসমীয়া বাঙালীৰ বিপক্ষে যোৱাৰ বাহিৰে সকলো দিশতে দুৰ্বল। বৰদলৈ সন্তুষ্ট হ'ল অন্ততঃ পশ্চিমবঙ্গতো শ্যামাপ্ৰসাদ মুখাৰ্জীৰ দৰে একাংশ মানুহ থকাত যাৰ ওপৰত অপপ্ৰচাৰে প্ৰভাৱ নেপেলালে। অসমীয়াৰ মাজত কিছু উত্তেজিত যুৱকে কলকাতাৰ অপপ্ৰচাৰত ক্ষুব্ধ হৈ কিছু সৰু-সুৰা অপকৰ্ম নকৰাকৈ নাছিল।

কেইখনমান ঠাইত কলকাতাৰ বাতৰি কাকত বিতৰণ কৰা হ'কাৰক অপমান কৰা হৈছিল। কিন্তু স্থানীয় বাঙালীসকলেও নিৰ্বিকাৰ হৈ বহি থকা নাছিল। বিশেষকৈ নগাঁৱত শান্তিৰঞ্জন দাসগুপ্তৰ ওপৰত সক্ৰিয় হতাহতি আৰু ভীতি প্ৰদৰ্শনেৰে উচ্ছৃংখলতাৰ সৃষ্টি কৰা বুলি আৰক্ষীৰ ওচৰত গোচৰ তৰা হৈছিল। এইবিলাক কাণ্ড সেই জটিল কালডোখৰত ঘটোতে বৰদলৈয়ে দুখ পালে। তেওঁ পেটেললৈ লিখিলেঃ

> "ব্যক্তিগতভাৱে মই অতি কষ্ট পাওঁ যেতিয়া মই প্ৰাদেশিক বিষয়ত অসমীয়া বাঙালীৰ মাজত সংঘৰ্ষ-অপ্ৰীতি দেখোঁ। মই এতিয়া সেইবোৰ কথালৈ যাব নোখোজো কেনেকৈ আৰু কিয় বাঙালীসকলে অসমীয়াৰ পৰা সদ্ভাৱ জয় কৰিবলৈ অপাৰগ হৈ আহিছে। কিন্তু ময়ো আপোনাৰ দৰেই ভাবো যে কাৰণ যিয়েই নহওঁক আমি ইটোৱে সিটোৰ লগত যুদ্ধ কৰি থাকিব নোৱাৰো।"[১৩৬]

১৯৫০ চনৰ অসম নামৰ প্ৰদেশখনত অসম সাহিত্য সভাই অসমীয়াক ৰাজ্যভাষা কৰিব খোজাটো আছিল এক কথাত অসংগত আৰু হাস্যকৰ। অসমৰ লগত তেতিয়া সংলগ্ন হৈ থকা বিভিন্ন ভাষা কোৱা বিভিন্ন পাহাৰীয়া অঞ্চলবোৰৰতো কথাই নাই, আনকি ব্ৰহ্মপুত্ৰ উপত্যকা আৰু কাছাৰক একেলগ কৰিলেও দাবীটো আচহুৱা হব যিহেতু কাছাৰত বাংলা ভাষাৰ প্ৰাধান্যতা আওকাণ কৰিব নোৱাৰি। তাতোকৈ আচহুৱা হ'ল এই যে অসম সাহিত্য সভাই তেতিয়ালৈকে আৰু আজিও ভাষাটো ব্ৰহ্মপুত্ৰ উপত্যকাৰেই খিলঞ্জীয়া জনজাতি আৰু পূৰ্ববঙ্গৰ পৰা অহা পমুৱা সকলৰ মাজত সুন্দৰভাবে প্ৰচাৰ কৰিবলৈ যত্নবান নহ'ল। গতিকে সাহিত্যসভাৰ দাবীটো আছিল অবোধ, অযথোচিত, ল'ৰামতীয়া দাম্ভিকতাৰ প্ৰকাশ। এই সভাই আজিকোপতি এই ভাষাটোৰ প্ৰচাৰ-প্ৰসাৰণত প্ৰাণ ঢালি লগা নাই। ইয়াৰে সংলগ্ন সাহিত্য সৰ্বস্ব ব্যক্তিসকলৰ জাতিগঠন আৰু স্বদেশ প্ৰেমৰ ধাৰণা ভ্ৰান্তিকৰ। এই পুথিৰ সামৰণিৰ খণ্ডই দেখুৱাব অসমীয়া বুদ্ধিজীৱিৰ নিজৰ দেশখনৰ আৰু নিজৰ কালডোখৰৰ জ্ঞান কিমান হাস্যকৰভাৱে ভ্ৰান্তিকৰ আৰু সেই ভ্ৰান্তিতেই ডুবি তেওঁলোকে কেনেবোৰ বহুৱালি কৰি আছে।[১৩৭]

## ৬। ভাৰতৰ জাতীয় সংগীত আৰু অসম

এই অধ্যায়ৰ বাকী সকলো বিষয়ৰ বিপৰীতে ভাৰতীয় জাতীয় সংগীত 'জন গণ মন'ক লৈ অসমীয়াৰ আক্ষেপৰ গুৰিত অসমীয়া-বাঙালী বিদ্বেষৰ কোনো স্থান নাই। ৰবীন্দ্ৰনাথ ঠাকুৰে এই গীতটি ৰজা পঞ্চম জৰ্জক ভাৰতত আগমনী সম্ভাষণ জনাবলৈ লিখা বুলি ওলোৱা অ-ঐতিহাসিক আৰু হাস্যকৰ কাহিনীটোৰ লগতো

অসমীয়াৰ আক্ষেপৰ কোনো সম্বন্ধ নাই। আনকি স্বাধীনতা সংগ্ৰামৰ কালত অসমীয়াৰ প্ৰিয় ‘বন্দে মাতৰম্’ক কবিগুৰুৰ মহান গীতটোৱে দ্বিতীয় স্থানলৈ নিয়াৰ বাবে অসন্তুষ্ট হ’লেও ‘জন গণ মন’ৰ প্ৰতি অসমীয়াৰ আপত্তি নাছিল। অসমীয়াৰ আপত্তি আৰু আক্ষেপৰ কাৰণটো হ’ল এই গীতত ভাৰতৰ বহু প্ৰান্তৰ নাম লোৱা হ’ল যদিও তাত অসম প্ৰদেশৰ নাম নাছিল। অসমীয়াই বিচাৰিছিল যাতে গীতটোৰ হিন্দুস্তানী ৰূপান্তৰত ‘সিন্ধ’ৰ ঠাইত (যিহেতু সিন্ধু প্ৰদেশ ভাৰতত আৰু নাই) অসমৰ নাম লোৱা হয়। অসমৰ প্ৰস্তাৱ আছিল যে ‘সিন্ধ’ শব্দ থকা বাক্যশাৰী যদি ‘কামৰূপ, পঞ্জাব, গুজৰাট, মাৰাঠা.....’ কৰা হয় গীতটোত লয় আৰু সুৰতো ব্যাঘাত নহ’ব।

অস্থায়ীভাবে অৱশ্যে ‘জন গণ মন’ অসমত ১৯৪৭ চনৰ ১৫ আগষ্টতেই জাতীয় সংগীত ৰূপে ৰাজভৱনৰ বা ৰাজ্যপালৰ কাৰ্য্যালয়ত গোৱা হৈছিল।[১৩৮] পাছত যেতিয়া গভৰ্ণৰ জেনেৰেল ৰাজাগোপালাচাৰী অসমলৈ গৈছিল তেতিয়াও ইয়াক গোৱা হৈছিল। ১৯৪৮ চনৰ ৩০ মাৰ্চত অসমৰ বিধান সভাৰ কংগ্ৰেছ দলত বিষয়টোৰ আলোচনা হয় আৰু ইয়াত সিদ্ধান্ত লোৱা হয় এইবুলি যে ‘জন গণ মন’ক ভাৰতীয় জাতীয় সঙ্গীত ৰূপে গোৱা হ’ব যদিহে ‘অসম’ৰ নামটো অন্য প্ৰদেশবোৰৰ সৈতে সংলগ্ন হয় বা অন্য প্ৰদেশৰ নামবোৰো উঠাই লোৱা হয়। এই সভাত এইটোও স্থিৰ হ’ল যে অসমীয়া জাতীয় গীত ‘অ মোৰ আপোনাৰ দেশ’ক ৰাজহুৱা সভা বা উৎসৱত দ্বিতীয় স্থান দি তাক বিশেষকৈ অনুষ্ঠানৰ সামৰণি গীত ৰূপে লবলৈ।[১৩৯] ‘জন গণ মন’ৰ হিন্দুস্থানী সংস্কৰণকেই জাতীয় সঙ্গীত স্বৰূপে গোৱা হ’ব বুলি ধৰি লৈ হাইদেৰীয়ে গীতটোৰে প্ৰথম অংশটোত অসমৰ নামটো নথকাৰ কথাটোৰ প্ৰসঙ্গত নেহৰুলৈ লিখিলে ঃ “আমি সেই কাৰণে এই পৰামৰ্শ দিওঁ যে সংলগ্ন পংক্তিৰ অন্ততঃ হিন্দুস্তানী অনুবাদটো এনে হব লাগে যাতে অসমৰ লগতে অন্তৰ্গত নোহোৱা আন প্ৰদেশকেইখনৰ নাম ও সোমায়।”[১৪০] ‘জন গণ মন’ক জাতীয় সঙ্গীত নেহৰুৱে নিজা দায়িত্বত কৰিছিল, প্ৰথমতে অস্থায়ী ভাৱে আৰু পাছত সংবিধানিক স্বীকৃতিৰে। তেওঁ মাথোন ৰাজ্যপাল সকলৰ লগতহে কথা পাতিছিল আৰু সেই সকলৰ জৰিয়তে আঁওপকীয়াকৈ মুখ্যমন্ত্ৰী সকলকো কথাটো জানিবলৈ দিছিল। তেওঁৰ হেনো গীতটোত সুৰটো মধুৰ পাইছিল। তেওঁ কৈছিল যে যেতিয়া জাতিসংঘৰ সাধাৰণ অধিবেশনকে ধৰি কিছু আন্তৰ্জাতিক অনুষ্ঠানত গীতটোৰ বাদ্যযন্ত্ৰীক পৰিবেশন হৈছিল ই হেনো তেতিয়া বহুল প্ৰশংসা পাইছিল আৰু সেইকাৰণেই হেনো তেওঁ ‘জন গণ ম ’ক ‘বন্দে মাতৰম্’তকৈ অধিক মান্যতা দিছিল। নেহৰুৰ দ্বিতীয় যুক্তি আছিল এই বুলি যে “জাতীয় সঙ্গীতৰ আচল গুৰুত্ব নিজ দেশতকৈ বিদেশী দৰ্শকৰ কাৰণেহে।[১৪১]

‘জন গণ মন’ বেগুত বজাবলৈ সহজ আৰু বিশেষকৈ জাতীয় সঙ্গীত

প্ৰধানকৈ বাহিৰৰ দৰ্শকৰ কাৰণেহে বোলা নেহৰুৱে দিয়া যুক্তিক সহজে মানি ল'ব নোৱাৰি। ভাৰতীয় লোকে বিশিষ্ট জাতীয় উৎসৱত উৎসাহেৰে জাতীয় সঙ্গীতটো বাদ্যযন্ত্ৰৰ সুৰে সুৰে গাবলৈ ভাল পায় ; ই সকলো স্বদেশপ্ৰেমীৰ অভিজ্ঞতা যেন লাগে। সেই কাৰণেই অসমীয়াই স্বাধীনতা সংগ্ৰামলৈ তেওঁলোকৰ বৰঙণিলৈ চাই ইয়াক গাওঁতে এলাগী হোৱা যেন বোধ কৰাটো স্বাভাৱিক, যিহেতু অন্য বহু দিশত প্ৰদেশখন অৱহেলিত হৈ আছিলেই যেতিয়া।[১৪২] উদাহৰণ হিচাপে, জাতীয় পাঠ্যপুথিত থকা ভাৰতবৰ্ষৰ মানচিত্ৰবোৰত ভাৰতখন উত্তৰ-পূবৰ দিশে পশ্চিম বঙ্গতেই শেষ হয়। জাতীয় স্বাধীনতাৰ আন্দোলনত অসমীয়া নেতা আৰু সাধাৰণ ৰাইজে জাতীয় সঙ্গীতত অসমৰ নাম বাদ পৰাত ক্ষুব্ধ হোৱাটো নিতান্তই স্বাভাৱিক।

নেহৰুৱে যে নিজৰ কৰ্তৃত্ববাদী আচৰণেৰে লোৱা আদি সিদ্ধান্তটোক ঢাকিবৰ কাৰণেহে তেওঁৰ অবান্তৰ যুক্তি দুটা দিলে তাত সন্দেহ নাই। এই কথা ঠিক যে 'বন্দে মাতৰম্'ক যি কোনো পথ্যে জাতীয় সঙ্গীত হ'বলৈ নিদিবৰ কাৰণে তেওঁ ইমান অ-সাধু তৎপৰতা দেখুৱাইছিল। আচল কথাটো হ'ল তেওঁ ভাবিছিল 'বন্দে মাতৰম্' মুছলমান সকলে গ্ৰহণ নকৰিবও পাৰে বুলি, যিহেতু ই মূলতে আছিল দুৰ্গা দেৱীৰ প্ৰতি স্তুতিগানহে। ১৯৩৭ চনত কবিগুৰুৱে নেহৰুলৈ লিখিছিলেই "মুছলমান লোক এজনে যে এগৰাকী দহ হাত থকা দেবীক স্বদেশ বুলি উপাসনা কৰিব তাক ভাবিব নোৱাৰি।"[১৪৩]

'জন গণ মন'ৰ বিপক্ষে অসমৰ প্ৰথম ৰাজহুৱা প্ৰতিবাদ হৈছিল ১৯৪৮ চনৰ ১ জুলাই তাৰিখে যেতিয়া সেইদিনা শ্বিলঙত 'আকাশবাণী' ষ্টেছন আৰম্ভ হৈছিল। বৰদলৈক তালৈ মুখ্য অতিথি স্বৰূপে নিমন্ত্ৰণ কৰা হৈছিল। অসমীয়া ছাত্ৰ সকলে নলিনীবালা দেৱী আৰু কেশৱ নাৰায়ণ দত্তৰ অনুপ্ৰেৰণাত জাতীয় সঙ্গীতৰ প্ৰতি বিক্ষোভ প্ৰদৰ্শন কৰিছিল, বৰদলৈয়ে আগতেই বহুবোৰ প্ৰতিবাদী তাঁৰ বাৰ্তা পাইছিল। কিন্তু বৰদলৈ অনুষ্ঠানটো সম্পূৰ্ণৰূপে কেন্দ্ৰীয় আয়োজন হোৱা কাৰণে চৰকাৰ হিচাবে তাত বিপক্ষে যাব নুখুজিলে। বাটত বহু বাধা পায়ো তেওঁ কোনোমতে নিৰ্দিষ্ট ঠাই পালেগৈ। সভাত যিহেতু সকলো অসমীয়া শিল্পীয়ে অনুষ্ঠানটো বৰ্জন কৰিছিল, তেওঁ নিজৰ জীয়ৰী কেইগৰাকীক অসমীয়া জাতীয় সঙ্গীত গাবলৈ ক'লে সভাৰ সামৰণি গীত হিচাবে। যিহেতু জাতীয় সঙ্গীত সম্পৰ্কে শেষ সিদ্ধান্তটো তেতিয়ালৈকে সংবিধান সমিতিত লোৱা হোৱা নাছিল, বৰদলৈয়ে হয়তো ভাবিলে যে অসমে সেই সময়ত হিংসা প্ৰদৰ্শন কৰিলে ই হয়তো আগন্তুক আলোচনাত অসমক সহায় নকৰিব।[১৪৪] কিন্তু এনে সাৱধানতাই নেহৰুৰ বা গণ পৰিষদৰ হৃদয় নুচুলে। গণ পৰিষদে 'জন গণ মন' গীতটোৰ প্ৰথম পাঁচটা স্তৱকৰ হিন্দুস্তানী সংস্কৰণক ভাৰতীয় জাতীয় সংগীত হিচাবে ল'লে, অসমৰ নাম বাদ দি।

## ৭। অসমৰ প্ৰতি আলৈ-আথানি, পশ্চিমবঙ্গলৈ ভয়

অসম আৰু পশ্চিমবঙ্গ এই দুয়ো প্ৰদেশলৈকে স্বাধীনোত্তৰ প্ৰথম বছৰ কেইটিয়ে অশেষ আহুকাল আনিছিল, বিশেষকৈ ১৯৪৭-৫০ কালটিত। দুয়োকে প্ৰয়োজন হৈছিল কেন্দ্ৰীয় কংগ্ৰেছ চৰকাৰৰ পৰা ততাতৈয়া সাহায্য। প্ৰায় বিলাক সমস্যা উদ্ভৱ হৈছিল খৰধৰকৈ আৰু বিশেষ যত্ন নোলোৱাকৈ সম্পন্ন কৰা বিভাজন আৰু ভাৰত আৰু পূব পাকিস্তানৰ মাজৰ সীমাৰেখাক লৈ। নেহৰু, পেটেল, আজাদ, ৰাজ্যগোপালাচাৰী আদি যি সকল কেন্দ্ৰীয় কংগ্ৰেছ নেতাই ১৯৪৪ চনৰ পৰা আগন্তুক হিন্দুস্তান-পাকিস্তানক লৈ ব্যস্ত আছিল তেওঁলোকে মাউন্টবেটেনৰ লৰাধপৰাকৈ কৰিবলৈ ওলোৱা বিভাজন কাৰ্য্যত কোনো হকা-বধা নিদিলে আৰু ততাতৈয়াকৈ নিৰ্দ্ধাৰণ হোৱা সীমাৰেখাৰ ফলত দলৰ অসম আৰু বঙ্গদেশলৈ আহিব পৰা ভৱিষ্যত আহুকালৰ বিষয়ে ধ্যান নিদিলে।

দিল্লীৰ কাষতে থকাত আৰু পশ্চিম পঞ্জাবৰ পৰা ভাগি অহা মানুহখিনিও কৰ্মঠ আৰু সাহিয়াল হোৱাৰ কাৰণে তেওঁবিলাকে নিজৰ সংস্থাপন দিল্লী আৰু আশে-পাশে শীঘ্ৰে কৰি লব পাৰিলে কেন্দ্ৰৰ সহায়ত। পশ্চিমবঙ্গইও হিন্দু বাঙালীৰ চিৰন্তন জাতি প্ৰেম, একতা আৰু যিকোনো আন্দোলন-আলোড়ন গঢ়ি তুলি তাক ঐশ্বৰ্য্যশালী কৰি তোলাত থকা তেওঁলোকৰ যুগমীয়া দক্ষতাৰ কাৰণে কেন্দ্ৰই তেওঁলোকক ভয় দেখুৱাৰ কথা দূৰতে থাওঁক ; কেন্দ্ৰইহে হয়তো পশ্চিম বঙ্গৰ ভয়ত পেপুৱা লাগিছিল। নেহৰুৰ মন্ত্ৰীসভাত থকা দুজন বাঙালী কেন্দ্ৰীয় মন্ত্ৰীয়ে নেহৰুৰ পাকিস্তানৰ নীতিত দোষ ধৰিছিল আৰু মন্ত্ৰীসভাৰ পৰা ওলাইও গৈছিল। এনে হোৱাত নেহৰুৱে পশ্চিম বঙ্গক সকলো প্ৰকাৰৰ ক্ষতিপূৰণ দিবলৈ প্ৰস্তুত আছিল। এই দুখন প্ৰদেশৰ বিপৰীতে অসম আছিল এখন দূৰণিবটীয়া এৰাবাৰী ; এজন বৰদলৈৰ বাহিৰে তাত প্ৰায়োজনৰ বাবে মাত মাতিবলৈ কোনো নাছিল। কেন্দ্ৰীয় কেবিনেটত অসমৰ এজনো মন্ত্ৰী নাছিল অসমৰ  সমস্যা সবলভাৱে দাঙি ধৰি বৰদলৈৰো বাহু শকত কৰিবলৈ। পশ্চিম বঙ্গই দেখুৱালে কেনেকৈ নেহৰুৱে জাপি দিয়া কেন্দ্ৰীক ফেডাৰেল ৰাষ্ট্ৰত তেওঁলোকে প্ৰয়োগ কৰা নীতিয়েই আছিল তৰিবৰ আৰু সফলতা লভিবৰ একমাত্ৰ উপায়।

অসমৰ বিপৰীতে পশ্চিম বঙ্গই স্বাধীনোত্তৰ কালত যিহকে বিচাৰিছিল তাকেই পালে, সেই একেখন ভাৰতীয় সংবিধানৰ আধাৰতে। মাথোন ৭৫ লাখ টকাৰ কাৰণে বৰদলৈ ১৯৪৯ চনত কেন্দ্ৰৰ ওচৰত আবেদন নিবেদন কৰিও আৰু নেহৰুৰ ওচৰত মিনতি কৰিও নাপালে। কেন্দ্ৰই প্ৰতিশ্ৰুতি দিয়া মতে স্বাধীনোত্তৰ উন্নয়ন আঁচনিৰ বাবে পাব লগা অনুদানো প্ৰথমে কৰ্ত্তন আৰু পাছলৈ বন্ধই হ'লগৈ, কেন্দ্ৰৰ

অৰ্থৰ অভাৱত। ইয়াৰ তুলনাত পশ্চিম বঙ্গই অকল ভগনীয়া সংস্থাপনৰ কাৰণেই প্ৰায় ২০০ কোটি টকা পালে।[১৪৫] মাৰ্কিন পণ্ডিত মাৰ্কুছ এফ ফ্ৰান্দাই তেওঁৰ পশ্চিম বঙ্গ আৰু কেন্দ্ৰ সম্বন্ধে লিখা প্ৰখ্যাত পুথিখনত কৈছে কেনেকৈ পশ্চিমবঙ্গই কলকাতা চহৰৰ উন্নয়নৰ ভাৰ সম্পূৰ্ণভাৱে কেন্দ্ৰ আৰু আন্তৰ্জাতিক সংস্থাৰ ওপৰত জাপি দিব পাৰিছিল।[১৪৬] শিল্প উন্নয়ন, প্ৰদেশখনৰ শিক্ষা বিস্তাৰৰ ক্ষেত্ৰতো তাৰ প্ৰাদেশিক কংগ্ৰেছ দল আৰু চৰকাৰৰ সাবলীল দাবী কৃতকাৰ্য্য হৈছিল। ফ্ৰান্দাই বহু কিছু উদাহৰণ দিছে, কেন্দ্ৰৰ প্ৰতি পশ্চিমবঙ্গৰ সাবলীল দাবী আৰু সেইবোৰৰ সফল পৰিসমাপ্তিৰ বিষয়ে। পশ্চিমবঙ্গৰ সফলতাৰ অন্তৰালত আছিল পশ্চিম বঙ্গৰ দাবী পেছ কৰাৰ ধৰণটো ঃ তাত নাছিল প্ৰণতি-মিনতি, নাছিল কেন্দ্ৰীয় কৰ্তৃত্ববাদৰ প্ৰতি ভয়। কেন্দ্ৰইও সেই কাৰণে তেওঁলোকৰ সাংবিধানিক প্ৰভূত্ব পশ্চিমবঙ্গৰ ক্ষেত্ৰত খটুৱাবলৈ সাহ নকৰিছিল, বৰঞ্চ ভয় পাইছিল পশ্চিম বঙ্গক অসন্তুষ্ট কৰিবলৈ। পশ্চিমবঙ্গৰ লগত সদ্ভাৱ সৃষ্টি কৰিবলৈ নেহৰু হৈ পৰিছিল ব্যাকুল। শৰণাৰ্থী সমস্যাৰ সমাধানত আৰু পশ্চিম বঙ্গক অন্য সকলো প্ৰকাৰৰ ক্ষতিপূৰণ দিবলৈ তেওঁ আছিল অতি আগ্ৰহান্বিত। ফ্ৰান্দাই সুন্দৰকৈ দেখুৱাইছে কেনেকৈ কেন্দ্ৰৰ প্ৰভূত্বতা, কৰ্তৃত্বতা, হুকুম নামানি নিজে বিচৰা বস্তু পোৱাত পশ্চিমবঙ্গক সহায় কৰিছিল তাৰ কংগ্ৰেছ সংগঠনত বৰ্ত্তি থকা একতা আৰু একাগ্ৰতাই যি সমগ্ৰ প্ৰদেশবাসীক তেওঁলোকৰ দাবীক লৈ সংগঠিত আৰু প্ৰাণ চঞ্চল কৰি তুলিছিল।[১৪৭] এনে এটা পৰিস্থিতি অসমীয়াৰ সপোনৰো অগোচৰ আছিল।

---

## সপ্তদশ অধ্যায়

# অসমত নেহৰু-পেটেলৰ কেন্দ্ৰীয় স্বেচ্ছাচাৰী প্ৰতাপৰ বলি : সাংবিধানিক নীতি নিয়মৰ ধ্বংসযজ্ঞ আৰু বৰদলৈৰ অকাল দেহাৱসান ১৯৫০

১৯৫০ চনৰ এপ্ৰিল মাহৰ নেহৰু-লিয়াকৎ চুক্তিৰ আগে আগে আৰু ঠিক তাৰ পাছতে যেতিয়া নেহৰুৰ জনপ্ৰিয়তা কেন্দ্ৰীয় মন্ত্ৰীসভা আৰু সমগ্ৰ কংগ্ৰেছ সংগঠনত খহি পৰিছিল সেই অনুপাতে চৰ্দাৰ পেটেলৰ খ্যাতি দুয়ো দিশতে বাঢ়ি গৈছিল।[১] পাকিস্তান নীতিৰ বাহিৰেও বহু বিষয়ত পেটেল নিজেও নেহৰুৰ পক্ষ ল'ব পৰাত নাছিল। কেন্দ্ৰীয় মন্ত্ৰীসভাৰ পশ্চিম বঙ্গীয় সদস্য শ্যামা প্ৰসাদ মুখাৰ্জী আৰু কে.চি. নিয়োগী নেহৰুৰ লগত মনোমালিন্য হৈ কেন্দ্ৰীয় মন্ত্ৰীসভা এৰি গৈছিল। এই সময়ত পেটেলে কিন্তু তেওঁৰ নেহৰুৰ লগত থকা মনোমালিন্য ৰাজহুৱা কৰিব বিচৰা নাছিল। আনকি তেওঁ ভাল নোপোৱা নেহৰু-লিয়াকৎ চুক্তিখনক লৈ পশ্চিম বঙ্গত হোৱা অসন্তুষ্টি লাঘৱ কৰিবৰ কাৰণে তেওঁ তালৈ গৈ তাৰ নেতাসকলক বুজাই নেহৰুৰ স্থিতি সবল কৰাতেই মন দিছিল।[২] নেহৰুৰ মান বঢ়োৱা এনে কাৰ্য্যত নেহৰুৱে পেটেলৰ প্ৰতি গভীৰ কৃতজ্ঞতা প্ৰকাশ কৰিলে আৰু সমগ্ৰ শৰণাৰ্থী সমস্যাটো সম্পূৰ্ণভাৱে পেটেলৰ হাততেই থ'লে। পেটেলৰ খ্যাতি কেন্দ্ৰীয় মন্ত্ৰীসভাত লাঘৱ কৰিবৰ কাৰণে নেহৰুৱে কিন্তু লগে লগে এটি চালাকিও খটুৱাইছিল। কেন্দ্ৰীয় মন্ত্ৰীসভাত তেওঁৰ জনপ্ৰিয়তা পুনৰুদ্ধাৰৰ কাৰণে তেওঁ যি চতুৰালি খেলিছিল - বিশেষকৈ উত্তৰ প্ৰদেশৰ কংগ্ৰেছ নেতা কিছুমানক হাত কৰি লৈ - তাৰ প্ৰভাৱত অসমো বলি হব লগীয়াত পৰিছিল। অসমৰ সবাতোকৈ জনপ্ৰিয় ৰাজ্যপাল আৰু

বৰদলৈৰ শ্ৰদ্ধাভাজন বন্ধু হৈ পৰা শ্ৰীপ্ৰকাশক অসমৰ পৰা অকালতে আঁতৰাই নিয়া আৰু লগতে অসমৰেই অত্যন্ত কাৰ্য্যদক্ষ আৰু অভিজ্ঞ মুখ্য সচিব মহাৰাষ্ট্ৰীয় এছ.পি.দেশাইক কৰ্তৃত্ববাদিতাৰে তেওঁৰ পদৰ পৰা গুচাই তেওঁৰ ঠাইত সেই পদত কেন্দ্ৰৰ পৰা অন্য এজনক অসম চৰকাৰৰ আপত্তি সত্ত্বেও অসমৰ মুখ্য সচিব পতা আদি নেহৰুৱে কৰা অসাংবিধানিক কামখিনিও নেহৰুৰ সমগ্ৰ ষড়যন্ত্ৰটোৰ অংশ আছিল। ভাৰতৰ কেন্দ্ৰ-ৰাজ্য সম্বন্ধৰ ইতিহাসত নেহৰুৰ এই কামখিনি অতিকৈ চেকা লগা। মাথোন সেয়েই নহয়, অসমৰ প্ৰতি কৰি অহা নেহৰুৰ অবিচাৰৰ বোজা সহিব নোৱাৰি গভীৰ বিষাদত বৰদলৈয়ে প্ৰাণ হেৰুৱাব লগা হ'ল।

## ১। শ্ৰীপ্ৰকাশক অসমৰ ৰাজ্যপাল পদৰ পৰা আঁতৰোৱাৰ অন্তৰালত থকা নেহৰুৰ 'সৰ্বভাৰতীয়' অভিসন্ধি

১৯৫৫ চনত ভাৰতীয় সাংবিধানিক ধাৰামতে প্ৰদেশ এখনৰ ৰাজ্যপালজনক নিযুক্ত কৰে ৰাষ্ট্ৰপতিয়ে। কিন্তু প্ৰচলিত প্ৰথামতে প্ৰধানমন্ত্ৰীয়ে কেন্দ্ৰীয় গৃহমন্ত্ৰীৰ লগত আলোচনা কৰি ৰাজ্যপালজনক বাছে আৰু তাৰ পাছত সেই বিষয়ে সংশ্লিষ্ট প্ৰদেশখনৰ মুখ্যমন্ত্ৰীৰ অনুমোদন বিচাৰে। অন্ততঃ স্বৰাজোত্তৰ আদি কালডোখৰত - মানে, ১৯৫০ চনৰ ২৬ জানুৱাৰী তাৰিখে আমাৰ নতুন সংবিধানখন বলবৎ হোৱাৰ ঠিক আগতে আৰু তাৰ পাছতে - এয়েই আছিল ৰীতি। সেই কাৰণেই ১৯৪৮ চনৰ ডিচেম্বৰ মাহত গৃহ আৰু উপ-প্ৰধানমন্ত্ৰী চৰ্দাৰ পেটেলে বৰদলৈক কৈছিল যে তেওঁ বিচৰা লোক এজনকেই ৰাজ্যপাল হিচাপে পাব লাগে।[৩] ১৯৫০ চনৰ ৬ মে' তাৰিখে বৰদলৈলৈ দিয়া এখন চিঠিত নেহৰুৱেও সাংবিধানিক ৰাজ্যপাল এজনৰ নিযুক্তিত মুখ্যমন্ত্ৰীৰ পূৰ্ব অনুমোদনৰ আৱশ্যকতাৰ বিষয়ে কৈছিল।[৪] স্বৰাজোত্তৰ আদি কালডোখৰত কংগ্ৰেছ দলেই কেন্দ্ৰ আৰু প্ৰদেশবোৰত ৰাজত্ব কৰিছিল কাৰণে, আৰু প্ৰদেশবিলাকতো সৰ্বভাৰতীয় পৰ্য্যায়ৰ বিশিষ্ট নেতাসকলেই মুখ্যমন্ত্ৰী পদত আছিল কাৰণে এই বিশিষ্ট নেতাসকলে আনকি নিজেই ৰাজ্যপালৰ কাৰণে তেওঁলোকৰ পচন্দৰ ব্যক্তিৰ নাম প্ৰস্তাৱ কৰিব পাৰিছিল।

স্বৰাজোত্তৰ আদি কালডোখৰত অসমৰ ৰাজ্যপাল আছিল ছাৰ আকবৰ হাইদেৰী। তেওঁ অসমত নিযুক্ত হৈছিল ১৯৪৬ চনৰ মে' মাহত। আহিছিল দিল্লীৰ বৰলাটৰ কাৰ্য্যনিৰ্বাহক পৰিষদ বা তেতিয়াৰ কেন্দ্ৰীয় মন্ত্ৰীসভাৰ সদস্য পদৰ পৰা। ১৯৪৮ চনৰ ডিচেম্বৰ মাহৰ শেষৰ পিনে যেতিয়া তেওঁৰ হঠাতে মৃত্যু ঘটে, তেতিয়া তেওঁৰ উত্তৰাধিকাৰী নিযুক্তিৰ ক্ষেত্ৰত হোৱা কথা-বতৰা, সোধ-পোচবোৰ আমি বৰ্ণাই

অহা গতেৰেই হৈছিল। অসমৰ দুটা বিশেষ সমস্যালৈ দৃষ্টি ৰাখি বৰদলৈয়ে নেহৰুৰ আগত কে.এম.মুন্সীৰ নাম প্ৰস্তাৱ কৰিছিল।[৫] বৰদলৈৰ প্ৰস্তাৱৰ প্ৰতি ভিতৰুৱাকৈ পেটেলেও অনুপ্ৰেৰণা যোগাইছিল।[৬] বৰদলৈয়ে দেখুওৱা অসমৰ সমস্যা দুটা আছিল ঃ কমিউনিষ্টসকলে চপোৱা বিপদ আৰু জনজাতি অঞ্চল আৰু হয়তো জনজাতীয় ৰাজ্যসমূহকো অসম বা ভাৰতৰে একত্ৰিত কৰা। বৰদলৈৰ মতে এই দুই বিষয়ত ৰাজনৈতিক দূৰদৰ্শিতা থকা স্বত্ত্বেও হাইদেৰীয়ে কোনো আঁচনি লবলৈ ব্যৰ্থ হ'ল। কিন্তু যিদিনাই দিল্লীত বৰদলৈ আৰু পেটেলৰ এই বিষয়ে কথা হৈছিল আৰু বৰদলৈয়ে নেহৰুলৈ লিখিছিল, সেই দিনাই মুন্সীয়ে বৰদলৈক জনালে যে সেই পদ লবলৈ তেওঁ অক্ষম।[৭] বৰদলৈয়ে তেওঁৰ দিনলেখাত লিখি গৈছে যে এই কথাই তেওঁক এটা আচহুৱা পৰিস্থিতিত পেলালে। যি হওঁক, মুন্সী আৰু প্ৰভূদয়াল হিম্মৎসিংকাৰ লগত পৰামৰ্শ কৰি বৰদলৈয়ে ছাৰ ৰামস্বামী মুদালিয়াৰৰ নামটো এইবাৰ নেহৰুলৈ আগবঢ়ালে।[৮]

মুন্সীৰ নাম থকা বৰদলৈৰ প্ৰথম চিঠিৰ প্ৰতি নেহৰুৰ প্ৰতিক্ৰিয়া কি আছিল আমি জানিব নোৱাৰিলো ; কাৰণ, আমি আলোচনা কৰা নথি-পত্ৰবোৰৰ মাজত এই চিঠিখন নাই। আমাৰ বোধেৰে হয়তো উত্তৰটো নঞৰ্থকেই আছিল ; কাৰণ সেই বছৰৰেই (১৯৪৮) ফেব্ৰুৱাৰী মাহত বৰদলৈয়ে পূৰ্ব বঙ্গৰ লগত চলি থকা পাথাৰিয়া সীমা সমস্যাটো বিচাৰৰ কাৰণে সীমা মহাধ্যক্ষ (বাউণ্ডেৰী কমিছনাৰ) পদৰ বাবে মুন্সীৰ নামটো প্ৰস্তাৱ কৰোঁতে নেহৰুৱে ঘোৰ আপত্তি কৰিছিল।[৯] যি হওঁক মুদালিয়াৰৰ নামটো নেহৰুৰ পচন্দ হ'ল আৰু তেওঁ বৰদলৈক জনালে যে গৱৰ্ণৰ জেনেৰেল ৰাজাজী আৰু পেটেলো তাত সন্মত।[১০] কিন্তু কেইটামান ভিতৰুৱা অসুবিধাৰ কাৰণে মুদালিয়াৰে শ্বিলঙলৈ আহিব নিবিচাৰিলে।[১১] নেহৰুৱে তেতিয়া শ্ৰীপ্ৰকাশ আৰু ড. সুব্বাৰায়নৰ নাম প্ৰস্তাৱ কৰিলে।[১২] প্ৰথমজন তেতিয়া সেই সময়ৰ পাকিস্তানৰ ৰাজধানী কৰাচীত ভাৰতীয় ৰাষ্ট্ৰদূত হৈ আছিল। আমি অনুসন্ধান কৰা কাকত পত্ৰবোৰৰ মাজত এই বিষয়ত বৰদলৈৰ আদি প্ৰতিক্ৰিয়া পাবলৈ নাই যদিও, হয়তো শ্ৰীপ্ৰকাশৰ লগত আগৰ চিনাকি নথকাৰ কাৰণেই বৰদলৈয়ে প্ৰথমতে স্বস্তিবোধ কৰা নাছিল। যি হওক, শেষত শ্ৰীপ্ৰকাশকেই গ্ৰহণ কৰিবলৈ নেহৰুৱে বৰদলৈক মান্তি কৰালে যেন লাগে। নেহৰুৱে ৩১ জানুৱাৰী (১৯৪৯) তাৰিখে বৰদলৈলৈ লিখিছিল ঃ "মই ভাবো শ্ৰীপ্ৰকাশক ল'বলৈ আমি কৰা বাচনিটো নিশ্চয় এটা ভাল বাচনি, অন্ততঃ প্ৰস্তাৱিত আনটো নামতকৈ ভাল। এওঁ এজন পুৰণি কংগ্ৰেছ ব্যক্তিয়েই নহয় ; এওঁ অত্যন্ত দক্ষ আৰু পৰিশ্ৰমী। এওঁ কৰাচীৰ জটিল ভাৰটো কৃতকাৰ্য্যতাৰে কঢ়িয়াইছিল। এওঁ আপোনাক বহুলভাৱে সহায় কৰিব পাৰিব।"[১৩]

বাচনিটো সঁচাকৈয়ে বৰদলৈ আৰু অসমৰ কাৰণে অত্যন্ত সুখদায়ক হৈ পৰিল। শ্ৰীপ্ৰকাশে আকস্মিকৰূপে বৰদলৈৰ এটা ডাঙৰ সহায় হৈ দেখা দিলে আৰু অনতিপলমে দুয়োৰে মাজত এটি গাঢ় অন্তৰঙ্গতা গঢ়ি উঠিল। কিন্তু শ্ৰীপ্ৰকাশে তেওঁৰ পদত মাথোন ১৫ মাহ কটাওঁতেই বৰদলৈৰ মূৰত যেন বিনা মেঘে বজ্ৰপাত পৰিল। হঠাত নেহৰুৱে শ্ৰীপ্ৰকাশক অসমৰ পৰা আঁতৰাই কেন্দ্ৰীয় মন্ত্ৰী পাতিবলৈ স্থিৰ কৰিলে আৰু সেইটো যে তৎক্ষণাত ঘটিব লাগে সেই কথা বৰদলৈৰ লগত কোনো আগতীয়া আলোচনা নকৰাকৈ শ্ৰীপ্ৰকাশক জনাই দিলে। সেই সময়ত নেহৰুৰ পাকিস্তান-নীতিৰ প্ৰসঙ্গত মতৰ অমিল হৈ শ্যামা প্ৰসাদ মুখাৰ্জী আৰু কে.চি.নিয়োগী কেবিনেটৰ পৰা ওলাই যোৱাত নেহৰুৰ মন্ত্ৰীসভাৰ সালসলনিৰ প্ৰয়োজন হৈছিল। নিয়োগী আছিল বঙ্গদেশৰ সেইজন কেন্দ্ৰীয় মন্ত্ৰী যিজনে কিছুদিনৰ পূৰ্বে বঙ্গৰ হিন্দু শৰণাৰ্থী বিষয়ত অসমৰ ওপৰত কেন্দ্ৰৰ জোৰ প্ৰতিপন্ন কৰাত নিমগ্ন হৈছিল। ১ মে' (১৯৫০) তাৰিখে নেহৰুৱে শ্ৰীপ্ৰকাশলৈ লিখিলে ঃ "মই নিজেই নিশ্চিতভাৱে অনুভৱ কৰো যে তুমি ইয়ালৈ আহিলে মোৰ আৰু আমাৰ চৰকাৰৰ কাৰণেই মাথোন সুখকৰ নহ'ব ; তোমাৰ কাৰণেও ভাল হ'ব। এনেধৰণৰ এটা পৰিবৰ্ত্তন লাগতিয়াল।"[১৪] সেই একেখন চিঠিতেই নেহৰুৱে শ্ৰীপ্ৰকাশক ক'লে যে তেওঁৰ উত্তৰাধিকাৰী স্বৰূপে অসমলৈ জয়ৰামদাস দৌলতৰামক পঠিওৱা হ'ব। দৌলতৰাম সেই সময়ত কেন্দ্ৰীয় কৃষিমন্ত্ৰী আছিল। দৌলতৰাম সম্পৰ্কে নেহৰুৱে শ্ৰীপ্ৰকাশলৈ লিখিলে এনেদৰে ঃ "এওঁ এজন পৰিশ্ৰমী আৰু বিবেক-বুদ্ধি সম্পন্ন কৰ্মী, এজন পুৰণি সতীৰ্থ ; কিন্তু তেওঁ ইয়াৰ কামৰ লগত খাপ খাব পৰা নাই। মই দুঃখিত যে তেওঁ ইয়াত একেবাৰেই জনপ্ৰিয় নহয়, সংসদতেই হওক বা জন মানসৰ সম্পৰ্কতেই হওক। ৰাজ্যপাল হিচাপে তেওঁ বিহাৰত ভালেই কাম কৰিছিল আৰু মই নিঃসন্দেহ যে অসমতো তেওঁ কৃতকাৰ্য্য হব।"[১৫]

নেহৰুৱে স্বাভাৱিকতে জানিছিল যে শ্ৰীপ্ৰকাশক এনেকৈ হঠাতে বদলি কৰাটো বৰদলৈয়ে ভাল নাপাব আৰু তেওঁৰ লগত পৰামৰ্শ নকৰাকৈ এজন ৰাজ্যপাল তেওঁৰ ওপৰত জাপি দিয়াটো সহ্য কৰিবলৈ তাতোকৈ কঠিন পাব। গতিকে নেহৰুৱে শ্ৰীপ্ৰকাশে বৰদলৈৰ ওচৰত কথাটো কেনেধৰণে ব্যক্ত কৰিব তাৰ এটা বুদ্ধি উলিয়ালে। তেওঁ শ্ৰীপ্ৰকাশলৈ লিখিলে ঃ "মোৰ পৰামৰ্শ - তুমি কথাটো এতিয়াই কাকো নক'বা। কিন্তু যিকোনো মূহুৰ্ত্তত মই তোমালৈ এখন তাঁৰ পঠিয়াম। তেতিয়াই তুমি বৰদলৈলৈ খবৰ পঠিয়াবা আৰু তেওঁক পৰিস্থিতিটো বুজাই ক'বা। তেওঁক ক'বা যে মই এনে এটা সলনি জাপি দিয়াৰ কাৰণে দুঃখিত।" এই চালাকিখিনি খটুৱাৰ সময়ত নেহৰুৱে অসমৰ হিত-অহিতৰ বিচাৰেই নল'লে। আনকি অসমৰ কাৰণে নতুন ৰাজ্যপাল মনোনীত কৰোতেও অসমৰ আৱশ্যকতা তেওঁৰ দৃষ্টিত নাছিল ; আছিল মাথোন

দৌলতৰামৰ সুখ-স্বচ্ছন্দতাৰ প্ৰতিহে লক্ষ্য ঃ “মই এই সিদ্ধান্তত উপনীত হৈছো যে মন্ত্ৰিত্বতকৈও ৰাজ্যপাল পদবীহে জয়ৰামদাসৰ লগত বেছিঁকৈ খাপ খায়।”[১৬]

নেহৰুৱে পণ্ডা মতে ৪ মে’ তাৰিখে শ্ৰীপ্ৰকাশলৈ নেহৰুৰ তাঁৰখন আহিল আৰু ৫ মে’ তাৰিখে শ্ৰীপ্ৰকাশে বৰদলৈক দেখা কৰিলে। বৰদলৈ কেইদিনমানৰ পৰা অসুস্থ। তেওঁ নৰীয়াপাটিত।[১৭] কথাটো শুনিয়েই তেওঁৰ মুখৰ মাত হৰিল, অস্থিৰতাই তেওঁক আগুৰি ধৰিলে। বৰদলৈৰ এজন পৰম বিশ্বাসভাজন বন্ধু আৰু অসম-হিতৈষী হিচাপে শ্ৰীপ্ৰকাশ নেহৰুৰ এই আচৰণটোত অপমানজনক অপ্ৰত্যাশিততা দেখিয়েই বোধকৰো খেদ কৰি নেহৰুলৈ দিয়া প্ৰত্যুত্তৰ তাঁৰখনত লিখিলে ঃ

> “তেওঁ (বৰদলৈ) ভয়ানক অস্থিৰতাবোধ কৰিছে। তেওঁৰ শংকা-অসমৰ বৰ্তমানৰ জটিল পৰিস্থিতিটো (কেন্দ্ৰত) যথাযথভাৱে উপলব্ধি কৰা হোৱা নাই। তেওঁ অনৰ্গল ঘূৰি পকি থাকিবলগীয়া হোৱাত মোক ঘাই কৰ্মক্ষেত্ৰত পাই নিৰাপদ বোধ কৰিছিল। এতিয়া কি গতি হ’ব তেওঁ নাজানে, কাৰণ নতুন ৰাজ্যপালজনৰ কাৰণে অসমৰ বিশেষ অৱস্থাটো বুজি উঠিবলৈ স্বাভাবিকতে সময় লাগিব। বৰদলৈয়ে ভাবিলে তেওঁ পদত্যাগ কৰাটোৱে উচিত, কাৰণ বোজাটো তেওঁৰ অসুস্থ শৰীৰৰ কাৰণে অতি গধুৰ। তেওঁক সান্ত্বনা দিয়াটো আৰু তেওঁৰ যন্ত্ৰণাৰ উপশম ঘটোৱাটো মোৰ পক্ষে কঠিন হৈ পৰিছে। মই আন্তৰিকতাৰে আশা কৰিছো তুমি যেন বৰদলৈৰ ইচ্ছাৰ প্ৰতি সন্মান জনাই মোক আৰু কিছুদিন এই কামত থাকিবলৈ দিয়া।”[১৮]

শ্ৰীপ্ৰকাশক বৰদলৈয়ে কিছুদিন ৰাখিবলৈ বিচৰাৰ কথা জানি নেহৰুৱে তেওঁৰ তাগাদাটোত আকৌ এটা চালাকি খটালে। তেওঁ বৰদলৈক ক’লে যে শ্ৰীপ্ৰকাশক কেন্দ্ৰলৈ অনাৰ সিদ্ধান্তটো বহুত ভাবি-গুণি কৰা হৈছে আৰু সেই সম্পৰ্কত অসমৰ জটিলতা আৰু অসুবিধাখিনিলৈও দৃষ্টি ৰখা হৈছে।[১৯] তাতে ৰাজাজী আৰু চৰ্দাৰ পেটেলৰ লগতো পৰামৰ্শ কৰা হৈছে। এই প্ৰসঙ্গত বৰদলৈৰ আবেদন-নিবেদন দূৰতে বিদূৰ কৰিবলৈ নেহৰুৱে সেই সময়তে সততে ব্যৱহাৰ কৰা প্ৰভূত্বব্যঞ্জক উক্তিটো শুনাই দিলে এনেকৈ ঃ “এই সিদ্ধান্তটো মূলতে গুৰুত্বপূৰ্ণ সৰ্বভাৰতীয় বিবেচনাৰ ভিত্তিত আৰু ই স্বাভাবিকতে অগ্ৰতা পাবই লাগিব।”[২০] হয়তো এনেধৰণৰ যুক্তিত প্ৰত্যয়নতকৈও তেওঁৰ কৰ্তৃত্ববাদহে অধিকতৰভাবে প্ৰকট হ’ল বুলি ভাবিয়েই নেহৰুৱে বৰদলৈক সান্ত্বনা দিবৰ বাবে ক’লে যে শ্ৰীপ্ৰকাশক নিয়াৰ সিদ্ধান্তটোৰ লগত অসমো জড়িত আছে ঃ “আপোনাৰ ফালৰ বিশেষ সমস্যাৰ জ্ঞানেৰে অভিজ্ঞ শ্ৰীপ্ৰকাশ আমাৰ আৰু অসমৰ ডাঙৰ সহায়ত আহিব ... আচলতে আমি অসমক আচুতীয়াভাৱে বিচাৰ কৰিবলৈ ইচ্ছা কৰিছোঁ ; কাৰণ ই সৰ্বভাৰতীয় দৃষ্টিকোণৰ পৰা এখন অতি গুৰুত্বপূৰ্ণ

প্ৰদেশ।"[২১] আচলতে এইখিনি কথাৰে যে তেওঁ তেওঁৰ গোটেই যুক্তিটোকেই ফোপোলা কৰি পেলালে সেইটো নেহৰুৱে ভাবিয়েই নাচালে। অসমৰ বিশেষ অভিজ্ঞতাৰে পুষ্ট শ্ৰীপ্ৰকাশক তেওঁৰ প্ৰয়োজন অসম-জড়িত কিবা এটা সৰ্বভাৰতীয় উদ্দেশ্যৰ কাৰণে, অথচ তেওঁ অসমৰেই অভিজ্ঞ মুখ্যমন্ত্ৰী আৰু বিশিষ্ট কংগ্ৰেছ নেতাজনৰ লগত সেই বিষয়ে আলোচনা কৰাৰ প্ৰয়োজন নেদেখিলে। তদুপৰি, বৰদলৈক মান্তি কৰাবলৈ নেহৰুৱে কৰ্তৃত্ববাদী গৰ্জনহে ব্যৱহাৰ কৰিলে। বৰদলৈৰ তাগাদাতহে শ্ৰীপ্ৰকাশে তেওঁৰ অসম এৰাৰ দিন ছসপ্তাহ বা দুমাহলৈ পিছুৱাব খুজিছে বুলি ভাবি লৈ নেহৰুৱে বৰদলৈক শ্ৰীপ্ৰকাশক আঁতৰোৱাৰ খবৰটো দিয়াৰ পাছদিনাই (৬ মে') বৰদলৈলৈ লিখিলে যে শ্ৰীপ্ৰকাশক কেন্দ্ৰত দুসপ্তাহৰ ভিতৰতে প্ৰয়োজন। তেওঁ কেন্দ্ৰীয় কেবিনেটৰ উচ্চ কৰ্তৃত্বৰ বিষয়ে বৰদলৈক পুনৰ সজাগ কৰালে ঃ

> "আমি এতিয়া আমাৰ ইতিহাসৰ এছোৱা জটিল সমস্যাৰ মাজেদি আগবাঢ়িছো আৰু আমাক ইয়াত প্ৰয়োজন হৈছে এখন শক্তিশালী আৰু বিশিষ্ট ধৰণৰ কেবিনেটৰ। সেই কাৰণে শ্ৰীপ্ৰকাশৰ প্ৰয়োজন হৈছে। যদি কেন্দ্ৰ যিভাৱে চালিত হব লাগে সেই ভাৱে চালিত নহয়, তেনেহলে ৰাজ্যসমূহো দুৰ্বল হৈ পৰিব। ৰাজ্যসমূহৰ নিজৰ সুবিধাৰ কাৰণেই, আমি কেন্দ্ৰক আমাৰ সৰ্বোত্তমখিনিয়েই দিব লাগে। শ্ৰীপ্ৰকাশ সেই কাৰণেই ইয়ালৈ আহিবই যে লাগিব, ই ঠিক। মই ভাবো তেওঁ সোনকালে আহিব লাগে ; - ছসপ্তাহত বা দুমাহৰ পাছত নহ'ব ... সমগ্ৰ বিশ্বত কেন্দ্ৰীয় কেবিনেটে সকলোতকৈ অগ্ৰতা দাবী কৰে আৰু যদি এজন লোকক সেই কেবিনেটৰ সদস্য কৰা হয় তেনেহলে তেওঁ ততালিকে যোগ দিয়াটো উচিত.... নিশ্চয় শ্ৰীপ্ৰকাশ অসমত কিছু কামত আবদ্ধ আছে ; কিন্তু যেতিয়া কেন্দ্ৰৰ পৰা ডাক আহে তেতিয়া কোনো পূৰ্ব-আবদ্ধতাই গুৰুত্ব পাব নোৱাৰে।"[২২]

বৰদলৈৰ লগত সাধাৰণ আগতীয়া আলোচনাৰে যিটো কাম বৰদলৈক মনোকষ্ট নিদিয়াকৈ, নিয়াৰিকৈ সম্পন্ন কৰিব পৰা গ'ল হয়, তাত এনে কৰ্তৃত্ববাদী আচৰণ দেখুৱাবলৈ যোৱাটো সঁচাকৈয়ে আচৰিত। কিন্তু শ্ৰীপ্ৰকাশৰ উত্তৰাধিকাৰী বাচনিৰ ক্ষেত্ৰত নেহৰুৱে যি প্ৰথা ল'লে সি তাতোকৈ বিৰক্তিকৰ। বৰদলৈৰ লগত কোনো পূৰ্বালোচনা নোহোৱাকৈ তেওঁ দৌলতৰামক অসমৰ কাৰণে বছাই নহয়, প্ৰায় নিযুক্তিয়েই কৰিলে (অৱশ্যে কথাটো পেটেলৰো কাণ চোৱাই থৈ)। তাৰ পাছত তেওঁ বৰদলৈৰ ওচৰত কথাটো এনেভাৱে ব্যক্ত কৰিলে যাতে বৰদলৈৰ তাত সম্মতি দিয়াৰ বাদে অন্য উপায় নাথাকে। তেওঁ শ্ৰীপ্ৰকাশক নিবলৈ ওলোৱা সেই একেখন চিঠিতেই

বৰদলৈলৈ লিখিলে ঃ "জয়ৰামদাস দৌলতৰামক আপুনি ভালদৰে জানে আৰু তেওঁকেই আমি শ্ৰীপ্ৰকাশৰ উত্তৰাধিকাৰী হিচাবে মনোনীত কৰিলো। তেওঁ বিবেক-বুদ্ধি সম্পন্ন আৰু পৰিশ্ৰমী, লগতে অৱশ্যে এজন পুৰণি কংগ্ৰেছ ব্যক্তি। তেওঁ বিহাৰত বেছ কৃতকাৰ্য্যতা আৰ্জিছিল আৰু জনপ্ৰিয়ও আছিল। মোৰ সন্দেহ নাই যে তেওঁ আপোনাৰ ব্যৱস্থাবোৰত সুন্দৰকৈ খাপ খাব আৰু আপোনাৰ ডাঙৰ সহায় হ'ব।"[২৩]

নেহৰুৱে যে তেওঁৰ অপ্ৰিয় কৃষিমন্ত্ৰীজনক সুদাহাতে খেদি পঠিয়াব খোজা নাছিল সেইটো ঠিক। অসম নহয়, দৌলতৰামৰ সুখ শান্তিহে সেই সময়ত নেহৰুৰ চিন্তাত আছিল। কেন্দ্ৰীয় মন্ত্ৰিত্ব হেৰোৱাৰ বাবে দৌলতৰামে এনে ক্ষতিপূৰণ পাব লাগে যি তেওঁৰ ব্যক্তিত্বৰ লগত শুৱাই পৰে। বৰদলৈয়ে এই সমগ্ৰ প্ৰক্ৰিয়াটোকেই নিশ্চয় আচহুৱা জ্ঞান কৰিছিল, কিন্তু তেওঁ অযথা তৰ্কত সোমাবৰ ইচ্ছা নকৰি মাথোন দৌলতৰামৰ বাছনিটোতহে সন্মত হ'ব নোৱৰা কথাটো নেহৰুক জনালে। কিন্তু নেহৰুৰ যেন কোনো আলোচনাত সোমাবলৈ সময় বা ইচ্ছা নাই। কৰ্তৃত্ববাদী হেঁচাই হ'ল তেওঁৰ এই বিষয়টোত গ্ৰহণীয় পন্থা। বৰদলৈৰ পেটেলৰ প্ৰতি থকা সদ্ভাৱ আৰু তেওঁলোক দুয়োজনৰ মাজৰ নিকট সম্পৰ্কলৈ চাই তেওঁ ক'লে যে পেটেলে সেই বাছনিত অনুমোদন জনাইছে।[২৪] সাধাৰণতে গণতান্ত্ৰিক আচাৰ-বিচাৰৰ মাজেৰে চলা নেহৰুৱে সকলো সতীৰ্থ-সূচক সম্ভ্ৰম ওফৰাই যোৱাৰ পাছত হ'লেও ক'লে যে বৰদলৈৰ সন্মতি নোপোৱালৈকে শেষ সিদ্ধান্তলৈ অহা নহ'ব, "কাৰণ ৰাজ্যপাল এজনৰ মুখ্যমন্ত্ৰীৰ লগত খাপ খোৱাটো আৱশ্যকীয়।" কিন্তু কথাটোত যেন বাহ্যিক আড়ম্বৰৰ বাহিৰে আন একো নাছিল। প্ৰায় একে উশাহতে নেহৰুৱে হেঁচা দিলে এনেকৈ ঃ "তথাপিও মই আপোনাৰ পৰা আন্তৰিকতাৰে বিচাৰো - আপুনি যেন ভাবি চায় - জয়ৰামদাস ৰাজ্যপালৰ পদৰ কাৰণে প্ৰায় সাঁচত গঢ়া।"[২৫]

বৰদলৈয়ে অৱশ্যেই দৌলতৰামক আগৰ পৰা জানিছিল। অলপতে তেওঁক গণ পৰিষদৰ সদস্যৰূপেও পাইছিল আৰু কেন্দ্ৰীয় কৃষিমন্ত্ৰী হিচাপেও। তাৰো আগতে কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সভাবোৰতো পাইছিল। তেওঁৰ নিযুক্তিত বৰদলৈ সন্তুষ্ট নাছিল। মন্ত্ৰী হিচাপেও বা বিহাৰৰ ৰাজ্যপাল পদতো বৰদলৈয়ে দৌলতৰামত কোনো বিশিষ্টতা দেখা পোৱা নাছিল। এই বিষয়ে নেহৰুক জনাওঁতে নেহৰুৱে উত্তৰত লিখিলে ঃ

> "এইটো কোৱা শুদ্ধ নহয় যে তেওঁ (দৌলতৰাম) ৰাজ্যপাল হিচাপে আৰু মন্ত্ৰী হিচাপেও বিফল হৈছে। ৰাজ্যপাল হিচাপে তেওঁ অসাধাৰণভাৱে সফল হৈছিল আৰু জনপ্ৰিয়তাও লাভ কৰিছিল। মন্ত্ৰী হিচাপে তেওঁ এটা কঠিন পদত বিশেষ পৰিশ্ৰমেৰে কাম কৰিছিল।"[২৬]

হয়তো দৌলতৰামৰ মন্ত্ৰিত্বৰ বিষয়ে শ্ৰীপ্ৰকাশলৈ আগতে লিখা কথাখিনি

মনত পেলায়েই আৰু বৰদলৈ আৰু শ্ৰীপ্ৰকাশৰ মাজত থকা সৌহাদ্যৰ বিষয়ে জানিয়েই নেহৰুৱে দৌলতৰামৰ মন্ত্ৰিত্বক বৰকৈ শলাগিবলৈ নগ'ল। তেওঁ মাথোন ক'লে যে তেওঁ মন্ত্ৰীসভালৈ নতুন শক্তি আনিবলৈ বিচৰাৰ কাৰণেহে দৌলতৰামক ত্যাগ কৰিবলগীয়া হ'ল।[২৭] বৰদলৈক সন্তুষ্ট কৰিবলৈ নেহৰুৱে এইবাৰ দৌলতৰামৰ আৰু এটা গুণ বখানিলে ঃ "তেওঁ গান্ধীজীৰ এজন বিশেষ লোক আছিল।" বৰদলৈক নিৰস্ত্ৰ কৰিবলৈ নেহৰুৱে তেওঁক লগতে সোঁৱৰায়ো থলে যে শ্ৰীপ্ৰকাশক নিয়োগ কৰাৰ সময়তো বৰদলৈয়ে প্ৰথমতে অস্বস্তিবোধ কৰিছিল। নেহৰুৱে দৌলতৰামৰ নিযুক্তিৰ বিষয়ে ভাবিবলৈ বৰদলৈক বেছি পৰ নিদিলে। কৰ্তৃত্ববাদী স্বৰেৰে তেওঁ লিখিলে ঃ "মোৰ দৃষ্টিত অন্য এজন মানুহ নাই। ই স্পষ্ট যে আমি অতি শীঘ্ৰেই অন্তিম সিদ্ধান্তলৈ আহিব লাগিব। মই আপোনাৰ অনুমোদন পাবৰ বাবে বাট চাই ৰ'লো।"[২৮] বৰদলৈৰ কাৰণে ই স্পষ্ট হৈ পৰিছিল যে প্ৰধান মন্ত্ৰীৰ প্ৰচণ্ড হেঁচাৰেই জয় হ'বগৈ। তেওঁ নৰীয়া পাটিত। অন্যলোকৰ লগত সেই বিষয়ে আলোচনা কৰিবলৈকো তেওঁক সুযোগ আৰু সময় দিয়া নহ'ল। তাতে তেওঁৰ ঘাই পৰামৰ্শদাতা হ'ল হয় চৰ্দাৰ পেটেল যাক ইতিমধ্যে নেহৰুৱে হাত কৰি থ'লেই।

বৰদলৈয়ে দৌলতৰামৰ ঠাইত দুজন লোকৰ নাম অসমৰ ৰাজ্যপাল পদবীৰ কাৰণে প্ৰস্তাৱ কৰিছিল। এজন আছিল বিশ্বনাথ দাস যাক নেহৰুৱে বহুগুণৰ গৰাকী হ'লেও ৰাজ্যপাল পদবীৰ কাৰণে উপযুক্ত বুলি জ্ঞান নকৰিলে, আৰু আনজন আছিল মঙ্গল দাস পাকভাসা। পাছৰ জনক নেহৰুৱে সম্পূৰ্ণ উপযুক্ত বুলি জ্ঞান কৰিছিল যদিও তেওঁক এতিয়াও কাৰ্য্যস্থল মধ্যপ্ৰদেশৰ পৰা আঁতৰাই নিবলৈ নিবিচাৰিলে। দৌলতৰাম সম্পৰ্কে বৰদলৈৰ আপত্তি দেখি পেটেলেও নেহৰুক উপদেশ দিছিল দৌলতৰামক কৰাচীলৈ ভাৰতৰ ৰাষ্ট্ৰদূত কৰি পঠিয়াবলৈ। নেহৰুৱে বৰদলৈ একেবাৰে মান্তি নহ'লেহে তেনে কৰিবলৈ পাঙি থলে (নেহৰুৰ পেটেললৈ লিখা চিঠি ১১ মে' ১৯৫৩)। কিন্তু ইতিমধ্যে হতাশ আৰু নিৰাশাত আক্ৰান্ত বৰদলৈয়ে তেওঁৰ পূৰ্ব প্ৰতিবাদ উঠাই লৈ দৌলতৰামক গ্ৰহণ কৰি নেহৰুক সকাহ দিলে। শ্ৰীপ্ৰকাশেও ইতিমধ্যে তেওঁৰ অসম এৰাৰ দিনবোৰ ঠিক কৰিলে। মৰ্মাহত হৈ বৰদলৈয়ে এখন বিদায়ী চিঠিকেই শ্ৰীপ্ৰকাশলৈ লিখিলে ৯মে' তাৰিখে। "যদিও মই মাননীয় প্ৰধান মন্ত্ৰীৰ পৰা শেষ সিদ্ধান্তৰ কথা জানিবলৈ বাট চাই আছো, তথাপি মই আপোনাৰ এই প্ৰদেশ এৰাটো আৰু শ্ৰীজয়ৰামদাস দৌলতৰামে আপোনাৰ ঠাই পূৰাবলৈ অহাটো অনিবাৰ্য্য বুলিয়েই ধৰি ল'ব পাৰো।"[২৯] তাৰ পাছত বৰদলৈয়ে অতি বেথাৰে অসমৰ সমসাময়িক গুৰুতৰ সমস্যাকেইটা বৰ্ণালে আৰু অসম বন্ধু হিচাপে শ্ৰীপ্ৰকাশক কেন্দ্ৰত সেই বিষয়ত মাত মাতিবলৈ অনুৰোধ কৰিলে। "অসমে আপোনাৰ পৰা বহুত আশা কৰে

- আনকি আপোনাৰ নতুন পদবীটোৰ পৰাও। আপুনি এই প্ৰদেশখনৰ উৎকৃষ্টতম শুভাকাঙ্খীসকলৰ এজন আৰু এই প্ৰদেশখনে ভোগ কৰিবলগীয়া হোৱা বহু গুৰুত্বপূৰ্ণ সমস্যা সংক্ৰান্তত মই আপোনাৰ লগত কথা পাতি আহিছো আৰু পাতি থাকিব পাৰো।"[৩০]

## ২। বৰদলৈ আৰু শ্ৰীপ্ৰকাশৰ মাজত অসম সম্বন্ধে ভাবৰ শেষ আদান-প্ৰদান

যিহেতু এই চিঠিৰ তিনিমাহ আৰু কেইদিনমানৰ পাছতেই বৰদলৈয়ে মৃত্যু বৰণ কৰিলে, সেইকাৰণে তেওঁৰ জীৱনৰ শেষ মূহুৰ্ত্তত অসম সম্পৰ্কে শ্ৰীপ্ৰকাশলৈ লিখি থৈ যোৱা কথাখিনি বৰ্ণাই থোৱা ভাল হ'ব।বৰদলৈৰ মতে অসমৰ সৰ্বপ্ৰধান সমস্যাটো হ'ল বাঙালীৰ আৰু বাঙালী প্ৰেছৰ অনিষ্টকাৰী প্ৰচাৰ। বৰদলৈয়ে ক'লে যে অতীততো অসমৰ নিগাজী মানুহৰ চকুত শ্ৰীহট্টৰ হিন্দুসকলৰ অসমত একমাত্ৰ স্বাৰ্থ আছিল চাকৰি আৰু চৰকাৰী চাকৰিৰ উচ্চ পদবীবোৰ আত্মসাৎ কৰা। বিভাজনৰ ফলত তেওঁলোকৰ পূৰ্বৰ শীৰ্ষস্থান হেৰাল যদিও তেওঁলোক এতিয়া নতুন ৰূপে ভয়াবহ হৈ উঠিছে। অসম অঞ্চলত এখন নতুন প্ৰদেশ (পূৰ্বাচল) দাবী কৰি তেওঁলোকে এফালে ভগনীয়া সম্যসাটো জটিলতৰ কৰি পেলাইছে আৰু আনফালে সুস্থ প্ৰশাসনে পাব লগা ভেটিটোক নষ্ট কৰিবলৈ ওলাইছে। তদুপৰি অসমৰ পশ্চিম সীমাত ৰমণীবসু আৰু তেওঁৰ সংগীবৃন্দই যি বৃহত্তৰ বংগৰ প্ৰচাৰ চলাব লাগিছে তাৰ প্ৰভাৱ গুৱাহাটী, তেজপুৰ আদি চহৰতো পৰি প্ৰশাসনলৈ জটিলতা আনিছে। এইবোৰ আহুকালৰ পৰা ৰক্ষাৰ উপায়ৰ প্ৰতি বৰদলৈ সন্দিহান ; তথাপিও তেওঁ শ্ৰীপ্ৰকাশক অনুৰোধ কৰিলে যেতিয়াই সুবিধা কৰিব পাৰে তেওঁ যেন অসমীয়াক অপবাদ দিয়া বংগীয় অপপ্ৰচাৰৰ বিষয়ত মাত মাতি সত্যক প্ৰতিষ্ঠা কৰিবলৈ যত্ন কৰে।

অসমৰ দুয়ো উপত্যকাৰ মাজত ১৯৩৭ চনৰে পৰা ঘোৰতৰভাৱে চলি অহা প্ৰতিদ্বন্দ্বিতাও আছিল আন এটা বিষয় যিটোৱে - বৰদলৈৰ দৃষ্টিত - দেশ গঠন প্ৰচেষ্টাক বাধা দিছিল। পূৰ্বৰ অ-কংগ্ৰেছী চৰকাৰৰ দিনত বৃটিছ আমোলাতন্ত্ৰ আৰু মুছলিম লীগে মিলি অসমৰ থলুৱা মাটিহীন কৃষকৰ প্ৰয়োজনলৈ পিঠি দি খালী মাটিত যেতিয়া বংগৰ মুছলমান পমুৱা বহুৱাইছিল, তেতিয়া কংগ্ৰেছে তাৰ বিপক্ষে যুঁজ দিওঁতেই গ'ল। প্ৰদেশখনৰ ভৱিষ্যত উৎকৰ্ষৰ কাৰণে নিৰ্মাণ হ'বলগীয়া গঠনমূলক কামলৈ সময় নাছিল। এতিয়া যি সময়ত প্ৰদেশখনৰ পশ্চাদগামিতাত বাধা দিয়াৰ সময় আহিল তেতিয়াই কুৰূপ হৈ দেখা দিলেহি এই আন্তঃ উপত্যকা বিদ্বেষে।

বৰদলৈয়ে শ্ৰীপ্ৰকাশক দেখুওৱা তৃতীয় ডাঙৰ সমস্যাটোৰ এই প্ৰথম দুটাৰ পৰাই অহা। তেওঁ ক'লে যে কংগ্ৰেছৰ আদৰ্শ চকুৰ আগত ৰাখি তেওঁ আৰু তেওঁৰ সতীৰ্থসকলে উপত্যকা বিদ্বেষৰ ফলত দেখা দিয়া কেতবোৰ মনোমালিন্য গুচাবলৈ সক্ষম হ'ল যদিও এতিয়া নতুনকৈ শ্ৰীহট্টৰ পৰা অহা হিন্দুসকলে থিয় কৰালে ভূমিপুত্ৰৰ স্বাৰ্থ ৰক্ষাৰ সংগ্ৰামখন। বিভিন্ন বিদ্বেষ-বিভাজনত সোমাই থাকি কোনো এটা প্ৰায়োজনীয় শিক্ষা-প্ৰতিষ্ঠান স্বাধীনতাপূৰ্ব কালত লীগ আৰু চাহ খেতিয়কৰ চৰকাৰে গঢ়ি নুতুলিলে। অসমৰ ছাত্ৰ কলিকতা বাৰানসী আদি ঠাইলৈ যাবলগীয়া হৈছিল। বৰদলৈয়ে শ্ৰীপ্ৰকাশক ক'লে যে চিৰ জীৱন অন্তৰাত্মাত গঠনমূলক কামৰ সপোন পুহি থকাৰ কাৰণেই ১৯৪৬ চনৰ আৰম্ভণীতে ক্ষমতা পায়েই তেওঁ প্ৰয়োজনীয় শিক্ষা-প্ৰতিষ্ঠানসমূহ খোলাৰ দিহা কৰিলে। প্ৰথম খোজটো দিলে প্ৰশাসন বিকেন্দ্ৰীকৰণ কৰি গাঁৱত উৎকৰ্ষৰ বিভিন্ন ধৰণৰ অনুষ্ঠান গঢ়ি তুলিবৰ কাৰণে। গাঁও উন্নয়নৰ কাৰণে অসম গাঁও পঞ্চায়ত আইনখন কৰা হ'ল, যাৰ মূল উদ্দেশ্য হ'ল সমবায় ভিত্তিত সমাজ গঠন। এই লক্ষ্যক আগত লৈ 'অসম সমবায় সমিতি আইন'খনো সংশোধন কৰা হ'ল। বৰদলৈয়ে কোৱাৰ দৰে তেওঁৰ হেঁপাহ আছিল গান্ধীজীয়ে সেৱাগ্ৰামত কৰা পৰীক্ষা-নিৰীক্ষাসমূহ কামত লগোৱাত অসমেই যাতে প্ৰথম প্ৰদেশ হয়। কিন্তু বৈজ্ঞানিক প্ৰণালীৰে প্ৰশিক্ষণপ্ৰাপ্ত পৰিচালকৰ অবিহনে গাঁৱৰ লোকে অকলে সকলো কাম চলাই নিব কেনেকৈ ? বৰদলৈয়ে ক'লে যে যিহেতু সকলো যোজনাৰ ভেটিয়েই হ'ল দক্ষতাপূৰ্ণ ব্যক্তিৰ যত্ন, সেই গতিকে তেনে ব্যক্তি প্ৰদেশখনত গঢ়ি তুলিবৰ কাৰণে ১৯৪৭ আৰু ১৯৪৯ চনৰ মাজৰ বছৰ দুটাত তেওঁৰ চৰকাৰে চিকিৎসা বিজ্ঞান, কৃষি, পশু চিকিৎসা, কাৰিকৰী শিক্ষা,যন্ত্ৰবিদ্যা আদি বিভিন্ন শিক্ষা আৰু প্ৰশিক্ষণ কেন্দ্ৰ গঢ়ি তুলিলে আৰু সেইবোৰ নিয়াৰিকৈ চলাই নিবলৈ বিশ্ববিদ্যালয় এখনো স্থাপন কৰিলে, কিন্তু দুখৰ বিষয়, এইবিলাক অস্থায়ীভাৱে অ'ত-ত'ত আৰম্ভ হওঁতেই ভাৰত চৰকাৰে যুদ্ধোত্তৰ উন্নয়ন অনুদান বন্ধ কৰি দিয়াত তেওঁৰ সকলো আশা আকাংক্ষা ধুলিসাৎ হ'বলৈ ওলাইছে। গঠনমূলক কামত এনেকৈ আউল লাগিলে আৰু গাঁও উন্নয়ন পৰিকল্পনাৰ কাম আৰম্ভণিতেই অন্ত পৰিলে জাগি উঠা সকলো আগ্ৰহ আঁতৰি যাব আৰু তাৰ সুবিধা লব কমিউনিজম আদি উগ্ৰবাদে। "মই সদায়েই বিশ্বাস কৰি আহিছো যে মাথোন পুলিছ ব্যৱস্থাৰেই কমিউনিজমক ভেটা দিয়া সৰ্বোত্তম উপায় হ'ব নোৱাৰে। মাথোন গান্ধী আদৰ্শেৰে গঢ়ি উঠা গঠনমূলক কামৰ কটকটীয়া ভিত্তিৰেহে কমিউনিষ্টসকলৰ প্ৰচাৰৰ মুখামুখি হ'ব পৰা যাব।" বৰদলৈয়ে সেই কাৰণে শ্ৰীপ্ৰকাশক কাতৰভাৱে অনুৰোধ কৰিলে - সুযোগ পালে তেওঁ যেন অসমৰ এই বিশেষ অসুবিধাবোৰৰ কথা প্ৰধানমন্ত্ৰীক কয় আৰু তেওঁ কোৱা অসমৰ কাৰণে বিশেষ সাহায্যৰ কথাটোও যেন সোঁৱৰাই দিয়ে।[৩০(ক)]

নেহৰুৱে মাতি পঠিওৱাৰ চিঠি পোৱাৰ পিছতে শ্ৰীপ্ৰকাশে বৰদলৈৰ প্ৰতি চিৰকৃতজ্ঞতাৰে লিখা চিঠিখনৰ এটা অংশত কৈছে ঃ

"এটা আজোৰত পৰি মই যাব লগা হ'লো, মই অতি উদ্বিগ্ন আৰু আশা কৰিছো যাতে প্ৰদেশখনে আপোনাৰ সেৱা আগত বহুদিনলৈ পাই থাকে। আমাৰ সকলোৰে আপোনাক প্ৰয়োজন আৰু আসাম অতি অভাগা হৈ পৰিব যদি আপুনি পদত্যাগ দিয়ে। আপোনাৰ স্বাস্থ্য হৈছে ৰাজহুৱা সম্পদ আৰু মই আশাকৰো আপুনি তাৰ বাবে অতি যত্ন লয় যেন।"[৩০(খ)]

শ্ৰীপ্ৰকাশে এইখিনি কথা লিখোঁতে বৰদলৈৰ ভগা শৰীৰতকৈও ভগা মনৰ কথা বেছিকৈ ভাবিছিল। এই চিঠি লিখাৰ মাথোন এপযেকৰ আগতে বৰদলৈক বহাগ বিহুৰ ওলগ জনাওঁতে বতৰ গোমা নাছিল ; অতি ফৰকাল আছিল। তেতিয়া তেওঁ বৰদলৈক এনেদৰে বিহুৰ ওলগ জনাইছিল ঃ

"আঁমি সকলো সঁচাকৈয়ে ভাগ্যবান আপোনাৰ দৰে এজনক চৰকাৰখনৰ মুৰব্বী হিচাবে পাই। অসাধাৰণ সাহসেৰে আপুনি এই গধুৰ দায়িত্ব বহন কৰি আহিছে। যদিও কিছুলোকে ওজৰ-আপত্তি দৰ্শায়, সকলোৱেই কিন্তু আপোনাৰ ব্যক্তিত্বৰ প্ৰতি থকা সন্মানত আৰু আপোনাৰ অটল সত্যনিষ্ঠাৰ প্ৰতি আস্থা দেখুওৱাত এক। মই নিজে আপোনাৰ ওচৰত কিমান গভীৰভাৱে ঋণী তাক মই শব্দেৰে বুজাবলৈ অক্ষম। মোক ভাইৰ দৰে গ্ৰহণ কৰি আৰু মোলৈ স্নেহশীল শুভকামনাৰে অবিচল সহযোগ আগবঢ়াই আপুনি মোক যি দিলে তাক মই কাহানিও পৰিশোধ কৰিব নোৱাৰিম।"[৩০(গ)]

বৰদলৈৰ ৯ মে' তাৰিখৰ বিদায়ী পত্ৰখনৰ উত্তৰত শ্ৰীপ্ৰকাশে বৰদলৈক শলাগিলে প্ৰদেশখনৰ সমস্যাবোৰক ইমান কম শব্দেৰে সুন্দৰকৈ প্ৰকাশ কৰাত আৰু প্ৰতিশ্ৰুতি দিলে সেইবোৰ কেন্দ্ৰৰ কাণ চুৱাবলৈ। লগতে ক'লে বৰদলৈৰ দৰে এজন মুখ্যমন্ত্ৰীৰ ভূত, বৰ্ত্তমান আৰু ভৱিষ্যতৰ সকলো ৰাজ্যপালক পৰামৰ্শ দিবলৈ ক্ষমতা আছে আৰু তেওঁৰ ক্ষেত্ৰত বৰদলৈৰ পৰামৰ্শ বন্ধুৰ হুকুম বুলি পৰিগণিত হ'ব।[৩০(ঘ)]

শ্ৰীপ্ৰকাশলৈ এই চিঠিখন লিখাৰ পাছদিনাই ১০ মে' তাৰিখে, বৰদলৈয়ে নেহৰুলৈ লিখিলে যে শ্ৰীপ্ৰকাশৰ বদলি সংক্ৰান্তত কৰা সকলো আপত্তি তেওঁ ঘূৰাই লৈছে আৰু তেওঁ নেহৰুৰ প্ৰতি কৃতজ্ঞ যে শ্ৰীপ্ৰকাশৰ নিযুক্তিত অসমৰ আৱশ্যকতা আৰু সমস্যাসমূহৰ প্ৰতিও বিশেষ মনোযোগ দিয়াৰ ইচ্ছা সোমাই আছে। বৰদলৈয়ে কোনো যুদ্ধ বা বাক্-বিতণ্ডাত সোমাব নুখুজিলে।[৩১] তথাপি তেওঁ নেহৰুক এষাৰ টান কথা নুশুনোৱাকৈ নাথাকিল ঃ "যদি এই ঠাইৰ লোকে শ্ৰীদৌলতৰামজীৰ নিযুক্তিত আপত্তি প্ৰকাশ কৰিছে, সেয়া এই কাৰণেই যে তেওঁৰ চাকৰিৰ প্ৰগতিক্ৰম (career)

আপোনাৰ দ্বাৰা নিৰ্দ্ধাৰিত হৈ আহিছে।"[৩২] এই চোকা বাক্যটিয়ে নেহৰুৰ মনলৈ কি প্ৰতিক্ৰিয়া আনিছিল বুজা নাযায়, কাৰণ বৰদলৈৰ চিঠিয়ে নেহৰুক সকাহহে দিলে চাগৈ (শ্ৰীপ্ৰকাশৰ উত্তৰাধিকাৰীজনক গ্ৰহণ কৰাত)। নেহৰুৱে বৰদলৈৰ প্ৰতি 'অশেষ কৃতজ্ঞতা' প্ৰকাশ কৰিলে আৰু তেওঁৰ আগন্তুক ইণ্ডোনেছিয়া ভ্ৰমণৰ পাছতেই এবাৰ অসমলৈ যাবলৈ ইচ্ছা প্ৰকাশ কৰি সমস্যাটো এটি সুখপ্ৰদ কথাৰে ওৰ পেলালে।[৩৩]

ৰাজ্যপাল সংকটৰ কিছু আগতে বৰদলৈ দিল্লীত থাকোঁতে আগন্তুক কেবিনেট সাল-সলনিৰ বিষয়ে তেওঁ গম পাইছিল আৰু সেই কাৰণেই তেওঁ সেই সময়ত নেহৰুক অন্ততঃ এজন মন্ত্ৰী অসমৰ পৰা ল'বলৈকো অনুৰোধ কৰিছিল। তেওঁ ৰোহিনী কুমাৰ চৌধুৰী আৰু সুৰেন্দ্ৰ নাথ বুঢ়াগোহাঁইৰ নাম প্ৰস্তাৱ কৰিছিল এই কাৰণেই যে দুয়োজন তেতিয়া সংসদত কংগ্ৰেছ সদস্য আছিল।[৩৪] সেই কাৰণেই হয়তো দৌলতৰাম সম্বন্ধীয় চিঠি এখনত নেহৰুৱে লগতে সুধি পঠিয়ালে - (কুলধৰ) চলিহাক উপমন্ত্ৰী পাতিলে কেনে হ'ব ?[৩৫] এনে এজন প্ৰবীণ কংগ্ৰেছ নেতাক মাথোন উপমন্ত্ৰিত্বহে বাচিবলৈ ওলোৱাত বৰদলৈ হয়তো আচৰিত হৈছিল আৰু সেই কাৰণেই কৈছিল যে চলিহা যদি তাত সন্তুষ্ট থাকে সিও আদৰণীয় হ'ব।[৩৬] কিন্তু নেহৰুৱে সঁচাকৈয়ে কেন্দ্ৰত অসমৰ প্ৰতিনিধিত্ব বিচাৰিছিল বুলি আমাৰ মনে নধৰে। ৰাজ্যপাল সংকট যেতিয়া মাৰ গ'ল তেতিয়া নেহৰুৱে বৰদলৈলৈ লিখিলে (১৬ মে') যে অসমৰ কোনো সদস্যই তেওঁৰ নতুন মন্ত্ৰীসভাত সুমুৱাব পৰা নগ'ল।[৩৭]

## ৩। শ্ৰীপ্ৰকাশৰ বদলিত সোমাই থকা নেহৰুৰ 'সৰ্বভাৰতীয়তা'

কি 'সৰ্বভাৰতীয় বিবেচনা'ৰ ভিত্তিত নেহৰুৱে শ্ৰীপ্ৰকাশক কেন্দ্ৰলৈ নি বাণিজ্য মন্ত্ৰী পাতিলে সেই ৰহস্য ভেদ কৰাটো আজি কঠিন নহয়। ভিতৰুৱা ৰাজনীতিৰ পাশাখেলখন নেহৰুৱে এনে চাতুৰীৰে খেলিলে যে চৰ্দাৰ পেটেলৰ দৰে অত্যন্ত টেঙৰ লোকজনো নেহৰুৱে পতা ফান্দত বন্দী হওঁ হওঁ হ'ল। সেই কাৰণেই এই ক্ষেত্ৰত যে এক ধৰণৰ সৰ্বভাৰতীয় ৰাজনীতি সোমাই আছিল সেইটো ঠিক - সি উচ্চ খাপৰ হওকেই বা নহওক। দ্বিতীয়তে, নেহৰুৱে কোৱা দৰে অসমো যে এক প্ৰকাৰে বিষয়টোৰে সংলগ্ন আছিল তাকো আমি বিচাৰি পাইছো যেন লাগিছে। ইতিহাসে নেহৰুৰ এই সংযোগ কেনেদৰে চাব সেইটো অৱশ্যে বেলেগ কথা।

১৯৫০ চনৰ গ্ৰীষ্মত নেহৰু-পেটেল বিভেদভাব বাহিৰতো প্ৰকাশ পাবলৈ ল'লে। নেহৰুৰ পাকিস্তান নীতি লৈ কেবিনেটত সঘনে বিৰোধ হ'ল আৰু লগতে চৰ্দাৰ পেটেলৰ প্ৰভাৱ কংগ্ৰেছ দলত আৰু ১৯৫০ চনৰ ছেপ্তেম্বৰ মাহত নাছিক কংগ্ৰেছত

পিছৰ বছৰৰ সভাপতিৰ বাবে পেটেলৰ প্ৰাৰ্থী জয়ী হয়। ইয়াৰ প্ৰতিক্ৰিয়া স্বৰূপে সেই একে মাহতে নেহৰুৰ অনুপ্ৰেৰণাৰে গঢ়ি উঠা কংগ্ৰেছ সমাজবাদী মৰ্চাই এই বিভেদভাৱ ৰাইজৰ সন্মুখত প্ৰত্যক্ষ কৰি তোলে। শ্যামাপ্ৰসাদ মুখাৰ্জী আৰু কে.ছি. নিয়োগীয়ে নেহৰু কেবিনেটৰ পৰা দিয়া ইস্তফাৰ কথা আমি আগতে কৈ আহিছোঁ। নেহৰুৱে নতুন কেবিনেটত তেওঁৰ প্ৰভাৱ বঢ়াবলৈ যত্ন কৰে। শ্ৰীপ্ৰকাশ আছিল ইংলেণ্ডৰ কেম্ব্ৰিজ বিশ্ববিদ্যালয়ত নেহৰুৰ সমসাময়িক আৰু পাছত উত্তৰ প্ৰদেশ কংগ্ৰেছতো দুয়ো দুয়োকে বহুত দিনৰ পৰা পাইছিল।[৩৮] এই ঘনিষ্ঠতাৰ বলত সহমত পাবলৈকে নেহৰুৰ কাৰণে শ্ৰীপ্ৰকাশ প্ৰয়োজনীয় হৈ পৰিছিল।[৩৯] কিন্তু সেই একে বছৰতেই (১৯৫০) ডিচেম্বৰ মাহত যেতিয়া পেটেলৰ পৰলোক ঘটে, তেতিয়া শ্ৰীপ্ৰকাশৰো প্ৰয়োজনীয়তা নেহৰুৰ কাৰণে নোহোৱা হ'ল আৰু তেওঁক মাদ্ৰাজৰ ৰাজ্যপাল পাতি বিদায় দিয়া হ'ল। গতিকে সমগ্ৰ বিষয়টো এনেদৰেও ব্যাখ্যা কৰিব পাৰি যে শ্ৰীপ্ৰকাশৰ অত্যন্ত জনপ্ৰিয় আৰু সফল কাঁৰ্য্যৰ পৰা অসম বঞ্চিত হ'ব লগা হ'ল মাথোন এই কাৰণেই যে চৰ্দাৰ পেটেলৰ প্ৰভাৱ ওফৰাবলৈ নেহৰুৰ 'এখন বিশেষ ধৰণৰ কেন্দ্ৰীয় কেবিনেট'ৰ প্ৰয়োজন হৈছিল। হয়তো বৰদলৈৰ লগত এই বদলি আৰু নিযুক্তিৰ বিষয়ে আলোচনা নকৰাৰ কাৰণ ইয়েই। পেটেল-নেহৰুৰ বিবাদৰ এটা কাৰণ হিন্দু মুছলমান সম্বন্ধ আৰু মুছলমান ভগনীয়াই সৃষ্টি কৰা বিভিন্ন সমস্যাবিলাক। গতিকে প্ৰশ্ন হ'ব পাৰে যে যিহেতু নেহৰুৱে শ্ৰীপ্ৰকাশক তেওঁৰ নীতিৰ পক্ষে আৰু তেওঁৰ ফৈদৰ বুলি গণ্য কৰিছিল আৰু যিহেতু মুছলমান ভগনীয়াৰ বিষয়টো অনুসন্ধান কৰিবৰ কাৰণে অসম এখন বিশিষ্ট ঠাই আছিল, সেই কাৰণে নেহৰুৱে শ্ৰীপ্ৰকাশক অসমতে ৰাখি বিষয়টোৰ সঠিক বিশ্লেষণ পাবলৈ নিবিচাৰিলে কিয় ? আমাৰ ধাৰণাত ইয়াৰ কাৰণ দুটা ঃ প্ৰথমতে, নেহৰুৰ এই বিষয়ত মন বন্ধা আছিল আৰু তেওঁক কোনো বিশেষকৰ প্ৰয়োজন নাছিল। দ্বিতীয়তে, ইও হ'ব পাৰে যে নেহৰুৱে এটা গুলীত দুই চিকাৰ কৰিবলৈ বিচাৰিছিল। হিন্দুৱেই হওক বা মুছলমানেই হওক, নেহৰুৱে অসমৰ পমুৱা ভগনীয়াৰ বিষয়ে বৰদলৈৰ হা-হুতাহত কোনো গুৰুত্ব দিয়া নাছিল। পেটেলে অন্ততঃ বৰদলৈৰ যন্ত্ৰণাৰ আধাখিনিত মানে মুছলমান প্ৰবজনৰ ক্ষেত্ৰত সঁহাৰি জনাইছিল। শ্ৰীপ্ৰকাশ আৰু বৰদলৈৰ মাজৰ অন্তৰঙ্গতা আৰু পাৰস্পৰিক শ্ৰদ্ধাৰ কথা জানি নেহৰুৱে হয়তো বিচাৰিছিল, মুছলমান প্ৰবজনৰ আৰু অনুপ্ৰৱেশকাৰীৰ ক্ষেত্ৰত বৰদলৈৰ উদ্বিগ্নতাই যাতে শ্ৰীপ্ৰকাশৰ ওপৰত প্ৰভাৱ নেপেলায় ; কাৰণ, তেনে হ'লে সি সৰ্বশেষত পেটেলৰ পক্ষটোকহে বলবান কৰিবগৈ।

## ৪। অসম চৰকাৰৰ মুখ্য সচিব আৰু অসমৰ ৰাজ্যপাল নিযুক্তিত নেহৰুৰ দাম্ভিক কৰ্তৃত্ববাদ আৰু অসম বিমুখিতা

পেটেলৰ দৰে নেহৰুও অসমৰ মুখ্য সচিব মহাৰাষ্ট্ৰীয় এছ.পি. দেশাইৰ প্ৰতি অত্যন্ত বিৰূপ ভাৱাপন্ন আছিল। ইয়াৰ কাৰণ আছিল এই যে অসমৰ জ্বলন্ত সমস্যাবিলাকৰ প্ৰতি কেন্দ্ৰই বিশেষ ধ্যান নিদি মাথোন বাহিৰৰ কোনো কোনো বিশেষ গোষ্ঠীৰ অপপ্ৰচাৰক প্ৰশ্ৰয় দি কেন্দ্ৰই সেই সমস্যাবিলাকক অধিকতৰ জটিল কৰি তুলিলে বুলি দেশাইয়ে খোলাখুলিভাবে প্ৰকাশ কৰা মতটো। দেশাইৰ উদাহৰণকেইটা আছিল ঘাইকৈ কেন্দ্ৰৰ পৰিচালনাত হোৱা অসমৰ শৰণাৰ্থী সংস্থাপন কাৰ্য্য, অসমত ৰেলৱে কৰ্মচাৰীসকলে সৃষ্টি কৰা অৰাজকতা আৰু কমিউনিষ্ট সকলৰ দেশদ্ৰোহী বাওঁহঠকাৰিতা। কেনেকৈ এই তিনিটা সমস্যাৰ লগত একাংশ হিন্দু বাঙালী, শৰণাৰ্থী লবী আৰু বাহৰিৰ পৰা হোৱা অপপ্ৰচাৰ জড়িত আছিল সেই কথা দেশাইয়ে কেন্দ্ৰীয় ৰেল মন্ত্ৰালয়ৰ সচিব গোপালস্বামী আয়েঙ্গাৰলৈ আৰু কেন্দ্ৰীয় গৃহ মন্ত্ৰালয়ৰ সচিব এইচ.ভি. আয়েঙ্গাৰলৈ দুখন অৰ্দ্ধ-চৰকাৰী ভিতৰুৱা চিঠিত লিখিলে। এজন উচ্চ পদস্থ চৰকাৰী বিষয়াই অন্য এজন চৰকাৰী বিষয়ালৈ লিখাৰ দৰে। আটাইকেইজনেই আছিল আই.চি.এছ. বিষয়া আৰু অসমত নিযুক্ত থকা বুলিয়েই নেহৰু আৰু পেটেলে ভবাৰ দৰে দেশাইক আন দুজনতকৈ তল খাপৰ বুলিব নোৱাৰি। এনেপ্ৰকাৰৰ মিত্ৰভাৱপূৰ্ণ তথ্য-বাৰ্তাই জটিল সমস্যা সমাধা কৰাত যে সহায় কৰে তাক উলাই কৰা কঠিন। সৎ লোকে কোনো কোনো বিষয়ত বৰ্তি থকা হাই-উৰুমি আঁতৰাবলৈ এনেধৰণে যোগাযোগ কৰা কথাটো অবাঞ্চিতও নহয় আৰু অৱমাননাসূচকো নহয়। তথাপিও এই পত্ৰ দুখন নেহৰু আৰু পেটেলৰ হাতত পৰাত দুয়োৰে প্ৰতিক্ৰিয়া অবিকল একে হ'ল। দেশাইৰ চিধা-চিধি কথাত দুয়োজনে অসন্মান বোধ কৰিলে। কেন্দ্ৰই অসমৰ বিষয়ে কিছু কথা নাজানে বুলি কৈ দেশাইয়ে তেওঁলোকৰ মানত ব্ৰহ্মাদোষ কৰিলে আৰু তাৰ কাৰণে তেওঁলোকে বাছি লোৱা শাস্তি হ'ল সেইজন বিষয়াক চাকৰিৰ পৰা তৎক্ষণাত বাহিৰ কৰা। যেন দেশাইৰ ভাৰতৰ বা অসমৰ কাৰণে চিন্তা কৰাটো পাপ হ'ল। কেন্দ্ৰৰ এই দুজন মন্ত্ৰীয়ে দেশাইৰ অভিজ্ঞতাৰ বিষয়ে কিবা যে জানিছিল সন্দেহ। ১৯১৫ চনতেই তেওঁ অসম চৰকাৰত সোমাই প্ৰথম চাকৰি আৰম্ভ কৰিছিল শ্ৰীহট্ট জিলাত চাব-ডিভিজনেল অফিচাৰ হিচাপে। অসমৰ চৰকাৰী প্ৰশাসনৰ প্ৰায় প্ৰতিটো বিভাগত দক্ষতাৰে কাৰ্য্য চলাই তেওঁ ১৯৪৮ চনত মুখ্য সচিব হ'লগৈ। দেশাইৰ সৰ্বভাৰতীয় মানসিকতাৰ ওপৰত কোনো সৎ লোকেই প্ৰশ্ন উঠাব নোৱাৰে। ভাৰতীয় জাতীয় ভাৱাপন্ন দেশাইয়ে আই.চি.এছ. পৰীক্ষাত বহাৰ আগতে গোপালকৃষ্ণ গোখলে আৰু

লালা লাজপৎ ৰায়ৰ লগত পৰামৰ্শ কৰিহে সেই কাৰ্য্যলৈ আগবাঢ়িছিল।[৪০] আমি আগৰ অধ্যায় এটিত দেখুৱাই আহিছো ১৯৪০-৪৫ ৰ কালত দেশাইয়ে মুছলিম লীগ মন্ত্ৰীসভাৰ মাটি পট্টন ব্যৱস্থাৰ বিপক্ষে গৈ কেনেকৈ তেওঁৰ প্ৰতিবেদন দাখিল কৰিছিল। বৰদলৈয়ে ৰাজ্যপাল দৌলতৰামক কোৱাৰ দৰে দেশাই আছিল অতিপাত কৰ্মশীল, সম্পূৰ্ণ অ-সাম্প্ৰদায়িক আৰু সৰ্বদায় ন্যায়পৰায়ণ ব্যক্তি। যদিও কেতিয়াবা তেওঁৰ কথা হুতা হৈ প্ৰকাশ পাইছিল, তেওঁ কাহানিও আক্ৰমণশীল বা অস্থিৰ হোৱা নাছিল ; সমতা তেওঁ সদায়েই বজাই ৰাখিছিল। গতিকে ৩৫ বছৰীয়া অসম অভিজ্ঞতাৰে পুষ্ট, ১৯৫০ চনৰ শৰৎ কালত আহিবলগা অৱসৰ প্ৰাপ্তিলৈ বাট চাই থকা এই বিষয়াই অসমৰ কিছু গুৰুত্বপূৰ্ণ কথা তেওঁৰেই একেস্থানৰ কেন্দ্ৰীয় বিষয়াক কৈ কিনো জগৰ লগালে যে পেটেল আৰু নেহৰুৱে তেওঁক খেদাবলৈ উদ্যত হৈ পৰিবলগা হ'ল। নেহৰু আকৌ ভূতৰ ওপৰত দানহ পৰাদি ওলাই দেশাইৰ ওপৰতেই মাথোন নহয় অসম চৰকাৰৰ প্ৰতিও প্ৰতিশোধপৰায়ণ হৈ পৰিল। তেওঁ বৰদলৈৰ উত্তৰাধিকাৰী মেধীক বাধ্য কৰালে তেওঁ আৰু পেটেলে বাছি পঠিওৱা এজন মুখ্য সচিব ল'বলৈ যাৰ প্ৰধান কাম হ'ব শৰণাৰ্থীৰ কাৰণে অসমত মাটি সংৰক্ষণ কৰা। মেধীয়ে দেশাইৰ স্থানত অসম অভিজ্ঞতাৰে সজ্জিত এছ.এল.মেহতাক মুখ্য সচিব পাতিব খুজিছিল কিন্তু নেহৰু আৰু পেটেলে তাত মান্তি নহৈ কেন্দ্ৰৰ পৰা এছ.ডি.পণ্ডিত নামৰ এজনক পঠিয়ালে সেই পদত যোগ দিবলৈ। কোৱা বাহুল্য, পণ্ডিতৰ নিযুক্তিত নেহৰুৱে দেখুওৱা দাম্ভিকতা আৰু চূড়ান্ত কৰ্তৃত্ববাদী আচৰণটোক কোনো আত্মসন্মান থকা মুখ্যমন্ত্ৰী এজনে হেলাৰঙে ল'ব নোৱাৰে। তাত তেওঁলোকৰ সাংবিধানিক নীতিৰ প্ৰতি বিন্দুমাত্ৰও শ্ৰদ্ধা প্ৰকাশ নাপালে। নেহৰুৰ এনে একপক্ষীয় সিদ্ধান্তত মেধী সুখী নোহোৱাত অসমৰ প্ৰতি নেহৰুৰ প্ৰতিশোধী উদাসীনতা বাঢ়ি গৈ থাকিল। যিহেতু এছ.ডি.পণ্ডিত মাথোন কেন্দ্ৰৰ কামতহে অসমলৈ আহিছিল গতিকে মেধী আৰু পণ্ডিতৰ মাজত সদ্ভাৱ একেবাৰেই নঘটিল। শ্বিলং গৈ পায়েই পণ্ডিতে পেটেলৰ পূৰ্বৰ দাবীটোকে দোহাৰি প্ৰস্তাৱ কৰিলে যে নতুনকৈ আবাদী কৰা মাটি এভাগ শৰণাৰ্থীসকলে পাব লাগে। তেওঁৰ এই প্ৰস্তাৱত মেধীৰ এনে খং উঠিল যে তেওঁ গৰজি উঠিল। পাছলৈ অসমৰ এজন প্ৰসিদ্ধ সাংবাদিক হৈ পৰা সতীশ চন্দ্ৰ কাকতিয়ে তেওঁৰ জীৱন সোঁৱৰণত লিখি থৈছে যে পণ্ডিতে উপৰোক্ত প্ৰস্তাৱটো মেধীক দিয়াৰ সময়ত তেৱোঁ সেই কোঠাত আছিল আৰু সেই ঘটনাৰ পাছত দুয়োৰে মাজত কেতিয়াও সদ্ভাৱ স্থাপন হ'ব নোৱাৰিলে।[৪১]

নেহৰুৱে এহাতে আগৰ দৰে অসম আৰু অসমীয়াৰ দুৰ্দশাৰ কথালৈ কাণ নিদিয়াকৈ থাকিল, আৰু আনহাতে মেধীৰ প্ৰতি কথাকে অৱমাননা কৰাটো তেওঁৰ

ৰীতিগত দস্তুৰ হৈ পৰিল। ১৯৫৪ চনত কেন্দ্ৰই তেতিয়াৰ অসমৰ উত্তৰ-পূব সীমান্ত এলেকাত (আগৰ নেফা আৰু আজিৰ অৰুণাচল প্ৰদেশ) মেধীৰ লগত আগতীয়া কোনো আলোচনা নকৰাকৈ আগৰ লোকসকলক আঁতৰাই নতুনকৈ 'পলিটিকেল অফিচাৰ' নিযুক্ত কৰাত লাগিল। মেধীয়ে এই কথাত অসমীয়া আৰু অসম কংগ্ৰেছৰ আপত্তিৰ বিষয়ে জনোৱাত নেহৰুৱে খৰাং উত্তৰটো দিলে এনেকৈ ঃ

"এই মানুহবোৰক কেইবাশখন দৰ্খাস্ত-পত্ৰৰ আৰু বহুবোৰ পৰীক্ষাৰ জৰিয়তে নিযুক্ত কৰা হৈছে। ব্যক্তি সকলক বাছি উলিয়াবলৈ যি সাৱধানতাৰ প্ৰয়োজন, সেই সাৱধানতা লোৱা হৈছে।"[৪২] কিন্তু আগৰ বিষয়া সকলক কিয় আঁতৰোৱা হ'ল সেই বিষয়ে তেওঁ মেধীক একো নজনালে, ইচ্ছাকৃতভাৱেই। ৰাজ্যপাল জয়ৰামদাস দৌলতৰামৰ কাৰ্য্যকাল উকলি যোৱা স্বত্বেও নতুন ৰাজ্যপাল নিযুক্তি নোহোৱাত যেতিয়া মেধীয়ে সংবিধানৰ ১৫৬ ধাৰাৰ আধাৰত আপত্তি দৰ্শালে[৪৩] নেহৰু আৰু বেছি জ্বলি-পকি উঠিল। তেওঁ ক'লে সেইটো কেন্দ্ৰৰ ওপৰত নিৰ্ভৰ কৰে। মানে তাত মেধীৰ মাত নাই। তাৰোপৰি তেওঁ এটা অবাস্তৱ আৰু মিছা যুক্তি দৰ্শালে এইবুলি ঃ আচলতে হেনো দৌলতৰামে সাধাৰণ নিৰ্বাচনৰ লগে লগে আন সকলো ৰাজ্যপালৰ দৰে পদ ইস্তফা দিছিল আৰু তেওঁক পুনৰ অসমত নিয়োগ কৰা হৈছিল। নেহৰুৱে কথাটো সামান্য বুলি কৈ ফাল্‌ৰি কাটিলে এইবুলি ঃ "আমি বদলিৰ কথাটো ভাবিবলৈ ইচ্ছুক। কিন্তু এই সময়ত আপুনি জানে, আমি অত্যধিক ব্যস্ত - ৰাজ্য পুনৰ গঠন কমিছন ইত্যাদিৰ বিষয়ত।"[৪৪]

যদিও মেধী অসমৰ বিত্ত আৰু ৰাজহ মন্ত্ৰী হৈ থাকোতে পেটেলো তেওঁৰ ওপৰত নাৰাজ আছিল তেওঁক শৰণাৰ্থী বিদ্বেষী বুলি লৈ, মুখ্যমন্ত্ৰী হোৱাৰ লগে লগে সাংবিধানিক নীতি মতেই আৰু কেন্দ্ৰ-ৰাজ্যৰ মাজত সন্তোষজনক বাতাবৰণ সৃষ্টি কৰিবলৈকে পেটেলে অসম কংগ্ৰেছত সেই সময়ত মেধীৰ জনপ্ৰিয়তালৈ চাই তেওঁক মুখ্যমন্ত্ৰী হিচাপে প্ৰাপ্য সন্মান দিবলৈ ল'লে। অসম চৰকাৰৰ মুৰব্বী হিচাপে মান্যতা প্ৰদান কৰি মেধীক বিশ্বাসত লোৱাটোহে পেটেলে যুগুত বুলি জ্ঞান কৰিছিল। এটা বিশেষ উদাহৰণেৰে কথাটো প্ৰাঞ্জল কৰি দেখুৱাওঁ। বৰদলৈ ঢুকুৱাৰ কিছুদিন পাছতেই তেওঁৰ আদ্যশ্ৰাদ্ধৰ দিনাই অসমত এটা বৰ ভূমিকম্প হ'ল, ১৮৯৭ চনত হোৱা ভয়ানক ভূমিকম্পটোৰ পাছত হোৱা প্ৰথম বৰ ভূমিকম্প। এই দুৰ্ঘটনাত অসমৰ বিস্তৰ ক্ষতি হ'ল। এনে ঘটনা দেশখনৰ য'তেই নঘটক, ঘটনাস্থলী পৰিদৰ্শন কৰাটো দেশৰ প্ৰধানমন্ত্ৰী গৰাকীৰ দায়িত্বৰ ভিতৰত পৰে। সেয়ে নেহৰু অসমলৈ গ'ল আৰু স্ব-চক্ষে উৰণীয়া ভ্ৰমণেৰে তাৰ ধ্বংসলীলা দেখি আহিল। নেহৰুৰ অসমৰ পৰা ঘূৰি অহাৰ

সময়ত পেটেল মুম্বাইত শৰীৰ পৰীক্ষা কৰিবলৈ গৈছিল। সেই কাৰণে অসমৰ সম্পূৰ্ণ সংবাদ পাবলৈ ইচ্ছুক হৈ থকাৰ কথা কৈ তেওঁ নেহৰুলৈ বুলি নতুন দিল্লী এৰাৰ আগে আগে এটা টোকা থৈ গ'ল।[৪৫] এই টোকাৰ উত্তৰত ৬ ছেপ্তেম্বৰ (১৯৫০) তাৰিখে অসমৰ পৰা ঘূৰি আহি নেহৰুৱে যি লিখিলে তাত অসমৰ দুৰ্দশাৰ প্ৰতি কোনো অনুকম্পাই প্ৰকাশ নাপালে, আগৰ প্ৰতিশোধী মনোবৃত্তিহে তাত সম্পূৰ্ণভাৱে বিৰাজ কৰিলে। তেওঁ পেটেললৈ লিখিলে ঃ

> "তোমাৰ ৬ ছেপ্তেম্বৰৰ চিঠি। মই অসমৰ বিষয়ে বিশেষ একো নিলিখিম। আমি কৰিছো, যিমান কৰিব পৰা যায়। কিন্তু মই নিশ্চিত তাত এজন নতুন আৰু দক্ষ মুখ্য সচিব (দেশাইৰ ঠাইত) অনতি পলমে প্ৰয়োজন হৈছে। মই সকলো শক্তিৰে আমাৰ ধাৰণা মুখ্যমন্ত্ৰী আৰু আন মন্ত্ৰীসকলক ক'লো। তেওঁলোকে সামগ্ৰিকভাৱে মোৰ কথাত সন্মতি জনালে কিন্তু তথাপিও তেওঁলোকৰ এতিয়াৰ মুখ্য সচিবৰ (দেশাই) আৰু বিত্ত সচিব (মেহতা)ৰ প্ৰতি অনুকম্পা বৰ্তি আছে। তেওঁলোকে মেহতাক মুখ্য সচিব ৰূপে পাবলৈ বিচাৰে। মই ভাবো আমি এনে প্ৰস্তাৱ কোনোপধ্যে গ্ৰহণ কৰাটো উচিত নহ'ব।"[৪৬]

অসমৰ ভূমিকম্পই কৰা বিপুল ধ্বংসাত্মক কাৰ্য্যৰ কথা অসমৰ বাহিৰত, বিশেষকৈ কংগ্ৰেছ মহলত, প্ৰচাৰ হোৱাৰ সময়ত যেতিয়া কোনো কোনোৱে প্ৰস্তাৱ দিলে যে গান্ধী স্মাৰক নিধিৰ পৰা কিছু ধন অসম চৰকাৰলৈ সদ্যহতে আগবঢ়াব লাগে। যেতিয়া পেটেলে এই পৰামৰ্শটো নেহৰুক দিলে নেহৰুৱে ক'লে এনে হ'লে 'সেই ধনৰ অপ-ব্যৱহাৰ হ'ব।'[৪৭] পেটেলেও গান্ধী স্মাৰক নিধিৰ ধন তেনেদৰে ব্যৱহাৰ কৰাটো শুদ্ধ বুলি জ্ঞান নকৰিলে, কিন্তু, তেওঁ অনতি পলমে অসমৰ কাৰণে অন্য উপায়েৰে ধন সংগ্ৰহ কৰাত লাগি গ'ল, নেহৰুৰ দৰে প্ৰস্তাৱ নাকচ কৰিয়েই বিষয়টো কাটি কৰি নথ'লে।

যোৱা অধ্যায়টোত আৰু এই অধ্যায়তো নেহৰুৱে অসমৰ প্ৰতি কৰা আচৰণ আৰু তেওঁৰ বৰদলৈ আৰু মেধীলৈ লিখা কিছু চিঠিৰ শব্দ গাঁথনিয়ে যে শালীনতা, সাধুতা আৰু সৌষ্ঠৱতাৰ পাৰ ভাঙি নীচতা আৰু হীনতাৰ দুৱাৰ মুখত উপস্থিত হৈছে তাক বুজাই বুজিব। ভাৰতবৰ্ষত সৰ্বহাৰাই অৱস্থাপন্ন লোকৰ সহায় বিচাৰি 'আপুনিয়ে আমাৰ মা-বাপ' এই বাক্য আজিও ব্যৱহাৰ কৰে। নেহৰুৱে এই 'মা-বাপ' সংজ্ঞাটোক সহিব নোৱাৰিছিল আৰু তাক বৃটিছেহে গঢ়িছিল বুলি ফিৰিঙিক দোষ দিছিল। এই লিখকে বহুকালৰ আগতে এখন সভাত নেহৰুৱে ইংৰাজীত দিয়া বক্তৃতা এটিত এই সংজ্ঞাই তেওঁক কেনেকৈ খণ্ডত একোনাই কৰে তাক স্ব-চক্ষে দেখিছিল। ভেণ্ডুচালি

কৰিয়েই তেওঁ কৈছিল ঃ "চাওক চাওক, ইমান হাবিয়াস 'মা-বাপ' হৈ ওলাবলৈ, একেলগে পিতৃও আৰু মাতৃও।" পিছে এযুগৰ পাছত নেহৰু আৰু অসম সম্পৰ্কে প্ৰচুৰ নথি-পত্ৰ চাই দেখিলো নেহৰুৰ সেই ৰাজহুৱা উক্তিখিনি আছিল কৃত্ৰিম নাটকীয় উক্তিহে। কেন্দ্ৰীয় চৰকাৰৰ (আচলতে তেওঁৰ) শ্ৰেষ্ঠতা দাবী কৰি অসমৰ আৰু স্বাধীনোত্তৰ অসমৰ প্ৰথম মুখ্যমন্ত্ৰী দুজনৰ প্ৰতি তেওঁ কৰা ব্যৱহাৰত সেই 'মা-বাপ' মনোবৃত্তিয়েই প্ৰকাশ পালে। ই অত্যন্ত আচহুৱা যিহেতু নেহৰুৰ চৰিত্ৰত সংবিধানৰ পবিত্ৰতা ৰক্ষা কৰাৰ হেঁপাহ এটাও নথকা নহয়। বিভিন্ন স্থানত, বিশেষকৈ ৰাজ্যপাল বা মুখ্যমন্ত্ৰী সকলৰ সন্মিলনত তেওঁ কৈছিল যে ৰাজ্যখনৰ সম্পৰ্কত কোনো সিদ্ধান্তই মাথোন ৰাজ্যপালেৰে কথা হৈ ল'ব নোৱাৰি, মুখ্যমন্ত্ৰীৰ মত লবই লাগিব।[৪৮] তথাপিও দেখা গ'ল যে, তেওঁৰ নিজা ব্যক্তিগত স্বাৰ্থৰ খাতিৰত বা ৰাজনৈতিক খেলত প্ৰতিদ্বন্দ্বীক পৰাস্ত কৰিবৰ কাৰণে তেওঁ পবিত্ৰ নীতিকো বহিষ্কাৰ কৰিছিল। দ্বিতীয়তে, যি কৰ্তৃত্ববাদী 'মা-বাপ' ভঙ্গীৰে তেওঁ অসমত কেন্দ্ৰীয় প্ৰাধান্যতা দাবী কৰিলে, তাৰ ফলত ফেডাৰেল নীতি সম্পূৰ্ণভাৱে ধুলিসাৎ হৈ গ'ল। মুখ্যমন্ত্ৰী এজনে যদি নিজে তেওঁৰ মুখ্য সচিবজনক বাছি ল'ব নোৱাৰে তেনেহ'লে চৰকাৰখনত তেওঁৰ ক্ষমতাই বা ক'ত থাকিল ?

দেশত আৰু বিদেশত নেহৰুৰ চৰিত্ৰৰ উচ্চ প্ৰশংসিত গুণবোৰৰ ভিতৰত ধৰা হয় তেওঁৰ সৌজন্যপূৰ্ণ, সংস্কৃত ব্যৱহাৰক। বিয়েত্ৰিছ ৱেবে কৈছিল নেহৰু হেনো এজন অতিপাত সম্ভ্ৰম আৰু সংযমী (too ultra refined) ব্যক্তি আছিল।[৪৯] কে. নাটোৱাৰ সিঙে কয় "সকলো সংকীৰ্ণ, নীচমনা আৰু স্বাৰ্থপৰ বা গুপ্ত কাৰ্য্যক নেহৰুৰ উচ্চ আভিজাত্যই ঘৃণাৰে অৱজ্ঞা কৰিছিল।"[৫০] কিন্তু নেহৰুৰ যিবোৰ উদ্ধৃতি যোৱা আৰু এই অধ্যায়ত দিয়া হ'ল তাৰ আধাৰত এনে ধৰণৰ নেহৰু স্বভাৱৰ প্ৰশংসা কোনোপধ্যেই মানি ল'ব নোৱাৰি। ভাৰতীয় ৰাজনীতি অধ্যয়ন কৰা কিছু প্ৰখ্যাত ভাৰতীয় পণ্ডিতে কব খোজে যে কেন্দ্ৰীয় শ্ৰেষ্ঠতা দাবী কৰি সংবিধানক অপবিত্ৰ কৰিবলৈ ওলোৱা কেন্দ্ৰীয় চৰকাৰৰ আজিৰ স্বভাৱটো নেহৰু-উত্তৰ কালতহে আবিৰ্ভাৱ হ'ল। নেহৰুৰ দিনত হেনো এনে দশা হোৱা নাছিল।[৫১] কিন্তু শৰণাৰ্থী সংস্থাপনৰ ক্ষেত্ৰত, নেহৰু আৰু পেটেলে অসম আৰু বৰদলৈৰ ওপৰত জাপি দিয়া অনাহক অপযশবোৰৰ আধাৰত এনে মন্তব্য দেখোন পলকতে উৰি যায়। নেহৰুৱে নিজেই ভালকৈ জানিছিল যে তেওঁৰ চৰিত্ৰৰ একোণত কৰ্তৃত্ববাদী 'মা-বাপ' হুংকাৰটো লুকাই আছিল আৰু সেয়েহে তেওঁ ১৯৩৭ চনত, তেওঁৰ ৰাজনৈতিক জীৱনৰ প্ৰথম জনপ্ৰিয়তাৰ সময়ত 'চাণক্য' ছদ্ম নামেৰে সেই বিখ্যাত ৰচনাখনত সেই কথা উনুকিয়াইছিল, যাতে জনপ্ৰিয়তাই তেওঁক বলাৎকাৰী কৰি নোতোলে।[৫২] মদগৰ্বীতাৰে

বৰদলৈক কেবিনেট মিছনৰ ছেক্সন মানি লবলৈ আহ্বান কৰাত আৰু তেওঁ নিজে পাছত গ্ৰুপিং আঁচনি মানি লোৱাত, অবৈধ পমুৱাৰ বহিষ্কাৰ আইনখন স্থগিত ৰখাত, এছ.পি. দেশাইক অসমৰ মুখ্য সচিব পদৰ পৰা খেদোৱাত, অসমৰ চুবুৰীয়া বহিঃদেশৰ পৰিস্থিতি সম্পৰ্কে বৰদলৈক ৰাজহুৱা মাত মতাৰ কাৰণে অভিযোগ অনাত, অসমৰ অসন্মতি সত্ত্বেও দৌলতৰামক অসমৰ ৰাজ্যপালৰ গাদীত ৰখোৱাত, মুখ্যমন্ত্ৰী মেধীক তেওঁৰ নিজা সচিবজনক বাছি ল'বলৈ নিদিয়া আদি কাৰ্য্যত যি জন নেহৰুৱে দেখা দিছে তেওঁ দুৰ্বাৰ সংযম-সম্ভ্ৰম লোক নহয়, এক বলাৎকাৰী ব্যক্তিহে। নেহৰুৰ মদগৰ্বী ধাৰণা আৰু কাৰ্য্যৰ ফলত ভাৰতলৈ অহা বিপদবোৰৰ তালিকা দীঘল, তাৰে কেইটিমান হ'ল ঃ ততাতৈয়াকৈ কৰা পূব পাকিস্তান-অসম সীমাৰেখা, কাশ্মীৰ নীতি, চীনা-তীৰ্বত নীতি, সকলো ভাৰতীয়লৈ সম নাগৰিক অধিকাৰ নাকচ নীতি, ৰাষ্ট্ৰসংঘৰ সুৰক্ষা সভাৰ স্থায়ী সদস্য হ'বলৈ ভাৰতলৈ অহা আমন্ত্ৰণ প্ৰত্যাখান। মেলকম মাগাৰিজ আৰু হিউ গেইটস্কেলৰ চকুত নেহৰু আছিল আত্মাভিমানী।[৫৩] সেই ১৯৫০ চনতেই নেহৰুৱে যেতিয়া ওপৰত উল্লেখ কৰা কেতবোৰ অঘটন অসমত ঘটাইছিল, পাবলো নেৰুদাই নেহৰুৰে সাক্ষাত হোৱাৰ পাছত নেহৰুৰ শেতা ব্যৱহাৰত 'হুকুম দিয়াত অভ্যস্ত হৈ থকা' নেতা এজনকহে দেখিলে।[৫৪]

## ৫। বিষাদগ্ৰস্ত বৰদলৈৰ আকস্মিক মৃত্যু ঃ নেহৰুৰ অভদ্ৰ উদাসীনতা, পেটেলৰ বেজাৰ ও অসমক লৈ উদ্বিগ্নতা

১৯৫০ চনৰ কেন্দ্ৰ আৰু বৰদলৈৰ মাজৰ সকলো লাগতিয়াল নথি পত্ৰৰ অধ্যয়নে প্ৰমাণ কৰে যে সেই ৬ আগষ্টৰ দিনা আন্ধাৰ পুৱাতেই গুৱাহাটীত বৰদলৈৰ হৃদযন্ত্ৰ চিৰকাললৈ স্তব্ধ হৈ পৰাৰ ঘটনাৰ অন্তৰালত সেই সময়ৰ তেওঁৰ কেন্দ্ৰৰ পৰা পোৱা গভীৰ বিষাদ বেদনাই তাৰ ঘাই কাৰণ আছিল। শৰণাৰ্থীৰ সংস্থাপনক লৈ কেন্দ্ৰই অসম চৰকাৰক ১৯৪৮ চনৰে পৰা এনেদৰে দুষিবলৈ ল'লে যে বৰদলৈ চৰকাৰখন কাহিল হৈ পৰিল। কলকতা প্ৰেছে, শৰণাৰ্থী লবীয়ে, কমিউনিষ্ট সন্ত্ৰাসবাদী সকলে আৰু পশ্চিমবঙ্গ চৰকাৰে অসমৰ বিপক্ষে যিহকে প্ৰচাৰ নকৰক, সকলো কথাই নেহৰু-পেটেলে কাণ দি শুনিবলৈ ল'লে আৰু নেহৰুৱে বিশেষকৈ অসমক খং, ক্ৰোধ, তিৰস্কাৰ, অপমান, অপবাদ, দাবী, ধমকি আৰু ভীতি প্ৰদৰ্শনেৰে থকা সৰকা কৰিবলৈ ল'লে। ১৯৪৮ চনৰ পৰা ১৯৫০ চনলৈ এই দুবছৰ কাল বৰদলৈয়ে থৈছিল তেওঁৰ নতুন অসম গঢ়াৰ পৰিকল্পনাবোৰক বাস্তৱত পৰিণত কৰিবলৈ, কাৰণ তেওঁ আগতেই অসম কংগ্ৰেছক জনাই থৈছিল যে আগন্তুক ১৯৫১ চনৰ নিৰ্বাচনত তেওঁ ভাগ নল'ব

বুলি। সেইকাৰণে এই কালডোখৰতেই কেন্দ্ৰ-অসম সম্বন্ধটোত জঁট লগাত তেওঁ বেছ বিমূঢ় হ'ল যদিও সম্পূৰ্ণ অবিচলিত হোৱা নাছিল। ইয়াৰ কাৰণ আছিল তিনিটা, প্ৰথমতে তেওঁ স্বাধীনোত্তৰ কালটোলৈকে ইমান দিন বাট চাই আছিল গান্ধীজীৰ বিকেন্দ্ৰীক প্ৰশাসনৰ যোগেদি নতুন অসম গঢ়াৰ পৰিকল্পনাবোৰক কাৰ্য্যত ৰূপান্তৰ কৰিবলৈ। দ্বিতীয়তে, তেওঁ সুখী আছিল যে স্বাধীনোত্তৰ প্ৰথম দুজন ৰাজ্যপাল চাৰ আকবৰ হাইদেৰী আৰু শ্ৰীপ্ৰকাশৰ লগত প্ৰায় সকলো বিষয়তে তেওঁ মতৰ ব্যতিক্ৰম নাছিল। হাইদেৰীয়ে সকলো কথা বৰদলৈৰ লগত পাতিছিল আৰু কেন্দ্ৰই অসমক দোষ ধৰা বিষয়কেইটাত হাইদেৰীৰ মত অবিকল বৰদলৈৰ দৰে আছিল। তৃতীয়তে, নেহৰু আৰু পেটেলৰ প্ৰতি তেওঁৰ স্নেহ আৰু শ্ৰদ্ধা ইমান প্ৰবল আছিল যে তেওঁ ধৰি লৈছিল যে জটিল সময়ডোখৰৰ কাৰণেহে বাহিৰৰ প্ৰচাৰক সঁচা বুলি লৈ এই দুজন শীৰ্ষস্থানীয় নেতাই অসমৰ ওপৰত ক্ষোভ দেখুৱালেও এটা সময়ত তেওঁলোকেও বুজি উঠিব যে হাইদেৰী আৰু শ্ৰীপ্ৰকাশে কেন্দ্ৰক দিয়া অসমৰ ছবিখনক বিশ্বাস নকৰাৰ সকাম থাকিব নালাগে।

নেহৰু আৰু পেটেলৰ প্ৰতি বৰদলৈৰ শ্ৰদ্ধা আছিল অশেষ। এই শ্ৰদ্ধাৰ ভিত্তি ভিন্ন ভিন্ন। প্ৰথমতে নেহৰুকে লোৱা যাওঁক। নেহৰুৰ ব্যক্তিত্ব আৰু প্ৰতিভাৰ প্ৰতি বৰদলৈ সদায় মুগ্ধ আছিল। নেহৰুৰ আন্তৰ্জাতিক খ্যাতি, উদাৰ সাম্প্ৰদায়িকতা বৰ্জিত ৰাজনীতি, সাধাৰণ জনগণৰ প্ৰতি তেওঁৰ কৰ্ত্তব্যজ্ঞান, নাগৰিক স্বাধীনতালৈ থকা তেওঁৰ শ্ৰদ্ধা, সামাজিক অৰ্থনৈতিক সংস্কাৰৰ যোগেদি দেশৰ পুনৰ্গঠনৰ হেঁপাহ আদি দিশবোৰক বৰদলৈয়ে শলাগিছিল যিহেতু এইবোৰৰ বহুতো তেওঁৰ ৰাজনীতিৰো লক্ষ্য আছিল। অৱশ্যে কিছুমান ক্ষেত্ৰত বৰদলৈৰ আচৰণ নেহৰুৰ দৰে নাছিল। বৰদলৈ আবেগ-প্ৰণোদিত নাছিল আৰু বাস্তৱলৈ পিঠি দি মাজে মাজে মাথোন তত্ত্বৰ গূঢ়াৰ্থত গুৰুত্ব দিব খোজা নেহৰুৰ স্বভাৱটো তেওঁৰ নাছিল। কিন্তু নেহৰুৰ আদৰ্শ আৰু মানৱ জাতিলৈ তেওঁ আগবঢ়োৱা মহৎ অৱদানৰ প্ৰতি বৰদলৈৰ আছিল বিৰাট শ্ৰদ্ধা। বৰদলৈৰ নেহৰু ভক্তি প্ৰকাশ পাইছে ১৯৪৯ চনৰ ১৪ নবেম্বৰ তাৰিখে নেহৰুৰ ষাঠিতম জন্ম দিৱসত তেওঁৰ নিজৰ আৰু অসমবাসীৰ হৈ পঠিওৱা নিম্নোক্ত তাঁৰবাৰ্তাটোত ঃ

> "আপোনাৰ গৌৰৱোজ্জ্বল জীৱনৰ ষাঠিতম দিৱসৰ এই মঙ্গলময় মুহূৰ্ত্তত মোক মোৰ আৰু অসমবাসীৰ তৰফৰ পৰা হিয়াভৰা ওলগ জনাবলৈ অনুমতি দিয়ক। মানৱ জাতিৰ সৰ্বোচ্চতম আদৰ্শপ্ৰাপ্তিৰ হকে সমৰ্পিত হৈ আপুনি ভাৰতৰ স্বাধীনতাৰ কাৰণে বিৰল সাহসিকতাৰে আৰু অবিচল নিষ্ঠাৰে জগতৰ মহানতম মানুহ গৰাকীৰ নেতৃত্বত যুঁজিলে; আৰু সেহ

প্ৰক্ৰিয়াৰ ফলত অকল যে ভাৰতলৈকে স্বাধীনতা আহিল এনে নহয়, পৃথিৱীৰ সকলো দুৰ্বল আৰু পদদলিত জাতিৰ মাজতো ন্যায়, সমতা আৰু সদ্ভাৱ আহৰণ কৰিবৰ কাৰণে আপুনি আশা আৰু উদ্দীপনা জগালে। আজি আপুনি তেওঁলোকৰ বীৰ আৰু অধিবক্তা হৈ পৰিছে আৰু অন্য ঠাইত ঘটি থকা মুক্তি সংগ্ৰামলৈ একক বৰঙণি আগবঢ়াইছে। আপোনাৰ গৌৰৱোজ্জ্বল নায়কত্বৰ প্ৰতি আমাৰ অক্ষুণ্ণ বিশ্বাস আছে আৰু আমি গৌৰৱান্বিত। ভগৱানৰ ওচৰত আমি প্ৰাৰ্থনা কৰো তেওঁ যেন তেওঁৰ শাশ্বত কৰুণাৰে আপোনাক ভাৰত আৰু মানৱ জাতিৰ সেৱা কৰিবলৈ দীৰ্ঘায়ু কৰে। এই মানৱ জাতিৰেই আপুনি হ'ল এক ভূষণ।"[৫৫]

এনে এটা বদ্ধমূল ধাৰণা নেহৰুৰ প্ৰতি থকাৰ কাৰণেই আৰু বৰদলৈ নিজেও প্ৰকৃততে সৰ্বভাৰতীয় দৃষ্টিভঙ্গীৰ হোৱাৰ কাৰণেই, তেওঁৰ নেহৰুৰ প্ৰতি শ্ৰদ্ধা কোনোদিনেই নুটুটিলে। এই পুথিৰ প্ৰথম অধ্যায়ত আমি দেখিলো যে যদিও নেহৰুৰ যত্নত নহয় তেওঁৰ পাছত হোৱা কংগ্ৰেছ সভাপতি বোসৰ যত্নতহে ১৯৩৮ চনত বৰদলৈ কংগ্ৰেছ সংযুক্ত মন্ত্ৰীসভা গঢ়ি উঠিছিল। তথাপিও বৰদলৈয়ে বেমাৰী শয্যাৰ পৰাই নেহৰুৰ কাৰণে ৰাণী গাইডালুৰ বিষয়ত সম্বল গোটাইছিল নেহৰুৱে তেওঁৰ নিজৰ কিছু আবেগিক উক্তিৰে নিজলৈ চপাই অনা এটি অপবাদৰ পৰা হাত সাৰিবলৈ কৰা প্ৰচেষ্টাত সহায় কৰিবলৈ।

পেটেলৰ প্ৰতি বৰদলৈৰ শ্ৰদ্ধা আৰু আনুগত্যৰ ভিত্তি আদৰ্শগত নহয় ; ই আছিল বাৰুকৈয়ে ব্যক্তিগত। ত্ৰিশৰ দশকৰ মাজভাগৰ পৰাই বৰদলৈৰ সকলো ৰাজনৈতিক কাৰ্য্যত পেটেলে দিহা-পৰামৰ্শ দি আছিল আৰু বৰদলৈক তেওঁৰ নিজৰ ভাইৰ দৰে স্নেহ কৰিছিল। গান্ধীজীৰ বাদে পেটেলেই আছিল এজন ব্যক্তি যাৰ লগত বৰদলৈয়ে তেওঁৰ সকলো প্ৰশাসনীয় জটিলতা আলোচনা কৰিছিল আৰু পেটেলেও বৰদলৈৰ প্ৰতিটো সমস্যাকে গাত লাগি চিন্তা কৰি পৰামৰ্শ দিছিল। বৰদলৈয়ে পেটেলৰ গভীৰ কাৰ্য্যকৰী জ্ঞান, ভাৰত প্ৰেম আৰু আন্তৰিকতাত বিমুগ্ধ হোৱাই নহয়, বহু সময়ত পেটেলৰ পৰামৰ্শই তেওঁক তেওঁৰ ৰাজনৈতিক লক্ষ্যত উপনীত হোৱাত সহায় কৰাৰ কাৰণে পেটেল তেওঁৰ কাৰণে হৈ পৰিছিল ত্ৰাণকৰ্ত্তা। পেটেলেও সম্পূৰ্ণভাৱে ব্যক্তিগত স্বাৰ্থৰহিত বৰদলৈক ভালদৰে জানিছিল। পেটেল কেন্দ্ৰীয় কংগ্ৰেছৰ সংসদীয় উপসমিতিৰ মুৰব্বী হৈ থকা কালডোখৰতেই তেওঁৰ লগত বৰদলৈৰ ঘনিষ্ঠতা গঢ়ি উঠিছিল।

কিন্তু বৰদলৈয়ে যিটো ক্ষীণ আশা পুহিছিল নেহৰু আৰু পেটেলে অসমৰ অৰ্থনৈতিক আৰু সামাজিক অৱস্থালৈ চাই শৰণাৰ্থী সংক্ৰান্তত অসমক দোষ দি

থাকিবলৈ এৰিব বুলি, সেইটো নহ'ল। বাঙালী শৰণাৰ্থীৰ সমস্যাটো উজু উপায়েৰে সমাধান কৰিবৰ কাৰণে অসমৰ পৰা তেওঁলোকে বিচাৰিছিল মাটি, চাকৰি, অসমৰ নিজা থলুৱা মাটিহীন, কৰ্মহীন লোককেই বঞ্চিত কৰি। কেন্দ্ৰৰ অগ্ৰতা আৰু কৰ্তৃত্বৰ প্ৰতি যথোচিত সন্মান নেদেখুৱালে বুলি এই দুজন নেতাই বৰদলৈ চৰকাৰ আৰু অসমৰ প্ৰতি সদ্ভাৱ দেখুৱাবলৈ এৰিলে। ১৯৪৯ চনৰ মাজ ভাগৰ পৰা ১৯৫০ চনৰ মাজ ভাগলৈ কেন্দ্ৰ-অসম সম্বন্ধ বেয়া হৈ গৈ থাকিল। নেহৰু-পেটেলৰ অসমৰ প্ৰতি ককৰ্থনা আৰু প্ৰথমজনৰ কপটতাৰো ওৰ নপৰিল। কেন্দ্ৰীয় বিজ্ঞ নেতা দুজন প্ৰতিশোধ পৰায়ণো হৈ পৰিল। দুয়ো লগ লাগি বৰদলৈ চৰকাৰৰ সবাতোকৈ উৎকৃষ্ট আৰু অভিজ্ঞ মুখ্য সচিবজনক অসন্মানেৰে আঁতৰালে। তাতো ক্ষান্ত নাথাকি নেহৰুৱে যেতিয়া চতুৰালি কৰি শ্ৰীপ্ৰকাশক অসমৰ পৰা তেওঁৰ আপত্তি সত্বেও আঁতৰাবলৈ ওলাল আৰু বৰদলৈৰ অসন্মতি থকা সত্বেও জয়ৰামদাস দৌলতৰামক অসমৰ ৰাজ্যপাল কৰিলে, বৰদলৈয়ে আৰু সহিব নোৱাৰিলে। ১৯৫০ চনৰ মাজ ভাগত তেওঁৰ দেহা মন সম্পূৰ্ণভাৱে ভাগি পৰিল। কেন্দ্ৰৰ অনিয়ম, অনাদৰ, অনাচাৰৰ বিপক্ষে যুঁজিবলৈ তেওঁৰ কোনো ইচ্ছা নাথাকিল। মিছা কথা আৰু অন্যায়ক প্ৰশ্ৰয় নিদিয়া বৰদলৈয়ে ইমান দিনে অসমৰ প্ৰতি নেহৰুৱে কোৱা মিছা কথাবোৰ ধীৰেৰে হ'লেও জোৰেৰে কৰ্তন কৰি থৈছিল। তেওঁ এতিয়া দেখিলে যে যুক্তি আৰু সত্যৰ তেওঁলোকৰ প্ৰয়োজন নহয়। তেওঁ উদাসীন হৈ পৰিল। তেওঁৰ শৰীৰে তেওঁক জনালে যে তেওঁৰ জীৱন শেষ হৈ আহিছে।

বৰদলৈৰ বাহিৰে মাথোন এজনেহে জানিছিল তেওঁৰ শৰীৰৰ অৱস্থা কেনে হৈ পৰিছে। সেইজন হ'ল তেওঁৰ বহুকালৰ চিকিৎসক বন্ধু আৰু গুৱাহাটীৰ জিলা কংগ্ৰেছৰ সভাপতি ডাঃ ভূৱনেশ্বৰ বৰুৱা। বৰুৱাই বৰদলৈৰ শৰীৰৰ প্ৰতিটো ব্যাধিৰ বিষয়ে তন্ন তন্নকৈ জানিছিল আৰু বৰদলৈৰ পৰা প্ৰতিটো ব্যাধিৰ বিশদ বিৱৰণ পাই আছিল। বৰুৱাই ১৯৫০ চনৰ মাজ ভাগৰে পৰা বৰদলৈৰ বিশেষকৈ হৃদৰোগৰ অৱনতি দেখা পাই অত্যন্ত আশঙ্কাত আছিল আৰু সেই কথা গুৱাহাটীৰ কিছু কংগ্ৰেছ নেতাকো জনাই থৈছিল। বন্ধুৰ মনলৈ কিছু শান্তি আহক বুলিয়েই ১৯৫০ চনৰ ৫ আগষ্ট তাৰিখে বৰুৱাই বৰদলৈক গুৱাহাটীলৈ মাতি পঠিয়াইছিল উজান বজাৰৰ থিয়েটাৰ হলত এখন নাটক চাবলৈ। বৰদলৈ বন্ধুৰ আমন্ত্ৰণত গুৱাহাটীলৈ গ'ল। বৰদলৈ গুৱাহাটীলৈ ৫ আগষ্ট তাৰিখে যাব বুলি জানি, ১৯৪৯ চনৰ মাৰ্চ মাহত চৰকাৰী চাকৰিৰ পৰা অৱসৰ লোৱা শিক্ষা বিভাগৰ আগৰ উচ্চ বিষয়া আৰু সেই বিভাগত বৰদলৈৰ সহায়কাৰী ব্যক্তি সূৰ্য্য কুমাৰ ভূঞাই বৰদলৈক দেখা কৰিবলৈ গ'ল। ওঠৰ মাহৰ পাছত বৰদলৈৰে সাক্ষাত হৈ ভূঞা আচৰিত হ'ল। তেজ্জ মণ্ডহেৰে দেহাটো

আছে কিন্তু আগৰ প্ৰাণশক্তি যেন আৰু নাই, সি যেন অন্য ধামলৈহে গতি কৰিবলৈ ওলাইছে। বৰদলৈয়ে নাটক চালে। এই নাটক শেষ হোৱাৰ পাছতেই তেওঁ অসুস্থ হৈ পৰিল আৰু ৬ আগষ্টৰ পুৱতি নিশাতে গুৱাহাটীত শেষ নিশ্বাস পেলালে। অসমৰ বন্তি নুমাই গ'ল।

সৰ্বভাৰতীয় বহু নেতাই বৰদলৈৰ বিয়োগত গভীৰ শোক প্ৰকাশ কৰিছিল ; বহুতে বৰদলৈৰ সৰ্বভাৰতীয়তাৰ আৰু অন্যান্য গুণৰ শলাগ লৈছিল। কিন্তু যিজন নেহৰুৰ লগত তেওঁ ১৯৩৭ চনৰ পৰা অতি ওচৰ সম্বন্ধ আছিল সেই নেহৰুৱে বৰদলৈৰ মৃত্যুত পঠিয়ালে এটি প্ৰাণহীন, গতানুগতিক সমবেদনা বাণী এইবুলি ঃ "আমাৰ সকলোৰে কাৰণে আৰু বিশেষকৈ অসমৰ কাৰণে এই মৃত্যু এটি ডাঙৰ ক্ষতি। স্বাধীনতা সংগ্ৰামৰ সাহসী যুঁজাৰু এজন হেৰাই গ'ল, যিজনে অসমৰ মুখ্যমন্ত্ৰী হৈ সাহসিকতাৰে প্ৰদেশখনৰ বহু সমস্যাৰ সন্মুখীন হৈছিল।"[৫৬] স্বাধীনতা সংগ্ৰামৰ দীৰ্ঘ কালছোৱাত কংগ্ৰেছ ৱৰ্কিং কমিটি বা আন আন প্ৰসঙ্গত সঘনে লগ পোৱা এই কমৰেডজনৰ বিষয়ে কোনো ব্যক্তিগত অনুভৱ-অনুকম্পা এই বাণীত নাই। ইয়াৰ বিপৰীতে ৰাজেন্দ্ৰ প্ৰসাদ, বল্লভভাই পেটেল, কাকা কালেলকাৰ, গোবিন্দ বল্লভ পন্ত, কে.এম. মুন্সী আৰু বিধানচন্দ্ৰ ৰায় আদি আন বহু সৰ্বভাৰতীয় নেতাই পঠিওৱা বাণীত আমি পাওঁ সেই সকলৰ বৰদলৈ সম্পৰ্কে বিশেষ স্মৃতি আৰু অনুভৱ। উদাহৰণস্বৰূপে ৰাজেন্দ্ৰ প্ৰসাদে এটি অত্যাধিক কঠিন সময়ত বৰদলৈয়ে অসমৰ দৰে জটিল প্ৰদেশখনৰ প্ৰশাসন হাতত লৈ তাক অত্যন্ত সুনিপুণভাৱে চলাই নিয়াৰ কথা ক'লে আৰু লগতে বিশিষ্ট স্বাধীনতা যুঁজাৰু আৰু প্ৰশাসক হিচাপে অসমৰ বাহিৰতো বৰদলৈয়ে লাভ কৰা বিপুল সমাদৰ আৰু সন্মানৰ কথা সুঁৱৰিলে।[৫৭] উত্তৰ প্ৰদেশৰ মুখ্যমন্ত্ৰী গোবিন্দবল্লভ পন্ত আছিল গণ পৰিষদত বৰদলৈৰ সতীৰ্থ আৰু দুয়োয়ে তাত প্ৰাদেশিক স্বাৰ্থ ৰক্ষাৰ হকে যুঁজিছিল। পন্তৰ মতে বৰদলৈ আছিল স্বাধীনতা যুদ্ধৰ ৰণুৱা সকলৰ ভিতৰত এজন শীৰ্ষস্থানীয়, সৰ্বজন প্ৰশংসিত পুৰুষ, নতুন অসমৰ কাৰিকৰ, এজন খাটি ভদ্ৰলোক আৰু প্ৰকৃত বন্ধু।[৫৮] চুবুৰীয়া পশ্চিমবঙ্গৰ মুখ্যমন্ত্ৰী বিধানচন্দ্ৰ ৰায়ে ক'লে যে বিনয়ী আচৰণ আৰু অমায়িক ব্যৱহাৰেৰে বৰদলৈয়ে তেওঁৰ মতৰ বিৰুদ্ধে যোৱা সকলক আৰু আনকি উগ্ৰ সমালোচক সকলকো জয় কৰিব পাৰিছিল। আউল লগা, জটিল পৰিস্থিতিত বৰদলৈৰ ধীৰ বিচাৰবুদ্ধি কিদৰে ৰাজ্য প্ৰশাসনৰ সম্পদ স্বৰূপ হৈ পৰিছিল, ৰায়ে তাকো মনত পেলালে।[৫৯] বাপুজীৰ আধ্যাত্মিকতা সম্পৰ্কে শিক্ষা পোৱা মহান ব্যক্তিসকলৰ এজন বৰদলৈ হঠাতে নাইকিয়া হৈ যোৱাত আক্ষেপ কৰি কাকা চাহেব কালেলকাৰে ৰাজ্যপাল দৌলতৰামলৈ লিখিলে যে কেতিয়াবা এদিনলৈকো খহি নপৰা বৰদলৈৰ উচ্চাদৰ্শ, মহৎ উদ্দেশ্য আৰু তেওঁৰ চৰিত্ৰ আৰু

ৰাজহুৱা ব্যক্তিত্বৰ ওপৰত গান্ধীজীৰ গভীৰ বিশ্বাস আছিল। নিকটৰ পৰা সঘনে লগ পোৱা বৰদলৈৰ চৰিত্ৰৰ এটা দিশ কাকা চাহেবে এনেকৈ বৰ্ণালে ঃ "হিন্দু মুছলমান সাম্প্ৰদায়িকতা আৰু অসমীয়া বাঙালীৰ মনোমালিন্যৰ কঠোৰ দিনবিলাকত মই তেখেতক ন্যায় আৰু নিৰপক্ষপাতিতাৰ বাবেই ভাল বোলা নাছিলো ; বুলিছিলো তেখেতৰ জাতীয় সংগঠনৰ প্ৰচেষ্টাৰ বাবেহে।"[৬০] বৰদলৈৰ মহান ব্যক্তিত্ব, স্বদেশ প্ৰেম আৰু ত্যাগৰ কথা বৰ্ণাই চৰ্দাৰ পেটেলে ক'লে যে বিভিন্ন উপাদানেৰে গঠিত অসম ৰাজ্যৰ ঐক্যই আছিল বৰদলৈৰ জীৱনৰ পণ আৰু ইয়াক গঢ়ি তুলিবৰ কাৰণে বৰদলৈতকৈও উপযুক্ত আন এজন ব্যক্তি নাছিল। সৰ্বভাৰতীয় পৰ্য্যয়ত সহকৰ্মী হিচাপে পোৱা বৰদলৈৰ সাৰুৱা পৰামৰ্শবিলাকৰ কথাও পেটেলে সুঁৱৰিলে।

বৰদলৈৰ মৃত্যুত অসমবাসীলৈ পঠিওৱা পেটেলৰ সমবেদনা বাণীটোত পেটেলে তেওঁ পোৱা বৰদলৈৰ ছবিখন আঁকিলে এনেকৈ ঃ "অসমৰ ৰাজনৈতিক জীৱন আৰু অসমৰ স্বাৰ্থৰ লগত গোপীনাথ বৰদলৈৰ জীৱন ইমান গাঢ়ভাৱে সংযোগ হৈ আছিল যে আমি দুয়োটিকে এটাই বুলি ধৰি আহিছোঁ। মই বিশেষকৈ জানো যে যোৱা দুটা বছৰে তেওঁৰ শৰীৰ ভাল নাছিল আৰু পদত্যাগ কৰিবলৈ তেওঁৰ একান্ত ইচ্ছা হৈছিল। মই যেতিয়া তেওঁক ক'লো যে তেওঁৰ প্ৰদেশৰ কাৰণে তেওঁৰ সেৱা চূড়ান্তভাবে অপৰিহাৰ্য্য, তেওঁ হেলাৰঙে দায়িত্বভাৰ জীৱনৰ শেষলৈকে বহন কৰিলে। ...কামৰ মাজতেই গৌৰৱ আৰু সফলতাৰে তেওঁ চকু মুদিলে। অসমৰ একতা গঢ়াটোৱেই আছিল বৰদলৈৰ মহান অভিলাস। ই আছিল তেওঁৰ কাৰণে গভীৰ প্ৰেৰণাদায়ক যে সংবিধানে এই একতাক স্বীকৃতি দিছে আৰু মই ভাবো ইয়াক তেওঁ জীৱন কালতে গঢ়ি তুলিব পাৰি সুখী হৈছিল।

ৰাজ্যখনে এই একতাক এতিয়াও সাৱলীল কৰি তুলিব পৰা নাই। সংযোগবোৰৰ মাজত শেষ লেপন পৰিবলৈ এতিয়াও বাকী ; বিভিন্ন উপাদানবোৰক এক নীতিৰ জৰিয়তে এক সামূহিক আদৰ্শত বান্ধ খুৱাব লাগিব। এই কামৰ কাৰণে গোপীনাথ বৰদলৈৰ বাহিৰে আন এজন উপযুক্ত মানুহ নাছিল। কিন্তু বিধিৰ ইচ্ছা তেওঁক আঁতৰাই নিলে এনে এটা সময়ত, যি সময়ত ৰাজ্যখনে তেওঁক সাংঘাটিক ৰকমে বিচাৰিছিল। ....

তেওঁৰ মৃত্যু সমগ্ৰ ভাৰতৰ কাৰণেও একাধাৰে ক্ষতি। এজন নিষ্ঠাবান কংগ্ৰেছ কৰ্মী স্বৰূপে স্বাধীনতা সংগ্ৰামৰ সমগ্ৰ কালডোখৰত তেওঁ ব্যস্ত থাকিল নিজৰ সুখ-দুখ পাহৰি দেশৰ হকে জীৱন উচৰ্গা কৰাৰ দুৰ্বাৰ পণেৰে। যি সকলে তেওঁক জানিছিল তেওঁলোক তেওঁৰ প্ৰতি মুগ্ধ হৈছিল আৰু তেওঁ য'লৈকে গৈছিল তাতেই সাব্যস্ত কৰিছিল যে তেওঁ আছিল মাতৃভূমিৰ কাৰণে সকলো ধৰণৰ সেৱা আগবঢ়াবলৈ প্ৰস্তুত

থকা এজন বিশ্বাসী আৰু নিয়মানুৱৰ্তী সৈনিক। ৱৰ্কিং কমিটিৰ সংগী হিচাপে তেওঁ আছিল সাহায্য পূৰ্ণ। আমি সেইজন বিশ্বস্ত, আগ্ৰহান্বিত সংগীৰ বিয়োগত দুখ কৰিছো যিজনে নিজক পাহৰি উৎসাহেৰে ৰাইজৰ সেৱাত আত্মনিয়োগ কৰিছিল।"[৬১]

পেটেলৰ বিপৰীতে নেহৰু বৰদলৈৰ মৃত্যুৰ পাছতো অসম বিদ্বেষী হৈ ৰ'ল বিশেষকৈ তেওঁ মেধীক ভাল নোপোৱা কাৰণেই। পেটেলৰ চিন্তা আছিল অন্য ধৰণৰ। যদিও শৰণাৰ্থীৰ সংস্থাপনৰ সম্পৰ্কত পেটেলেও মেধীৰ প্ৰতি অতীষ্ঠ হৈ পৰিছিল তেওঁ এতিয়া দেখিলে সেই সময়ৰ অসম কংগ্ৰেছত মেধীয়েই শক্তিশালী বুলি পৰিগণিত হৈছে। মেধীক বাদ দিলে দেবেশ্বৰ শৰ্মাই সুযোগ পাব বুলি তেওঁ ভয় কৰিলে। পেটেলৰ মানত শৰ্মা আছিল 'উচ্চাভিলাসী আৰু বিৰক্তিকৰ'। তেওঁ ৰাজ্যপাল দৌলতৰামলৈ লিখিলে ঃ "সকলো ফালৰ পৰা পোৱা খবৰে মেধীকেই সবাতৈকৈ উত্তম ব্যক্তি হিচাপে দেখুৱাইছে। তেওঁ প্ৰাদেশিকতাধৰ্মী হ'লেও, এজন দৃঢ় ব্যক্তি আৰু বৰদলৈয়েঁ এৰি যোৱা পদত তেওঁ অনায়াসে খাপ খায়।"[৬১]

পেটেলে বুজিছিল সৰ্বভাৰতীয় শান্তি আৰু বুজাপৰাৰ স্বাৰ্থত, গণতান্ত্ৰিক ৰাজনীতিৰ স্বাৰ্থত আৰু ৰাজ্যত কেন্দ্ৰৰ প্ৰতি আস্থা বঢ়োৱাৰ তাড়নাত, বিশেষকৈ অসমৰ সেই দুৰ্য্যোগৰ কালত প্ৰকৃতিস্থ অৱস্থা ঘূৰাই আনিবলৈ প্ৰথম খোজটো আহিব লাগিব কেন্দ্ৰৰ পৰা। তাৰোপৰি কোনো এজন মন্ত্ৰীৰ কোনো ব্যৱহাৰত লাগি থাকি অসমৰ জনসাধাৰণৰ অহিত চিন্তাটো কোনোপধ্যে শুদ্ধ হব নোৱাৰে। কিন্তু সংযম আৰু সম্ভ্ৰমৰ প্ৰতীক বুলি খ্যাত নেহৰু অসমৰ প্ৰতি প্ৰতিশোধপৰায়ণ আৰু উদাসীন হৈয়েই থাকি গ'ল অন্ততঃ মেধীৰ প্ৰশাসন কালত। ১৯৫০ চনৰ অসমৰ ভূমিকম্পই চলোৱা দুৰৱস্থা চাই আহি নেহৰুৱে কেনেকৈ অসমৰ সাহায্যৰ কথাতকৈ দেশাইক খেদোৱাৰ কথাতহে বেছি গুৰুত্ব দিছিল সেই কথা কোৱা হৈছে। সেই সময়টোতে পূব পাকিস্তানৰ পৰা অহা অনুপ্ৰবেশকাৰীৰ ক্ষেত্ৰতো তেওঁৰ উদাসীনতাৰ দৃষ্টান্ত ইতিমধ্যে দিয়া হৈছে। ঠিক তেনেকৈয়ে বৰদলৈৰ অবিহনে বৰদলৈৰ পৰিয়ালক সহায় কৰাৰ বিষয়তো নেহৰুৱে একেধৰণৰ উদাসীনতা দেখুৱালে। ৰাজ্যপাল দৌলতৰামৰ পৰা পেটেলে জানিব পাৰিলে যে যদিও বৰদলৈৰ দৰমহা মাহে ২০০০ টকা আছিল তেওঁ প্ৰতি মাহে ৫০০ টকা চৰকাৰক ঘূৰাই দিছিল।[৬২] দৌলতৰাম আচৰিত হ'ল এই কথা জানি যে যদিও পোহপাল দিবলৈ বৰদলৈৰ এটি বৃহৎ পৰিয়াল আছিল, তথাপিও তেওঁ সিমানেই মাথোন দৰমহা লৈ আছিল। খবৰ কৰি দৌলতৰামে জানিলে যে বৰদলৈয়ে বিপদত পৰিয়ালটোক ৰক্ষা কৰিবৰ কাৰণে কোনো ধনো সাঁচি থৈ নগ'ল। দৌলতৰামে সেই কাৰণে বৰদলৈৰ পৰিবাৰক এটা পেঞ্চন দিয়াৰ প্ৰস্তাৱ দিলে।[৬৩] যেতিয়া পেটেলে দৌলতৰামৰ প্ৰস্তাৱটো নেহৰুক দিলে তেওঁ তাক ন্যায় সংগত বুলি মানিলে যদিও

ক'লে এনেকৈ ঃ "কিন্তু কেনেকৈ ইয়াৰ (পেঞ্চন) ব্যৱস্থা হব মই নাজানো।"[৬৪]

অসম চৰকাৰ বা অসমীয়াৰ প্ৰতি কৰা নেহৰুৰ কোনোটোৱেই অযথা অপবাদ, বিৰোধভাব, বিৰক্তি, বদনাম, অসহিষ্ণুতা বৰদলৈয়ে হেলাৰঙে লোৱা নাছিল আৰু প্ৰতিটোৰেই জবাব তেওঁ দৃঢ়তাৰে দিছিল, নেহৰুৰ বক্তব্য আৰু হুংকাৰ ওফৰাই। এইবোৰকো হয়তো নেহৰুৱে সহিব নোৱাৰিছিল। তাতে ১৯৪৬ চনত তেওঁৰ পৰামৰ্শ নামানি বৰদলৈয়ে কেবিনেট মিছনৰ গ্ৰুপিঙৰ বিৰুদ্ধে যোৱাটো আৰু গান্ধীজীকো তেওঁৰ পক্ষলৈ অনাটো নেহৰুৱে সহজভাৱে ল'ব নোৱাৰিলে। এইবোৰ কাৰণৰ বাহিৰে নেহৰুৰ বৰদলৈ বিদ্বেষৰ অন্য কাৰণ আৰু কি থাকিব পাৰে ? নেহৰু অতিকৈ প্ৰতিশোধপৰায়ণ আছিল যেন লাগে যদিও সেইভাব তেওঁ লুকুৱাই ৰাখিছিল। বন্ধু ভাৱেও তেওঁৰ কাৰ্য্যক পোনে পোনে সমালোচনা কৰা বা তেওঁৰ কৰ্তৃত্ববাদী উক্তিত ভুল ধৰা সকলক তেওঁযেন ক্ষমা কৰিব নোৱাৰিছিল। মাথোন এখন চিঠিত তেওঁৰ এটি ৰাজনৈতিক স্থিতিক লৈ তেওঁৰ বহু কালৰ বন্ধু বীৰেন্দ্ৰনাথ চট্টোপাধ্যায়ে যেতিয়া তেওঁক কঠোৰ সমালোচনা কৰিছিল, নেহৰুৱে চট্টোপাধ্যায়ৰ লগত তেওঁৰ সম্বন্ধ সম্পূৰ্ণ ছেদ কৰিছিল আৰু ভাৰত স্বাধীন হোৱাৰ পাছত সেই স্বাধীনতাৰ কাৰণে ইউৰোপত দক্ষতাৰে এযুগ প্ৰচাৰ কাৰ্য্য চলোৱা চট্টোপাধ্যায়ৰ সোঁৱৰণ-সন্মানৰ কাৰণে একোকে নকৰিলে।[৬৫] সুভাষ চন্দ্ৰ বোস আৰু গোপীনাথ বৰদলৈৰ প্ৰতিও তেওঁৰ আচৰণ তদ্ৰুপ হৈ ৰ'ল।

---

## অষ্টাদশ অধ্যায়

# শেষ সমীক্ষা ঃ সাংবিধানিক দুৰ্দশা আৰু অসমীয়াৰ জাতীয় চৰিত্ৰ

'অসম সমস্যা'ৰ সমাধানত উচৰ্গিত গোপীনাথ বৰদলৈৰ ৰাজনৈতিক জীৱনকাহিনী কোৱা হ'ল। যি মাপকাঠিৰেই বিচাৰ নহওক লাগিলে, এই কাহিনী হ'ল এজন সম্পূৰ্ণ সৎ, দূৰদৰ্শী আৰু পাৰদৰ্শী ৰাজনীতিকৰ কাহিনী, যিজনে দৃঢ় সংকল্পৰে, অকপট চিত্তেৰে, সত্য আৰু অহিংসাৰ প্ৰতি থকা অবিচল, অগাধ ভক্তিৰে, অপৰিসীম ধৈৰ্য্য আৰু সাহসেৰে আৰু ৰোগগ্ৰস্ত হৈও, অক্লান্ত পৰিশ্ৰমেৰে তেওঁৰ প্ৰশাসনত থকা তেতিয়াৰ আসাম নামৰ বিশাল অঞ্চলটোৰ প্ৰতিটো অংশৰ প্ৰশাসনীয় কাৰ্য্য দক্ষতাৰে আলপৈচান ধৰাৰ উপৰিও, ব্ৰহ্মপুত্ৰ উপত্যকাৰ খিলঞ্জীয়া সকলৰ লগত যুগ যুগ ধৰি লাগি থকা প্ৰতিটো সমস্যাৰ সমাধানৰ শেষ পৰ্য্যায়ত উত্তীৰ্ণ হৈ স্বাধীনোত্তৰ আসামৰো বুনিয়াদ গঢ়ি গ'ল।

পূববঙ্গৰ পৰা অহা অবৈধ প্ৰবজনকাৰীয়ে সৃষ্টি কৰা সমস্যাটোত ১৯৩৭ চনৰ পৰা বছৰৰ পাছত বছৰ লাগি থাকি বৰদলৈয়ে তেওঁৰ মৃত্যুৰ আগে আগে ১৯৫০ চনত 'ইমিগ্ৰেন্টছ (এক্সপালছন ফ্ৰম আসাম) আইন'খন কেন্দ্ৰৰ দ্বাৰা প্ৰস্তুত কৰোৱাব পাৰিলে। এই আইনৰ জৰিয়তেই অসমৰ সকলো আইন অসঙ্গত বেদখলকাৰী পূববঙ্গীয় পমুৱাক আঁতৰাব পৰা গ'লহেঁতেন, যদিহে অৱশ্যে তাৰ প্ৰায় লগে লগেই হাতত সাৰে ভৰিত সাৰে নেহৰু-লিয়াকৎ চুক্তিখন আহি এই আইনখনক প্ৰথমে স্থগিত কৰি আৰু পাছত একেবাৰে অচল কৰি নেপেলালে হয়। অসমীয়া জাতি গঠন সমস্যাটো বৰদলৈয়ে বেল্ট-ব্লকৰ সৃষ্টি কৰি আৰু গাঁও পঞ্চায়তৰ গঠনৰ যোগেদি ইমান সুন্দৰকৈ সমাধা কৰিলে যে জনজাতীয় নেতাসকলে বৰদলৈৰ মৰম পাশত বান্ধ খাই কংগ্ৰেছকেই তেওঁলোকৰ আশা-ভৰসাৰ থলী কৰি পেলালে। এই দুই ব্যৱস্থাতেই যে অসমৰ খিলঞ্জীয়া সকলৰ সৰ্বাঙ্গীন উন্নতিৰ বীজ সোমাই আছিল তাক কোনে নুই কৰিব ? আসামৰ ইতিহাস মহাফেজখানাৰ বিভিন্ন নথি পত্ৰত পঢ়িবলৈ আগ্ৰহ কৰা সকলে সেই কথা বুজিব। অকল মাথোন অসমৰ তৃতীয় সমস্যাটোৰ ক্ষেত্ৰত, মানে

ব্ৰহ্মপুত্ৰ উপত্যকাৰ হিন্দু বাঙালী আৰু খিলঞ্জীয়া সকলৰ মাজত প্ৰেমৰ বান্ধোন নহলেও প্ৰাদেশিক একাত্মবোধ গঢ়ি তুলিবলৈ বৰদলৈয়ে চেষ্টা-কৰ্ম-উদাহৰণেৰে যি পথ লৈছিল সেই পথ শৰণাৰ্থী লবী, কলকাতা প্ৰেছ, পশ্চিমবঙ্গ চৰকাৰে অসম চৰকাৰ আৰু অসমীয়াৰ প্ৰতি লোৱা আচৰণে খণ্ড-বিখণ্ড কৰি দিবলৈ ওলাল। তাকো হয়তো বৰদলৈয়ে চম্ভালিলে হয়, কিন্তু কেন্দ্ৰৰ নেহৰু আৰু পেটেলে অসম আৰু অসমীয়াৰ বিপক্ষে গৈ অসম আৰু অসমীয়াৰ শান্তি সুৰক্ষা হৰি নিলে আৰু বৰদলৈকো প্ৰাণে মাৰিলে। অসমো তেতিয়াৰে পৰা আধা-মৰা অৱস্থাত থাকি গ'ল।

কিয় এনে হ'বলৈ পালে ? বলিষ্ঠ হ'লেও নেহৰু আৰু পেটেলে মিলি ১৯৫০ চনত কেনেকৈ তেওঁলোকৰ যিহকে ইচ্ছা আসামত তাকে কৰিবলৈ সাহ কৰিলে আৰু তেওঁলোকৰ ইচ্ছা কাৰ্য্যকৰীও কৰি তুলিলে? প্ৰথম কাৰণটো অৱশ্যেই ১৯৫০ চনৰ কেণালগা ভাৰতীয় গণতান্ত্ৰিক ফেডাৰেল সংবিধানখন। নেহৰু-পেটেল যিমানেই কৰ্তৃত্ববাদী নহওক বা জনপ্ৰিয় নহওক তেওঁলোকে সেই সংবিধানৰ পৰাই আদি ক্ষমতা পাইছিল (যদিও অৱশ্যে আইন-সঙ্গত কামো অসংবিধানিক হব পাৰে)। কিন্তু সেই একেখন সংবিধানে অন্য প্ৰদেশত অসমৰ দৰে জঞ্জাল সৃষ্টি কৰা নাই। পশ্চিমবঙ্গক নেহৰু-পেটেলে টেটু চেপি মাৰিবলৈ ভাবুকি দিব পৰাত নাছিল ; পশ্চিমবঙ্গইহে এই দুজনক তেওঁলোকৰ স্বাৰ্থত খটুৱাইছিল বা সেই দুজনে অত্যাধিক আগ্ৰহেৰে তেওঁলোকৰ সেৱা পশ্চিমবঙ্গলৈ আগবঢ়াইছিল। গতিকে ক'ব লাগিব, অসম বা অসমীয়াৰ দুৰ্ভাগ্যৰ দ্বিতীয় কাৰণটো - আৰু এইটোৱেই প্ৰধান কাৰণ - হ'ল অসমীয়াৰ কেণা লগা জাতীয় চৰিত্ৰ। এই অধ্যায়ত এই দুটা বিষয়কে আলোচনা কৰা হ'ব।

## ১। স্বাধীনোত্তৰ প্ৰথম তিনিবছৰৰ কেন্দ্ৰ-অসম সম্বন্ধৰ চৰিত্ৰ

ই নিশ্চিত যে স্বাধীনোত্তৰ অসমৰ সমস্যা সমূহৰ সমাধান নোহোৱাত ১৯৫০ চনৰ ভাৰতীয় সংবিধানৰ কেন্দ্ৰ-ৰাজ্য সম্বন্ধটোৱেই প্ৰথমতে দায়ী। ১৯৪৭ চনৰ ৬ জুন তাৰিখে সংবিধান প্ৰস্তুতি সভাৰ (গণ পৰিষদ) কেন্দ্ৰীয় সংবিধান প্ৰস্তুতি সমিতিৰ এখন বৈঠক বহে সেই সমিতিৰ সভাপতি জৱাহৰলাল নেহৰুৰ নেতৃত্বত। সেই বৈঠকে প্ৰস্তাৱ ল'লে যে আগন্তুক ভাৰতীয় সংবিধানখন কেন্দ্ৰীভূত ফেডাৰেল ৰাষ্ট্ৰৰ সংবিধান হব। কথাটো প্ৰায় বিপ্লৱীয়েই আছিল, যদিও প্ৰতিক্ৰিয়াশীল গতৰ। তেতিয়ালৈকে ভাৰতত এনে কথা কোনেও ভবা নাছিল। প্ৰাদেশিক স্বায়ত্ত শাসনৰ কথাই সমস্ত স্বাধীনতা সংগ্ৰাম কালত ভাৰতীয়ৰ প্ৰাণৰ বস্তু আছিল। তাতোকৈও

আশ্চৰ্য্যকৰ কথাটো হ'ল পাছদিনা যেতিয়া কেন্দ্ৰ আৰু প্ৰদেশ সংবিধান সমিতিৰ যুক্ত বৈঠক বহে, তেতিয়া কেন্দ্ৰীয় সমিতিৰ মতকেই প্ৰাদেশিক সংবিধান সমিতিয়ে মানি ল'লে।[১] একেৰাতিৰ ভিতৰতে ভাৰত এখন কেন্দ্ৰীভূত ফেডাৰেল ৰাষ্ট্ৰ হৈ পৰিল, য'ত কেন্দ্ৰই আইন কৰি নিজ হাতলৈ নিব নোৱৰা বিষয় নাথাকিল। বৰদলৈকে ধৰি বহু প্ৰদেশিক নেতাসকলে ভাবিছিল যে প্ৰাদেশিক স্বায়ত্ত শাসনলৈ বহু বিষয় এৰি থৈ কেন্দ্ৰই বৈদেশিক নীতি, দেশ ৰক্ষা আৰু বহিঃবাণিজ্য আদি কেইটামান বিষয়কহে নিজৰ হাতত ৰাখিব আৰু সেইবিলাকৰ পোহপালনৰ কাৰণে ৰাজ্যৰ কৰ-কাটলৰ পৰা কিছু সৰু-বৰ অংশ আদায় ল'ব। কিন্তু তেনে নহ'ল। সংবিধান প্ৰস্তুতিৰ সময়ত বহিঃৰক্ষণ খাদ্য নাটনি আদি বহু জঞ্জালে কেন্দ্ৰীয় চৰকাৰক ঘেৰি ধৰাত কেন্দ্ৰীয় মন্ত্ৰালয়বোৰৰ অৰ্থাভাৱে তেওঁলোকক উদগালে কেন্দ্ৰৰ হাত শক্তিশালী কৰি তুলিবলৈ। খচৰা সমিতিয়ে মন্ত্ৰালয় সমূহৰ যুক্তিত হয়ভৰ দিয়াৰ ফলতেই সৃষ্টি হ'ল এখন শক্তিশালী কেন্দ্ৰীভূত ফেডাৰেল সংবিধানৰ। প্ৰদেশ সমূহৰ সকলো প্ৰাকৃতিক সম্পদ কেন্দ্ৰৰ হাতলৈ গ'ল কিছু ৰয়েলটি বা সেইবোৰৰ পৰা হোৱা উপাৰ্জনৰ কিছু অংশৰ বিনিময়ত। প্ৰদেশসমূহে কেন্দ্ৰীভূত ফেডাৰেলিজমত সন্মতি দিয়াত কেন্দ্ৰই প্ৰদেশবোৰৰ ওপৰত প্ৰভুত্ব খটুৱাবলৈ লাগি গ'ল ; কেন্দ্ৰীয় মন্ত্ৰীকেইজন আৰু আনকি সিবিলাকৰ কোনো কোনো সচিব যেন সৰ্বদেৱতাৰ মন্দিৰৰ একো একোজন দেৱ-দেৱীহে! অসমেই হয়তো সকলোতকৈ অধিক জীয়াতু ভুগিলে। নেহৰুৱে ১৯৫০ চনৰ অসমৰ প্ৰবজন নিয়ন্ত্ৰণ আইনখন স্থগিত ৰাখিলে পাকিস্তানৰ প্ৰতি সহৃদয়তা দেখুৱাবৰ কাৰণে। তেওঁ আনকি অশালীন ভাষাৰে অসমক ভাবুকি দিলে যে অসমে যদি কেন্দ্ৰই বিচৰামতে শৰণাৰ্থীলৈ মাটি এৰি নিদিয়ে, তেনেহলে ই কেন্দ্ৰৰ অনুদানৰ পৰা বঞ্চিত হব। তাতো ক্ষান্ত নহৈ নেহৰু আৰু পেটেলে অসমৰ মুখ্যমন্ত্ৰীৰ অনিচ্ছা সত্ত্বেও তেওঁৰ মুখ্য সচিবক কামৰ পৰা খেদালে। এনে লাঞ্চনা অসমৰ দৰে প্ৰদেশ এখনে ভুগিব লগা হ'ল, যিখনৰ প্ৰাকৃতিক সম্পদৰ পৰা কেন্দ্ৰ যথেষ্টভাৱে লাভৱান হৈছিল।

তথাপিও কেন্দ্ৰই কোনো শিল্প উদ্যোগ অসমত নাপাতিলে। নেহৰুৰ দিনত কেন্দ্ৰৰ দ্বাৰা পৰিকল্পিত শিল্প উদ্যোগ আঁচনিবোৰ কিছু বিশেষ বিশেষ ঠাইত স্থাপিত হৈছিল আৰু অসম সেইবোৰ আঁচনিৰ কাৰণে উপযুক্ত বুলি গণ্য হোৱা নাছিল দুটা কাৰণে, প্ৰথমটো হ'ল, ইয়াৰ পশ্চাদগামিতা আৰু দ্বিতীয়টো হ'ল, যিহেতু ইয়াক বিভিন্ন বিদেশী ৰাজ্যই আগুৰি ৰাখিছে সেই কাৰণে ই নিৰাপদ নহয়। তাৰোপৰি গুৰু শিল্প উদ্যোগবোৰ গঢ়োঁতে গুৰুত্ব দিয়া ধাৰণাটো আছিল এই যে যেতিয়া এই উদ্যোগবোৰে অৰ্থনৈতিক সফলতা আৰু সম্পদ দেশলৈ আনিব তেতিয়া সেই সম্পদ আৰু সেই সফলতা টোপটোপকৈ লাহে লাহে সমগ্ৰ ভাৰতত বিয়পি পৰিব। অসমে মাথোন সেই

ভৱিষ্যতৰ সোণালী দিনলৈ বাট চাবলৈ শিকিব লাগে। এয়েই যেন আছিল নেহৰুৰ অসমলৈ সজ উপদেশ। ডাঙৰ উদ্যোগৰ কথাই নাই, বৰদলৈয়ে তেওঁৰ যুদ্ধোত্তৰ উন্নয়ন আঁচনিত পৰা কেইটিমান অনুষ্ঠান প্ৰতিষ্ঠানক অৰ্থাভাৱতে জহি খহি যোৱাৰ পৰা বচাবলৈ মাথোন ৭৫ লাখ টকাৰ কাৰণে কেন্দ্ৰৰ ওচৰত কেনেকৈ কাকুতি-মিনতি কৰিব লগা হৈছিল সেই বিষয়ে কোৱা হৈছে। এই ৰচনাৰ অন্তিম খচৰা কৰি থাকোঁতে, মানে ২০০5 চনতো অসম অনুন্নত হৈয়েই থাকিল। ১৯৮১-৮২ ৰ কালডোখৰত অসমৰ জনমূৰি বাৰ্ষিক গড় আয় আছিল ১১০ মাৰ্কিন ডলাৰ। এই সংখ্যা ভাৰতৰ অন্য সকলো প্ৰধান প্ৰদেশবোৰৰ তুলনাত নিম্নতম। যদিও অসমে অসম আন্দোলনৰ সময় ডোখৰত (১৯৭৯-১৯৮৫) ভাৰতত উৎপন্ন হোৱা খনিজ তেলৰ ষাঠি শতাংশ উৎপাদন কৰিছিল, ই ৰয়েলটি হিচাপে পাইছিল প্ৰকৃত মূল্যৰ মাথোন তিনি শতাংশহে। অসমত উৎপন্ন হোৱা তেলৰ কাৰণে অসমৰ বাহিৰত স্থাপন হোৱা এটা শোধনাগাৰে আৰ্জিছিল অসমে পোৱা ৰয়েলটিৰ তিনিগুণ অধিক আৰু তাত বহুওৱা শোধনাগাৰ অসমত বহুওৱাটোতকৈ দুগুণ ডাঙৰ। ঠিক তেনেকৈ সমগ্ৰ দেশখনৰ ৫৫ শতাংশ চাহপাত আৰু ৬০ শতাংশ প্লাইউড্ উৎপাদন কৰিও তাৰ লাভাংশ উপভোগ অসমে নকৰে, কৰে অন্য ৰাজ্যবোৰেহে, বিভিন্ন কাৰিকৰী কাৰণৰ উজুহাতত। এই সকলোবোৰ কম বেছি পৰিমাণে জনাজাত তথ্য দাঙি ধৰি অসমৰ জনগোষ্ঠী, গণতন্ত্ৰ আৰু উন্নয়নৰ বিচাৰ কৰি এগৰাকী পণ্ডিতে যোৱা শতিকাৰ আশীৰ দশকৰ শেষৰ ফালে কৈ গৈছিলঃ "আচলতে অসমৰ অৰ্থনীতি, ইয়াৰ উৎপন্ন বস্তু আৰু সেইবোৰৰ ওপৰত থকা কেন্দ্ৰৰ ক্ষমতাই পৰিস্কাৰকৈ কৈ থয় যে এই প্ৰদেশে ভোগ কৰা অন্যায় যদি আন কোনো এখন প্ৰদেশত ঘটে তাৰ লোকেও কেন্দ্ৰই চপোৱা ৰক্ষণশীলতা আৰু বিচ্ছিন্নতাৰ ভাৰ প্ৰবলভাৱে অনুভৱ কৰিব।"[২]

স্বাধীন ভাৰতৰ সংবিধানৰ কেন্দ্ৰ-ৰাজ্য সম্বন্ধই বৰদলৈক কিমান মনোবেদনা দিছিল তাক বৰ্ণোৱা হৈছে। সেই বিষাদ আছিল অতিকৈ গভীৰ। আহিব লগা বিপদক ভেটিবলৈ আগতীয়া চিন্তা চৰ্চ্চা কৰি উপায় উলিওৱাটো বৰদলৈৰ স্বভাৱ আছিল। ১৯৩৫ চনতেই বৰদলৈ আছিল প্ৰথমজন অসমীয়া বুদ্ধিজীৱি যি জনে ভৱিষ্যত স্বাধীন ভাৰতত কেন্দ্ৰ-ৰাজ্য সম্বন্ধৰ বিষয়ে ভাবিছিল আৰু সেই বিষয়ে লিখিছিল। তেওঁ জানিছিল কেন্দ্ৰলৈ আধিপত্যৰ ভাবটো আহিবই। সেই কাৰণে ১৯৪০-৪১ কালত যোৰহাট কাৰাগাৰত থাকোতেই তেওঁ সতীৰ্থ কেইজনমানৰে ভৱিষ্যত অসমৰ প্ৰাদেশিক সংবিধানখন কেনে হব লাগে সেই বিষয়ে চিন্তা চৰ্চ্চা কৰিছিল। কিন্তু তেওঁ হয়তো ভবা নাছিল যে ই স্বায়ত্ত শাসনৰ শহটোক গচকি-ফেনেকি যাব বুলি, নেহৰু-পেটেলে এছ.পি. দেশাই আদিৰ সম্পৰ্কত কৰাৰ দৰে। এনে কাণ্ড হয়তো তেওঁৰ

দুঃস্বপ্নৰো অগোচৰ আছিল। বৃটিছৰ দিনতেই ভাৰতীয় স্বাধীনতা সংগ্ৰামত লাগি থাকোঁতেই, বৰদলৈয়ে অসমত কৃষি আয়কৰ আইনখনৰ দৰে আইন আৰু অধিক ব্যয়ৰ যোগেদি স্থাপিত হোৱা অতিৰিক্ত কমিছনাৰৰ পদ বহিষ্কাৰ কৰি বিপ্লৱী চেতনা আনিব পাৰিছিল, সেই ১৯৩৫ ৰ ভাৰত আইনৰ আধাৰতেই। ই সম্ভৱ হৈছিল এই কাৰণেই যে বৃটিছে প্ৰাদেশিক স্বায়ত্ত শাসন মূলতঃ স্বীকাৰ কৰিছিল কাৰণে তাক অসম্মানজনকভাৱে আক্ৰমণ কৰিবলৈ কোনোদিন নিবিচাৰিছিল; গচকা-ফেনেকাৰ কথা দূৰতে থাকক। ইয়াৰ বিপৰীতে বৰদলৈৰ দিনত ভাৰতীয় ৰেলৱেত একমাত্ৰ ওপৰ শ্ৰেণীৰ অসমীয়া বিষয়া সুৰেন্দ্ৰনাথ বৰুৱাই বৰদলৈ জন্ম শতবাৰ্ষিকীত সুঁৱৰিছিল কেনেকৈ কেন্দ্ৰৰ সৰ্বগ্ৰাসী ক্ষমতাৰ বিষয়ে জানিও অসমৰ পশ্চাদপদতা আঁতৰাবলৈ উৎসাহিত বৰদলৈয়ে সমাজবাদী দেশ চেকোশ্লোভেকিয়াৰ এটা চৰকাৰী প্ৰতিনিধি দলৰ সৈতে আলচ কৰি চেলা-চেৰা-পাণ্ডু-আমিনগাঁও ৰজ্জুপথ (ৰো'পৱে) তেল শোধনাগাৰ স্থাপনৰ সম্পৰ্কে প্ৰথম পদক্ষেপ হাতত লৈছিল। কিন্তু কাম নহ'ল। কেন্দ্ৰৰ পৰা ফালৰি কাটি যোৱা বুলি হেনো তেওঁক এষাৰ কথাও শুনোৱা হ'ল।[৩]

## ২। গোপীনাথ বৰদলৈ, 'অসম সমস্যা' আৰু অসমীয়া জাতীয় চৰিত্ৰ

এই পুথিৰ আগৰ অধ্যায়কেইটা নপঢ়া কোনো লোকে হয়তো এইটো জধলা সৰলীকৰণ বুলি ভাবিব যদি আমি কওঁ যে গোপীনাথ বৰদলৈৰ ৰাজনীতি আৰু তেওঁৰ কালৰ (১৯২০-১৯৫০) 'অসম সমস্যা'ৰ কথা তন্ন তন্নভাৱে আজিলৈকে পোহৰলৈ নহাৰ বাবেই আজিৰ অসমীয়াই বা আসামৰ খিলঞ্জীয়া সকলে আসাম সমস্যাৰ সমাধানৰ বাবে পথ বিচাৰি অ'ত ত'ত খেপিয়াই ফুৰিছে আৰু এজাক স্বাৰ্থান্বেষী, দুৰ্নীতিত লিপ্ত ৰাজনীতিকক, চয়তানী বিষয়া ঠিকাদাৰক, অমানুষিক হত্যাকাৰী সন্ত্ৰাসবাদীক আৰু সাহিত্য সৰ্বস্ব ফোঁপজহী, বতৰ চাই মোট সলোৱা বুদ্ধিজীৱিক সহায় কৰি স্থিতাৱস্থাক সযতনে জীয়াই ৰাখি, দেশৰ সম্পদ লুণ্ঠনত ভাগ লৈ নিজা সংকটবিহীন সুখ-স্বাচ্ছন্দ্যতাত মগ্ন থকাত। আমাৰ প্ৰায়বোৰ তথাকথিত 'চিন্তানায়ক'ৰ অৱস্থান এই চক্ৰবেহুতেই।

এই পুথিৰ অপৰ্য্যাপ্ত মৌলিক নথি-পত্ৰই, নিজৰ মস্তিষ্ক বিক্ৰী কৰি নোথোৱা নিৰ্ভেজাল দেশপ্ৰেমিকক তপৰাই স্পষ্ট কৰি দেখুৱাব যে বিশেষকৈ ১৯৩৫ চনৰ পৰা ১৯৫০ চনত তেওঁৰ মৃত্যুৰ পৰলৈকে গোপীনাথ বৰদলৈৰ বিচক্ষণ ৰাজনৈতিক চিন্তা কৰ্মৰ অবিহনে অসমে হয় ১৯৪৪ চনতেই বা ১৯৪৬ চনত পাকিস্তানৰ অংগ হৈ পৰিল হয় আৰু আনকি ১৯৫০ চনতো তেওঁৰ অবিহনে নেহৰু-লিয়াকৎ চুক্তিয়ে

অসমক তদ্ৰূপ অৱস্থাত নেপেলোৱাকৈ নাথাকিলহেঁতেন। তাৰোপৰি আমাৰ সচেতন নাগৰিক আৰু প্ৰকৃত চিন্তাশীল সকলৰ বৰদলৈৰ ৰাজনীতিৰ জ্ঞান থকা হ'লে তেওঁলোকে ছেটলাৰ্চ এচোছিয়েছন ধৰ্মী ইতিহাস চৰ্চা কৰা আৰু শ্লোগান ধৰ্মী ফোঁপোলা মাৰ্ক্সবাদৰ নেওতা আওঁৰোৱা, নিজা উদ্দেশ্যত এফালে সন্ত্ৰাসবাদক প্ৰশ্ৰয় দিয়া আৰু আনফালে সাধাৰণ অসমীয়া দেশপ্ৰেমিকক ফেচিষ্ট বুলি চিনাক্ত কৰিবলৈ ওলোৱা ফটুৱা কিন্তু অঘাইটং চিন্তা নায়ক সকলক ইমানদিনে বৰপীৰা পাৰি বহুৱাই অসমৰ ইতিহাসক বীভৎস কৰিবলৈ নিদিলে হয়। ৰোগগ্ৰস্ত হৈও কোনোদিন জিৰণি নোলোৱাকৈ স্বজাতি আৰু স্বদেশৰ সুৰক্ষাৰ কাৰণে ইমানখিনি কৰি উঠি আধুনিক অসমৰ প্ৰায় সকলোবোৰ বুনিয়াদী অনুষ্ঠান প্ৰতিষ্ঠানৰ গঢ় দিলে এই বৰদলৈয়েই। অন্য ৰাজ্যত এনে এজন ভূমিপুত্ৰক হয়তো ৰাজ্যৰ পিতাৰ দৰে সন্মান কৰিলে হয় বা পশ্চিমবঙ্গই সুভাষ চন্দ্ৰ বোসক দিয়া সন্মানৰ দৰে সন্মান দিলে হয়। কিন্তু অসমত গোপীনাথ বৰদলৈৰ জন্ম-মৃত্যুৰ দিনটোৰেই পালনতো নহয়েই আনকি তেওঁক সততে দেখ দেখকৈ অৱমাননা কৰা হয়।

১৯৩৬ চনতে স্বৰ্গী হোৱা এজন অসাধাৰণ অসমীয়া চিন্তক, কবি আৰু সমাজ সংস্কাৰক কমলা কান্ত ভট্টাচাৰ্য্যই অতি তীক্ষ্ণ দৃষ্টিৰে অসমীয়া মানুহৰ চৰিত্ৰ ভেদ কৰি তাক বৰ্ণাই গৈছে এনেকৈ ঃ "আসামৰ সমান মূৰ্খ দেশ ক'তো নাই।" তেওঁৰ মানত তেনে হোৱাৰ মূল কাৰণসমূহ হ'ল অসমীয়াৰ কৰ্ত্তব্যলৈ অৱহেলা, কৰ্ত্তব্য নুবুজা, অকৃতজ্ঞতা, কাপুৰুষালি, ভীৰুতা, পৰনিন্দা, ভণ্ডামি, পৰশ্ৰীকাতৰতা আদি স্বভাৱবোৰ। স্বদেশপ্ৰেম কথাটো হেনো অসমীয়াই সহিব নোৱাৰে। সেই কাৰণে লগ বান্ধি কি নিজৰ উন্নতি কি দেশৰ উন্নতি কোনো উন্নতিকেই অসমীয়াই সাধন কৰিব নোৱাৰে। ভট্টাচাৰ্য্যই ইয়াকো কৈ গৈছে যে 'নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা' স্বভাৱেই অসমীয়াৰ স্বভাৱ।[৪] অসমত গোপীনাথ বৰদলৈৰ অস্তিত্ব নোহোৱা কৰাত ব্ৰতী ব্যক্তি আৰু গোষ্ঠীবোৰলৈ চালে কমলাকান্তৰ অসমীয়াৰ স্বভাৱ সম্বন্ধে কৰা মন্তব্যৰ সত্যতা উপলব্ধি কৰিব পাৰি। গোপীনাথ বৰদলৈৰ প্ৰতি বিদ্বেষভাব তেওঁৰ দিনৰে পৰা অনাহকতে আৰম্ভ হৈ আজি কি স্তৰত ৰৈছেহি তাৰ বুজ ল'লেই কমলাকান্তৰ নিৰীক্ষণত ধৰা দিয়া প্ৰতিটো কটু উপাদানৰেই সত্যতা প্ৰস্ফুটিত হৈ উঠিব।

## ক) গোপীনাথ বৰদলৈৰ প্ৰতি তেওঁৰ সমসাময়িক অসম কংগ্ৰেছ সংগঠনৰ বৰমূৰীয়া কেইজনমানৰ আচৰণ

অসমীয়া কংগ্ৰেছ নেতৃবৃন্দৰ ভাৰতপ্ৰেম আৰু ভাৰতীয় স্বাধীনতা সংগ্ৰামত তেখেত সকলে দেখুওৱা একাগ্ৰতা, ত্যাগ আৰু নিঃস্বাৰ্থতা আদি অতি উচ্চস্তৰৰ। এই

কথাত দ্বিমত থাকিব নোৱাৰে। ভাৰতৰ বহু আগশাৰীৰ কংগ্ৰেছ নেতাই স্বাধীনতা সংগ্ৰাম কালত অসমলৈ আহি নিজ চকুৰে ভাৰতীয় জাতীয় সংগ্ৰামৰ অসমীয়া কংগ্ৰেছ নেতৃবৃন্দৰ অবিচল আত্মনিয়োগৰ প্ৰশংসা কৰি গৈছে। আশ্চৰ্য্যৰ কথাটো হ'ল মাথোন এয়েই যে যদিও প্ৰাৰম্ভণীতে, মানে ১৯১৯-২০ চনৰ কালডোখৰত, ভাষাৰ ভেটিত ৰাজ্য স্থাপনৰ কেন্দ্ৰীয় কংগ্ৰেছৰ আগ্ৰহেই অসমীয়া নেতাসকলক সংগ্ৰামথনত প্ৰাণ ঢালি লিপ্ত হ'বলৈ উদগাইছিল, সেই সংগ্ৰামৰ গতিশীলতাৰ ঢৌত উটি প্ৰাৰম্ভণী কালৰ বহু নেতাই যেন অসমৰ বিশেষ সমস্যাকেইটাৰ কথা পাহৰি গ'ল আৰু কেন্দ্ৰীয় কংগ্ৰেছৰ সৰ্বভাৰতীয় কাৰ্য্যসূচীতে নিমগ্ন হৈ থাকিলেই অসমৰ ঐতিহাসিক সমস্যাকেইটাৰ আপোনা আপুনি সমাধান হৈ যাব বুলি ভাবিলে। নবীন চন্দ্ৰ বৰদলৈ, তৰুণৰাম ফুকন, চন্দ্ৰনাথ শৰ্মা, গোপীনাথ বৰদলৈ, ফৈজনুৰ আলী আৰু অম্বিকাগিৰি ৰায় চৌধুৰীৰ বাহিৰে স্বাধীনতা সংগ্ৰাম কালত আন কোনেও নাভাবিলে যে কেতিয়াবা কেতিয়াবা কেন্দ্ৰীয় কংগ্ৰেছৰ আঁচনি অসমৰ বিশেষ পৰিস্থিতিৰ আধাৰত সাল-সলনি কৰি গ্ৰহণ নকৰিলে অসমৰ ঐতিহাসিক সমস্যাকেইটা বাঢ়ি গৈ গৈ সমাধানৰ অতীত হৈ যাবও পাৰে। গান্ধী শিষ্য আৰু অবিচলিত সত্যাগ্ৰহী বৰদলৈয়ে কিন্তু জানিছিল যে ঘাইকৈ গান্ধী প্ৰাণোদিত কংগ্ৰেছ আঁচনিত এনে কথা থাকিব নোৱাৰে যে সৰ্বভাৰতীয়তাৰ নামত প্ৰদেশ এখনৰ নিজস্ব স্বতন্ত্ৰ জলাঞ্জলি দিব লাগিব। অকল সেয়েই নহয়, ৰাজনৈতিক আৰু বাস্তৱভিত্তিৰ চিন্তাৰে তেওঁ ইয়াকো বুজি উঠিছিল যে নিজ প্ৰদেশৰ সময়ৰ কাম সেই প্ৰদেশে সময়তে কৰি নথ'লে ভৱিষ্যতে কেন্দ্ৰৰ সহায়ত তাক কৰিবলৈ আশা কৰাটো নিৰৰ্থক। ১৯৩৫ চনতেই বৰদলৈয়ে তেওঁৰ ৰাজনৈতিক চিন্তাৰে বুজি উঠিছিল যে কেন্দ্ৰ-ৰাজ্য সম্বন্ধত ৰাজ্যৰ জোৰ আগলৈ তিষ্ঠি নাথাকিবও পাৰে। আমি আগেয়ে কৈ আহিছো ভৱিষ্যতৰ বিষয়ে এনে সঠিক মন্তব্য কৰিব পৰা ব্যক্তি অসমত আৰু এজন নাছিল। গতিকে বৰদলৈৰ মানত অসমে ভাৰতৰ স্বাধীনতাৰ কাৰণে সংগ্ৰাম চলাওঁতে অসমৰ স্বাধীনতাৰ কথা পাহৰি থকাটো অসমীচীন হ'ব আৰু গান্ধী আদৰ্শইও তাক নিবিচাৰে।

বৰদলৈৰ ৰাজনৈতিক চিন্তাৰ এই গুৰুত্বপূৰ্ণ দিশটোক অসমৰ কংগ্ৰেছ সংগঠনৰ প্ৰায়বোৰ নেতাই বুজি নাপালে। ১৯২৯ চনৰ লাহোৰ কংগ্ৰেছত যেতিয়া পূৰ্ণ স্বাধীনতা আৰু কাউন্সিল বৰ্জনৰ প্ৰস্তাৱ গৃহীত হ'ল অসমৰ তৰুণৰাম ফুকন, ৰোহিনী কুমাৰ চৌধুৰী আৰু গোপীনাথ বৰদলৈয়ে পূৰ্ণ স্বাধীনতাৰ প্ৰস্তাৱত সুখী হ'লেও কাউন্সিল বৰ্জনত সুখী হব নোৱাৰিলে। ফুকন তেতিয়াৰ পৰা কংগ্ৰেছত প্ৰায় নাথাকিলেই। ৰোহিনী কুমাৰ চৌধুৰীয়ে প্ৰথমতে অলপ আঁতৰি আছিল যদিও তেওঁ কংগ্ৰেছ সংগ্ৰামৰ পৰা আঁতৰ হোৱা নাছিল। বৰদলৈ নিজে কাউন্সিল সদস্য নাছিল

গতিকে তেওঁৰ ব্যক্তিগত লাভ-লোকচানৰ কথা ইয়াত নাছিল। তেওঁ বিষয়টো নৈতিক আৰু প্ৰয়োগিক দৃষ্টিৰে চালে। তেওঁৰ মতে কাউন্সিল ত্যাগ কৰাটো অসমীয়াৰ কাৰণে উচিত নাছিল কাৰণ এই কৰি অসমীয়াই সংসদীয় ৰাজনীতি শিকিব কেতিয়া বা সাম্ৰাজ্যবাদী চক্ৰক বিনাবাধাই সাধাৰণ প্ৰজাৰ বিৰুদ্ধে যাবলৈ এৰি দি কংগ্ৰেছে সাধাৰণ জনগণৰেই বা কি উপকাৰ সাধিব। যিহেতু তেওঁ নৈতিকভাৱে এই প্ৰস্তাৱৰ বিৰোধিতা কৰিছিল, সাংবিধানিক নীতি-নিয়মত আকোৰগোজ বৰদলৈয়ে তেতিয়া তেওঁ লৈ থকা গুৱাহাটী জিলা কংগ্ৰেছ সমিতিৰ সভাপতিৰ বাবটো এৰি দিলে। প্ৰসঙ্গটো প্ৰয়োগিক দৃষ্টিভঙ্গীৰে চাই বৰদলৈয়ে কংগ্ৰেছৰ পৰা আঁতৰ নহ'ল। এই বিষয়ত তেওঁৰ যুক্তি আৰু মতামত আছিল এই ঃ "সময় আৰু অৱস্থা অনুসাৰে জাতীয় কাৰ্য্য প্ৰণালী পৰিবৰ্তিত হয়। সেই পৰিবৰ্তনত দহে মিলি আলোচনা কৰোঁতে যি নিৰ্দ্ধাৰিত হয় তাকে সকলোৱে মিলি সাধন কৰিবলৈ চেষ্টা কৰাটো সকলোৰে কাম্য। এইটোও নিশ্চয় যে এনে নিৰ্দ্ধাৰণৰ বিপক্ষে কাম কৰিলে দেশত দলা-দলি আৰু দুৰ্বলতা বাঢ়ে।" (বৰদলৈ প্ৰণীত 'তৰুণৰাম ফুকন' পৃষ্ঠা - ৯৯) ১৯৩০ চনৰ ৬ এপ্ৰিল তাৰিখে তেওঁ অলপতে এৰি দিয়া গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতিৰ বাবটো পুনৰ ল'লে আৰু প্ৰাদেশিক কংগ্ৰেছৰো কাৰ্য্যনিৰ্বাহক সমিতিৰ সদস্য হ'ল। কিন্তু যেতিয়া আগষ্ট মাহত অসম প্ৰাদেশিক কংগ্ৰেছ সমিতিৰ সভাপতি বিষ্ণুৰাম মেধীৰ গ্ৰেপ্তাৰ হোৱাৰ আশঙ্কা হ'ল তেতিয়া মেধীয়ে তেওঁৰ বাবটো বৰদলৈৰ হাতত গতাব খোজাত বৰদলৈয়ে হেনো তাক ল'বলৈ হেলা কৰিলে কাৰণ তেওঁকো কেতিয়া গ্ৰেপ্তাৰ কৰে তাৰো ঠিকনা নাছিল।

বৰদলৈ গ্ৰেপ্তাৰ নহ'ল। কংগ্ৰেছো কিছুদিনৰ পাছত বৰদলৈৰ আগ্ৰহৰ স্বৰাজিষ্ট আদৰ্শলৈকে ঘূৰি আহিল। তথাপিও কিছু ডেকা কংগ্ৰেছ কৰ্মীয়ে - যিবিলাকৰ প্ৰায়বোৰেই সমাজবাদী গোষ্ঠীৰ আছিল - এটা গুজৱ উলিয়ালে যে বৰদলৈয়ে মেধীৰ পৰা কংগ্ৰেছ সভাপতিৰ বাবটো নল'লে এই কাৰণেই যে তেওঁ গ্ৰেপ্তাৰ হ'ব নিবিচাৰিছিল।[৫] আকৌ ১৯৩৭ চনৰ নিৰ্বাচনৰ পাছত বিষ্ণুৰাম মেধী নহৈ (তেওঁ হব পৰাত নাছিল, যিহেতু তেওঁ নিৰ্বাচনত প্ৰাৰ্থী নাছিল) বৰদলৈ বিধানসভাৰ কংগ্ৰেছ দলপতি হোৱাত এই গোষ্ঠীটোৰ কিছু বৰদলৈ বিদ্বেষী হৈয়েই থাকি গ'ল। তাৰো আগতে গুৱাহাটীৰ তেওঁৰ নিৰ্বাচন ক্ষেত্ৰত পৰা তিনিখন আসনৰ মাথোন দুখনতহে কংগ্ৰেছে প্ৰাৰ্থিত্ব দিলেহে তেওঁ নিৰ্বাচনত নামিব বুলি মত প্ৰকাশ কৰাত তেওঁক আকৌ ভুল বুজা হ'ল এইবুলি যে তেওঁ তেওঁৰ লগতে তেওঁৰ বন্ধু মিলিত জনসংঘৰ প্ৰাৰ্থী ৰোহিনী কুমাৰ চৌধুৰীক জিকাব খুজিছিল। বৰদলৈয়ে কৈছিল যে তিনিজন কংগ্ৰেছ প্ৰাৰ্থী থাকিলে কংগ্ৰেছ হৰাৰ শঙ্কা থাকিব। পাছত দেখা গ'ল যে বৰদলৈৰ কৌশল

সঁচাকৈয়ে ফলপ্ৰসু আছিল। পুষ্পলতা দাসে বৰদলৈৰ ব্যক্তিত্ব সোঁৱৰণত কোৱাৰ দৰে "তেওঁ (বৰদলৈ) শান্ত, সৌম্য, ধীৰ, স্থিৰ মূৰ্ত্তিৰ আঁৰতো এখনি ৰাজনৈতিক কলা-কুশলী মন লুকাই আছিল - যাৰ পৰিচয় স্পষ্টভাৱে পোৱা গৈছিল দেশ বিভাজনৰ আগত আৰু পিছত।"[৬] নিজৰ প্ৰদেশখনৰ সমস্যা বুজিবলৈ চেষ্টা নকৰা অসম কংগ্ৰেছৰ বিশিষ্ট নেতাকেইজনমানে আৰু তেওঁলোকৰ ডেকা অনুচৰ সকলে বৰদলৈৰ ১৯৩৮-৩৯ মন্ত্ৰীসভাৰ ইস্তফা দাবী কৰা শিৱসাগৰত বহা অধিবেশনখনত বৰদলৈক ক্ষমতালোভী আখ্যা দিছিল। ইয়াতকৈ যে জধলা অসত্য থাকিব নোৱাৰে তাকো আমি আগতে কৈ থৈছো। সাদ্‌উল্লাৰ দৰে মাহে ৩,৫০০ টকা দৰ্মহা নলৈ মাথোন পাঁচশ টকাতে সন্তুষ্ট থকা এইজন দেশপ্ৰেমিক কেনেকৈ ক্ষমতালোভী হয় ?

১৯৩৮-৩৯ কালডোখৰৰ পৰা ১৯৪৬ চনৰ গ্ৰুপিং সমস্যাৰ আগলৈকে অসম কংগ্ৰেছৰ বৰমূৰীয়া সকলে কেনেকৈ বৰদলৈৰ প্ৰতিটো ৰাজনৈতিক পদক্ষেপকে সৰ্বভাৰতীয়তাৰ নামত অগ্ৰাহ্য কৰিছিল সেই বিষয়ে বিতংভাৱে কেইবাটাও অধ্যায়ত কোৱা হৈছে। বৰদলৈৰ প্ৰতি থকা অবুজ উগ্ৰ হিংসা আৰু বিদ্বেষভাৱে তৈয়বউল্লাক অসম সমস্যা বুজিবলৈ কোনোদিন নিশিকালে আৰু তেওঁৰ প্ৰতিটো ৰাজনৈতিক কৰ্মই সেইকাৰণে অসম আৰু অসমীয়াৰ স্বাৰ্থৰ বিপৰীতে গতি কৰিলে। অমিয় কুমাৰ দাসৰ কিছু উচ্চাৰণে এফালে তেওঁৰ ৰাজনীতি অজ্ঞতা আৰু অনাহক দাম্ভিকতা প্ৰকাশ কৰাৰ লগতে তৈয়বউল্লাৰ কাৰ্য্য যে সম্পূৰ্ণ অসম বিদ্বেষী আছিল তাক বিচাৰ কৰি চাবলৈও তেওঁক নিশিকালে। ১৯৩৯-৪৫ কালত কাৰ্য্যতঃ অসমৰ সমস্যাক লৈ অসমৰ কংগ্ৰেছৰ বৰমূৰীয়া সকলৰ মাজত কোনো আলোচনা গঢ়ি নুঠিল। পাছৰ কালতো দাসে কেতিয়াও এই সময়ডোখৰলৈ ঘূৰি নাচালে। তথাপিও অন্য প্ৰকাৰে তেওঁৰ পাছৰ কালৰ বৰদলৈ প্ৰশংসাত আওপাকে বৰদলৈৰ ৰাজনীতিৰ শুদ্ধতা আৰু বিচক্ষণতা প্ৰতিপন্ন কৰিছে। বৰদলৈৰ মৃত্যুত তেওঁ গোপীনাথ বিহীন অসমক গান্ধীবিহীন ভাৰতৰ লগত ৰিজালে। ১৯৩৯-৪৫ কালটো নগণি মাথোন ১৯৪৬-৫০ কালটোক লৈ দাসে সৰ্বশেষত বৰদলৈৰ যিখন ছবি আঁকিলে সেইখন ১৯৪১-৪৫ কালৰ ছবিখনতকৈ সম্পূৰ্ণ বেলেগ। তেওঁ ক'লে ঃ "এই সময়তেই তেওঁৰ প্ৰতিভা, তেওঁৰ ৰাজনৈতিক বিচক্ষণতাৰ যেন পূৰ্ণ বিকাশ হৈছিল। মোৰ মনলৈ আহে, সেই সময়ত কিমানবিলাক সমস্যাই মূৰ দাঙি উঠিছিল আৰু সেই সমস্যাত কি বিচক্ষণতাৰে তেওঁ থিয় দিছিল। ...এফালে অসমৰ সমস্যা নুবুজা ভাৰতীয় নেতৃত্ব আৰু অসমক বলিশালত দি হ'লেও স্বাধীনতা পাবলৈ ভাৰতীয় নেতৃত্বৰ আগ্ৰহতেই বুলিব পাৰি নে অসম সম্পৰ্কে তেওঁবিলাকৰ উদাসীনতাই বুলিব পাৰি, ক'ব নোৱাৰো। এনে এটি দুৰ্য্যোগত তেওঁ অসমৰ স্বাৰ্থৰক্ষাৰ কাৰণে সাহেৰে থিয় দিলে।"[৭] পিছে বৰদলৈ সকলো সময়তেই

একেই আছিল, দাস আৰু তেওঁৰ সঙ্গীবৃন্দইহে একালত (১৯৩৯-৪৫) অসমৰ স্বাৰ্থ জলাঞ্জলি দি সৰ্বভাৰতীয়তাৰ প্ৰদৰ্শনত ব্যস্ত আছিল।

কংগ্ৰেছ বা গান্ধী আদৰ্শৰ গূঢ় অৰ্থৰ লগত গণতান্ত্ৰিক জননেতাৰ দায়িত্বৰ সামঞ্জস্য ৰাখি চলিবলৈ, আৰু সৰ্বভাৰতীয়তাৰ নামত প্ৰাদেশিক স্বাৰ্থ বিসৰ্জন নিদিবলৈ প্ৰতি মুহূৰ্ত্তে সচেতন থকা বৰদলৈৰ স্বভাৱটো বিষ্ণুৰাম মেধীয়ে বা হেমচন্দ্ৰ বৰুৱাই এটা সময়ত উপলব্ধি কৰিব পৰা নাছিল। কেতিয়াও প্ৰশাসনীয় ক্ষমতাৰ ভাৰ লৈ নোপোৱা লোকে প্ৰশাসনৰ দায়িত্বত থকা লোকৰ আহুকাললৈ ধ্যান নিদিয়াটো অস্বাভাৱিক নহয়। কোনো বিশেষ পৰিস্থিতিত সৎলোকৰ ক্ষেত্ৰতো এনে অৱজ্ঞা সম্ভৱ হ'ব পাৰে। তথাপিও তেওঁলোকৰ সভাপতিত্বৰ কালত মেধী আৰু বৰুৱাই পোনপটীয়াকৈ বৰদলৈক কেতিয়াও অপমান কৰা নাই। বৰুৱা আৰু মেধী দুয়োজনৰে লগত বৰদলৈৰ সদ্ভাৱ আৰু পাৰস্পৰিক শ্ৰদ্ধা আজীৱন স্থায়ী আছিল। কিন্তু চল্লিছৰ দশকৰ আৰম্ভণিতে যেতিয়া মহম্মদ তৈয়বউল্লা অসম কংগ্ৰেছৰ সভাপতি পদত বহিল, তেতিয়াৰে পৰা যেন প্ৰাদেশিক কংগ্ৰেছত অন্য এটা ৰাজনৈতিক সংস্কৃতিয়ে গা কৰি উঠিল।

অসমৰ কংগ্ৰেছ ৰাজনীতিৰ আদি কালটোৰ ঐতিহাসিক তথ্য-পাতি পুঙ্খানুপুঙ্খ ভাৱে অধ্যয়ন কৰিলে, যেই কোনো এজন বস্তুনিষ্ঠ গৱেষকৰ চকুত ই ততালিকে ধৰা দিব যে তৈয়বউল্লা (আৰু কিছুদূৰ ফখৰুদ্দিন আলী আহমেদও) আনবোৰ অসমীয়া কংগ্ৰেছী নেতাৰ দৰে গাৱেঁ-ভূঞে ফুৰি কংগ্ৰেছৰ আদৰ্শ প্ৰচাৰ কৰা বা ৰাইজক কংগ্ৰেছমুখী কৰাৰ কামত লিপ্ত থকা জননেতা নাছিল। কানি নিবাৰণ, অস্পৃশ্যতা বৰ্জন, হৰিজন উন্নয়ন, স্বদেশী বস্ত্ৰৰ ব্যৱহাৰ, গাঁৱলীয়া শিল্প উদ্যোগ, খাজনা-ৰাজহ আদিৰ বিষয়ে গঞা ৰাইজৰ লগত আলোচনা কৰা আদি প্ৰচাৰ কাৰ্য্যৰ বিষয়ত তেওঁৰ নাম সততে পোৱা নাযায়। তেওঁ আছিল ঘাইকৈ চহৰ ভিত্তিক, আৰু লৰা-ধপৰা কৰিব নলগীয়া সাংগঠনিক কামত জড়িত ব্যক্তি। চৰকাৰেও হয়তো তেওঁৰ পৰা কিবা সামাজিক গণ্ডগোলৰ উৎপত্তি হব বুলি ভবা নাছিল। ১৯৪০ চনৰ ব্যক্তিগত সত্যাগ্ৰহ আন্দোলনৰ সময়ত তেওঁ কেইবাখনো চহৰত কেইবাবাৰো সত্যাগ্ৰহ কৰাৰ পাছতহে শিৱসাগৰত গ্ৰেপ্তাৰ হৈছিল। তেওঁৰ এনে স্বভাৱ আৰু দস্তুৰৰ বিপৰীতে গোপীনাথ বৰদলৈ চহৰৰ মানুহ হৈও গাঁৱতহে ঘূৰিছিল বেছিকৈ, কংগ্ৰেছৰ মহামন্ত্ৰ আৰু গান্ধীজীৰ আদৰ্শ প্ৰচাৰ কৰি। কিন্তু আচৰণৰ এই ভিন্নতাই তৈয়বউল্লাৰ বৰদলৈ বিদ্বেষৰ কাৰণ হ'ব নোৱাৰে ; হোৱা হ'লে সিদ্ধিনাথ শৰ্মা তেওঁৰ পৰম মিত্ৰ হ'ব নোৱাৰিলে হয়, যিহেতু বৰদলৈৰ দৰে শৰ্মাইও কংগ্ৰেছৰ প্ৰচাৰ কাৰ্য্যত গাৱঁ-ভূঞে ভ্ৰমণ কৰিছিল আৰু প্ৰায়ে বৰদলৈৰ লগতেই।

কাৰণ যিয়েই নহওঁক, তৈয়বউল্লাই তেওঁৰ সমগ্র জীৱনত বৰদলৈৰ প্ৰতি বৈৰীভাৱ পুহি ৰাখিছিল - যদিও ই আশ্চৰ্য্যজনক যে বৰদলৈৰ ফালৰ পৰা তেনে আচৰণৰ কোনো নাম গোন্ধেই আমি অধ্যয়ন কৰা হাজাৰ-বিজাৰ ৰাজহুৱা আৰু ভিতৰুৱা দলিল আৰু নথি-পত্ৰত নাপালো। সঁচা কথা কবলৈ হ'লে আমি বৰদলৈৰ কোনো লিখাতে তৈয়বউল্লাৰ নামটোকে আনকি নাপালো এবাৰ কি দুবাৰৰ বাহিৰে। বৰদলৈ যেন আছিল তৈয়বউল্লাৰ কাৰণে স্পেনীয় ষাঁড়যুদ্ধৰ ষাঁড়টোৰ সন্মুখৰ ৰঙা কাপোৰখনহে। তেওঁ কেতিয়াবা বৰদলৈৰ নাম শুনিলে ফালৰি কাটে আৰু কেতিয়াবা নলগা জেঙত লাগি হ'লেও বৰদলৈৰ পৰিকল্পনাত জেঙা লগাবলৈ যায়। ১৯৩০ চনৰ ৬ এপ্ৰিল তাৰিখে গুৱাহাটী জিলা কংগ্ৰেছ সমিতিৰ এখন সভা নবীন চন্দ্ৰ বৰদলৈৰ সভাপতিত্বত কাৰ্জন হলত বহে। তাত গোপীনাথ বৰদলৈক পুনৰ সভাপতিৰ পদত নিযুক্ত কৰা হয় আৰু তৈয়বউল্লাক উপ-সভাপতি পতা হয়। লগতে সিদ্ধিনাথ শৰ্মা আৰু প্ৰিয়ধৰ বৰুৱাক ক্ৰমে সম্পাদক আৰু সহকাৰী সম্পাদকৰ ভাৰ দিয়া হয়। তৈয়বউল্লা সেই সভাত উপস্থিত নাছিল আৰু পাছত এখন চিঠিৰে তেওঁ সেই পদ নাকচ কৰে।[৮] এই নাকচৰ কাৰণ বৰদলৈ বিৰাগ নহ'বও পাৰে। কিন্তু ১৯৩৫ চনত তেওঁ এটা অদ্ভুত আৰু হয়তো গৰ্হিত কাণ্ড কৰি পেলালে য'ত বৰদলৈ বিদ্বেষ স্পষ্ট। এই পুথিৰ তৃতীয় অধ্যায়ত কোৱা হৈছে যে ১৯৩৫ চনৰ মে' মাহৰ পহিলা তাৰিখে গোপীনাথ বৰদলৈৰ সভাপতিত্বত বহা গুৱাহাটীৰ এখন সভাত তেওঁ অসমত এখন বিশ্ববিদ্যালয়ৰ আৱশ্যকতাৰ বিষয়ে কয় আৰু সেই বিষয়ত শ্ৰীহট্ট জিলাত হোৱা তিৰস্কাৰৰ গৰিহণা দিয়ে। তাৰ পাছত আসাম এছোচিয়েশ্যনে গোপীনাথ বৰদলৈক সম্পাদক স্বৰূপে লৈ অসমৰ সকলো ঠাইকে প্ৰতিনিধিত্ব কৰা বিশ্ববিদ্যালয় উপসমিতি এখন পতাৰ ব্যৱস্থা ল'লে। কিন্তু দেশপ্ৰেমৰ ক্ষেত্ৰত অসমীয়াৰ জাউতিযুগীয়া অনৈক্যৰ আৰ্হি দেখুৱাই তৈয়বউল্লাই সেই সমিতিত যোগ নিদি তেওঁৰ সভাপতিত্বত তেওঁৰ নিজৰ ঘৰত 'সদৌ অসম বিশ্ববিদ্যালয় সংঘ' নামৰ অনুষ্ঠান এটা স্থাপন কৰিলে। সেই সভাখনতে যেতিয়া দ্বিতীয় এখন বিশ্ববিদ্যালয় সমিতিৰ অ-প্ৰয়োজনীয়তাৰ কথা উঠিল, তেতিয়া তেওঁ ক'লে যে তেওঁৰ অনুষ্ঠান হ'ব ছাত্ৰৰ অনুষ্ঠান, যদিও অৱশ্যে ছাত্ৰক উপদেশ দিবলৈ বিশিষ্ট বয়সস্থ লোক তাত থাকিব। সেই উদ্দেশ্যৰে ২১ জুলাই তাৰিখে এখন সন্মিলন পতাৰ দিহা কৰি দুয়ো সম্পাদক মাধৱ চন্দ্ৰ বেজবৰুৱা আৰু সতীশ চন্দ্ৰ কাকতীৰ নামেৰে গোহাৰি বিতৰণ হ'ল। সেই সন্মিলনত গোপীনাথ বৰদলৈয়ো নিমন্ত্ৰিত হৈ উপস্থিত আছিল। নিমন্ত্ৰিত আন বহু লোকৰ মাজত আছিল মহীচন্দ্ৰ বৰা, ৰাজেদ আলী, ফখৰুদ্দিন আলী আহমেদ, বিৰিঞ্চি কুমাৰ বৰুৱা, যোগেন্দ্ৰ নাথ বৰুৱা, হৰেন্দ্ৰনাথ বৰুৱা, শ্ৰীমান প্ৰফুল্ল গোস্বামী আদি ব্যক্তিসকল। এওঁলোকৰ

বহুতেই ছাত্রসকলৰ উৎসাহ উদ্দীপনাক শলাগিলে যদিও তেওঁলোকৰ পৃথকগামী মনোবৃত্তিত সুখী হ'ব নোৱাৰিলে। তেওঁলোকে বিশ্ববিদ্যালয়ৰ প্ৰতিষ্ঠাৰ নামত দুখন সুকীয়া অনুষ্ঠানৰ প্ৰায়োজন নেদেখিলে। এই কথাত 'তিনিদিনীয়া অসমীয়া'ত এখন চিঠিৰ যোগেৰে অসম এছোচিয়েশ্যনৰ বিশ্ববিদ্যালয় সমিতিৰ সম্পাদক গোপীনাথ বৰদলৈয়ে আৰু সেই এছোচিয়েশ্যনৰ সম্পাদক যোগেন্দ্ৰনাথ বৰুৱাই ক'লে। ইয়াৰ পাছত 'বিশ্ববিদ্যালয় সংঘ' নামৰ ভুচুং পছুটো হঠাতে অন্তৰ্দ্ধান হ'ল।[৮]

উপৰোক্ত কাহিনীটো বৰ্ণাবলগা হ'ল তৈয়বউল্লাৰ বৰদলৈ বিদ্বেষৰ আঁতি-গুৰিৰ সন্ধানত। সঠিক কাৰণটো ধৰা নপৰিলেও তৈয়বউল্লাৰ মানসিকতাৰ কিছু আভাস ইয়াত আছে। ১৯৩৯ চনত ঘটিল আৰু এটা ঘটনা। সেই বছৰত তেওঁ (তৈয়বউল্লা) অসম কংগ্ৰেছৰ সংসদীয় উপদেষ্টা সমিতিৰ মুৰব্বী হৈ থাকোঁতে তেওঁৰ সমিতিয়ে বিধানসভাৰ কংগ্ৰেছ দলপতি বৰদলৈৰ ওচৰত কোনো গুৰুত্বই নাপালে বুলি তেওঁ আগষ্ট মাহঁত কংগ্ৰেছ সভাপতি বৰুৱাৰ ওচৰত আক্ষেপ কৰিছিল। তাৰ অলপ পাছতেই নিজে কংগ্ৰেছ সভাপতি হোৱাত তৈয়বউল্লাই বৰদলৈৰ ওপৰত যেন প্ৰতিশোধ ল'বলৈ বিচাৰিলে। অসম কংগ্ৰেছৰ বিধায়িনী দলটোক তেওঁৰ শাসনভুক্ত কৰাৰ অভিপ্ৰায়েৰে তেওঁ ৱৰ্কিং কমিটিত এটা প্ৰস্তাৱ অনুমোদন কৰাই ল'লে এইবুলি যে বিধায়িনী দলৰ দলপতিয়ে কংগ্ৰেছ নীতি জড়িত যিকোনো কাৰ্য্য সাংগঠনিক কংগ্ৰেছৰ লগত পৰামৰ্শ কৰিহে কৰিব লাগে আৰু সাংগঠনিক কংগ্ৰেছেও প্ৰয়োজন বুজি বিধায়িনী দলৰ দলপতিক উপদেশ দিব পাৰে।

কিন্তু যিহেতু অসাধাৰণ ৰাজনৈতিক পৰিস্থিতি বশতঃ তৈয়বউল্লাৰ সভাপতিত্বৰ কালডোখৰৰ অধিক সময়তেই সাংগঠনিক কংগ্ৰেছ প্ৰায় অচল অৱস্থাত থাকিব লগা হৈছিল, সেই গতিকে সভাপতিয়ে তেওঁৰ ক্ষমতা প্ৰয়োগ কৰিবৰ কাৰণে যোগাৰ কৰি লোৱা সা-সৰঞ্জামবোৰ কোনো কামত নাহিল। ১৯৪১ চনৰ পৰা সত্যাগ্ৰহ আন্দোলন আৰম্ভ হোৱাত কংগ্ৰেছ নেতাসকল জেইললৈ গ'ল আৰু পাছত কংগ্ৰেছো বে-আইনী হ'ল। অসুস্থতাৰ বাবে খালাচ পোৱা বৰদলৈয়ে প্ৰদেশ কংগ্ৰেছৰ সাংগঠনিক মেৰপাকৰ বশৱৰ্তী নোহোৱাকৈ অসম বিধানসভাত থকা তেওঁৰ মৰ্য্যাদা, দুয়ো উপত্যকাৰ কংগ্ৰেছ বিধায়কসকলৰ মাজত থকা তেওঁৰ জনপ্ৰিয়তা আৰু বিশেষকৈ গান্ধীজীৰ আদৰ্শ আৰু পৰামৰ্শৰে সজ্জিত হৈ বিধানসভাত তেওঁৰ নিজা ধৰণৰ কাৰ্য্যপন্থাৰে আগবাঢ়িবলৈ সুযোগ পালে। এই পুথিৰ ষষ্ঠ, সপ্তম আৰু অষ্টম অধ্যায়ত আমি বিতংকৈ বৰ্ণাই আহিছো কেনেকৈ বৰদলৈয়ে ১৯৪১ চনৰ পৰাই বিভিন্ন উপায়েৰে প্ৰতিক্ৰিয়াশীল সাদ্‌উল্লা মন্ত্ৰীসভাই থলুৱা অসমীয়ালৈ অনা অনিষ্টকৰ ব্যৱস্থাবোৰৰ বিপক্ষে যুঁজিছিল আৰু বিশেষকৈ অসমক ভৱিষ্যত পাকিস্তানৰ অংশ

হোৱাৰ পৰা ৰক্ষা কৰিবলৈ বিভিন্ন উপায় চিন্তা কৰিছিল। সংসদীয় ৰাজনীতিত বিশেষ দক্ষতা থকা বৰদলৈয়ে এইবোৰ কাম কৰিছিল বিধানসভাৰ কংগ্ৰেছকে লৈ বিভিন্ন গোটৰ প্ৰতিনিধিত্বৰে গঢ়ি উঠা বিপক্ষী দলটোৰ দলপতি হিচাপে। বৰদলৈৰ ৰাজনৈতিক বিচক্ষণতা আৰু চতুৰতাৰ আগত তৈয়বউল্লা তিষ্ঠিব নোৱাৰিলে। ১৯৪১ আৰু ১৯৪৫ চনত কেন্দ্ৰত বৰদলৈৰ কাৰ্য্যৰ বিপক্ষে গোচৰ তৰিবলৈ যাওঁতে তেওঁ কৃতকাৰ্য্য নহ'ল ; তাকে কৰি তেওঁ মাথোন অসমৰ বৃহত্তৰ স্বাৰ্থলৈহে পিঠি দিলে। ই অতি দুখৰ কথা, কাৰণ তৈয়বউল্লা কোনো পাবত গজা নেতা নাছিল। কংগ্ৰেছৰ এজন নিঃস্বাৰ্থ সেৱক হোৱাৰ উপৰিও ১৯২১ চনৰ অসহযোগ আন্দোলনৰ পৰা আৰম্ভ কৰি বিয়াল্লিছৰ গণবিপ্লৱৰ দিনলৈকে প্ৰতিটো আন্দোলনতে তেওঁ কাৰাবৰণ কৰি আৰ্থিক কষ্টৰ মাজেৰে চলিবলগীয়া হয়। গতিকে স্বাধীনতা সংগ্ৰামত তেওঁৰ ত্যাগ যথেষ্ট। কিন্তু বৰদলৈ হিংসাই তেওঁক চল্লিছৰ দশকত ইমানকৈ অদূৰদৰ্শী কৰি পেলালে যে অসমৰ হিত-অহিত আৰু যেন কেতিয়াও তেওঁৰ ৰাজনৈতিক চিন্তাত নোসোমোৱা হ'ল। আদৰ্শৰ সাৰঅংশ এৰি তেওঁ যেন 'প্ৰতীক' আৰু 'দেৱমূৰ্ত্তি'কৈ সাৱটি ল'লে (ই চিন্তাকৰ্ষক যে তেওঁৰ ইংৰাজীত লিখা আত্মজীৱনীখনৰ শিৰোনামাই এই দুয়োটা শব্দ বহন কৰিছে)।[১০] ১৯৪১-১৯৪৫ কালডোখৰত বঙ্গৰ পমুৱাই বা লীগৰ বলাৎকাৰে অসমত কোনো বিশেষ পৰিস্থিতি সৃষ্টি কৰা নাছিল বুলি তেওঁ ত্ৰিপাক্ষিক চুক্তিক নাকচ কৰাই নহয়, মিছা কথাৰে এই চুক্তিক কংগ্ৰেছৰ নিয়ম-নিষিদ্ধ বুলি আজাদৰ ওচৰত আপত্তি দৰ্শাইছিল। সেইদৰে ১৯৪১ চনত সাদুল্লাক গুচাই ৰোহিনী চৌধুৰী মন্ত্ৰীসভা পতাৰ উদ্দেশ্যৰে বিধানসভাৰ কংগ্ৰেছ সংযুক্ত দলৰ আলোচনা চক্ৰত তেওঁ আৰু ডাঃ ভূৱনেশ্বৰ বৰুৱাই একেলগে গুৱাহাটীৰ পৰা শ্বিলঙলৈ গৈ ভাগ লৈছিল যদিও সম্পূৰ্ণ মিছা কথাৰে তেওঁ সেইবোৰ ঘটনা তেওঁৰ অগোচৰে ঘটিল বুলি 'কাৰাগাৰৰ চিঠি' পুথিখনত লিখি গ'ল।

আন কেইবাটাও গৰ্হিত কাম তৈয়বউল্লাই কৰি থ'লে। বৰদলৈৰ মৃত্যুৰ বাৰবছৰৰ মূৰত প্ৰকাশ হোৱা পুথি 'কাৰাগাৰৰ চিঠি'ত তেওঁ ভৱিষ্যত পুৰুষৰ চকুত বৰদলৈক হেয় কৰিবলৈ এটি বাতৰি যোগালে এইবুলি যে বিয়াল্লিছৰ আন্দোলনৰ সময়ত যোৰহাট জেইলত বৰদলৈয়ে জাপানীৰে বন্ধুত্ব পাতি স্বাধীন অসম গঢ়াৰ পৰিকল্পনা আৰু আঁচনি তৈয়াৰ কৰিছিল। নীচমনা, পঙ্কিল মানসিকতাৰ এই উক্তিত আমি পাওঁ কমলাকান্ত ভট্টাচাৰ্য্যই কোৱা অসমীয়া স্বভাৱৰ আৰু এটি লক্ষণ ঃ 'নিজৰ নাক কাটি সতিনীৰ যাত্ৰা ভঙ্গ কৰা।' এই কাৰ্য্যই তেওঁৰ নৈতিক অৱক্ষয় সৰ্বকাললৈ সূচাই থাকিব এই কাৰণেই যে আজাদ হিন্দ ফৌজ যুক্ত জাপানী আক্ৰমণ সম্পৰ্কত বৰদলৈৰ মনোবৃত্তি আৰু কাৰ্য্যপন্থা ইতিহাসত অন্যৰূপে স্পষ্ট হৈ আছে।

ই সত্য যে ১৯৪৩ চনত নগাঁও আৰু যোৰহাটত কিছু কংগ্ৰেছ চছিয়েলিষ্ট ব্যক্তিয়ে আজাদ হিন্দ ফৌজ মিশ্ৰিত জাপানী আক্ৰমণ আঁকোৱালি লৈ বৃটিছক খেদোৱাৰ বাতুল সপোন দেখিছিল। ১৯৪৪ চনৰ আদিতেই অসম কংগ্ৰেছত গান্ধীগোট আৰু কংগ্ৰেছ চছিয়েলিষ্ট গোট স্পষ্টভাৱে ওলাই পৰিছিল। এই পিছৰটো গোট জাপানী সৈন্যবাহিনী মনিপুৰ আহি পোৱাত তাক ভাৰত মুক্তিৰ পক্ষ লোৱা বাহিনী জ্ঞান কৰি সকলো সাহায্য আগবঢ়াবলৈ প্ৰস্তাৱ লৈছিল। কিন্তু এনেবোৰ কাৰ্য্যৰ বিপৰীতে ১৯৪৪ চনৰ ১৯ মাৰ্চ তাৰিখে তেওঁৰ ঘৰত বহা কংগ্ৰেছ কৰ্মীসকলৰ এখন মেলত বৰদলৈয়ে ৭ এপ্ৰিলৰ পৰা ১৩ এপ্ৰিললৈ জাতীয় সপ্তাহ পালন কৰিবৰ কাৰণে এখন আঁচনি প্ৰস্তুত কৰিছিল। সেইমতে আনুষ্ঠানিক পতাকা উত্তোলন, যুদ্ধ বিৰতি শ্লোগান, কংগ্ৰেছত নতুন সভ্য নিযুক্তি, শান্তিসেনা আৰু বাহিনী গঠন আদি কাৰ্য্যত জড়িত থাকিবলৈ আহ্বান জনাইছিল। জাপানীৰ মণিপুৰ আক্ৰমণৰ সময়তো বৰদলৈয়ে প্ৰেছ বিবৃত্তি দিছিল যে চৰকাৰে দেশৰ নেতাসকলক কাৰাৰুদ্ধ কৰি ৰাখিলে বুলিয়েই জনসাধাৰণ দেশৰক্ষাৰ দায়িত্ব পালনৰ পৰা বঞ্চিত থাকিব নোৱাৰে। প্ৰতিখন গাঁৱে এই উদ্দেশ্যৰে সংগঠিত হ'ব লাগিব। দেশবাসীক তেওঁ এফালে স্বাৱলম্বী হ'বলৈ আহ্বান জনালে আৰু আনহাতে বিদেশী বৃটিছ চৰকাৰক ৰাজনৈতিক অচল অৱস্থাৰ কাৰণে জগৰীয়া কৰিলে। সেই ১৯৪৪ চনৰেই ৯ এপ্ৰিল তাৰিখে শ্ৰীহট্টৰ নীৰেণ দেৱে বৰদলৈক গুৱাহাটীত দেখা কৰি ক'লে যে যিহেতু সুভাষ বসুৱে জাপানীৰ লগত যোগ দিছে, সেই কাৰণে জাপানীৰ পক্ষ লোৱা-নোলোৱা লৈ অসম কংগ্ৰেছত দলা-দলি বৃদ্ধি পাব। ইয়াৰ উত্তৰত বৰদলৈয়ে দেৱক কোৱা কথাটো তেওঁৰ ডায়েৰীতো লিখি থ'লে ঃ "সুভাষ বসুক আমি এতিয়া জাপানীৰ 'কাঠ পুতলি'ৰ বাহিৰে আন ধৰণে ভাবিবলৈ উপায় নাই। সেই কাৰণে কংগ্ৰেছক একমাত্ৰ অনুষ্ঠান বুলি বাটৰ মানুহেও যাতে কংগ্ৰেছৰ কথামতে চলে ইয়াকে চোৱা উচিত।"[১১]

এই সাক্ষাৎকাৰৰ পাছৰ দুদিন - ১০ আৰু ১১ এপ্ৰিলৰ দিনা বৰদলৈক দেখা কৰে তেতিয়া 'ইউনাইটেড লেবাৰ নিউজ' নামৰ সংবাদ পৰিবহন সংস্থা এটিৰ প্ৰতিনিধি নিখিল চক্ৰবৰ্ত্তীয়ে। পাছলৈ ভাৰত বিখ্যাত হৈ এওঁ হ'লগৈ দিল্লীৰ বিখ্যাত 'মেইন ষ্ট্ৰীম' নামৰ ইংৰাজী সাপ্তাহিক সংবাদ পত্ৰিকাখনৰ প্ৰতিষ্ঠাপক সম্পাদক। তেওঁৰ আগতো বৰদলৈয়ে জাপানী আক্ৰমণৰ সন্মুখত দেশৰ পৰিস্থিতি আলোচনা কৰি একতা আৰু সংগঠনৰ প্ৰয়োজনীয়তাৰ বিষয়ে ক'লে।[১২] চক্ৰৱৰ্ত্তীয়ে এই লিখককো দুবাৰো বৰদলৈৰ সেই সময়ৰ আই-এন-এ জাপানী সংযোগ দৃঢ়ভাৱে বিৰোধ কৰাৰ কথাটো দুটা সাক্ষাৎকাৰত কৈছিল।[১৩]

কেবিনেট মিছনৰ গ্ৰুপিং আঁচনিয়ে অসমীয়াক দিয়া যন্ত্ৰণাৰ সময়ত

তৈয়বউল্লাই অৱশেষত মানে ১৯৪৭ চনৰ ৫ জানুবাৰী তাৰিখে, নিখিল ভাৰত কংগ্ৰেছ সমিতিত নেহৰুৰ গ্ৰুপিং সহ কেবিনেট আঁচনিক গ্ৰহণ কৰি লোৱা প্ৰস্তাৱটোক সমৰ্থন দি তেওঁৰ ৰাজনৈতিক অপৈণতাৰ চৰম নিদৰ্শন দেখুওৱাৰ লগতে তেওঁৰ স্বভাৱৰ অতি কদৰ্য্য দিশটোও আকৌ এবাৰ উলঙ্গ কৰি দেখুৱালে। যিহেতু বৰদলৈ অসমৰ এই জীৱন-মৰণ সন্ধিক্ষণত বৰ সেনাপতি হৈ ওলাইছিল, সেই কাৰণে সদায় বৰদলৈৰ বিপক্ষে যোৱা দস্তুৰটো এৰিব নোৱাৰি নেহৰুক সমৰ্থন কৰি নিজৰ মূঢ়তা জাৰি কৰি হ'লেও তেওঁ বৰদলৈ বিৰোধী হৈ ওলাল। ইয়াৰ পাছত তেওঁ ওলট-পালত বিবৃত্তি দি থাকিল। তৈয়বউল্লাৰ এই বহুৰালি সম্পৰ্কে গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি ডাঃ ভুৱনেশ্বৰ বৰুৱাই তেওঁৰ ডায়েৰীত লিখি থ'লে এনেকৈ ঃ

> "তৈয়বউল্লা চাহিবৰ statement পঢ়ি সকলোৱে নানা প্ৰশ্ন আৰম্ভ কৰে। .... এনে এটা বেয়া অৱস্থাত আমাক এই statementটোৱে পেলাইছে যে যিমান ভাবো সিমান তৈয়বউল্লাৰ ওপৰত খং উঠিয়েই থাকে। তেওঁ মোক লগ পাবলৈ ইচ্ছা কৰিছে বুলি নবীচ আৰু লক্ষী বৰাই উনুকিয়াই দিলে। খঙতে তৰ্কত বেয়া কথা ক'বলগীয়া হয় বুলি লগ নধৰিলো। মানুহে যেতিয়া অদ্ভুত কাম কৰে তাক সমৰ্থন কৰিবলৈ গৈ অদ্ভুত কথা কয়। তাত আৰু কোনো যুক্তি নাথাকে।"[১৪]

তৈয়বউল্লা আছিল বৰদলৈ কালৰ অসমৰ সবাতোকৈ অনিষ্টকৰ ব্যক্তি। তথাপিও স্বাধীনোত্তৰ কালত বৰদলৈয়ে তেওঁক মন্ত্ৰী পাতিলে, নিশ্চয় এই ভাবি যে, সেই পদত তেওঁ নিয়ন্ত্ৰিত হৈ থাকিব। বৰদলৈয়ে তেওঁৰ হাতত গান্ধী আদৰ্শৰে নতুনকৈ গঢ়া গাঁও পঞ্চায়তৰ বিভাগটো থ'ব খুজিলে। কিন্তু গান্ধী আদৰ্শত মজি থকা বুলি জাহিৰ কৰি থাকিও তেওঁ ল'ব বিচাৰিলে আবকাৰী বিভাগটোহে। তেওঁৰ হাতত প্ৰচাৰ বিভাগটোও আছিল আৰু তাৰ পৰাই তেওঁ বৰদলৈ চৰকাৰলৈ কিছু বদনামো আনিলে। 'আসাম ট্ৰিবিউন' কাকতখনৰ কিবা খবৰত অসন্তুষ্ট হৈ তেওঁ নিজা কৰ্তৃত্ববাদিতাৰ চানেকি দেখুৱাই সেই কাকতত চৰকাৰী বিজ্ঞাপন দিবলৈ বন্ধ কৰি চৰকাৰখনলৈ গ্লানি চপালে। সেই কাকতখন তেতিয়াৰ পৰাই বৰদলৈৰ প্ৰতি নাৰাজ হৈ ৰ'ল। স্বাধীনতাৰ পূৰ্বে, বিশেষকৈ সমস্যাবহুল ১৯৪১-৪৫ কালডোখৰত যেতিয়া হেমচন্দ্ৰ বৰুৱা, মেধী, অমিয় কুমাৰ দাস, সিদ্ধিনাথ শৰ্মা, মহম্মদ তৈয়বউল্লা আৰু কিছুদূৰ কৃষ্ণনাথ শৰ্মাই বৰদলৈৰ বিধানসভাৰ ৰাজনীতিৰ বিপক্ষে গৈছিল, তেতিয়া দেৱেশ্বৰ শৰ্মাই বৰদলৈৰ প্ৰতিটো পদক্ষেপকেই সমৰ্থন জনাইছিল। কিন্তু ১৯৪৬ চনৰ বৰদলৈ মন্ত্ৰীসভাত সকলো পক্ষকে সুবিধা দিয়াৰ তাড়নাত বৰদলৈয়ে শৰ্মাক মন্ত্ৰীপদ দিব নোৱাৰিলে। তেওঁৰ কাৰণে বিধানসভাৰ অধ্যক্ষৰ পদবীটোহে ৰ'লগৈ। হয়তো

ইয়াতেই ক্ষুব্ধ হৈ শৰ্মাই তেওঁ নিজে লিখি থৈ যোৱা আত্মজীৱনী মতেই নিজা মতৰ 'ৰুলিং' দিবলৈ ওলোৱাত বৰদলৈ চৰকাৰৰ জঞ্জাল বাঢ়িল।[১৫] কংগ্ৰেছী আদৰ্শৰে নতুন অসম এখন গঢ়াৰ পৰিকল্পনা এটা বৰদলৈৰ আছিল। গতিকেই স্বাধীনতাৰ আদি কালডোখৰত তেওঁৰ প্ৰয়োজন হৈছিল অসমৰ সাংগঠনিক কংগ্ৰেছৰ সম্পূৰ্ণ সমৰ্থন আৰু সহযোগিতা। এই দুটাৰ অবিহনে এফালে কংগ্ৰেছ আদৰ্শৰ আধাৰত আহিবলগা পৰিৱৰ্তন সম্পৰ্কে প্ৰদেশখনত হ'বলগীয়া প্ৰচাৰ কাৰ্য্য নচলিব আৰু আনফালে প্ৰদেশখনৰ উৎকৰ্ষৰ বিষয়ত প্ৰয়োজন হোৱা ক্ষমতা আৰু উন্নয়নৰ কাৰণে কেন্দ্ৰত সমূহীয়াভাৱে প্ৰভাৱ পেলাব পৰা নাযাব। কিন্তু তৈয়বউল্লা কংগ্ৰেছ সভাপতি হৈ থাকিলে আৰু শৰ্মাই বিধানসভাত স্বাধীনভাৱে অধ্যক্ষতা কৰি গ'লে আগৰ সংঘৰ্ষ অচিৰেই সহযোগিতাত পৰিণত হোৱাৰ আশা নাছিল। উপায় কি ?

উপায় বৰদলৈয়ে উলিয়ালে। তৈয়বউল্লাক যেনেকৈ মন্ত্ৰীপদ দি তেওঁক কংগ্ৰেছ সভাঁপতি পদৰ পৰা আঁতৰালে তেনেকৈয়ে দেৱেশ্বৰ শৰ্মাকো বিধানসভাৰ অধ্যক্ষৰ পদৰ পৰা আঁতৰোৱাৰ উপায় উলিয়ালে। ১৯৪৭ চনৰ আগষ্ট মাহতেই দেশীয় ৰাজ্য মণিপুৰৰ কাৰণে ডমিনিয়ন এজেন্ট এজনৰ (আগৰ পলিটিকেল এজেন্ট) প্ৰয়োজন হ'ল। যিহেতু মণিপুৰ ৰাজ্যৰ ৰাজনৈতিক অশান্তিয়ে নগা আৰু লুচাই পাহাৰকে (আজিৰ মিজোৰাম)লৈ অসমৰ ওপৰত প্ৰভাৱ পেলাব পৰাৰ আশংকা কৰা হৈছিল, সেই গতিকে বৰদলৈয়ে কেন্দ্ৰীয় গৃহমন্ত্ৰী পেটেলক পৰামৰ্শ দিলে যে সেই পদৰ কাৰণে অসমৰ প্ৰৱীন কংগ্ৰেছী নেতা আৰু উকীল দেৱেশ্বৰ শৰ্মাক ল'ব লাগে যাতে মণিপুৰৰ আৰু নগাসকলৰ লগত থকা অসমৰ পূৰ্বৰ প্ৰীতি আৰু বন্ধুৰ ভাৱ এজন অসমীয়া ৰাজনীতিকৰ জৰিয়তেই পুনৰ ঘনীভূত হৈ পৰে। বৰদলৈৰ দৃষ্টিত পদটোৰ আশু প্ৰয়োজন আছিল, মাথো প্ৰাৰ্থীজন বাছোঁতে তেওঁ নিশ্চয় শৰ্মাক অসমৰ ৰাজনীতিৰ পৰা আঁতৰোৱাৰ সুবিধাটো লৈছিল। বৰদলৈৰ প্ৰতি থকা শ্ৰদ্ধাই পেটেলক মান্তি কৰালে। বিধানসভাৰ অধ্যক্ষৰ পদটো সক্ৰিয় ৰাজনীতিৰ নহৈ 'বহিথকা' পদ হোৱাৰ কাৰণে তাত শৰ্মাৰ মন নবহিছিল। সেই গতিকে মণিপুৰৰ পদটোৱে তেওঁৰ দৃষ্টিত অধিক প্ৰত্যাহ্বানপূৰ্ণ হৈ দেখা দিলে। ১৭ ছেপ্তেম্বৰ (১৯৪৭) তাৰিখে শৰ্মাই বিধানসভাৰ অধ্যক্ষৰ পদ ইস্তফা দি সেই মাহতে মণিপুৰ পালেগৈ। কেইমাহমানৰ পাছতে প্ৰাদেশিক কংগ্ৰেছতো তৈয়বউল্লাৰ ঠাইত বৰদলৈয়ে তেওঁৰ পচন্দ মতে সভাপতি এজনক পোৱাৰ সুযোগ উলিয়ালে। ১৯৪৮ চনৰ ১৮ জানুৱাৰী তাৰিখে বৰদলৈয়ে কেন্দ্ৰীয় কংগ্ৰেছ সভাপতি ডঃ ৰাজেন্দ্ৰ প্ৰসাদৰ পৰা তৈয়বউল্লাক তেওঁৰ মন্ত্ৰীসভাত ল'বলৈ মান্তি কৰালে। যদিও ৰাজ্যপাল হাইদেৰী আৰু কেন্দ্ৰীয় গৃহমন্ত্ৰী পেটেল তৈয়বউল্লাৰ পক্ষে একেবাৰে নাছিল আৰু মন্ত্ৰীসভাৰ সাম্প্ৰদায়িক প্ৰতিনিধিত্বৰ

কাৰণে কিছু সময়ৰ পাছত, সুবিধা বুজি ফখৰুদ্দিন আলী আহমেদকহে লবলৈ তেওঁলোকে উপদেশ দিছিল, তথাপি বৰদলৈয়ে পেটেলক মান্তি কৰোৱাই মাৰ্চ মাহৰ আদিতে তৈয়বউল্লাক মন্ত্ৰী পাতিলে আৰু তেওঁ এৰি অহা কংগ্ৰেছ সভাপতিৰ পদত ব্যক্তিগত ৰাজনীতিত আশ্বাস নৰখা, উচ্চাদৰ্শৰ কংগ্ৰেছ কৰ্মী বিজয় চন্দ্ৰ ভাগৱতীক বহুৱাবলৈ বৰদলৈৰ শুভাকাংক্ষীসকলে সকলো দিহা কৰিলে।

কিন্তু আলচ মতে কাৰ্য্য সিদ্ধি নহ'ল। ১৯৪৮ চনৰ মে' মাহত বৰদলৈয়ে হঠাতে শুনিলে যে শৰ্মাক হেনো কিছু অপবাদৰ নামত তেওঁৰ মণিপুৰৰ পদটো এৰি দিবলৈ অসমৰ ৰাজ্যপাল হাইদেৰীয়ে আদেশ দিছে আৰু কেন্দ্ৰই সেই পদটোকেই উচ্ছেদ কৰিছে। বৰদলৈয়ে শৰ্মাৰ ওপৰত তৰা জগৰবোৰ একেবাৰেই মানি নল'লে। কিন্তু তেওঁৰ আচল আপত্তিটো সেইবোৰত নাছিল। বৰদলৈৰ কথা হ'ল যিহেতু তেওঁৰ পৰামৰ্শমতে শৰ্মাকে গ্ৰহণ কৰা হৈছিল, গতিকে শৰ্মাক বৰ্জন কৰাৰ আগতে হাইদেৰীয়ে বা কেন্দ্ৰই বৰদলৈৰ লগত পৰামৰ্শ কৰিব লাগিছিল। নীতি-নিয়মত সদায়েই দৃঢ়মনা বৰদলৈয়ে তেওঁক অপদস্থ কৰাৰ কাৰণে নিজৰেই পদ তৎক্ষণাত ইস্তফা দিবলৈ ওলাল আৰু সেই বিষয়ে পেটেললৈ ২৬ মে' তাৰিখে লিখিলে আৰু ৰাজ্যপাল হাইদেৰীকো তেওঁৰ সিদ্ধান্তৰ বিষয়ে জনালে। এই কথাত হাইদেৰীও অত্যন্ত অসুবিধাত পৰিল। তেওঁ বৰদলৈৰ ঠাইত নিজেই পদত্যাগ কৰিবলৈ সাজু হ'ল। পাছত অৱশ্যে পেটেলে বুজাই ক'লে যে যিহেতু মণিপুৰৰ পদবীটোৰ লগত অসম চৰকাৰৰ কোনো সম্পৰ্ক নাই, গতিকে বৰদলৈয়ে দেখুওৱাৰ দৰে তেওঁৰ পূৰ্ব অনুমতিৰ প্ৰয়োজন বোলা কথাটো নৰজে। পেটেলে ক'লে (৩০ মে') তেওঁৰ প্ৰথমৰ পৰাই এই পদবীত আস্থা নাছিল আৰু তাতোকৈ আস্থা নাছিল পদবীটোত নিযুক্ত হোৱা মানুহজনৰ প্ৰতি, মাথোন বৰদলৈৰ অনুৰোধতহে তেওঁ তেওঁক গ্ৰহণ কৰিছিল।

প্ৰাদেশিক কংগ্ৰেছে শৰ্মাৰ ঘটনাটো আৰু বৰদলৈৰ পদত্যাগৰ কথাটো বিচাৰ কৰিবৰ কাৰণে লক্ষেশ্বৰ বৰুৱা, সিদ্ধিনাথ শৰ্মা, কুমুদৰাম বৰা আৰু বিজয় চন্দ্ৰ ভাগৱতীক লৈ এখন তদন্ত সমিতি পাতি দিলে। এই তদন্ত সমিতিয়ে সকলো কথা বুজি উঠাৰ আগতেই শৰ্মা ৰাজ্যপালৰ হাতত অপমানিত হোৱাৰ কথাটো প্ৰচাৰ হৈ পৰাত, ক্ষতিপূৰণ স্বৰূপে এতিয়া অসম কংগ্ৰেছৰ বহুতেই শৰ্মাকে কংগ্ৰেছ সভাপতি পাতিবলৈ ওলাল আৰু অশেষ অনুৰোধ কাতি কৰিও ভাগৱতীয়ে শৰ্মাৰ হকে তেওঁৰ প্ৰাৰ্থিত্ব পৰিত্যাগ কৰিলে। শৰ্মা বিনা প্ৰতিদ্বন্দিতাৰে কংগ্ৰেছ সভাপতি হোৱাৰ পাছতহে তদন্ত সমিতিখনে ৰাজ্যপাল হাইদেৰীৰ পৰা সকলো তথ্য আহৰণ কৰি বুজি উঠিল যে আচলতে তেওঁলোকৰ আপত্তিৰ কোনো থল নাছিল।

যদিও নীতিগতভাৱে শৰ্মাৰ পক্ষলৈ বৰদলৈয়ে মতা মাত দৃঢ় আৰু নিৰ্ভেজাল

আছিল, টেঙৰ পেটেলে হয়তো এনেদৰেও বুজিছিল যে শৰ্মা সেই সময়ত অসমলৈ ঘূৰি অহাত প্ৰাদেশিক কংগ্ৰেছৰ ৰাজনীতিত আকৌ আউল লাগিব বুলিহে বৰদলৈয়ে বেছিকৈ হতাশ হৈ পদ ইস্তফা দিবলৈ ওলাইছিল। সেই কাৰণেই পেটেলে উক্ত ৩০ মে' ('৪৮) চিঠিখনত বৰদলৈলৈ লিখিছিল যে এই সৰু ঘটনাটোৱে তেওঁক ইমানকৈ ব্যতিব্যস্ত কৰি তোলা উচিত নহয়। যদি এই ঘটনাৰ ফলত হোৱা প্ৰাদেশিক প্ৰতিক্ৰিয়াৰ বিপক্ষে যুঁজিবলৈ বৰদলৈক কেন্দ্ৰীয় সাহায্যৰ প্ৰয়োজন হয় সেই সাহায্য তেওঁ পুৰামাত্ৰাই পাব।

বৰদলৈয়ে হয়তো অসমৰ ৰাজনীতি পুনৰ ব্যক্তিমুখী হৈ পৰিব পাৰে বুলি সঁচাকৈয়ে ভয় কৰিছিল আৰু সেয়েহে হ'লগৈ। কংগ্ৰেছ সভাপতি হোৱাৰে পৰা শৰ্মাই বৰদলৈ চৰকাৰৰ খুঁত উলিয়াই মুখ্যমন্ত্ৰীলৈ চিঠিৰ ওপৰত চিঠি লিখিবলৈ ল'লে। বৰদলৈৰ বিভিন্ন ৰাজহুৱা বিবৃত্তি, গড়মূৰীয়া গোঁসায়ে মাটিৰ অনুদান নোপোৱা, গাঁও উন্নয়ন বিভাগ ; ৰাজ্যত চলি থকা ব্যাপক দুৰ্নীতি ; অসমৰ বাঙালী বিষয়া ; ছছিয়েলিষ্ট, মুছলিম লীগ, আহোম লীগ, কমিউনিষ্ট অনুগত চৰকাৰী বিষয়া ; কমিউনিষ্ট অপকাৰ্য্য ; পুলিচ বিভাগৰ বাঙালী বিষয়া ইত্যাদি নানান বিষয়ত তেওঁ আপত্তি তুলিলে আৰু প্ৰত্যুত্তৰ বিচাৰিলে। শৰ্মাৰ কিছু কথা প্ৰাসংগিক আছিল যদিও সেই সময়ৰ অসমৰ বিত্তীয় পৰিস্থিতিয়ে যোগোৱা সমস্যা, কেন্দ্ৰীয় চৰকাৰৰ লগত চলি থকা বিশেষ যোগাযোগ, দিল্লীত সংবিধান ৰচনা কাৰ্য্যত বৰদলৈৰ ব্যস্ততা, নতুনকৈ নিৰ্মিত হোৱা অসমৰ অনুষ্ঠান সমূহ সম্পৰ্কে প্ৰয়োজনীয় চিন্তা, বঙ্গীয় বিপদ আদি এশ এবুৰি কামৰ মাজত প্ৰাদেশিক কংগ্ৰেছ সভাপতিৰ এই চিঠিবোৰৰ উত্তৰ নিয়মিতভাৱে দি থকাটো বৰদলৈৰ কাৰণে সম্ভৱ নাছিল। তাতে শৰ্মাৰ কিছুকাম চৰকাৰৰ কাৰণে অত্যন্ত বিৰক্তিকৰো আছিল। তেওঁ জিলাৰ উপায়ুক্ত সকললৈ লিখি কংগ্ৰেছ বিধায়কসকলৰ স্বভাৱ-চৰিত্ৰৰ বিষয়েও জানিবলৈ বিচাৰিছিল। কোনো কোনো বিষয়াক শাস্তি বিহিবৰ কাৰণে আৰু কোনো বিভাগক একেবাৰে উচ্ছেদ কৰিবলৈকো তেওঁ বৰদলৈক পৰামৰ্শ দিছিল। বৰদলৈৰ মতে শৰ্মাই দিহা দিয়াৰ দৰে কাম কৰিবলৈ হ'লে চৰকাৰ এখন নাথাকিব, থাকিব মাথোন শুদ্ধ অৰাজকতা।[১৬] অসম কংগ্ৰেছৰ সভাপতি হৈ শৰ্মাই মাথোন বৰদলৈকে উপদেশ দি ক্ষান্ত নাথাকি, মণিপুৰ আৰু দাঁতি-কাষৰীয়া সীমান্ত অঞ্চলৰ বিষয়ে চৰ্দাৰ পেটেলকো অপ্ৰাৰ্থীত পৰামৰ্শ দিবলৈ আগবাঢ়িল। ১৯৪৯ চনৰ ১০ মে' তাৰিখে তেওঁ পেটেললৈ সেই বিষয়ে লিখিলে আৰু লগতে ক'লে যে

"বৰদলৈৰো এই অঞ্চলৰ লোক আৰু বিষয়ৰ ক্ষেত্ৰত শুদ্ধ জ্ঞান নাই।"[১৭]

শৰ্মাই পেটেলৰ লগত কথা হ'বলৈ দৰকাৰ হ'লে দিল্লীলৈকো যাবলৈ ইচ্ছা

কৰিলে। এই চিঠি পাই পেটেলৰ এনে খং উঠিল যে তেওঁ শৰ্মাক দেখা কৰাৰ প্ৰয়োজন নাই বুলিতো ক'লেই আৰু লগতেপ্ৰায় অশালীনভাৱেই বকিলে (১৮ মে') এনেকৈ ঃ "মই দুঃখিত যে আপুনি হয়তো এটা বিৰাট ভুল ধাৰণাত সোমাই আছে - যদি আপুনি ভাবিছে যে পৰিস্থিতিটোৰ বিষয়ত মোৰ সম্পূৰ্ণ আৰু শুদ্ধ জ্ঞান নাই। মোৰ ধাৰণা - আপুনি ভাবিছে যে এই বিষয়বিলাকৰ একমাত্ৰ বিশেষজ্ঞ আপুনি নিজেই আৰু কোৱা বাহুল্য, - কেইমাহমান মণিপুৰত আমাৰ এজেন্ট হৈ থকাটোৱেই আপোনাৰ এই ধাৰণাৰ ভিত্তি।"[১৮]

এই ঘটনাৰ পাছতো শৰ্মাৰ আচৰণ সলনি নহ'ল। অপ্ৰাসংগিকভাৱে সেই সময়ত কোচবিহাৰক বংগ দেশৰ লগত চামিল কৰা ঘটনাটো আৰু অসম চৰকাৰৰ কাপোৰ আমদানিৰ ক্ষেত্ৰত আঢ়ৈ লাখ টকা লোকচান হোৱা বুলি ওলোৱা গুজৱটো লগ লগাই তেওঁ বৰদলৈলৈ যিখন চিঠি লিখিলে তাৰ প্ৰতিলিপি এটা পেটেললৈকো পঠিয়াই দিলে। ফলত অনাহকতে সৃষ্টি হোৱা এই ঘৰুৱা কন্দলখনৰ বিষয়ে বৰদলৈয়ে পেটেলক বুজাব লগীয়া হ'ল। ঘটনাটোৰ সবিশেষ জানিব পাৰি পেটেল অৱশ্যেই সুখী হ'ল, কিন্তু তাৰ ফলত অসমৰ কংগ্ৰেছ সভাপতিৰ মৰ্য্যাদা কেন্দ্ৰত টুটি প্ৰায় নিঃশেষ হ'লগৈ।[১৯]

দেবেশ্বৰ শৰ্মাৰ সভাপতিত্বৰ কালত তেওঁৰ পৰা বৰদলৈলৈ অহা বিৰক্তিখিনি আচলতে তেনেভাৱে আহিব নালাগিছিল - অন্ততঃ তিনিটা কাৰণে। প্ৰথমতে, বৰদলৈৰ লগত শৰ্মাৰ নীতিগত অমিল নাছিল। শৰ্মা আৰু তৈয়বউল্লাৰ মাজত বন্ধুত্ব থাকিলেও চল্লিছৰ দশকৰ আদি কালত তৈয়বউল্লাৰ চকুত অসহ্য হৈ দেখা দিয়া বৰদলৈৰ পদক্ষেপবোৰত (যেনে ৰোহিনী কুমাৰ চৌধুৰীক মুখ্যমন্ত্ৰী পাতিবৰ প্ৰয়াসত বা সত্যাগ্ৰহ এৰি সংসদীয় কাৰ্য্যলৈ ঘূৰি অহাৰ ব্যৱস্থাত) শৰ্মাৰ সমৰ্থন আছিল। দ্বিতীয়তে, শৰ্মাক মণিপুৰৰ পৰা আঁতৰোৱাৰ বিপক্ষে মাত মাতি বৰদলৈয়ে আনকি নিজৰ পদত্যাগকে দাখিল কৰিছিল। বৰদলৈ নিন্দুক কিছু পুৰণি কংগ্ৰেছীলোকে বৰদলৈৰ পদত্যাগবোৰ মাথোন ভাবুকি বুলি ল'লেও সেই সকলোবোৰে মানুহজনৰ সাধুতা আৰু নৈতিকতাহে প্ৰতিপন্ন কৰে। শৰ্মা প্ৰসংগটোৰ অন্তৰালত থকা বৰদলৈয়ে বুজা সাংবিধানিক নীতিটো হ'ল এই যে অসমৰ ৰাজ্যপালে কেন্দ্ৰৰ 'এজেন্ট' হিচাপে অসম ৰাজ্যৰ দাঁতি-কাষৰীয়া অঞ্চলবোৰত লোৱা কাৰ্য্যপন্থাৰ ক্ষেত্ৰত অসম চৰকাৰৰে পৰামৰ্শ কৰাটো যুগুত। পেটেলে নামানিলেও বৰদলৈয়ে এই ধাৰণাটোৰ বিষয়ে পাছত নেহৰুলৈকো লিখিছিল আৰু সেই চিঠি সেই সময়ৰ 'গৱৰ্ণৰ জেনেৰেল' ৰাজাগোপালাচাৰীয়ে পঢ়ি নেহৰুক জনাইছিল (নেহৰুৱে বৰদলৈলৈ লিখা চিঠি ১৪ জুন, ১৯৪৯) যে বৰদলৈৰ ধাৰণাটো

শুদ্ধ আৰু নতুন সংবিধান মতে তেনে হোৱাই উচিত। তৃতীয়তে, শৰ্মাৰ সভাপতিত্বৰ আৰম্ভণিতে বৰদলৈয়ে অসম কংগ্ৰেছৰ ৱৰ্কিং কমিটিক জনাই থৈছিল যে তেওঁ আগন্তুক নিৰ্বাচনত প্ৰাৰ্থী নহ'ব আৰু যিমান সোনকালে পাৰে প্ৰদেশ কংগ্ৰেছে তেওঁক অসমৰ মুখ্যমন্ত্ৰিত্বৰ পৰা ৰেহাই দি উপযুক্ত উত্তৰাধিকাৰী এজনক সাজু কৰি অহা নিৰ্বাচনলৈ প্ৰস্তুত হ'ব লাগে। প্ৰাদেশিক কংগ্ৰেছক জনোৱা এই কথা বৰদলৈয়ে নেহৰুকো ১৮ জুন, ১৯৪৮ তাৰিখে জনাই থৈছিল। শৰ্মালৈকো যোৱা তাৰে প্ৰতিলিপি এটা 'দেৱেশ্বৰ শৰ্মা পেপাৰছ'ত এতিয়াও সংৰক্ষিত হৈ আছে।

কিয় তেনেহ'লে শৰ্মাই বৰদলৈৰ প্ৰতি এনে আচৰণ দেখুৱালে ? হয়তো ১৯৪৬ চনৰ মন্ত্ৰীসভাৰ পৰা বাদ পৰাটোও এটা কাৰণ হ'ব পাৰে আৰু সেই কাৰণেই শৰ্মাৰ আচৰণ তৈয়বউল্লাৰ লেখীয়া হৈ পৰিলগৈ।

ই অত্যন্ত আশ্চৰ্য্যজনক যে বৰদলৈৰ দৰে একেবাৰে ক্ষমতা 'অনাসক্ত মানুহ এজনৰো অভিপ্ৰায় অসমৰ বহু আগশাৰীৰ কংগ্ৰেছী লোকে বুজি নাপালে। বৰদলৈৰ জীৱনৰ অন্তিম কাললৈকে অসমৰ আনুষ্ঠানিক কংগ্ৰেছে তেওঁৰ মুখ্যমন্ত্ৰিত্বৰ অপৰিহাৰ্য্যতাৰ কথা উপলব্ধি কৰিও সেই অনুষ্ঠানৰ মাজত তেওঁক যে প্ৰাপ্য সন্মানখিনিহে দিয়া নাছিল এনে নহয়, সময় সময়ে কোনো কোনোৱে বৰদলৈক অবাবতে অপদস্ত, আনকি অপমান কৰিবলৈকো উদ্যত হৈছিল। অৱশ্যে এনে কাম কৰি এই লোকসকলে ইতিহাসত বৰদলৈৰ গাত নহয়, তেওঁলোকৰ নিজৰেই গাত যুগমীয়া চেকা সানি থৈ গৈছে। এই পৰিস্থিতিটো কিমান আচহুৱা আছিল আৰু ই বৰদলৈক কেনে মনোকষ্ট দিছিল তাক আৰু এটা প্ৰসঙ্গৰ জৰিয়তে সুন্দৰকৈ বৰ্ণনা কৰিব পাৰি। দেশপ্ৰাণ আৰু দূৰদৃষ্টিসম্পন্ন সাংবাদিক হৰেন্দ্ৰনাথ বৰুৱাই বৰদলৈৰ বিচক্ষণতা বৰদলৈৰ মৃত্যুৰ আগেয়েও আৰু পাছতো স্বীকাৰ কৰি গৈছে। তথাপি সেই বৰুৱাই বৰদলৈৰ মৃত্যুৰ এমাহ আগতে অসম প্ৰাদেশিক কংগ্ৰেছ কমিটিৰ সদস্য নিৰ্বাচনত বৰদলৈক প্ৰতিদ্বন্দ্বিতা কৰি হাৰো হাৰো হৈ যি অসংযম আৰু অমাৰ্জিত ভাষাৰে বৰদলৈলৈ এখন চিঠি দিছিল তাক চকুৰ নেদেখিলে বিশ্বাস কৰিবলৈ কঠিন। যিহেতু আমাৰ বিচাৰৰ বিষয় মাথোন বৰুৱাৰ চিঠিখনৰ ভাষাহে গতিকে আমি বিষয়টোৰ মেৰপাকত নোসোমাম। সংক্ষেপে কথাটো এনেকুৱা ঃ বৰদলৈ সেই নিৰ্বাচনত কামৰূপৰ কমলপুৰ আৰু পূব গুৱাহাটী এই দুটা সমষ্টিৰ পৰা প্ৰতিদ্বন্দিতা কৰিছিল আৰু তাৰে এটাত বৰদলৈক প্ৰতিদ্বন্দিতা কৰিছিল বৰুৱাই। বৰুৱাৰ লেখাৰ পৰা অনুমান কৰিব পাৰি যে তেওঁ আশা কৰিছিল যে বৰদলৈয়ে কমলপুৰত জিকাৰ আশা দেখিলে পূব গুৱাহাটীত তেওঁৰ প্ৰাৰ্থিত্ব ঘূৰাই লৈ বৰুৱাক জিকিবলৈ সুবিধা দিব। কিন্তু ঘটনাই তেনে গতি নল'লে। পূব গুৱাহাটীত তেওঁ জিকাত বৰদলৈয়ে

কমলপুৰৰ প্ৰাৰ্থিত্বহে যোগেন্দ্ৰনাথ ভট্টাচাৰ্য্যৰ সুবিধাৰ্থে ত্যাগ কৰিলে। তেওঁৰ প্ৰাদেশিক কংগ্ৰেছলৈ অহাৰ পথ বৰদলৈয়ে ৰুদ্ধ কৰিলে বুলি খং আৰু হতাশাত অভিভূত হৈ বৰুৱাই ৩ জুলাহ (১৯৫০) তাৰিখে বৰদলৈলৈ যিখন চিঠি ইংৰাজীত লিখিলে তাৰ শেষ বাক্যদুটা হ'ল এই ঃ

"It is the elementary duty of any sensible man to hear both sides, before he decides upon such a case. but it appears that even sufficiently balanced people have lost their equilibrium in their craze for power."

আমি কৈ থৈছো যে ইয়াত ভোট গণনা বা প্ৰাৰ্থিত্ব প্ৰত্যাহাৰৰ নীতি-নিয়ম বা তাৰ-আধাৰত কোন দোষী আৰু কোন নিৰ্দোষী তাক বিচাৰ কৰাটো আমাৰ অভিপ্ৰায় নহয়। "My dear Sir" বুলি আৰম্ভ কৰা চিঠিখনত প্ৰদেশখনৰ মুখ্যমন্ত্ৰী জনৰ প্ৰতি - বিশেষকৈ বৰদলৈৰ দৰে এজন অবিসম্বাদী নেতাৰ প্ৰতি - বৰুৱাই এনে ভাষা কেনেকৈ প্ৰয়োগ কৰিবলৈ পালে সিহে আমাৰ কৌতুহলৰ বিষয়। মাথোন খং আৰু ব্যৰ্থতাত অভিভূত হৈয়েই বৰুৱাৰ দৰে এজন নিপুণ সাংবাদিকে এনে অসংযত, অমাৰ্জিত ভাষা ব্যৱহাৰ কৰিব নোৱাৰে। তাতে বৰদলৈক ক্ষমতা অভিলাসী বুলি তেওঁৰ সাত শত্ৰুৱেও ক'ব নোৱাৰে। সেই সময়ত অসম কংগ্ৰেছত বৰ্তি থকা বৰদলৈ বিদ্বেষী ধাৰাটোৱেহে নিশ্চয় এটা দুৰ্বল মুহূৰ্ত্তত বৰুৱাৰ ওপৰত ক্ৰিয়া কৰিলে। যিহওঁক, অযুক্তিকৰ উচ্ছ্বাসপ্ৰণোদিত উক্তিৰ সন্মুখত ধীৰতা বজাই ৰাখি দৃঢ়ভাৱে উত্তৰ দিব পৰা ক্ষমতাৰ গৰাকী বৰদলৈয়ে প্ৰয়োজন হ'লে জৱাহৰলাল নেহৰুৰ দৰে তেওঁৰ পূজ্য ব্যক্তিকো সুদাই নেৰে। গতিকে বৰুৱায়ো তেওঁৰ চিঠিৰ যথাযথ জবাব বৰদলৈৰ পৰা পালে। মৰসাহ কৰি বিধানসভাৰ কংগ্ৰেছ দলৰ দলপতিৰ বিৰুদ্ধে যুঁজিবলৈ গৈ আকৌ সেইজনৰ পৰাই অনুগ্ৰহ আশা কৰি আৰু তাক নাপাই আবোল-তাবোল বলকা বৰুৱাৰ শেষ বাক্যদুটাৰ উত্তৰ বৰদলৈয়ে ৬ জুলাই (১৯৫০) তাৰিখে দিলে এনেকৈ ঃ

> "I do not know to whom the last two sentences of your letter are meant. I could certainly tell you that if I had to agree to contest any seat, it is simply because I had to maintain the prestige of the leader of the Assembly Party. It is perhaps only the Congress Committee like that of ours and with leaders like you that think of contesting the leader of the Congress Perty in the legislature. In the normal

course of things also, after the contest was declared, I could not allow myself to be defeated just for the same reason."[২০]

বৰদলৈৰ এই উত্তৰত সেই সময়ত অসম কংগ্ৰেছৰ ভিতৰত তলে তলে বৰ্তি থকা বৰদলৈ বিৰোধী চিন্তা চৰ্চা-আবহাৱাৰ আৰু সেই লৈ বৰদলৈৰ অন্তৰত দেখা দিয়া বেজাৰৰ আভাস আছে। বহু কংগ্ৰেছী লোকৰ মনোবৃত্তিয়ে বৰদলৈক আঘাত দিছিল ঘাইকৈ কংগ্ৰেছে গাঁৱত লাহে লাহে জনপ্ৰিয়তা হেৰুওৱাৰ কাৰণে। সদায় জনসাধাৰণৰ সংস্পৰ্শত থকা বৰদলৈয়ে অনুভৱ কৰিছিল যে গঞা ৰাইজে কংগ্ৰেছী মন্ত্ৰীসকলক ভাল পাইছিল যদিও কংগ্ৰেছ দলৰ অন্য বহু নেতাৰ বিষয়ত তেওঁলোক সুখী নাছিল।

হৰেন্দ্ৰ নাথ বৰুৱা আমাৰ অতি সন্মানিত ব্যক্তি, আৰু কিছু বছৰৰ আগতে এটা লেখাত আমি তেওঁক প্ৰকৃত দেশভক্ত বুলিছো। তেওঁৰ মৃত্যুৰ দুই-তিনি বছৰৰ পূৰ্বে আমি তেওঁৰ লগত বৰদলৈৰ সম্বন্ধেও কেইবাবাৰো কথা পাতিছিলো। তেতিয়া তেওঁ আমাৰ বৰদলৈৰ সম্পৰ্কীয় মতামতবোৰ শুদ্ধ বুলি শলাগছিলো। কিন্তু এতিয়া ইয়াত আলোচনা কৰা অত্যন্ত সূক্ষ্ম প্ৰসঙ্গটো আমি তেওঁৰ আগত কেতিয়াও উল্লেখ কৰা নাছিলো এই কাৰণেই যে ইয়াত জ্বলজ্বল পটপটকৈ প্ৰকাশ পোৱা তেখেতৰ দুৰ্বলতাখিনিৰ কাৰণে তেওঁ চিৰদুঃখিত হৈ নথকাকৈ নাছিল বুলি আমি ধৰি লৈছিলো। এই অধ্যায়ত কিন্তু আমি প্ৰসঙ্গটো উল্লেখ কৰিবলগীয়া হ'ল দুটা কাৰণে। প্ৰথমতে এইটো নকৰিলে বৰুৱাৰ প্ৰকৃত স্বভাৱ অসুলভ আচৰণটিৰ ওপৰত থকা বহিঃপ্ৰভাৱৰ কথা বাদ পৰে আৰু দ্বিতীয়তে, এই প্ৰসঙ্গত অসম কংগ্ৰেছ অনুষ্ঠান সম্বন্ধে বৰদলৈয়ে কৰা অভিমতটোও অনুল্লেখ হৈ থাকে।

দেখা গ'ল যে ত্ৰিশৰ দশকৰ আৰম্ভৰ পৰা তেওঁৰ মৃত্যুৰ সময়লৈকে অসম প্ৰাদেশিক কংগ্ৰেছ অনুষ্ঠানৰ লগত বৰদলৈয়ে এটি আচহুৱা সম্বন্ধৰ মাজেৰে চলিব লগা হৈছিল। বহুতে ভাল নোপোৱাতো ১৯৩৭ চনত তেওঁ সৰ্বসন্মতি ক্ৰমেই অসম বিধানসভাৰ কংগ্ৰেছ দলৰ দলপতি হ'ল। ইয়াৰ পাছত বিধানসভাৰ কংগ্ৰেছ দলত (১৯৩৭-১৯৫০) আৰু কংগ্ৰেছী চৰকাৰ দুখনত (১৯৩৮-১৯৩৯ ; ১৯৪৬-১৯৫০) বৰদলৈৰ নেতৃত্বৰ অপৰিহাৰ্য্যতা প্ৰতিজন কংগ্ৰেছ বিধায়কে এনেভাৱে উপলব্ধি কৰিছিল যে বৰদলৈক সেই আসনৰ পৰা গুচোৱাৰ গুণগুণনি এটিও শুনা নগৈছিল। বিধানসভাৰ বিভিন্ন দল, গোট আৰু সম্প্ৰদায়ৰ পৰা বৰদলৈয়ে পোৱা জনপ্ৰিয়তা সেই সময়ৰ ব্ৰহ্মপুত্ৰ উপত্যকাৰ আন এজন কংগ্ৰেছ বিধায়কৰ ভাগ্যত ঘটা নাছিল। কিন্তু এনে হোৱা সত্ত্বেও কেবিনেট মিছনে চপোৱা সংকটময় সময়টোৰ বাহিৰে অসম

প্ৰাদেশিক কংগ্ৰেছ অনুষ্ঠানে বৰদলৈয়ে দেখা অসমৰ আন প্ৰতিটো বিপদ সঙ্কুল মুহূৰ্ত্তত তেওঁ লোৱা পন্থাত সমৰ্থন জনাই যুটীয়া প্ৰচেষ্টাৰে আগবাঢ়িবলৈ অপাৰগ হ'ল। বিষ্ণুৰাম মেধী, হেমচন্দ্ৰ বৰুৱা, মহম্মদ তৈয়বউল্লা আৰু দেবেশ্বৰ শৰ্মা - বৰদলৈয়ে পোৱা এই চাৰিওজন প্ৰাদেশিক কংগ্ৰেছ সভাপতিৰ কালত কংগ্ৰেছ আদৰ্শ বা সৰ্বভাৰতীয়তাৰ নামত বৰদলৈৰ কাৰ্য্যপন্থা বা মনোবৃত্তিত খুঁত উলিওৱা হৈছিল। কিন্তু স্বাৰ্থান্বেষী সমালোচনাই হওক বা স্বাৰ্থ-ৰহিত সমালোচনাই হওক, গোপীনাথ বৰদলৈৰ দিনৰ অসমৰ ৰাজনৈতিক ইতিহাস অলপ দকৈ অধ্যয়ন কৰি আমি এটা কৌতুহল উদ্দীপক তথ্যত উপনীত হ'লো। সেইটো হ'ল সৰ্বভাৰতীয়তা বা গান্ধী আদৰ্শৰ বৰঢোল কোবাই থাকিও তেওঁৰ দিনত বৰদলৈক সমালোচনা বা ইতিকিং কৰা কোনো এজনেও বৰদলৈ-সম সৰ্বভাৰতীয়তা লাভ কৰিব নোৱাৰিলে। গান্ধী আদৰ্শৰ ৰাজনীতিক হিচাপেও অসমত তেওঁ অদ্বিতীয় হৈ থাকিল। কেন্দ্ৰীয় কংগ্ৰেছৰ চকুতো মুখ্যমন্ত্ৰীৰ পদবীৰ কাৰণে বৰদলৈ-সম দক্ষ আন এজন ব্যক্তি তেওঁৰ দিনত অসমত নাছিল।

## খ) বৰদলৈৰ মৃত্যুৰ পাছত তেওঁৰ প্ৰতি অসম কংগ্ৰেছৰ আচৰণ

যিহেতু এই লিখকৰ লিখনিৰ বাহিৰে গোপীনাথ বৰদলৈৰ বিশাল ৰাজনৈতিক কৰ্মৰাজিৰ বিষয়ে গৱেষণামূলক পুথি-প্ৰবন্ধ আন কোনেও লিখা নাই, সেই গতিকে বিভিন্ন গোষ্ঠীয়ে নিজৰ নিজৰ গোপন অ-গোপন উদ্দেশ্য সাধনৰ কাৰণে গোপীনাথ বৰদলৈৰ ভাৱমূৰ্ত্তি অসমৰ জনসাধাৰণৰ মাজত বিকৃত কৰি গৈ আছে। কিন্তু ইহে দুৰ্ভাগ্যৰ কথা যে যি কংগ্ৰেছ পাৰ্টিয়ে বৰদলৈৰ নামতে আজিও ৰাজপাট খাই আছে সেই কংগ্ৰেছেই বৰদলৈৰ মৃত্যুৰ পাছতো বৰদলৈৰ বিষয়ে ভুল কথা প্ৰচাৰ হোৱাত সহায় কৰি আছে। বৰদলৈৰ মৃত্যুৰ বাৰ বছৰৰ পাছত প্ৰকাশ পোৱা তৈয়বউল্লাৰ 'কাৰাগাৰৰ চিঠি' পুথিখনত বহু ইচ্ছাকৃত আৰু দেখ দেখকৈ বিকৃত কথা থকাৰ কথা কোৱা হৈছে। এই ভুল শুধৰাবলৈ আদেশ দিয়াৰ কথাই নাই অসমৰ কংগ্ৰেছ চৰকাৰে সেই পুথি প্ৰকাশ কৰিবলৈ ধনো আগবঢ়াইছিল। তাৰোপৰি সেই পুথিৰ আগকথাত (১৫ আগষ্ট, ১৯৬১) তৈয়বউল্লাৰ বন্ধু তেতিয়াৰ অসম প্ৰাদেশিক কংগ্ৰেছৰ সভাপতি সিদ্ধিনাথ শৰ্মাই পুথিখনক প্ৰশংসা কৰিলে তাত থকা 'জ্ঞানগৰ্ভ বিশ্লেষণ', 'নিপুণ ব্যাখ্যা' আৰু 'যুক্তি-যুক্ত ৰাজনৈতিক সমালোচনা'ৰ কাৰণে। অৰ্থাৎ এই পুথিত বৰদলৈৰ সম্বন্ধে অদ্ভুত কথাখিনিকো 'যুক্তি-যুক্ত' বুলি ধৰা হ'ল। অসমৰ কোনো এজন বৰদলৈ কালৰ কংগ্ৰেছী ব্যক্তিয়েই এই পুথিত বৰদলৈৰ প্ৰতি কৰা সম্পূৰ্ণ মিছা অপপ্ৰচাৰৰ

বিৰুদ্ধে মাত নামাতিলে। কমলাকান্তৰ অসমীয়া চৰিত্ৰৰ ব্যাখ্যাত ই হ'ল কৰ্ত্তব্যলৈ অৱহেলা।

১৯৪২-৪৪ কালডোখৰত কংগ্ৰেছ ছছিয়েলিষ্ট আৰু জাপানীপক্ষীয় হোৱা কিছুমানে নিজৰ ৰাজনৈতিক ভুল পথ স্বীকাৰ কৰিবলৈ এৰি অনাহকতে বৰদলৈ নিন্দুক হৈ আজীৱন থাকি গ'ল যদিও অৱশ্যে বৰদলৈয়ে কোনোদিনে এইসকলৰ বিপক্ষে একো কৰা নাছিল। ১৯৮৮ চনত কংগ্ৰেছ সমাজবাদী আৰু একালৰ শিৱসাগৰ জিলা কংগ্ৰেছৰ সভাপতি আৰু লোকসভাৰ সদস্য হোৱা ৰবীন কাকতীয়ে এটা প্ৰবন্ধত লিখিলে যে ১৯৩৭ চনৰ নিৰ্বাচনত মেধী প্ৰাৰ্থী হোৱাহেঁতেন বৰদলৈৰ পৰিৱৰ্তে তেৱেঁই অসম কংগ্ৰেছ বিধায়িনী দলৰ নেতা নিৰ্বাচিত হ'লহেঁতেন আৰু অসমৰ ৰাজনীতিয়েও তাৰ ফলত বেলেগ ৰূপ ল'লেহেঁতেন।[২১] এই 'বেলেগ ৰূপটো' যে বৰদলৈ কালুৰ ৰূপটোতকৈ উৎকৃষ্ট হ'ল হয় তাকে লেখকে বুজাবলৈ বিচাৰিলে কাৰণে আমি ১৯৮৮ চনৰ নবেম্বৰ মাহত কাকতীক সুধিছিলো তেওঁৰ দৃষ্টিৰ ৰূপটো কেনে হ'ল হয়। কিন্তু তাৰ উত্তৰত তেওঁ নিমাত হৈ থাকিল। আমি যেতিয়া ক'লো যে যিহেতু মেধীৰ লগত সুৰমা উপত্যকাৰ বিধায়ক সকলৰ আৰু সেই ঠাইৰেই নিৰ্দলীয় মুছলমান বিধায়কসকলৰ বৰদলৈৰ দৰে কোনো বিশেষ ঘনিষ্ঠতা নাছিল সেই কাৰণে মেধীৰ পক্ষে পৰিস্থিতিটো চম্ভলা কঠিন হ'ল হয়। এই কথাতো তেওঁ একো মাত নামাতিলে।[২২] বৰদলৈৰ জন্ম শতবাৰ্ষিকীৰ সময়ত কাকতীয়ে তৈয়বউল্লাৰ 'কাৰাগাৰৰ চিঠি' পুথিখনৰ পৰা সম্বল লৈ বৰদলৈৰ ৰাজনৈতিক অপৰিপক্কতা আৰু আদৰ্শৰ শিথিলতাৰ এখন ছবি আঁকিবলৈ উদ্যত হ'ল। সেই প্ৰবন্ধত লিখকে অন্য বহু কথাৰ লগতে লিখিলে এইবুলি যে ১৯৩৯ চনৰ পদত্যাগৰ প্ৰশ্নটোত বৰদলৈয়ে হেনো নিজৰ ঘনিষ্ঠ সম্পৰ্কত থকা কেইজনমানৰ হতুৱাই গান্ধীজী, পেটেল আদিক অনুৰোধ কৰোৱাইছিল অসমৰ পৰিস্থিতিলৈ চাই তেওঁক মন্ত্ৰিত্ব ত্যাগ কৰিবলৈ নিদিবলৈ। তাৰোপৰি, কাকতীয়ে লিখিলে যে যোৰহাট জেইলত বৰদলৈক হেনো স্বতন্ত্ৰ অসম এখনৰ সপোন দেখা এজন যেনহে লাগিছিল।[২৩] সজা কথা কোৱা বা লিখা মানুহৰ যি হয়, কাকতীৰো তেনে হ'ল। এবছৰ পূৰ্বে তেওঁ অন্য এখন কাকতত কাৰাগাৰৰ ভিতৰত বৰদলৈৰ ৰাজনৈতিক আৰু মানৱীয় গুণখিনি দেখি লিখিছিল এনেকৈহে ঃ "যোৰহাট জেইলে গোপীনাথ বৰদলৈক অসমৰ বিভিন্ন জিলাৰ কংগ্ৰেছ কৰ্মী সকলৰ মাজত অসমৰ আটাইতকৈ জনপ্ৰিয় নেতা হিচাপে প্ৰতিষ্ঠা কৰিলে।"[২৪] অসমৰ এতিয়াৰ কংগ্ৰেছ মুখ্যমন্ত্ৰীজনে বৰদলৈৰ ভাৱমূৰ্ত্তি কি অঘাইত অপকৰ্মেৰে বিনষ্ট কৰিছে তাক পাছত কোৱা হ'ব।

## গ) স্বাধীনোত্তৰ কমিউনিষ্ট সন্ত্ৰাসবাদী নেতাৰ শেষ বিচাৰত বৰদলৈৰ ৰাজনীতি

অসমত স্বাধীনতা সংগ্ৰামৰ আৰম্ভৰ পৰা শেষলৈকে প্ৰথম আৰু প্ৰধান ৰণুৱা আছিল কংগ্ৰেছী সকলেই, আন কোনো নহয়। মাথোন কংগ্ৰেছেহে তেওঁলোকৰ স্বেচ্ছাসেৱক সকলৰ উদ্যোগত গাঁৱৰ লোকক গান্ধীজীৰ আদৰ্শ আৰু নীতিৰে একাধাৰে দেশপ্ৰেমী আৰু অহিংস কৰি তুলিছিল। কিন্তু ১৯৩৭ চনৰ পৰা ঘাইকৈ নেহৰুৰ পৃষ্ঠপোষকতাত মাৰ্ক্সীয় দৰ্শনৰ প্ৰতি আগ্ৰহান্বিত বাহিৰে কংগ্ৰেছী ভিতৰি কমিউনিষ্ট লোকসকল কংগ্ৰেছ সংগ্ৰামত সোমাবলৈ লৈ যি ৰাজনীতি কৰিবলৈ ল'লে তাত ভাৰতীয় স্বাৰ্থ নাথাকিল আৰু অসম আৰু অসমীয়াৰ প্ৰতি হিত চিন্তাও নাথাকিল। অসমৰ এজন মাৰ্ক্সিষ্ট পণ্ডিতে খোলাখুলি ধূৰ্ততাৰে কোৱাৰ দৰে সেই জাতীয় কমিউনিষ্ট ৰাজনৈতিক কৰ্মী সকলে 'আন্তৰ্জাতিক দৃষ্টিৰেহে' তেওঁলোকে দেখা ভাৰত বা অসমৰ সমস্যা বিচাৰ কৰিছিল। বিপ্লৱী কমিউনিষ্ট সকলে এহাতে গাঁৱৰ সম্ভ্ৰান্ত মালিক খেতিয়কৰ ওপৰত চুৰি, ডকাইতি, হত্যা আদি আৰম্ভ কৰি দিছিল আৰু আনফালে নেতাজীৰ পন্থী হৈ নিভাজ গান্ধীবাদী অসমীয়া গঞা ৰাইজক বিভ্ৰান্তিত পেলাইছিল। আকৌ, এই কমিউনিষ্ট সন্ত্ৰাসবাদীসকলে জনজাতি বসতি অঞ্চলত পূব বঙ্গৰ পৰা অহা অনুপ্ৰবেশকাৰীক বহিবলৈ সহায় কৰিছিল আৰু তাৰেই হিন্দু শৰণাৰ্থী সকলক তেওঁলোকৰ ষড়যন্ত্ৰত খটুৱাইছিল। হেমচন্দ্ৰ বৰুৱা কংগ্ৰেছ সভাপতি হৈ থকা কালত কংগ্ৰেছৰ নীতি আৰু আদৰ্শ ভেজাল হৈ পৰিল তথাকথিত বাঁওপন্থী ছছিয়েলিষ্ট সকলৰ প্ৰভাৱত। স্বাধীনতাৰ আৰম্ভণিতে ভাৰতৰ দুয়োবিধ কমিউনিষ্টে ষ্টালিনৰ আদেশত সেই স্বাধীনতা নাকচ কৰি অৰাজকতা সৃষ্টি কৰিলে। সেই সময়ত ভাৰতৰ ঘাই ভূমিৰ পৰা বিচ্ছিন্ন হৈ থকা, খাদ্য-বস্ত্ৰ-দৰৱ আদি দৈনন্দিন প্ৰয়োজনীয় সামগ্ৰীৰ অভাৱত জুৰুলা হৈ থকা অসমৰ গঞা ৰাইজৰ মাজত কৃষক বিদ্ৰোহৰ নামত এই কমিউনিষ্ট সকলে বন্দুক-বাৰুদৰ সহায়েৰে উৎপীড়ন, অত্যাচাৰ, লুণ্ঠন, হত্যা আদি আৰম্ভ কৰি দিলে স্বাধীন এলেকাকেইটিমান তেওঁলোকৰ অধীনলৈ আনিবলৈ। ১৯৪৮-৫০ ৰ কালডোখৰত বহিৰ্দেশ আৰু বহিঃলোকেৰে চালিত এই অমানুষিক গোপন আন্দোলনটোৰে সংযুক্ত সন্ত্ৰাসবাদীসকলে কৰা নৃশংস কাণ্ডবোৰৰ বিষয়ে এতিয়ালৈকে তথ্যভিত্তিক গৱেষণা হোৱা নাই। হৈছে মাথোন 'বিষ্ণুৰাভা এতিয়া কিমান ৰাতি, ডাচ কেপিটেল (?) এঘাৰ পৃষ্ঠাহে বাকী' আদিৰ দৰে আপঙৰ নিচাত উদ্ভাসিত হোৱা ৰোমাণ্টিক সপোন কাহিনীবোৰ। যাহওক 'ল-এণ্ড-অৰ্ডাৰ'ৰ ভক্ত নহৈও বৰদলৈয়ে অসমক এই স্বাৰ্থপৰ গুণ্ডাসকলে আনিব খোজা মহাবিপদৰ পৰা বচালে আৰু অহিংস

পথেৰে কংগ্ৰেছলৈ আৰু অসমৰ ৰাজনীতি, সমাজনীতিলৈ গান্ধী আদৰ্শ আৰু নীতি ঘূৰাই আনিলে।

কমিউনিষ্ট সকলে অনা এই সকলোবোৰ দুৰ্দশা, দুৰ্কপলীয়া গঞা অসমীয়া ৰাইজে ভোগ কৰিবলগীয়া হোৱাৰ বহুকালৰ পাছতহে সেই বাওঁ হঠকাৰিতাত লিপ্ত কেতবোৰ নেতাই তেওঁলোকৰ ভুল পথৰ কথা স্বীকাৰ কৰিলে। অসমত বিপ্লৱী. কমিউনিষ্ট সন্ত্ৰাসবাদৰ প্ৰধান গুৰু অনা অসমীয়া পান্নালাল দাসগুপ্তই ১৯৯৪ চনত বঙ্গৰ পৰা গৈ অসমত পুনৰ ভৰি দি (তেতিয়া তেওঁৰ বয়স ৮৮ বছৰ) ক'লে যে তেওঁৰ নেতৃত্বত স্বাধীনতাৰ পুৱতি বেলাত অসম আৰু পশ্চিমবঙ্গত ঘটা সন্ত্ৰাসবাদেৰে ভাৰতত সমাজবাদী শাসন প্ৰতিষ্ঠিত কৰা ধাৰণাটো তেনেই বাতুল আছিল।[২৫] পাছত ভাৰতীয় কমিউনিষ্ট পাৰ্টিৰ অসমীয়া নেতা আৰু অগ্ৰণী বুদ্ধিজীৱি গৌৰীশঙ্কৰ ভট্টাচাৰ্য্যইও ক'লে যে ভাৰতৰ স্বাধীনতাক স্বীকৃতি নিদি গঠনমূলক দৃষ্টিভঙ্গীলৈ পিঠি দি তেওঁ আৰু তেওঁৰ সঙ্গীবৃন্দই ভাগলোৱা বাওঁ হঠকাৰিতা সম্পূৰ্ণ ভুল আছিল।[২৬] পান্নালাল দাসগুপ্তই গান্ধীবাদলৈ ঘূৰি অহাৰ দৰে ভট্টাচাৰ্য্যইও উক্তি কৰিলে যে অসমত বৰদলৈৰ অৱদান 'শঙ্কৰদেৱৰ পিছতে' আছিল বুলি।[২৭] ছছিয়েলিষ্ট নিবাৰন বৰাইও বৰদলৈৰ প্ৰশাসনত দেখা পালে অভূতপূৰ্ব বুদ্ধিমত্তা, প্ৰচুৰ বাস্তৱজ্ঞান আৰু পৰম অসম হিতৈষণা।

## ঘ) এজন তথাকথিত 'মাৰ্ক্সিষ্ট' গুৰুৰ মিথ্যা প্ৰচাৰ আৰু কুৎসা ৰটনা

পান্নালাল দাসগুপ্ত আৰু গৌৰীশঙ্কৰ ভট্টাচাৰ্য্যৰ স্বীকাৰোক্তিবোৰ বহু পলমকৈ আহিল। ইতিমধ্যে ১৯৭৭ চনত অমলেন্দু গুহৰ ১৯২৬ চনৰ পৰা ১৯৪৭ লৈ অসমৰ ৰাজনীতি বিষয়ক পুথি 'প্লেন্টাৰ ৰাজ টু স্বৰাজ'খন ওলাল। কেইবাটাও ইতিবাচক দিশেদি এই পুথি গুৰুত্বপূৰ্ণ। এই পুথিয়ে প্ৰায়বোৰ মূল তথ্য ব্যৱহাৰ কৰিছে আৰু প্ৰণালীবদ্ধভাবে সেইবোৰৰ উৎসও উল্লেখ কৰিছে। শিৰোনামাটোত উল্লেখ হোৱা স্বাধীনতা সংগ্ৰাম আৰু নিৰ্বাচনী ৰাজনীতিৰ প্ৰধান বিষয়টোৰ বাহিৰেও অন্যান্য বিভিন্ন আৱশ্যকীয় বিষয়ত এই পুথিয়ে তথ্য আগবঢ়াইছে। সেইবাবে পুথিখন অসমৰ সামাজিক আৰু অৰ্থনৈতিক ইতিহাস চৰ্চ্চাত অপৰিহাৰ্য্য হৈ থাকিব। ওপৰঞ্চিত সংযোগ হোৱা তথ্যসমূহো সাধাৰণ পাঠক আৰু গৱেষণাকাৰীৰ বাবে মূল্যবান।

তথাপিও এই পুথিখনৰ বস্তুধৰ্মিতা গভীৰভাৱে হ্ৰাস পাইছে গোপীনাথ বৰদলৈ আৰু খিলঞ্জীয়া অসমীয়াৰ প্ৰতি থকা গ্ৰন্থকাৰৰ বদ্ধমূল আক্ৰোহ, বিদ্বেষপূৰ্ণ মনোভাৱ, ইতিকিং মিশ্ৰিত মন্তব্য আৰু পক্ষপাতদুষ্ট বিচাৰৰ বাবে। তেওঁৰ পুথিত এই

মনোবৃত্তি আৰু লক্ষণসমূহ ফটফটীয়া হৈ ওলাই পৰিছে যেতিয়াই কোনো অসমীয়াই জনজাতি আৰু অ-জনজাতিৰ মাজত মিলাপ্ৰীতি স্থাপন কৰিবলৈ আগ্ৰহ দেখুৱাইছে, যেতিয়াই অসমীয়াই সকলো খিলঞ্জীয়াৰে মিলি উমৈহতীয়া জাতি গঠনৰ কথা ভাবিছে ; যেতিয়াই অসমীয়াই অতীত সংহতিৰ সংৰক্ষণৰ কথা ভাবিছে। এনে বিষয়ত জড়িত ব্যক্তিক - বিশেষকৈ গোপীনাথ বৰদলৈ আৰু অম্বিকাগিৰি ৰায় চৌধুৰীক এওঁ দেখ দেখকৈ মিছা কথাৰে আৰু অশালীন ভাষাৰে ইতিকিং কৰিবলৈ উদ্যত হৈছে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ খিলঞ্জীয়া সকলৰ যেন সেই উপত্যকাক অসমীয়া জাতীয় সাজ-পাৰ পিন্ধোৱাবলৈ কোনো অধিকাৰ নাই। এনে মনোবৃত্তিৰ লগত 'ছেটলাৰ্চ এছোছিয়েশ্যন'ৰ দৃষ্টিভঙ্গী সম্পূৰ্ণভাৱে মিলি গৈছে। এক কথাত, এই পুথি 'ছেটলাৰ্চ এছোছিয়েশ্যন'ৰ, কমিউনিষ্ট সন্ত্ৰাসবাদীৰ, হামিদ খান গুণ্ডাদলৰ পক্ষে ওকালতি হোৱাৰ কাৰণে ই মূলতে অসমীয়া বিৰোধী। যিহেতু গোপীনাথ বৰদলৈয়ে অসমক এই আটাইকেইটি অঘাইটং, ষড়যন্ত্ৰকাৰী দস্যুদলৰ পৰা উদ্ধাৰ কৰিবলৈ অৱশ্যম্ভাৱী অহিংস কৌশলেৰে আগবাঢ়ি সফলতা লভিব পাৰিছিল, সেই কাৰণে এই গ্ৰন্থকাৰে অসৎ উপায়েৰে তথ্যক আঁকাই-পকাই ভুল অৰ্থ দি বা তথ্য ঢাকি ৰাখি, আৰু আনকি নিজে নাশ্ৰুত-নাশ্ৰুত উপায়েৰে নতুন তথ্য গঢ়ি হ'লেও বৰদলৈৰ নীতি আৰু কৰ্মত কলঙ্ক সানিবলৈ আগবাঢ়িল।[২৮] তেওঁ নিশ্চয় ভাবি লৈছিল যে ইতিহাস কাতৰ অসমীয়াই সেই কালৰ ইতিহাসৰ তথ্য খুচৰিবলৈ নাযাব আৰু তেওঁৰ পুথিয়েই সৰ্বকাললৈ লিখক-গৱেষকৰ হাতপুথি হৈ ৰ'ব। প্ৰায় দুকুৰি বছৰে গুহই অসমীয়া বুদ্ধিজীৱি সকলক ভেৰা সজাবলৈ সমৰ্থ হ'ল, তেওঁৰ ইতিহাস চৰ্চা প্ৰণালীক মাৰ্ক্সবাদী বুলি জাহিৰ কৰি। অসমৰ মাৰ্ক্সবাদী বুলি হৈ ওলোৱা প্ৰায় প্ৰতিজন লিখক গৱেষকে গুহ পুথিক তেওঁলোকৰ ধৰ্মপুথি হিচাপে লৈছে। তেওঁলোকে গুহই কৰা প্ৰতিটো মন্তব্যকো তথ্য স্বৰূপে গ্ৰহণ কৰাত ব্ৰতী যেন দেখা গৈছে।

হয়তো গুহ আৰু ছেটলাৰ্চ এছোছিয়েশ্যনৰ মাজৰ পোনপতীয়া সংযোগটো প্ৰথমে ব্যাখ্যা কৰাটো উচিত হব। ১৯৩৫ চনত উল্লেখিত সংঘটোক স্থাপন কৰিলে ব্ৰহ্মপুত্ৰ উপত্যকাৰ ধন, মান আৰু সম্পত্তিৰে প্ৰতিপত্তিশালী হিন্দু বাঙালী ভদ্ৰলোক সকলে। ইয়াৰ পতাকাত উৰি আছিল এশাৰী বাণী ঃ "Loyalty to the person and throne of His Majesty the King Emperor" যথাৰ্থতে এই অনুষ্ঠানৰ স্বাধীনতা সংগ্ৰাম কালত ভাৰতীয় জাতীয় কংগ্ৰেছৰ বিপক্ষে থাকি গ'ল। এই অনুষ্ঠানৰ ঘাই উদ্দেশ্য আছিল ব্ৰহ্মপুত্ৰ উপত্যকাৰ বিভিন্ন খিলঞ্জীয়া জাতি-জনজাতি-উপজাতিয়ে মিলি যাতে এক উমৈহতীয়া অসমীয়া জাতি গঢ়িব নোৱাৰে সেই বিষয়ত সতৰ্ক থকা আৰু উপত্যকাটো বহিৰাগতৰ, বিশেষকৈ হিন্দু বাঙালীৰ,

উপনিৱেশ হৈ থাকে তালৈ লক্ষ্য ৰখা। সেই উদ্দেশ্যতেই এই অনুষ্ঠানে অসমত যাতে খিলঞ্জীয়া লোকৰ সুবিধাৰ কাৰণে বিশ্ববিদ্যালয়, উচ্চ ন্যায়ালয়, চাহ কোম্পানীৰ কেন্দ্ৰ অথবা অন্যধৰণৰ ব্যৱসায়ীৰ কেন্দ্ৰ চৰকাৰী সাহায্যৰ জৰিয়তে গঢ়ি নুঠে তাৰো প্ৰচেষ্টা চলাই থাকিল, প্ৰকাশ্যে বা গোপনে যাতে অসমীয়াই এইবোৰ সুবিধাৰ কাৰণে চিৰকাল বঙ্গৰেই শৰণাপন্ন হৈ থাকে। যদিও এই অনুষ্ঠানৰ ঘাই কেন্দ্ৰ আছিল ব্ৰহ্মপুত্ৰ উপত্যকা, ইয়াৰ চিন্তা-দৰ্শন আৰু প্ৰচাৰ কাৰ্য্যত লিপ্ত আছিল শ্ৰীহট্টৰ হিন্দু বাঙালী সকলো (তেওঁলোক তেহেলৈ কংগ্ৰেছৰেই হওক) আৰু তেওঁলোকৰ প্ৰেছ।

এই ছেটেলাৰ্ছ এছোছিয়েশ্যনৰ মনোবৃত্তি গুহই পদে পদে গ্ৰহণ কৰিছে। ১৯৩৫ চনৰ ভাৰত আইনে দিয়া স্বায়ত্ত শাসনৰ জৰিয়তে যেতিয়া ১৯৩৭ চনত অসম বিধান সভাৰ নিৰ্বাচন হ'ল, তেতিয়া দুয়ো উপত্যকাৰ ৩৩ গৰাকী বিজয়ী কংগ্ৰেছী সদস্যৰ ভিতৰত ২৬ গৰাকীয়েই মানে দুই তৃতীয়াংশই আছিল ব্ৰহ্মপুত্ৰ উপত্যকাৰ অসমীয়া। তথাপিও শ্ৰীহট্টই বিচাৰিলে তাৰ পৰা অহা সংসদীয় অভিজ্ঞতা সম্পন্ন সদস্য বসন্ত কুমাৰ দাসেই অসম বিধান সভাৰ কংগ্ৰেছ দলপতি হব লাগে। সংখ্যাধিক ব্ৰহ্মপুত্ৰ উপত্যকাৰ সদস্যৰ কথাটোৰ উপৰিও আৰু দুটি কাৰণে প্ৰস্তাৱটো অখজা আছিল। প্ৰথমতে এই বসন্ত কুমাৰ দাসেই এবাৰ কেন্দ্ৰীয় বিধান পৰিষদত অসমৰ নামটো সলাবলৈ প্ৰস্তাৱ দিছিল এই কাৰণেই যাতে অসমীয়াই অসমত তেওঁলোকৰ বিশেষ অধিকাৰ দাবী কৰিব নোৱাৰে, যিটো ছেটেলাৰ্ছ এছোছিয়েশ্যনৰো মত আছিল। দ্বিতীয়তে, অসমৰ পৰা শ্ৰীহট্ট বিচ্ছেদ যিহেতু অসম কংগ্ৰেছ আৰু সুৰমা কংগ্ৰেছৰ নিৰ্বাচনী ইস্তাহাৰত আছিলেই গতিকে ই একেবাৰে আচহুৱা হ'লহেঁতেন যদি সুৰমা উপত্যকাৰ সদস্য এজনেই আসাম বিধানসভাৰ কংগ্ৰেছ দলৰ দলপতি হ'ল হয়। সেই কাৰণেই প্ৰস্তাৱটো অখজা হ'লেও ব্ৰহ্মপুত্ৰ উপত্যকাৰ নেতৃবৃন্দই দাসক বুজাই বঢ়াই বিধানসভাৰ কংগ্ৰেছ দলপতিৰ পদটো নিবিচাৰি অধ্যক্ষৰ পদটো লবলৈ অনুৰোধ কৰিলে আৰু সেই পদত তেওঁক বহুৱাবৰ কাৰণে একনিষ্ঠভাৱে লাগি চৰকাৰী প্ৰাৰ্থী, যোৰহাটৰ খাটি অসমীয়া কেৰামৎ আলীক হৰুৱাই দাসক জিকাইহে এৰিলে। দাস দলপতি হব নোৱৰাত শ্ৰীহট্টৰ আগশাৰীৰ কাকত Sylhet chronicle য়ে লিখিলে "(There is) no room for doubt that among the elected Congress members Mr. Das is the fittest man to lead the Party." এই কাকতৰ মতে অসমীয়াৰ বঙালী হিংসাইহে দাসক দলপতি হবলৈ নিদিলে। কাকতখনে অসমীয়াই দাসৰ ওপৰত প্ৰতিশোধ ল'লে বুলি নিম্নোক্ত কথাখিনিও লিখিলে ঃ

“he (Das) has not been chosen as the leader and

> why? Because, it is reported that his tabling of resolution in the Central Assembly for changing the name of the Province was at fault to qualify him for the leadership of the Congress Party of the Provincial Assembly. If Mr. Das did so, he did it not to spite the Assamese who having given their name to the provence, think other people within its borders as interlopers, but he thought it to be the panancea for valley jealousy. It seems that Assamese Congressmen have retaliated on him by denying him the leadership ot the party which was justly his due. This mentality cannot but be condemned."[২৯]

গুহই তেওঁৰ নিন্দাৰ প্ৰকোপত সমগ্ৰ ঘটনাটো মিছা কথাৰে বৰ্ণালে এনেকৈ যেন দাসে নিজেই অধ্যক্ষ পদটো বিচৰাতহে বৰদলৈ দলপতি হ'ব পাৰিলে। Sylhet Chronicle ৰ নাম নিদিলেও সেই কাকতৰ কথাই প্ৰতিধ্বনিত হ'ল গুহৰ লিখনিতঃ "B.K. Das of the Surma Valley - the seniormost and ablest parliamentarian on the congress side - agreed to contest for speakership. This meant that the leader of the Congress Party had to be from the Brahmaputra Valley and the choice fell on G.N. Bardoloi."[৩০] গুহই ইয়াকো নজনালে যে দুই-তৃতীয়াংশতকৈ অধিক সংখ্যক ব্ৰহ্মপুত্ৰ উপত্যকাৰ সদস্যই বৰদলৈক দলপতি কৰিবলৈ ইচ্ছুক আছিল সংসদীয় অভিজ্ঞতা নহ'লেও তেওঁৰ প্ৰশাসনীয় অভিজ্ঞতা থকাৰ কাৰণে। ব্ৰহ্মপুত্ৰ উপত্যকাৰ কোনোজন সদস্যৰ সেই সময়লৈকে সংসদীয় অভিজ্ঞতা নাছিল। গতিকে গুহই দাসক তেনেবোৰ লোকৰ লগত ৰিজাই তেওঁক 'ablest parliamentarian' কৰিবলৈ যোৱাটোও হাঁহি উঠা কথা। ই আছিল মাথোন Sylhet Chronicle ৰ আবেগিক উক্তিৰ প্ৰতিধ্বনি। দাসক মাথোন "most experienced parliamentarian"হে বোলা যায়। এই কথাটো আমি 'মোহিনী কলাৰ ছবি'ত দেখুৱাই দিয়াৰ পাছত গুহই তেওঁৰ পুথিখনৰ দ্বিতীয় সংস্কৰণত আমাৰ বাক্যটিকে গ্ৰহণ কৰিছে, যদিও তাৰ বাবে কোনো স্বীকৃতি আমাক দিয়া নাই। ইয়াৰ আগতে তেওঁ আমাৰ Sylhet Chronicle ৰ পৰা দিয়া উদ্ধৃতিখিনিৰ অস্তিত্বৰ ওপৰত প্ৰশ্ন তুলিছিল আৰু গৌৰীশঙ্কৰ ভট্টাচাৰ্য্যইও তেওঁৰ দৰে বসন্ত কুমাৰ দাসক লৈ একে মত

পোষণ কৰিছিল বুলি যুক্তি দৰ্শাই তেওঁৰ পূৰ্বৰ মতৰ শুদ্ধতা দাবী কৰিছিল। গুহই বৰদলৈক হেয় কৰিবৰ কাৰণে আৰু এটা মিছা কথা লিখিছে এইবুলি ঃ "Bardoloi was not with the Congress during the years 1930-36." এই কথাটোও সম্পূৰ্ণ ভুল। ১৯৩০-৩১ কালত বৰদলৈ সত্যাগ্ৰহ আন্দোলনত সম্পূৰ্ণভাৱে থকাৰ কথা প্ৰমাণ পাতিৰে আমি যথাস্থানত দেখুৱাইছো। ১৯৩২-৩৪ ৰ কালত বৰদলৈ মাথোন সত্যাগ্ৰহ আন্দোলনৰ গঠনমূলক দিশটোতহে ভাগ লৈছিল। তেওঁক চৰকাৰে জেইলত ভৰোৱা নাছিল কাৰণেই তেওঁ সেই কালত অ-কংগ্ৰেছী আছিল বুলিব নোৱাৰি। সত্যনিষ্ঠ, গম্ভীৰ (চিৰিয়াচ) ইতিহাসবিদে সকলো মূল নথি-পত্ৰ খৰচি মাৰি নপঢ়ি এনে চূড়ান্ত মন্তব্য কৰিবলৈ নাযায়। বসন্ত কুমাৰ দাসৰ পূৰ্বৰ অসমীয়া বিৰোধী উচ্চাৰণৰ বিপৰীতে গোপীনাথ বৰদলৈ যে সদায়েই অসমীয়া বাঙালী আৰু ব্ৰহ্মপুত্ৰ আৰু সুৰমা উপত্যকাৰ মিলন বিচাৰি কাৰ্য্যকৰী ব্যৱস্থা লৈছিল তাকো গুহই নজনাকে থাকিল। বিধান সভাৰ কংগ্ৰেছ দলপতি হোৱাৰ লগে লগে তেওঁ যেতিয়া কিছুমান বিষয়ত সদস্য সকলে বিশেষ দক্ষতা আৰ্জিবৰ কাৰণে বিষয়বোৰ তেওঁলোকৰ মাজত ভগাই দিয়ে তেতিয়া তেওঁ কৈছিল ঃ

> "I particularly wish that members of one valley should be taking of subjects relating to the problems of the other valley so that a healthy spirit of co-op eration may grow among the party as a whole."[৩১]

বৰদলৈক নিন্দা কৰিবলৈ আগ্ৰহ কৰা গুহৰ স্বভাৱটো পুনৰ ধৰা পৰিছে ১৯৩৯ চনৰ মে' মাহত 'ছেটলাৰ্ছ এছোছিয়েশ্যনে মুখ্যমন্ত্ৰী বৰদলৈক দিয়া প্ৰতিবেদন এখনৰ সম্পৰ্কত। এই প্ৰতিবেদনত তেওঁলোকে ব্ৰহ্মপুত্ৰ উপত্যকাত বাংলা মাধ্যমৰ স্কুলৰ সুবিধা বিচাৰিছিল এইবুলি যে ১০ বছৰ একেধাৰে ব্ৰহ্মপুত্ৰ উপত্যকাত কাম কৰা বহিৰাগতক 'ডমিচাইল্ড' গণ্য কৰি তেওঁলোকক সেই সুবিধা দিব লাগে।[৩২] এই অনুষ্ঠান কংগ্ৰেছ আৰু অসমীয়া বিৰোধী হোৱাৰ কথা আগতে কোৱা হৈছে। কিন্তু তেওঁলোকে এতিয়া দেখিলে যে স্বায়ত্ত শাসনৰ সময়ত তেওঁলোকৰ বৃটিছ প্ৰভুৱে বৰকৈ সহায় কৰিব নোৱাৰে। গতিকে বৰদলৈৰ চৰকাৰক প্ৰয়োজন হ'ল। কিন্তু বিষয়টো তৎক্ষাণিক সিদ্ধান্ত লব পৰা বিধৰ নাছিল। বৰদলৈয়ে তেওঁৰ সঙ্গীবৃন্দৰ লগত এই বিষয়ে প্ৰথমে আলোচনা কৰিব লাগিব। তাতে এই সময়ডোখৰত বৰদলৈৰ কাৰণে বহু অত্যাৱশ্যকীয় কাম বাকী পৰি আছিল। তেওঁ ক্ষমতা লোৱাৰ প্ৰধান কাৰণটো আছিল পূৰ্ববঙ্গৰ পৰা অবিৰাম গতিৰে আহি থকা বাঙালী মুছলমান পমুৱাৰ নিয়ন্ত্ৰণ কৰিবলৈ 'লাইনপ্ৰথা' নামেৰে চলি থকা বিষয়টোৰ প্ৰসঙ্গত নতুন আইন বিধি প্ৰস্তুত

কৰা। উপত্যকাৰ খিলঞ্জীয়া জনজাতিৰ ভূমি সংৰক্ষণৰ কামটোও এই বিষয়ৰে সংলগ্ন আছিল। এইবোৰ কাম তেতিয়ালৈকে বাকী ৰৈছিল, বিশেষকৈ ডিগবৈ ধৰ্মঘটে চপোৱা জঞ্জালৰ বাবে। ইয়াৰ উপৰিও প্ৰাদেশিক কংগ্ৰেছে বৰদলৈৰ পিছত সঘনে লাগি আছিল মুখ্যমন্ত্ৰিত্ব এৰি দি আগন্তুক সত্যাগ্ৰহলৈ সাজু হবলৈ। প্ৰাদেশিক কংগ্ৰেছে বৰদলৈক ১৫ নবেম্বৰ বা তাৰ আগেয়েই গাদী এৰি দিব লাগে বুলি সময় বান্ধি দিয়াত বৰদলৈৰ হাতত সময় নাছিলেই। তেওঁ মাথোন ৯ মে' (১৯৩৯) তাৰিখে 'ছেটলাৰ্ছ এছোছিয়েশ্যন'ৰ প্ৰতিবেদনৰ সন্দৰ্ভত উচিত ব্যৱস্থাৰ প্ৰতিশ্ৰুতি দিয়াৰ বাহিৰে অন্য একো কৰিব পৰাত নাছিল। এই বিষয়ত গুহই লিখিলে এনেকৈ ঃ "Instead of implementing these model recommendation, the Bordoloi Government opted for deliberate procrastination in this matter."[৩৩] বৰদলৈৰ সেই চৰকাৰৰ হাতত তেতিয়া মাথোন ছমাহ কালহে বাকী আছিল ৰাজ্যখনৰ সবাতোকৈ গুৰুতৰ সমস্যাকেইটাৰ চিন্তা কৰিবলৈ। এইপিনৰ পৰা লক্ষ্য কৰিলে গুহৰ সমালোচনা হৈ পৰে সম্পূৰ্ণ অসঙ্গত, আৰু হিংসুক। ই যেন আহিছিল অন্য গ্ৰহত বাস কৰা কোনো এজনৰ পৰা।

১৯৪০ চনত ছেটলাৰ্ছ এছোছিয়েশ্যনে 'আসাম চিটিজেনচ্ এছোছিয়েশ্যন' নাম লৈ উপৰোক্ত বিষয়টো বৃটিছ ৰাজ্যপালৰ ওচৰলৈ নিলে। মাৰ্চ মাহত নগাঁৱত বহা তেওঁলোকৰ সভাত কথাটো উঠাওঁতে বিশিষ্ট অতিথিৰূপে উপস্থিত থকা ৰাজ্যপালে সংঘটোক উপদেশ দিলে অসমীয়া ভাষাটোক ৰাজ্যখনৰ উমৈহতীয়া ভাষা কৰি লৈ তেওঁলোকে ৰাজ্যখনৰ সঙ্গতিত গুৰুত্ব দিয়াটোহে উচিত। এই উপদেশক তিৰস্কাৰ কৰি গুহই লিখিলে যে ইয়াত ৰাজ্যপাল অসমীয়া জাতীয়তাবাদৰ বীৰ হৈ ওলাব খুজিলে।[৩৪] গুহৰ এই বিবেচনাত যুক্তিনিষ্ঠতাৰ কোনো নাম গোন্ধেই নাই। তেওঁৰ মতে কোনো ভাষাগোষ্ঠীৰ আচুতীয়াত্বৰ দাবীত পক্ষ লোৱাটো তেওঁৰ জন্মস্বত্ব ; কিন্তু প্ৰদেশৰ ৰাজ্যপালজনক কোনো বিষয়ত নিজা ব্যক্তিগত দৃষ্টিভঙ্গী প্ৰকাশ কৰিবলৈ দিয়াত তেওঁ নাই। কমিউনিষ্ট হৈও বা কেবিনেট মিছনৰ সময়ত মুছলিম লীগ পন্থী হ'বলৈ গৈও, গুহ হ'ল মূলতঃ বাঙালী হিন্দু জাতীয়তাবাদী ছেটলাৰ্ছ এছোছিয়েশ্যনৰ সৈনিক সদৃশ। ১৯৪৬ চনত গ্ৰুপিঙক লৈ হোৱা অসম আন্দোলনৰ সন্দৰ্ভত অসমীয়া বিদ্বেষী গুহই কৈছে ঃ "কংগ্ৰেছ আৰু মুছলিম লীগ দুয়োৱে দেশ বিভাজন নোহোৱাকৈ সাম্প্ৰদায়িক প্ৰশ্নটো সমাধানৰ উপায় উলিয়াইছিল। কিন্তু বঙ্গৰ লগত সংযোগ হ'ব নোখোজা অসমৰ আকোৰগোজ বিৰোধিতাইহে লীগক তেওঁলোকৰ পূৰ্ব সিদ্ধান্তৰ পৰা ফালৰি কাটিবলৈ সুযোগ দিলে।" এই কথাৰ মৰ্ম্ম এয়েই যে ভাৰতীয় ঐক্যৰ খাতিৰত অসম বঙ্গৰ লগত জাহ যাবলৈ ওলাব লাগিছিল। ইয়াকেই যে শ্ৰীহট্ট কংগ্ৰেছে বিচাৰিছিল

তাক যথাস্থানত কোৰা হৈছে।[৩৫] লীগৰ পাকিস্তান দাবী সমৰ্থন কৰিলেও যেতিয়া সংখ্যাগৰিষ্ঠ মুছলমান জনসংখ্যাই শ্ৰীহট্টক পাকিস্তানত বিচাৰিলে তেতিয়া গুহ হৈ পৰিল বাঙালী হিন্দু জাতীয়তাবাদী। শ্ৰীহট্ট ৰেফাৰেণ্ডামৰ সময়ত গুহৰ এই মনোবৃত্তি জ্বলজ্বল পটপটকৈ ওলাই আছে। এই বিষয়ত গুহ জঘন্য সাম্প্ৰদায়িক আৰু হিংসা প্ৰদৰ্শনকাৰী ব্যক্তি হৈ ওলাইছে। সমগ্ৰ মূল তথ্যলৈ সম্পূৰ্ণভাৱে আওকাণ কৰি, মাথোন শ্ৰীহট্টৰ দুই এক উগ্ৰ উন্মাদী হিন্দুৰ একপক্ষীয় আচৰণক আঁকোৱালি লৈ গুহই বৰদলৈ চৰকাৰ আৰু অসম প্ৰাদেশিক কংগ্ৰেছৰ নেতৃত্বক যিভাবে বিদ্ৰূপ কৰিবলৈ গ'ল তাত তেওঁ নিজেই হিংসা আৰু সাম্প্ৰদায়িক অগ্নি সংযোগকাৰী হৈ দেখা দিলে। ইতিহাসৰ তথ্যভিত্তিক বস্তুনিষ্ঠ বিচাৰৰ ইয়াত কণমানো স্বাক্ষৰ নাই। যিজন বৰদলৈয়ে শ্ৰীহট্টক পাকিস্তানত পৰোঁ পৰোঁ হওঁতে তাৰ কিছু হিন্দু অংশ বা সমগ্ৰ শ্ৰীহট্টকেই অসমত ৰাখিবলৈ ৰাজহুৱা বক্তৃতা দিছিল সেই বৰদলৈক তেওঁ শ্ৰীহট্টৰ এজন উগ্ৰ বাঙালী হিন্দু জাতীয়তাবাদীৰ উন্মাদ উক্তিৰ আধাৰত দোষাৰোপ কৰিবলৈ গ'ল সম্পূৰ্ণ আৰু জঘন্য মিছা কথাৰে। গুহৰ এই সম্পৰ্কৰ বহু মিছা কথাৰ লগত এইটোও আছিলঃ " The Sylhet leaders were dicouraged when they tried to salvage a portion of the district through an effective representation to the boundary commission."[৩৬] বৰদলৈৰ মন্ত্ৰীসভাৰ চাৰিজন মন্ত্ৰীয়ে শ্ৰীহট্ট ৰেফাৰেণ্ডামৰ সময়ত ইমান সক্ৰিয়ভাৱে লাগি আছিল যে সেই লৈ জিন্নাই মাউন্টবেটেনৰ ওচৰত আপত্তি দৰ্শাব লগা হৈছিল। তেনেস্থলত কোনখন মুখেৰে গুহই এনে কথা কয় ? বৰদলৈ চৰকাৰৰ চেষ্টাৰ ফলতেই শ্ৰীহট্টৰ কিছু হিন্দু অংশ অসমত থাকি গ'ল। গুহই তথ্য পঢ়িলে জানিব যে অসমে এই ঠাইখিনি গ্ৰহণ নকৰাবো ক্ষমতা সেই সময়ৰ বৃটিছৰ নীতি নিয়মে অসমক দিছিল। গুহই ৰুই যোৱা উপৰোক্ত বিহপুলি জোপাই এতিয়া বৃহদাকাৰ গছ হৈ আৰু যে কত নতুন নতুন বিহগুটি সিঁচিলে তাৰ সীমাসংখ্যা নাই। আমি সংগ্ৰহ কৰি থোৱা শেষ মন্তব্যটো হ'ল শিলচৰ আসাম বিশ্ববিদ্যালয়ৰ তপোধীৰ ভট্টাচাৰ্য্যৰ। ২০০৫ চনত এওঁ যেতিয়া সেই বিশ্ববিদ্যালয়ৰ কলাগুৰু আছিল তেতিয়া তেওঁ যাদৱপুৰ বিশ্ববিদ্যালয়ৰ এখন চেমিনাৰত পাঠ কৰা ৰচনা এখনত ক'লে যে দেশ বিভাজনৰ সময়ত হেনো গোপীনাথ বৰদলৈয়ে সৰ্বভাৰতীয় নেতাসকলেৰে মিলি বঙ্গৰ বিপক্ষে বহু কুকাৰ্য্য কৰিছিল আৰু তাৰ দলিলবোৰো হেনো সহজপ্ৰাপ্য (এই সম্পৰ্কে তলত পুনৰ কোৱা হ'ব) হৈ আছে।[৩৭] ভাৰতৰ ইতিহাসৰ অদ্ভুত জ্ঞান দেখুৱাই এই পণ্ডিতে এঠাইত কৈছে যে হিন্দীভাষী পুঁজিপতিৰ দীৰ্ঘম্যাদী স্বাৰ্থৰ অনুকুলত এককেন্দ্ৰীক খণ্ডিত ভাৰতৰ শাসনতান্ত্ৰিক কাঠামো তৈয়াৰ কৰাৰ লক্ষ্যতেই হেনো ১৯৪৬ চনৰ আগষ্ট মাহত

কলকাতাত গণহত্যা সংঘটিত হৈছিল।[৩৮] আশ্চৰ্য্যকৰ কথা যে এনেবোৰ কথা লিখা পণ্ডিতক কোনেও সমালোচনা নকৰে ; তেওঁ পদোন্নতি হৈ এতিয়া বিশ্ববিদ্যালয়ৰ উপ-কুলপতিৰ আসন শুৱালেগৈ, যেনেকৈ আমাৰ বহু গুহপন্থী জধলা মাৰ্ক্সীষ্টে অসমৰ বহুবোৰ শিক্ষা আৰু চৰ্চ্চা কেন্দ্ৰৰ শীৰ্ষ আসনত বহিছেগৈ। ভট্টাচাৰ্য্যই তেওঁৰ ৰচনাখনত থাউকতে পাব পৰা দলিলবোৰ কিন্তু নেদেখুৱালে। ক'ত আছে সেইবোৰ দলিল, ৰবীন্দ্ৰ আদিত্যৰ আত্মজীৱনী (য'ৰ পৰা গুহই তেওঁৰ সমল লৈছে) আৰু গুহই দিয়া আদিত্যৰ উদ্ধৃতিৰ বাহিৰে ? চিত্তাকৰ্ষক কথাটো হ'ল এই অসমীয়া বিদ্বেষী কথাত গুহই আদিত্যক সমৰ্থন কৰিলে যদিও অন্য প্ৰসঙ্গত তেওঁ আদিত্যক এজন উগ্ৰ সংৰক্ষণশীল জাতীয়তাবাদী বুলিহে দেখুৱাইছে।

গুহ পুথিৰ বৰদলৈৰ নিন্দা বিদ্ৰূপ প্ৰচেষ্টাৰ বহু নিদৰ্শন 'মোহিনী কলাৰ ছবি' আৰু আমাৰ ইংৰাজী পুথি Gopinath Bardoloi, the 'Assam Problem' and Nehru's Centre ত পোৱা যাব। সেই গতিকে এই অধ্যায়ৰ এই খণ্ডৰ বাকীছোৱা আমি গুহৰ ইতিহাস চৰ্চ্চাৰ পদ্ধতিৰ বিষয়ে ক'ম। আমাৰ 'মোহিনী কলাৰ ছবি'ত কৰা সমালোচনাৰ উত্তৰত গুহই তেওঁৰ ইতিহাস তত্ত্ব কি তাক দেখুৱাই লিখিলেঃ "প্ৰদত্ত তথ্যক সতৰ্কভাৱে টনা-আজোৰা কৰিয়েই সত্যত উপনীত হোৱা যায়।" * এয়া হ'ল পক্ষপাতী ইতিহাসবিদৰ ইতিহাস চিন্তা। গুহই লগতেই হয়তো এনেকৈও লিখি থ'ব পাৰিলে হয় যে যিকোনো উৎসকেই ইতিহাসবিদে টনা-আজোৰা কৰি মূল তথ্য কৰি তুলিব পাৰে, কাৰণ বৰদলৈৰ ক্ষেত্ৰত তেওঁ মহম্মদ তৈয়বউল্লাৰ 'কাৰাগাৰৰ চিঠি'খনক সকলো প্ৰধান নথি পত্ৰৰ ওপৰত ঠাই দি তাকেই দেখুৱালে। তৈয়বউল্লাই জঘন্য মিছা কথা আৰু অসৎ উদ্দেশ্যৰে বৰদলৈৰ ৰাজনৈতিক স্থিতি আৰু কৰ্মৰ বৰ্ণনা দিছে গতিকে বৰদলৈ-বিকৃতি কাৰ্য্যত গুহ আৰু তৈয়বউল্লা দুয়ো হৰি ভকত। কিন্তু যি কিটিপেৰে গুহই এই কাৰ্য্য কৰিবলৈ গৈছে তাক তেওঁ নিশ্চয় সুন্দৰ কৌশল বুলি ভাবিছে। কিন্তু প্ৰকৃতপক্ষে ই হৈ পৰিছে মাথোন নিলৰ্জ বহুৱালি। তেওঁ এঠাইত লিখিছেঃ "Since Bardoloi and Tayyebulla did not see eye to eye, their accounts have to be compared and collated to get the truth." এই বাক্য অৰ্থহীন যিহেতু, তেওঁ কোনো বিষয়ত বৰদলৈয়ে দিয়া বৰ্ণনা তৈয়বউল্লাৰ বৰ্ণনাৰে ৰিজাই চোৱা নাই আৰু তেনেকৈ চাবলৈও বৰদলৈয়ে তৈয়বউল্লাক লৈ কোৱা কোনো কথা পাবলৈ নাই। মই হাজাৰ বিজাৰ ৰাজহুৱা আৰু ভিতৰুৱা নথি-পত্ৰ বৰদলৈৰ কালটোৰ বিষয়ে পঢ়িলো, কিন্তু বৰদলৈৰ কোনো লিখাত কাশ্চিৎতহে তৈয়বউল্লাৰ নামটো পালো। গতিকে গুহই তৈয়বউল্লাৰ কথা কেন্দ্ৰীয় কংগ্ৰেছ আৰু প্ৰাদেশিক কংগ্ৰেছৰ দলিল, পেটেল, ৰাজেন্দ্ৰ প্ৰসাদ, কালাম আজাদ,

গান্ধীজী আদিৰ লগত বৰদলৈৰ হোৱা যোগাযোগৰ নথি-পত্ৰৰ লগতহে ৰিজাই চাব লাগিছিল। তাকে নকৰি তেওঁ মাথোন তৈয়বউল্লাৰ কিতাপত থকা ভিতৰুৱা মন্তব্যকে লৈ প্ৰকৃত তথ্য এৰি থ'লে। এটা উদাহৰণ দিয়া যাওঁক। ১৯৪১ চনৰ ব্যক্তিগত সত্যাগ্ৰহৰ কালৰ কথাত গুহই লিখিছে ঃ "G. N. Bardoloi failed to offer satyagraha for the second time, after his premature release from jail, much to be displeasure of the APCC president (Tayyebulla). He had of course obtained Gandhiji's prior approval for exemption on health grounds."[৩৯]

এতিয়া কথা হ'ল এই উক্তি এজন হোজা অদীক্ষিতৰ চকুত নিৰীহ হৈ দেখা দিলেও ইয়াৰ গাঁথনি গুহৰ প্ৰায় সকলো বৰদলৈ সম্পৰ্কীয় উক্তিৰ গাঁথনিৰ দৰেই পক্ষপাতদুষ্ট আৰু কুৎসা ৰটনাৰে ভৰপুৰ। প্ৰকৃততে এই উক্তি হ'ল অতি ঘৃণনীয় অপবাদ। ইতিহাসবিদ গুহ ইয়াত প্ৰথমশ্ৰেণীৰ কুৎসা ৰটক আৰু পঙ্কিল মানসিকতাৰ অধিকাৰী হৈ দেখা দিছে। ইয়াত কোনো মাৰ্ক্সবাদ নাই। গুহৰ উক্তিটোৰ পৰা এজনে জানিলে যে বৰদলৈক যেতিয়া কাৰাবাসৰ পৰা মুক্তি দিয়া হ'ল, তেওঁ তেতিয়া সত্যাগ্ৰহীৰ নিয়ম মতে পুনৰ জেইললৈ যাবলৈ ইচ্ছা নকৰি গান্ধীজীক অনুৰোধ কৰিলে জেইল জীৱনৰ পৰা তেওঁক ৰেহাই দিবলৈ আৰু গান্ধীজীয়ে তাত অনুমোদন দিলে। কথাটো সঁচাকৈয়ে ইমান সহজ সৰল আছিলনে ? বৰদলৈয়ে নিজে লিখি থৈ যোৱা কথা বাদেই দিলো বাৰু দ্বিতীয় শ্ৰেণীৰ তথ্য বুলি। বৃটিছ চৰকাৰৰ দৈনন্দিন প্ৰশাসন কাৰ্য্যৰ নথি-পত্ৰই বা চৰকাৰী পুলিচ-চোৰাংচোৱা বিভাগৰ নথি-পত্ৰই বা কংগ্ৰেছ কৰ্মীৰ চাক্ষুষ সাক্ষ্য প্ৰমাণ আদিয়ে কথাটো দেখোন অন্যৰূপে প্ৰতিষ্ঠিত কৰি থৈছে। সেইটো হ'ল এইঃ যোৰহাট জেইলত বৰদলৈৰ ৰক্তচাপ বহুদিন ধৰি উচ্চ হৈ থকাত আৰু লগতে তেওঁৰ হৃদপিণ্ড আৰু আন আন ৰোগত ভুগি থকা দেখি চৰকাৰে তেওঁক ১৯৪১ চনৰ ১৮ জুন তাৰিখে মুক্তি দিলে এই ভাবি যে তেওঁৰ অসুখ বাঢ়ি গৈ থাকিলে চৰকাৰে নিয়মমতে নিজা খৰছত বৰদলৈক চিকিৎসা দিয়াব লাগিব। যদি কাৰাগাৰতে অসুখৰ বাবে তেওঁ প্ৰাণ এৰে, তেনেহ'লে চৰকাৰৰ বদনাম আৰু বেছিকৈহে বাঢ়িব। মুক্তি পায়েই ১৯ জুন তাৰিখে বৰদলৈয়ে গান্ধীজীলৈ তাঁৰ বাৰ্তা পঠিয়ালে এইবুলি যে তেওঁক যেন পুনৰ সত্যাগ্ৰহ কৰিবলৈ অনুমতি দিয়া হয়। গান্ধীজীয়েই আছিল এই সত্যাগ্ৰহৰ হৰ্ত্তা-কৰ্ত্তা আৰু পোনপটীয়া; একমাত্ৰ তত্ত্বাৱধায়ক। বৰদলৈ এসপ্তাহ কাল যোৰহাট কংগ্ৰেছৰ এক কোঠাৰ কাৰ্য্যালয়ত গান্ধীজীৰ উত্তৰ পাবলৈ বাট চালে আৰু তাক নাপাই ২৪ জুন তাৰিখে তেওঁৰ ভূতপূৰ্ব মন্ত্ৰীসভাৰ সদস্য ৰামনাথ দাসৰ লগত দাসৰে গাড়ীত গুৱাহাটীৰ ঘৰলৈ গ'ল। ২৮ জুন তাৰিখেহে

গান্ধীজীৰ উত্তৰ আহিল আৰু তাত তেওঁ বৰদলৈক পুনৰ সত্যাগ্ৰহ কৰিবলৈ অনুমতি দিলে। কিন্তু ইতিমধ্যে বৰদলৈৰ চকুৰ অসুখ হ'ল আৰু ই ভয়ানক ৰূপ ল'লে। ডা. হৰিকৃষ্ণ দাসে বৰদলৈক উপদেশ দিলে তেওঁৰ সত্যাগ্ৰহৰ আঁচনি কিছুদিনলৈ পিছুৱাবলৈ। এনে সময়তে গান্ধীজীয়ে ৱাৰ্দ্ধাৰ পোষ্ট অফিচৰ পৰা খবৰ পালে যে তেওঁ বৰদলৈলৈ দিয়া তাঁৰখন বৰদলৈয়ে যোৰহাটত নাপালে আৰু সেইখন গুৱাহাটীলৈ সাধাৰণ ডাকত পঠিওৱা হ'ল। এই শুনি গান্ধীজীয়ে বৰদলৈলৈ ৩০ জুন তাৰিখে এটা বাৰ্তা পঠিয়ালে এইবুলি যে যিহেতু তেওঁ দিয়া জাননী মতে তেওঁ পুনৰ সত্যাগ্ৰহ কৰিব লাগে তথাপিও চৰকাৰৰ যদি বিশেষ কাৰণ আছে তেওঁক মুক্তি দিয়াত তেনেহলে তাৰ বিপক্ষে যোৱাটো হিংসা কাৰ্য্য হ'ব।[৪০] দুই তিনিদিনৰ মূৰত গান্ধীজীয়ে যেতিয়া বৰদলৈৰ অসুখৰ খবৰ পালে তেওঁ ৩ জুলাই তাৰিখে বৰদলৈক আদেশ দিলে এনেকৈঃ

Dear Bardoloi, Sevagram
3-7-1941

Your letter I am quite clear that you must not court imp. till you are cured of all your illness, Please show this to the President.

Your Bapu. [৪১]

এইবিলাক কথাৰ বিচাৰ নকৰি তৈয়বউল্লাৰ টোপটো তপতে তপতে গিলি গুহই গান্ধীজীৰ পৰা বৰদলৈয়ে পুনৰ সত্যাগ্ৰহ নকৰিবলৈ অনুমতি বিচৰাৰ আখ্যানটো বৰ্ণালে। তথ্যৰ ব্যাপকতাই আধুনিক ইতিহাস গৱেষণা, বিশেষকৈ ৰাজনৈতিক ইতিহাস গৱেষণা, সহজ কৰি তোলা নাই। বৰদলৈ কোনদিনা খালাছ হৈছিল সেইটো বিচাৰি উলিয়াবলৈ গুহই যত্ন লব লাগিছিল। তাৰ পাছত সেই ১৮ জুনৰ পৰা ৩ জুলাইলৈকে বৰদলৈয়ে কি কৰিছিল তাক জানিবলৈ তেওঁৰ কৌতুহল হ'ব লাগিছিল। যোৰহাট কংগ্ৰেছ অফিচ চলাইছিল সৰ্বেশ্বৰ বৰদলৈয়ে। তেওঁ যদি কিবা লিখিছিল তাৰো গম ল'ব লাগিছিল। অত্যন্ত নিম্নতম ভাৱে তেওঁ অন্ততঃ ৩ জুলাই ১৯৪১ চনৰ ঠিক আগে আগে হোৱা গান্ধী-বৰদলৈৰ বাৰ্তা সংযোগৰ বিচাৰ ল'ব লাগিছিল। তেওঁ যে সেই বৰদলৈ তৈয়বউল্লাৰ বিবৃতিৰ সত্যতা উলিয়াবলৈ 'compare' আৰু 'collate' ৰ কথাটো কৈছিল তাক তেওঁ ক'ত খটুৱালে। এয়েই হ'ল তেওঁৰ ইতিহাস গৱেষণাৰ আৰ্হি আৰু সিদ্ধান্তলৈ অহাৰ পদ্ধতি।

ঠিক তেনেকৈয়ে ১৯৪৫ চনৰ ত্ৰিপাক্ষিক চুক্তিখনক গুহই বৰদলৈৰ "un-wise marriage of convenience" বোলোঁতে তৈয়বউল্লাৰ কাৰাগাৰৰ চিঠিৰ পৰা সাক্ষ্য প্ৰমাণ দিছে য'ত তৈয়ব উল্লাই কৈছে অধিক সংখ্যক কংগ্ৰেছ এম.এল.এ.

য়েই এই চুক্তিৰ বিপক্ষে আছিল। ই এটা জঘন্য মিছা কথা ; এক বলিয়ালি উক্তি। এই চুক্তি আছিল বৰদলৈৰ ৰাজনৈতিক জীৱনৰ এটি কীৰ্ত্তি স্তম্ভ আৰু ইয়াক দুয়ো উপত্যকাৰ অধিক সংখ্যক কংগ্ৰেছ বিধায়কেই সন্মতি দিছিল। সিয়েই নহয়, আনকি সুৰমা উপত্যকাৰ স্বাধীন মুছলমান বিধায়ক সকলো ইয়াৰ পক্ষে আছিল। কোনো চুক্তিখনৰ বিপক্ষে নাছিল, মাথোন বিধানসভাত হোৱা ৰাজনীতিক তিনিজন কংগ্ৰেছ সদস্যই বৰ্জন কৰিছিল। এওঁলোক হ'ল সিদ্ধিনাথ শৰ্মা, অমিয় কুমাৰ দাস আৰু কৃষ্ণনাথ শৰ্মা। এই বিষয়ত গুহই কাৰাগাৰৰ চিঠি পুথিখনো ভালকৈ নপঢ়িলে। পঢ়াহেঁতেন জানিলে হয় যে যেতিয়া এই চুক্তি আলোচনা কৰিবলৈ তৈয়বউল্লাই গুৱাহাটীত অসম কংগ্ৰেছৰ এখন সভা পাতিলে, সেই সভাত কোনোজনেই সেই বিষয় আলোচনা কৰিবলৈ আগ্ৰহ নেদেখুৱালে।[৪২]

এই সকলোবোৰ কাৰণত ইতিহাসবিদ হিচাপে গুহ ব্যক্তিজনেই এক প্ৰশ্নবোধক চিহ্ন হৈ পৰিছে। ঐতিহাসিক ই.এইচ.কাৰয়ে আমাক ঠিকেই সাৱধান কৰি দিছে এইবুলি যে ইতিহাসবিদ এজনে দিয়া তথ্য অধ্যয়ন কৰাৰ আগতে আমি ইতিহাসবিদজনক প্ৰথমে অধ্যয়ন কৰি লব লাগিব। গুহৰ বৰদলৈ নিন্দাৰ উৎস ক'ত ? কিহৰ কাৰণে ইতিহাস অশুদ্ধ কৰি হ'লেও তেওঁ বৰদলৈ নিন্দাত নিমগ্ন হ'ব লগা হ'ল ? আমাৰ ধাৰণাত বৰদলৈৰ অসাধাৰণ ব্যক্তিত্ব, চৰিত্ৰ, উদ্দেশ্যত উপনীত হ'বলৈ তেওঁ দেখুওৱা অবিৰাম প্ৰচেষ্টা, তেওঁৰ গান্ধী আদৰ্শৰ সফল প্ৰয়োগ, এই সকলোবোৰে ছেটলাৰ্ছ এছোছিয়েশ্যনক ব্যতিব্যস্ত কৰি তুলিছিল। গুহ হ'ল আচলতে ছেটলাৰ্ছ এছোছিয়েশ্যনৰ সৃষ্টি। ১৯০৫ চনত তেওঁৰ পিতৃ মাতৃ মৈমনসিং জিলাৰ পৰা মণিপুৰলৈ উঠি গ'ল। মৈমনসিং আছিল অসমত প্ৰায়বোৰ পমুৱাৰ জন্মভূমি আৰু মণিপুৰতেই হ'লগৈ সেইখন ঠাই য'ত অসমৰ বুকুত এখন আচুতীয়া বাঙালী ৰাজ্য (পূৰ্বাচল) গঢ়াৰ সবল প্ৰচেষ্টা চলিছিল। ১৯৩৭ চনত, মানে ছেটলাৰ্ছ এছোছিয়েশ্যনৰ জন্মৰ দুবছৰৰ পাছত গুহৰ পিতৃ-মাতৃ তেওঁলোকৰ বিৰাট পৰিয়ালটোৰ সৈতে উঠি গ'ল গুৱাহাটীলৈ। তাতেই আছিল ছেটলাৰ্ছ এছোছিয়েশ্যনৰ ঘাই কাৰ্য্যালয়। ইয়াত গুহই এংলো বেঙ্গলী হাইস্কুলত নাম লগায়। এই সময়ডোখৰ আছিল ছেটলাৰ্ছ এছোছিয়েশ্যনৰ কাৰণে বহু কালৰে পৰা ভোগ কৰি অহা বিশেষ অধিকাৰবোৰৰ ৰক্ষণাবেক্ষণৰ কাৰণে গুৰুত্বপূৰ্ণ সময়। ১৯৩৭ চনত প্ৰাদেশিক স্বায়ত্ত শাসনৰ আগমনে তেওঁলোকক চিন্তিত কৰি তুলিলে বৰদলৈয়ে গঢ়ি তুলিব খোজা খিলঞ্জীয়া সকলৰ মাজত জাতীয়তাবোধে সাম্ৰাজ্যবাদী শক্তিৰ ছাঁত গঢ়ি তোলা তেওঁলোকৰ পূৰ্ব প্ৰতিষ্ঠিত আৰু ভৱিষ্যত আকাঙ্খাৰ ওপৰত আৰু আঘাত হানিব পাৰে বুলি। সাদ্উল্লা ক্ষমতাত থাকোঁতে তেওঁলোকৰ ভয় কৰিবৰ কাৰণ নাছিল, কিন্তু গোপীনাথ বৰদলৈৰ

অসাধাৰণ ব্যক্তিত্বই তেওঁলোকক ভীতিগ্ৰস্ত কৰি তুলিলে। ছেটলাৰ্ছ এছোছিয়েশ্যনৰ অস্থিৰতা, উদ্বিগ্নতাই গুহৰ ওপৰত তুমুল প্ৰভাৱ পেলালে। অসমীয়াৰ জাগৰণৰ প্ৰতি তেওঁৰ হিংসা আৰু বিদ্ৰূপত মাৰ্ক্সবাদ নাই, আছে ছেটলাৰ্ছ এছোছিয়েশ্যনৰ 'মাইন্দ্চেট'। ষোড়শ শতিকাতেই অসমীয়া ধাৰ্মিক পণ্ডিত মাধৱদেৱে কৈ গৈছিল ঃ

" শাস্ত্ৰ মত এড়ি যি কথা কহয়
কেৱল পাষণ্ড নয়।।"

## ৬) গুহপন্থী অসমৰ বুদ্ধিজীৱিৰ বৰদলৈ বিকৃতি

যিহেতু গোপীনাথ বৰদলৈয়ে ১৯৪৮-৫০ চনত দেশদ্ৰোহী কমিউনিষ্টসকলে অসমৰ কিছু গাঁও অঞ্চলত কৰা হত্যা, লুণ্ঠন, চুৰি, ডকাইতি আদি নানান উপদ্ৰৱক দমন কৰি শান্তি পুনৰ স্থাপন কৰিব পাৰিছিল আৰু কমিউনিষ্ট সকলৰ 'সাম্যবাদী' মুখাখনৰ আঁৰত থকা পিশাচীয়, মানৱতা-বিৰোধী স্বৰূপটো ৰাইজৰ আগত উদং কৰি দেখুৱাই সেই সকলক প্ৰায় দুটা দশক ধৰি ৰাইজৰ সন্মুখত স-সন্মানে ওলাব নোৱৰা কৰি তুলিছিল, সেই কাৰণে কমিউনিষ্ট সকলৰ চকুত বৰদলৈ শত্ৰু হৈ ৰ'ল। লাহে লাহে যেতিয়া অসমৰ কংগ্ৰেছী প্ৰশাসনত দেশ গঠনৰ আৰ্হি লোপ পাবলৈ ল'লে তেতিয়া কৃষক বিদ্ৰোহৰ নামত কমিউনিষ্ট সকলেই সৃষ্টি কৰা অৰাজকতাৰ কথা ৰাইজে পাহৰিবলৈ ল'লে। এনে সময়তেই গুহৰ পুথিখনৰ বৰদলৈ বিদ্বেষী অংশখিনি আগৰ আৰু নতুন চাম কমিউনিষ্ট বুদ্ধিজীৱিৰ কাৰণে মৃত্যুশয্যাৰ মকৰধ্বজ হৈ দেখা দিলে। শ্লোগানতেই আৱদ্ধ থকা এই বুদ্ধিজীৱি সকলে এফালে এই পুথিৰ বৰদলৈ দ্ৰোহিতাৰ যোগেদি কমিউনিজমক অসমত পুনৰুদ্ধাৰ কৰিব খুজিলে আৰু আনফালে 'নপঢ়ি নুশুনি ওজা' হোৱাৰ উপায় এটা উলিয়ালে। ইতিহাস অধ্যয়নৰ কাৰণে মহাফেজখানা, ৰেকৰ্ড অফিচ আদিত মূল তথ্য উদঘাটন কৰাৰ প্ৰয়োজন নোহোৱা হ'ল ; গুহৰ মন্তব্য বিশ্লেষণ আদিয়েই হৈ পৰিল এওঁলোকৰ কাৰণে পৰম গুৰুত্বপূৰ্ণ তথ্য আৰু সেইবিলাকৰ ভিত্তিতেই তেওঁলোকে নতুন বিশ্লেষণ দিব পৰা হ'ল আৰু সেয়েই তেওঁলোকৰ মানত তথ্য হৈ দেখা দিলে। ইয়াৰ নাম হ'ল বিশ্লেষণৰ পৰা বিশ্লেষণ। অন্যাৰ্থত তথ্য গুৰুত্বপূৰ্ণ নহয়, গুৰুত্বপূৰ্ণ হৈছে বিশ্লেষণহে। পৰিশ্ৰমী স্বনামধন্য অসমীয়া বুৰঞ্জীবিদ আৰু গৱেষক সূৰ্য্য কুমাৰ ভূঞা আৰু হেৰম্বকান্ত বৰপূজাৰীকো এওঁলোকৰ কোনো কোনো পাবত গজা ইতিহাস ৰচকে হাঁহিবলৈ গ'ল।

অসমৰ তথাকথিত মাৰ্ক্সিষ্ট গোষ্ঠীটোক গুহ গোষ্ঠী বুলিব পাৰি, অন্ততঃ এতিয়ালৈকে। গুহৰ পাছতে এই গোষ্ঠীৰ সবাতোকৈ গুৰুত্বপূৰ্ণ ব্যক্তি গৰাকী হ'ল

হীৰেন গোঁহাই। গোঁহাইৰ গৱেষণাৰ পথাৰখন ইংৰাজী আৰু অসমীয়া সাহিত্য যদিও তেওঁ অসমৰ সামাজিক ইতিহাসৰ ক্ষেত্ৰতো বিশেষ বৰঙণি যোগাই আহিছে। কিন্তু স্বাধীনতা সংগ্ৰামৰ কালডোখৰৰ ক্ষেত্ৰত তেওঁ আজিলৈকে যিবোৰ লিখা লিখিছে তাৰ প্ৰধান উৎস হৈছে গুহৰ 'প্লেন্টাৰ ৰাজ' পুথিখন। যিহেতু মহাফেজখানা, ৰেকৰ্ড অফিচ আদিৰ মূল নথি-পত্ৰৰ লগত তেওঁৰ কোনো সম্পৰ্ক নাই, সেই গতিকে গুহ পুথিৰ তথ্য, ব্যাখ্যা মন্তব্য আদিৰ সত্যতা বিচাৰ কৰিবলৈ তেওঁ অপাৰগ আৰু অক্ষম। তথাপিও গুহৰ পুথিখন যেতিয়া ১৯৭৭ চনত প্ৰকাশ হ'ল, তেওঁৰ ইয়াৰ বিষয়ে এটা আলোচনা, মুম্বাইৰ Economic and Political Weekly ত প্ৰকাশ হ'ল। ইয়াত তেওঁ গুহৰ ন্যায়নিষ্ঠ পাণ্ডিত্যৰ বাবেই মাথোন শলাগ নল'লে ; তেওঁ সেই পুথিখনত দেখিলে 'তথ্যৰ পৰিপাটী, প্ৰণালীবদ্ধ উপস্থাপন, সাক্ষ্য প্ৰমাণৰ সতৰ্ক মূল্যায়ন আৰু প্ৰায় ক্ষেত্ৰতেই নিখুঁত অভিমত।' যদিও তেওঁ পুথিখনৰ তাত্ত্বিক দিশত কিছুমান সৰু-বৰ ভুলৰ ইঙ্গিত দিছিল, তেওঁ পুথিখনক চূড়ান্ত মান্যতা দিলে এনেকৈ ঃ "Guha has delivered Assam history from prejudices and blindness of 'objective historians'"[৪৩] প্ৰশ্ন উঠে যদি বস্তুনিষ্ঠ ইতিহাসবিদ সকল পক্ষপাতযুক্ত তেনেহলে কি সূত্ৰত তেওঁলোকে বস্তুনিষ্ঠ হ'ল। যদি ই মাথোন ব্যঙ্গোক্তিহে তেনেহলে ই হৈ পৰিছে অতিকৈ লক্ষ্যহাৰা, বিপথগামী আৰু অবাঞ্ছিত দাম্ভিকতা।

এতিয়া চোৱা যাওক দুয়ো চকুৰ দিব্য জ্যোতিৰে অসম ইতিহাসলৈ গোঁহাইয়ে কি দৃষ্টি নিক্ষেপ কৰিছে। অসম আন্দোলনৰ (১৯৭৯-৮৫) সময়ত গুহ আৰু গোঁহাই দুয়োয়ে বহু আন্দোলন বিৰোধী লিখা লিখিলে। প্ৰথমজনে ইয়াক মাথোন 'জ্ঞানহীন' বুলি কৈয়েই ক্ষান্ত নাথাকিল, তেওঁ ইয়াক 'প্ৰতিক্ৰিয়াশীল' (reaction-ary), 'বিভেদকাৰী' (divisive), 'অগণতান্ত্ৰিক' (undemocratic) আন্দোলন বুলিলে। তেওঁ হেনো সেই উক্তি কৰিলে কিবা বোলে আন্তৰ্জাতিক দৃষ্টিকোণৰ পৰা চাই।[৪৪] এই কথা পাঠক-পাঠিকাৰ মনত থাকিব ১৯৪৮-৫০ কালতো অসমক কমিউনিষ্ট সকলে স্তালিনৰ আন্তৰ্জাতিক চোভিয়েট দৃষ্টিৰে চাইছিল। দ্বিতীয়তে, তেতিয়াৰ পশ্চিম বঙ্গৰ চি.পি.আই.এম.ৰ মুখ্যমন্ত্ৰীৰ উদাহৰণ লৈ ইয়াক বুলিলে 'তথাকথিত বিদেশী'ৰ বিপক্ষে 'চ'ভিনিষ্ট' আৰু 'ফেচিষ্ট' আন্দোলন।[৪৫] গোঁহাইয়ে অসমৰ বাহিৰৰ পৰা আহি অসম আন্দোলনৰ প্ৰতি সহানুভূতি দেখুওৱা লোকৰ প্ৰতিও কুৎসা ৰটনা কৰিলে। তেওঁ লিখিলে ঃ

> "Chauvinism is by nature authoratarian and facist, and an ally of Indian ruling class as a whole. This

is the reason why eminent Indian intellectuals from outside the state have blessed the movement which has been nightmare to thousands of the innocent people. "[৪৬]

অৰ্থহীন, বহু ব্যৱহৃত কমিউনিষ্ট সংজ্ঞাবোৰক ব্যৱহাৰ কৰি ভাগৰি নপৰা গোঁহাইয়ে ইয়াত উত্তেজনা বশতঃ প্ৰধান সত্যটোকে পাহৰি থাকিল যে সেই সময়ত অসমতো আৰু কেন্দ্ৰতো ৰাজকীয় শ্ৰেণীটো আন্দোলনকাৰীসকলৰ মিত্ৰ নাছিল, শত্ৰুহে আছিল। গোঁহাইয়ে কোৱাৰ দৰে যদি অসম আন্দোলন, অসমীয়া চ'ভিজিমৰ সৃষ্টি, তেনেহ'লে ই সফল নহ'ল কিয় ? সত্য কথাটো হ'ল কলকাতা, নতুন দিল্লী আৰু মুম্বাইৰ পৰা ওলোৱা বহু পত্ৰিকাৰে সংলগ্ন সাংবাদিক সকল অসম আন্দোলনৰ পক্ষে নাছিল ; বিপক্ষেহে আছিল। কলকাতাৰ Statesman কাকতখন আছিল সবাতোকৈ হিংসুক আৰু প্ৰতিক্ৰিয়াশীল। দিল্লীৰ Times of India আৰু Mainstream আৰু মুম্বাইৰ Economic and Political Weekly য়ে অসম আন্দোলন বাঙালী বিৰোধী আৰু সাম্প্ৰদায়িক বুলিছিল। গোঁহাইয়ে সেইবোৰক শলাগিছিলো। আন্দোলন বিৰোধী Times of India কাকতৰ সাংবাদিকলৈ তেওঁ ওলগো জনাইছিল। তাতোকৈ হাস্যকৰ কথাটো হ'ল এই যে অসম আন্দোলন বিৰোধী হোৱাৰ কাৰণে গোঁহাই নিজেই শাসক শ্ৰেণীৰ মিত্ৰ হৈ সেই সময়ত ৰাজকীয় সা-সন্মান, অনুগ্ৰহত আসক্ত হৈ পৰিছিল। এজন উদীয়মান তীক্ষ্ণবুদ্ধিৰ সাংবাদিকৰ (এওঁ আততায়ীৰ হাতত মৃত্যু বৰণ কৰিবলগা হৈছিল) লিখাৰ পৰা গোঁহাইয়ে লিখা নিম্নোক্ত কথাখিনিৰ উদ্ধৃতি দিওঁ ঃ

> "দিল্লীৰ বিভিন্ন ৰাষ্ট্ৰীয় সংস্থাৰ কেন্দ্ৰীয় কমিটি আৰু উপসমিতিত মই কেতিয়াবা সদস্য মনোনীত হওঁ। আমোদৰ কথা এয়েই যে গুৱাহাটী তথা অসমত যেতিয়া মোৰ বিৰুদ্ধে হৈ চৈ বেছি হয়, তেতিয়াই এই কমিটিবোৰৰ সভা বহে। মোৰ ধাৰণা যে কেন্দ্ৰীয় চৰকাৰৰ কোনো মহলে গুৱাহাটীত মোৰ বিৰুদ্ধে অভিযানত উচতনি দি দিল্লীলৈ মোক মাতি পঠিয়ায়।"[৪৭]

এনে লিখাই বিভিন্নভাৱে আমাক সচকিত কৰে। সেইবোৰলৈ নগৈ আমাৰ প্ৰসঙ্গতে থাকি কওঁ ঃ অতিমাত্ৰা ৰাজকীয় সন্মানৰ নিচাত এতিয়া অভং কোন হ'ল ?

এই আলোচনাত অসম আন্দোলনৰ বাবে বিশেষ ঠাই নাই। কিন্তু আন্দোলনৰ সময়ত গোঁহাইৰ কিছু ভণ্ড পাণ্ডিত্যিক লেখাত বৰদলৈ বা বৰদলৈৰ দিনৰ কথা কোৱা হৈছে অৱশ্যে সম্পূৰ্ণভাৱে গুহৰ 'প্লেন্টাৰ ৰাজ' আৰু কমিউনিষ্ট শ্লোগানৰ আধাৰত। এইবিলাকৰ কিছুৰ ফোপোলা চৰিত্ৰ উদং কৰিবই লাগিব। ১৯৪৮-৫০ৰ কালত বঙ্গৰ

আৰু অসমৰ পাবত গজা কমিউনিষ্ট সকলে অসমত কি দেশদ্ৰোহিতা আৰু অমানৱীয় আচৰণ দেখুৱাইছিল তাক ঢাকিবলৈ বহু বছৰৰে পৰা কমিউনিষ্ট বুদ্ধিজীৱিসকলে অপপ্ৰচাৰ কৰি আহিছে। ১৯৮৩ চনত 'Roots of Assamese Chauvinism' নামৰ এখন ৰচনাত গোঁহাইয়ে ধৰি লৈছে যে ১৯৪৮-৫০ৰ কালডোখৰত অসমত পশ্চিমবঙ্গৰ কমিউনিষ্ট নেতাসকলে তেওঁলোকৰ অসমীয়া পালিনেতাৰ সৈতে মিলি সঁচাকৈয়ে এটা স্বতঃস্ফুৰ্ত কৃষক আন্দোলনত ভাগ লৈছিল। "soon after independence there was a massive outbreak of peasant unrest under the leadership of the RCPI and CPI."[৪৮] যি সময়ত পশ্চিমবঙ্গত তাৰ মুখ্যমন্ত্ৰী বিধান চন্দ্ৰ ৰায়ে কমিউনিষ্ট পাৰ্টিক বে-আইনী কৰিছিল সেই সময়ত পশ্চিমবঙ্গৰ পৰা আহি বিপ্লবী কমিউনিষ্ট পান্নালাল দাসগুপ্তই অসমত তেওঁৰ শিষ্যসকলক সন্ত্ৰাসবাদ শিকাইছিল। অসম তেতিয়া ভাৰতৰ মূল অংশৰ পৰা শাৰীৰিকভাৱে বিচ্ছিন্ন আছিল। খাদ্য-বস্ত্ৰ-দৰৱ আদি সকলো দৈনন্দিন প্ৰয়োজনীয় বস্তুৰেই অভাৱ। কলকাতাৰ পৰা অসমলৈ বস্তু আনিবলৈ ৰেলগাড়ীৰ ডবা নাই। আনকি ডাক তাঁৰ বিভাগো বন্ধ হৈ থাকে সময়ে সময়ে। সেই সময়তে স্তালিনৰ আদেশত বঙ্গ আৰু অসমৰ কমিউনিষ্টমখাই মাওৰ আৰ্হিৰে অসমৰ কেতবোৰ গাঁৱত চুৰি-ডকাইতি, হত্যা ইতাদিৰে অৰাজকতাৰ সৃষ্টি কৰি সৰু সৰু স্বাধীন অঞ্চল গঢ়িবলৈ ওলাইছিল। গোঁহাইয়ে কোৱাৰ বিপৰীতে এই কমিউনিষ্ট সকলৰ কোনো সামাজিক আঁচনি নাছিল। গোঁহাইৰ এই ৰচনাখন হ'ল এজন লোকৰ ৰচনা যাৰ বিষয়টোৰ ওপৰত জ্ঞান একেবাৰে শূন্য। এই ৰচনাখনে ইফালে ঘোঁচা, সিফালে পলায়ন ভঙ্গীৰে ঢলং পলংকৈ আগবাঢ়ি পালেগৈ ১৯৮৩ চনৰ ফেব্ৰুৱাৰী মাহৰ নেলী কাণ্ড আৰু তেতিয়াহে অলপ জ্ঞান ঘূৰাই পালে। তেতিয়া লিখকে লিখিলে ঃ But that does not mean as the wild and furious executions in Nellie and Silapathar demonstrate beyond doubt that tribals are welcoming immigrants with open arms."[৪৯]

সেইটোৱেই তেনেহলে কথা। ইয়াতকৈ গোঁহাইক আৰু কি প্ৰমাণ লাগিছে জনজাতিৰ অঞ্চলত বিদেশীৰ উপস্থিতি আৰু সেই উপস্থিতিক জনজাতিৰ কাৰণে আদৰৰ নোহোৱাৰ কথা। এই বিদেশীবোৰক কমিউনিষ্ট সকলেই প্ৰত্যক্ষ বা পৰোক্ষভাৱে উচতাই আহিছে অসমৰ মাটি দখল কৰিবলৈ। এই বিষয়ত জঘন্যভাৱে অজ্ঞ গোঁহাইয়ে 'অদৃষ্ট আৰু অসম' নামৰ তেওঁৰ কিতাপখনৰ এখন ৰচনাত জনজাতি অঞ্চলৰ মাটি দখলত গোপীনাথ বৰদলৈৰ নামটো সামৰিছে। তেওঁৰ মতে বৰদলৈয়ে হেনো এফালে জনজাতি বেষ্টনী গঢ়িলে আৰু আনফালে পমুৱা ভগনীয়াকো সেই বেষ্টনীৰ মাটি দলে

দলে দখল কৰিবলৈ বাট এৰি দিলে।[৫০] এইটো দায়িত্বহীন অভিযোগ, তেওঁ যদি বিষয়টোৰ ওপৰত অকণমানো পঢ়া-শুনা কৰিলেহেঁতেন, এনে জধলা মিছা মাত মাতি বৰদলৈক এনেদৰে অপমান কৰিবলৈ নগ'লহেঁতেন। আজিকালি আদা বেপাৰীয়েও জাহাজৰ খবৰ ৰাখিবলৈ বাধ্য।

গোঁহাইৰ Assam : A Burning Question নামৰ পুথিখনত সংযুক্ত 'Problem of Unity in Assam on the eve of independence."[৫১] ৰচনাখন নতুন দিল্লীৰ নেহৰু মেম'ৰিয়েল মিউজিয়াম এণ্ড লাইব্ৰেৰীত পঠিত এখন দিশহাৰা, স্ব-বিৰোধী উক্তিৰে ভৰা ৰচনা। তথ্যৰ পিনৰ পৰাও ই তথৈবচ। কোনোৱে যদি লিখকে কৰা কিবা উক্তিৰ ব্যাখ্যা এই ৰচনাত বিচাৰে তেওঁ হাবাথুৰি খাব বা হঠাতে সন্মুখীন-হ'ব এনে এটা বাক্যৰে ঃ "But it is worth noting there was nothing comparable to Lenin and Stalin's discussions of the national questions among the tallest leaders of the Indian freedom movement."[৫২] এনে বাক্যত কোনো পাঠকে লেনিন, ষ্টালিন সম্পৰ্কত থকা লিখকৰ অগাধ পাণ্ডিত্যৰ প্ৰতি ভক্তিত গদ গদ হৈ পৰিব পাৰে, কিন্তু নিৰীহ পাঠকে বৰদলৈ কালৰ কথা কোৱা লিখকজনৰ পৰা বৰদলৈৰ বিষয়েও কিছু জানিব বিচাৰে। গোপীনাথ বৰদলৈক তেওঁৰ দিনৰ অসমৰ আনবোৰ সংকীৰ্ণ মনৰ, জাত পাতত লাগি থকা মধ্যবিত্ত ৰাজনীতিকৰ লগত একেলগে সাঙুৰি ল'ব নোৱাৰি, বিশেষকৈ জনজাতিৰ প্ৰতি থকা তেওঁৰ চিন্তা আৰু কৰ্মৰাজিলৈ চাই। গোঁহাইয়ে তেতিয়ালৈকে নাজানিছিল যে ৰূপনাথ ব্ৰহ্ম, সুৰেন্দ্ৰ নাথ বুঢ়াগোঁহাই, নিকলছ ৰয়, ভীমবৰ দেউৰী, ধীৰসিং দেউৰী আদিক কংগ্ৰেছলৈ আনিছিল গোপীনাথ বৰদলৈয়েহে। বিষ্ণুৰাম মেধী, হেমচন্দ্ৰ বৰুৱা, মহম্মদ তৈয়বউল্লা আদিৰ সেইবোৰলৈ কোনো চিন্তা বা দূৰদৰ্শিতা নাছিল। এই ৰচনাখনৰ লগত গোঁহাইয়ে এটি ওপৰঞ্চি সংযোগ কৰিছে। ই হৈছে অ-কংগ্ৰেছী প্ৰদেশত কংগ্ৰেছ সদস্যৰ কাৰ্য্যপন্থাক লৈ ১৯৩৮ চনৰ অক্টোবৰ মাহত ৰাজেন্দ্ৰ প্ৰসাদে বল্লভভাই পেটেললৈ লিখা এখন চিঠি।[৫৩] এই ওপৰঞ্চি কি উদ্দেশ্যৰে ইয়াত দিয়া হ'ল লিখকে পাঠকক জনোৱা নাই। যদি ইয়াৰ লগত অসমৰ সম্পৰ্ক নাই, তেনেহলে ই অনাৱশ্যকীয় ; যদি আছে তেন্তে লিখকে পাঠকক জনোৱা উচিত আছিল। হয়তো তেওঁৰ উদ্দেশ্য আছিল ক্ষমতাৰ আপদ (perils of power)ৰ ওপৰত কিছু পোহৰ চটিওৱা আৰু হয়তো বৰদলৈ ক্ষমতাপ্ৰিয় আছিল বোলা অভিযোগটোৰ সত্যতা প্ৰমাণ কৰা। কিন্তু ই হৈ পৰিছে বিষয়বস্তুৰ প্ৰকৃত পৃষ্ঠভূমি নজনাকৈ অ'ৰ ত'ৰ পৰা ইটো সিটো কথা আজুৰি আনি কিবা এটা সজাই তুলিবলৈ প্ৰয়াস কৰা অনভিজ্ঞ পণ্ডিতৰ নৌকাডুবি। প্ৰসাদ আছিল তিনিজনীয়া কংগ্ৰেছ

সংসদীয় উপসমিতিৰ এজন সদস্য ; আন দুজন আছিল পেটেল আৰু আজাদ। পেটেল আছিল সমিতিখনৰ সভাপতি আৰু ৰাজেন্দ্ৰ প্ৰসাদৰ ওপৰত সাধাৰণতে অসমৰ ভাৰ পৰিছিল। প্ৰসাদে ইয়াত হয়তো অসমৰ বৰদলৈয়ে আৰু মেধীয়ে পাতিব খোজা সংযুক্ত মন্ত্ৰীসভাৰ কথাকে কৈছে। কিন্তু প্ৰশ্নটো হ'ল অসমৰ এই নেতাদুজনে সেই সময়ত মাথোন ক্ষমতাৰ কাৰণেই ক্ষমতা বিচাৰিছিলনে, নে ই অসম ৰক্ষাৰ উপায় আছিল। প্ৰসাদ, পেটেল, বোস আৰু গান্ধীজীয়ে বৰদলৈৰ বিচাৰত পূৰ্ণ সমৰ্থন দিছিল আৰু শুদ্ধভাৱেই। আনকি ১৯৩৯ চনৰ নবেম্বৰ মাহতো বোস আৰু গান্ধীজীয়ে বৰদলৈয়ে মন্ত্ৰীসভা এৰি দিয়াৰ পক্ষে নাছিল। গোঁহাইয়ে ইয়াত নিজৰ কোনো মস্তিষ্ক নখটুওৱাকৈ মাথোন গুহৰ খেলাখনকেই খেলিব খুজি বৰদলৈক ক্ষমতালোভী কৰিব বিচাৰিছে। নিজ প্ৰদেশৰ কাৰণে কাম কৰিবলৈ - আচলতে নিজ প্ৰদেশখনৰ ৰক্ষণৰ প্ৰতি সজাগ হোৱাটোকৃ ক্ষমতালোভী বুলিব পাৰি জানো ? তাৰোপৰি গোঁহাইয়ে জানিব লাগিছিল যে বহু জাতিৰে গঢ়া ভাৰতবৰ্ষৰ কোনো এখন প্ৰদেশৰ জৰুৰী অৱস্থাই কেন্দ্ৰ পৰিচালিত নীতি বা ব্যৱস্থাৰ কিছু সাল-সলনি বিচাৰিব পাৰে কাৰণ সেই সাল-সলনি বিনে প্ৰদেশখন গভীৰ বিপদত পৰিব পাৰে। সদায় নিজা অঞ্চল বিহাৰৰ মঙ্গল চকুৰ আগত ৰখা ৰাজেন্দ্ৰ প্ৰসাদে বিহাৰলৈ শঙ্কা চপোৱা কোনো এটা কেন্দ্ৰীয় আঁচনিক গ্ৰহণ কৰিলেহেঁতেননে ? দেখা গ'ল যে একো নাজানি নুবুজি বৰদলৈক খুচিবলৈ এই ওপৰঞ্চি সংযোগ কৰি গোঁহাইয়ে নিজৰ অজ্ঞতাহে জাহিৰ কৰিলে। বিষয়টো আৰু অলপ দকৈ চোৱা হ'লে গোঁহাইয়ে জানিলে হয় যে ৰাজেন্দ্ৰ প্ৰসাদে নিজেই এই বৰদলৈৰ প্ৰস্তাৱত হয়ভৰ দিছিল।

গোঁহাইয়ে 'Reflection on Holocaust' নামৰ এই পুথিৰ অন্তৰ্গত আন এখন ৰচনাত অত্যন্ত অবাস্তৱ উক্তি এটি কৰিছে এই বুলি ঃ 'Indeed in 1949-50 there had been massive riots against immigrant Muslim peasants in the countryside because the Assamese peasants had not really reconciled themselves of having them as neighbours.'[৫৪] ১৯৪৯-৫০ৰ সাম্প্ৰদায়িক উত্তেজনাৰ গুৰু প্ৰসঙ্গটোৰ ওপৰত থলুৱা অসমীয়াৰ গাত এনেকৈ দোষ দি গম্ভীৰ (চিৰিয়াচ) ৰচনা আৰম্ভ কৰিব নোৱাৰি - যেন অসমীয়াবোৰ বিশেষভাৱে সাম্প্ৰদায়িক। ভাৰতত যদি কোনো জাতিয়ে সৌসিদিনালৈকে সাম্প্ৰদায়িক সংঘৰ্ষত আস্থা ৰখা নাছিল সেইটোৱেই হ'ল অসমীয়া জাতি। তাৰোপৰি লিখকে দুটা প্ৰধান কথা এৰি তেওঁৰ পাণ্ডিত্যিক অভিমত দিবলৈ ওলাল। প্ৰথমতে, তেওঁ যি 'ৰাইয়ট' বা উচ্ছৃংখলতাৰ কথা কৈছে সেই উচ্ছৃংখলতা অসমতহে মাথোন উৎপন্ন হোৱা বস্তু নাছিল ; সি আছিল সেই সময়ৰ সৰ্বভাৰতীয়

পৰিঘটনাৰ এটি বিস্তৃতি। নেহৰুৰ সেই সময়ৰ পাকিস্তান নীতি তাৰ এটা প্ৰধান কাৰণ। এইবোৰ কথা এই পুথিৰ যথাস্থানত আছে। তাৰোপৰি অসমত হিন্দু-মুছলমানৰ মাজত হোৱা সংঘৰ্ষত শৰণাৰ্থীকে ধৰি বহু হিন্দু বাঙালী জড়িত আছিল। অসমত হোৱা ঘটনাত কমিউনিষ্ট বাঁওহঠকাৰিতা, বাঙালী-হিন্দু শৰণাৰ্থী লবী, আৰু কলকাতা প্ৰেছো কম দোষী নাছিল। এই পুথিৰ সংলগ্ন অংশত দেখুওৱা হৈছে সেই সময়ত গোপীনাথ বৰদলৈয়ে কি মহান মানবীয়তাৰে সেই উচ্ছৃংখলতা চম্ভালিছিল। তেনে পৰ্য্যায়ৰ মহানতা ভাৰতবৰ্ষৰ আন ক'তো পাবলৈ নাছিল। গোহাঁইৰ ৰচনাখন মাথোন ভুৱা পণ্ডিতালিৰ এটি আপচু নিদৰ্শন।

বৃটিছ যুগৰে পৰা ব্ৰহ্মপুত্ৰ উপত্যকাত বাঙালী হিন্দু ছেটলাৰ্ছ সকলৰ কৰ্মকাণ্ডৰ বিষয়ে একোকে নজনাকৈ গোঁহাইয়ে আন এটা বাতুল আৰু হাস্যকৰ উক্তি কৰিছে এনেকৈ ঃ

> "Many of the Bengali Settlers have been residents since the British times and in districts like Goalpara and Cachar they can claim continuity of residence for more than two centuries. Have the Assamese elite ever sought their co-operation for ensuring peaceful assimilation ?"[৩৫]

কলকাতা, দিল্লী মুম্বাই আদিৰ এলিটৰ চকুত অসমৰ একমাত্ৰ মহান, উদাৰ ব্যক্তি হৈ ওলোৱাৰ ভণ্ডামিৰ বাহিৰে এই উক্তিত আন একো নাই। চাপৰি মাৰিবলৈ যে দুখন হাতৰ প্ৰয়োজন আনকি এই সামান্যতম জ্ঞানো ভণ্ডামিৰ ভৰত ডুব গ'ল। গোপীনাথ বৰদলৈয়ে অৰুণ কুমাৰ চন্দ, বসন্ত কুমাৰ দাস, বৈদ্যনাথ মুখাৰ্জী আদিৰ লগত তাচপাত খেলি সময় কটাইছিল নেকি ? তাৰোপৰি আজিৰ বিশ্বৰ জনা বুজা আৰু গণতান্ত্ৰিক মনৰ লোকে 'assimilation'ৰ কথা নকয়, কয় সমন্বয়ৰ কথা। ইন্টিগ্ৰেছনৰ কথা। আকৌ 'assimilation' নালাগে সমন্বয়ৰ কথাটোও ইমান সহজ সৰল আৰু একপক্ষীয় নেকি ? ব্ৰহ্মপুত্ৰ উপত্যকাৰ এই বাঙালী হিন্দু ছেটলাৰ্ছ সকলৰ মুৰব্বী সকল আনকি ভাৰতীয় স্বাধীনতা সংগ্ৰামৰো বিপক্ষে আছিল। এই পুথিৰ যথাস্থানত আমি কৈ থৈছো ১৯২১ চনত নবীন চন্দ্ৰ বৰদলৈ আৰু তৰুণৰাম ফুকন আদিয়ে গুৱাহাটীৰ আৰ্য্য নাট্য সমাজৰ হলটো কংগ্ৰেছ আন্দোলনত যোগ দি বৰ্খাস্ত হোৱা ছাত্ৰসকলৰ কাৰণে ব্যৱহাৰ কৰিব খোজোঁতে তাৰ বিপক্ষে কেনেকৈ বাবু সুৰেশ চন্দ্ৰ দাসগুপ্ত, বাবু মহেন্দ্ৰ লাহিড়ি, ৰায় বাহাদুৰ বাবু কালিচৰণ সেন আৰু উমাচৰণ সেন আদিয়ে বৃটিছ প্ৰভুৰ ওচৰ চাপিছিলগৈ। চাৰি দশক জুৰি আমাৰ এই কমিউনিষ্ট গোটটোৱে ১৯৪৮-

৫০ কালৰ নিজা দেশদ্ৰোহিতা ঢাকি ৰাখিবৰ কাৰণে নালীয়াপুল হত্যা কাণ্ডক বৰদলৈ চৰকাৰৰ দমন-নিৰ্য্যাতনৰ ফল বুলি দেখুৱাবলৈ তৃতীয় শ্ৰেণীৰ শ্লোগানধৰ্মী প্ৰচাৰ এটাত লাগি আছে যদিও এই কথাত নামমাত্ৰও সন্দেহৰ অৱকাশ নাই যে সেই হত্যাকাণ্ড সৃষ্টি কৰিছিল সেই কলনিৰ হিন্দু বাঙালী কমিউনিষ্ট নিবাসী সকলেহে। এই কথা পুনৰ আমি এই পুথিৰ যথাস্থানত তথ্য পাতিৰে দেখুৱাইছোঁ। এই ঘটনাৰ লগত জ্যোতিপ্ৰসাদ আগৰৱালাৰ বিবৃতি এটা কমিউনিষ্ট সকলে কিদৰে অসৎভাৱে ব্যৱহাৰ কৰি আহিছে তাকো কোৱা হৈছে। কিন্তু অসমৰ কমিউনিষ্ট পন্থীসকলৰ ভণ্ডামিৰ শেষ নাই এই বিষয়ত। শেহতীয়াকৈ হীৰেন গোঁহাইয়ে তেওঁৰ এখন পুথিত যি কথা লিখিছে সি অতিকৈ হাস্যকৰ। জ্যোতিপ্ৰসাদক কমিউনিষ্ট বুলি স্থাপন কৰাৰ আগৰ সকলো চেষ্টা যেতিয়া বিফল হ'ল, তেওঁ এতিয়া তেওঁৰ 'ভাবীকালৰ খনিকৰ'[৫৬] পুথিখনত বুজাব খুজিছে জ্যোতিপ্ৰসাদ আচলতে কমিউনিষ্ট আছিল আৰু সেই বিচাৰেৰেই তেওঁ নালীয়াপুল বিবৃতিটো লিখিছিল, কিন্তু তেওঁ কমিউনিষ্ট পন্থী হৈ ওলালে তেওঁৰ বিবৃতিটো "প্ৰকাশিত হোৱাৰ আশা আছিল ক্ষীণ" কাৰণেহে হেনো তেওঁ তাত "সাম্যবাদৰ অনুৰাগী এজন" হৈ নোলাল।[৫৭] গান্ধীবাদী সত্যাশ্ৰয়ী জ্যোতিপ্ৰসাদক যে ইয়াত ভয়াতুৰ আৰু অসৎ হিচাপে দেখুওৱা হ'ল সেই বিষয়ে লিখকে খেয়ালকে নকৰিলে।

জ্যোতি প্ৰসাদৰ 'নালীয়াপুলৰ বিপদ সংকেত' ৰচনাখন অসমৰ কমিউনিষ্ট সকলৰ কাৰণে কি দৰে ৰক্ষা কবচ হৈ পৰিল সেই ঘটনাকো আকৌ এবাৰ কোৱা যাওক। ১৯৫০ চনৰ পৰা ১৯৮১ চনলৈ অসমৰ কমিউনিষ্ট সকলে তেওঁলোকৰ পূৰ্ব্বৰ অমানৱীয় দুষ্কৃতিৰ কাৰণে সমাজত মুখ উলিয়াব নোৱৰা হৈ আছিল। ১৯৮১ চনৰ মে' মাহত তেতিয়াৰ অসম প্ৰকাশন পৰিষদৰ সচিব চন্দ্ৰ প্ৰসাদ শইকীয়াই জ্যোতিপ্ৰসাদৰ সম্পূৰ্ণ ৰচনাৱলী ছপাই উলিয়াবৰ বাবে দিহা কৰোঁতে ১৯৪৯ চনৰ ৩০ জুলাই তাৰিখে লিখা জ্যোতিপ্ৰসাদৰ উপৰি উক্ত লিখাটো আগৰৱালা পৰিয়ালৰ যোগেদি পালে।[৫৮] এই ৰচনাৰ আবিৰ্ভাৱত আমাৰ সাম্যবাদী সকলৰ ভাগ্য উদয় হ'ল। কোনো কোনোৱে তৰ্জন-গৰ্জন কৰিবলৈ ল'লে। শইকীয়াই লিখাটোৰ দুটা লিপি পালে। এটা জ্যোতিপ্ৰসাদৰ নিজ হাতে লিখা আৰু আনটো অঁকাই পকাই হেমাঙ্গ বিশ্বাসৰ পৰা অহা। পাছৰটোৱে অংশবিশেষে মূলৰ পৰা ফাটি গৈ অন্যৰূপ লৈছিল।

হীৰেন গোঁহাই পৰ্ব এবাৰ আগতে আৰু এটা কথা কৈ থওঁ। তেওঁ আমাৰ 'মোহিনী কলাৰ ছবি' পুথিখনত অসমত চাহ বাগানৰ বগা চাহাববোৰে সৰ্বত্ৰতে বৰ পীৰা পাৰি বহি প্ৰাধান্য লভাৰ বিতং কাহিনী পঢ়ি ধৰি ল'লে আমি সেইবোৰ জ্ঞান গুহৰ পৰাহে পালো, কিন্তু তেওঁক সেইবাবে স্বীকৃতি নিদিলো। আৰু যদিহে আমি

আন সূত্ৰৰ পৰাহে সেই জ্ঞান আহৰণ কৰিছিলো তাৰ লেখ দিব লাগে। এই কথা পঢ়ি আমাৰ এটা প্ৰশ্নৰো পোনপটীয়া উত্তৰ দিবলৈ অক্ষম হৈ ৰোৱা গুহৰ গা উঠিল আৰু তেওঁ আমালৈ ফৰ্মুতি মাৰিলে এইবুলি যে আমি আমাৰ উৎস দাখিল কৰিব লাগে। আমি কোনটো কথা গুহৰ পৰা ল'লো সেইটো প্ৰথমে দেখুৱাই নিদিয়াকৈ এনে বজৰুৱা ফেপেৰি শিক্ষিত পণ্ডিতে নামাৰে। দুয়োজনে আমাৰ এই পুথিত যথাবিহিত উৎস পাব। কিন্তু এই দুজনৰ আচহুৱা যুক্তিটো এই ঃ ৰাজেন শইকীয়াই গুহৰ 'প্লেন্টাৰ ৰাজ' সংজ্ঞাটো নামানে। শইকীয়াই নিৰোদ বৰুৱাৰ কোনো কোনো কথা সমৰ্থন কৰিছে। গতিকে বৰুৱাইও 'প্লেন্টাৰ ৰাজ' জিনিচটোক নাজানে। গুহ আৰু গোঁহাইয়ে ধৰি লৈছে যে গুহইহে বাগানৰ চাহাবসকলৰ মইমতালিৰ কথা প্ৰথমে জানিছিল আৰু সেই বিষয়ে প্ৰথমে বখানিছিল। গুহতকৈ আঠত্ৰিশ বছৰ পূৰ্বে গোপীনাথ বৰদলৈয়ে 'প্লেন্টাৰ ৰাজ' সংজ্ঞাটো ব্যৱহাৰ কৰিছিল। (আমাৰ এই পুথিত দেখুওৱা হৈছে) আৰু তাৰো পাছত চল্লিছৰ দশকত দেৱকান্ত বৰুৱায়ো ইয়াক ব্যৱহাৰ কৰিছিল তেওঁৰ কেইটিমান সম্পাদকীয়ত। এতিয়া এই পণ্ডিত দুজনে লাজ পাবনে ?

আমাৰ তথাকথিত মাৰ্ক্সিষ্ট বুদ্ধিজীৱি গোটটো প্ৰায় একেটি সাঁচতে গঢ়া। এওঁলোকৰ বহুতেই গুহ আৰু গোঁহাইক গুৰু বুলি লয়। দুয়োজন - বিশেষকৈ গুহ - বেছ কিছু সমধৰ্মী কনিষ্ঠ পণ্ডিতৰ গৱেষণাৰ পৰীক্ষক বা অধীক্ষকো হয়তো। গুহই এঠাইত সাত গৰাকী পণ্ডিতৰ নাম দিছে, যিসকলে হেনো তেওঁৰ দৰে মাৰ্ক্সিষ্ট পদ্ধতি গ্ৰহণ কৰিছে।[৫৯] এওঁলোকৰ প্ৰথম চাৰি গৰাকীয়ে এনে আচৰণ দেখুৱাইছে যেন এই আদৰ্শৰে অসমৰ ইতিহাসৰ গৱেষণা কৰাজনৰ প্ৰথম কৰ্ত্তব্য হৈছে গোপীনাথ বৰদলৈক যি কোনো কাৰণেই নহওঁক লাগিলে, হেয় প্ৰতিপন্ন কৰা। গুহৰ তালিকাৰ প্ৰথমজন হ'ল প্ৰফুল্ল মহন্ত। এওঁৰ ডক্টৰেটৰ কাৰণে লিখা থীচিচ্‌খনৰ পৰিদৰ্শক আছিল গোঁহাই। যিহেতু এওঁ 'প্লেন্টাৰ ৰাজ'ত গুহই দিয়া তথ্য আৰু মন্তব্যবোৰকেই উচ্চতম উৎস বুলি লৈছে, সেই গতিকে মহন্তৰ পুথিয়ে গুহৰ সকলোবোৰ অশুদ্ধতা বহন কৰিছে। গোপীনাথ বৰদলৈ ১৯৩০ চনত হেনো কংগ্ৰেছৰ পৰা ওলাই গৈছিল ; ১৯৩১ চনৰ পিয়লত মুলানৰ উদ্দেশ্য আছিল খিলঞ্জীয়া আৰু বহিৰাগতৰ মাজত সাম্প্ৰদায়িক সংঘৰ্ষ সৃষ্টি কৰা ; গ্ৰুপিং বিৰোধী আন্দোলন সফল হৈছিল কমিউনিষ্ট সকলে তাত যোগ দিয়াৰ কাৰণেহে আদি গুহৰ পৰা অহা এই কথাবোৰে তেওঁক মাৰ্ক্সবাদী কৰিলে।[৬০] কিন্তু গৱেষণা পুথি হোৱাৰ কাৰণে তাত নতুন কথা থাকিব লাগিব, গতিকে তেওঁ সৃষ্টি কৰিলে নিম্নোক্ত সত্যকেইটা ঃ কুলধৰ চলিহা, যাদৱ প্ৰসাদ চলিহাৰ দৰে গোপীনাথ বৰদলৈও ধনৱান ব্যক্তি আছিল আৰু তেওঁৰ ৰাজনীতি আছিল ধনীক শ্ৰেণীৰ স্বাৰ্থৰ বাবে ; অসমীয়া মধ্যবিত্ত শ্ৰেণীৰ লোকসকলে ৰাজনীতিত নামিছিল মাথোন ক্ষমতাৰ

হেঁপাহত। যিহেতু বিষ্ণু প্ৰসাদ ৰাভা এজন প্ৰসিদ্ধ সাংস্কৃতিক ব্যক্তি আছিল, গতিকে তেওঁৰ দেশসেৱাৰ কথা নাটকীয় ভংগীত পৰিবেশন কৰিব লাগিব। সেইকাৰণেই মহন্তই ৰাভাৰ দেউতাকক OBE সন্মানপ্ৰাপ্ত ব্যক্তি বুলিছে।[৬১] তেওঁ আমাক মিচিং গাভৰুৱে জ্যোতি প্ৰসাদৰ গীত গাই গাই মাটি দখল কৰা আৰু কোনো নাৰীয়ে বিষ্ণুৰাভাৰ বন্দুকটো ফুল দি পূজা কৰাৰ কথাও কৈছে।[৬২]

গুহৰ তালিকাৰ দ্বিতীয়জন ব্যক্তি ৰমেশ চন্দ্ৰ কলিতাই একেৰাহে কেইবাটাও হাস্যকৰ আৰু ত্যক্তদায়ক উক্তি আগবঢ়াইছে। স্বাধীনতা সংগ্ৰামত অসমৰ বুদ্ধিজীৱি সকলৰ বিষয়ে লিখা এখন ৰচনাত এওঁ কৈছে গোপীনাথ বৰদলৈয়ে ১৯২৯ চনৰ লাহোৰ কংগ্ৰেছৰ পূৰ্ণ স্বাধীনতাৰ দাবীত আপত্তি দৰ্শাই ভাৰতীয় জাতীয় কংগ্ৰেছৰ পৰা ওলাই গৈছিল।[৬৩] ইয়াতকৈ পামৰ আৰু হাস্যকৰ উক্তি থাকিব পাৰেনে ? বৰদলৈয়ে গুৱাহাটী জিলা কংগ্ৰেছৰ সভাপতি পদ সেই সময়ত ত্যাগ কৰিছিল পূৰ্ণ স্বৰাজৰ প্ৰস্তাৱ নাকচ কৰি নহয়, কংগ্ৰেছৰ কাউন্সিল বহিস্কাৰ নীতিতহে ক্ষুব্ধ হৈ। বৰদলৈ ভাৰতীয় জাতীয় কংগ্ৰেছৰ পৰা ওলাই যোৱা নাছিল। এই প্ৰচাৰৰ ভিত্তি নাই। কলিতাই পুব পাকিস্তানৰ পৰা অহা দুই লাখ পঞ্চাশ হাজাৰ শৰণাৰ্থীক গ্ৰহণ কৰাৰ কাৰণেও বৰদলৈক সমালোচনা কৰিছে[৬৪] আৰু বৰদলৈক দুষিবলৈ গৈ তেওঁ মহাদেৱ শৰ্মাৰ গাত ভেজা লৈছে পিছে , মহাদেৱ শৰ্মাক ভালকৈ পঢ়াহেঁতেন তেওঁ বুজিলে হয় যে শৰ্মাই বৰদলৈক দোষা নাই, তেওঁৰ মহানুভৱতালৈ শ্ৰদ্ধাহে আগবঢ়াইছে।[৬৫] তথ্য বিকৃত কৰাটোৱেই অসমৰ মাৰ্ক্সিষ্ট সকলৰ প্ৰধান বৌদ্ধিক প্ৰবৃত্তি। তাৰ নাম তেওঁলোকে থৈছে 'ইন্টাৰপ্ৰিটেশ্যন'। গোপীনাথ বৰদলৈয়ে ডিগবৈ ধৰ্মঘটৰ সম্পৰ্কত বনুৱাৰ বিপক্ষে যোৱা আৰু গ্ৰুপিং আন্দোলনত কমিউনিষ্টে আগভাগ লোৱা নেওঁতাখন ইয়াতো আওৰোৱা হৈছে।[৬৬] অসমৰ ৰাজহুৱা খৰছত অসম চৰকাৰে ছপা কৰা কলিতাৰ এখন কিতাপত অসম আৰু অসমীয়াৰ প্ৰতি সৎভাৱ পোষণ কৰা আৰু একালত বৰদলৈ মন্ত্ৰীসভাত কংগ্ৰেছৰ মন্ত্ৰী হোৱা ৰেভাৰেণ্ড নিকলছ ৰয়ৰ প্ৰতি অতি অবান্তৰ অশুভ মন্তব্য এটা ইমান জঘন্য মানসিকতাৰে প্ৰকাশ কৰিছে যে আমি এইটো ভাবি উলিয়াব নোৱাৰিলো কি যুক্তিত বা তাড়নাত অসম চৰকাৰে দাঁতিকাষৰীয়া ৰাজ্য এখনৰ সন্মানীয় ব্যক্তি এজনক এনেধৰণেৰে অপমান কৰিবলৈ গ'ল?[৬৭] এনে অবাঞ্ছনীয় কুৎসা ৰটনাৰ দৃষ্টান্ত অসম চৰকাৰত আগতে নাছিল।

গুহ তালিকাৰ তৃতীয়জন মাৰ্ক্সিষ্ট লিখক ও গৱেষক হ'ল ধ্ৰুৱজ্যোতি বৰা। এওঁ কৰ্ত্তব্যনিষ্ঠাৰে গোটটোৰ বৰদলৈ বিদ্বেষ আগবঢ়াই নিছে। অসমীয়াক বৈজ্ঞানিক ইতিহাস পদ্ধতি কি তাক বুজাবলৈ এওঁ এখন পুথি লিখিলে আৰু তাত অসমৰ ভৈয়ামৰ জনজাতিৰ সমস্যা সম্পৰ্কে ৪৬ পৃষ্ঠা জোৱা এখন ৰচনা লিখিলে, য'ত বেল্ট

আৰু ব্লকৰ আগমনৰ কথা কোৱা হৈছে[৬৮] যদিও সেই ব্যৱস্থা যে গোপীনাথ বৰদলৈৰ সৃষ্টি সেই কথা নক'লে। আনকি তাত গোপীনাথ বৰদলৈৰ নামটোৱেই নাই। বৰদলৈ বেল্ট ব্লকতেই যে নৰৈ ব্ৰহ্মপুত্ৰ উপত্যকাৰ জনজাতীয়-অজনজাতীয় খিলঞ্জীয়া সকলৰ সমপৰ্য্যায়ৰ সমূহীয়া সামাজিক অৰ্থনৈতিক, শৈক্ষিক, উদ্যোগিক, ৰাজনৈতিক উন্নতিৰ কাৰণে বিকেন্দ্ৰীক প্ৰশাসনৰ আঁচনি তৈয়াৰ কৰিছিল সেইবিলাক কথাৰ কোনো সূং সূত্ৰই নাই। অন্য এটা প্ৰবন্ধত এওঁ বৰদলৈক দুষিলে এই বুলি যে তেওঁ হেনো আগৰ বহল অসমৰ পাহাৰীয়া জিলাবোৰত হিন্দুধৰ্ম প্ৰচাৰৰ কাৰণে গড়মূৰ সত্ৰৰ সত্ৰাধিকাৰক অনুমতি নিদিলে। বিচিত্ৰ এই মাৰ্ক্সিষ্ট পণ্ডিত সকলৰ বৰদলৈ বিচাৰ।[৬৯]

গুহ তালিকাৰ সপ্তমজন লিখক হ'ল লক্ষ্মীনাথ তামুলী। স্বাধীনতা কালৰ অসমৰ বিষয়ে কোনো মৌলিক নথি পত্ৰ নাচাই নপঢ়ি এই তামুলীয়ে মাথোন গুহ আৰু তৈয়বউল্লাকেই তেওঁৰ প্ৰধান উৎস কৰি সেই বিষয়ে এখন পুথি লিখিলে আৰু তাক আগবঢ়ালে এনে প্ৰচাৰেৰে ঃ "১৮২৬ চনৰ পৰা ১৯৪৭ চনলৈকে অসমৰ আৰ্থ-সামাজিক আৰু ৰাজনৈতিক ইতিহাসৰ বিকাশ আৰু বিবৰ্তনৰ ই এক নিৰ্মম অথচ তথ্য-প্ৰমাণ নিৰ্ভৰ বিশ্লেষণাত্মক অনুসন্ধান।"[৭০] লিখকৰ উদ্দেশ্য আছিল 'উপন্যাসোপম ৰচনাশৈলীৰে ইতিহাস ৰচনা' কৰাত অসমত প্ৰথমজন ইতিহাসবিদ হোৱাৰ। সেই কাৰণেই হবলা পুথিখন অদ্ভুত তথ্যৰে পৰিপূৰ্ণ। তেওঁ অনুসন্ধান কৰি পালে যে যোৰহাট জেইলত গোপীনাথ বৰদলৈয়ে আজাদ হিন্দ ফৌজৰ সহযোগিতাত স্বাধীন অসমৰ সপোন দেখিছিল আৰু গোপনে কলকাতাৰ পৰা বোমা-বাৰুদ যোগাৰ কৰাৰ প্ৰচেষ্টা চলাইছিল।[৭১] তামুলীয়ে গুহৰ পৰা অন্ততঃ এটা কিটিপ শিকিলে ঃ যদি বৰদলৈক নিন্দা কৰিবলৈ তথ্যৰ নাটনি ঘটে তেন্তে তৈয়বউল্লাৰ ওচৰ চপা। অন্য ঠাইত তেওঁ কৈছে যে গোপীনাথ বৰদলৈ ভাৰতৰ স্বাধীনতা সংগ্ৰামৰ সময়ত অসমত হোৱা কোনো আন্দোলনতেই কেতিয়াও নেতা (leader) হৈ ওলোৱা নাছিল, মাথোন পদানুসৰণকাৰী ব্যক্তি (follower) হৈহে ওলাইছিল আৰু ১৯২১ চনৰ পৰা ১৯৩৬ চনলৈ তেওঁ সেই সংগ্ৰামৰ অনিচ্ছুক অংশগ্ৰাহীহে আছিল। সেই সংগ্ৰামত বৰদলৈৰ স্থান বিষ্ণুৰাম মেধী আৰু আনকি ৰাণী গাইডালুতকৈও নিম্ন স্তৰৰ আছিল বুলি তেওঁ বুজাব খুজিছে।[৭২]

বৰদলৈৰ জাতি-গঠন সম্পৰ্কে বিস্তৰ চিন্তা-কৰ্মক লুকুৱাই ৰাখি বা তাত অপযশ সানিবলৈ গুহই তৈয়বউল্লাৰ 'কাৰাগাৰৰ চিঠি' অসমৰ আধুনিক ইতিহাস চৰ্চ্চাৰ কাৰণে হাত পুথি কৰি তুলিলে আৰু ছেটেলাৰ্ছ এছোছিয়েশ্যনৰ সকলোবোৰ অপকৰ্মৰ কলঙ্ক ঢাকিবলৈ তেওঁ বৃটিছৰ 'divide and rule' নীতিক নতুন অৰ্থত বহুৱালে। অসমৰ গুহ গোষ্ঠীৰ আন দুজন লিখক ক্ৰমে প্ৰসেনজিৎ চৌধুৰী (গুহ তালিকাৰ

পঞ্চমজন ব্যক্তি) আৰু শিবনাথ বৰ্মনে বৃটিছ ৰাজত্বৰ আদি কাল ডোখৰত বাংলা ভাষা কেনেকৈ অসমৰ স্কুল-কাছাৰীৰ ভাষা হ'বলৈ পালে সেই পুৰণি বিবাদীয় বিষয়টো শুদ্ধভাৱে বিচাৰ কৰি তাৰ গুৰি কাৰণ উলিয়াব পাৰিলে বুলি দাবী কৰিছে আৰু তেওঁলোকৰ বক্তব্য দাঙি ধৰা পুথিখনক দাম্ভিকতাৰে অৰ্পণ কৰিছে 'সত্যক আৱেগৰ ওপৰত স্থান দিব খোজা অসমপ্ৰেমী সকলৰ হাতত।'[৭৩] প্ৰকৃততে এই লিখকদ্বয়ে কোনো নতুন কথা আবিষ্কাৰ কৰি আমাক - সাধাৰণ পঢ়ুৱৈক - নতুন জ্ঞান দিয়া নাই। এনে মনে হয় যে তেওঁলোকৰ উদ্দেশ্য মাথোন এটাই ঃ ইমানদিনে সাধাৰণ লোকৰ চকুত অভিযুক্ত হৈ থকা ব্ৰহ্মপুত্ৰ উপত্যকাৰ হিন্দু বাঙালী চৰকাৰী বিষয়া সকলক তেওঁলোকে পাই অহা বদনামৰ পৰা মুক্ত কৰা। কিন্তু সত্যৰ আধাৰত এই কামটো তাহানিতেই ফ্ৰান্সিচ জেনকিন্স চাহাবে কৰি গৈছে আৰু ঐতিহাসিক হেৰম্ব কান্ত বৰপুজাৰীয়ে সেই কথা সুন্দৰকৈ প্ৰচাৰ কৰি গৈছে।[৭৪] গতিকে পূৰ্ব্বৰ 'ষড়যন্ত্ৰ তত্ত্ব'ৰ ওপৰত একে কথাকে দুনাই কোৱাৰ কোনো প্ৰয়োজন নাছিল। তাৰোপৰি, এই ষড়যন্ত্ৰৰ কথা প্ৰচাৰ কৰা লক্ষ্মীনাথ বেজবৰুৱা, পদ্মনাথ গোহাঞি বৰুৱা আদিক বাঙালী বিদ্বেষী বুলি কোনে ক'ব ? তথাপিও হিন্দু বাঙালী কৰ্মচাৰী-বিষয়াৰ অসমীয়া ভাষাৰ প্ৰতি কোনো বিদ্বেষভাৱ বা ষড়যন্ত্ৰ নাছিল বুলি ক'বলৈ কোনেও প্ৰমাণ কৰিব পৰা নাই আৰু নোৱাৰিব যেতিয়ালৈকে প্ৰখ্যাত বাঙালী শিক্ষক আৰু সময়ে সময়ে চৰকাৰৰ পৰামৰ্শদাতা আৰু উপদেষ্টা চন্দ্ৰমোহন গোস্বামীয়ে ১৮৭৩ চনত অসম চৰকাৰলৈ পঠিওৱা ইংৰাজী ভাষাত লিখা ৰিপ'ৰ্ট এটাত এইখিনি কথা বৰ্তি থাকিব ঃ

> "Sankar Dev, Madhab Dev ... and others ..., the ear liest writers in Assamese language must have been Bengalees and therefore, they must have written in the language of their country, their books by frequent translations have been modified to the peculiarities of Assamese dialects."[৭৫]

বৰ্মন আৰু চৌধুৰীয়ে এইখিনি কথা অসমীয়ালৈ অনুবাদ কৰি তেওঁলোকৰ পুথিত উদ্ধৃতি কৰিছে, কিন্তু তাৰ ওপৰত মন্তব্য দিছে এনেকৈ ঃ

> "দেখ দেখকৈ এনে অসমীয়া বিৰোধী কথা লিখা এই শিক্ষকগৰাকী প্ৰকৃততে অসমীয়া বিদ্বেষীতো নাছিলেই বৰং অসমীয়া ছাত্ৰৰ হিত চিন্তা কৰোঁতা লোক বুলি বেছি প্ৰখ্যাত আছিল।"[৭৬]

পিছে, আমি প্ৰশ্ন কৰো, দেখ দেখকৈ অসমীয়া ভাষা বিৰোধী এজনে কিছু অসমীয়া মানুহক ভাল পালে বা কিছু বিখ্যাত অসমীয়া লোক তেওঁৰ প্ৰিয় ছাত্ৰ হ'লেও যে তেওঁ

অসমীয়া ভাষা বিদ্বেষী হৈ ৰ'ব এই সত্যটো এই পণ্ডিত দুজনে ফালৰি কাটি গৈছে আৰু আনন্দৰাম বৰুৱা, লক্ষ্মীনাথ বেজবৰুৱা আদিক টানি আনি মিছাতে চালে-বেৰে কোবাইছে। বৰুৱা আৰু বেজবৰুৱাৰ মেধা চন্দ্ৰমোহন গোস্বামীৰ সৃষ্টি নহয় আৰু হ'লেও গোস্বামী অসমীয়া ভাষাৰ বিৰোধী হৈয়েই ৰ'ব, অসমীয়া মানুহৰ নহ'লেও। চৌধুৰী আৰু বৰ্মনে ক'ব খোজে যে আমি গোস্বামীৰ উক্তিটো পাহৰি থাকিব লাগে, যিহেতু বহুত বিখ্যাত অসমীয়াৰ গোস্বামীৰ প্ৰতি শ্ৰদ্ধা আছিল। এনে লজিকেৰে সত্যত উপনীত হোৱা নাযায়। ঘোৰ ইহুদী বিদ্বেষী জাৰ্মান সংগীত নাটক স্ৰষ্টা আৰু কম্প'নিষ্ট ৰিশাৰ্ট ভাগনাৰৰ বহুকেইজন সংগী ইহুদী আছিল সেইবুলিয়েই তেওঁ ইহুদী বিদ্বেষী নাছিল বুলি কোনেও প্ৰমাণ কৰিবলৈ নাযায়।

ভাষাৰ প্ৰশ্নটোত আচলতে 'divide and rule' নীতিৰ কোনো স্থান নাই। যোৱা শতিকাৰ ষাঠিৰ দশকত এই লিখকেও লণ্ডনৰ তেতিয়াৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীত এই বিষয়ত কিছু নথি-পত্ৰ চাইছিল। সেই অনুষ্টুপীয়া অধ্যয়নেই ফটফটীয়াকৈ দেখুৱালে যে অসমীয়া ভাষাৰ প্ৰচলনৰ বিষয়ত বৃটিছ সাম্ৰাজ্যবাদী বিষয়াৰ মাজতো বিভেদ বিৰাজমান আছিল। ১৮৭৫ চনৰ পূৰ্বে বৰপেটাৰ সহকাৰী কমিছনাৰ এ.চি.কেম্পবেলে বাংলা ভাষাই প্ৰচলিত থকাৰ পক্ষে মত দিছিল। আনহাতে উত্তৰ লক্ষ্মীমপুৰৰ সহকাৰী কমিছনাৰ এ.এন.ফিলিপছে অসমীয়া ভাষা পুনৰ প্ৰৱৰ্তন কৰিব লাগে বুলি শক্তিশালীভাৱে ওকালতি কৰিছিল।[৭৭] এনেস্থলত 'divide and rule' নীতি ভাষাৰ ক্ষেত্ৰত জড়িত আছিল বুলি ক'ব নোৱাৰি। ঠিক তেনেকৈয়ে গুহই কোৱাৰ বিপৰীতে 'divide and rule' নীতি মুলানৰ ১৯৩১ চনৰ পিয়ল ৰিপ'ৰ্টতো নাছিল আৰু ১৯৩৮ চনত ৰীড় চাহাবে ছেটেলাৰ্ছ এছোছিয়েশ্যনক অসমীয়া ভাষা গ্ৰহণ কৰিবলৈ দিয়া উপদেশতো নাছিল ; ভাৰতীয়সকল অতীজৰ পৰাই বিভিন্নভাৱে বিভাজিত হৈয়েই আছিল বা আছে। বৃটিছে মাথোন সেই বিভাজন কোনো কোনো ক্ষেত্ৰত নিজৰ লাভত খটুৱাইছিল - যিটো দেশী-বিদেশী সকলো সাম্ৰাজ্যবাদে কৰে।

আমাৰ তথাকথিত মাৰ্ক্সিষ্ট পণ্ডিতসকলে সত্যৰ সন্ধানত 'বিস্তৰ তথ্য' উদ্‌ঘাটন কৰিবলৈ নগৈও কেনেকৈ মাথোন 'ব্যাখ্যা'ৰ জৰিয়তে 'ঐতিহাসিক সত্যৰ স্বৰূপ' অনায়াসে পায় সেই কথা অতি প্ৰাঞ্জল ভাষাত প্ৰসেনজিৎ চৌধুৰীয়ে কৈছে এনেকৈ ঃ

> "তথ্যৰ দুৰ্গম অৰণ্যত সত্যৰ স্বৰূপ হেৰাই যায়। এইবাবে বহুতো পণ্ডিতে ব্যাখ্যাৰ ওপৰত গুৰুত্ব দিয়ে ; কিয়নো, ব্যাখ্যাৰ মাজেৰেহে উদ্ভাসিত হয় ঐতিহাসিক সত্যৰ স্বৰূপ।"

এই কথাৰ কিছু পাছতেই লিখকে কৈছে ঃ "পিছে এই ক্ষেত্ৰত নিৰলস আৰু একনিষ্ঠভাৱে লাগি থকা ঐতিহাসিক গৱাকী হ'ল শ্ৰদ্ধেয় অমলেন্দু গুহ।"[*]

আন এজন ছেটলার্ছ এছোছিয়েশ্যন ধৰ্মী, গুহপন্থী মাৰ্ক্সবাদীয়ে কিছু সময়ৰ আগতে অসমৰ এখন বাতৰি কাকতত দীৰ্ঘ সময় জুৰি 'প্ৰাসংগিক পাণ্ডুলিপি' শিতানত অসমীয়া জাতীয় জীৱনৰ খুঁতবোৰ বৰ্ণাই থাকোঁতে মাথোন এটা কথাকেই অহৰহ পাগুলি আছিল এইবুলি যে অসমীয়াৰ অনগ্ৰসৰতাৰ মূল হ'ল ঊনৈশ আৰু কুৰি শতিকাত তেওঁলোকে সেই সময়ৰ প্ৰগতিশীল বঙ্গক অনুসৰণ কৰিবলৈ অপাৰগ হৈছিল। উদাহৰণ স্বৰূপে তেওঁ এঠাইত কৈছে ঃ "অসমীয়া মধ্যবিত্তৰ অগ্ৰণীসকলে কুৰি শতিকাৰ প্ৰথম দশকত (বঙ্গত) দেখা দিয়া সাম্ৰাজ্যবাদ বিৰোধী 'স্বদেশী আন্দোলন'ত অংশ গ্ৰহণ কৰাৰ সলনি সাম্ৰাজ্যবাদৰ অনুগত হৈ থকাটো যে এটা গুৰুতৰ মতাদৰ্শগত ত্ৰুটি আছিল সেইটো ইতিহাস স্বীকৃত।"[৭৮] নিজকে গণতান্ত্ৰিক আন্দোলন তথা 'সমাহাৰিত পদ্ধতিৰ ইতিহাস চৰ্চা'ত গুহৰ সহযাত্ৰী বুলি চিনাকি দিয়া[৭৮(ক)] এই পণ্ডিতগৰাকীয়ে আকৌ অসমীয়া চৰিত্ৰত ধৰ্মীয় উগ্ৰতা দেখা পাইছে আৰু 'democratic stand point' ৰে লক্ষ্য কৰি এখন উদ্দেশ্য প্ৰণোদিত পুথিলৈ তেওঁৰ আগকথা আগবঢ়াই কৈছে যে অসমীয়া মানুহৰ উৎপাতততহে "The Government had been compelled to enact the IMDT," আৰু ইয়াৰ প্ৰয়োজনীয়তাৰ বিষয়ে এনেকৈ কলে ঃ "Yet no democrat can support its (IMDT) annulment before the creation of adequate alternative" [৭৮(খ)]এনে প্ৰগলভ চিন্তক অসমীয়াৰ মাজত মজুত থাকিলে অসমীয়াৰ আৰু অন্য শত্ৰুৰ প্ৰয়োজন নাই।

আমাৰ গুহধৰ্মী মাৰ্ক্সবাদী সকলে বৰদলৈৰ গুৰুত্বক নাকচ কৰি অসম ইতিহাসৰ বীৰ হিচাপে থিয় কৰাইছে অসম মুছলিম লীগৰ বঙ্গীয় নেতা আব্দুল হামিদ খান ভাসানীক। গুহৰ আব্দুল হামিদ খানৰ প্ৰশস্তি শিৰত লৈ তেওঁৰ দেৱব্ৰতী অসমীয়া অনুচৰ সকলে পৰম আনন্দে হামিদ খান ভজনত নামি গ'ল। সেইজন মৌলানা হেনো প'ল ৰবছন, আইনষ্টাইনৰ কান্ধত কান্ধ মিলাই চলিব পৰা ব্যক্তি আছিল। পূৰ্ববঙ্গৰ পৰা দলে দলে আক্ৰমণী বহিৰাগতক আনি অসমৰ মাটি দখল কৰিবলৈ উচটাই সেই সকলৰ পৰা ধন আদায় কৰা আৰু লগতে অসমক পাকিস্তানৰ অংগ কৰিব খোজা আৰু অসমীয়া ডা-ডাঙৰীয়াৰ প্ৰতি অশ্লীল, অবাইচ মাত প্ৰয়োগ কৰা এই অঘাইতং অসমদ্ৰোহী পাষণ্ডক আমাৰ এজন 'মাৰ্ক্সিষ্ট' লিখকে 'দলিত হিন্দুকে ধৰি বিভিন্ন সম্প্ৰদায়ৰ অবিসম্বাদী নেতাত পৰিণত হোৱা' ব্যক্তি বুলিছে।[৭৯] আন এজন কমিউনিষ্ট লিখকে ইতিহাসৰ বিশদ জ্ঞানেৰে লিখিছে "অসাম্প্ৰদায়িক কৃষক নেতাজন তেওঁৰ বিৰুদ্ধকাৰী সকলৰ দৃষ্টিত হৈ পৰিছিল সাম্প্ৰদায়িক আৰু পাকিস্তানী নেতা।"[৮০] এই দ্বিতীয়জনে হামিদ খানৰ বিষয়ে এখন জীৱনী লিখি উলিয়াই তাত হামিদ খানে কৰা

উক্তি এটা তুলি দি কৈছে ঃ "মৌলানা ভাসানীয়ে মঙ্গলদৈৰ ঘটনাৰ পিছত বৰদলৈ চৰকাৰক যক্ষ্মাৰ বীজাণুৰ সৈতে তুলনা কৰিছে। তেওঁৰ ভাষাত এই চৰকাৰ মানুহৰ নহয় পশুৰ - It is a government not of men but of beasts."[৮১] যিহেতু এই উদ্ধৃতিৰ লগত লিখকৰ কোনো নিজা মন্তব্য নাই, উদ্ধৃতিটোক তেওঁ পৰম সমৰ্থনেৰেই দিয়া বুলি ধৰি লব পাৰি। উদ্দেশ্য যিয়েই নহওক, এই উদ্ধৃতিয়ে লিখকৰ পঙ্কিল মানসিকতা আৰু অসভ্য আচাৰকেই সাব্যস্ত কৰিছে। কিছু জন্তু আছে যি গেলা পচা সোপাকে ডাষ্টবিনৰ পৰা উলিয়াই তপালি খায় বা গো-গ্ৰাসে গিলে। বিধ বিধ মহন্তৰ বিধ বিধ মাহনি।**

অসমৰ যিসকল কমিউনিষ্ট আৰু মাৰ্ক্সিষ্টে এতিয়ালৈকে ১৯৪৯ চনৰ জুলাই মাহত ডিব্ৰুগড়ত ঘটা নালীয়াপুলৰ হত্যাকাণ্ডক লৈ সেই সময়ৰ বৰদলৈ চৰকাৰক আৰু অসম আৰক্ষীক দোষ ধৰি আহিছে সেই সকল হয় সত্য অন্বেষণ কৰিবলৈ অপটু আৰু অনিচ্ছুক, নহয় ইচ্ছাকৃতভাৱে অসত্যত আশ্ৰয় লৈ আৰু অসত্যক প্ৰচাৰ কৰি নিজা মুনাফা আদায় কৰি থকাতেই অভ্যস্ত। দুয়োটি কাৰণেই সেইসকল হ'ব বৌদ্ধিকতা আৰু প্ৰজ্ঞাৰ শত্ৰু। এনে হৈও যদি সিবিলাকৰ কোনোবা কোনোবাই বুদ্ধিজীৱি হৈ দেখা দিয়ে বা 'চিন্তানায়ক' হৈও ওলায় সেইসকল বা সেইসকলৰ সমৰ্থনকাৰী সকল জঘন্যভাৱে মিছলীয়া আৰু নিলৰ্জভাৱে প্ৰবঞ্চক। গণতন্ত্ৰৰ ৰাইজে সমালোচনাৰ দৃষ্টিৰে আৰক্ষীৰ আচৰণ লক্ষ্য কৰাটো কৰ্ত্তব্য আৰু আৰক্ষীৰ দোষবোৰক লৈ চৰকাৰখনক সমালোচনা কৰাটোও উচিত। কিন্তু আৰক্ষী মানেই উৎপীড়ন নহয়। তাৰোপৰি ১৯৪৯ চনত অসমত ইদি আমিন বা যচেফ ষ্টালিনৰ দৰে এজন জঘন্য স্বেচ্ছাচাৰীৰ ৰাজত্ব আছিল নে এজন হাড়ে হাড়ে, সিৰে সিৰে অহিংস আৰু মানৱতাবাদী লোকৰ প্ৰশাসন আছিল, তালৈ নোচোৱাটো মূৰ্খামি হ'ব। 'মোহিনী কলাৰ ছবি'ত এই বিষয়টোক উদ্দেশ্যি ৰঞ্জিৎ কুমাৰ দেৱগোস্বামীৰ উক্তি এটিৰ ওপৰত আমি এক দীঘল উত্তৰেৰে নালীয়াপুল কাণ্ডৰ আঁতি-গুৰি বৰ্ণাই থৈছোৱেই। এই পুথিৰো যথাস্থানত আমি অতিৰিক্ত তথ্যৰে অসমৰ কমিউনিষ্ট সকলৰ এই সংক্ৰান্তত ইচ্ছাকৃত ভুল প্ৰচাৰৰ কথা কৈছোঁ। কিন্তু বৰদলৈক তিৰস্কাৰ নকৰিলে যেন অসমত কমিউনিজম নিটিকে আৰু যিমানেই সাধাৰণ অসমীয়াই নিজা আধুনিক কালৰ ইসিহাস পাহৰি গৈছে সিমানেই কমিউনিষ্ট অপপ্ৰচাৰকাৰী সকলৰ অসততা বাঢ়ি গৈয়েই আছে। অলপতে অদ্ভুত কাণ্ড এটা ঘটি গৈছে। অসমৰ আৰক্ষী বিভাগৰ শীৰ্ষ পদৰ পৰা অৱসৰ লোৱা হৰেকৃষ্ণ ডেকাই 'প্ৰান্তিক'ত উপৰোক্ত দেৱগোস্বামীৰ সুৰেৰে এটা উক্তি কৰিলে বৰদলৈ চৰকাৰৰ দিনৰ নিৰ্য্যাতন নীতিৰ বিষয়ে কোনো নথি-পত্ৰ নাজানি নপঢ়ি।[৮২] এই অৱস্থা হৈছেগৈ অসমীয়া বুদ্ধিজীৱিৰ! আমি তাৰ জবাৱ এটা দিলো, কিন্তু

'প্ৰাপ্তিকে' নছপালে। সেই তেতিয়াৰ পৰা আমি সেই আলোচনীত লিখিবলৈকে এৰিলো। এইয়া আমাৰ নিজা নৈতিকতাৰ প্ৰদৰ্শন ঢোল-ঢাক নবজোৱাকৈ।

অসমৰ বহুকেইজন আধুনিক ইতিহাসৰ শিক্ষক, গৱেষক মাৰ্ক্সিষ্ট হৈ দেখা নিদিলেও গুহৰ পুথিখনৰ বহু মন্তব্যকেই তথ্য ৰূপে গ্ৰহণ কৰি অসমৰ ইতিহাসলৈ বহুত আপদ চপাইছে। কৃষক শ্ৰমিকৰ বিষয়তো কথাই নাই, চিধাই ঢাপলি লয় গুহৰ কিতাপ খনলৈ। এজনে অসমৰ শ্ৰমিক সংঘৰ আন্দোলনৰ ওপৰত গৱেষণা কৰি পোনছাতেই ধৰা পেলালে বৰদলৈ চৰকাৰৰ বনুৱা বিদ্বেষ নীতি। ১৯৯০ চনতে আমি তেওঁৰ কিছু ভুল দেখুৱাই দিছিলো।[৮৩] তেওঁ সেইকেইটা শুধৰাই ল'লে যদিও ২০০৫ চনত প্ৰকাশ হোৱা সেই লিখকৰ এখন পুথিত[৮৪] ডিগবৈৰ শ্ৰমিক আন্দোলনত কমিউনিষ্ট শ্ৰমিক নেতা সুধীন্দ্ৰ প্ৰামাণিকক এনেদৰে প্ৰশংসা কৰিবলৈ ল'লে যে তেওঁৰ গৱেষণাই তেওঁক ইয়াকো নজনাকৈ ৰাখিলে যে দুষ্কৰ্মেৰে ডিগবৈত হাজাৰ শ্ৰমিকক কৰ্মচ্যুত কৰোৱাৰ পাছত এই প্ৰামাণিক যুদ্ধ অহাৰ লগে লগে একে ৰাতিৰ ভিতৰতে বৃটিছ সাম্ৰাজ্যবাদৰ বহতীয়া হৈ পৰিছিল।

গুহৰ পাছ লৈ ফুৰা আমাৰ ফটুৱা মাৰ্ক্সিষ্ট সকলে অসমৰ কথা আন্তৰ্জাতিক দৃষ্টিৰে চাওঁতে, আন্তৰ্জাতিক কমিউনিষ্ট আন্দোলনত কি ঘটি আছে আৰু সেইবোৰ কিয় ঘটি আছে তালৈ ভ্ৰূক্ষেপ নকৰে। লগতে ইও হাঁহিয়াতৰ কথা যে এই মাৰ্ক্সিষ্ট সকলে বা সিবিলাকৰ আঁৰত বা কাষত থাকিবলৈ ওলোৱা পণ্ডিত সকলে বৰদলৈক বিকৃত কৰিবলৈ যাওঁতে এটা কথা নাজানে। সেইটো তেওঁলোকে জানি ল'লে নিজকে অলপ সম্ভ্ৰম কৰিব পাৰিব। তেওঁলোকে বৰদলৈ বিকৃতি কৰে বৰদলৈৰ বিষয়ে একো নজনাকৈ। অন্যহাতে বৰদলৈয়ে আন্তৰ্জাতিক কমিউনিজমৰ বিষয়ে পঢ়া-শুনা কৰিহে সেই পথৰ ঠাইত গান্ধীবাদ বাছি লৈছিল কমিউনিজমক হেয় প্ৰতিপন্ন কৰিবলৈ নগৈও। আমি আমাৰ Gopinath Bardoloi, Indian Constitution and Centre-Assam Relation পুথিত দেখুৱাই থৈছো (পৃঃ১০৭) যে ১৯৪০ চনত কাৰাগাৰত পঢ়িবলৈ লোৱা তেওঁৰ পুথিকেইখনৰ মাজত গীতা আৰু বাইবেলৰ লগতে Red Star in China আৰু Communist Manifesto ও আছিল। সেয়েহে শাস্ত্ৰমত এৰি মাথো গুৰুবাক্য ব্যাখ্যা কৰাত লিপ্ত আমাৰ তথাকথিত মাৰ্ক্সিষ্ট সকলে আমাক পুনৰ মনত পেলাই দিয়ে মাধৱদেৱৰ আন এষাৰ কথা ঃ

নাজানে শাস্ত্ৰৰ লয় যেহি আসে তাকে কয়
ছেদিবাক নাপাৰে সংশয়।
গুৰু বোলাই তথাপিতো ফুৰিয়া লোকৰ মাঝে
মান্য সতকাৰে খুজি লয়।।

## চ) আজিৰ অসমৰ বৌদ্ধিক সমাজত বৰদলৈৰ ভাবমূৰ্ত্তি

স্বাধীনোত্তৰ কালত অসমীয়া বুদ্ধিজীৱিৰ মাজত গোপীনাথ বৰদলৈ বিৰোধী সমালোচনাৰ প্ৰথমটো আছিল বোধহয়, পূৰ্বৰ কংগ্ৰেছী আৰু পাছত কমিউনিষ্ট হোৱা কেদাৰনাথ গোস্বামীৰ ১৯৪৮ চনৰ ৮ জানুৱাৰী তাৰিখে আসাম ট্ৰিবিউন কাকতখনত ওলোৱা চিঠি এখন। তেতিয়া আৰু তাৰ বহুদিন পাছলৈও তীক্ষ্ণ বুদ্ধিজীৱি বুলি গোস্বামীৰ নাম আছিল। কিন্তু এই চিঠিখনৰ উদ্ভৱৰ কাৰণ আৰু চিঠিখনত থকা কথাখিনিয়ে দেখুৱায় যে তথ্যৰ সত্যতা আৰু তাৰ বস্তুনিষ্ঠ প্ৰয়োজনতকৈ হকে বিহকে শাসনত থকা লোকৰ প্ৰতি বক্ৰোক্তি কৰি কোনো ব্যক্তিগত আখেজ পূৰণ কৰায়েই যেন আছিল তেওঁৰ উদ্দেশ্য। ১৯৪৭ চনৰ ডিচেম্বৰ মাহৰ শেষৰ পিনে কেন্দ্ৰীয় উপ-প্ৰধানমন্ত্ৰী পেটেল অসমলৈ আহি শ্বিলঙৰ ৰাজহুৱা সভা এখনত বৰদলৈক উচ্চ প্ৰশংসা কৰে আৰু দেশ গঠনত তেওঁক সহায় কৰিবৰ কাৰণে ৰাইজক অনুৰোধ কৰে। তাকে লৈ গোস্বামীয়ে 'আসাম ত্ৰিবিউন' কাকতখনত লিখিলে অসমৰ ৰাজনীতিৰ কলঙ্ক হ'ল নেতাসকলৰ সংকোচমনা ভাব আৰু সিয়েই প্ৰদেশখনত নেতা সকলৰ সাহস আৰু আত্মপ্ৰচেষ্টাৰ বাট ৰুদ্ধ কৰিছে। অসমৰ নেতাসকল নেতা নহয়, মাথোন সৰ্বভাৰতীয় বিজ্ঞসকলৰ পদানুসৰণকাৰী ব্যক্তিহে । তেওঁলোকে নিজে উঠিব বহিব নোৱাৰে কেন্দ্ৰীয় নেতাৰ সহায় অবিহনে।[৮৫]

শাসকগোষ্ঠীয়ে বা পৰম্পৰাই স্থায়ী কৰি যোৱা স্থিতিৰ বিপৰীতে যুক্তি দৰ্শাই নতুন চিন্তা দেখুৱাবলৈ আগবঢ়াতেই থাকে বুদ্ধিজীৱি, বিশেষকৈ বাওঁ বুদ্ধিজীৱিৰ লক্ষণ। সেই পিনৰ পৰা গোস্বামীৰ খুন্দা মৰা প্ৰতিবাদৰ আগ্ৰহটো আদৰণীয়। কিন্তু বাকলিটো লৈ সহটো পাহৰি গ'লে তেনে ঝঙ্কাৰৰ মূল্য নাই। গোস্বামীৰ চিঠি পঢ়ি তেওঁৰ বন্ধু সাংবাদিক আৰু কংগ্ৰেছ নেতা হৰেন্দ্ৰ নাথ বৰুৱাই বৰ দুখ পালে, বিশেষকৈ গোস্বামীৰ কথা অন্য কোনো কোনোৰ গাত খাটিলেও বৰদলৈৰ গাত কোনোপধ্যেই নাখাটে, যিহেতু অসমৰ স্বাৰ্থত পেটেল, নেহৰুৰ লগত বৰদলৈয়ে নিৰ্ভয়ে মুখামুখি থিয় যুঁজ দিয়াৰ কথা তেওঁ জানিছিল।[৮৬] কিন্তু সেই লীডাৰ ফলোৱাৰ উপমাটো অসমৰ বৌদ্ধিক সমাজত থাকি গ'ল বহুকাললৈ।

গোস্বামীৰ চাঞ্চল্যকৰ চিঠিখনৰ পাছত ১৯৭০ চনত আকৌ এবাৰ ভুটুঙাই ওলাল আন এজন প্ৰখ্যাত সহিত্যিক আৰু সাংবাদিক হোমেন বৰগোহাঞিৰ উক্তি এটি। তেতিয়া অতি দক্ষতাৰে 'সাপ্তাহিক নীলাচল' সম্পাদনা কৰা বৰগোহাঞিয়ে কৈ পেলালে, বৰদলৈ এজন সংৰক্ষণশীল মনোবৃত্তিৰ ব্যক্তি আছিল আৰু সেই কাৰণেই নেহৰুতকৈ চৰ্দাৰ পেটেলৰ সান্নিধ্যত তেওঁ বেছিকৈ আছিল। পেটেলৰ লগত নিকট সম্বন্ধ থাকিল বুলিয়েই বৰদলৈ সংৰক্ষণশীল হৈ পৰিলনে ? পেটেল

সংৰক্ষণশীল হওকেই বা নহওক, তেওঁ আছিল ভাৰতৰ অতি দক্ষতাপূৰ্ণ আৰু সাবলীল গৃহমন্ত্ৰী। বৰদলৈৰ প্ৰতি তেওঁৰ স্নেহ আৰু শ্ৰদ্ধাৰ কথা বৰদলৈৰ মৃত্যুত পেটেলে অসমবাসীলৈ দিয়া শোকবাৰ্ত্তাৰ পৰা অসমত জনাজাত হৈ আছিল। পেটেলে বৰদলৈৰ প্ৰতি কৰা তেনে প্ৰশংসাত সাধাৰণতে অসমপ্ৰেমী এজন সুখীহে হ'ব লাগিছিল। কিন্তু ঠিক গোস্বামীৰ দৰে বৰগোহাঞিয়ে সকলো ওলোটা ভাৱে ল'লে। তেওঁ পেটেলক সংৰক্ষণশীল বুলি ধৰি লোৱা কথাটোত আমি নোসোমাওঁ, কিন্তু আমি বুজি নাপালো কি যুক্তিত পেটেলে ভাল পালে বুলিয়েই বৰদলৈ সংৰক্ষণশীল মনোবৃত্তিৰ হৈ পৰিল ? বৰগোহাঞিৰ মন্তব্যটো আছিল কেৱল আনুমানিক ভিত্তিৰ আৰু সেয়ে বৌদ্ধিকতা ৰহিত। জ্ঞানভিত্তিক অনুমান শক্তি আদৰণীয় কিন্তু পক্ষপাতযুক্ত অনুমান প্ৰজ্ঞাৰ শত্ৰু। সেই সময়ত আমি নীলাচললৈ আমাৰ আপত্তি দৰ্শাই চিঠি দিছিলো আৰু বৰগোহাঞিয়েও তাক তপৰাই ছপাইছিল।[৮৭] কিন্তু অন্ধবিশ্বাস এটা লেকেঁটিয়া বস্তু ; এবাৰ মনত সোমালে ই সতকাই মচ নাখায়। বৰদলৈ বিষয়টো আৰু বৰদলৈ ৰাজনৈতিক কালটোৰ (১৯২০-১৯৫০) কোনো কথাই বুজিবলৈ বৰগোহাঞিয়ে চেষ্টা নকৰিলে যেন পাওঁ। ২০০৩ চনৰ জুন মাহত তেওঁ আন এটা আচহুৱা মন্তব্য কৰিলে এইবুলি যে একালৰ অসম মুছলিম লীগৰ সভাপতি আৰু অসমক পাকিস্তানভুক্ত কৰিবলৈ আপ্ৰাণ চেষ্টা কৰা আব্দুল হামিদখাঁন (ভাসানী) আছিল হেনো অসমীয়া প্ৰেমী আৰু তেওঁ হেনো বঙ্গৰ পৰা পমুৱা সকলক অসমীয়া ভাষা গ্ৰহণ কৰি এক বিৰাট অসমীয়া জাতি গঢ়িবলৈ উপদেশ দিছিল।[৮৮] দেশ বিভাজনৰ আগে আগে হোৱা সাম্প্ৰদায়িক সংঘৰ্ষ পৰিচালনা কৰি তেওঁ উচটোৱা অপকৰ্মৰ কাৰণে বৰদলৈ চৰকাৰে হামিদ খাঁনক গ্ৰেপ্তাৰ কৰিব লগা হৈছিল। বৰগোহাঞিৰ বৰদলৈ ক্ষোভটো এই কাৰণেই নহয়তো ?

"লৰ্‌কে লেঙ্গে পাকিস্তান"ৰ নেতা আব্দুল হামিদ খাঁনে অসমক পূব পাকিস্তানত বিচাৰিছিল আৰু তেওঁ আৰু তেওঁৰ সঙ্গীবৃন্দই পূৰ্ববঙ্গীয় পমুৱাৰ কাৰণে অসমত বাংলাভাষাৰ প্ৰচলনহে বিচাৰিছিল।[৮৮(ক)] তেওঁলোকৰ যুদ্ধোন্মাদ যে আওকাণ কৰিব পৰা বিধৰ নাছিল সেই কথা যথাস্থানত কোৱা হৈছে। যি কাৰণতেই নহওক, বৰগোহাঞিৰ বৰদলৈ বিতৃষ্ণা বদ্ধমূল যেন লাগে। ২০০৭ চনৰ জুন মাহত তেওঁ সম্পাদনা কৰা 'আমাৰ অসম' কাকতখনত এজন লিখকৰ এখন নিৰ্ঘাত দুষ্ট ৰচনা ছপা হ'ল য'ত ৰেভাৰেণ্ড নিকলছ ৰয়ক ভাৰতীয় সংবিধানৰ ৬ষ্ঠ অনুসূচীৰ সৃষ্টিকৰ্তা বুলি স্থাপন কৰা হৈছে।[৮৯] এই জঘন্য লিখাটোৰ প্ৰকাশ কাকতখনৰ কাৰণে নিৰ্লজ্জকৰ নহয়নে ? অন্ধবিশ্বাস বুদ্ধিৰ লক্ষণ নহয়।

আজি কিছুকালৰ পৰা অসমত কবি, সাহিত্যিক, সাহিত্য সমালোচক সকলে আধুনিক অসমৰ ইতিহাস আৰু ৰাজনীতিৰ বিষয়ত কোনো চিন্তা-চৰ্চ্চা নকৰাকৈ

মাথোন নিজা অনুমানৰ ভিত্তিত জধাই-মধাই চাঞ্চল্যকৰ উক্তি কৰিবলৈ আগ্ৰহান্বিত হোৱা দেখা গৈছে। এওঁলোকৰ প্ৰায় সকলোৱেই অসমীয়া বা ইংৰাজী সাহিত্যৰ অধ্যাপক। এই সকলৰ প্ৰায় বিলাকেই আকৌ অসমৰ তথাকথিত মাৰ্ক্সিষ্ট সকলৰ সুৰতে সুৰ মিলাই চলিবলৈও প্ৰয়াস কৰা যেনো লাগে। নৱকান্ত বৰুৱা (১৯২৬-২০০২) অসমৰ সবাতোকৈ খ্যাতিমন্ত আধুনিক কবিয়েই নহয়, এওঁ আছিল এজন অমায়িক নিৰহংকাৰী জ্ঞান-পিপাসু, মানৱতাবাদী ব্যক্তি। তেওঁৰ গদ্যও আছিল আকৰ্ষণীয়, সংবেদনশীল আৰু বলিষ্ঠ বাক্য গাঁথনিৰে পুষ্ট। ১৯৯২ চনত এওঁৰ 'গান্ধী, নেহৰু, বৰদলৈ' নামেৰে এখন চুটি ৰচনা প্ৰকাশ হ'ল বৰদলৈৰ জন্ম শতবাৰ্ষিকী উপলক্ষে।[২০] বৰুৱাই ভাবিলে - তেওঁ বৰদলৈক ক'ত থ'ব, গান্ধীৰ কাষত নে, জৱাহৰলালৰ কাষত ? শেষত তেওঁ বৰদলৈক পৰম্পৰা গতৰ লোক বুলিয়েই লৈ এনেকৈ ক'লে ঃ

> "গোপীনাথ বৰদলৈৰ চিন্তা আছিল পৰম্পৰাগত, আধ্যাত্মিক আৰু জাতীয় চিন্তাধাৰাৰে পুষ্ট আৰু আবৃত ... জৱাহৰলালৰ সমাজবাদী চিন্তাতকৈ মহাত্মা মতগামী ভাৰতৰ আধ্যাত্মিকপুনৰজাগৰণৰ প্ৰতিহে বৰদলৈৰ আগ্ৰহ বেছি আছিল। সেই বাবে তেওঁ গান্ধীজীৰ 'অনাসক্তি যোগ'ৰহে অনুবাদ কৰিছিল।"[২১]

বৰুৱাৰ উদ্দেশ্য নিশ্চয় বৰদলৈক অৱমাননা কৰাটো নাছিল। তেওঁ বৰদলৈৰ কিছু ৰাজনৈতিক দূৰদৰ্শিতাৰ কথাও সুঁৱৰিছে। কিন্তু এই পৰম্পৰাগত, জন্ম সংস্কাৰগত ধৰ্মীয় অনুষ্ঠানৰ প্ৰতি বৰদলৈৰ নৈতিক আৰু সামাজিক আকৰ্ষণ' প্ৰবল বুলি থকা তেওঁৰ ধাৰণাটোৱে তেওঁক বৰদলৈক বুজি পোৱাত সহায় কৰা নাই। ই বাৰু সঁচানে যে বৰদলৈ সংৰক্ষণশীল আৰু পৰম্পৰাগত বিচাৰৰ লোক আছিল, হোমেন বৰগোহাঞিও আৰু নৱকান্ত বৰুৱাই লিখাৰ দৰে ? আমি আমাৰ জীৱনত এজনো পৰম্পৰাগতৰ আৰু সংৰক্ষণশীল ভাৰতীয়ক লগ পাইছোনে যিজনে দিনটো আৰম্ভ কৰে কোৰাণ, বাইবেল আৰু গীতাৰ স্তুতিৰে, যিজনে ক্ৰিকেট, টেনিছ, বিলিয়াৰ্ড আদি পশ্চিমীয়া খেলবোৰ খেলে, ইংৰাজী নাটকত ভাও দিয়ে, শাস্ত্ৰীয় আৰু ৰবীন্দ্ৰ সংগীত গায়, নিজৰ ল'ৰা-ছোৱালীক ইংৰাজী ভাষা ভালকৈ শিকিবলৈ উপদেশ দিয়ে ; নাৰীৰ স্বাধীনতাৰ সপক্ষে কয়, হৰিজন উন্নয়ন আৰু অস্পৃশ্যতা বৰ্জনত আগভাগ লয়, হিন্দু-মুছলমানৰ একতা বিচাৰে ? আকৌ সামাজিক ন্যায়ৰ বিষয়তো বৰদলৈয়ে এবাৰ নেহৰুলৈ লিখিছিল ঃ

> "মই মোৰ সমগ্ৰ জীৱনটোতেই এই দৃঢ় বিশ্বাস পুহি আহিছো যে যেতিয়ালৈকে ব্যক্তিগত অংশৰ উদ্যোগ মালিক সকলে তেওঁলোকৰ সামাজিক কৰ্ত্তব্য ন্যায্যভাৱে কৰিবলৈ অপাৰগ হৈ থাকিব তেতিয়ালৈকে

চৰকাৰে সাধাৰণ নাগৰিকক নেওচি সেই মালিক সকলক অতিকৈ প্ৰশ্ৰয় দিব নালাগে। সকলোৱেই জানে আন সকলোৰে দৰে উদ্যোগ মালিক সকলৰো সামাজিক দায়িত্ব আছে।"[৬২]

অসমত বৰদলৈ কালৰ ৰাজনীতি, সমাজনীতিৰ চৰ্চ্চা-গৱেষণা নোহোৱাৰ কাৰণেই বৰগোহাঞিঃ আৰু বৰুৱাই নেহৰু আৰু বৰদলৈৰ চিন্তাৰ বহু মিল থকা কথা নজনাত আচৰিত একো নাই। কিন্তু সেইটো নাজানিও সাধাৰণ ৰাইজৰ অগ্ৰগতিত সমগ্ৰ জীৱন উচৰ্গা কৰা উদাৰ, আধুনিক মানসিকতাৰে জাতিষ্কাৰ বৰদলৈ মানুহজনক এওঁলোক দুজনে নিজে দেখি-শুনি জানিব লাগিছিল যে সেইজন মানুহ পৰম্পৰাগত বা সংৰক্ষণশীল মানুহ হ'ব নোৱাৰে।

আচল কথাটো হ'ল, বৰদলৈ আছিল ভিন্নমুখী ব্যক্তিত্বৰ অধিকাৰী। আবেগ-অনুভূতি আৰু ধাৰ্মিক দিশেদি তেওঁ অৱশ্যেই আছিল গান্ধীজীৰ তেনেই ওচৰৰ। কিন্তু যেতিয়া আমি তেওঁৰ প্ৰশাসনীয় দৰ্শন, ধৰণ-কৰণ, ৰীতি-নীতি, আঁচনি-প্ৰণালীলৈ লক্ষ্য কৰো আৰু সেইবোৰক পংখানুপুংখ ভাবে বিচাৰ কৰো, তেতিয়া আমি তেওঁক নেহৰুৰ কাষতে পাওঁ, নিলগত নহয়। প্ৰকৃত গান্ধীবাদী এজনে ক্ষমতাৰ বিকেন্দ্ৰীকৰণ বিচাৰে, গাঁৱৰ উন্নতিলৈ লক্ষ্য ৰাখে আৰু গঞা ৰাইজক নিজ প্ৰশাসনত অংশ ল'বলৈ সুবিধা দিয়ে। কিন্তু বৰদলৈ আছিল সম্পূৰ্ণভাৱে আধুনিক মনৰো। শিক্ষা বিষয়ত তেওঁ গান্ধীজীৰ বুনিয়াদী শিক্ষাৰ পৰা আধুনিক প্ৰযুক্তি বিদ্যাৰ প্ৰসাৰণলৈকে মন দিছিল, উদ্যোগীকৰণ বিচাৰিছিল আৰু অসমক এখন প্ৰথম শাৰীৰ আধুনিক ৰাজ্য কৰি তুলিবলৈ তেওঁৰ হেঁপাহেই মাথোন নাছিল ; তেওঁ আছিল আধুনিক অসমৰ প্ৰথম আৰু প্ৰধান গঠন শিল্পী। সেৱাগ্ৰামৰ অৰ্থনীতিবিদ জে.চি.কুমাৰাপ্পাৰ, আৰু দিল্লীৰ উদ্যোগপতি লালা শ্ৰীৰামৰ লগত তেওঁ অসমৰ গাঁও অৰ্থনীতি আৰু আধুনিক উদ্যোগীকৰণৰ বিষয়ে বহুবাৰ আলাপ কৰিছিল। মুঠতে তেওঁ আছিল এক সাৰসংগ্ৰহী (eclectical) আৰু উদাৰধৰ্মী ব্যক্তি। যদিও তেওঁ নিজ আদৰ্শ ৰক্ষণৰ কাৰণে যৎপৰোনাস্তি চেষ্টা কৰিছিল, তথাপিও তেওঁ মতান্ধ, আকোৰগোজ বা জেদী নাছিল। আমি পৰিশিষ্টত যোগ দিয়া বৰদলৈ আৰু গুৱাহাটী বিশ্ববিদ্যালয়ৰ জন্ম কথাতো এই বিষয়ে কৈছো। তেওঁ আছিল সৰ্বদায় একতাৰ পক্ষে ; বিভেদৰ পক্ষে নহয়। যদি অসমৰ স্বাৰ্থই বিচাৰে, তেওঁ বিপক্ষীৰ লগত আপোচ মীমাংসাৰ বাবে সদাপ্ৰস্তুত আছিল আৰু প্ৰয়োজন হ'লে, সমন্বয়ৰ খাটিৰত তেওঁ নিজে অতিৰিক্ত কেইখোজমান আগুৱাই যাবলৈও কদাপিও হেলা নকৰিছিল। মিটমাটৰ বাবে চিৰ আগ্ৰহী, একতাৰ পূজাৰী, সমন্বয়ৰ উপাসক বৰদলৈয়ে মৃত্যুৰ মুহূৰ্ত্তলৈকে তেওঁৰ সমগ্ৰ ৰাজনৈতিক জীৱনত অসমবাসীৰ মঙ্গলৰ কাৰণে দেহ-মন-প্ৰাণ উচৰ্গা কৰি গ'ল।

ভবেন বৰুৱা হ'ল আন এগৰাকী কবি, সাহিত্যিক, সমালোচক আৰু নৱকান্ত বৰুৱাৰ দৰে ইংৰাজী সাহিত্যৰ অধ্যাপক, যিজনে কেবিনেট মিছন আঁচনি আৰু অসমীয়াৰ সমস্যাক লৈ কোনো মূল নথি-পত্ৰ নপঢ়াকৈ বা নুবুজাকৈ আৰু আনকি সেই আঁচনিৰ অন্তৰ্গত 'গ্ৰুপ' আৰু 'ছেক্সন' সংজ্ঞাদুটিৰ গূঢ়াৰ্থ সমূলি নাজানি বৰ মাত মাতিলে এইবুলি যে অসমৰ সেই সমস্যাটোৰ বিষয়ত নেহৰু আৰু গান্ধীৰ অভিমত অবিকল একেই আছিল, তাত কোনো বিভেদ নাছিল। যিসকল অসমীয়াই এই বিষয়ত নেহৰু আৰু গান্ধীৰ মাজত বিভেদ দেখা পায় সেই সকল তেওঁৰ মানত হেনো অজ্ঞ, মূঢ় ব্যক্তি। তেওঁ দাম্ভিকতাৰে দাবী কৰিলে যে তেওঁৰ বক্তব্য ইতিহাসৰ অকপট অধ্যয়নৰ ফল।[১৩]

ভবেন বৰুৱাৰ দৰে কবীন ফুকনো এজন কবি, সাহিত্য সমালোচক আৰু ইংৰাজী সাহিত্যৰ অধ্যাপক। তেওঁ অসম আন্দোলনৰ সম্পৰ্কে অমলেন্দু গুহ আৰু হীৰেন গোহাঁইৰে একে মতাদৰ্শী বুলি দেখুৱাবলৈ গৈ সেই আন্দোলনত ফেচীবাদ আৰু 'হিটলাৰিজিম' দেখা পাইছে। ইফালে তেওঁৰ নিজৰ অসম ইতিহাসৰ বিষয়ে যিকণ জ্ঞান দেখুৱালে তাত মানুহ অবাক হৈ ৰ'ব। তেওঁৰ মতে কেইবাবাৰো অসমৰ প্ৰধানমন্ত্ৰী (মুখ্যমন্ত্ৰী) হোৱা ছৈয়দ ছাৰ মোহাম্মদ সাদ্উল্লা হেনো আছিল এজন বাংলাভাষী লোক।[১৪]

বৰদলৈ যুগৰ বিষয়ে অসমত এতিয়ালৈকে চিন্তা-চৰ্চা নোহোৱাৰ কাৰণে অসমীয়াই যে মাথোন বৰদলৈ আৰু অসম সমস্যাৰ বিষয়েই কাৰ্য্যকৰী জ্ঞানৰ পৰা বঞ্চিত হৈ আছে এনে নহয়, তেওঁলোক আনকি স্বাধীনতা সংগ্ৰাম আৰু স্বাধীনোত্তৰ অসমৰ প্ৰথম কেইটিমান বছৰৰ ইতিহাসৰ বিষয়েও একেবাৰে অজ্ঞ হৈ ৰৈছে। জ্ঞানীয়ে কয় 'তোমাৰ জন্মৰ আগতে কি ঘটিছিল তাক নাজানি থকাটোৱে মানে চিৰদিন শিশু হৈ ৰোৱা'। আজিৰ অসমীয়াই নিজৰ জীৱন কালতেই নিজৰ ঠাইখনত কি ঘটিছিল তাক নাজানে। ২০০৬ চনত 'চেন্টিনেল' কাকতখনৰ এটি প্ৰবন্ধত কোৱা হ'ল যে স্বাধীনোত্তৰ কালডোখৰত অসমৰ এজনো মন্ত্ৰীয়ে তেতিয়াৰ বহল অসমৰ অন্তৰ্ভুক্ত পাৰ্বত্য জিলাকেইখনত কেতিয়াও ভৰি দিয়া নাছিল আৰু ৰেভাৰেণ্ড নিকলছ ৰয়হে হেনো মুখ্যমন্ত্ৰী হ'বলৈ সকলোতকৈ যোগ্য ব্যক্তি আছিল।[১৫] মোৰ ধাৰণা যে লিখকে গোপীনাথ বৰদলৈৰ স্বাধীনতাৰ পিছৰ প্ৰথম তিনিবছৰৰ কথা পাহৰি মাথোন বিষ্ণুৰাম মেধীৰ সময়ৰ পৰাহে স্বাধীনোত্তৰ কালটো লৈছে, অন্যথা দুয়োটা সম্পৰ্কত কৰা এই দক্ষ সাংবাদিক জনৰ অভিমত সম্পূৰ্ণ অসত্য হৈ ৰ'ব। বৰদলৈৰ দৰে বেমাৰী গাৰেই সেই সময়ৰ বৃহত্তৰ অসমৰ দিহিঙে-দিপাঙে বিশেষকৈ পাহাৰীয়া জিলাকেইখনত ভ্ৰমণ কৰা মানুহ আন এজন নাছিল। এই কথা সেই সময়ৰ গৱৰ্ণৰ জেনেৰেল মাউন্ট বেটেন আৰু স্বাধীনোত্তৰ প্ৰথম দুজন ৰাজ্যপাল ছাৰ আকবৰ হাইদেৰী আৰু শ্ৰীপ্ৰকাশ আৰু

সবাতোকৈ অধিক সেই পাহাৰীয়া জনগণেই ভালকৈ জানিছিল। উপৰোক্ত ৰাজ্যপাল দুজনে বৰদলৈৰ এনেবোৰ ভ্ৰমণৰ সময়ত তেওঁৰ স্বাস্থ্যক লৈ সদায় ভয় খাই আছিল। সেই সময়ৰ বহল অসমৰ পাৰ্বত্য জিলাকেইখনত ভ্ৰমণ কৰাই নহয় ; সেই পাহাৰীয়া জিলাকেইখনৰ নেতৃবৃন্দ আৰু জনসাধাৰণে বৰদলৈক অতি ভাল পাইছিল। আমি পৰিশিষ্টত যোগ দিয়া অসম বিধানসভাৰ আৰু লোকসভাৰো সদস্য হোৱা আইজলৰ R. Thanhlira ৰ লিখাত এই বৰদলৈৰ প্ৰশংসা বিদ্যমান।[১৬] নিকলছ ৰয় বৰদলৈতকৈও অধিকতৰ উত্তম মুখ্যমন্ত্ৰী হ'লহেঁতেননে নাই সেইকথা আমাৰ কাৰণে ইয়াত অবাস্তৱ আৰু অলাগতিয়াল কিন্তু নিকলছ ৰয়ে বৰদলৈক কেনেধৰণে লৈছিল সেইটো জনাটো আৱশ্যকীয়। নতুন দিল্লীত বহা গণপৰিষদৰ বৈঠক এখনত তেওঁ ঈশ্বৰৰ প্ৰতি কৃতজ্ঞতা জনাইছিল বৰদলৈৰ দৰে পাহাৰীয়া জনজাতিৰ প্ৰতি প্ৰগাঢ় সহানুভূতি থকা আৰু জনজাতীয়ে ভালপোৱা নেতা এজনক অসমক দিয়াত।[১৭]

আৰু এটা চিন্তাহীন আৰু একেবাৰে অশুদ্ধ কথা লিখিলে অসমৰ মান্য বাতৰি কাকত এখনৰ সম্পাদক এজনে, যিজন অৱশ্যে সাংবাদিক জগতৰ পৰা অহা লোক নাছিল। তেওঁ আছিল বিশ্ববিদ্যালয়ৰ অসমীয়া ভাষা সাহিত্যৰ অধ্যাপক। তাৰ উপৰিও তেওঁ আছিল অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি আৰু ৰাজ্যসভাৰ প্ৰাক্তন সদস্য। ২০০৬ চনৰ চেপ্তেম্বৰ মাহত তেওঁ তেতিয়া সম্পদনা কৰা বাতৰি কাকত এখনত লিখিলে এইবুলি যে যদিও সাদ্উল্লাই পূৰ্ববঙ্গৰ পমুৱাৰ কাৰণে দুৱাৰ মুকলি কৰি দিছিল তথাপিও সেই কাৰ্য্যৰ অন্তৰালত কোনো ৰাজনৈতিক উদ্দেশ্য বা কৌশল জড়িত নাছিল।[১৮] সাদ্উল্লা উচ্চ আসনত প্ৰতিষ্ঠিত হৈও এজন অতি শিষ্টাচাৰী নম্ৰ অসমীয়া ভদ্ৰলোক আছিল তাত সন্দেহ নাই। এই পুথিৰ অন্য ঠাইত আমি লিখিছো যে নিৰহংকাৰী এই অমায়িক ব্যক্তিজনক অসমীয়াকে ধৰি সকলো কৰ্মচাৰী বিষয়াই ভাল পাইছিল। কিন্তু ইয়াৰ মানে এইটো নহয় যে পূব বঙ্গৰ পমুৱাক অসমলৈ অনোৱাৰ ক্ষেত্ৰত তেওঁৰ কোনো ৰাজনৈতিক উদ্দেশ্য নাছিল। তেওঁ নিজেই খোলাখুলিভাৱে কৈ গৈছে যে মুছলমানৰ জনসংখ্যা অসমত বঢ়াই বঙ্গ আৰু অসমক জোৰা দি এখন বৃহত্তৰ পূব পাকিস্তান গঢ়িবলৈ তেওঁ কামনা কৰিছিল। আমি উল্লেখ কৰা প্ৰবন্ধটোৰ লিখক নগেন শইকীয়াই কৰা উক্তিটো সেইকাৰণে কলঙ্কময়। যদি তেওঁৰ উক্তিটো পপুলিষ্ট বুলি ধৰা হয় তথাপিও তেওঁৰ ইতিহাস জ্ঞানৰ এই চানেকিৰে তেওঁক ৰাজ্যসভালৈ সাংসদ কৰি পঠিওৱা সকলকো লজ্জাত পেলাব।

অসমৰ আন কেইজনমান সাহিত্য সমালোচকৰো নিজৰ জ্ঞান গৰিমাৰ বিষয়ে ইমান অতিৰঞ্জিত ধাৰণা যে তেওঁলোকে মাথোন চূড়ান্ত উক্তিতহে আশ্ৰয় লয়। 'মোৰ বোধেৰে', 'মই ভাবো', 'হয়তো' আদি উপসৰ্গৰে তেওঁলোকে তেওঁলোকৰ অনিশ্চিত বক্তব্য আৰম্ভ কৰিলে যেন তেওঁলোক উচ্চস্থানৰ পৰা খহি পৰিব। আন এজন ইংৰাজী

সাহিত্যৰ অধ্যাপক আৰু খ্যাতনামা সাহিত্য সমালোচক আৰু অনুবাদক প্ৰদীপ আচাৰ্য্যই নাম কৰা অসমীয়া বুৰঞ্জীমূলক উপন্যাস এখনৰ গুণ বখানিবলৈ গৈ তথ্যভিত্তিক ইতিহাস লিখনক হাঁহিবলৈ গ'ল এনেকৈ ঃ "History is not the ultimate truth, as it takes only some facts based on individual choices. Some works of fiction however, can be treated as alternative historical documents because they are truthful accounts of a society at a particular time."[৯৯] ইতিহাস সম্বন্ধে এসোপা ভ্ৰান্ত ধাৰণাৰে কৰা এনে উক্তিয়ে আমাক কিবা জ্ঞান দিব পাৰিবনে ইতিহাসৰ বিষয়তেই বা উপন্যাসৰ বিষয়তেই ? ইতিহাস সৰ্বশেষ সত্য নহবও পাৰে। কিন্তু জি.আৰ.এলটনে ক'বৰ দৰে ইতিহাস হ'ল অতীতত ঘটা ঘটনাৰ বস্তুনিষ্ঠ সত্য উদঘাটনৰ পথত এক সৎ অনুসন্ধান।[১০০] ইতিহাসবিদৰ কৰ্ম আৰু কৰ্ত্তব্য সঁচাকৈয়ে জটিল। তেওঁ প্ৰকৃত সত্যত উপনীত নহ'বও পাৰে, কিন্তু তেওঁৰ যত্নপৰ অনুসন্ধানে সত্যৰ কাষ চাপিব পাৰে। কিন্তু এই 'সত্য' প্ৰতিষ্ঠিত হ'ব নতুন তথ্য আৰু নতুন পৰিস্থিতিয়ে আনি দিব পৰা সালসলনিৰ মাধ্যমেদিহে। সত্যৰ ক্ৰমাগত বিকাশেই ইতিহাসবিদৰ মূল নীতি। উপন্যাস আদি সাহিত্যৰ উপাদানবোৰৰ পৰাও ইতিহাসবিদে সমল গোটায়। তেনে সমলে ইতিহাসবিদৰ আনুসঙ্গিক বা সাহায্যকাৰী তথ্য যোগাব পাৰে, কিন্তু ই ইতিহাসবিদৰ মূল উৎসক ঠেলি পঠিয়াব নোৱাৰে। আধুনিক কালৰ ৰাজনৈতিক ইতিহাসৰ সম্পৰ্কত এই মূল উৎস হৈছে সকলো ধৰণৰ দলিল, চৰকাৰী আৰু অনা-চৰকাৰী নথি পত্ৰ, সংসদ বা বিধানসভাৰ বিতৰ্কৰ বিৱৰণ, স্মাৰক পত্ৰ, আবেদন পত্ৰ, চৰকাৰী আৰু অনা-চৰকাৰী পত্ৰ যোগাযোগ, জীৱনী বা আত্মজীৱনী গ্ৰন্থ, সমসাময়িক সংবাদ পত্ৰ ইত্যাদি। আনহাতে আমি যদি আমাৰ বিবেকক জলাঞ্জলি দি উপৰোক্ত অধ্যাপকৰ উপদেশ বা বক্তব্য অনুসৰণ কৰোঁ আমি ইতিহাসত উপনীত নহ'মগৈ। ইতিহাসৰ নামত আমি পামগৈ মাথোন উপাখ্যান, কাহিনী, ৰূপকথা আৰু অতিকথা। এইখিনিতে এটা উদাহৰণ দিওঁ। ডিব্ৰুগড় বিশ্ববিদ্যালয়ৰ অধ্যাপিকা তিলোত্তমা মিশ্ৰই এখন মনোৰম উপন্যাস লিখিলে গুনাভিৰাম বৰুৱাৰ জীয়াৰী স্বৰ্ণলতাৰ জীৱনক লৈ আৰু তাত ক'লে যে স্বৰ্ণলতাৰ বিয়াখন কলকাতাত হৈছিল আৰু তাৰ অহা গণ্যমান্য অতিথি সকলৰ ভিতৰত ৰবীন্দ্ৰনাথ ঠাকুৰ আৰু তেওঁৰ পত্নী মৃণালিনীও আছিল।[১০১] পিছে আচলতে স্বৰ্ণলতাৰ বিয়াখন নগাঁৱতহে হৈছিল আৰু তাত বিশ্ববিখ্যাত কবিগৰাকী আৰু তেওঁৰ পত্নী উপস্থিত নাছিল।[১০২] এতিয়া সত্যৰ ওচৰ কোন, উপন্যাসৰ কাহিনী নে ইতিহাসৰ যত্নপৰ অন্বেষণ?

যিহেতু কংগ্ৰেছী চৰকাৰৰ দিনতে আৰম্ভ হোৱা ছবছৰীয়া অসম আন্দোলনটোক অসমৰ তথাকথিত প্ৰগতিশীল বুদ্ধিজীৱি সকলে বহু অসৎ

অভিযোগেৰে নিন্দা-ভৰ্ৎসণা কৰিছিল, সেইবাবে কংগ্ৰেছ চৰকাৰ সেই সকলৰ প্ৰতি অতি দানশীল আছিল। আন্দোলনৰ বিপক্ষে স্থিতি লোৱা প্ৰখ্যাত সাংবাদিক এজনে মুখ্যমন্ত্ৰী হিতেশ্বৰ শইকীয়াৰ লগত থকা বিশেষ বন্ধুত্ব সম্পৰ্কে চিঠি-পত্ৰ বাতৰি কাকতত প্ৰকাশ হৈছিল। আন এজন খ্যাতনামা সাহিত্যিকে শইকীয়াৰ জীৱনী এখন লিখিবলৈ পৰম হাবিয়াস কৰিছিল। অসমৰ বাহিৰতো অসম আন্দোলনক বিভিন্ন প্ৰকাৰে নিন্দা কৰি এই সকল লোকে অসমৰ সমস্যাবিলাকৰ সমাধানৰ বাবে নিজা বৈকল্পিক আঁচনি নিদিলে। অসম আন্দোলনত ভাগ লোৱা ছাত্ৰৰ এটা বুজন অংশই যে মাথোন অতপালি-উদ্ভণ্ডালিতেই নিমগ্ন আছিল তাক একেবাৰেই নুই কৰিব নোৱাৰি। কিন্তু যিহেতু সাধাৰণ অসমীয়া লোকে এটা ৰাজনৈতিক জাগৰণ বিচাৰিছিল সেইকাৰণে ইয়াৰ উদ্ভণ্ডালি অংশটো নাকচ কৰি জনা-বুজা সকলে কলকাতা দিল্লীলৈ গৈ সেই জাগৰণৰ ওপৰত কলঙ্ক নাসানি আন্দোলনটো পোনবাটে নিবলৈ যত্ন কৰাটোহে উচিত আছিল। কলকতা দিল্লীলৈ গৈ অসমীয়াৰ অমানৱীয়তাৰ ছবি আঁকি বাঃ বাঃ পোৱা সকলে বিদেশী সংজ্ঞাটো নামানি তথাকথিত 'বিদেশী' বুলিহে আখ্যা দিছিল। এনে কৰি যেতিয়া কিছু দিনলৈ কিছু সাহিত্যিক অসমীয়া ৰাইজৰ মাজত অপ্ৰিয় হৈ পৰিল, তেতিয়া সেই সকললৈ আহি পৰিল বিভিন্ন বঁটা পুৰস্কাৰ ইত্যাদি গুণগ্ৰাহী চৰকাৰ আৰু অসমৰ উৎপন্ন বস্তুৰে চহকী হোৱা উদ্যোগ-অনুষ্ঠান ইত্যাদিৰ পৰা। কোনো চাহ কোম্পানীয়ে যেতিয়া এই সাহিত্যিক সকললৈ ধনৰ টোপোলা মেলি দিলে, তেতিয়া কোনো কোনো মহলত প্ৰশ্ন উঠিছিল এই ধন চাহ জনজাতি সমাজৰ উন্নয়নতহে খৰছ হ'ব লাগিছিল। তেতিয়া সকলো লাজ কাজ নেওচি কোনো অসম আন্দোলনৰ বিৰোধী আৰু কলকতাত খ্যাতনামা হোৱা সাহিত্যিকে দাবী কৰিলে যে সেই পুৰস্কাৰ যথাৰ্থতে তেওঁলোকেহে পাব লাগে। সঁচাকৈয়ে তেনে এগৰাকীয়ে পাছ মুহূৰ্ত্ততে সেই পুৰস্কাৰ পাই আজি নানাৰঙী বিশ্বত এনেদৰে মছগুল হৈ পৰিল যে ২০০৭ চনৰ নৱেম্বৰ মাহত গুৱাহাটীৰ বেলতলাত ঘটা চাহ জনগোষ্ঠীৰ যুৱতীগৰাকীৰ ওপৰত হোৱা জঘন্য নিৰ্য্যাতনৰ সম্পৰ্কত তেওঁৰ এটা লিখাত মূল ঘটনাটোতকৈ বেলতলাত অৱস্থাপন্ন লোক সকলৰ অনাহক ক্ষতিতহে বেছি অসন্তোষ পোৱা যেন লাগিল। হয়তো এনে হ'বও পাৰে যে পুৰস্কাৰে আবেগক ওফৰাই তেওঁলৈ অধিক বস্তুনিষ্ঠতা আনি দিলে।

অসমৰ বৌদ্ধিক জগতত বৰপীৰা পাৰি বহা বহুতেই আজি নিজা ব্যক্তিগত লাভত মজি অসমৰ প্ৰকৃত সমস্যা বিলাকত মন-কাণ নকৰা হ'ল। ৰাজ্যৰ সাধাৰণ জনগণৰে মিলি খিলঞ্জীয়াৰ আত্মৰক্ষাত প্ৰথমে নিজৰ ৰাজ্য চৰকাৰৰ পৰা গণতান্ত্ৰিক কৰ্ত্তব্য আদায় কৰিবলৈ অপাৰগ, থলুৱা লোকৰ আলৈ-আহুকাল, বিদেশী অনুপ্ৰবেশকাৰীৰ অবাধ বিচৰণ, মৌলবাদীৰ চক্ৰান্ত, ষড়যন্ত্ৰ, ঘৰুৱা সন্ত্ৰাসবাদীৰ নিজৰ

মানুহৰ লগতে যুগ জোৰা নৃশংস হত্যাকাণ্ড ইত্যাদিক ভেটিবলৈ তেওঁলোকৰ কোনো ব্যক্তিগত বা গোষ্ঠীগত চিন্তা-পৰিকল্পনা নাই। ভাব হয় যে চৰকাৰখনৰ (যি দলৰেই নহওঁক) লগতে এই বুদ্ধিজীৱি সকলেও বুজি পালে যে যিমান দিনলৈ ৰাজ্যখনত অৰাজকতা বিস্তাৰিত হৈ থাকিব, তেতিয়ালৈকে তেওঁলোকৰ স্বাৰ্থ পূৰণ হৈ থাকিব।

কেতিয়াবা আকৌ অসমৰ সাহিত্যৰ লোকসকলে অসমৰ জাতীয় সন্মানৰ অভিভাৱক হৈ ওলায় আৰু সেই স্থানৰ পৰা বহুবালি প্ৰদৰ্শন কৰি সমগ্ৰ জাতিটোলৈকে লাঞ্চনা চপায়। লক্ষ্মীনাথ বেজবৰুৱাৰ ১৯৪৪ চনৰ অসম সাহিত্য সভাত পাঠ হোৱা সভাপতিৰ অভিভাষণখনৰ সম্পৰ্কত অলপতে (২০০৭) হৈ যোৱা বিতৰ্কখন তাৰে এটি জ্বলন্ত উদাহৰণ। ২০০৬ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ বাংলা বিভাগৰ অৱসৰপ্ৰাপ্ত অধ্যাপক্ অমলেন্দু চক্ৰৱৰ্তীয়ে বঙ্গৰ একালৰ সাহিত্যিক নলিনীকান্ত গুপ্তৰ বিষয়ে বাংলা আলোচনী এখনত এখন ৰচনা লিখিলে আৰু তাত তেওঁ সাহিত্য সৰ্বস্ব আজিৰ অসমীয়া সাহিত্যিক কেতবোৰক উচপ খুৱাই দিলে ইয়াকে আঙলিয়াই দি যে ১৯২৪ চনৰ বেজবৰুৱাৰ অভিভাষণ খনৰ কিছু খণ্ড নলিনীকান্তৰ লেখাৰ পৰা হুবহু তুলি দিয়া।[১০৩] বেজবৰুৱা অভিভাষণৰ পৰা লোৱা কথা আৰু নলিনীকান্তৰ তাৰো বহু বছৰৰ আগতে প্ৰকাশ হোৱা কথা একেলগে তুলি দি ২০০৭ চনৰ ১২ মাৰ্চ তাৰিখৰ 'আমাৰ অসম'ত প্ৰশান্ত ৰাজগুৰুৱে নিৰ্ভুলভাৱে দেখুৱাই দিলে যে চক্ৰৱৰ্তীৰ বক্তব্য সত্যৰ ভেটিত প্ৰতিষ্ঠিত। চক্ৰৱৰ্তীয়ে তেওঁৰ প্ৰবন্ধটো প্ৰথমে অসমীয়া আলোচনী এখনত নছপাই কিয় বাংলা আলোচনীত ছপালে সেই লৈ অসমৰ সাহিত্যৰ সমাজখনৰ বহু ব্যক্তিয়ে তেওঁৰ গোপন উদ্দেশ্য থকা বুলি সন্দেহ কৰি তেওঁৰ ওপৰত জকি উঠিল।[১০৪] চক্ৰৱৰ্তীৰ ওপৰত কৰা অসমীয়া সাহিত্যিকৰ কটু বাক্যই প্ৰমাণ কৰিলে মাথোন অসমীয়া সাহিত্যিক সকলৰ বৌদ্ধিক সততাৰ শূন্যতা আৰু বস্তুনিষ্ঠতাৰে অতীত ঘটনা এটিৰে মুখামুখি হোৱাৰ অপাৰগতা। তেওঁলোকে চক্ৰৱৰ্তীৰ আচৰণত দেখিলে অসমীয়া জাতিৰ প্ৰতি অসন্মান প্ৰদৰ্শন। অসম সাহিত্য সভাৰ প্ৰাক্তন সভাপতি নগেন শইকীয়াই, (যিজনৰ সাদ্‌উল্লাৰ ওপৰত কৰা মন্তব্য আগতে কোৱা হৈছে) ঘোষণা কৰিলে শঙ্কৰদেৱ, লক্ষ্মীনাথ বেজবৰুৱা আৰু জ্যোতি প্ৰসাদ আগৰৱালা এই তিনিজন ব্যক্তিক সকলো গ্লানিৰ পৰা আঁতৰ কৰি ৰখোৱাতেই নিৰ্ভৰ কৰিছে অসমীয়াৰ সন্মান।[১০৫] এই অসমীয়া সাহিত্যৰ অধ্যাপকজনে লজ্জাবোধ কৰা দেখা নগ'ল যে বেজবৰুৱাৰ বিষয়ে অগণন চিন্তা-চৰ্চা গৱেষণা হৈ থকা সত্ত্বেও তেওঁলোকে নিজেই বেজবৰুৱা অভিভাষণৰ বিতৰ্কিত অংশখিনি ইমান কেইটা দশক ধৰিও উলিয়াব নোৱাৰিলে।

শঙ্কৰদেৱ, বেজবৰুৱা আৰু জ্যোতি প্ৰসাদৰ সন্মান কোনেও লঘু কৰিব নোৱাৰে। তেওঁলোক নিজা গুণেৰে সদায়েই মহীয়ান হৈ থাকিব। কিন্তু কথা হ'ল

অসমীয়া জাতিলৈ এই তিনিজন মহান পুৰুষৰ প্ৰকৃত দান, শইকীয়াই বুজাৰ দৰে তেওঁলোকে থৈ যোৱা সাহিত্য সৃষ্টিখিনিয়েই নহয় ; সেইবোৰ হ'ল তেওঁলোকৰ উদ্দেশ্য আৰু আদৰ্শ প্ৰকাশৰ মাধ্যমহে। শঙ্কৰদেৱ প্ৰধানতে হ'ল ধৰ্ম সংস্কাৰক, মাৰ্টিন লুথাৰৰ দৰে। লুথাৰে খ্ৰীষ্ট ধৰ্ম সংস্কাৰৰ কাৰণে বাইবেলখন শুৱলাকৈ জাৰ্মান ভাষালৈ অনুবাদ কৰি জাৰ্মান ভাষা টনকিয়াল কৰি গ'ল। লুথাৰক যদি জাৰ্মান সকলে মাথোন জাৰ্মান বাইবেলখনৰ বা তেওঁৰ সাহিত্য চৰ্চ্চাৰ কাৰণেহে সন্মান কৰি থাকিলেহয়, তেনেহলে প্ৰটেষ্টান্ট ধৰ্মই জাৰ্মেনীত প্ৰসাৰণ নলভিলে হয়। ঠিক তেনেকৈয়ে ভক্ত সকলক এক ঈশ্বৰৰ (কৃষ্ণৰ) প্ৰতি শৰণাপন্ন হৈ সকলো মানৱীয় গুণেৰে সংস্কৃতিবান জীৱন এটি কিদৰে যাপন কৰিব পাৰি সেই পথ দেখুওৱাৰ লক্ষ্যতেই সৃষ্টি হ'ল শঙ্কৰ-মাধৱৰ সাহিত্য কৃতি। আজি প্ৰায় সকলো অসমীয়াই শঙ্কৰদেৱৰ ধৰ্মীয় দৰ্শন এৰি বিভিন্ন দেৱ-দেৱীৰ পূজা-পাতল আৰু জাত-পাত বিচাৰত ব্যস্ত। প্ৰতি বছৰে দুৰ্গা পূজা বা আন আন পূজা অসমত বাঢ়ি গৈ থকাত শঙ্কৰী ধৰ্মৰ, মানে শঙ্কৰী জীৱনাদৰ্শৰ ব্যভিচাৰ হৈছে। আনকি যি সকলে শঙ্কৰদেৱৰ নামত সংঘ আদি পাতি শঙ্কৰীধৰ্মৰ ৰক্ষাত নামিছে, তেওঁলোকেও নাম-ভটিমা-ভাওনা, ওজা পালি আদিৰ প্ৰসাৰণ প্ৰচেষ্টাতকৈ সৰু সৰু নীতি-নিয়মক লৈ কাজিয়া-পেচালত নিমগ্ন। সেই কাৰণেই আজিৰ অসমত আকৌ আজান ফকিৰ নোলাব, যদিও ই বহুজন আজান ফকিৰক জন্ম দিব লাগিছিল। তাৰ ঠাইত আজিৰ অসমত ওলাব লাগিছে সহস্ৰজন ওচামা বিন লাডেনৰ ভক্ত। বাণীকান্ত কাকতীয়ে ঠিকেই মন্তব্য কৰিছিল যে অসমীয়া মানুহৰ ধাৰ্মিকতা নাই, দৰ্শন নাই আৰু তেওঁলোকৰ উদ্যম ধানখেৰৰ জুইৰ দৰে।[১০৩] লক্ষ্মীনাথ, জ্যোতিপ্ৰসাদ দুয়োজনেই শঙ্কৰ-মাধৱৰ আদৰ্শৰে অনুপ্ৰাণিত। দুয়োজনৰে প্ৰধান লক্ষ্য আছিল অসমীয়া জাতীয়তাবোধ গঢ়ি তোলা। তেওঁলোকে তেওঁলোকৰ সাহিত্য প্ৰতিভা সেই উদ্দেশ্যতে খটুৱাইছিল। কিন্তু আজি এনেবোৰ কাণ্ড ঘটিব লাগিছে যে গণ্য-মান্য সাহিত্যিক, ইতিহাসবিদেৰে পূৰ্ণ এটা গোষ্ঠীয়ে প্ৰায় তিনি দশক জুৰি অপচেষ্টা চলাই আহিছে অবিচলিত গান্ধীবাদী, অসমপ্ৰেমী জ্যোতি প্ৰসাদক কমিউনিষ্ট পন্থী কৰিবলৈ। তাৰে অগ্ৰণী এজনে আনকি জ্যোতি প্ৰসাদৰ লিখাতো হাত দি তেওঁক সন্ত্ৰাসবাদ সমৰ্থক কমিউনিষ্ট কৰিবলৈও চেষ্টা কৰিছিল, বিষ্ণুৰাভাক 'সৈনিক শিল্পী' কৰাৰ গতেৰে।

এইটো অৱশ্যেই স্বীকাৰ্য্য যে বেজবৰুৱাৰ খ্যাতি আৰু অসমীয়া সাহিত্য জগতত তেওঁৰ সৃষ্টিৰ বিশালতা আৰু গুৰুত্ব সদায়েই সৰ্বোচ্চ স্তৰত থাকিব আৰু তেওঁক সেই মান্যতাৰ পৰা কোনেও খহাব নোৱাৰে। সময়ৰ নাটনিত তেওঁৰ নামত তেওঁৰ দুজন শুভাকাঙ্খী বন্ধুৱে কৰা কামত তেওঁ দৃষ্টি ৰাখিব নোৱৰাৰ বাবদ ঘটনাটো ঘটিল বুলি আনুষঙ্গিক বহু কথাৰ পৰা ঠাৱৰিব পাৰি, গতিকে ঘটনাটোৱে মহান ব্যক্তি

মাউন্টবেটেনৰ প্ৰতি থকা নেহৰুৰ আবেগিক আনুগত্যৰ ফলত কাশ্মীৰ সমস্যা ভাৰতীয় নীতি-বিচাৰেৰে সমাধা নহৈ বিশ্বদৰবাৰলৈ গৈ কেনেকৈ চিৰকলীয়া সমস্যা হৈ পৰিল সেই কথা কোনে নাজানে? মাউন্টবেটেনৰ প্ৰতি থকা নেহৰুৰ আনুগত্যই যে অসমৰ টেটুতো সৰ্বকাললৈ পূব পাকিস্থানী (আজিৰ বাংলাদেশী) জঞ্জালখিনি আঁৰি দি প্ৰদেশখনক পলে পলে জহন্নামলৈ নি আছে সেই কথাও অসমৰ মানুহে আজি জানেনে নাই সন্দেহ। কথাটো কওঁঃ

পূব পাকিস্তান-পশ্চিমবংগ আৰু পূব পাকিস্তান-অসমৰ আন্তঃৰাষ্ট্ৰীয় সীমাৰেখা নিৰ্ণয়কাৰ্য্য মাউন্টবেটেনে খৰধৰকৈ সমাপ্ত কৰিবলৈ ওলাই বৃটিছ আইনজ্ঞ ছাৰ ছিৰিল ৰেডক্লিফৰ অধীনত এখন কমিছন পাতি দিছিল। ৰেডক্লিফৰ উত্তৰ-পূব ভাৰতৰ ভৌগোলিক, সাংস্কৃতিক পৰিস্থিতিৰ জ্ঞান একেবাৰেই নাছিল। গতিকে বংগৰ সীমাৰেখা নিৰ্ণয় কৰা কমিছনেই অসমৰো সীমাৰেখা নিৰ্ণয় কৰিলে আসোঁৱাহ থাকি যায় বুলি জ্ঞান কৰি অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে নেহৰুৰ ওচৰত অসমৰ কাৰণে পৃথক কমিছনৰ দাবী কৰিলে। নেহৰুৱে বৰদলৈৰ আপত্তিৰ কথা মাউন্টবেটেনক এইবুলি ক'লে যে বৰদলৈৰ মতে "বংগৰ লোকে অসমৰ কথাৰ বুজ হয়তো নাপাব বা তেওঁলোকৰ সেইবোৰলৈ বিশেষ ধাউতি নাথাকিব।" ইয়াৰ লগতে নেহৰুৱে বিষয়টো পাতল কৰি তেওঁৰ ফালৰ পৰা এই কথা যোগ দিলে - "আচলতে অসমীয়া আৰু বাঙালীৰ মাজৰ মতভেদ বহুদিনৰপৰাই চলি আহিছে, তেহেলৈ মানুহখিনি হিন্দুৱেই হওক বা মুছলমানেই হওক।" নেহৰুৰ যোগেদি অহা বৰদলৈৰ অসমৰ কাৰণে পৃথক কমিছনৰ দাবী গ্ৰহণ কৰিবলৈ মাউন্টবেটেন ইচ্ছুক নাছিল। যিহেতু তেওঁ খৰখেদাকৈ কামটো সমাপ্ত কৰিব খুজিছিল। সেই গতিকে তেওঁ নেহৰুক এটা তৰল যুক্তি দি ক'লে যে দুখন কমিছনেৰে কামটো সোনকালে সমাপ্ত হোৱাৰ আশা থাকিলেও তাক কাৰিকৰী কাৰণবশতঃ কৰিব নোৱাৰি, যিহেতু বৃটিছ সংসদৰ বিধেয়কত মাথোন এখন কমিছনৰ (a boundary commission) কথাহে কোৱা হৈছে। ভাৰতৰ আন্তঃৰাষ্ট্ৰীয় সীমাৰেখা সম্বন্ধীয় এনে গুৰুতৰ কথাত নেহৰুৱে মাউন্টবেটেনৰ এনে তৰল যুক্তি মানি লোৱাত বৰদলৈ হতভম্ব হ'ল। বৰদলৈয়ে প্ৰত্যুত্তৰত ক'লে যে অসমক সেই কমিছনত প্ৰতিনিধিত্ব কৰিবলৈ অন্ততঃ দুজন পৰামৰ্শদাতা (assessors) কমিছনত ৰাখিব লাগিব। তৰ্ক-বিতৰ্ক, বাক-বিতণ্ডাই কাম ততাতৈয়াকৈ অন্ত পেলোৱাত সহায় নকৰিব বুলি ভাবি মাউন্টবেটেনে তাকো নাকচ কৰিলে। বৰদলৈয়ে এইবাৰ ক'লে যে অসমৰ পৰামৰ্শদাতাক যদি কমিছনত ঠাই দিয়া নহয়, তেনেহ'লে বাউণ্ডেৰি কমিছনে অসম চৰকাৰক তেওঁলোকৰ মতামত দাঙি ধৰিবলৈ সুযোগ দিব লাগিব, নহ'লে অসমীয়াৰ স্বাৰ্থ বিপদাপন্ন হোৱাৰ ভয় আছে। এই কথাও নেহৰুৱে মাউন্টবেটেনৰ কাণ ছোৱালে। তথাপিও কোনো ফল নধৰিলে, কাৰণ নেহৰুৱে নিজেই গাত লাগি কামটো কৰা নাছিল। মাউন্টবেটেনৰ দৰে তেৰোঁ ভাবি লৈছিল যে সময়ৰ বান্ধোনক অবজ্ঞা কৰি যদি স্থানীয় ওজৰ-আপত্তিক প্ৰশ্ৰয় দিয়া হয়, তেনেহ'লে এটা অকোৰা-পকোৰা, জটিল সীমাৰেখাৰহে সৃষ্টি হ'ব। তেওঁ আকৌ ক'লে যে সমগ্ৰ প্ৰশ্নটোক এটা জাতীয় বিষয় বুলিহে গণ্য কৰি বিচাৰ কৰা উচিত, আঞ্চলিক স্বাৰ্থৰ

বিষয় বুলি নহয়। বৰদলৈৰ চিন্তাক সাধাৰণ অসমীয়া-বাঙালী ভেদাভেদৰ প্ৰতিচ্ছবি বুলি লৈ নেহৰুৱে অসমৰ স্বাৰ্থক অবজ্ঞা কৰি কি দৰে ভাৰতীয় স্বাৰ্থ সবল কৰিলে সেই কথা বাংলাদেশ-অসমৰ সীমাৰেখাৰ অৱস্থাই আজিলৈকে দেখুৱাই আছে।

নেহৰুৱে ভবাৰ দৰে বৰদলৈয়ে সীমা নিৰ্ণয়ৰ ক্ষেত্ৰত অকল অসমীয়াৰ কথাকেই ভবা নাছিল, হিন্দু বাঙালী লোকৰ বসবাস অঞ্চল, খাছি জনজাতিৰ কিছু এলেকা আৰু আনকি তেতিয়াৰ অসমৰ বাহিৰত থকা কিছু অঞ্চল পূব পাকিস্তানত যাতে নপৰে সেই বিষয়তো চিন্তিত হৈছিল। বৰদলৈ ক্ষান্ত নোহোৱাত নেহৰুৱে শেষত বৰদলৈকেই মাউন্টবেটেনক লগ ধৰিবলৈ ক'লে। বিভিন্ন ক্ষেত্ৰত আগৰ বৰলাট ৱাভেলৰ দৰে মাউন্টবেটেনেও বৰদলৈৰ ৰাজনীতি জ্ঞানৰ প্ৰখৰতা আৰু উদ্দেশ্যত উপনীত হ'বলৈ থকা তেওঁৰ দৃঢ়তাৰ বিষয়ে গম পাইছিল। বৰদলৈৰ সাম্প্ৰদায়িকতাহীন সুপ্ৰশাসন আৰু তেওঁৰ দিনৰ অসমৰ সকলো চুক-কোণৰ সবিশেষ জ্ঞান তেওঁৰ নখৰ দৰ্পনত থকাৰ কথাও মাউন্টবেটেনে জানিছিল। বৰদলৈৰ লগত কথা হৈ তেওঁ উপলব্ধি কৰিলে যে অন্ততঃ অসমৰ ক্ষেত্ৰত বৰদলৈৰ উদ্বিগ্নতাৰ ঘাই কাৰণ আছিল ১৯৪৭ চনৰ মে' মাহত লিয়াকত আলী খানে 'contiguous majority areas' অৰ বিষয়ে কৰা মন্তব্যটো। খানে কৈছিল সীমাৰেখা নিৰ্ণয় কৰোঁতে শ্ৰীহট্টৰ উপৰিও শ্ৰীহট্টৰ কাষৰ মুছলমান বসতিৰ দুখন জিলা পূব পাকিস্তানত সোমাব লাগে। যদিও বাউণ্ডেৰি কমিছনৰ ঘোষণাৰ আগতে সি কি হ'বগৈ সেইকথা মাউন্টবেটেনে বৰদলৈক ক'বলৈ নিবিচাৰিলে তথাপিও পৰিসীমা সম্পৰ্কে বৰদলৈৰ উদ্বিগ্নতা আঁতৰাবলৈ মাউন্টবেটেনে আওপকীয়াকৈ ইংগিত দিলে যে গোৱালপাৰা আৰু কাছাৰক লৈ তেওঁ উদ্বিগ্ন হোৱাৰ প্ৰয়োজন নাই।

ভাৰতৰ জাতীয় স্বাৰ্থৰ কাৰণেই পণ্ডিত জৱাহৰলাল নেহৰুৱে স্থায়ী কৰি যোৱা ভাৰতৰ বহুবোৰ ৰাষ্ট্ৰীয় প্ৰথাৰ পৰিবৰ্তনৰ সময় আহি উকলি গৈছে, বিশেষকৈ প্ৰাদেশিক স্বায়ত্ব শাসন, ধৰ্মনিৰপেক্ষতা আৰু সমনাগৰিক অধিকাৰৰ (ছিভিল ক'ড) ক্ষেত্ৰত। আমাৰ বহু ধূৰ্ত ৰাজনীতিকৰ অপচেষ্টাৰ ফলত এই পৰিবৰ্তনৰ বাঞ্ছাটো সবল ৰাজহুৱা দাবী হৈ পৰাগৈ নাই। এই প্ৰসংগত ১৪ নবেম্বৰ, ২০০৭ তাৰিখে অসমৰ এতিয়াৰ মুখ্যমন্ত্ৰীজনে নিজ প্ৰতিকৃতিৰে ৰাইজৰ ধনেৰে অসমৰ বাতৰিকাকত কেইখনমানত নেহৰুলৈ শ্ৰদ্ধাঞ্জলি জনাই যি বিজ্ঞাপন নিজৰ নামেৰে ছপালে সি নিৰ্লজ্জকৰ। যিজন ব্যক্তিয়ে ২০০৭ চনৰ ২৫ জুন তাৰিখলৈকে গোপীনাথ বৰদলৈৰ গাঁও পঞ্চায়ত বিধেয়কখনৰ কথা নাজানিছিল সেইজনেই ১৬ অক্টোবৰ, ২০০৭ চনৰ প্ৰান্তিকৰ পৰা বোধহয় কথাটোৰ বিষয়ে জানিব পাৰি উপৰিউক্ত বিজ্ঞাপনটোত ৰাইজক জনালে যে বৰদলৈৰ সেই বিধেয়কখন হেনো নেহৰুৱে অসমক দিয়া দান আছিল। ইয়াতকৈ নীচমনা আৰু চয়তানী উক্তি থাকিব পাৰেনে?

# বিশিষ্ট (৭)

## Gopinath Bardoloi's Meeting with Kushal Konwar, a Gandhian Martyr. *

### Nirode K. Barooah

Kushal Konwar (1905-1945), one of our most memorable freedom fighters, was hanged to death by the then British rulers in the Jorhat jail on June 15, 1943 on the charge of derailment of a train at Sarupathar during the Quit India Movement, an incident he had most probably little to do with, far from taking any direct role in it.

The name 'Kushal Konwar' conjures up three different thoughts in my mind simultaneously. First, it reminds me of the triumph of the Gandhian principles even in a period considered to be a revolutionary phase of Indian freedom struggle. In fact, two of Assam's most immortal heroes of the Quit India Movement - Kamala Miri and Kushal Konwar were hundred percent Gandhian, both in thoughts and deeds. Secondly, my mind immediately goes to that despicable British officer, who passed that unalterable judgment based on insufficient and doubtful evidence. The officer was none other than C.A. Humphrey, the Deputy Commissioner of Sibsagar, who had earlier, while being at the same job in Guwahati eighteen months previously, let loose his hordes of policemen, armed with lathis and bayonets, against the peaceful student processionists on December 6, 1941. Thirdly, and most importantly, the name evokes a great reverence for the extraordinary calmness and

---

* First published in 'The Sentinel', 23 April 1995.

serenity with which Konwar accepted the death sentence and proceeded to the gallows. This, and his last words made a tremendous impact on the fellow Satyagrahi inmates of the jail including many veteran Congress leaders.

## The man, the case and the judgement

Kushal Chandra Konwar was born at Chaudang Chari Ali near Sarupathar in the Golaghat sub-division in 1905. After finishing his primary school at Baligaon, he joined the Bezboruah M.E.School in Golaghat in 1918. However, he soon discontinued his school education to join the Non- Cooperation Movement in 1921. In 1925 he established a primary school and started teaching there. The income from this work was hardly enough to maintain his family and he was forced to look for another job. In 1927 he joined Balijan Tea Garden as a clerk. His heart was however in the freedom struggle and in 1935 he decided to quit the tea garden job in order to get completely involved in the Congress movement. He became the secretary of Sarupathar Primary Congress Committee and began preaching and interpreting Congress policies and programme to the village people with a great sense of discipline. During the Quit India Movement, on October 10, 1942 to be exact, an uptrain was derailed soon after it had left Sarupathar in the small hour of the morning and it was ascertained that the derailment was caused by the removal of two pairs of rails, with their sleepers just in front of a bridge. Police arrested a large number of people on the suspicion of sabotage and finally charged Kushal Konwar and five others with conspiracy against the empire. The five others were Dharma Kanta Deka, Kanakeswar Konwar, Ghanashyam Saikia, Nagen Chutia and Indreswar Phukan.

The case 'King Emperor vs. Kushal Konwar and others' came to be decided by C.A. Humphrey, the District Magistrate

of Sibsagar, and on March 6, 1943 he passed the judgement. Relying completely on the evidence of an approver, he found Kushal Konwar and the other five guilty of involvement in the conspiracy. Humphrey sentenced Kushal Konwar and three others to death by 'hanging by the neck' and the other two to ten years imprisonment. Later on, the authorities commuted the death sentences of the three because of several appeals made on behalf of all the convicts to the Governor of Assam and the Governor-General of India. Kushal Konwar alone was chosen for the gallows, mainly to achieve the political objective of inspiring awe and subordination among the masses.

That Humphrey selected Kushal Konwar for the maximum sentence for he being the leading man at the Congress office at Sarupathar, there cannot be of any doubt. The sole idea behind the judgement seems to have been to deter people from participating in the Congress movement. The magistrate himself admitted that the case depended 'almost entirely' on the evidence of the approver and true enough, in the whole long judgement there was hardly any other subtantial evidence to corroborate the story. The magistrate also admitted that the handwriting on some papers including a railways map, seized from the Sarupathar Congress office, which the approver idenfied as that of Kushal Konwar's could not be proved. Nor was the identity of the accused actually participating in the sabotage act verified and ascertained. Humphrey was guided completely by the circumstantial evidence. It is also important to know that when one absconded person connected with the case, one Baikuntha Singh, was later arrested and the case was reopened, the very same set of withnesses provided no evidence at all connecting Kushal Konwar with the whole afair. This, combined with the fact that no single person was actually killed in the derailment (in that otherwise very well produced book called Axamiya Jibani Abhidhan, 1992 by Sofia Press and Publishers, it is wrongly

stated that about 1,000 people were killed in this derailment) make the punishment meted out to Kushal Konwar itself an act of utter criminality. Unlike Humphrey's earlier case of brutality in Guwahati on December 6, 1941, which had aroused a great public protest against him and the Government, leading not only to his transfer from Kamrup but also to the resignation of the third Saadulla ministry, the murderous instinct he showed in the Sarupathar judgement passed comparatively unquestioned. The defence of India gave him a lofty motive and the fact that Sarupathar was included in the partially excluded areas freed his judgement from the jurisdiction of the Calcutta High Court.

## The last days of Konwar

During the period Kushal Konwar was in jail prior to his execution he was not allowed to receive any visitors except his wife. However, on the afternoon of June 14, 1943, the day before his execution, the jailor permitted Gopinath Bardoloi and some other Congress prisoners of the jail to meet Konwar in his cell. Bardoloi was so moved by Konwar's peaceful, serene state of mind and the depth of his wisdom that he wrote down his experience vividly in his diary of the time kept in Assamese. He also made some other notes about the incident. Below we give some extracts from Bardoloi's own writings about his interview with Konwar :

> "... It was simply overwhelming what we saw there. We went there to see if we could bring any little consolation to him, but instead we found that he was the fit and proper person not only to console us but also to inspire us throghout our lives. The impending death seemed to have fulfilled Kushal Konwar's sadhana for which he was striving all this life. What he said and how he said it could not have been done without attaining the condition of Sthitaprajnya."

"Although I cannot repeate verbatim all what he said, I do not think I will ever forget in the rest of my life the manifestation of pure joy, firmness and an abiding faith in God that we saw writ large in his face. I pray God that I should always be reminded of it. I would feel myself blessed if I were to acquire the same state of mind at the time of my death... The substance of what he said is this :

"I am innocent of the offence for which I have been condemned. The sentence is in excess. I am a believer in Mahatma's non-violence and for the last 17 years I have lived a non-violent life discarding not only non-vegeterian food but even salt. Derailment of trains and killing human beings thereby could not have been done by me. Since I am a Congress worker and the only literate man in the region, I used to explain Congress literature to the people. I also took part in the religious discussions in the community assemblies and yet it is ordained that I should be thus sentenced. But I do not have any worries or anxieties on this count. If, of all people I have to get the punishment, I must take it as the will of God. He has selected me and that is why nothing has come out of all the pleas that have been made for my release ... Whenever there is the life, there is death and also rebirth. While taking birth the pain was for one and a half hour, now it will be only for 15 minutes. My soul belongs to no one ; no one can touch it. The Government cannot; you cannot. The Almighty has given this and only he will take it."

"The most gentle way in which he said this and with such a radiant glow in his face that we were all astounded listening to him. I only said 'The Almighty is full of joy. Joy reigns in your heart. I bow to you with all my heart and soul.'

পৰিশিষ্ট (৮)

# Gopinath Bardoloi's Relations with Kamala Miri,A Great Patriot *

Dr. Nirode K. Barooah

It is surprising how little is know today among the younger generations of the Assamese, about the glorious roles played by many of Assam's sons and daughters in the freedom struggle of India. Ignorance of the freedom movement is so abysmal that many today even think that India did not have to fight for her freedom at all and that it came automatically as the British decided to Quit India on their own.

The post-independence genertations do, however, have some knowledge of the impact of Gandhian ideals in Assam in the past, but the true significance of these ideals and their connection with the actual attaining of freedom on the one hand and the British atrocities and repressions on the other, is seldom understood. The story of Kamal Chandra Miri, better known as kamala Miri, who died as a Gandhian satyagrahi in the Jorhat jail fifty years ago, on April 22, 1943, not only helps us to understand this triangular connection between Gandhian deaths, Indian freedom and British repression, but also reminds us of Assam's unique role in the Indian freedom struggle.

## Santi-senas : the backbone of 1942 Movement

As the war approached the borders of India and no agreement was reached between the Congress and British

* Published in 'The Sentinel' 15 April 1995.

Government on Indian cooperation in the war, Gandhiji, at least to face the emergency situation, propounded his constructive programme and explained it to the representatives of the provincial Congress Committees in Wardha on January 17, 1942. When the Assam Congress representatives returned from Wardha, the provincial Congress Committee (APCC) met at Nagaon on January 31 and adopted a resolution to implement the Gandhian programme.

The two pillars of the programme accepted by the APCC were the santi-sena dals (peace volunteer corp.) and the panchayats (village councils). The Assam Congress leaders apprehended that the police would not be able to keep internal peace during any hostile outside attack and chaos would prevail under such situation. They therefore gave utmost importance to enlist people to the santi-sena dals primarily in villages for self-reliance and mutual cooperation with the Government. The APCC called upon the district Congress committees immediately to prepare a list of such volunteers with addresses for carrying out the constructive programme.

In practice, the Assam Congress conceived the santi senas as a part of the Gandhian village panchayat system, an equivalent of local self government. While the santi-senas would maintain peace and order in a particular area in their charge, the civil and criminal cases, would be settled by the panchayat. It was visualized that as a popular institution the system would enjoy the trust and confidence of the villagers. In that Nagaon meeting of the APCC, a provincial emergency sub-committee was formed to look into the constructive programme. The members of this sub-committee were Gopinath Bardoloi, Omeo Kumar Das, Bisnuram Medhi, Dr. Harikrishna Das, Dr. Bhubaneswar Barooah, Fakhruddin Ali Ahmed and Siddhi Nath Sarma (secretary). Later Dev Kanta Barooah was also included as assistant secretary. These leaders were busy raising funds for the

programme and inspiring the people to enroll themselves in the santi-sena dals. Similar emergency sub-committees were formed in district levels as well. Rejendra Nath Barua was made the overall leader of the santi-senas.

The santi-sena dals grew raipdly in Assam and became very popular. When Jawaharlal Nehru visited Assam in April 1942, primarily to inspect the relief camps for the evacuses from Burma, he too exhorted people of the Assam valley to organise santi-senas for self protection. Nehru also inspected a training camp for the senas at Boko in Kamrup district and encouraged the volunteers. R.K.L. Nandkeolkar, one of Gandhiji's emissaries, also went to Guwahati to inspect the santi-sena camps in Sibsagar and Golaghat. He discussed with the Congress workers and delivered lectures on the constructive programme of self-sufficiency and self-protection and exhorted the people to join the santi-sena dals in large numbers. A confidential report of the Assam Governement of the time concluded : 'Apparently these outside agencies gave an impetus to the local workers for the organisation of santi sena in large numbers in villagers specially throughout the Assam valley district (except Garo Hills) and the organisation is getting support from the public.'

## Governmental Atrocities

In the beginning the authorities did not show any open hostility to the rapid growth of the santi-sena dals. In fact the Gandhian non-violence, on which they were based , was even regarded with respect. In some ways, as in the 'grow more food' policy, the aims of the constructive programme were idential with those of the Government. But the official attitude to the Congress soon changed. The all-India Congress Committee (AICC), sitting at Allahabad from April 29 to March 2 1942, resolved, 'that Britain must abandon her hold on India and that it is on the basis of independence alone that India could deal

with Britain or other nations.' Meeting again in Bombay on August 7, the AICC finally ratified Quit India resolution. As an answer to this direct confrontation, the Government banned all Congress organisations on August 9 and put all the leading Congressmen in centre and provinces under detention.

Detention of Gandhiji and the central and provincial Congress leaders left the mass movement leaderless. The scrutinous eyes to keep the movement strictly on the Gandhian line thus gone, some of the political groups subsumed in Congress like the Congress Socialists, the Forward Blockists and the Communists of various shades and guises - came to influenee the masses with methods and activities not always legal or peaceful. As a result sporadic cases of arson, interference with railway and telegraph lines and other acts of disruption started taking place from towards the end of August and these in turn led to the increased official repression and atrocities. The santi-senas which were meanwhile seen as a threat to the parallel official organs, were banned.

Although occassionally misguided by some radical politicians, the santi- senas were primarily inspired by the Gandhian principles of satyagraha and core of them came from the simple folk with great patriotism, dedication and moral courage. Gandhiji said : 'Every satyagrahi should vow that he would either be free or would die in the attempt to make himself free. The oath that a member of the santi-senas had to take, incorporated the Gandhian demand of selfless service.

## Kamala Miri's Greatness

It is against this backdrop that we have to evaluate the contribution of Kamala Miri to our freedom struggle. Unfortunately not very much is known of Miri's life prior to the eight months of incarceration in the Jorhat jail between 1942 and 1943. W.e do not even know his exact or approximate date of

birth. Like Kushal Knowar, Miri belongs to that rare band of patriots whose sacrifice for an ideal made them immensely great.

Originally from Rangamati under the Dergaon police circle, Miri belonged to the Mising community and was an ardent Congress worker at the Golaghat Congress Committee office.. Although illiterate (until he learnt the alphabet from Gopinath Bardoloi in jail) Miri had a great influence among his village people and he carried Congress messages and Gandhian ideals to them with zeal and dedication. It was while being angaged in such a way that Miri was arrested on September 3, 1942 and put into the Jorhat jail. Since however there was no cognizible offence in his name, the magistrate was willing to let Miri off provided he gave an undertaking, disconnecting himself from Congress work. Miri refused to do this and was therefore sentenced to eight months rigours imprisonment. Miri was not in good health and the insanitary condition and inadequate ration in jail soon made him fall ill. As his condition gradually deteriorated, the jail authorities constantly tried to persuade him in all possible ways to give the required undertaking and leave the jail. To all these please, Miri is recorded to have replied thus : 'To me honour is far more dear than life. It will be my proud privilege to die in the vindication of my honour.' As the term of his sentence was nearing completion, Miri knew that his life was also ending. A couple of days before his death, the superintendent of the jail personally went to Miri for the last persuasion to leave the jail with a singular undertaking saying that he would stay away from the movement if not from the Congress. Miri remained adamant in his decision and is said to have replied in the following words :

> 'My sufferings are great and numerous. If I put up with them with cheer and joy it is not because I have any self interest to seek. It is for you, that I am suffering. Then why do you ask me to do something impossible. I will

never give an undertaking.'

On the day before the expiry of Miri's term of imprisonment, i.e. on April 22 1943, the relentless Miri breathed his last in the jail.

When one recalls that a few other Congressmen came out of the jail on far less serious grounds and signing a more humiliating undertaking then the one offered to Miri, one cannot but be astounded at the highest sacrifice Miri made for our freedom and honour.

## Bardoloi and Miri

As the 50th death anniversary of Kamala Miri is going to be held soon I am reminded of an incident that Gopinath Bardoloi left in his diary on May 10, 1949. On that day, early in the morning, Bardoloi found himself at the Mugalsarai railway station, on his way to New Delhi to attend the Constituent Assembly debates. Suddenly, Dalbahadur, his Nepali orderly, appeared from another compartment and informed him that his attache case had been stolen by some thief. Among the things Bardoloi lost thereby was a copy of 'Anasakti Yog' presented to him by Gandhiji himself. The book, a valuable possession of Bardoloi for eight years, was wrapped up in a small bag specially prepared for the book by Kamala Miri as a Gurudakshina for the trouble that Bardoloi took to teach him the alphabet while in jail. The incident made Bardoloi thoughtful. He recalled Gandhiji's kindness to him and Kamala Miri's simple faith in Gandhiji's doctrine of Ahimsa. Remembering Miri's words to the jailor, which we have already mentioned, Bardoloi wrote that Miri was verily a prophet for soon after the release of the leaders transfer of power process began.

# পৰিশিষ্ট (৯)

## গোপীনাথ বৰদলৈৰ চাৰিত্ৰিক বৈশিষ্ট্য আৰু গান্ধী-আদৰ্শ *

### ড০ নিৰোদ কুমাৰ বৰুৱা

গান্ধী-আদৰ্শৰ ৰাজনীতিক আজিকালি নোহোৱা হ'ল। ব্যক্তিগত জীৱনত তেনে কঠোৰ সংযম আৰু নৈতিকতা ৰক্ষা কৰি নিঃস্বাৰ্থভাৱে মাথোন দেশৰ হকে ত্যাগত লিপ্ত হোৱাৰ কালটোৰো অন্ত পৰিল। হয়তো ইয়াত দুখ কৰিবলগীয়া একো নাই, কাৰণ নতুন নতুন যুগত, অন্ততঃ গণতান্ত্ৰিক দেশৰ লোকে যুগধৰ্মী ৰাজনীতিকক বিচৰাটো স্বাভাৱিক। আনকি গান্ধীযুগতো প্ৰকৃত গান্ধীবাদী ৰাজনীতিকৰ সংখ্যা বৰ বেছি নাছিল। প্ৰায়সকল প্ৰকৃত গান্ধীবাদীয়েই ৰাজনীতিৰ বাহিৰত আছিল। এনে হোৱাৰ কাৰণেই গোপীনাথ বৰদলৈৰ দৰে হাড়ে-হিমজুৱে গান্ধী-আদৰ্শৰ ৰাজনীতিকজনক আনকি তেওঁৰ অসমৰ কংগ্ৰেছী সতীৰ্থসকলেও সকলো সময়ত বুজিব পৰা নাছিল ; বাহিৰৰ গান্ধী-আদৰ্শবাদীয়েহে বৰদলৈক অধিকতৰ গাঢ়ভাবে বুজিব পাৰিছিল যেন লাগে। এই প্ৰসঙ্গতে শ্ৰীপ্ৰকাশ, কাকাচাহেব কালেলকাৰ, ঠক্কৰ বাপা আদি লোকৰ কথা মনলৈ আহে। বৰদলৈৰ মৃত্যুত ৱাৰ্দ্ধাৰ এজন গান্ধীবাদী সমাজকৰ্মীয়ে সেয়েহে আক্ষেপ কৰি সেই সময়ত অসমৰ পৰা প্ৰকাশ হোৱা এখন হিন্দী পুস্তকত কৈছিল ঃ "হয়তো ইয়াকো ক'লেও ভুল নহব যে অসমৰ মানুহে গোপীনাথজীক সম্পূৰ্ণভাৱে চিনি নাপালে।"

আত্মপ্ৰচাৰবিমুখী আৰু স্বল্পভাষী হোৱা হেতুকেও বৰদলৈৰ চৰিত্ৰৰ বহু দিশৰ গূঢ়াৰ্থ তেওঁৰ দিনত প্ৰচাৰ হোৱা নাছিল। এতিয়াও নাই হোৱা। উদাহৰণস্বৰূপে, বৰদলৈৰ মৃত্যুত যেতিয়া তেওঁৰ বৃহৎ পৰিয়ালটো আৰ্থিক অভাৱত ডুব যাওঁ যাওঁ হোৱাৰ খবৰ ৰাজ্যপাল জয়ৰামদাস দৌলতৰামৰ পৰা কেন্দ্ৰলৈ গ'ল, তেতিয়াহে প্ৰধানমন্ত্ৰী জৱাহৰলাল নেহৰুৱে জানিলে যে যদিও এইজন মুখ্যমন্ত্ৰীৰ দৰমহা মাহে ২০০০ টকা আছিল, তেওঁ লৈছিল প্ৰথমে মাথোন এহেজাৰকৈহে আৰু পিছত অত্যন্ত নোৱাৰি ১৫০০ টকাহে। বৰদলৈৰ অসম ৰাজনীতিৰ সতীৰ্থসকলে তেওঁৰ সততাৰ কথা জানিছিল যদিও যি কোনো কাৰণতেই নহওঁক লাগিলে, এই সততা যে চূড়ান্ত পৰ্য্যায়ৰ আছিল তাক সকলো সময়তে বিশ্বাস কৰিব নুখুজিছিল। ইয়াৰো উদাহৰণ আছে। নীতিৰ খাতিৰত বৰদলৈয়ে সততে দি থকা পদ ইস্তফাবোৰক তেওঁৰ বহুবোৰ সতীৰ্থই মাথোন ভাবুকি বুলি লৈছিল। কিছুৱে সেইবোৰক

---

* উৎস ঃ 'গৰীয়সী' ১ম বছৰ ৩য় সংখ্যা ডিচেম্বৰ ১৯৯০

বৰদলৈৰ ক্ষমতাত বৰ্তি থাকিবলৈ কৰা সাধাৰণ চালাকী বুলিয়েই ধৰি লৈছিল বা আজিও ধৰি লৈ আছে। কিন্তু এই ধাৰণা কিমান যে ভুল তাক মাথোন এটা বিশেষ গুৰুত্বপূৰ্ণ উদাহৰণেই সাব্যস্ত কৰিব। ১৯৪৬ চনত নিখিল ভাৰত কংগ্ৰেছ কমিটিলৈ অসমৰ সদস্য নিৰ্বাচনত তেওঁ যেতিয়া সমাজবাদী কংগ্ৰেছ প্ৰাৰ্থী জগদীশচন্দ্ৰ মেধীৰ হাতত পৰাজয় বৰণ কৰে, বৰদলৈয়ে তেতিয়া নিজৰ জনপ্ৰিয়তা হ্ৰাস হোৱা বুলি মুখ্যমন্ত্ৰীত্ব ত্যাগ কৰিবলৈ ওলাই কংগ্ৰেছ সভাপতি আবুল কালাম আজাদলৈ চিঠি পঠিয়ালে। আজাদে বৰদলৈক কোনোমতেই পদত্যাগ কৰিবলৈ নিদিলে। কিন্তু অসমৰ কিছু কংগ্ৰেছী লোকে এই পদত্যাগটো মাথোন ভাবুকিহে বুলি ল'লে। আনকি সৌ সিদিনাও আমাৰ পুৰণা কংগ্ৰেছ নেতা এগৰাকীয়ে আমাক তেনেকৈয়ে কৈছিল। কিন্তু ইয়াৰ বিপৰীতে, যিজনৰ হাতত বৰদলৈ হাৰিছিল সেই জগদীশ মেধীয়েই বৰদলৈৰ মৃত্যুত নিম্নোক্ত কথাখিনি লিখি থ'লে ঃ

> "বৰদলৈয়ে প্ৰায়ে ৰাজনীতি ত্যাগ কৰাৰ কথা কৈ থাকিছিল। কোনো কোনো লোকে প্ৰায়ে এনে মন্তব্য কৰি থাকে যে বৰদলৈৰ এনে কথা সাধাৰণ ধমকনিৰ বাহিৰে আন একো নহয় ; তেওঁ মাথোন নিজা সফলতাৰ কাৰণেহে তেনে ধমকনি দি আছিল। কিন্তু যি সকল লোকে ওচৰৰ পৰা তেওঁৰ লগত সম্পৰ্ক ৰাখিছিল, তেওঁলোকে এই কথা ভালকৈয়ে বুজিছিল যে বৰদলৈয়ে হৃদয়ৰ পৰাই তেনে কথা কৈছিল.... মাথোন গীতাৰ উপদেশ, গান্ধী-আদৰ্শ, খেল-ধেমালীৰ অপৰাজেয় নিস্কাম আদৰ্শইহে তেওঁক ৰাজনীতিৰ পৰা পলায়ন কৰিবলৈ নিদিলে।"

বৰদলৈৰ চৰিত্ৰৰ বহু লক্ষণ আজিৰ যুগত বিৰল। কিছু আজিলৈকে আনকি অজ্ঞাতো হৈ আছে। বৰদলৈৰ অন্ততঃ হেৰাই নপৰা দিন-লেখাখিনিও ৰাইজৰ আগত আজিলৈকে প্ৰকাশ হৈ দেখা নিদিলে - যদিও সেইখিনি সম্পাদনা কৰি আমি ১৯৮৮ চনতেই অসম প্ৰকাশন পৰিষদৰ হাতত গতাই দিছিলো। সেই কাৰণেই বিশেষকৈ বৰদলৈৰ ১৯৪৮ চনৰ দিনলেখাৰ আধাৰত বৰদলৈৰ চৰিত্ৰৰ কেইটিমান বৈশিষ্ট্য আমি এই নিবন্ধত আগবঢ়াবলৈ প্ৰয়াস কৰিলো। এই বৈশিষ্ট্যকেইটি হ'ল ঃ তেওঁৰ ঈশ্বৰ ভক্তি, ভগৱৎপৰায়ণতা, মানবীয়তা, তেওঁৰ সততা আৰু নৈতিকতা, তেওঁৰ গণতান্ত্ৰিক মানসিকতা, উদাৰধৰ্মিতা আৰু কৰ্ত্তব্যনিষ্ঠা, আৰু তেওঁৰ সৰ্বভাৰতীয়তা। কোৱা বাহুল্য, গান্ধী প্ৰভাৱৰ কাৰণে এই চৰিত্ৰ আছিল এক উৰ্বৰ পথাৰ।

## ঈশ্বৰভক্তি, ভগৱৎপৰায়ণতা, মানবীয়তা

ঈশ্বৰভক্তি আৰু ভগৱৎপৰায়ণতা আছিল বৰদলৈৰ স্বভাৱজাত। বিনয়, অহিংসা আৰু অনুশোচনাৰ মাজেৰে তেওঁ তেওঁৰ মানবীয়তাৰো যি চানেকি থৈ গৈছে সি মানবীয়তাবাদ (হুম্যানিজম্) বা তেনে কোনো তত্ত্বৰ উপজাত নহয় ; ই আহিছিল বিপৰীত ফালৰ পৰাহে। ইয়াৰ গুৰি আছিল তেওঁৰ ঈশ্বৰ ভক্তি আৰু ভগৱৎপৰায়ণতাত।

ঈশ্বৰভক্তি বৰদলৈৰ অন্তৰত সৰুতেই শিপাইছিল। ল'ৰালিকালত ঘৰুৱা প্ৰাৰ্থনাত

গোৱা তেওঁৰ প্ৰিয় বৰগীত "দয়াৰ ঠাকুৰ হৰি যদুমনি ও ৰাম, অধমে তোমাৰ নাম ডাকে" বা "মোক দেখিও না কেন জগন্নাথ মই বৰ পাপেৰ পাপী"য়ে তেওঁৰ চৰিত্ৰত সাঁচ বহুৱাই থোৱা যেন লাগে। বৰদলৈৰ মানত সত্য, শিব, সুন্দৰ হ'ল একমাত্ৰ পৰমেশ্বৰ। তেওঁৰ মহিমাতেই চলে এই ভূধৰা আৰু তেওঁকেই ধ্যান কৰি সৎপথত উপনীত হোৱাটো আৰু শেষত তেওঁতেই বিলীন হোৱাটো এই পৃথিৱীত মনুষ্যৰ কাম্য হোৱা উচিত। কিন্তু সেই পৰমেশ্বৰক পোৱাৰ উপায় কি ? ছাত্ৰকালত তেওঁৰ কেইজনমান কলিকতীয়া ছাত্ৰ বন্ধুৱে লোৱাৰ দৰে বিশুদ্ধ, আধ্যাত্মিক ধ্যানৰ গতি বৰদলৈয়ে গ্ৰহণ কৰা নাছিল। বৰদলৈৰ পথ আছিল অনাসক্তি কৰ্মযোগ। মাজ বয়সত গান্ধীজীৰ আদৰ্শেৰে প্ৰভাৱিত হওঁতে এই কৰ্ম যোগলৈও আহিছিল নীতি আৰু ধৰ্ম ঃ অহিংস নীতি আৰু মানৱ সেৱা ধৰ্ম।

সুখ-আনন্দ আৰু দুখ-দুৰৱস্থা এই দুয়ো পৰিস্থিতিতেই বৰদলৈয়ে পৰমেশ্বৰক সুঁৱৰিছে ; পৰমেশ্বৰৰ হাতত নিজক সমৰ্পণ কৰিছে ; তেওঁৰ প্ৰতিদিনৰ কাৰ্য্য আৰম্ভ হয় গীতা, উপনিষদ আদিৰ বাক্য উচ্চাৰণেৰে। সেইদৰে আৰম্ভ হয় ডায়েৰী বহীৰো পহিলা পাতখিলা। প্ৰকৃতিৰ সৌন্দৰ্য্য উপভোগ কৰোতেওঁ তেওঁৰ মূৰ দোঁ খায় ঈশ্বৰলৈ। এবাৰ ভূটানৰ সীমাত সোণকোষ নদীৰ পাৰৰ দৃশ্যত আপ্লুত হৈ তেওঁ লিখিছে ঃ "পৰমেশ্বৰে এনে সৌন্দৰ্য্য এই ঠাইত লুকুৱাই ৰাখিছে যে দেখিলে বিস্ময় মানিব লাগে।" ঠিক তেনেকৈয়ে তেওঁৰ মন যেতিয়া অস্থিৰ হৈ পৰে, হতাশাই যেতিয়া তেওঁক গ্ৰাস কৰিব খোজে, তেতিয়াও তেওঁ গীতা, বাইবেল আদি ধৰ্মপুথিত আশ্ৰয় লয়। ১৯৪৮ চনৰ এপ্ৰিল মাহত আসামত পাকিস্তানী অনুপ্ৰবেশকাৰীৰ দুৰভিসন্ধিৰ কথা গম পাই বৰদলৈ অস্থিৰ। মনলৈ সমতা ঘূৰাই আনি উচিত ব্যৱস্থা লবৰ কাৰণে যি শান্তিৰ প্ৰয়োজন তাক বৰদলৈয়ে বাইবেলৰ পৰা বিচাৰিছে। সেই সময়ৰ এটা দিনত তেওঁ লিখিছে ঃ

> "ৰাতিপুৱাই উঠিলো। File আৰু চিঠিৰ কাম শেষ কৰোতে ১ ঘন্টাও নালাগিল। তাৰ পিছত অলপ বাইবেল পঢ়িলো। মনটোলৈ অকনোকে শান্তি আহিব নোখোজে; কেৱল সেই এটা চিন্তা - পাকিস্তানৰ দুৰভিসন্ধি।"

সেই একে মাহতে দেবেশ্বৰ শৰ্মা প্ৰসঙ্গত বৰদলৈয়ে পদত্যাগ পত্ৰ দাখিল কৰাৰ ফলত নানান চিন্তাই তেওঁক আগুৰি ধৰিছিল। তেতিয়াও আছিল গীতা আৰু বাইবেল তেওঁৰ সাৰথি। অফিচত ফাইলৰ কাম নাথাকিলেই বৰদলৈয়ে গীতা বা বাইবেল পঢ়ে। ৰাজনৈতিক অৱস্থাৰ জটিলতাই অৱশ্যে এই অধ্যয়নৰ কাৰণে প্ৰয়োজনীয় একাগ্ৰতাত হেঙাৰ নজন্মোৱাকৈ নাছিল।

ঈশ্বৰ ভক্তিয়ে বৰদলৈক নিস্কৰ্মা কৰা নাই, সত্য-অসত্যক উদাসীনতাৰ দৃষ্টি-ভঙ্গীৰে চাবলৈ শিকোৱা নাই। কাৰ্য্যপন্থা স্থিৰ কৰিবৰ কাৰণে ঈশ্বৰ ভক্তিৰ জৰিয়তে তেওঁ স্থিতপ্ৰজ্ঞতাহে বিচাৰিছে। আগতে কৈ অহা পাকিস্তানী দুৰভিসন্ধি সংক্ৰান্তত তেওঁ লিখিছেঃ

> "কেৱল মাত্ৰ ইয়াকে ভাবিছো - প্ৰভূ ! তোমাৰ ইচ্ছা এয়েই নে যে মোৰ জীৱনৰ তেজ আনকি জীৱনটোকে যি কামত দিলো তাক ভ্ৰষ্ট কৰিবা ! মই মুছলমানক

হিন্দুতকৈ বেলেগ চকুৰে চাবলৈ শিকা নাই, কিন্তু দুৰভিসন্ধি আৰু কোনো ৰকমৰ আক্ৰমণৰ চেষ্টা কোনো লোকৰ পৰাই সহ্য কৰিবলৈ ৰাজী হব নোৱাৰোঁ।"

ঈশ্বৰ ভক্তিৰ জৰিয়তে প্ৰকাশ পোৱা মানবীয়তাই বৰদলৈৰ বহল মনৰো পৰিচয় দিয়ে। উপৰোক্ত উদ্ধৃতিত প্ৰকাশ পাইছে সাম্প্ৰদায়িক ঠেক মনোবৃত্তিৰ পৰা তেওঁ কিমান যে নিলগত আছিল। ১৯৪৮ চনত যেতিয়া ভগনীয়াৰ নামত পূব পাকিস্তানৰ পৰা বঙালী হিন্দু আৰু বঙালী মুছলমান লোকৰ লানি নিছিগা সোঁত অসমলৈ ববলৈ ল'লে, তেতিয়া কেন্দ্ৰই হিন্দু ভগনীয়াসকলৰ কাৰণে আশ্ৰয়ৰ বাহিৰেও মাটি চাকৰি, বস্ত্ৰ, বাণিজ্য আদিৰ যোগাৰ কৰিবলৈ অসম চৰকাৰৰ ওপৰত হেঁচা দিয়াত, অসম চৰকাৰক থলুৱা মাটিহীন অসমীয়াৰ প্ৰতি দেখদেখকৈ উদাসীনতা দেখুৱাবলৈ আদেশ দিয়াৰ দৰে হ'ল। এই সংক্ৰান্তত তেতিয়াই বৰদলৈয়ে ভৱিষ্যতবাণী কৰি কৈছিল ঃ "মই দেখিছো যে ভৱিষ্যতে ভাৰত গৱৰ্ণমেন্টৰ লগত কিজানি আমাৰ সংঘৰ্ষটো আহিব।" তথাপিও মানৱীয়তাৰ পৰিচায়ক এই কথাখিনিও তেওঁ তাৰ তলতেই লিখি থৈ গৈছে ঃ "তথাপি ভাবি চালে আমাৰ এই বিৰোধিতা কিমান দূৰ সত্যৰ ওপৰত প্ৰতিষ্ঠিত এই কথাটো মনলৈ আহে। যদি মনুষ্য মাত্ৰেই ঈশ্বৰৰ সৃষ্ট জীৱ হয়, তেন্তে আচল ভগনীয়াৰ প্ৰতি হিংসাৰ ভাব কেনেকৈ পোষণ কৰোঁ।"

ভগৱৎপৰায়ণতাৰ লগত সংযোগ আছে বৰদলৈৰ বিনয়, সৰলতা আৰু অনুশোচনাৰ দিশ কেইটিও। সকলো যদি ঈশ্বৰৰেই সৃষ্টি, তেওঁতেই যদি সকলো বিলীন, তেনেহ'লে অহংভাৱ, সৰু-ডাঙৰ, উচ্চ-নীচ, ওপৰ-তল আদি ধাৰণাৰ ঠাই ক'ত? অহংভাৱৰ পৰা তেওঁক আঁতৰাই আনি বিনয়ত আশ্ৰয় দিবলৈ অনুতপ্ত বৰদলৈৰ ভগৱানৰ ওচৰত কত যে কাতৰ প্ৰাৰ্থনা ! এবাৰ নগাঁৱৰ বিখ্যাত স্বাধীনতা যুঁজাৰু, বিধান সভাৰ কংগ্ৰেছ সদস্য হলধৰ ভূঞাই চৰকাৰক কৰা সমালোচনা অযুক্তিকৰ হোৱা পাই বৰদলৈৰ ইমান খং উঠিল যে তেওঁৰ ৰাতি টোপনি নাহিল। কিন্তু পাছদিনা (৩১ মাৰ্চ, ১৯৪৮) মাহেকীয়া টোকা এটিত বৰদলৈয়ে লিখিলে ঃ

> "কামৰ বোজা ইমান বেছি হৈছে আৰু সেইদৰে উপস্থিত কৰ্ত্তব্য পালন কৰোতে এনেদৰে আবদ্ধ হৈ আছো যে আগপিছ ভাবিবৰ সময় পৰ্য্যন্ত নোহোৱা হৈছে। এনে অৱস্থাত প্ৰত্যেক কৰ্ম, প্ৰত্যেক মনোভাৱ তেওঁৰ ওচৰত গতাই নিদি পাৰোনে ? হে পৰমেশ্বৰ ! মোক তোমাৰ বাহন কৰা, তোমাৰ ইচ্ছা যেন (মোৰ দায়িত্বৰ মাজেৰে) পূৰ্ণ হয়। তথাপি অহঙ্কাৰে এৰিব নোখোজে ; নহ'লে মানুহে কেতিয়াবা কামবিলাক বেয়া বুলিলে কিয় মনত বেয়া লাগে ? কেতিয়াবা মোৰ অহংবোধে স্থিৰ কৰা ভাল কাম এটা বেয়া বুলিলে কিয় খং উঠে? এই অহংভাৱ যেন দূৰ কৰোৱা প্ৰভু !"

নিজৰ অহংকাৰত লজ্জিত হোৱা আন এটি উদাহৰণ হ'ল নিম্নোক্ত টোকাটো ঃ

> "ৰাতি ঘৰলৈ আহি এটা আচৰিত কথা শুনিলো। গোলোক পাঠক আৰু মোহিনী গোসাঁইয়েমোক নোসোধাকৈ বাপুজীৰ চিতা ভস্ম দুটা ৰূপৰ পাত্ৰত লৈ গ'ল।

প্ৰথমতে ধৈৰ্য্যহীন খং উঠিল আৰু সৰু ল'ৰা-ছোৱালীকেইটাক অকাৰণতে বকিলো। তাৰ পিছত ভাবিলো এইয়া মানৱ প্ৰকৃতি-সকলোকে নিজৰ আয়ত্বাধীন কৰিব বিচৰা প্ৰবৃত্তি। ....৭ তাৰিখে (ফেব্ৰুৱাৰী ১৯৪৮) ৰাতিপুৱাই পাঠকে ফুলৰ কৰণিৰ ভিতৰত ভস্মখিনি সুমুৱাই মোৰ কথামতে আকৌ সেই ভস্ম আগৰ পাত্ৰৰ ভিতৰত থৈ গ'ল। তেতিয়া মোৰ মনটো বেয়া লাগিল।"

সমপৰ্য্যায়ৰ আন এটি টোকাত (১১ জুলাই ১৯৪৮) আছে এবাৰ নিজ পৰিয়ালৰে সৈতে জাহাজেৰে কলিকতালৈ যাওঁতে লিখা নিম্নোক্ত কথাখিনি ঃ

"শৰীৰ ভাল লগা নাই। গীতাৰ শ্লোক মাতো - 'ক্ৰোধাৎ ভৱতি সম্মোহ' ইত্যাদি। কিন্তু নতুন খাছীয়া আয়াজনীয়ে সৰু ল'ৰাটোক পেলাওঁতে 'নিকল যাও' ইত্যাদি ধৰণে খঙৰে কথা ক'লো যে (পিছত সুঁৱৰি) নিজে বৰ লাজ পালো। দিনটো ঘৈণীকো সেইদৰে খঙেৰে কথা কৈ আছো। শৰীৰ অসুস্থ হ'লেও আত্মসম্বৰণ কৰিব নোৱাৰা খঙেই যে আত্মাৰ শত্ৰু তাক বুজিবৰ বাকী নাই। আনপিনে দিনে দিনে ৰাজসিক ভাবৰ কাৰণে অহিংসা শক্তিৰ বাবে যিবিলাক ভাব প্ৰয়োগ কৰিব লাগে তাক পাহৰি যাব ধৰিছো। আচলতে জীৱনটো অশান্তিপূৰ্ণ হৈ পৰিছে আৰু ঈশ্বৰৰ প্ৰসাদৰ পৰা দিনে দিনে দূৰ হৈ যোৱাৰ দৰে লাগিছে।"

অনাসক্ত কৰ্মৰ, নিবৃত্তি ভাবৰ যি কঠোৰ পথৰ প্ৰতি বৰদলৈ সততে আগ্ৰহান্বিত আছিল, পদবী আৰু দায়িত্বৰ খাতিৰত সেই পথেদি সকলো সময়তে চলাটো সম্ভৱ নাছিল। সেই কাৰণে তেওঁ যি মনোকষ্ট পাইছিল তাৰ চানেকিও তেওঁ তেওঁৰ ১৯৪৮ চনৰ দিনলেখাত থৈ গৈছে ঃ

"ইয়াৰ (মন্ত্ৰীত্বৰ) দায়িত্ব লোৱাৰ লগে লগে তাৰ প্ৰভাৱ এটা জীৱনৰ ওপৰত পৰিছেহি যিটো নিবৃত্তি ভাবৰ পৰিপন্থী নহয়। জেলত থাকোতে যি স্বাভাৱিক নিবৃত্তি ভাব জন্মিছিল সি ফল-ৰহিত কৰ্ম কৰিবলৈ সংকল্প কৰা স্বত্বেও কমি অহা যেন লাগিছে। পৰমেশ্বৰৰ নামে আৰু তেওঁতেই সকলো কাম অৰ্পণ কৰিবলৈ চেষ্টা কৰা স্বত্বেও সংসাৰত লিপ্ত হোৱা যেন লাগিছে।"

## সততা আৰু নৈতিকতা

বৰদলৈ যে এজন অতি সৎ আৰু নৈতিক দেশনেতা আছিল এই কথাটো তেওঁৰ সমসাময়িক সকলৰ মাজতেই নহয়, উত্তৰপুৰুষতো জনাজাত। কিন্তু কিমান গভীৰ আৰু কঠোৰভাবে তেওঁ এই সততা আৰু নৈতিকতাৰ পথ অৱলম্বন কৰিছিল তাৰ দলিল হৈ ৰব তেওঁৰ ১৯৪৮-৫০ কালৰ দিনলেখাসমূহ। সেইবোৰৰ ছত্ৰে ছত্ৰে প্ৰকাশ পাইছে তেওঁৰ সততা আৰু নৈতিকতাৰ পৰিচয়।

পদবী লৈ সেই অনুপাতে নিজক কৰ্মত নিয়োগ কৰি সুকলমে কাৰ্য্য সমাধা কৰিব

নোৱাৰাটো বৰদলৈৰ বাবে কেৱল অনুশোচনাৰেই কথা নাছিল ; নৈতিকতা বজাই ৰাখিবৰ কাৰণে ৰাজহুৱা তেনে পদবী পৰিত্যাগ কৰাটোহে তেওঁৰ কাৰণে শ্ৰেয় আছিল। ভাৰতীয় গণপৰিষদলৈ অসমৰ পৰা নিৰ্বাচিত হৈ গৈ তাত স্বাধীন ভাৰতৰ সংবিধান যেনেদৰে গঢ় লোৱা তেওঁ দেখিলে তাত স্বৰাজোত্তৰ নতুন অসম নিৰ্মাণৰ তেওঁৰ কল্পনা প্ৰায় ধুলিসাৎ হৈ গ'ল। ৰাজ্যিক সাৰ্বভৌমত্ব ৰক্ষাৰ কথাই নাই, আনকি সবল যুক্তৰাষ্ট্ৰ এখনৰ আকাঙ্খাও চুৰমাৰ হৈ পৰিল। কেন্দ্ৰীয় চৰকাৰৰ একাধীনতাই সংবিধানখনৰ ত্ৰাণস্বৰূপ হৈ পৰিল। খনিজ তেল, চাহপাত, বনসম্পদ আদি অসমৰ ৰপ্তানী বস্তুত অসম চৰকাৰৰ ক্ষমতাই যে অকল হ্ৰাস হ'ল এনে নহয়, এইবোৰৰ পৰা প্ৰদেশখনৰ লাভৰ অংশও তেনেই তুচ্ছতম হৈ পৰিল। অসমৰ মুখ্যমন্ত্ৰী হিচাপেও নেৰানেপেৰা চেষ্টা চলাই বৰদলৈয়ে যেতিয়া গণপৰিষদক অসমৰ দাবীবোৰৰ বিষয়ত মান্তি কৰাব নোৱাৰিলে, তেতিয়া তেওঁ নিজা পদত্যাগৰ কথাকে ভাবিছিল।

সততা আৰু নৈতিকতাৰ ভিত্তিতেই তেওঁ অসমত কংগ্ৰেছ চৰকাৰৰো সৌধ নিৰ্মাণ কৰিবলৈ বিচাৰিছিল আৰু সি সম্ভৱ হৈ নুঠাত, তেওঁ অনুতপ্ত হৈছিল। এবাৰ অসম চৰকাৰৰ এজন উচ্চপদস্থ বিষয়া আৰু আন এজন আগশাৰীৰ কংগ্ৰেছ নেতাৰ নামত প্ৰচাৰ হোৱা অপবাদত বিহ্বল হৈ বৰদলৈয়ে তেওঁৰ ডায়েৰী বহীত লিখিলে ঃ "শ্ৰীযুত........ ই শদিয়াত সেইখন কৰিলে আৰু আমাৰ প্ৰথম শাৰীৰ কংগ্ৰেছী লোকৰ এনে বদনাম। প্ৰভু ! মই তোমাক কোন শান্তিৰে সেৱা কৰো।'

ৰাজহুৱা জীৱনত, অন্ততঃ দেশৰ শাসনত থকা কংগ্ৰেছ দলৰ লোক সকলৰ মাজত সততা আৰু নৈতিকতাৰ আশীষ প্ৰয়োজনৰ কথাটো বৰদলৈয়ে কেনেভাবে উপলব্ধি কৰিছিল তাক দাঙি ধৰে ১৯৪৯ চনৰ মে' মাহৰ ১৯ তাৰিখে দিল্লীৰ পৰা তেওঁ অসম বিধানসভাৰ কংগ্ৰেছ দলৰ সদস্যসকললৈ লিখা এখন চিঠিয়ে ঃ

> "....আপোনালোকক সোঁৱৰাই দিয়া বোধহয় অনাৱশ্যক যে ৰাইজে আমাক অকল স্বাধীনতা লাভৰ কাৰণে চেষ্টা কৰিবলৈকে ব্যৱস্থাপক সভালৈ পঠোৱা নাছিল। ভগৱন্তৰ কৃপাত আৰু মহাত্মা গান্ধীৰ নেতৃত্বত আমাৰ হাজাৰ হাজাৰ শ্বহীদৰ ত্যাগৰ ফলত স্বাধীনতা আমি পালো। আমাৰ ৰাইজে আশা কৰে যে আমাৰ আপ্ৰাণ চেষ্টাত দেশৰ পৰা অভাৱ আৰু অজ্ঞতা দূৰ হ'ব, দৰিদ্ৰতা নাথাকিব, বেমাৰ আৰু আন কষ্ট অসুবিধাবোৰ অন্ত হ'ব আৰু সিবিলাকৰ জীৱন নিৰ্বাহৰ মানদণ্ড বাঢ়িব। এইদৰে আমাৰ সমাজ নতুনকৈ গঢ়িবলৈ হ'লে, আমাৰ পৰা যথেষ্ট কৰ্ম-কুশলতাৰ যোগে সকলোকে সমান অধিকাৰ আৰু সুযোগদানৰ ভেটিত চেষ্টা আশা কৰে। ইয়াৰ বাবে আমি যিকোনো প্ৰকাৰে চলি থকা দুৰ্নীতি দূৰ কৰিবলৈ পুৰুষাৰ্থ কৰিব লাগিব। এইটো দেখি-শুনি বৰ দুখ পাঁও যে দুৰ্নীতি গুচাবৰ কাৰণে চৰকাৰে কৰা যাৱতীয় চেষ্টাৰ ফলতো আমাৰ বহুতো মানুহে যেন তাৰ প্ৰভাৱৰ পৰা মুক্ত হব পৰা নাই। —মই এই বিষয়ে লিখা বাহুল্য যে যদি আমি নিজৰ অন্তৰৰ পৰা নিজে কৰা কামলৈ লক্ষ্য কৰো, তেন্তে ই আমাৰ নিজৰ উপকাৰলৈতো আহিবই,

বৰং সেই পাপ গুচাবলৈ আমাক শক্তিমান কৰি তুলিব।....."

উপদেশতকৈ উদাহৰণ শ্ৰেয়। বৰদলৈৰ অন্তৰৰ কিমান গভীৰতম দূৰত্বলৈ সততাৰ এই জৰীগছজোপা শিপাইছিল তাৰ তিনিটা মৰ্মস্পৰ্শী উদাহৰণ বৰদলৈৰ দিনলেখাবোৰৰ পৰা আমি ইয়াত পাওঁ।

১৯৪৮ চনৰ ২২ জানুৱাৰী তাৰিখে অসম মন্ত্ৰীসভাই বৰদলৈৰ দৰমহা আগষ্ট মাহৰ পৰা এহেজাৰৰ পৰা পোন্ধৰশ টকালৈ বঢ়াবলৈ সিদ্ধান্ত ল'লে। ইমান দিনে সামান্য মাহিলিকে গ্ৰহণ কৰি দেশ চালনৰ গভীৰ দায়িত্ব বহন কৰি অহা কথাটোলৈ চাই এই পাঁচশটকীয়া বৃদ্ধিটো যে যুক্তিযুক্ত তাত সন্দেহ নাছিল। তথাপি বহু চিন্তাৰ মূৰতহে বৰদলৈয়ে এই বৃদ্ধিত সম্মতি জনাব পাৰিলে। তেওঁ পোৱা নিজা সুবিধা গান্ধী-আদৰ্শৰে মিলিছিলনে তাক বস্তুগতভাবে বৰদলৈয়ে পৰীক্ষা কৰি চালে এনেকৈ ঃ

> "কিজানি ইচ্ছা কৰিলে টানি-টুনি বৰ্তমান দৰমহাৰে চলিব পাৰিলেহেঁতেন। কিন্তু (tour) ইত্যাদিত ইমান খৰচ হব ধৰিলে আৰু মন্ত্ৰীত্ব এৰা মানে বাটৰ ভিক্ষাৰী নিজে হ'বলৈ ৰাজী হ'লেও ল'ৰা-ছোৱালীক তেনে অৱস্থাত পেলোৱাৰ ভয়ত অনেক চিন্তাৰ পাছত এই সিদ্ধান্তলৈ আহিলো। এই সংকল্পলৈ আহোঁতে মোৰ নিজৰ কিবা লোভ বা প্ৰবৃত্তি ভাব সোমাইছে নেকি বুজিবলৈ চেষ্টা কৰিলো। কিন্তু মোৰ মনত বিশ্বাস হ'ল যে মোৰ ল'ৰা-তিৰোতাৰ প্ৰতি কৰ্ত্তব্য পালনৰ কাৰণেও কিজানি এই সিদ্ধান্ত যুক্তিযুক্ত হৈছে। মই এতিয়াও ভাবো যে আনৰ তুলনাত দায়িত্ব হিচাপে দৰমহা লব লাগিলে মই অন্ততঃ তিনিজন মন্ত্ৰীৰ দৰমহা পোৱা উচিত। কিন্তু আমাৰ নীতি মানুহে যিমান কমেৰে চলিব পাৰে তাৰেহে দেশসেৱা কৰা উচিত।"

কিন্তু বৰদলৈৰ ক্ষেত্ৰত তেওঁ নিজে গ্ৰহণ কৰা নীতিৰ আগত নিজ পৰিয়াললৈ থকা মমতাই ঠাই নাপায়। ১৯৪৮ চনৰেই মে' মাহৰ শেষৰ ফালে যেতিয়া দেৱেশ্বৰ শৰ্মাক মণিপুৰৰ পৰা গুচোৱাৰ প্ৰতিবাদত বৰদলৈয়ে মুখ্যমন্ত্ৰী পদ ইস্তফা দিবলৈ ওলাইছিল, তেতিয়া তেওঁ নিজৰ নীতিকহে প্ৰাধান্য দিছিল। নিজলৈ বা নিজ পৰিয়াললৈ অৱশ্যম্ভাৱীভাবে আহি পৰিবলৈ ওলোৱা অসুবিধাখিনি চকুৰ আগত ভাঁহি থকা স্বত্বেও তাক তেওঁ কঠোৰভাবে আওকাণ কৰিছিল। সেই সময়ত বৰদলৈৰ নিজৰ বুলিবলৈ ঘৰ এটাও নাছিল। আগৰ হাতীকেইটাও নাছিল। তেওঁৰ ওকালতি কাহানিবাই বাদ পৰিছিল। অথচ তেওঁৰ আছিল পোহপাল দিবলগীয়া এটি বৃহৎ পৰিয়াল। এনেস্থলতো মন্ত্ৰীত্ব এৰি দিবলৈ ওলাই ২৬ মে' তাৰিখৰ টোকাটিত লিখিলে ঃ

> "এই ত্যাগ পত্ৰ দাখিল কৰিবলৈ মন মেলাত মোলৈ এধানমানো দুৰ্বলতা অহা নাই। কিন্তু এটাইখিনি টোকা লিখি type কৰিলৈ দিওঁতে ল'ৰা-ছোৱালী কেইটাৰ সম্বন্ধে ভাবি মনত ধিক্কাৰ আহিল। কিন্তু তৎক্ষণাত স্থিৰ কৰিলোঁ যে সত্য পালন কৰিব লাগিলে দুখ বৰণ কৰাটো স্বাভাৱিক।"

এইদুখে সেই সময়ত তেওঁৰ মনত কেনে ভাবে ক্ৰিয়া কৰিছিল তাকো মাহটোৰ শেষত লিখা এটি সমূহীয়া টোকাত থৈ গৈছে, ইংৰাজী ভাষাত ঃ

> "Feelings sometimes overtake me that I am leaving my family not properly provided. The great faith I had that I would leave them in His hands - is getting shaken as the end is nearing."

পুৰাণ-মহাভাৰত-ৰামায়ণৰ দেশ ভাৰতবৰ্ষত ৰাজহুৱা ব্যক্তিৰ কাৰণে মাথোন নিজ স্থানে নৈতিকভাবে চলিলেই কাম সিদ্ধ নহয় ; সময় বিশেষে, আনকি নিজৰ পৰিয়ালৰ প্ৰতি অন্যায় হ'লেও, এই নৈতিকতা ৰাজহুৱাভাবে প্ৰদৰ্শন কৰাটো প্ৰয়োজন হৈ পৰে। আমাৰ তৃতীয় চৰম উদাহৰণটো ১৯৪৯ চনৰ মাৰ্চ মাহৰ। সেই মাহৰ ১১ তাৰিখে বৰদলৈয়ে তেওঁৰ দিনলেখাত এইখিনি কথা লিখিলে ঃ

> "আজি ভাটিবেলীয়া গভৰ্ণৰৰ তাত চাহ-মেল হৈছিল - এটাইবিলাক মেম্বাৰকেই নিমন্ত্ৰণ কৰা হৈছিল। এটা কথাই মোক চিন্তিত কৰি ৰাখিছিল - আমাৰ বৰ জোঁৱাইক ইয়াত Director of Transport কৰা সম্বন্ধে। মই কোন সতে তেওঁক কাম লবলৈ মানা কৰোঁ। অথচ মই একো নোকোৱা স্বত্বেও যদি তেওঁক সেই কাম দিয়ে, তেন্তে মানুহে মোক বেয়া বুলিব। ৰামে সীতাক ত্যাগ কৰাৰ দৰে মই নিজৰ ছোৱালীৰ স্বাৰ্থৰ বিৰুদ্ধে হ'লেও শ্ৰীৰামনাথ দাসক এই কামৰ কাৰণে আন মানুহ বিচাৰিবলৈ ক'লোঁ।"

যি আদৰ্শ লৈ বৰদলৈয়ে মুখ্যমন্ত্ৰীত্ব গ্ৰহণ কৰিছিল সেই আদৰ্শ যাতে অটুট থাকে তাৰ কাৰণে নিজৰ বা নিজৰ ঘৰখনৰ আচৰণ আৰু গতি-বিধিক তেওঁ কঠোৰ দৃষ্টিৰে চাবলৈ নেৰিছিল। জীৱন যাপনৰ ধৰণ-কৰণলৈ যাতে কেনেবাকৈ আড়ম্বৰ, অভিমান, বিলাস আদি আহি নোসোমায় সেই বিষয়ে বৰদলৈ সজাগ আছিল। ঘৰখনত এটা সময়ত (এপ্ৰিল ১৯৪৮) অতিৰিক্ত খৰছ হোৱা যেন পাই বৰদলৈয়ে দুখ কৰিছে এনেকৈ ঃ

> "মই ইয়াত এই ধৰণে খৰছ কৰি বেছি দিন থাকিব নোৱাৰো। তেতিয়া ইহঁতৰ (ল'ৰা-ছোৱালীৰ) কি হ'ব ? ঘৈণীক সদায় এই কথা বুজাবলৈ চেষ্টা কৰোঁ, আৰু খৰছৰ মাত্ৰা কম কৰিবলৈ কওঁ, কিন্তু তেওঁ অনেক চেষ্টা কৰিও কোনোমতে নোৱাৰে দেখি দুখ লাগে। ...এইদৰে ভৱিষ্যতৰ কথাৰ চিন্তাই মোক অস্থিৰ কৰে। এই অস্থিৰতা আৰু অনিশ্চয়তাৰ ভাব মোৰ যোৱা ৬/৭ বছৰ নাছিল। আজি মন্ত্ৰীত্ব গ্ৰহণ কৰাৰ পৰা দুৰ্বলতা ভাব বেছিকৈ আহিব ধৰিছে। দ্বিতীয়তে, এই মন্ত্ৰীত্বই নিজৰ ব্যক্তিত্বটোক অভিমানী কৰি তুলিবলৈ ধৰিছে। এই দুৰ্বলতাক দমাব কতবাৰ চেষ্টা কৰোঁ, প্ৰত্যেক মুহুৰ্ত্ততে এজন সাধাৰণৰো সাধাৰণ লোক বুলি ভাবিবলৈ চেষ্টা কৰিছোঁ, কিন্তু অভিমানে হেঁচা দে ধৰে, মাজে মাজে।"

## গণতান্ত্ৰিক মন, উদাৰধৰ্মিতা, কৰ্ত্তব্যনিষ্ঠা

বৰদলৈৰ চৰিত্ৰৰ আৰু বাহ্যিক ধৰণ-কৰণৰ আন কেইটিমান বৈশিষ্ট্য হ'ল গণতান্ত্ৰিক ধ্যান-ধাৰণা, আচাৰ-বিচাৰৰ প্ৰতি থকা তেওঁৰ গভীৰ শ্ৰদ্ধা ; তেওঁৰ ৰাজনৈতিক উদাৰধৰ্মিতা, আৰু তেওঁৰ অবিচল কৰ্ত্তব্যনিষ্ঠা।

বৰদলৈ স্বভাৱতেই আছিল এজন গণতান্ত্ৰিক ব্যক্তি। সেই কাৰণেই সম্পূৰ্ণ সংসদীয় গণতন্ত্ৰ পাবলৈ গান্ধীজীৰ নেতৃত্বত ভাৰতীয় জাতীয় কংগ্ৰেছে আৰম্ভ কৰা স্বাধীনতাৰ সংগ্ৰামখনত তেওঁ সম্পূৰ্ণৰূপে আত্মনিয়োগ কৰোঁতে সেই সংগ্ৰামৰ মূল লক্ষ্যৰ প্ৰতি তেওঁ সজাগ আছিল। তেওঁ যথাৰ্থতে বুজিছিল যে সংসদীয় গণতান্ত্ৰিক মনোবৃত্তি অবিহনে সংসদীয় গণতন্ত্ৰ পাব নোৱাৰি। এই মনোবৃত্তিৰ বাহ্যিক পৰিচয় হ'ল গণতান্ত্ৰিক আচাৰ-বিচাৰ আৰু সংসদীয় গণতান্ত্ৰিক ৰীতি-নীতিৰ প্ৰতি দেখুওৱা শ্ৰদ্ধা। কাৰ্য্যক্ষেত্ৰত ইয়াৰ অৰ্থ হ'ল এই যে কোনো সভা বা সদনত ৰাইজৰ প্ৰতিনিধিৰ কৰ্ত্তব্যৰ দিশ হ'ল দুটি ঃ এটা সেই প্ৰতিনিধিক নিৰ্বাচন কৰি পঠিওৱা ৰাইজৰ প্ৰতি, আৰু আনটো হ'ল অন্য বিভিন্ন দল-গোষ্ঠীয়ে বাছি পঠিওৱা সেই একেখন সভা বা সদনৰ আনসৱ প্ৰতিনিধিৰ প্ৰতি। গণতন্ত্ৰ বৰ্তি থাকে মাথোন সংখ্যাগৰিষ্ঠতা বা মূৰ-গণনিত নহয় ; অধিককৈ, ভিন্ন মতৰ প্ৰতি থকা শ্ৰদ্ধাতহে। ১৯৩৭ চনত প্ৰথমবাৰ ৰাইজৰ প্ৰতিনিধি হৈ অসম বিধানসভাত সোমাই কংগ্ৰেছ দলৰ নায়কত্ব গ্ৰহণ কৰোতে, একান্তমনে বিভিন্ন পক্ষৰ তৰ্কালোচনা প্ৰথমৰ পৰা শেষলৈকে শুনাটো বৰদলৈৰ দস্তুৰ হৈ পৰিছিল আৰু সদস্যসকলে তেনে নকৰাত তেওঁ অসন্তুষ্ট হৈ এবাৰ বিধানসভাত কৈছিল ঃ

> "বিধানসভাৰ তৰ্ক চলি থাকোঁতেই মই কিছু সদস্যক ওলাই যোৱা বা সোমাই অহা দেখিছো। মনে ধৰে তেওঁলোকৰ কাৰণে কেতবোৰ তৰ্ক আমনিদায়ক আৰু কেতবোৰ চিত্তাকৰ্ষক। মই কিন্তু সদনৰ প্ৰতিটো পক্ষৰ প্ৰতিজন সদস্যই প্ৰকাশ কৰা প্ৰতিটো বক্তব্য আৰু অনুভূতি সম্পূৰ্ণভাৱে কাণ পাতি শুনিবলৈ দৃঢ় পণ কৰি লৈছো।"

ঠিক তেনেকৈয়ে তেওঁক বিধানসভালৈ নিৰ্বাচন কৰি পঠিওৱা ৰাইজৰ প্ৰতি থকা তেওঁৰ কৰ্ত্তব্যলৈকো বৰদলৈ সজাগ আছিল। চল্লিশৰ দশকৰ আগভাগত যেতিয়া সত্যাগ্ৰহ আন্দোলনৰ ফলত অসম বিধানসভাৰ কংগ্ৰেছ সদস্যসকল কাৰাগাৰত সোমাই পৰিবলগীয়া হ'ল, তেতিয়া সেই সুবিধা লৈ সাদুল্লা চৰকাৰে ভূমি পট্টন, মানুহ পিয়ল, লোকেল বোৰ্ডৰ নিৰ্বাচন আদি বিভিন্ন ক্ষেত্ৰত অসমৰ নিগাজী লোকৰ স্বাৰ্থৰ প্ৰতিকূলে
আৰু বঙ্গৰ পৰা অহা পমুৱাৰ সুবিধাৰ্থে কিছু নতুন নীতি গ্ৰহণ কৰিলে। এইবোৰে অসমীয়া ৰাইজৰ মাজত হাঁহাকাৰ সৃষ্টি কৰাত আৰু তেওঁলোকক নিঃসহায় অৱস্থাত পোলোৱাত বৰদলৈৰ মত আছিল এই যে জেলৰ বাহিৰত থকা কংগ্ৰেছ সদস্যসকলে হয় সত্যাগ্ৰহ এৰি বিধানসভালৈ ঘূৰি আহিব লাগে, নহয় তেওঁলোকে তেওঁলোকৰ সদস্যপদ এৰি দি ৰাইজক নতুন প্ৰতিনিধি বাছি পঠিয়াবলৈ সুযোগ দিব লাগে। বৰদলৈৰ এই বিচাৰত গান্ধীজীয়েও

সমৰ্থন জনাইছিল। বৰদলৈৰ গণতান্ত্ৰিক মনে পঞ্চায়তীৰাজৰ তত্ত্বত সোমাই থকা গান্ধীজীৰ প্ৰশাসনীয় নীতি আকোৱালি লৈছিল। ক্ষমতাৰ বিকেন্দ্ৰীকৰণৰ মূল তেওঁ সুন্দৰৰূপে হৃদয়ঙ্গম কৰিব পাৰিছিল। সেয়েহে জনজাতীয় গোষ্ঠীৰ মাজত সংবিধানৰ ৬ষ্ঠ অনুসূচীৰ জৰিয়তে স্বায়ত্বশাসনৰ ভেটি তেওঁ বান্ধিছিল।

সহিষ্ণুতাই যেনেভাৱে গণতান্ত্ৰিক মনৰ চিনাকি দিয়ে, উদাৰধৰ্মিতাইও তেনেদৰে প্ৰকৃত গণতন্ত্ৰৰ ভেটি বান্ধে। আমি অন্য ঠাইত কৈ থৈছো যে গোপীনাথ বৰদলৈক অসমৰ বিদ্বৎ সমাজৰ বহতো (বিশেষকৈ তথাকথিত বামপন্থীসকলে) সংৰক্ষণশীল মনৰ বুলি লৈ আহিছে - যদিও তেওঁ আছিল উদাৰধৰ্মী আৰু গান্ধীমাৰ্গৰ প্ৰগতিবাদীহে। এই উদাৰ পন্থা কোনো ৰাজনৈতিক বা অৰ্থনৈতিক মতবাদে যোগোৱা পন্থা নহয়। ইয়াৰ উৎস তেওঁৰ উদাৰ মানসিকতাহে। তেওঁৰ সততাই, তেওঁৰ নৈতিকতাই, তেওঁৰ উচ্চধাৰ্মিকতাই, তেওঁৰ গণতান্ত্ৰিক মনে আৰু সমাজ পৰিবৰ্তনৰ হকে তেওঁৰ চিন্তাই তেওঁক সংৰক্ষণশীল কৰিব কেনেকৈ''? চৰিত্ৰ আৰু মনোবৃত্তিৰ এই দিশবোৰে তেওঁক যে বিপ্লৱী সমাজবাদীও নকৰে, সিও ধ্ৰুৰূপ। তথাপিও তেওঁ আছিল সমাজবাদী, গান্ধী আদৰ্শৰ সমাজবাদী। ভাৰতীয়ৰ মাজত হিন্দু-ইছলাম আদি সাংগঠনিক ধৰ্মৰ ভিত্তিত হোৱা ভেদাভেদ তেওঁ নামানিছিল। সমাজ পৰিবৰ্তনৰ তাড়নাত তেওঁ অৱশ্যেই সংখ্যালঘু আৰু অনুন্নত সম্প্ৰদায়ৰ লোকৰ সমস্যাৰ প্ৰতি বিশেষ মনোযোগ দিছিল। এই গণতান্ত্ৰিক উদাৰধৰ্মিতাৰ উদাহৰণ অলেখ আৰু তাৰে কিছু আমি অন্য প্ৰসঙ্গত বৰ্ণাইছো। স্বৰাজোত্তৰ কালত দাঁতিকাষৰীয়া পশ্চিমবঙ্গত কমিউনিষ্ট পাৰ্টি বে-আইনী কৰাৰ সময়ত বৰদলৈয়ে ৰাজ্যপাল হাইদেৰীৰে বৰকৈ বিচৰা সত্বেও অসমত সেই দলৰ প্ৰতি তেনে নিষেধাজ্ঞা তেওঁ নিবিচাৰিছিল। 'ষ্টিলং টাইমচ' নামৰ বাতৰি কাকতখনে এটা সময়ত মিছা প্ৰচাৰেৰে অসমীয়া আৰু বাঙালী লোকৰ মাজত চলি থকা সাম্প্ৰদায়িক অশান্তিলৈ অৰিহণা যোগোৱা দেখিও সেই কাকতৰ বিপক্ষে ব্যৱস্থা লবলৈ ভিন্ন মতৰ প্ৰতি সন্মান জনোৱা গণতান্ত্ৰিক বৰদলৈয়ে সংকোচ কৰিছিল।

প্ৰকৃত গণতন্ত্ৰ হৈ নুঠা কিন্তু সেই গণতন্ত্ৰলৈ হেঁপাহ কৰা প্ৰগতিমুখী দেশ এখনে সেই দেশৰ প্ৰশাসনত থকা ৰাজনীতিকৰ পৰা অসাধাৰণ কৰ্তব্যনিষ্ঠা দাবী কৰে। দেশ গঠনৰ প্ৰতি থকা বৰদলৈৰ কৰ্মস্পৃহা আছিল অপৰিসীম। ১৯৪৮ চনটো তেওঁৰ জীৱনৰ সবাতোকৈ কৰ্মবহুল বছৰ। আনপিনে আকৌ এই বছৰটোতেই বিভিন্ন শাৰীৰিক অসুস্থতাৰ লগতে হৃদৰোগতো তেওঁ ভুগিছিল। আনকি তেওঁৰ মৃত্যুও যে ওচৰ চাপি আহিছিল তাকো তেওঁ গম পাইছিল। তথাপিও অসম গঢ়াৰ হেঁপাহত আৰু স্বৰাজোত্তৰ অসম ৰাইজক গান্ধীজীৰ আদৰ্শৰে গণতান্ত্ৰিক নতুন পথ দেখুওৱাৰ কামনাত তেওঁ কেনেকৈ বিৰামহীনভাৱে দেশৰ স্বাৰ্থত প্ৰাণ সঁপি দিছিল তাক সেই বছৰৰ দিনলেখা নপঢ়িলে উপলব্ধি কৰিবলৈ কঠিন।

১৯৪৮ চনৰ আৰম্ভণিৰে পৰা বৰদলৈৰ কামৰ গভীৰ বোজা। সৰ্বমুঠ আঠটি দপ্তৰ তেওঁৰ নিজা হাতত আছিল। তেওঁৰ অফিচৰ কামৰ পৰিমাণেই আছিল তিনিজন মন্ত্ৰীৰ সমূহীয়া কাৰ্য্যৰ সমতুল্য। সেই বছৰৰ দিনলেখাৰ প্ৰায় সৰ্বত্ৰতে তেওঁ অফিচৰ অন্তহীন

ফাইলৰ কামৰ কথা লিখিছে। প্ৰায়ে অফিচত শেষ নোহোৱা ফাইল ঘৰলৈ লৈ আহে। কেতিয়াবা যদি ঘৰলৈ ফাইল আনিব লগা নহয়, সেইটোহে তেওঁৰ কাৰণে বিস্ময়কৰ কথা হৈ পৰে। ১৯৪৮ চনৰ ৯ এপ্ৰিল তাৰিখে তেওঁ লিখিছে ঃ

> "আজি যিখিনি file আছিল প্ৰায় ৩।। বজাত শেষ কৰি ৪ নাবাজোতেই ঘৰলৈ আহিলো। মোৰ কাৰণে বোধকৰোঁ এইটো এটা স্মৰণীয় দিন। ফাইল ঘৰলৈ অনা নাই।"

অফিচৰ কামৰ বোজাত কেতিয়াবা দুপৰীয়াৰ আহাৰো বাদ পৰে। কেতিয়াবা ঘৰলৈ অনা ফাইলে ৰাতি ৯ বজালৈ তেওঁৰ সময় নিয়ে। কেতিয়াবা আকৌ বন্ধৰ দিনতো ঘৰত ফাইলৰ কাম চলে।

কিন্তু আমাৰ দৰে অতকাল পৰাধীনতাৰ গচকত ভোগা, অৰ্দ্ধোন্নিত দেশ এখনৰ ৰাজ্য পৰিচালনাৰ ভাৰ লৈ এজন আদৰ্শবাদী গণতান্ত্ৰিক দেশনেতাই মাথোন চৰকাৰী কাকত-পত্ৰৰ চকু ফুৰায়েই নিজৰ দায়িত্ব পালন হ'ল বুলি ভাবিব নোৱাৰে। পশ্চিমীয়া গণতান্ত্ৰিক দেশবিলাকৰ জনসাধাৰণ প্ৰায় সকলোৱেই শিক্ষিত লোক, সেইবোৰ ঠাইত ৰীতিসিদ্ধ শিক্ষাৰো মান উচ্চ। তাত বাতৰি কাকত, ৰেডিঅ', দূৰদৰ্শন ইত্যাদিৰ মাধ্যমত বা প্ৰকোপত শাসনাধিষ্ঠ আৰু বিপক্ষী ৰাজনৈতিক নেতাসকল জনতাৰ সংস্পৰ্শত নাথাকি নোৱাৰে। গুৰুত্বপূৰ্ণ সাময়িক বিষয় সম্পৰ্কত তেওঁলোকে ততালিকে নিজা বা দলীয় বিচাৰ-বিবেচনা প্ৰকাশ কৰিব লগা হয় আৰু ৰাইজে, বিৰোধী দলে বা 'মিডিয়া'ই উঠোৱা প্ৰশ্নৰ উত্তৰ দিব লগা হয়। ভাৰতবৰ্ষৰ অৱশ্যে অধিকাংশ জনতাই নিৰক্ষৰ। তাতে আজি তিনি দশকৰ আগতে ৰাজনৈতিক নেতাক তৎপৰ কৰিবৰ কাৰণে 'মিডিয়া'ৰ ধাৰ, মানদণ্ড আৰু স্বাধীনতাও অতি উচ্চ খাপৰ নাছিল। সেই কাৰণেই জনতা বা 'মিডিয়া'ৰ পৰা আহিব পৰা হেঁচা বা ভয়ে আমাৰ ৰাজনৈতিক নেতাক তৎপৰ কৰি ৰখাৰ কথা নাছিল। তথাপিও দীৰ্ঘদিন ধৰি ভাৰতৰ স্বাধীনতা আৰু গণতন্ত্ৰৰ হকে যুঁজা, সৎ ৰাজনৈতিক নেতা বৰদলৈয়ে নিজৰ দায়িত্ব বুজি ৰাজ্যখনৰ সকলো ঠাইতে পাৰ্য্যমানে ভ্ৰমণ কৰি সভা-সমিতিৰ জৰিয়তে চৰকাৰৰ নীতি, বিচাৰ, আদৰ্শ, পৰিকল্পনা ৰাইজক বুজাই দিয়াৰ আৰু ৰাইজৰো ধ্যান-ধাৰণা, আলৈ-আহুকালৰ, সুখ-দুখৰ বুজ লোৱাৰ গণতান্ত্ৰিক দায়িত্ব উপলব্ধি কৰিছিল। গান্ধী আদৰ্শৰে প্ৰভাৱিত বৰদলৈৰ কাৰণে গাৱঁৰ ৰাইজেই আছিল ভাৰতবৰ্ষৰ প্ৰাণ। বৰদলৈৰ ১৯৪৮ চনৰ ভ্ৰমণসূচীয়ে ক'ব তেওঁ দেশৰ স্বাৰ্থত ভগ্ন স্বাস্থ্যৰেই কিমান ঘূৰি-পকি থাকিবলগীয়া হৈছিল। তেওঁ তেওঁৰ কংগ্ৰেছী সতীৰ্থসকলকো সঘনে গাৱঁলৈ গৈ কাম কৰিবলৈ উপদেশ দি আছিল। ১৯৪৮ চনৰ ৩ এপ্ৰিল তাৰিখে বিধানসভাৰ কংগ্ৰেছ বিধায়কসকলৰ এক বৈঠকত তেওঁ কৈছিল ঃ

> "কংগ্ৰেছে যি নীতিৰ বাবে থিয় দিছে, সেই নীতি যদি আমি কামত দেখুৱাব নোৱাৰোঁ তেন্তে কংগ্ৰেছে আগত নিৰ্ব্বাচনত ঠাই নাপাব। কিন্তু আমি যদি গাৱঁৰ হৈ কাম কৰো গাৱঁৰ লোকসকলে কোন আপোন কোন পৰ সহজে চিনি পাব।

আমিও যদি বক্তৃতা আৰু হুলস্থূলত ব্যস্ত থাকোঁ, তেনেহলে আমাৰ অৱস্থাও অতি উত্তমৰ ফালে নাযাব।”

কমিউনিষ্ট আৰু সন্ত্ৰাসবাদীসকলে কৰা প্ৰচাৰ আৰু উদ্ভগুলি খৰ্ব কৰিবলৈ আৰু কংগ্ৰেছ চৰকাৰে লোৱা গাওঁমুখী, সমাজমুখী ব্যৱস্থাবোৰ ৰাইজৰ আগত দাঙি ধৰিবলৈ বৰদলৈয়ে তেওঁৰ বিধানসভাৰ কংগ্ৰেছী সদস্য সকললৈ অনুৰোধ কৰি পুনৰ ১৯৪৯ চনৰ ১৯ মে' তাৰিখে লিখিছিল ঃ

“...দুৰ্নীতিপৰায়ণ লোকৰ পৰা আঁতৰত থকাৰ সুবিধাৰ অৰ্থে চৰকাৰে সমবায় ব্যৱসায় সমিতি, গাওঁ পঞ্চায়ত আদি পাতিছে। যদি ৰাইজে চৰকাৰৰ অভিপ্ৰায় বুজি এবিবোৰত সহযোগ কৰি সুবিধা নলয় তেন্তে এই বিধানবোৰে গা কৰি নুঠিব। সেই কাৰণেই আমাৰ বন্ধু সকলৰ পক্ষে একেবাৰে ভিতৰ গাৱঁৰ মানুহৰ লগতো সংযোগ ৰখা এটা ডাঙৰ কৰ্ত্তব্য। মহাত্মা গান্ধীৰ আদৰ্শবাদ গ্ৰহণ কৰি আমি এইদৰে গাৱঁৰ মাজত সোমাই কাম কৰাৰ ওপৰতে কংগ্ৰেছ অনুষ্ঠানৰ মৰ্য্যাদা নিৰ্ভৰ কৰে। এতিয়া যদি সিবিলাকৰ মনত কংগ্ৰেছৰ সন্মান খৰ্ব হৈছে তাৰ কাৰণ হৈছে যে আমি আমাৰ কাৰ্য্যধাৰা সিবিলাকৰ লগত সংযোগ ৰাখি ভালকৈ বুজাই দিব পৰা নাই। কংগ্ৰেছৰ কিন্তু উদ্দেশ্য অতি মহান, আৰু তাক উপলব্ধি কৰিবলৈ যি কোনো সমাজ তৎপৰ হ'ব লাগে।.. ”

## সৰ্বভাৰতীয়তা

এক অৰ্থত কংগ্ৰেছ আন্দোলনত জড়িত ব্যক্তি মাত্ৰেই সৰ্বভাৰতীয়, কাৰণ এই আন্দোলন মূলতে সমগ্ৰ ভাৰতৰ ৰাজনৈতিক সংস্কাৰ আৰু স্বাধীনতাৰ অৰ্থে সংগ্ৰাম। যিহেতু সংগ্ৰামত নিয়মানুবৰ্তিতা অপৰিহাৰ্য্য, সেই গতিকে সকলো সময়তে সকলো প্ৰান্তৰ কংগ্ৰেছ নেতা আৰু কৰ্মীৰ কাৰণে কেন্দ্ৰীয় কংগ্ৰেছৰ নীতি-বিধি মানি চলাটো এটা স্বভাৱত পৰিণত হৈছিল। কেন্দ্ৰীয় কংগ্ৰেছৰ ৰীতি-বিধিবোৰেও তাকেই বিচাৰিছিল। কেন্দ্ৰীয় কংগ্ৰেছৰ এনে আচৰণত আজিৰ যি কোনো এটি ৰাজনৈতিক দলৰ সৰ্বভাৰতীয় স্বাৰ্থৰ লগত ৰিজাব পাৰি। সৰ্বভাৰতীয়তা আৰু কোনো ৰাজনৈতিক দলৰ সৰ্বভাৰতীয় স্বাৰ্থ দুটা সম্পূৰ্ণ সুকীয়া বস্তু।

গান্ধীজীয়ে কংগ্ৰেছ আন্দোলনক নেতৃত্ব দিয়াৰ সময়ত কিন্তু কংগ্ৰেছ কৰ্মীৰ অন্তৰত অন্য এটি বৃহৎ পৰিধিৰ সৰ্বভাৰতীয়তা বিয়পাবৰ প্ৰয়াস কৰিছিল। সৰ্বভাৰতীয় একতা আৰু উন্নতিৰ অৰ্থে তেওঁ স্বাধীনতাৰ ৰাজনৈতিক লক্ষ্যটিৰ লগতে অৰ্থনৈতিক আৰু সামাজিক দিশকেইটিমানকো প্ৰাধান্য দিছিল। ৰাষ্ট্ৰভাষাৰ প্ৰচাৰ আৰু প্ৰচলন, অস্পৃশ্যতা বৰ্জন, পঞ্চায়তীৰাজৰ বিকাশ, সাম্প্ৰদায়িকতা বিৰোধ আদি আঁচনিবোৰত তেওঁ কংগ্ৰেছীলোক জড়িত হৈ থকাটো বিচাৰিলে আৰু লগতে সত্য আৰু অহিংসাৰ বলেৰে পোৱা নিজা বিবেকশক্তিক গুৰুত্ব দিবলৈকো তেওঁ শিকালে। এনে কৰি গান্ধীজীয়ে কংগ্ৰেছীদলৰ

নিয়মানুবৰ্তিতা আৰু কংগ্ৰেছী (গান্ধী) আদৰ্শৰ নিয়মানুবৰ্তিতালৈ এটি সূক্ষ্ম প্ৰভেদ আনিলে। চল্লিশৰ দশকত নিৰ্দলীয় গান্ধীজীয়ে যেতিয়া সত্যাগ্ৰহ আন্দোলন চলালে আৰু নিখিল ভাৰতীয় কংগ্ৰেছ কমিটিয়ে যেতিয়া ইয়াক তেওঁলোকৰ পন্থা বুলিও গ্ৰহণ কৰিলে তেতিয়া এই প্ৰভেদটো অতি উজ্জ্বল হৈ দেখা দিলে। যদিও এই সত্যাগ্ৰহ আন্দোলন কংগ্ৰেছ দলৰ কাৰণে এটি চূড়ান্তভাৱে ৰাজনৈতিক চাল আছিল, গান্ধীজীৰ বাবে ই আছিল চূড়ান্তভাৱে ব্যক্তিমুখী - কোনোপধ্যেই ৰাজনৈতিক চাল নহয়। সেয়েহে তেওঁ প্ৰথম সত্যাগ্ৰহীৰূপে বাছি লৈছিল এজন সম্পূৰ্ণৰূপে অৰাজনৈতিক ব্যক্তিক - বিনোবা ভাবেক।

বৰদলৈয়ে তেওঁৰ ৰাজনৈতিক জীৱনৰ আদিতেই, গান্ধী দীক্ষা পোৱাৰ লগে লগেই, হৰিজন উন্নতিৰ কামত সক্ৰিয় অংশ গ্ৰহণ কৰিছিল। অসমত হিন্দুস্তানী বা ৰাষ্ট্ৰভাষাৰ প্ৰচাৰৰ জন্মদাতাও আছিল তেৱেঁই। চল্লিশৰ দশকৰ আগভাগতেই তেওঁৰ অধ্যক্ষতাত অসম ৰাষ্ট্ৰভাষা (প্ৰথমতে হিন্দী, পিছত হিন্দুস্তানী) প্ৰচাৰ সমিতি স্থাপন হৈছিল। আকৌ সাম্প্ৰদায়িক সংঘৰ্ষ নিৰ্মূল কৰা আৰু হিন্দু-মুছলমানৰ মাজত একতা বঢ়াই তোলাটো তেওঁ তেওঁৰ ৰাজনীতি আৰু প্ৰশাসনৰ এক লক্ষ্য বুলি জ্ঞান কৰিছিল। ১৯৪৪ চনৰ ১১ আগষ্ট তাৰিখে গুৱাহাটীৰ এখন সভাত তেওঁ কৈছিল ঃ

> "ই মোৰ সুনিশ্চিত অভিমত যে ভাৰতত হিন্দু-মুছলমানৰ মাজত একতা স্থাপন কৰিবৰ কাৰণে, তথা ভাৰতীয় নৈতিকতাৰ উৎকৰ্ষ সাধনৰ অৰ্থে ছাত্ৰই ৰাজনীতিত সক্ৰিয় অংশ গ্ৰহণ কৰিবলৈ ওলোৱা কাৰ্য্যক কোনেও ৰোধিব নোৱাৰে।"

ঠিক সেইদৰে ১৯৪৪ চনৰ ১৫ ছেপ্তেম্বৰ তাৰিখে অসমত বিশ্ববিদ্যালয় স্থাপন সম্পৰ্কত বৰদলৈয়ে কৈছিল যে বিশ্ববিদ্যালয় সাম্প্ৰদায়িকতা প্ৰচাৰৰ কাৰণে নহয় ব্যক্তিত্বৰ বিকাশৰ কাৰণেহে।

আজিৰ ভাৰতত কেতবোৰ ৰাজনৈতিক দলৰ বুদ্ধিজীৱিয়ে ভুল অৰ্থত সৰ্বভাৰতীয়তাৰ নামত কোনো সম্প্ৰদায়, গোষ্ঠী বা দলৰ সৰ্বভাৰতীয় স্বাৰ্থহে তেওঁলোকৰ চকুৰ আগত ৰাখে। সৰ্বভাৰতৰ স্বাৰ্থৰ লগত তাৰ সম্বন্ধ ক্ষীণ। অসম আন্দোলনৰ সময়ত কেইটিমান ৰাজনৈতিক দলৰ নেতাই আন্দোলনটিক পৃথকতাবাদী আন্দোলন বুলিছিল - যদিও দেখদেখকৈ এই আন্দোলনৰ প্ৰধান লক্ষ্য আছিল অসমক ভৱিষ্যতে বাংলাদেশৰ লগত জাহ যাবলৈ এৰি নিদি ভাৰতৰ অঙ্গস্বৰূপে তাৰ স্থায়িত্ব ৰক্ষা কৰিবলৈ কেন্দ্ৰক বাধ্য কৰোৱা। কমিউনিষ্ট দলীয় এছ.ডি. সাৰদেছাইয়ে ১৯৮০ চনত তেতিয়াও একেবাৰে অহিংস হৈ থকা অসমৰ গণ আন্দোলনটোৰ
বিষয়ে লিখিলে এনেকৈ ঃ "But never before have the reactionary and disruptive forces succeeded in seriously raising the menance of secession in free India." (Mainstream Annual 1980) ঠিক তেনেকৈয়ে ইন্দিৰা কংগ্ৰেছৰ তেতিয়াৰ ৰাজ্যসভাৰ সদস্য ড° ৰফিক জাকাৰিয়াই ১৯৮৩ চনৰ ডিচেম্বৰ মাহত সেই সদনত গোপীনাথ বৰদলৈয়ে কেবিনেট আঁচনি গ্ৰহণ নকৰি ভাৰতক হিন্দুস্তান-

পাকিস্তানত ভাগ কৰিলে বুলিলে। ড° জাকাৰিয়াই নিজা আচৰণত সৰ্বভাৰতীয়তাৰ দৌৰ কিমান সেইটো তেওঁৰ এই বক্তব্যৰ মাথোন এবছৰ পূৰ্বে ঘটা এটা ঘটনাত সুন্দৰকৈ প্ৰকাশ পাইছে। ১৯৮২ চনৰ নবেম্বৰ মাহত মাথোন তেওঁৰ ধৰ্মীয় সম্প্ৰদায়ৰ সৰ্বমুঠ ৪৫ জনীয়া সংসদী সদস্যৰ দল এটি লৈ তেওঁ প্ৰধানমন্ত্ৰী ইন্দিৰা গান্ধীৰে সাক্ষাৎ কৰিছিল ভাৰতীয় মুছলমানৰ আহুকালৰ কথা লৈ প্ৰতিবেদন দিবলৈ। এই সঁজাতী দলত অন্য ধৰ্মীয় ভাৰতীয়ক বাদ দিয়াত তেওঁ যথাৰ্থতে সমালোচনাৰ সন্মুখীন হৈছিল। অসম আন্দোলনৰ দৰে বৰদলৈৰ ১৯৪৬ চনৰ গ্ৰুপিং বিৰোধী আন্দোলন যে ভাৰতবৰ্ষৰ বৃহৎ স্বাৰ্থৰ পক্ষেহে আছিল এই কথাটো প্ৰকৃত ভাৰতপ্ৰেমী বা সৰ্বভাৰতীয়ইহে বুজিব।

এই কথাটো পুনৰ দঢ়াই কোৱাৰ প্ৰয়োজন নাই যে বৰদলৈৰ চৰিত্ৰৰ এইবোৰ লক্ষণেই তেওঁক এক আদৰ্শ গান্ধীবাদী ৰাজনীতিক কৰি তুলিছিল। ইও নিশ্চিত যে গান্ধীজীৰ শিষ্যত্ব লভিয়েই নৰীয়া শৰীৰৰ, ক্ষমতালৈ উদাসীন, সততে অপাৰ্থিব চিন্তালৈ ঢালখোৱা বৰদলৈ হৈ পৰিছিল এজন অবিচলিত কৰ্মশীল ব্যক্তি।

## উপসংহাৰ

বৰ্তমানে ভাৰতত ৰাজনীতিৰ পৰা ধৰ্মৰ পৃথকীকৰণ সন্দৰ্ভত চলি থকা বাক-বিতণ্ডা প্ৰকৃত সমস্যাটোৰ পৰা কিমান আঁতৰি গৈছে তাকো আমি বুজিব পাৰো গান্ধীজীৰ আদৰ্শৰ পৰা। আমাৰ বা আজিৰ দিনত সকলো দেশৰে ৰাজনীতিত প্ৰধান সমস্যা হৈছে নৈতিকতাবিহীনতা। গান্ধীজীৰ আদৰ্শ হ'ল মূলতে ধাৰ্মিক আদৰ্শ।

ধৰ্মৰ নামত ভাৰতৰ বাটে-পথে চলি থকা হাই-উৰুমি, অনাচাৰ-ব্যভিচাৰকেই আমি প্ৰকৃত ধৰ্ম বুলি জ্ঞান কৰিবলৈ লৈছো। গান্ধী আদৰ্শই কয় যে ব্যক্তিসমূহৰ নৈতিক চৰিত্ৰ আৰু সমাজখনৰ মাজত এটি শক্তিশালী সম্বন্ধ থাকিব লাগে। কিন্তু বৰ্তমান কালত, আনকি পশ্চিমতো, এইটো পৰিলক্ষিত হৈছে যে কিছু 'লিবাৰেল' পন্থীয়ে সকলো ধাৰ্মিক চিন্তাকেই ৰাজহুৱা আলোচনা-বিলোচনাৰ পৰা একাষৰীয়া কৰিবলৈ ওলাইছে। ৰাজহুৱাভাৱে ঈশ্বৰৰ কথা কোৱাজনক সন্দেহৰ চকুৰে চাবলৈ ওলাইছে। ইয়াক সততে পাহৰি থকা হয় যে পশ্চিমৰ ৰাজনৈতিক উদাৰপন্থাৰ সৰ্বোচ্চ সাফল্য নাগৰিক স্বত্বৰ আন্দোলন ধৰ্মৰো সাৰ অংশ। এই বিষয়ত আমাৰ শঙ্কৰদেৱলৈ মনত পেলাব পাৰি।

সাংগঠনিক ধৰ্মৰ ৰীতি-নীতি ৰাজহুৱা বাট-পথ আৰু চৰকাৰৰ কাৰ্য্যসূচীত অৱশ্যেই থাকিব নালাগে। কিন্তু প্ৰকৃত ধাৰ্মিকসকলে সমাজত বা ৰাজনীতিত সন্মান নোপোৱাৰ কথা হ'ব নোৱাৰে। স্বৰাজোত্তৰ ভাৰতৰ অন্ততঃ প্ৰথম দশকটোত গান্ধীজীৰ শিষ্য অনুগামী সকলে কৰা ৰাজনীতি আজিৰ ৰাজনীতিতকৈ শত গুণে মহান আৰু ফলপ্ৰসূ কেনেকৈ হ'ব পাৰিছিল?

# পৰিশিষ্ট (১০)

## সন্ত্ৰাসবাদ, গান্ধী, বৰদলৈ আৰু আজিৰ অসম *

## ড০ নিৰোদ কুমাৰ বৰুৱা

যোৱা জুন মাহত আৰু এতিয়া এই ১৯৯৯ চনৰ ছেপ্তেম্বৰ মাহৰ আগভাগত মোলৈ অসমৰ বৰ্তমান পৰিস্থিতি সম্পৰ্কে অসমৰ বাতৰিকাকত কেইখনমানত প্ৰকাশিত প্ৰবন্ধ-পাতিৰ টোপোলা দুটা আহিল। তাৰ প্ৰথমটোত মই বিশিষ্ট সাংবাদিক পৰাগ কুমাৰ দাসৰ নৃশংস হত্যাৰ সম্পৰ্কত হোৱা বিভিন্ন আলোচনা-সমালোচনা পঢ়িবলৈ পাওঁ। প্ৰান্তিকৰ পাততেই অসমত অনুসন্ধানী সাংবাদিকতাৰ এজন বাটকটীয়া হৈ দেখা দিয়া পৰাগ কুমাৰ দাসক মই বাৰ বছৰমানৰ আগতে মাথোন এবাৰহে কেইমিনিটমানৰ কাৰণে লগ পাইছিলো যদিও তেওঁৰ আগৰ কালৰ সাংবাদিকতাত আৰু বিশেষকৈ তেওঁৰ স্বদেশপ্ৰেমৰ একনিষ্ঠতাত মই সদায় মুগ্ধ আছিলো। সেয়ে এই ঘটনাটোৱে আৰু আনটো টোপোলাৰ খবৰে মোক শোক-বিহ্বল কৰাৰ উপৰিও অসমীয়া জাতিৰ বৰ্তমান আৰু ভৱিষ্যতৰ সম্পৰ্কে অত্যন্ত সন্দিহান কৰি তুলিছে।

যিহেতু মে' মাহৰ মাজভাগত হোৱা দাসৰ মৃত্যুৰ সময়তে সত্তৰৰ দশকৰ জাৰ্মেনিত দেখা দিয়া তথাকথিত বাঁও সন্ত্ৰাসবাদী আন্দোলন 'ৰ'টে আৰ্মি ফ্যাকশ্যন'ৰ (ৰঙা সেনানীৰ গোট) প্ৰধান বীৰংমগনা উলৰিকা মাইনহ'ফৰ মৃত্যুৰ কুৰি বছৰীয়া দিবস পৰিছিল আৰু যিহেতু এই গোটটোৰ স্থিতিৰ প্ৰায় সম্পূৰ্ণ কালডোখৰতে মই জাৰ্মেনিতে আছিলো, সেই গতিকে এই গোটৰ সন্ত্ৰাসবাদ আৰু অসমত ১৯৪৯ চনৰ মাজভাগত দেখা দিয়া ৰাজনৈতিক সন্ত্ৰাসবাদৰ তুলনাটো মোলৈ থিতাতে আহিল। ৰঙা সেনানীৰ গোটৰ সন্ত্ৰাসবাদৰ আবিৰ্ভাৱ হৈছিল ষাঠীৰ দশকৰ পশ্চিম বাৰ্লিনৰ সমাজবাদী ছাত্ৰ-ছাত্ৰীয়ে কৰ্তৃপক্ষৰ স্বেচ্ছাচাৰী কাৰ্য্য পৰিচালনা আৰু মাৰ্কিন-ভিয়েটনাম যুদ্ধৰ বিৰুদ্ধে আৰম্ভ কৰা অহিংস গণতান্ত্ৰিক আন্দোলনটোৰ আঁৰ লৈ। ঠিক তেনেকৈয়ে, স্বাধীনতাৰ দোকমোকালিতে গান্ধী শিষ্য গোপীনাথ বৰদলৈয়ে ক্ষমতাৰ বিকেন্দ্ৰীকৰণে ৰাজ্যলৈ কেনেকৈ স্বাৱলম্বন আনিব পাৰি সেই আৰ্হি প্ৰণালীবোৰ সফলতাৰে গ্ৰহণ কৰোঁতেই গান্ধীবাদী গণতন্ত্ৰক ধ্বংস কৰিবলৈ আহিছিল বিদেশৰ দ্বাৰা পৰিচালিত তেতিয়াৰ কমিউনিষ্টসকলৰ সন্ত্ৰাসবাদ। সেই সময়ৰ সবল

---

* এই প্ৰবন্ধটো ১৯৯৬ চনৰ ১-১৫ নৱেম্বৰ সংখ্যাৰ 'প্ৰান্তিক'ত 'সন্ত্ৰাসবাদীসকল নহয়, কঠিন-পথগামী গণতান্ত্ৰিক যুঁজাৰুসকলহে প্ৰকৃত বিপ্লৱী, - ইউৰোপতো আৰু আমাৰ অসমতো' শিৰোনামাৰে প্ৰকাশ পাইছিল। ইয়াত আমি ইউৰোপীয় অংশটো তাৰ পৰা বাদ দি মাথোন অসমৰ পৰিস্থিতিহে চকুৰ আগত ৰাখিলো।

নেতৃত্বই সেই সন্ত্ৰাসবাদ ওফৰাই পেলাইছিল যদিও পাছৰ কালৰ বিভিন্ন অভ্যন্তৰীণ বিপৰ্যয়ৰ সুযোগ লৈ ডেৰ কুৰি বছৰৰ পাছত বিভিন্ন মূৰ্তি ধৰি এই সন্ত্ৰাসবাদ আকৌ ওলাই এতিয়া অসমীয়া জাতিটোক ধ্বংস কৰাত ব্যস্ত। সেই গতিকেই এই লেখাত আমি দুটা ঐতিহাসিক কালত অসম আৰু জাৰ্মেনিৰ পৰিস্থিতিৰ তুলনা কৰি, অসমক এতিয়া সম্পূৰ্ণভাৱে ছাটি ধৰা আত্মঘাতী সন্ত্ৰাসবাদলৈ গণতন্ত্ৰ বিৰোধী সাম্যবাদীৰ দলে আৰু তেওঁলোকৰ ৰোমান্তিক উপাসকসকলে তাহানিৰে পৰা কেনেকৈ ইন্ধন যোগাই আহিছে সেই কথাও আলোচনা কৰিম। ...

## অসমত গান্ধীবাদী গণতন্ত্ৰৰ প্ৰসাৰণত কমিউনিষ্ট সন্ত্ৰাসবাদীয়ে যোগোৱা বিপদ

ৰঙা সেনানীৰ গোটে যেনেকৈ বাৰ্লিনৰ ছাত্ৰ আন্দোলনে অনা প্ৰগতিত বাধা দি এটা প্ৰতিক্ৰিয়াশীল আবহাৱাৰ সৃষ্টি কৰিছিল, ঠিক তেনেকৈয়ে স্বাধীনতাৰ পাছ মুহূৰ্ত্ততে আমাৰ তথাকথিত সাম্যবাদীসকলেও তেওঁলোকৰ সন্ত্ৰাসবাদেৰে অসমত গান্ধীবাদী সমাজবাদ আৰু গণতন্ত্ৰ প্ৰসাৰণত বাধা দিছিল। এইকথা অসমৰ জনসাধাৰণে হয়তো এতিয়া পাহৰি গৈছে। অসমৰ প্ৰায়সকল মাৰ্ক্সবাদী বুদ্ধিজীৱিয়ে হয়তো ৰাইজে এই কথাটো নজনাকৈ থকাটোকে বিচাৰি অসমৰ ইতিহাস বিকৃত কৰি গৈয়েই আছে। কাহিনীটো আৰু কেইবছৰমানৰ আগৰ পৰা বৰ্ণাব লাগিব। সদৌ অসম ছাত্ৰসন্থাই সত্তৰৰ দশকৰ শেষৰ ফালে অহা অসম আন্দোলনলৈ বিশিষ্ট বৰঙণি যোগাই গ'ল যদিও সেইখনেই অসমীয়াৰ অস্তিত্ব ৰক্ষাৰ, মানে অসমবাসীৰ স্ব-নিয়ন্ত্ৰণৰ, প্ৰথম আন্দোলন নাছিল। ইয়াৰ আগতে কেইবাটাও গুৰুত্বপূৰ্ণ আন্দোলন হৈ গৈছে। তাৰে এটা - প্ৰথম ৰাজহুৱা আন্দোলনটো - গান্ধীজীৰ অনুপ্ৰেৰণাত সেই সময়ৰ অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈ ডাঙৰীয়াই ১৯৪৬ চনত অসমৰ নেতৃবৰ্গ আৰু ৰাজহুৱা অনুষ্ঠানেৰে মিলি আৰম্ভ কৰিছিল। যদিও এই গ্ৰুপিং প্ৰতিবাদ আন্দোলনত অসমৰ যুক্তিৰ বিপক্ষে থিয় দিছিল গান্ধীজীৰেই অতিকৈ স্নেহভাজন দুগৰাকী কেন্দ্ৰীয় মুৰব্বী - জৱাহৰলাল নেহৰু আৰু বল্লভভাই পেটেল - তথাপি সত্যৰ পূজাৰী গান্ধীজীয়ে তেওঁৰ নিপূণ সাংবিধানিক জ্ঞানেৰে বৰদলৈদেৱক সাহস আৰু উৎসাহ দি কৈছিল যে অসম তেতিয়াৰ বৃটিছে দিয়া সংবিধানৰ ভিত্তিতো বহুলাংশে স্বতন্ত্ৰ - এনেকি ভাৰতীয় সংযুক্ত ৰাষ্ট্ৰৰ পৰাও আঁতৰি থকাৰ অধিকাৰ অসমৰ আছে। গান্ধীজীয়ে দিয়া অহিংস ৰণৰ শিক্ষাই (যাক বৰদলৈদেৱে ইতিমধ্যে ১৯৪৪-৪৫ কালডোখৰত সফলতাৰে ব্যৱহাৰ কৰিছিলেই) অসমক পাকিস্তানত পৰাৰ পৰা বচালে।

তথাপি স্বাধীন ভাৰতত অসমীয়াৰ অস্তিত্ব আৰু অসম ৰাজ্যৰ স্বায়ত্ব শাসনৰ ৰক্ষণত অন্তৰায় থাকি গ'ল। কেন্দ্ৰীয় নেতৃবৰ্গৰ গাফিলতি হেতু অসমীয়াৰ ঘৰতে পৰ হোৱাৰ ভয় নুগুছিল। পূব পাকিস্তানৰ লগত থকা অসমৰ অনিয়ন্ত্ৰিত সীমাৰেখাই আৰু পূব পাকিস্তানৰ পৰা ধাৰাবাহিকভাৱে আহি থকা হিন্দু শৰণাৰ্থী আৰু মুছলমান অনুপ্ৰবেশকাৰীয়ে অসমতেই অসমীয়াক সংখ্যালঘু কৰিবলৈ ওলাল। আনকি অসমৰেই একাংশ কাটি পূৰ্বাঞ্চল গঠনৰ প্ৰচেষ্টাও চলিল। এই সমস্যাবোৰত কেন্দ্ৰৰ পৰা কোনো সমাধান নাহিল। নেহৰুৰ পৰা অসমৰ নেতৃবৰ্গলৈ অহা কিছু চিঠি-পত্ৰ পঢ়ি তেওঁ অসমীয়াৰ প্ৰতি বিতৃষ্ণা আৰু অনাস্থা

পুহি ৰখা যেনহে লাগে। তেওঁৰ চকু আছিল মাথোন অসমত নতুন তেলপথাৰ আৱিষ্কৃত হোৱাৰ সম্ভাৱনীয়তাত। কেবিনেট মিছনৰ পৰিকল্পনাত ভাৰতৰ ভৱিষ্যত সংযুক্ত (ফেডাৰেল) ৰাষ্ট্ৰত বৈদেশিক নীতি, প্ৰতিৰক্ষা আৰু যাতায়ত বিভাগকেইটাৰ বাদে বাকীবোৰ বিভাগ প্ৰদেশসমূহৰ স্বায়ত্ব শাসনৰ অধীনলৈ যোৱাৰ যি কথা আছিল সিও হৈ নুঠিল। সংবিধান প্ৰস্তুতিৰ কালত ভাৰত আৰু পাকিস্তানৰ মাজৰ বিবাদ দেখি প্ৰধানমন্ত্ৰী নেহৰু আৰু তেওঁৰ অনুগত কেন্দ্ৰীয় মন্ত্ৰীসকলে ৰাজ্যসমূহৰ স্বনিয়ন্ত্ৰণ আৰু স্বনিৰ্ভৰতাৰ প্ৰায় সকলো ক্ষমতা আজুৰি নিলে। সেই সময়তে ভাৰতৰ সকলো ৰাজ্যতে স্বনিয়ন্ত্ৰণৰ নামত এটা আন্দোলনৰ প্ৰয়োজন আছিল। কিন্তু সংবিধান প্ৰস্তুতি সভাত তৰ্ক-বিতৰ্ক হোৱাত বাদে বাহিৰত তেনে কোনো প্ৰতিবাদে দেখা নিদিলে।

গোপীনাথ বৰদলৈ কিন্তু বহি নাথাকিল। ১৯৪৮ চনৰ পৰা ১৯৫০ চনৰ আগষ্ট মাহত হোৱা তেওঁৰ মৃত্যুৰ আগমুহূৰ্ত্তলৈকে অসমত গান্ধী-আদৰ্শৰ গণতন্ত্ৰ প্ৰসাৰণৰ অৰ্থে আধাৰশিলাবোৰ স্থাপন কৰাত তেওঁ ব্যস্ত হৈ পৰিল। তাৰে এটা আছিল গুৱাহাটী বিশ্ববিদ্যালয়। কিন্তু সেই বিশ্ববিদ্যালয়ৰ কৰ্তৃপক্ষই পাঠ্যক্ৰমৰ ক্ষেত্ৰত তেওঁৰ আদৰ্শ আঁচনি মানি নোলোৱাত তেওঁ ক্ষুব্ধ নহৈ আন কেইটামান আধাৰশিলাত মন-প্ৰাণ সঁপি দিলে। ইয়াৰে এটা আছিল ‘গাঁও উন্নয়ন বিভাগ’টো আৰু তাৰ হৈ ১৯৪৮ চনৰ মাৰ্চ মাহত অসম বিধানসভাত উপস্থাপন কৰা তেওঁৰ ‘অসম গাঁও পঞ্চায়ত’ বিধেয়কখন। এই বিধেয়কৰ মূলমন্ত্ৰ আছিল শাসনকাৰ্য্য বা শাসন ক্ষমতাৰ বিকেন্দ্ৰীকৰণ। অসমৰ গাবঁৰ ৰাইজৰ আহুকাল চকুৰ আগত ৰাখিয়েই এনে চিন্তা কৰা হৈছিল আৰু অসমেই যেন এনে গান্ধী আদৰ্শৰ আঁচনি কাৰ্য্যকৰী কৰাত ভাৰতৰ ভিতৰত প্ৰথম ৰাজ্য হয় তাকো তেওঁ বিচাৰিছিল। ১৯৪৯ চনত আহিল বাধ্যতামূলক প্ৰাথমিক শিক্ষা আইনখন। তাতো সোমাই আছিল গান্ধীজীৰ নয়া তালিমী বা ‘বেছিক’ শিক্ষানীতি। ঠিক তেনেকৈয়ে নতুন ‘বনুৱা বিভাগ’টোৱে
আনিছিল চাহ বাগিচাৰ বনুৱালৈ শিক্ষা আৰু নিৰাপত্তাৰ সুবিধা। ইয়াৰ উপৰিও দুৰ্নীতি নিবাৰণ, পৰ্বত-ভৈয়াম সম্প্ৰীতি সন্মিলন আদি সৰ্বব্যাপী সংগঠনমূলক কাৰ্য্যত তেওঁ সম্পূৰ্ণভাৱে সোমাই পৰিছিল।

অসমত গান্ধীবাদী গণতন্ত্ৰৰ এনে প্ৰসাৰণৰ আৰম্ভণিতেই গণতান্ত্ৰিক চৰকাৰখনক ধ্বংস কৰিবলৈ আমাৰ কমিউনিষ্টসকলে সাম্যবাদৰ নামত চুৰি, ডকাইতি, নৰহত্যা আদি বিভিন্ন নৃশংসতা গাঁও অঞ্চলত আৰম্ভ কৰি দিলে। ৰাতি পাটীত শুই থকা সম্ভ্ৰান্ত অসমীয়া নাগৰিকক গুলীয়াই মাৰি তেওঁলোকে বীৰত্ব দেখুৱালে আৰু সাম্যবাদ প্ৰচাৰ কৰিলে। চহৰতো গেৰিলা যুদ্ধৰ কাৰণে অস্ত্ৰ-শস্ত্ৰ যোগাৰ কৰি বিভিন্ন স্থানত থ’লে। তাৰে এডোখৰ ঠাই আছিল ডিব্ৰুগড়ৰ নালীয়াপুল। কিন্তু নৰীয়া হৈও বৰদলৈ প্ৰশাসনত দুৰ্বল নাছিল। কমিউনিষ্ট সন্ত্ৰাসবাদীক তেওঁ খাটাং জাননী শুনাই দিলে এইবুলি ঃ

> “নিজা মতাদৰ্শ প্ৰচাৰ কৰাত মই কোনো লোককে বাধা দিবলৈ নাযাম - যদিহে তেওঁৰ কাৰ্য্য আইন আৰু শৃংখলাৰ সীমাবদ্ধ হৈ থাকে। কিন্তু কমিউনিষ্টসকলৰ দৰে ৰাইজক হিংস্ৰতা আৰু অৰাজকতা সৃষ্টি কৰিবলৈ উদগোৱাসকলক কঠোৰভাৱে শাসন কৰা হ’ব। অহিংসাৰ জৰিয়তে স্বাধীনতা অৰ্জন কৰি ভাৰতে

আজি আগ্ৰহ কৰিছে অহিংসা আৰু সত্যৰ ভেটিৰে আৰু ক্ৰমবৰ্ধমান গতিৰে এই সাৰ্বভৌম দেশখনৰ পূৰ্ণ বিকাশ। হিংস্ৰ পদ্ধতিক-যাক বিভেদকামীসকলে বিপ্লৱ বোলে - সহ্য কৰা নহ'ব।"

যেনে কথা তেনে কাম। কমিউনিষ্ট পাৰ্টিৰ পাণ্ডু কাৰ্য্যালয় আৰু তাৰ পাঠত বিভিন্ন ব্যক্তিৰ বাসস্থান খানাতালাচ কৰি পুলিচে অস্ত্ৰ-শস্ত্ৰৰ বাহিৰেও যিবিলাক গোপন ষড়যন্ত্ৰ আৰু পৰিকল্পনা দলিল আৰু কাৰিকৰী সঁজুলি উদ্ধাৰ কৰিলে তাৰ পৰা দলটোৰ মানৱতাবিৰোধী, নৃশংস স্বৰূপটো নঙঠা হৈ ওলাল। ফলস্বৰূপে কিছু অগ্ৰণী নেতা জেললৈ গ'ল আৰু বাকীসকল পলাতক হৈ লুকাল। জেলৰ পৰা খালাচ হৈ অহা কাৰিকৰী পাৰদৰ্শিতা থকা কৰ্মীসকল দললৈ ঘূৰি নগ'ল। পাণ্ডু খানাতালাচে কমিউনিষ্ট দলটোলৈ এনে লাঞ্চনা আৰু অপবাদ আনিলে যে সি দুটা দশকৰ ওপৰ কাললৈকে আৰু উধাব নোৱাৰিলে। ইয়েই দেখুৱায় - মাথোন গোপন ষড়যন্ত্ৰ, চুৰি-ডকাইতি আৰু নৃশংস হত্যাৰ ওপৰত নিৰ্ভৰ কৰা ই কি এক ভব্য-গব্য ৰাজনৈতিক দল আছিল।

বৰদলৈৰ তৎপৰতাৰ কাৰণে কমিউনিষ্ট পৰিকল্পিত ভয়ংকৰী অৰাজকতাৰ পৰা তেতিয়াৰ অসম ৰক্ষা পৰিল। কিন্তু সেই তেতিয়াৰে পৰা কমিউনিষ্টসকলে - আচহুৱাভাৱে, বিশেষকৈ অসমৰ মাৰ্ক্সবাদী বুদ্ধিজীৱিসকলে বৰদলৈৰ ওপৰত এটা আখেজ পুহি ৰাখি বৰদলৈৰ কালৰ অসম-ইতিহাস বিকৃত কৰি থাকিল। তেওঁলোকৰ চিন্তা কৰিবৰ প্ৰয়োজন নাই যে কমিউনিষ্ট পাৰ্টিৰ অসমত বিফলতাৰ কাৰণ বৰদলৈ চৰকাৰৰ 'পাশবিক অত্যাচাৰ' নাছিল। অসমত পৰাজয়ৰ কাৰণে ভাৰতীয় কমিউনিষ্ট পাৰ্টিয়ে পাছত বৰদলৈক নহয়, নিজৰেই বাঁওহঠকাৰিতাকহে দুষিলে।

## সত্তৰ আৰু আশীৰ দশকৰ অসম আন্দোলন আৰু এতিয়াৰ সন্ত্ৰাসবাদ

অসমত ইতিহাসৰ পুনৰাবৃত্তি সঘনে ঘটে। অসমৰ অস্তিত্ব ৰক্ষাৰ দ্বিতীয় আন্দোলনটো পলমকৈ হ'লেও আহিল। গান্ধী আদৰ্শৰেই অনুপ্ৰাণিত হোৱাত ই অসমীয়া জনসাধাৰণৰো মন চুই গ'ল। কিন্তু শেষ বিচাৰত এই আন্দোলনে মূল সমস্যালৈ কোনো সমাধান আনিব নোৱাৰিলে। কোনো আন্দোলনেই স্থায়ী হ'ব নোৱাৰে। বিশেষকৈ দীঘলীয়া হৈ গ'লে ইয়াত এলান্ধু লাগে। দ্বিতীয় ৰাজহুৱা অসম আন্দোলনৰো সেই দশা হ'ল। ইয়াত হয়তো গান্ধীজীৰ অহিংস ৰণৰ সকলো মূলবিধান নিয়াৰিকৈ পালন কৰা নহ'ল। প্ৰান্তিকত তাহানিতে প্ৰকাশ পোৱা আমাৰ এটা প্ৰবন্ধত গান্ধীজীৰ অহিংস ৰণৰ বিষয়ে আমি এনেদৰে লিখিছিলোঃ

"নিৰপেক্ষ সাক্ষ্য প্ৰমাণেৰে সাব্যস্ত কৰিব পৰা আচল অভিযোগ থাকিলে আৰু সেই অভিযোগৰ সমাধান ভুক্তভোগীসকলে একান্তভাৱে বিচাৰিলে, প্ৰতিদ্বন্দ্বীৰ বিপক্ষে সবিনয় অৱজ্ঞাৰ (ছিভিল ডিছঅ'বিডিয়েঞ্চ) পোনপটীয়া যুদ্ধখন ঘোষণা কৰা হয়। কিন্তু তাৰ আগতে সেই প্ৰতিদ্বন্দ্বীক যুক্তিৰে মান্তি কৰিবলৈ চেষ্টা কৰিব লাগিব। প্ৰাৰ্থনা, অনশন আদি উপায়েৰে ব্যক্তিগত স্বাৰ্থ সম্পূৰ্ণভাৱে বহিষ্কাৰ কৰিব লাগিব। ৰণক্ষেত্ৰত বিক্ষোভকাৰীসকল স্বাৱলম্বী হ'ব লাগিব আৰু দাবীবোৰ যিমান পাৰি কম পৰিমাণৰ হ'ব লাগিব। হিংসা বা উগ্ৰতা একেবাৰে বিসৰ্জন দিব লাগিব।"

দুখৰ বিষয়, গোপীনাথ বৰদলৈয়ে কেন্দ্ৰৰ লগত আনকি চিঠি পত্ৰৰেও যুদ্ধ দি অসমৰ সমস্যাকেইটামানলৈ যিমানখিনি সমাধান আনিব পাৰিছিল, দ্বিতীয় ৰাজহুৱা অসম আন্দোলনৰ নেতৃবৰ্গই আন বাধা-বিঘিনিৰ উপৰিও হয়তো একাগ্ৰতাৰ অভাৱতেই বা আন কিছু প্ৰলোভনত পৰাৰ কাৰণে তাৰ এক ক্ষুদ্ৰ অংশও সমাধান কৰিবলৈ অপাৰগ হ'ল। অসমীয়া জনসাধাৰৰ ইমানখিনি আগ্ৰহ, একাগ্ৰতা অথলে গ'ল। উদাহৰণ স্বৰূপে, কেন্দ্ৰৰ পৰা তঁাৰৰ টাটীলৈ বাট চাই থকাতকৈ অসমৰ স্কুল-কলেজসমূহৰ ছাত্ৰ-ছাত্ৰীৰ পাল পাতি দিয়া দৈহিক শ্ৰমেৰে যোৱা অসম আন্দোলনৰ সময়ত বাংলাদেশ আৰু অসমৰ অন্ততঃ স্থল সীমান্তত পকা প্ৰাচীৰ এখন বন্ধাৰ ব্যৱস্থা ল'ব পাৰিলেহেঁতেন। তেনে কৰি আমি গান্ধী আদৰ্শতেই থাকি প্ৰকৃত লাচিতৰ দেশৰ সন্তান বুলিও চিনাকি দিব পাৰিলো হয়।

অৱশ্যে এনে অহিংস ৰণ সাধাৰণ কৰ্ম নহয় আৰু তাকেই আমি বুজাব খুজিছোঁ। অতি সাহসী ব্যক্তিয়েহে অহিংস ৰণ দিব পাৰে। এই সাহস হৈছে নৈতিক সাহস আৰু স্বনিয়ন্ত্ৰণৰ সাহস। আকৌ আন্দোলন আওপাে গ'লে তাক বন্ধ কৰি দিয়াৰো সাহস। সন্ত্ৰাসবাদতকৈ অহিংস ৰণ এখনৰ কাৰণে কিমান সাহসৰ প্ৰয়োজন তাক ঠাৱৰ কৰিবলৈ আমি মনলৈ আনিব পাৰোঁ দাণ্ডি পদযাত্ৰাত বৃটিছ সাম্ৰাজ্যবাদীৰ সশস্ত্ৰ পুলিচ-চিপাহীৰ সন্মুখলৈ আগুৱাই যোৱা গান্ধীজী, সৰোজিনী নাইডু আৰু আমাৰ অসমৰো কৃষ্ণ নাথ শৰ্মাসকলক। এওঁলোকক নে সন্ত্ৰাসবাদীসকলক আমি প্ৰকৃত বিপ্লৱী বুলিম ?

যি সময়ত কেন্দ্ৰিতাবাদেৰে অহা কমিউনিষ্ট চৰকাৰী সমাজবাদক অত্যাচাৰী আৰু স্বেচ্ছাচাৰী বুলি আগৰ বিশাল চোভিয়েট ইউনিয়নৰ অন্তৰ্গত দেশবোৰে আৰু পূব-ইউৰোপৰ দেশবোৰেও নাকচ কৰিছে, যি সময়ত মাও-লেনিনৰ দেশতেই তেওঁলোকৰ - আৰু আনকি স্বয়ং মাৰ্ক্সৰো - মূৰ্তিবোৰ বাগৰি পৰিছে আৰু সৰ্বসাধাৰণে এই সৱৰ নামকেই শুনিব নোখোজা হৈছে, তেনে এটা সময়তে আমাৰ দেশত 'সাৰ্বভৌম অসম' নামৰ 'নন ইছু' এটাক লৈ মাও-লেনিন আৰু বোমা-বন্দুকক সাৰথি কৰি আমি যুজিবলৈ ওলোৱাটো আচহুৱা নহয়নে ? মাও-লেনিনৰ বিপৰীতে বিশ্বৰ প্ৰায় সৰ্বত্ৰতে আজি গান্ধী আদৰ্শই ন-পুৰুষক নতুন পৃথিৱী গঢ়িবলৈ অনুপ্ৰেৰণা যোগাইছে। আহক আমিও জাতিৰ পিতাৰ আগন্তুক ১২৫ বছৰীয়া জন্মতিথিত তেওঁৰ ঐতিহ্যলৈ ঘূৰি গৈ সমাজবাদ আৰু স্বায়ত্তশাসনৰ কাৰণে অন্য ৰাজ্যবোৰৰে লগ হৈ অহিংস ৰণলৈ সাজু হওঁ আৰু সমাজবাদৰ বিষয়ে তেওঁ কোৱা এই কথাখিনি সোঁৱৰো ঃ

> "সমাজবাদ এটা সুন্দৰ শব্দ আৰু মই জনা মতে সমাজবাদত সমাজৰ সকলো সভ্যই হ'ব সমান - খেনো নীচ আৰু খেনো উচ্চ নহ'ব। ...সমাজৰ সকলো সভ্যই সমান স্থান পোৱাই যদি সমাজবাদ হয়, তেনেহ'লে ইয়াৰ কাৰণে আমি কোনো বিশেষ দৰ্শনলৈ ধাউতি দেখুৱাই, নিজক পৰিবৰ্তন কৰিব নুখুজি, দেশখনক প্ৰথমতে সমাজবাদলৈ পৰিবৰ্তন কৰাত লাগিবনালাগে। বক্তৃতা দি, দল গঠন কৰিলেই আৰু বলেৰে বস্তু কাঢ়িলেই সি সমাজবাদ নহ'ব। তেনে কৰিলে যিমানেই আমি সমাজবাদক খেদি ফুৰিম সিমানেই সি আমাৰ পৰা আঁতৰি যাব ৰাজকুমাৰৰ মূৰ কাটিলেই ৰাজকুমাৰ আৰু কৃষক সমান হৈ নপৰে। অহিংস সত্যৰে ইটো সিটোৰ লগত সংলগ্ন হৈ আছে। গতিকে মাথোন সত্যনিষ্ঠ, অহিংস, পবিত্ৰ হৃদয়ৰ সমাজবাদীয়েই ভাৰতবৰ্ষত আৰু বিশ্বত সমাজবাদী সমাজ প্ৰতিষ্ঠা কৰিব পাৰিব।"

# পৰিশিষ্ট (১১)

## গোপীনাথ বৰদলৈৰ শালীনতা তথা স্পষ্টবাদীতাৰ এটি-দুটি উদাহৰণ ঃ লজ চাহাবৰ ইংৰাজ প্ৰাইভেছিৰ অতিশয়তাৰ মুখত কলাই-খাৰ *

### ড০ নিৰোদ কুমাৰ বৰুৱা

ইংৰাজসকলৰ Privacy বা নিলগ আবুৰতা জগত প্ৰসিদ্ধ। পৰাপক্ষত তেওঁলোকে সৰু হ'লেও, এখন বাৰীৰে নিজা এটা লগালগি নোহোৱা ঘৰত থাকিবলৈ ভাল পায়। সৰু পঁজাই হওক বা অট্টালিকাই হওক, তেওঁলোকে বাস কৰা ঘৰটোক তেওঁলোকে দুৰ্গ হেন জ্ঞান কৰে। 'An Englishman's home is his castle' প্ৰবাদটো জনাজাত। আগৰ দিনত তেওঁলোকৰ চহৰবিলাকতো ঘৰৰ নম্বৰ নথকাৰ মূলতেই হেনো আছিল এই কটকটীয়া আবুৰ ৰক্ষাৰ প্ৰতি হেঁপাহ। লণ্ডন চহৰত কিছুকাল বাস কৰি অহা যিকোনো অসমীয়াই জানিব তাৰ কোনো কোনো এলেকাত বসবাস কৰি থকা মানুহ এজনৰ ঘৰ প্ৰথমবাৰ উলিওৱাত কেতিয়াবা কেনে জঞ্জাল হ'ব পাৰে। একা-বেঁকা কোনো এটা পথেদি (ষ্ট্ৰিট) গৈ থাকোঁতে কেতিয়া কোনটো ভাঁজত হঠাতে পথটো সেই নামেৰেই ক্ৰেছেণ্ট, পাৰ্ক, স্কোৱেৰ, প্লেছ, লেন, গেট বা টেৰাছ হৈ পৰি অচিনাকি বাটৰুৱাক কেনে বিবুদ্ধিত পেলায় তাক ভুক্তভুগীয়েহে জানে। এনে হোৱাৰ কাৰণে হেনো ইংৰাজসকলৰ আবুৰতা প্ৰীতি। কিছু ইংৰাজ লোকৰ মাজত আবুৰতাৰ প্ৰতি এই ইচ্ছা ইমান প্ৰবল যে তেওঁলোকে তেওঁলোকৰ ঘৰ দুৰ্গৰ চাৰিওকাষে গড়খাৱৈ বান্ধি ল'ব নোৱাৰিলেও আৰু সেই গড়খাৱৈৰ ওপৰত এফালেদি উঠাই ল'ব পৰা দলং সাজিব নোৱাৰিলেও ঠিক তেনে হোৱাটো যেন তেওঁলোকে বাঞ্চা কৰে। তেওঁলোকৰ মানসিকতাত এনে আচুতীয়া ভাবৰ চিন প্ৰকাশ পায়। আবুৰতা বা নিলগতাৰ প্ৰতি তেওঁলোক ইমানেই সজ্ঞান ! এই কথা যে মিছা নহয় তাৰেই প্ৰমাণ হ'ল ছাৰ ৰনাল্ড ফ্ৰান্সিছ লজৰ বিষয়ে লিখিবলৈ ওলোৱা নিম্নোক্ত কাহিনীটো।

১৯৪৭ চনৰ ৯ ছেপ্তেম্বৰ তাৰিখে অসম বিধানসভাই লোৱা এটি প্ৰস্তাৱৰ আধাৰত ১৯৪৮ চনৰ এপ্ৰিল মাহত গৌহাটী হাই কৰ্ট স্থাপন হয়। তেতিয়াৰ অসমৰ ৰাজ্যপাল ছাৰ আকবৰ হাইদেৰী (১৮৯৪-১৯৪৮) আৰু তেতিয়াৰ অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈৰ

---

* 'প্ৰান্তিক' ( ১-১৫ আগষ্ট ২০০৮) ত প্ৰকাশ হোৱা এই লিখাত সাংবিধানিক নিয়ম-কানুনৰ প্ৰতি থকা বৰদলৈৰ অবিচল সচেতনতা আৰু অন্যায়-অসত্যৰ প্ৰতি তেওঁৰ তৎপড় নিৰ্ভীক প্ৰতিবাদী বিক্ষোভৰ স্বভাবটো প্ৰজ্বলিত

(১৮৯০-১৯৫০) আমন্ত্ৰণক্ৰমে তেতিয়াৰ ভাৰতত উচ্চতম ন্যায়ালয়ৰ মুখ্য বিচাৰপতি ছাৰ হৰি লাল কেনিয়াই সেই উদ্বোধনী সমাৰোহত পৌৰহিত্য কৰিছিল। সেই বছৰৰে ৫ এপ্ৰিল তাৰিখে গুৱাহাটী উচ্চ ন্যায়ালয়ৰ প্ৰথম মুখ্য বিচাৰপতি হিচাপে ছাৰ ৰনাল্ড লজে শপত গ্ৰহণ কৰিছিল। মুখ্য বিচাৰপিত হিচাপে লজৰ কাৰ্য্যদক্ষতা বিচাৰ কৰাটো আমাৰ এই আলোচনাৰ উদ্দেশ্য নহয়। ১৯৪৮ চনৰ ২৮ ছেপ্তেম্বৰ তাৰিখে যেতিয়া ৰাজ্যপাল হাইদেৰীৰ হঠাতে অকাল মৃত্যু হ'ল তেতিয়া নৱ-নিযুক্ত ৰাজ্যপাল শ্ৰীপ্ৰকাশ আহি নোপোৱালৈকে সেই ডেৰমাহ কাল লজ চাহাব অস্থায়ীৰূপে অসমৰ ৰাজ্যপাল পদত আছিল আৰু সেই সময়ত তেওঁ ৰাজভৱনতেই বাস কৰিছিল। আমাৰ ঘটনাটো সেই কালৰহে।

১৯৪৯ চনৰ ১৫ ফেব্ৰুৱাৰী তাৰিখে স্বৰাজোত্তৰ অসমৰ দ্বিতীয়জন স্থায়ী ৰাজ্যপাল শ্ৰীপ্ৰকাশ শ্বিলং আহি পোৱাৰ কথা। সেই উপলক্ষে তেওঁক আদৰণি জনাবলৈ মুখ্যমন্ত্ৰী বৰদলৈয়ে এটা ক্ষুদ্ৰ অনুষ্ঠান ৰাজভনৱত পতাৰ ব্যৱস্থা কৰিলে। অনুষ্ঠানৰ কাৰ্য্যসূচীও আছিল সাধাৰণ, এটায়েই বিষয়। নৱ-নিযুক্ত ৰাজ্যপাল ৰাজভৱন পোৱাৰ পাঁচ মিনিট মানৰ আগতে বৰদলৈ তেওঁৰ মন্ত্ৰীমণ্ডলী আৰু সংসদীয় সচিবসকলৰ সৈতে ৰাজভৱনত গোট খাব আৰু নতুন ৰাজ্যপালক তেওঁ প্ৰথমে আদৰি তেওঁৰ সংগীবৃন্দক ৰাজ্যপালজনৰ হৈছে। (কলাই খাৰ - বৰচোকা এবিধ হিলৈ মৰা খাৰ)
লগত চিনাকি কৰি দিব। সমগ্ৰ আয়োজনটো ১৫-২০ মিনিটমানৰ ভিতৰত অন্ত পৰিব, যিহেতু খোৱা-বোৱা বা গান-বাজনাৰ কথা তাত নাছিল। চৰকাৰৰ মুখ্য সচিব এছ.এল. মেহতাই যেতিয়া লজ চাহাবৰ ব্যক্তিগত সচিবলৈ বৰদলৈৰ আয়োজনটোৰ বিষয়ে লিখিলে লজ চাহাবে তাত অতিকৈ বিৰক্তি দেখুৱাই তেওঁৰ ব্যক্তিগত সচিবৰ যোগেদি কোৱাই পঠিয়ালে যে তেওঁ তেনে আয়োজনক 'অত্যন্ত অবাঞ্চনীয়' (most undesirable) বুলি গণ্য কৰে। অৱশ্যে তথাপিও যদি মুখ্যমন্ত্ৰী আৰু তেওঁৰ সংগীবৃন্দ আয়োজনৰ কাৰণে ৰাজভৱনলৈ আহে তাত তেওঁ বাধা নিদিয়ে।

শিষ্টাচাৰ, শালীনতা আৰু সাংবিধানিক নিয়মৰ প্ৰতি চিৰ সচেতন বৰদলৈয়ে লজৰ অঁকৰা মৈত উঠা সদৃশ আচৰণ দেখি তভক মানিলে। লজে নিশ্চয় ধৰি লৈছিল যে মন্ত্ৰীসকল আহি ৰাজভৱনত হৈ-হাল্লা কৰিলে তেওঁৰ আবুৰতাত আঘাত পৰিব। কিন্তু বৰদলৈৰ কথা হ'ল - লজ যদি তেওঁৰ আবুৰতাক লৈ ইমানেই সচেতন, তেওঁ দেখোন পৰম্পৰা মানি চলি নতুন ৰাজ্যপাল অহাৰ আগতেই ৰাজভৱন এৰি নিজৰ বাসস্থানলৈ গুচি যাব পাৰিলেহেঁতেন। তাতে, নৱ-নিযুক্ত ৰাজ্যপালক আদৰিবলৈ মুখ্যমন্ত্ৰীয়ে কৰা আয়োজনক most undesirable বুলি ক'বলৈ তেওঁ কোন ? মন্ত্ৰীসকলে ভাৰতীয় পৰম্পৰাৰে নতুন ৰাজ্যপালক আদৰিবলৈ যি ব্যৱস্থাই নলওঁক লাগিলে তাত মাত মাতিবলৈ লজৰ কোনো যোগ্যতা নাই। বৰদলৈয়ে সেয়ে লজলৈ নিজে লিখিলে ঃ

"আপোনাৰ ভিতৰুৱা সচিবে আমাৰ মুখ্য সচিবলৈ দিয়া চিঠিখন মোৰ হাতত পৰিছে। মই জানি অতি দুঃখিত যে আপুনি নৱ-নিযুক্ত ৰাজ্যপালক আদৰিবলৈ

আমি ৰাজভৱনত পাতিব খোজা আয়োজনক 'অত্যন্ত অবাঞ্চনীয়' কাম বুলি জ্ঞান কৰিছে। মই নিশ্চিত তাৰ বাবে আপোনাৰ কাৰণ আছে, কিন্তু মোৰ ব্যৱস্থাৰো কাৰণ আছে। সেই কাৰণেই এই টোকা মই আপোনালৈ পোনপটীয়াভাৱেই লিখিছোঁ।"

ইয়াৰ লগতে বৰদলৈয়ে লজক এই বুলি সোঁৱৰাই দিলে ঃ

"আপুনি হয়তো প্ৰতিষ্ঠিত সাধাৰণ প্ৰথাটোৰ (convention) বিষয়ে অৱগত যে বিদায়ী ৰাজ্যপালে সদায় নতুন ৰাজ্যপাল অহাৰ আগতেই ৰাজভৱন ত্যাগ কৰে, যদিও অৱশ্যে তেওঁৰ কাৰ্য্যকালৰ অন্ত পৰে নতুন ৰাজ্যপালে শপত গ্ৰহণ কৰাৰ লগে লগেহে। মই আশা কৰিছিলো যে আপুনি আমাৰ ভাৰতীয় পৰম্পৰাৰে নৱ-নিযুক্ত ৰাজ্যপালজনক আদৰিবলৈ কৰা ব্যৱস্থাত সোমাই থকা অনুভূতিৰ কথা হৃদয়ংগম কৰিব পাৰিব...।"

সেই একেদিনাই বৰদলৈৰ চিঠিৰ উত্তৰত লজে পিছ হুঁহকি মাথোন ইয়াকেহে ক'লে যে তেওঁ বোলে ভাগৰে-জোগৰে অহা নৱ-নিযুক্ত ৰাজ্যপালৰ সুখ-সুবিধালৈ চাইহে বৰদলৈৰ আয়োজনটোত আপত্তি দৰ্শাইছিল, কাৰণ তেনে সময়ত মানুহ এজনৰ জিৰণিৰহে আৱশ্যকতা বেছি। লজক কিন্তু তেওঁ প্ৰয়োগ কৰা অশালীন most undesirable কথাষাৰৰ কাৰণে দুখী হোৱা যেন নালাগিল। তেওঁৰ এনে আচৰণ কিন্তু নিতান্তই অ-বৃটিছ। সাম্ৰাজ্যবাদৰ কালচোৱাতো কোনো বৃটিছ ৰাজ্যপালে এনে অশুভ, অমংগলীয়া শব্দ ব্যৱহাৰ কৰা নাছিল বোধহয়।

এইখিনিতে বৰদলৈৰ চৰিত্ৰৰ এটা বৈশিষ্ট্যৰ কথা ক'ব লাগিব। নিজা পূৰ্বনিৰ্দ্ধাৰিত ধাৰণা, অনুমান বা পক্ষপাতিত্বৰ ভৰত আনক মিছাতে দুষিবলৈ ওলোৱা কিছু লোকৰ দস্তুৰটো তেওঁ ভাল নাপাইছিল আৰু তেনে কথাত তেওঁৰ প্ৰতিবাদ তীব্ৰ আছিল। ১৯৪৮-৫০ চনৰ কালডোখৰত যেতিয়া পূৰ্ববংগৰ কিছু শৰণাৰ্থীৰ প্ৰতি সাহাৰ্য্যৰ কথা লৈ কলিকতীয়া কাগজপত্ৰই বৰদলৈ চৰকাৰক এইবুলি দুষিছিল যে সেই চৰকাৰে বাঙালী হিন্দুতকৈ বাঙালী মুছলমানক বেছি পছন্দ কৰে, তেতিয়া এই কথাটো নেহৰুৱে সঁচা বুলি লৈ বৰদলৈক জনালে যে এনে সংকীৰ্ণ ভাবে অসমলৈ বদনাম আনিছে। নেহৰুৱে আনকি এই বুলিও ভাবুকি দিলে যে অসমে ভাৰত চৰকাৰৰ পৰা দাবী কৰা আৰ্থিক সাহাৰ্য্য নিৰ্ভৰ কৰিব অসমে শৰণাৰ্থীলৈ আগবঢ়োৱা সাহাৰ্য্যৰ ওপৰত। সদায় নিকা, অসাম্প্ৰদায়িক আচৰণ প্ৰদৰ্শন কৰি থকা বৰদলৈয়ে নেহৰুৰ এনে উক্তি হেলাৰঙে ল'ব নোৱাৰিলে। তেওঁ এনেকৈ প্ৰত্যুত্তৰ দিলেঃ

"মই নিজেই আৰু মোৰ চৰকাৰে কেবিনেট মিছনৰ গ্ৰুপিং দফাৰ বিৰুদ্ধে প্ৰাণেপণে যুঁজ দিছিল। তেতিয়া আপোনাক আৰু কংগ্ৰেছ ৱৰ্কিং কমিটিৰ সদস্যসকলক আমাৰ দৃষ্টিভংগীৰ প্ৰতি বৰ দয়ালু দেখা নগৈছিল। অসমৰ এইচৰকাৰেই পূৰ্ববংগৰ অবৈধ মুছলমান পমুৱাৰ বিৰুদ্ধে বহিষ্কাৰ নীতি গ্ৰহণ কৰিছিল।"

# পৰিশিষ্ট (১২)

# The Book That Misguided Assam's Intellectuals For Four Decades*

## Nirode K. Barooah

It is a great irony of the modern history of Assam that Gopinath Bardoloi, the man who probably first coined the phrase 'Planter Raj' for the British period of Assam's history, should be the target of defamation and derogation in a book carrying the same phrase as its title, and dominating Assam's historical research for four decades. Although well-received in Assam, this book, even in its revised edition, is highly partisan and tendentious and its misrepresentation of facts beside causing serious violence to the history of Assam, will continue to have a profoundly adverse effect on Bengali-Assamese relations in the state.

Amalendu Guha's introduction to his revised edition of *Planter Raj to Swaraj* (2006) is, apart from the last three paragraphs, devoted to acknowledgements, concerned primarily with my severe criticism in *Mohini Kolar Chabi* (*MKC* 1997) and elsewhere of his account of the Gopinath Bardoloi period of Assam's history in the first edition (1977) of his book. I challenged him many times either to correct his distortions of Assam's history and his deliberate defamation of Gopinath Bardoloi or prove that I am wrong. He did neither except for trying to explain away a couple of points in a wishy-washy

*Published in *The Sentinel*, 29, 30, 31 July 2008

manner. In doing so, he gave us a strangely askew method of arriving at truth, which is by "careful twisting and turning the given facts". (Guha in *Gariyashi*, July 1999, p. 5; for my reply see *Gariyashi*, Dec. 1999, pp. 8 – 9.) One of Guha's staunchest supporters, Hiren Gohain, who, however, had absolutely no knowledge of the original archival sources in question, came forward to defend Guha and blamed me instead for distorting the facts, consciously or unconsciously, because of my middle-class background. (See Journal Emporium, *Oitihya Arü Itihash* (Guwahati, 2005), pp. 19 – 25.) Two Assamese professors of history and a new literary journal on whose advisory panel Guha's name appears at the top, commented that Gohain's was the 'fitting reply' to me and that my above-mentioned book was a 'fake art'. (*Yaatra*, Vol. I, No. 1, Nov. Dec. 2005; for the two professors see below.) It is not surprising when one considers the perception of history held by some members of the group concerned with the above-mentioned journal.

Contrary to his blind supporters, Guha has behaved differently in his revised edition by trying to confront with my charges in *MKC*. He has corrected some of the mistakes pointed out by me although in a half-hearted way. An elaborate and full-blooded correction would involve not only a revision in some detail of his book but also a change of perspective and the abandonment, above all, of his Settlers Association's mindset. So he has added three appreciative paragraphs about Bardoloi in the epilogue of his revised edition, and has silently retreated from his earlier stands in more than ten cases without, however, any acknowledgment to me or even remotely indicating that his alterations were in response to my criticism. Perhaps this was due to his desire to spare some inevitable moans and groans to his enthusiastic 'chintanayaks', in whose eyes he could never be wrongheaded or misguided.

When I met Amalendu Guha last time some 20 years ago

at the Guwahati session of the North-East-India History Association, I told him that his book needed some urgent corrections in a number of places. He said that his book had already gone for the second print and showed no particular interest in knowing what I had in mind. Later, in 1990, while writing in *Prantik*, the series about Gopinath Bardoloi's politics, I had several occasions to point to many errors in Guha's book not only about dates and figures but also about some serious mistakes of facts and interpretations.

It is unfortunate that no adequate study of Assam's history has been done since Guha's book in 1977 to undo the damage caused by Guha's account. My essay, *MKC,* was a contribution specifically to present the other side of the coin, unmask Guha's arrogant and unreflective subjectivity, and redress, as far as possible, the damage already done to the image of Assam and Bardoloi.

In his new introduction, Guha says:

> "Unlike traditional historians, I also made use of available quantitative data alongside the qualitative. This was done so that I could steer clear of hyperboles and rhetoric resorted by some of my peers." (Saikia 2000; Barooah 1997) (Guha, 2006, p. XXII)

However, Guha does not give any example of the quantitative data that are available. Neither does he tell us how he made use of them to make any startling discovery in either overturning some received wisdom or establishing a new one.

Some of Guha's errors in his earlier edition which I pointed out in *MKC* can be stated to see Guha's reaction to them in the new edition:

1. Guha described in 1977 Basanta Kumar Das from Sylhet, as the senior-most and "ablest parliamentarian on the Congress side" (Guha, 1977, p. 221). It is beyond comprehension how he could compare him with legislators who were yet to

make their parliamentary debut. In the second edition, Das is now decribed as the "most experienced parliamentarian". This is what i had suggested in my essay. (*MKC*, p. 5).

2. Guha wrote that "Bardoloi was not in Congress during 1930 – 36". This is totally wrong. Bardoloi was not in the agitational part of the second phase of the Civil Disobedience Movement during 1932 – 34, but never out of the Congress during the period 1930 -36, and, in fact, was extremely active in the constructive programmes of the Congress Party. Guha still maintains his old false charge.

3. The most ludicrous and objectionable assertion he made in the first edition was this:

> "The Congress Socialists and Communists had played a significant role in spearheading the open anti-grouping agitation that seized the people." (Guha, 1977, p. 314)

I compared this ludicrous claim to some lunatic's assertion that the Taj Mahal was a Vedic temple. Now the second edition has had a modification and reads: "The Congress Socialists and Communists also played significant role in spearheading the anti-grouping agitation." (Guha, 2006, p. 256). But this modification, of course, is hopelessly inadequate. Realising this, he makes a full retreat in his new introduction and writes:

> "There was an immediate and spontaneous outburst of protest against the British Cabinet Mission's Grouping Plan. A popular upsurge in Assam led by Congressmen, socialists, communists and others took place at the grassroots, even as the Congress leaders were seriosly considering it." (Guha, 2006, p. XIII)

His Socialists and Communists are no longer in the forefront of the agitation but fellow marchers behind the Gandhian Congressmen and the masses.

4. An example of Guha's meaningless rhetoric is the way he

treats Bardoloi's policy towards the tribals. There is no doubt that Bardoloi's tribal policy and his idea of uniting the indigenous people to create an Assamese nationality was not favourable either to the immigrants or to the Settlers' Association. With the mindset of the Settlers' Association Guha falsified the history of Assam by questioning Bardoloi's concern for the tribals, just before his coalition Ministry in 1938 thus:

> "In an attempt to gain allies among the tribal and labour members, Bardoloi raised the bogey of the tribal people in plains losing their lands to immigrants." (Guha, 1977, p. 229)

After my criticism, the word "bogey", which is a highly pejorative term and thoroughly objectionable in this context, has been changed to "issue". It is clear from the text that he had purposely and disingenously used the pejorative word in order to throw doubts on the sincerity of Bardoloi's policy.

5. Guha has, in the earlier edition, claimed that the leadership of the Congress Parliamentary Party should have gone to B.K. Das of Sylhet. In my criticism I pointed out that the leadership had to go to one of the Brahmaputra Valley MLAs because of their two-thirds majority and other important reasons. Guha now says that "since the leader of the Congress Party had to be from the Brahmaputra Valley" (Guha, 2006, p. 179), Bardoloi was elected as leader. Although he has taken my argument and adopted my wording, he does not acknowledge it.

6. Guha's account of the Tripartite Agreement is wholly and wilfully wrong, but he cannot change it because to change the narrative, he has to change his attitude altogether. But he knows that he can no longer call the treaty "Bardoloi's unwise marriage of convenience" (Guha, 1977, p. 291). In the revised version, following my criticism, he has dropped the word "unwise" (Guha, 2006, p. 237). He now says that the APCC called it 'unwise and unprincipled' (Guha, 2006, p. 237). His own

unwise comment has now become the comment of the APCC. The APCC, in fact, did not criticise the treaty at all, only Tayyebulla, the APCC president, was against it but noone in the APCC listened to him.

It is obvioius here that Guha has relied more on Tayyebulla's Memoirs and his false press statements than primary sources. Memoirs are, sometimes, notoriously unreliable, and differ enormously in quality according to the character and motive of the individual. Many of them are written to boost the self-image, self-promotion and self-advertisement of the writer, and are coloured by what image they wish to project to their contemporaries and to posterity. They are important, but do not have primacy over other documentary evidence and cannot be taken on trust. It is incongruous and mischievous of Guha to place reliance on Tayyebulla's statements vis-à-vis other reliable documentary evidence which is plentiful. Tayyebulla had a life-long animus against Bardoloi, and Guha's reliance on him has transferred this animus to Guha. But there is another dimension to the issue. Guha went to Tayyebulla, despite the availability of primary sources and more immediate documents and his self-proclaimed commitment to qualitative data, because he found in Tayyebulla a kindred spirit, and approached the subject with his own innate anti-Bardoloi animus and wanted support for it no matter what quarter it came from.

7. A further error regarding the Tripartite Agreement refers to a statement which Guha misattributed to Bardoloi in the first edition: "In the course of a press statement Bardoloi even said that 'a new era in Assam' had been ushered in." (Guha, 1977, p. 289) I pointed out this misattribution in *MKC* (pp. 42 – 44) saying that the 'new era' statement was made by Saadulla in the Assembly and Bardoloi only repeated Saadulla's phrase. It was out of character for Bardoloi to indulge in a hyperbolic language of this kind. In his revised edition, Guha now says that

Bardoloi, like Saadulla, even said that a 'new era' in Assam had been ushered in. (Guha, 2006, p. 236)

8. Moving on to a different matter, Guha like a zealot of the Settlers' Association and a Bhasani youth, insultingly described Ambikagiri Ray Chaudhury, a venerable Assamese patriot, thinker, Congressman and freedom fighter as "not much educated" (Guha, 1977, p. 317), and that, too, in comparison with Abdul Hamid Khan Bhasani, whose education ended at the primary school. In the revised edition, in consequence of my criticism, he has changed the wording to "without much formal education" (Guha, 2006, p. 259).

9. Another obnoxious and most notorious statement of Guha in the earlier edition was that Bardoloi was not willing to resign in 1939. In that edition he said:

> "It [Bardoloi Ministry] clung to power till that dead-line [15 Nov.] and was the last of the Congress ministries to resign. Because of this procrastination, Saadulla had enough ground to remark caustically on 27 February 1940 that Bardoloi had resigned not to vindicate his moral stand against war efforts, but under the goading of the Congress high Command." (Guha, 1977, p. 235)

It is a total distortion of the situation. The reason for Bardoloi's not resigning until the last minute in 1939 was not love for power but because he wished to see the new measures regarding the Line System formulated while his Coalition Ministry was still in power. Then again, the quotation further accuses Bardoloi of procrastination which enabled Saadulla to make a caustic remark that Bardoloi's moral stand took a back seat to the CWC pressure on him to resign. After my criticism in *MKC*, Guha has now made a slight modification by saying that "Saadulla gained enough ground..." thereby dishonestly transferring the responsibility to Saadulla. But his anti-Bardoloi attitude still continued to inform his account here.

10. Guha further betrays his hostility to Bardoloi regarding his Coalition Ministry's programme. In the old edition, before even giving Bardoloi' Ministry's programme, he was eager and impatient to tell his readers that nothing new or good could come of his ministry. Guha went on to ask: "Was it not under Saadulla's orders that political detainees (terrorist suspects), except one, had been released?" (Guha, 1977, p. 232) Now, Guha has changed the sentence thus: "After all, it was under Saadulla's orders that ... " Thus it still keeps the readers guessing and confused as to the real springs of Bardoloi's policy, and undervalues the noteworthiness of his action.

11. Many basic factual errors concerning dates and figures in the old edition have remained uncorrected. Most of them were taken from Tayyebulla. I pointed out some of the errors in *Prantik* (16 – 31 January 1990). Historians are not lauded for giving accurate dates of well-known and important events, but they are rightly condemned for failing to get them right. Guha in his first edition gave the date of the beginning of Individual Satyagraha in Assam as 9 December 1940, apparantly relying on Tayyebulla rather than the APCC papers. (Guha, 1977, p. 265) After my article in *Prantik*, Guha has made one correction now in the revised edition (Guha, 2006, p. 216). The other mistakes have, however, remained uncorrected.

The half-hearted corrections and amendments are far from satisfactory, since the contexts themselves needed to be changed in a proper and fitting manner. To recapitulate the main points of my critical comments, the burden of my criticism is that Guha's mind is hermetically sealed by inveterate prejudice. This has involved him in self-indulgent arrogance and unreflective subjectivity. The result has been a distorted and manipulated history of Assam. In the introduction to the second edition of his book he says: "Some of his [Bardoloi's] contribution had to be unfortunately left out, simply because

'loading a whole elephant into a casket' was not possible." (Guha, 2006, p. XXIV) This is absolutely dishonest. His book is on electoral politics in Assam and yet he had not place to discuss Bardoloi'ss Assembly politics. Before mentioning the Bardoloi Government's programme in 1938 – 9 he hastened to say that there was nothing in that programme which Saadulla had not tried before. Before trying to assess the significance of the Tripartite Treaty of 1945 he condemned it as Bardoloi's 'unwise marriage of convenience'. On the Digboi crisis he had not time to read the final Assembly debate on that crisis and yet he claimed: "In my choice of source materials over fifty thousand printed pages of relevant legislative debates and interpellations have been more important than unpublished government records for the same period." (Guha, 1977, p. X) Even now, after backtracking his previous position in maligning Bardoloi, he has added some additional untruths. According to him, Nehru and Patel showed Bardoloi the escape route from the Grouping (Guha, 2006, p. XXVI), whereas it is a recorded fact that Nehru and Patel were against the course that Bardoloi took in his fight against the Grouping Plan.

The basic problem with Guha is that he lacks what J. H. Hutton, ICS, called the 'intellectual asceticism' in his address to the Assam Research Society as far back as 1925: "In research", he continued, "let us put aside all allurements of art, romance and vaingloriousness, even of patriotism, and seek the naked truth and present it, however distasteful it be." (In S. K. Bhuyan, *London Memories*, Guwahati, 1979) The advice is elementary but as true today as it was then. 'Intellectual ascetism' which he advocated neatly sums up the essence of historical methods and research that are an essential part of the competently equipped historian and which numerous historians from Ranke to Sir Geoffrey Elton have followed, inculcated and preached. Guha could do with a dose of intellectual asceticism, for in response to my criticism, he now says:

"My terse comments on the leaders were discontinuous and not consolidated at one place. This resulted in a misunderstanding that an overall critical evaluation was neglected." (Guha, 2006, p. XXII)

This is disingenuous in the extreme. If discontinuous comments are prejudiced, they will still remain prejudiced when they are consolidated and they will still do violence to a proper evaluation unless they are subjected to a thorough purging of their poison.

In the introduction to his revised edition Guha has given the methodology in arriving at the truth thus:

"Beyond the recorded facts, there were also my own historical and political perspectives. The facts themselves, as gleaned from the selected sources, could be questionable. These having their own inbuilt biases and contradicting each other, needed to be scrutinised and carefully divested of such anomalies for acceptance as truth. In doing so, the historian applies his mind, his own standard of judgement. He also takes the help of reasonable imagination to fill up gaps in the gleaned information, if any. This is the historical craft I followed." (Guha, 2006, p. XXII)

In general, there is no quarrel with this procedure. The point of dispute is that he has bitterly failed to put this in practice. Moreover, in an article in *Gariyoshi* he gives us another technique: "By careful twisting and turning of the given facts, the historian arrives at the truth." (July 1999; for my rejoinder see *Gariyoshi*, December 1999, pp. 8 – 9) This is extremely disturbing, since if this rule is followed, facts cannot be safe in the hands of a tendentious historian. But facts are sacred; only the interpretations are free or personal. The facts exist independently of what interpretations the historian puts in them. The selection of sources to which Guha refers is also suspect, since the selection may be made in order to establish a thesis or

suit the selector's purpose and inconvenient documents and evidence may be ignored. Therefore, the researcher has to examine and evaluate all the available sources in the pursuit of truth. Good historians do not preselect evidence or sources according to their point of view.

As far as filling in the gaps is concerned, the sovereignty of the sources is unquestionable. The author's imagination is severely bounded by the fragments of sources that are relevant in any given case. It is not a licence to the historian to give free run to his hobby horse. By going through only a fragment of the sources concerning the Digboi crisis, Guha has filled the gaps with imagination which has made his account flawed. Some later researchers including the authors of the *Political History of Assam*, have taken their cue from Guha as a consequence of which their accounts, too, are as flawed as Guha's *ab initio*. I have showed this in details in my study of Gopinath Bardoloi's politics which is soon to be published. The arbitrary selection of sources coupled with *a priori* judgement based on what he calls his "own historical and political perspective" have made many of Guha's analyses blatantly false.

In his new introduction Guha has also disclosed that his own values influenced his narrative of what happened in Assam during its late colonial past. (Guha, 2006, p.XII) His attitude to the Settlers' Association throughout the book and his incendiary rhetoric of the Sylhet Referendum are proof of this fact and have succeeded in poisoning the Bengali-Assamese relations in Assam for a long time to come. There has been no end to the internet notices and postings blaming Bardoloi and the Assamese for the Sylhet partition on the basis of Guha's account. Recently, a professor of Bengali of Silchar University (now the vice-chancellor) referred to Bardoloi's 'wicked deeds' at the time of partition. It is clear why the glaringly communal Memoir of R. N. Aditya, whom Guha otherwise considered a conservative and radical nationalist Hindu MLA from Sylhet, became Guha's chief source of reference on the Sylhet Referendum in preference even

to the verdict of Basanta Kumar Das. Hopefully, the publication of my upcoming book will go some way towards clearing up the debris of bias removing a tissue of misunderstandings and misrepresentations that Guha has been responsible for in his account. A professor of history writing about Hiren Gohain's review of my essay *Mohini Kolar Chabi* in *Oitihya Aru Itihash* has suggested that Gohain was right in calling my book 'a fake art' (*Mohini Kola*). Apart from the fact that I do not remember Gohain saying so, the learned professor did not consider his duty to read a book before passing any judgment on it (see Dambarudhar Nath in *Gariyashi*, July 2006). Another professor of history, in his review of the second edition of Guha's book, did not notice that on no less than eleven counts Guha had, because of my objections, to make alterations giving the relevant passages a different meaning than before. Moreover, it was his purely wishful thinking that Gohain had demolished my arguments to pieces (Chandan Kumar Sharma in *Danik Janambhumi*, 9 July 2006). In spite of my high regard and respect for Gohain's intellectual ability and his literary contributions, I consider his review of *Mohini Kolar Chabi* a piece of wholesale and unadulterated nonsense. Its main purpose seems to be to save Assam's Marxist clan from further disrepute.

In summary, it is not Guha alone who has posed a danger to Assam and has done violence to its history. It is the lack of interest and indifference of the Assamese intelligentsia which is the greater danger. Although Guha's book has been around for more than thirty years, no high-level scholarly work has appeared to rebut his facile judgments, analyses and distortions of facts. This is not an advocacy for writing a jingoistic and vainglorious nationalist history of Assam, but an urgent plea for Assam's intellectuals and young historians to take a greater interest in historical research and scholarship so that it can lead to a serious and balanced study of Assam's past and its people who made it happen, free from entrenched prejudice, partisanship, distortion, suppression and manipulation.

# তথ্যৰ উৎস নিৰ্দেশ

**(অতিৰিক্ত কাৰণত পাদটীকাত ব্যৱহাৰ কৰিবলগীয়া হোৱা কেতবোৰ পুথি-প্ৰবন্ধ এই তালিকাত ভুক্ত কৰা হোৱা নাই।)**

**১। মৌলিক অ-প্ৰকাশিত নথি-পত্ৰ**

**ক) অসম চৰকাৰৰ সচিবালয় মহাফেজখানাৰ পৰা ঃ**

১) বৰদলৈৰ নিজা তত্ত্বাৱধানত থকা বিভাগকেইটাৰ নথি-পত্ৰ - বিশেষকৈ গৃহ আৰু শিক্ষা বিভাগৰ

২) মুখ্যমন্ত্ৰী আৰু ৰাজ্যপালৰ মাজত হোৱা যোগাযোগৰ নথি-পত্ৰ ;

৩) ভাৰতৰ প্ৰধানমন্ত্ৰীলৈ পঠোৱা সংবাদ ;

৪) গৃহ বিভাগৰ অন্তৰ্গত আৰক্ষী-শাখাৰ নথি-পত্ৰ বিশেষকৈ নৰহত্যাকে লৈ বিপ্লৱী কমিউনিষ্ট দলে সাধন কৰা ধ্বংস কাৰ্যৰ লেখ ;

৫) ৰাজ্যপালৰ সচিবালয়ৰ নথি-পত্ৰ বিশেষকৈ চোৰাংচোৱা বিভাগৰ ৰিপৰ্ট;

৬) ৰাজ্যৰ বন্দুক-বাৰুদ সম্বন্ধীয় তিনিমহীয়া ৰিপৰ্ট - বিশেষকৈ ভাৰতীয় কমিউনিষ্ট দল আৰু ভাৰতীয় বিপ্লৱী কমিউনিষ্ট দলৰ মতি-গতি সম্পৰ্কে ১৯৫০ চনৰ মাৰ্চ মাহৰ পৰা আগষ্ট মাহৰ প্ৰথম ভাগলৈ

৭) শৰনাৰ্থী সংস্থাপন আৰু মাটি বন্দৱস্ত সম্পৰ্কত

৮) পশ্চিম বঙ্গ আৰু অসমৰ মাজৰ সম্বন্ধৰ সম্পৰ্কত

৯) ১৯৫০ চনৰ সাম্প্ৰদায়িক সংঘৰ্ষ সম্পৰ্কত

**খ) অসম চৰকাৰৰ আৰক্ষী মহাফেজখানাৰ পৰা ঃ**

১) Assam Police Abstract of Intelligence (APAI) 1920-1945.

২) Assam Police Special Branch (APSB) 1935-1945.
ইয়াত চোৰাংচোৱাই বাজেয়াপ্ত কৰা কাগজ পত্ৰ আৰু গোপন ৰিপৰ্ট

**গ) বৰদলৈ পৰিয়ালৰ হাতত ৰক্ষিত বৰদলৈৰ ভিতৰুৱা নথি-পত্ৰ**

এই বিভাগৰ প্ৰায়বিলাক নথি-পত্ৰৰ পৰা টোকা আমি ১৯৭০ চনৰ আগতেই কৰি থৈছিলো। পাছতো কিছু চাবলৈ পালো লিলি মজিন্দাৰ বৰুৱাৰ অনুগ্ৰহত। ১৯৩৮-৩৯ আৰু ১৯৪১-৪৫ গুৰুত্বপূৰ্ণ কালডোখৰৰ তথ্য আছে। গান্ধীজীৰ লগত হোৱা চিঠি-পত্ৰ বিলাক পাছলৈ সেই সংগ্ৰহৰ পৰা নোহোৱা হ'ল। যাহওক সেইবিলাক গান্ধীজীৰ ফালৰ নথি-পত্ৰতো পাবলৈ আছে, যদিও গান্ধীজীৰ নিজা

হাতৰ আখৰেৰে নাই। বৰদলৈৰ ১৯৩৮-৩৯ চনৰ মুখ্যমন্ত্ৰিত্ব কালৰ পৰিকল্পনা আঁচনি আৰু ঘটনাৰ তথ্য ইয়াত আছে। আমি চাবলৈ পোৱা নথি-পত্ৰৰ গুৰুত্বপূৰ্ণখিনিৰ কিছু আমি সম্পাদনা কৰা 'বৰদলৈ দিনলেখা'ৰ প্ৰথম আৰু দ্বিতীয় খণ্ডত যোগ দিছোঁ। আন কিছু আন এখন সঙ্কলনত যোগ দিয়াৰ দিহা কৰা হৈছে। পাৰিবাৰিক চিঠি বিলাক পঢ়িবলৈ পাইছিলো যদিও এই পুথিত এখন নে দুখনহে ব্যৱহাৰ কৰা হৈছে। বৰদলৈ নথি-পত্ৰখিনি পাছলৈ 'নেহৰু মেম'ৰিয়েল মিউজিয়াম এণ্ড লাইব্ৰেৰী'লৈ পঠোৱা হ'ল বুলি শুনিছিলো।

**ঘ) অসম প্ৰাদেশিক কংগ্ৰেছ সমিতিৰ নথি-পত্ৰ ঃ**

বিশেষকৈ ১৯৩৭-১৯৩৯ কালৰ অসম বিধানসভা সম্পৰ্কীয় কথাত ব্যৱহাৰ কৰা হৈছে।

**ঙ) নেহৰু মেম'ৰিয়েল মিউজিয়াম এণ্ড লাইব্ৰেৰী সংগ্ৰহ ঃ**

১) নেহৰু-বৰদলৈ যোগাযোগৰ আৰু অসম সম্পৰ্কে চিঠি-পত্ৰ সংকলনৰ কেইবাটাও খণ্ডত আছে। ইয়াৰ উপৰিও আছে

২) অমিয় কুমাৰ দাস নথি-পত্ৰ

৩) পুষ্পলতা দাস নথি-পত্ৰ

৪) দেৱেশ্বৰ শৰ্মা নথি-পত্ৰ

৫) সাদ্উল্লা নথি-পত্ৰ

**চ) গুৱাহাটী জিলা কংগ্ৰেছ কমিটিৰ নথি-পত্ৰ ঃ**

বিভিন্ন বৈঠকৰ কাৰ্যবিৱৰণী সংযুক্ত এখন শকত বহী আমি লেতেৰা উঁয়ে খোৱা অৱস্থাত উদ্ধাৰ কৰিব পাৰিছিলো।

**ছ) ডাঃ ভুৱনেশ্বৰ বৰুৱাৰ এৰা-ধৰা ডায়েৰী বহী ঃ**

ইয়াত বিভিন্ন বৰদলৈ সম্বন্ধীয় ঘটনাৰ উপৰিও তৈয়বউল্লা, দেবকান্ত বৰুৱা, ভীমবৰ দেউৰী আৰু কেৰামত আলী বিষয়ে অনুষ্টুপীয়াকৈ হ'লেও কিছু আৱশ্যকীয় কথা পোৱা গৈছে।

**জ) ডাঃ ললিত কুমাৰ বৰুৱা নথি-পত্ৰ ঃ**

এই উৎসৰ বহু সম্বল তত্ত্বাৱধানৰ অভাৱত আজি হেৰাই পৰিল যদিও কেইটিমান গুৰুত্বপূৰ্ণ বিষয়ৰ 'পেপাৰক্লিপিং' কেইখনমান চিঠি আৰু অসম আৰু অসমীয়াৰ সমস্যা সম্পৰ্কত কেতবোৰ পুথি-পুস্তিকা আমাৰ প্ৰসঙ্গত উপযোগী।

**২। মৌলিক প্ৰকাশিত নথি-পত্ৰ**

**ক) অসম চৰকাৰৰ দ্বাৰা প্ৰকাশিত বিভিন্ন ৰিপৰ্ট আৰু বিবৃতি**

১) Report of the Census of India 1931, Assam, Part I (Second Re-print, New Delhi 1992) by C.S. Mullan.

